# কথা-গুৰুচৰিত

সম্পাদক

উপেন্দ্ৰচন্দ্ৰ লেখাৰু এম, এ, বি, এল



দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী

প্ৰকাশক ঃ
শ্ৰীজ্যোতীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা
কলেজ হোষ্টেল ৰোড, পাণবজাৰ
গুৱাহাটী ঃ অসম

প্ৰথম প্ৰকাশ
১৮৭৪ শক ( খৃঃ ১৯৫২ )
পঞ্চদশ সংস্কৰণ ১৯৮৭ চন

Price Rs. 85·00

মুদ্ৰক ঃ—ন্যাইজন পাব্লিচিং হাউচ
১৪৮৮ পাটাউদি হাউচ
দৰিয়াগঞ্জ, নিউ দিল্লী—২

# প্ৰকাশকৰ নিবেদন

১. ১. ৫২

ই আজি প্ৰায় পাঁচ-ছয় বছৰৰ আগৰ কথা—এসময়ত শ্ৰদ্ধাস্পদ ডাঃ বাণীকান্ত কাকতি ডাঙৰীয়াৰ গুৱাহাটীৰ ঘৰত পুৰণি সাহিত্য সম্বন্ধে আলাপ কৰোঁতে তেখেতে আমাৰ ভাষাৰ মহা মূল্যবান, অধ্যাপক লেখাকদেৱৰ সম্পাদিত "কথাগুৰুচৰিতৰ" কথা উল্লেখ কৰে। এই মহাগ্ৰন্থ শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিতকে আলম লৈ লিখা প্ৰাচীন কামৰূপীয় ভাগৱতী ধৰ্ম্মৰ তত্বে ভৰা বুৰঞ্জী। তেখেতে কলে—ইয়াক প্ৰকাশ কৰিব পাৰিলে প্ৰাচীন কামৰূপীয় গদ্যসাহিত্যৰ এখনি উৎকৃষ্ট নিদৰ্শন ৰক্ষা পৰিব পাৰে।

শাঙ্কৰী যুগৰ সাহিত্য মোৰ প্ৰাণৰ বস্তু যদিও আজিলৈকে ইয়াৰ ৰস এধানো গ্ৰহণ কৰিব নোৱাৰিলোঁ। ডাঃ কাকতিৰ মুখত কথা গুৰুচৰিতৰ প্ৰশংসা শুনাত তাক ৰাইজৰ আগত দাঙি ধৰিবলৈ মোৰ হাবিলাস জন্মিল; কিন্তু এই সময়ত শ্ৰদ্ধেয় ডাঃ কাকতি ডাঙৰীয়াৰ উৎসাহতেই আনি বৈকুণ্ঠনাথ কবিৰত্নৰ (ভট্টদেৱৰ) ভক্তিবিবেক (সংস্কৃত) ছপাবলৈ আৰম্ভ কৰিছিলোঁ, তথাপি "কথাগুৰু চৰিত" খনিও প্ৰকাশ কৰিবলৈ চেষ্টা কৰিম বুলি দুৰাশাৰ উচতনিত মত প্ৰকাশ কৰিবলগীয়া হলোঁ।

আমাৰ কাৰ্য্যস্থললৈ (নলবাৰীলৈ) আহি কেইমাহমান থকাৰ পাচতেই ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা ডাঙৰীয়াৰপৰা পত্ৰ পালোঁ—যে "কথাগুৰু চৰিত"ৰ সম্পাদন কাম হৈ উঠিল। ইয়াক এম, এ,ৰ পাঠ্যও কৰা হব—বেগেতে ছপা কৰিব নোৱাৰিলে লৰাছিলাকৰ অসুবিধা হব।"

এই সময়ত আমি "চিত্ৰ ভাগৱত" ছপা কৰিবলৈ আৰম্ভ কৰিছিলোঁ; তথাপি মনিষীসকলৰ অনুৰোধকেই আদেশ মানি "কথাগুৰু চৰিত" ছপাবলৈ পঠোৱা হয়; কিন্তু কিছু অংশ ছপা হোৱাৰ পাচতেই কলিকতাত ১৯৪৬ চনৰ সাম্প্ৰদায়িক গোলমাল ঘটিল আৰু তাৰ ফলত আমাৰ অন্যান্য ছপা কামৰ লগতে "কথাগুৰুচৰিত"ৰ ছপা কাৰ্য্যতো বাধা পৰিল। গোলমাল কিছু শাম কটাত আমি এজন বন্ধুৰ হতুৱাই প্ৰেছৰপৰা ছপা-কাকত কিছুমান উদ্ধাৰ কৰোঁ—কিছুমান ছপা-কাকত নষ্ট হৈ যায়। ইয়াৰ নষ্ট হোৱা ছপা ফৰ্মা তিনটা পাচত পুনৰ ছপা কৰা হয়। সেই সময়ত যি পোৱা হল তাকেই প্ৰথম খণ্ড নাম দি ৰাইজৰ আগত দাঙি ধৰা হৈছিল।

সকলোৱে শুনি সন্তোষ পাব, যে আমি কেইজনমান বন্ধুৰ সহায়ত বিশেষকৈ শ্ৰীশিশিৰকুমাৰ দত্ত আই. চি. এচ. (সেই সময়ত কামৰূপৰ ডিপুটি কমিচনাৰ, বৰ্ত্তমান অসম চৰকাৰৰ মুখ্য সচিব) ডাঙৰীয়াৰ সহানুভূতিত কামৰূপীয় বৈষ্ণৱ গ্ৰন্থ প্ৰকাশৰ উদ্দেশ্যে প্ৰায় এৰৈকশ হাজাৰ টকাৰ "শ্ৰীমদ্ভাগৱত ফাণ্ড" নামে এটা ভৰাল তৈয়াৰ কৰিছিলোঁ, আৰু টকাখিনি গুৱাহাটীৰ "নাথ বেঙ্ক"ত জমা ৰাখিছিলোঁ। দৈৱদুৰ্বিপাকত এই বেঙ্ক বন্ধ হোৱাত আমাৰ গ্ৰন্থ প্ৰকাশৰ সম্বলো নাইকিয়া হয়—আমি অলপ চিন্তিত হৈছিলোঁ।

চিত্ৰভাগৱতৰ কাম এই সময়ত শেষ হবলগীয়া হৈছিল; সেই কাৰণে "কথাগুৰু চৰিতৰ" ছপা কাম কিছু দিনলৈ স্থগিত ৰাখিবলৈ বাধ্য হওঁ। পিছে যোৱা বছৰ ডাঃ কাকতি ডাঙৰীয়াৰ মিঠা সুৰৰ টান কথাৰ তাগিদ পত্ৰ পাই শ্ৰীগুৰুক চিন্তি কথাগুৰু চৰিতৰ ছপা কামত বিশেষ জোৰ দিয়াওঁ। তাৰ ফলতেই আজি ৰাইজে শ্ৰীগুৰুৰ এই অমৃতময় চৰিত দেখিবলৈ পালে।

ইয়াতে এষাৰ কথা কৈ থোৱা ভাল, যে নাথ বেহু মৰা পৰোঁতে চিত্ৰ-ভাগৱতৰ ছপা কাৰ্য্যৰ দৰে খৰচবহুল কাম চলি থকা অসম্ভৱ হৈ উঠিছিল কিন্তু শ্ৰীগুৰুৰ কৃপাত ইয়াৰ কাম কৰা কলিকতাৰ ছপাযন্ত্ৰে আমাৰ অৱস্থা বুজি টকাৰ তাগাদা নিদিলে তদুপৰি আমি টানি লিখাত "কথাগুৰু চৰিত"ৰ বাকী কাম থিনিও যিমান পাৰে সোনকালে সমাধা কৰি দিলে। এই সকলো— শ্ৰীগুৰুৰ বা ভগবানৰ ইচ্ছা। তেওঁৰ শ্ৰীচৰণত আমাৰ একান্ত প্ৰাৰ্থনা—যি সকল বন্ধু-বান্ধৱৰ শ্ৰম আৰু উৎসাহত আমাক নিমিত্ত মাত্ৰ কৰি মঙ্গলময়ে এই কাম সাধন কৰালে, সেই সকলৰ যেন সৰ্বপ্ৰকাৰ মঙ্গল হয়।

শঙ্কৰ কিঙ্কৰ—হৰিনাৰায়ণ

দেৱীৰাম পাঠশালা, নলবাৰী, অসম

১ ১. ৫২

# পাতনি

কথা-গুৰুচৰিতখনি ডক্তৰ বাণীকান্ত কাকতীদেৱৰ সংগ্ৰহ। তেখেতে প্ৰায় পচিশ বছৰৰ আগতে এই পুথিখনি বৰপেটা সত্ৰৰ তেতিয়াৰ বুঢ়া অধিকাৰ ৺চতুৰ্ভুজ মিশ্ৰদেৱৰপৰা পাইছিল, আৰু এটি প্ৰতিলিপিও কৰাই থৈছিল। প্ৰায় ছয় সাত বছৰৰ আগতে তেখেতে এই গ্ৰন্থ সম্পাদন কৰি উলিয়াবলৈ আমাক আদেশ দিয়ে। ডক্তৰ বিৰিঞ্চিকুমাৰ বৰুৱা আৰু আমি একেলগে এই কাম আৰম্ভ কৰোঁ। কিন্তু, আৰম্ভ কৰাৰ ছমাহৰ পিছতে বৰুৱাদেউ বিলাতলৈ যাব লগা হোৱাত সম্পূৰ্ণ ভাৰ আমাৰ ওপৰত পৰে। এই কাৰ্য্যত মাথোন একেখন পুথিৰ ওপৰতে নিৰ্ভৰ কৰিব লগা হৈছিল। গতিকে কোনো ঠাইত দুই এটি বুজিব নোৱাৰা শব্দ তেনে ভাবেই ৰখা হৈছে. পাঠকৰ সুবিধাৰ অৰ্থে বিষয় অনুসৰি দফাবোৰ ভিন ভিনকৈ দিয়া হৈছে, আৰু কাষৰপিনে বিষয়ৰ শিৰোনামা দিয়া হৈছে। ৰৈ যোৱা কথাৰ এটি পৰিশিষ্টও পুথিৰ শেষত দিয়া হৈছে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিত আৰু আনুষঙ্গিক অন্যান্য সেৱকৰ যিতং বিৱৰণ এই পুথিত দিয়া হৈছে। এই চৰিতখনেই আটাইবোৰ চৰিততকৈ বেচি বিশদ।

পুথিখনিত গ্ৰন্থকৰ্ত্তাৰ নাম নাই। কিন্তু কেতবোৰ প্ৰমাণ অনুমানৰ পৰা ৰচনাৰ সময় নিৰ্ণয় কৰিব পাৰি। পুথি আৰম্ভনিত গুৰু সকলৰ প্ৰতি প্ৰণাম জনোৱা হৈছে। সেইটো এইদৰে আছে :—

শ্ৰীশঙ্কৰং নমো নিত্যং মাধৱ সমন্বিতং
পুৰুষোত্তমং চতুৰ্ভুজং শ্ৰীঅনন্তং কৃষ্ণং পাণিচন্দ্ৰং
লক্ষ্মীনাথং ৰাম শ্ৰীৰামেতি নমো নমঃ
শতসহস্ৰমহং বন্দে ॥

সেইদৰে শেষত আছে :—

শ্ৰীশঙ্কৰ নমো নমঃ শ্ৰীমাধৱ নমো নমঃ
পুৰুষোত্তমো নমো নমঃ চতুৰ্ভুজ নমঃ শ্ৰীঅনন্ত নমঃ।
শ্ৰীচন্দ্ৰ চাৰু শ্ৰীলক্ষ্মীকান্ত নমো নমঃ ॥

পুথিৰ পাঠত খুঁত থাকিলেও শ্ৰীৰামৰ সময়তে এই পুথিখনি লিখা সম্ভৱ। কিয়নো, শ্ৰীৰামতে গুৰুসকলৰ নাম শেষ কৰা হৈছে।

ভাটৌকুচীয়া আতাই জয় আতৈ আৰু ভোগপুৰ দামোদৰত ধৰ্ম্মবস্তু থৈ যায়। "তাৰা কুৰুৱাবহীয়া পৰীক্ষিত আতৈত থলে। তাৰা মণিপুৰ আতৈত থলে (পৃঃ ২)। মণিপু আতৈৰ ওপৰত পুথিৰ কাষৰত যি টোকা আছে (পৰিশিষ্ট চাওক) তাত এইদৰে লিখিছে—তাৰাৰ দিনত হালধিয়াৰ দয়াময় আতৈ বৰবহাত: চক্ৰপাণি বৈৰাগী আতৈ পুৰুষ: তিনিও ৰাজ্য বেৰাই ফুৰাত জটিয়াৰাঙ্গণ ৰঞ্জতে নাম সেৱা কৰাত "ৰাম গোসাৰ্ঞে চাইটা গীত

+ পৰিশিষ্ট চাওক।

চাৰি প্ৰকাৰে চৰ্চ্চাত বৰ কাপৰ দি মানকৈ বৰবহাত চৰিত সুধিছে বোলে শ্ৰীশঙ্কৰদেৱৰ জন্মৰ্ত্তে পয়াণলৈ কৰু, আমি তেঁনেকৈ নপাঞ। তেহে আতৈএ ছমাহ হৈ কৈছে: জি ৰই তাকো পূৰকৈ লৈ আহিচে: বৰন্ত্ৰৰাত বৈচেহি: তাত গায়নবাপু, সিদ্ধবাপু, কলিয়ামুৰাবাপু, লিখকবাপু, হৰিনাৰাএণ, হৰিনন্দন, প্ৰদ্যুম্ন আতৈ ৰামৰাই দেউৰি, এই সবে প্ৰাৰ্থনাকৈ সুধিচে, আতৈএ কৈচে জন্মৰ্ত্তে পয়াণলৈ দুওজনা গুৰুৰ, সেৱকসমে সাৰশেষে। তাৰৱে তাৰাসবৰ ৰ'ল সেই ডালে গ'ল, আমাৰ হ'ল এই ক্ৰমে। (অৰ্থাৎ গ্ৰন্থ লিখকৰ ডালৰ) এই দৰে মণিপু আতৈৰ দিনত চক্ৰপাণি বৈৰাগীয়ে চৰিত কীৰ্ত্তন কৰে। মণিপু আতৈএ, বৰজনা আতৈত, বৰজনাই সৰুজন আতৈত, সৰু জনে গৰলীয়া বাপুত ধৰ্ম্মবস্তু থলে। গৰলীয়া বাপুয়ে জয়বাপুক অন্ত্ৰীয়া পাতি ধঞ্জয় আতৈ পুৰুষক মহাশুদ্ধ ধৰ্ম্মবস্তু দি সেৱকৰ মুখ্য পাতি গ'ল বৰবহাত। জয় বাপুৰে বিৰবাপুক আজ্ঞা দিলে। ধঞ্জয় আতৈএ থলে কৃষ্ণৰাম জয়ৰাম আতৈত। কৃষ্ণৰাম, জয়ৰাম প্ৰমুখ্যে আনো সব সেৱকে আতৈক অৰ্থাং ধঞ্জয় আতৈক চৰিত্ৰ কীৰ্ত্তন কৰিবলৈ ধৰিছিল। আতৈয়ে বোলে, "নাৰদক কৃপাসে কৰিলা। যাত্তো গোবিন্দৰ গুণ কহিবে বুলিলা।" মোকো তোমাসবে কৃপাসে কৰিলা, দাৰক তিনিতাপে পুৰি মাৰে, প্ৰাণগুৰু সুমৰাইলা আজি (পৰিশিষ্ট চাওক)। এইদৰে ধঞ্জয় আতৈৰ পৰা চৰিত্ৰ শুনা হয়। এই ধঞ্জয় আতৈয়ে কৃষ্ণৰাম জয়ৰাম আতৈত ধৰ্ম্মবস্তু থৈ যোৱা বুলি গ্ৰন্থলিখকে উল্লেখ কৰিছে। গতিকে কৃষ্ণৰাম, জয়ৰামৰ খিক পিছৰ লোকে এই গ্ৰন্থ লিখিছে। ইপিনে গুৰুসকলক কৰা প্ৰণাম শ্লোকত শ্ৰীৰামকে শেষত দিয়া হৈছে। গতিকে গ্ৰন্থকাৰ শ্ৰীৰামৰ কালৰে লোক হব পাৰে। শ্ৰীৰাম

বৰজহা সত্ৰৰ, সত্ৰীয়া বিকৰাপুৰ সমসাময়িক। এখেত বৰজহা সত্ৰ স্থাপক কেশচৰণ ভাটোকুচিয়া আতাক ধৰি নৱম গুৰু। ১৫১৮ শকত ৺মাধৱ পুৰুষ চলে। কেশ আতাই শ্ৰীশ্ৰীমাধৱদেৱে পতা বাৰজন প্ৰধান ধৰ্ম্মাচাৰ্য্যৰ ভিতৰৰ এজন। এখেতেই বৰজহা সত্ৰ স্থাপন কৰে। প্ৰত্যেকজন সত্ৰাধিকাৰৰ কাল পোনৰ বছৰকৈ ধৰিলে তেতিয়াৰ পৰা অৰ্থাৎ ১৫১৮ শকৰ পৰা ১২০ বছৰ পাৰ হৈ যায়। গতিকে অনুমানিক ১৬৩৮ শক বা ১৭১৬ খৃষ্টাব্দৰ থিক পিছতে এই গ্ৰন্থ লিখা হয় বুলি ধৰিব পাৰি।*

* ১৯৫০, ১৪ জানুৱাৰীৰ নতুন অসমীয়াত শ্ৰীযুত মহেশ্বৰ নেওগেও তেখেতৰ—'চৰিত তোলা' প্ৰথা আৰু 'কথাগুৰুচৰিত'ৰ বক্তা- বোলা আলোচনাত এইমতেই সময় নিৰ্দ্ধাৰণ কৰিছে।—সঃ।

ওপৰৰ অনুমানৰ লগতে আৰু এটি কথাৰপৰা ধৰিব পাৰি যে অন্ততঃ ইংৰাজসকল ভাৰতত সোমোৱাৰ পিছতহে এই গ্ৰন্থ লিখা হৈছিল। গ্ৰন্থ-লিখকে পুথিৰ সৰ্ব্বশেষত বিনয় বচন লিখাৰ লগতে লিখিছে—"পছিম দেশত ফিৰিঙ্গিএ সুৰা খাই চিচা পেলায়, যাত্ৰীএ কিনি গঙ্গাজল আনে। অনেক সাধু-সন্তে লয়" ইত্যাদি। গতিকে এইবোৰ কথাৰপৰা ধৰিব পাৰি যে ইংৰাজ সকলৰ ভাৰতত পাতনি তৰাৰ সময়তে এই পুথি লিখা হৈছিল।

মহাপুৰুষ গুৰু দুজনাৰ চকুৰি বছৰবো পিছত এই গ্ৰন্থ লিখা হলেও ইয়াৰ কথাবোৰ পৰম্পৰা চলি অহা কথা। কোনো বিষয়ে মতান্তৰ থাকিলেও সেই মতান্তৰবোৰ হয়াত উল্লেখ কৰা হৈছে। গুৰুসকলৰ জীৱনৰ বিতং বিৱৰণৰ উপৰিও ইয়াত সেই কালৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আদি অৱস্থা আৰু ধৰ্ম্মসংস্কাৰ আদিৰ বিষয়ে বিশেষৰূপে বুজিব পাৰি। অসমৰ বাহিৰেও অন্যান্য দেশৰ সম্বন্ধে নানা কথা ইয়াত পোৱা যায়। আমাৰ দেশৰ ভক্ত সমাজ কেনে জ্ঞানোন্নত, কেনে কুশাগ্ৰবুদ্ধিৰ, কেনে দাঠ মনৰ, কেনে স্মৃতিমন্ত, কেনে সদসঙ্কল্পৰ, কেনে সমাহিত চিত্তৰ আৰু কেনে নিষ্ঠাবান আছিল তাক এই গ্ৰন্থৰপৰা ফটফটীয়াকৈ জানিব পাৰি। মহাপুৰুষ সকলৰ ৰচিত নানা ঘোষা পদ, নাট, গীত ভটিমা আদি লিখাৰ সময় উদ্দেশ্য আদি আৰু সেইবোৰৰ ভিতৰৰা তত্ত্ব সমূহৰ সম্ভেদ আৰু মহাপুৰুষ গুৰু সকলে প্ৰচাৰ কৰা একশৰণ ধৰ্ম্মটোনো কি বস্তু, এই সকলো কথা পাঠকে সহজে বুজিব পাৰিব। ভগৱন্তৰ প্ৰচ্ছন্নবিগ্ৰহ, 'জম্বুদ্বীপৰ বৈষ্ণৱ-প্ৰধান', মহাপুৰুষৰ এই লীলাচৰিত্ৰৰ পৰা ভক্তই ভক্ত, ভগৱন্ত আৰু ভাগৱতৰ স্বৰূপ উপলব্ধি কৰিবলৈ সহায় পাব আৰু

সৎসঙ্গৰ মাহাত্ম্যও অনুভৱ কৰিব পাৰিব। গুৰুচৰিতখনিৰ বাকীবোৰ মূল্যৰ বাহিৰে ই মধ্যযুগৰ অসমীয়া গদ্য-সাহিত্যৰ এটি উৎকৃষ্ট নিদর্শন। সচৰাচৰ ব্যৱহাৰ কৰা ভাষাকে ইয়াত ব্যৱহাৰ কৰা হৈছে।

প্ৰথমে চৰিতখনিৰ ভাষা সম্বন্ধে সামান্য পৰিচয় দিয়া যাওক। একোটা সৰু সৰু বাক্যৰ ভিতৰতে, একোটি খণ্ড বাক্যৰ ভিতৰতে একোটি মহৎ আৰু স্পষ্ট ভাব প্ৰকাশ পাইছে। দুই এটি উদাহৰণ এই :—

"নিশ্চয়ে পাৰ, অনিশ্চয়ে সংসাৰ"

"বজাৰ হেংডান পাত্ৰৰ কি ?"

"বৰে চোট হব পাইলে সংসাৰ হাত সৰকি সাৰিব পাৰি।"

"নামে সমস্ত মন্ত্ৰৰ গুণ বীৰ্য্য।"

"কুকৰা নখ পুতি ৰহিল"—অর্থাৎ দৃঢ় মনে ধৈৰ্য্য ধৰি একান্ত সেৱক হৈ থাকিল।

"কৈঁচট্টিদালে খাঠি পুৰা পায়,
পকাটৈ চালে মূল হৰায়।

"তৈল লোন নাই, শুদা ব্যঞ্জনৰ এনে স্বাদ, বিনা ডক বন্ধন" ( শুকৰনৰ প্ৰথম ৰচনাৰ স্বৰূপ। )

"ভাও পৰশি নৰমু খৰা, শিষ্য পৰশি তত্ত্ব কৰা।"

"অসম ৰাজ্যৰ বিষম কথা।"

"চুক ডেকুলিৰ পায়স, দৰিদ্ৰৰ অষ্ট নিধি, খোৰাৰ পৰ্ব্বত, কণাৰ বস্ত্ৰ, ভিক্ষুকৰ অমৃত—ইচা মন দবে মোৰ অধম পাপীবো চিত্ত গ'ল তবু মুখপদ্মত ঘ্ৰাণ পাই, পিয়াব পাবো নিকিন ?

( ইয়াত ভক্তই বিনয়ভাবে ভক্তি সৰ্ব্বস প্ৰাৰ্থনা কৰিছে )

এনেবোৰ বাক্য খণ্ড বাক্যৰ বাহিৰে ফকৰা, যোজনাও ঠায়ে ঠায়ে আছে। আৰু সেইবোৰৰ তত্ত্বৰোৰ পাঠকৰ বোধগম্য হব পৰা অৱতৰণাবোৰো আছে। দুই এটি উদাহৰণ তলত দিয়া হ'ল। যেনে :—

(১) পণ্ড নকৰিবা শৰ
মৰাও নানিবা, জীয়াও নানিবা
শুদা হাতে নপশিবা ঘৰ।

(২) আহিছা হৰিপো, কি বুলি কাঢ়িলা বাও
সংসাৰ জুৰি গুৰু বহিছে ক'ত্তদি আহিলা পাও ?

(৩) হৰিৰ আজ্ঞাত আছিছো গোসাই পৃথিবীত দি পাও
হৃদয়ৰ মাজে গুৰু আছে আপুনি বিচাৰি চাও

(৪) নাও ছপ ছপ দেখো ঢউ অপাৰ ?
বুবুৰে নৌকা মুজান কণ্ডাৰ।
ন—কৈ নাৰ্জো পুৰনি থাওঁ
ভিক্ষা দিয়া মাও ঘ'লৈ যাও

ৰূপক অৰ্থত ভক্তিৰ তত্ত্ব, সাধনৰ ক্ৰম ইত্যাদিবোৰ ঠায়ে ঠায়ে দিয়া হৈছে। যেনে :—

"কাঠৰ মালা ফাটে ফুটে,
মনৰ মালা কাহা চুটে ?"

"গুৰু ভূমি, শৰণ বীৰ্য্য বিধান, সৎমাৰ্গে চলোৱা, ইবিধা অসূয়া নল হেজেৰা, মৰম প্ৰীতিয়ে দলি মূৰা, স্তবকা, খেদ অনুৰাগে বায়ু-বহ্নি, শ্ৰৱণ কীৰ্ত্তন বিদ্ধা মৈ, হিংসা পৈশূন্য টোকবল বিনৈ কহুৱা স্নেহ শ্ৰদ্ধা, নিবল, গচল, চিত্ত বুদ্ধি কোৰ খন্তি, মনে নাল, কায়বাক্যেমনে সেৱা সুখ সন্তোষ পকন, কাম, ক্ৰোধ, লোভ, মহ্, বৰা, হস্তী ; মোহে গাদ্ধি, সঙ্গে দোষ, গুৰুত ভ্ৰম খৰবান, নিশ্চয় কাচিবে দাই প্ৰেমৰ সূত্ৰ বান্ধি আনি ভক্তি ভাণ্ডাৰত থই, ধৰ্ম্ম, অৰ্থ আৰ কাম মোক্ষ ভাং মাৰি থই পাই থাকা সুখে। এই খেত নকৰা কিয় ? ইত্যাদি।

ওপৰত উল্লেখ কৰা কথাবোৰৰ উপৰি প্ৰাসঙ্গিক পদ, ঘোষা, গীত, কীৰ্ত্তন আদিৰ অৱতাৰণাই গ্ৰন্থখনি অতি সুখপাঠ্য কৰি তুলিছে। একো একো ঠাইৰ বৰ্ণনাই পাঠকক বিশেষ বিশেষৰূপে ভাবমুগ্ধ কৰি তুলিব পাৰে। শ্ৰীমন্ত শঙ্কৰ পুৰুষৰ বৈকুণ্ঠ প্ৰয়াণৰ বৰ্ণনা, শ্ৰীশ্ৰীমাধৱপুৰুষৰ বৈকুণ্ঠ প্ৰয়াণৰ বৰ্ণনা বিশেষৰূপে চিত্তদ্ৰৱকাৰী। বাহুল্যৰ ভয়ত সেইবোৰ উদ্ধৃত কৰা নহল।

ভাষাৰ কেতবোৰ বিশেষত্ব এই :—পঞ্চমী বিভক্তিৰ 'পৰা' 'হন্তে' আদিৰ ঠাইত সাধাৰণতে—'ৰন্তে' বা 'ন্তে' ব্যৱহাৰ দেখা যায়। যেনে :—তোমৰা ক'ৰন্তে বা কৰ্ন্তে অহা যাই ? ভাৰতে ( ভাৰপৰা ) ; উজানৰ্ন্তে নদিয়া শান্তিপুৰন্তে ইত্যাদি। 'তেতিয়াৰপৰা' অৰ্থ বুজুৱাতো 'তাৰন্তে' ব্যৱহাৰ। মাহাত্ম্যৰ ঠাইত মহাত্মা ব্যৱহাৰ হৈছে। 'ঐত'ৰ ঠাইত 'বৈত', 'ক ঐৰ ঠাইত 'কৈৰ'।

এঠাইত কৈছে—কামৰূপত 'বালা'ক 'দিয়া' বোলে।

'ভোট'ক বুজাবলৈ 'বগা' যৱন' শব্দ ব্যৱহাৰ কৰা হৈছে।

বপাৰ ঠাইত কেৱল 'পা' ব্যৱহাৰ। যেনে: "বোলে পা কি সোধা?" 'তেনেহলে'ৰ ঠাইত 'তেনো' 'যেন'ৰ ঠাইত 'যো'—যেনে:—'তোম্রাত লাগিলে যো কুশল নহয়'।

সবেও ভকত হ'ল অস্থা এৰি; পাছত চোট আতা গুৰুবাক্য মনকৈ ঘোষা কৰিছন্ত সুন্দৰীত, দেখি ৰশ্মি গাত চমৎকাৰ লাগি ৰ'ল হুহকি চুপে; পাছে কোনবা বুলি ৰাগকৈ শাপ দিছে বংশ ছেদহ হক বুলি, বোলে বাপ, জলে সমে চাউল এপহা গিলা হ'ল, গা বিষমৰ হেতু, দুয়ো পানীয়ে গৈছে গৰা তলে, ইত্যাদি। আকৌ চমু প্ৰশ্ন-বাক্য। যেনে:—

'ভোজন আছে নাই', 'স্নান কৰা আছে নাই' অৰ্থাৎ ভোজন হৈছেনে নাই, স্নান কৰা হৈছেনে নাই। ইত্যাদি স্বাভাৱিক কথা কোৱাৰ ভঙ্গিমাৰে পুথিখনি লিখা বাবে ই চিত্তাকৰ্ষক হৈ উঠিছে।

ইয়াত নানা পুৰাণ সংহিতাৰ বিতোপন বিতোপন তত্ত্বমূলক উদাহৰণৰ সমাবেশ আছে। এইবোৰে সেই কালৰ লোকৰ জ্ঞানৰ বিশদ পৰিধিৰ পৰিচয় দিয়াৰ উপৰিও গ্ৰন্থখনিৰ মূল্য বঢ়াইছে।

এই চৰিতপুথিখনিৰপৰা কেতবোৰ বিশেষ বিশেষ প্ৰমাণ পোৱা যায়:—

১। ইয়াত উল্লেখ আছে যে ৰামায়ণ কবি মাধৱকন্দলী শ্ৰীমন্ত শঙ্কৰদেৱৰ ছাত্ৰাৱস্থাৰ খ্যাতিমান পণ্ডিত ৰাঘৱাচাৰ্য্যৰ গুৰু আছিল। এই কথা আন ঠাইত পোৱা নাযায়। ইয়াৰপৰা মাধৱকন্দলীৰ কাল নিৰ্ণয় কৰাত সহায় কৰে। (আমাৰ কৃত "অসমীয়া ৰামায়ণ সাহিত্য চাওক।)

২। মাধৱ কন্দলীৰ ৰামায়ণৰ অধ্যায়বোৰৰ শেষত মূলতে "শুভ শুভ" হে আছিল, উপদেশ নাছিল; পিছত মহাপুৰুষ গুৰু দুজনাৰ দিনতহে সেইবোৰ যোগ দিয়া হৈছে—এই সম্ভেদ এই গ্ৰন্থতহে আছে। এই প্ৰমাণৰ আলোচনা এই গ্ৰন্থৰ মূল পুথিৰ গৰাকী ভকতৰ কাকতি দেৱেহে প্ৰথমে প্ৰচাৰ কৰে।

৩। শ্ৰীশঙ্কৰদেৱৰ কালত অসমৰপৰা কোনো কোনো লোক বিদ্যা আৰু ধৰ্মতত্ত্ব বিচাৰি শিক্ষাৰ কেন্দ্ৰ আৰু নানা তীৰ্থ ঘুৰিফুৰাৰ প্ৰমাণ পোৱা যায়। এই সকল লোকে ঘুৰিফুৰি আহি মহাপুৰুষ গুৰুজনৰ ওচৰত ধৰ্মলাভ কৰেহি। ইয়াৰ বাহিৰে বিদেশৰ পণ্ডিত, ব্ৰহ্মচাৰী আদি লোকে তৰ্কাদি কৰিবলৈ অসমলৈ অহাৰো প্ৰমাণ আছে।

৪। অসমৰ উত্তৰ প্ৰান্তত যে কলিতা দেশ বুলি এখন ঠাই আছিল সেই কথা আৰু অন্যান্য চৰিত পুথিত নথকা নানা কথাই ইয়াত আছে। সেইবোৰ বাহুল্য ভয়ত লিখা নহ'ল।

এই পুথিমতে মহাপুৰুষ গুৰু দুজনাৰ জীৱনলীলা ক্ৰম এই দৰে লিখা আছে :—শ্ৰীমন্ত শঙ্কৰ দেৱৰ

জন্ম—কাৰ্ত্তিকৰ সংক্ৰান্তি, বাৰ বৃহস্পতি, পূৰ্ণিমা শ্ৰৱণা নক্ষত্ৰ, মধ্য নিশা, জ্যোতিষৰ ১৩৭১ শক।

| | | |
|---|---|---|
| আলিপুখুৰী— | ৪৮ | বৰ্ষ |
| পছিমক্ষেত্ৰত— | ১২ | বৰ্ষ |
| বৰদোৱাত— | ৭½ | " |
| ৰটাত— | ½ | ,, |
| গাংমৌত— | ৭½ | ,, |
| কোমোৰাকটাত— | ½ | ,, |
| বেলগুৰি (ধুবাহাট) | ১৪½ | ,, |
| গজলা সুতিত— | ½ | ,, |
| কাপালত— | ½ | ,, |
| পথে— | | ২০ দিন |
| চুনপোৰাত— | ½ | বৰ্ষ |
| কুমাৰ কুচিত— | ১ | ,, |
| পাটবাউসীত— | ১৪ | ,, |
| গঙ্গাজগন্নাথে— | ½ | ,, |
| বেহাৰে অহাযোৱাত- | ½ | ,, |
| চিলাৰায়ৰ গৃহত— | ½ | ,, |
| | | ১০৫½ বছৰ ২০ দিন |

এই হিচাপত বাদ পৰা সময়খিনি ধৰি শঙ্কৰদেৱৰ মুঠ জীৱন-কাল "ছমাহ কম ছকুৰি বছৰ পাবপৰ্য্য।"

ভাদৰ ২১, বৃহস্পতিবাৰ, শুক্লাদ্বিতীয়া তৃপৰীয়া চাৰি দণ্ড, আৰ্দ্ৰা নক্ষত্ৰ, পতাপ শক ১৪৯০।

মহাপুৰুষ ৺ মাধৱদেৱৰ লীলা ক্ৰম :—

জেঠ মহা ৰবিবাৰ, অমাবস্যা তিথি, ভৰণী নক্ষত্ৰ ১৪১১, এদিন ৰাতিতে দুই প্ৰহৰ নিশা ছদ্ম নৰদেহা বেকত হৈছে গুৰুজন।

শ্ৰীশঙ্কৰদেৱৰ ৭৫ বৰ্ষ যোৱাত শ্ৰীমাধদেৱৰ ৩২ বছৰ যাওঁতে বেলগুৰিত লগ পাইছে।

| | |
|---|---|
| ভৰালি ডুবিত— | ১১ বৰ্ষ |
| আহত গুৰিত— | ৬ মাহ |
| কাপলাত— | ৩ মাহ ( মাতৃ চলিছে) |
| বাৰাদিত— | ৩ বৰ্ষ |
| কলানিকুছিত | ৩ মাহ |
| গণককুচিত— | ১৮ বৰ্ষ |
| পাটবাউসীত— | ১ বৰ্ষ |
| সোন্দৰাত— | ৩ মাহ |
| সুন্দৰীত— | ১২ বৰ্ষ |
| গোমুৰাত— | ৩ মাহ |
| হেৰেমদত— | ৩ মাহ |
| বৰপেটাত— | ৮ বৰ্ষ |
| বাথৰ ভাণ্ডাৰত— | ৬ মাহ |
| ধৰামৰাত— | ৩ মাহ |
| ঢোপগুৰি— | ৩ মাহ |
| মালদৈয়াত— | ৩ মাহ |
| বৰকুঞ্চিত— | ২ মাহ |
| মাগুৰিত— | ৩ পক্ষ |
| চৰাবৰিত— | ৭ দিন |
| ৰামায়ণ ঠাকুৰ পাট গোহালিত— | ৩ মাহ |
| ৰামদিয়া বালিত— | ৩ মাহ |
| বিজয়পুৰ— | ২০ দিন |
| বেহাৰত ৰাম ৰাম আতৈ ৰাখিত— | ৩ মাহ |
| ধৰিয়া দলৈ ৰাখিত, ভেলা মধুপুৰে— | ২ বৰ্ষ |

মুঠে আৰ পাচ কম এশ বৰ্ষ

ভেলা মধুপুৰে ভাদ্ৰমাহে কৃষ্ণা পঞ্চমীত সাতাইশ দিন থাকোঁতে পূৰ্ব্বভদ্ৰা নক্ষত্ৰে, মঙ্গলবাৰে, জ্যোতিষৰ ১৫১৮ শকত মহনাট সামৰিছে পুথিখন এৰি।

আনো সৰ—দুজনা ঠাকুৰ দেউ, ন জনা আতা আৰু নানা সেৱকৰ বিস্তৃত বিৱৰণ পুথিৰ ভিতৰত আছে আৰু যিসকল বংশাৱলী ক্ৰম ইয়াত পোৱা হৈছে, তাক পৰিশিষ্টত দিয়া হৈছে। এইবোৰৰ উপৰি যি সকল পণ্ডিত ব্ৰাহ্মণ, ভক্ত আৰু ঠাই সমূহৰ উল্লেখ আছে বাহুল্যভয়ত সেইবোৰ দিয়া নহ'ল।

মুঠতে গ্ৰন্থখনি অসমীয়া সাহিত্য ভঁড়ালৰ এক অমূল্য সম্পদ।

অসমীয়া ভাষা সাহিত্যৰ উন্নতি কামী গুণগ্ৰাহী গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইছ চেন্সেলাৰ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ অনুমোদনত—এই গ্ৰন্থখনি বিশ্ববিদ্যালয়ৰ উচ্চতম মহলাৰ পাঠ্য হৈছে। ই সমূহ ৰাইজ, পণ্ডিত আৰু ছাত্ৰসমাজৰ আদৰৰ বস্তু হব বুলি আশা কৰিলোঁ।

সৰ্ব্বশেষত কওঁ যে, অসমীয়া সাহিত্য প্ৰচাৰত মহাব্ৰতী শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱা। ডাঙৰীয়াই বিশেষ খৰচ কৰি এই গ্ৰন্থ ছপোৱাতহে ই ৰাইজৰ আগত দেখা দিব পাৰিছে।

তেখেতৰ আন্তৰিক শলাগ লওঁ। সমূহ ৰাইজো তেখেতৰ ওচৰত কৃতজ্ঞ থাকিব।

আমাৰ বন্ধু সকলৰ দুই একে কেতিয়াবা আমাৰ কামত সহায় কৰিছিল আৰু দুই এক সন্তই গ্ৰন্থখনিৰ বা-বাতৰি লৈ আমাক আশীৰ্ব্বাদ জনাইছিল তেখেত সকলক আন্তৰিক শলাগ, আৰু শ্ৰদ্ধা জনালোঁ। ইয়ানতে মহাপুৰুষ গুৰুদুজনাক স্মৰি আমাৰ বক্তব্যৰ সামৰণি মাৰিলোঁ।

কটন কলেজ
গুৱাহাটী
২৪।১।৫২

ইতি—
বিনীত
শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু

## FOREWORD

Early Assamese literature is abundantly rich and varied in prose writings. The two great Sanskrit texts the *Gita* and the *Bhagavata Purana* were reduced into Assamese prose as early as the 16th century A.D. Besides other kinds of religious writings Assamese developed a secular prose literature in the *Carita Puthis*- biographical narratives of the Vaisnavite saints, such as Sankara Deva, (1449-1569), Madhava Deva (1489-1597), Gopala Deva (d. 1537). Written from a devotional point of view and recording the day to day experiences and incidents of the saints' lives personally witnessed, by the authors or handed down by sacred traditions, the *Carita Puthis* may be considered to be the most human and realistic documents of early Assamese literature. They further possess immense historical value for the light they throw upon contemporary social life, manners, Vaisnavite movement and institutions.

Of all the biographies of the Vaisnavite saints of Assam hitherto discovered, the *Katha Guru Carita* appears not only to be the most voluminous and complete but very trustworthy and authoritative as it was compiled within the sacred precincts of a *Satra*. The manuscript of the book was obtained from His Holiness the Late Shri Chaturbhuja Mishra Satradhikar of the Barpeta Satra. It contains one hundred and fifty folios written on strips of *Saci* barks, each folio measuring 6½" x 18" and bearing an average of seventeen lines per page. The Vaisnavite modesty prevented the author from putting down his name in the book. But from an examination of the list of successive Vaisnavite saints enumerated in the book, it may be surmised that the book was compiled immediately after the ninth *guru*, whose time may be placed at the end of the seventeenth century, if not earlier.

The *Katha Guru Carita* is a remarkable compilation. It does not confine itself to the description of the life of a single saint, but throws light on the lives of several great men of mediaeval Assam. All eminent men and women of Assam who came into contact with the Vaisnavite movement and worked for it are portrayed in the pages of this book with details and attendant circumstances. In no period of our history do we find such a galaxy of men of letters as in the fifteenth and sixteenth centuries. The first thing which strikes us most on the study of the present publication is the tremendous awakening of learning during this period. We hear of a large number of *Chatrasalas* or schools providing instruction in important villages and towns which were mainly maintained by public charity. The schools were cosmopolitan in character and admitted pupils from all castes. Both Sankara Deva and Madhava Deva had their early education in such schools maintained respectively by Mahendra Kandali at Bardova (p. 25) and Rajendra Adhyapaka at Banduka (p.62). A school kept by Jadavendra Bhattacharya at Srihati on the north bank of the Brahmaputra attracted students from different parts of the country (p 321). Vyaskuchi, Hajo, Cooch Behar, Ratnapur were among the other prominent centres of learning. The syllabus was wide and comprehensive as it is reported to have included the four *Vedas,* the fourteen *Sastras*, the eighteen *Puranas*, the *Mahabharata*, the fourteen *Vyakaranas,* the eighteen *Kavyas*, the eighteen *Koshas*. Education generally commenced from early years on an auspicious day (p 25). Among the pupils there were keen students as well as dullards who used to while away half their lives in schools like the Brahmana Dhilai (p 405). Sometimes old people, like Buda Ata showed a keen desire to join school (p. 310).

There are many instances to show that the Vaisnavite teachers were greatly responsible for educating the masses of

the country. Without the aid of a slate and a pencil, Bhavanipuriya Gopala Ata made Laksmana Ojha remember the entire Book XI of the *Bhagavata* (p.270). We may refer to another instance where an old couple arranged among themselves that the wife would manage the household duties and the husband daily attend the *Nama-Kirtana* party held by Gopal Ata and his disciples during the day and would in the evening recite the verses learnt during the *Kirtana* to his wife. One evening on his return home, the old man could not however, remember the verses heard in the day's congregational gathering. His wife, therefore, refused him food and drink till he would go back and learn the verses. The old man then went to the *Satra* and narrated his lot to a disciple, who taking pity on him taught the verses again (p. 332). Such was the zeal of the Vaisnavites to teach the illiterate people.

The Vaisnavite epoch was an era of classical learning in Assam. During this period Sanskrit was assiduously studied in our schools, and all the Vaisnavite teachers and theologians were erudite scholars in Sanskrit language and literature. King Naranarayana of Cooch Behar maintained in his court not only a circle of reputed Sanskrit scholars, but also directed his officers high as well as low, to cultivate Sanskrit for administrative purposes (p 193). An interesting incident is noted in the text in this connection. Once to Naranarayana's capital came a profound scholar named Kavichandra with two hundred pupils as his followers in search of a rival disputant. While the scholar with his pupils was moving around the city enquiring about the residence of Sankara Deva, they, to their utter surprise found that all their enquiries to the passers-by were ably replied to in Sanskrit. Kavichandra then made a significant remark to his followers. "Look! this seems to be a country of scholars" (p.193). The Persian language was also cultivated and songs were composed in it (p 187).

It should be noted that during this period Assam main-

tained constant contact with all-India centres of learning. The *Katha Guru Carita* records many instances of Assamese scholars going out for higher studies to centres like Benares, Mithila and Nadiya. Scholars from these places, also particularly from Santipura in Nadia (p 10, 194, 357), came to Assam to hold scholarly discussions. Even women were found solving knotty problems of scriptures (p 116).

Our text gives us a detailed account of the growth and development of the huge mass of Vaisnavite writings; it records how, when, where and under what circumstances a particular treatise was compiled or translated, and a certain *Kavya*, drama, or song was composed. As such, the *Katha Guru Carita* serves as a splendid commentary upon the works of the early Vaisnavite poets. Without the light thrown by such a historical document much would have remained unintelligible; for Vaisnavite literature was mainly the outcome of the religious experiences of our saint poets. Further, the book incorporates incidents relating to the popularity of the Vaisnavite authors and their works in their own time. It records that even illiterate people preserved manuscript copies of texts like *Ratnavali* with veneration (p 275). Murari Koch, who was hardly conversant with the three R's, showed his eagerness to transcribe Vaisnavite texts (p 342).

The *Katha Guru Carita* not only gives an elaborate and faithful account of the Vaisnavite faith and movement of Assam, but also throws much light on the organisational aspects of the Vaisnavite movement, the nature and structure of the *Satra* institution and its administration, method and procedure followed in winning converts, difficulties and hardships undergone in its propagation, history of the schisms and accounts of the different sects. It further gives us glimpses of the religious history of the other faiths such as the Sakta, the Tantric, and the Buddhist which were prevalent in the

country during the period. Incidentally it refers to and records incidents from the lives of the contemporary saints of India, such as Visnupuri Sannyasi, Caitanya, Kabir, Rupa, Sanatana and others. The book is a treasure-house of information on religious beliefs, customs, and superstitions of the Assamese people. It gives a vivid account of the ordeal systems prevalent at the time (p. 40)

The institution of pilgrimage and the system of setting up *Satras* (monasteries) immensely advanced the geographical knowledge of the people. In connection with the accounts of the pilgrimages, we get valuable information regarding many sacred places of India and of the then-existing communication systems. To propagate their faith and to build up monasteries and *Nam gharas*, the Vaisnavite teachers were on constant move within the state. In describing these accounts the *Katha Guru Carita* indirectly refers to the internal communication and other routes from Sadiya to Cooch Behar.

The book sheds a flood of fresh light upon the economic condition of the time. Generally speaking the people enjoyed considerable prosperity and trade and commerce progressed favourably. Eastern Assam has been described as a land of plenty and prosperity, as it possessed gold, silk, ivory in abundance. The book refers to various arts and industries that were flourishing, particularly, weaving, rearing of silk cocoons (p 57), designing, basket making, net-making, wood-carving, and pottery. The village wells were constructed by the potters with burnt clay-rings (p. 252-253). In rural areas barter was frequently resorted to, though gold, silver and cowries were also employed as other mediums of exchange. Occasionally there were famines (p. 55) when food became difficult to obtain even by begging (p. 57). In respect of social customs what strikes us most is the slave system. The slaves were not always kindly treated and they often changed hands

(p. 101). The condemned criminals were sold and sometimes bartered for horses to the Bhotiyas (p. 179).

As referred to above, the book narrates chiefly the events of the 15th and 16th centuries. During this period Assam was politicially divided into a number of independent principalities. The Chutiyas ruled over the easternmost region of the country while the south-east was under the Kacharis. West of the Chutiyas and of the Kacharis on the south were the domains of some petty chiefs called Bhuyans. To the extreme west was situated the kingdom of Cooch Behar, and the rest of the Brahmaputra valley was under the Ahoms. In narrating the life of Gopala Ata, the book gives an interesting information of a Kalita *Desa*, an Aryan settlement at a distance of fifteen days' march through hilly roads from the Ahom territory beyond the regions occupied by the Abors and the Miris. The people of the region bore Hindu Vaisnavite names like Vasudeva, Harideva, Sankarsana, etc. There was also a king in the Kalita *Desa* (p 249). The *Katha Guru Carita*, therefore, affords us glimpses of the political history of several states. The references to different kings and to their courts therefore seem to be wider in scope and as they were made incidentally and in a historical context they are more trustworthy and realistic than the official accounts of the *Buranjis*, the chronicles of the Ahom court. The *Katha Guru Carita* recounts incidents relating to the alliance of Gauda with Kamata, the conflict between the Koch kings of Cooch Behar and the Ahoms, the struggle between the Kacharis and the Bhuyans, and the invasions of the Muhammedans. Further it preserves accounts relating to the menace of the Bhotiyas, who later on, though for a short period, established suzerainty over the Cooch territory. Moreover the book presents a picture of the prevailing administrative system, and of the various punishments imposed by the court on the culprits (p. 177).

Apart from its historical importance, the *Katha Guru Carita* stands pre-eminently as a detailed and systematic prose biography in the early Assamese literature. Any language may feel proud of a prose work of such magnitude produced as early as the 17th century A.D. Here for the first time we come into more intimate relationship with the great personalities of our country and see them in social surroundings in which they lived, and the contemporary men and women with whom they worked and daily conversed. In this respect the *Katha Guru Carita* claims to be a human document of irresistible charm, absorbing interest and of wide appeal.

The language in which this classic is written is elegant and elevated; it perfectly befits the dignity of the narration. The author was wholly conscious of his sacred task and he tried his best to reproduce the Vaisnavite atmosphere with right use of right expressions. It is a kind of hieratic prose which in its rhythmic movement may be compared with the English prose of the Authorised Version of the Bible.

This magnificent prose work of immense national interest would not have been published so soon if we had not received Shri Harinarayan Dutta Barua's financial assistance at the opportune moment. A self-made man, Sri Harinarayan Dutta Barua is a very silent and solid worker in the field of Assamese literature. Beginning his career as a school pundit on a salary of rupees eleven per month, Shri Dutta Barua has made himself very conspicuous by his manifold litrary activities, and has become to-day an outstanding figure in the publication enterprise of Assamese Vaisnavite texts. He patronises individual scholars and writers in the matter of publishing their works. He has thus become the pride and ornament to the teaching profession of the province for his intellectual pursuits. His life has well revealed how sincere individual efforts alone can further the cause of

the literature of a province. Shri Dutta Barua to-day spends his well earned retired life by collecting, compiling, editing, and bringing to light rare and valuable early Assamese texts and paintings. His manuscript hunting led to the recovery of an artistically illuminated manuscript of the Assamese version of the *Bhagavata Purana*. This has now been published with a learned introduction by Shri K. K. Handiqui, Vice-Chancellor, Gauhati University under the title *Chitra Bhagavata*, which stands as a monumental work in the field of mediaeval Indian painting. Shri Dutta Barua earns the gratitude of the Assamese people by having creditably edited and published the Assamese versions of the *Bhagavata Purana* (1948), *Madhava Deva* (1937), *Bhakti Ratnavali* (1949) by Madhavadeva, *Sankardevar Bani* (1948), *Sri madbhagavata Gita* by Govindamisra (1946), the *Ramayana* (1952), *Bargits* of Sankara and Madhava Deva (1950) and the *Namaghosa* of Madhava Deva (1937). His *Kamarupar Kayastha Samaj*, a history of the Kayasthas of Kamarupa, is a publication of much historical importance. At present he is engaged in editing the Assamese version of the *Mahabharata* and *Sri Sankarvakyamrita*, the entire works of Sankara Deva. We may therefore join with Shri K. K. Handiqui, and rightly say that any of these publications alone would have done credit to any research institution. But Shri Dutta Barua has to-day individually done more than what an institution could do, and the Assamese people will ever remain grateful to Shri Dutta Barua, and will cherish his name in love and admiration.

Gauhati University.
Gauhati.
Feb., '52.

B. Kakati
B. K. Barua

# সূচী

দেউতি ভাঙি উটায়, বিষ্ণুপ্ৰিয়াক মাধৱত বিবাহ দিয়াৰ কামনা আৰু মাধৱদেৱৰ উত্তৰ, বিষ্ণুপ্ৰিয়াৰ মৃত্যু, নামত ঈশ্বৰ আবিৰ্ভাৱ, দৱনা পুষ্পৰ উৎপত্তি, ৰামদাস, ৰামৰামগুৰু, ভাস্কৰগুৰু, বিধৱাৰ স্বপ্ন, সৰ্ব্বজয় আতৈৰ ভক্তি আৰু শঙ্কৰদেৱৰ শুশ্ৰূষা, খৰিঘৰ ধুতিধান, দ্বিজৰ সপোন, চণৰা চৌধৰী চুণপোৰা পালেংদি, ঠাকুৰ আতাৰ জন্মভূমি, বৰভূই, ডিঙ্গানগৰ, হালধা গাঁও, কুপাজ্ঞাৰ গাঁও, আতাৰ বিবাহ, ভবানন্দ, চৈতন্যপন্থী লোক, নামা নগৰ, সণ্ডৰা গ্ৰাম, ভাস্কৰ গুৰু, দেৱী পূজক গোবিন্দ গৰমলি, ৰামচৰণৰ জন্ম, চকীয়া মাজি, পীতাম্বৰ কবি, জয়ন্তিৰ মধাই, চণ্ডালৰ লৰাৰ মুখত কৃষ্ণনাম, মাধৱদেৱ, নাৰায়ণ দাস আৰু জয়ন্তিৰ মাধাইৰ কবিতা, কুমাৰ কুচি, তাম্ভিকুচি, বামুণা, কমাৰকুচি, ভকতদ্ৰোহী, বিধৱাৰ শোকত কন্দা, বাউসী, পাটবাউসী নাম, দীঘলা কাথ, তপাৰ বলোৰাম আতৈ, পত্নীপ্ৰসাদ নাট, শ্ৰীৰাম আতা, গণককুচি, বুঢ়া দৈৱজ্ঞ, দ্বিতীয় অনাদি পাতন, নপৰগু, নিমিনৱসিদ্ধসংবাদ, জয়ন্তিৰ মধাইৰ জ্ঞান লাভ, লোকলৈ আহিৰথাৰ উপদেশ, বৰনগৰ, শুক্লধ্বজৰ শৰণ, শুক্লধ্বজৰ অসম আক্ৰমণ, শুক্লধ্বজ নামৰ কাৰণ, হালোৱাৰ ৰামত শৰণ, গৰোৰ গোবিন্দ আতৈ, মধাই আতৈৰ ঠাকুৰ আতাৰ গৃহত ভিক্ষা, একাদশীত ভোজন, কালীদমন নাট, পদৰ অৰ্থ, হৰিগুৰুৰ বাসনাশগুন, ভক্তৰ ধন আৰু অভক্তৰ ধন, হৰিগুৰুক কণা বুলি কণা হোৱা, শঙ্কৰদেৱৰ গুৰু, চন্দৰী আইৰ গীতাতত্ত্ব ব্যাখ্যা, মাধৱদেউৰ বিৰুদ্ধে কথন, ৰঘুপতি ধোবাৰ মৰণ, খিৰামৰলৰ পুত্ৰ গোপাল, মাধকন্দলীৰ ৰামায়ণ, জটীয়া আতৈ, জইতী মধাই, ২য় স্কন্ধ ভাগৱতৰচনা, ব্ৰাহ্মণ সৱৰ প্ৰশ্ন, বগাষৰণ, খৰীয়া, গদা গকুলা, ভূষণ গুৰু, ৰতিকান্ত দলৈ, ৰত্নাৱলী চৰ্চ্চা, ঠাকুৰ আতাৰ ভেদভাৱ, ৰাসক্ৰীড়া নাট, কাৰলা বাঢ়ৈ, তুষ্টি, সন্তোষ, ধৈৰ্য্য, ক্ষমা, গুৰুসেৱা খাণ্ডা, বৈৰাগ্য কুঠাৰ, আশ্ৰমী আৰু উদাসীৰ আদৰ্শ, মৃতকৰ পুনৰ্জ্জীৱন, কঠৰ প্ৰচলন, গুৰুপদৰেণু, বুঢ়াদলৈৰ দ্ৰোহ, ভকতৰ পৰীক্ষা, দলৈৰ শৰণ, শ্ৰীৰাম আতাৰ জীৱন্মুক্ত অৱস্থা, উজানৰ কথা ১৩৮, গীতৰচনা ১৪০, ৰামৰাম গুৰুৰ নিষ্ঠা ১৪০, কবি চন্দ্ৰ, কোৰ দামোদৰ ১৪১, ঘোষা, ৰামৰাম গোসাঁইত দামোদৰ দেৱৰ শৰণ, ১৪১, ব্যাসকলাই ১৪৩ মাধৱৰ গুৰুভক্তি ১৪৪, পৰমাৰ্থ সাৰ ঘোষা ১৪৫, উদ্ধাৰ আতৈ ১৪৬ দ্বিতীয়বাৰ তীৰ্থ যাত্ৰাৰ উদ্যোগ ১৪৭, বেহাৰ, মধুপুৰ, পশুপক্ষীলৈ দয়া ১৪৮, ৰামৰ পৰা কৃষ্ণচৰিতলৈ ১৪৯, ভকাইতৰ

## ভাটৌকুচীয়া আতা—৩৫৮

## বদুলা আতাৰ চৰিত্ৰ—৪৬৩

---

## ১। বিষয় প্ৰৱেশ

প্ৰথমে আদি পুৰুষ, দুজনা গুৰু, ন জনা আতা দুজনা ঠাকুৰ দেৱ। আকে মুখ্যকৈ আনোসৱ সেৱক ; পূৰ্ণ গুৰু পূৰ্ণ ভক্ত পূৰ্ণ বৈকুণ্ঠৰ পৰা জীৱক কৃপাৰে নামিল পৃথিৱীলৈ। মায়া নৰদেহাৰ জন্ম আলিপুখুৰী লেটেকু পুখুৰীত। বৰদ্ৰৱাৰ পৰা পাটবাউসিলৈ কথাচৰিত্ৰ ঘোষা কীৰ্ত্তন হৈ আছিল। সকু আতা, ঠাকুৰ আতা প্ৰমুখ্যে সোধে, গুৰুজনে মুখপদ্মে কীৰ্ত্তন কৰে দশ অৱতাৰ বাইশ্ অৱতাৰ শ্ৰীৰামকৃষ্ণ বলোভদ্ৰৰ চৰিত্ৰ। আতৈ সৱে মহাশ্ৰদ্ধাভাৱে কৰ্ণাঞ্জলি ভৰি পিএ। গুণমালা, লীলামালা, ভটিমাৰ ক্ৰম নাছিল, মাত্ৰ কীৰ্ত্তন ওজাহে গাইছিল॥

শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ জগত গুৰু ; চোট আতা, দামোদৰ, হৰিগুৰু পঞ্চিশ্ মহন্ত এই সৱত ধৰ্ম্মবস্তু থৈ উনবিংশতি শতবৰ্ষ ৰহি বেহাৰে কাকতকুটাত পৃথিৱী এৰি নৰদেহা সম্বৰণ কৰি বৈকুণ্ঠে গলন্ত॥

তেহে মাধদেৱে গুৰুবাক্য শিৰে ধৰি গুৰুজনৰ সদাসৰ্ব্বদা চৰিত্ৰ কীৰ্ত্তন কৰিছিল। আতৈ সৱে শ্ৰৱণ কৰে। সুন্দৰীত গৰুড়ৰ কন্ধে ভগৱন্ত অহাতহে চৌধ গোটা প্ৰসঙ্গ ক্ৰম লগাই চৰ্চ্চি মূৰ্ত্তিমন্তকৈ পাতিছে, শ্ৰাৱী, ক্ৰম, লগাইছে। গুৰুজনৰ পাচত শুদ্ধমত ধৰ্ম্মক ধৰি, গুৰুবাক্য পালি জীৱক কৃপাকৈ আঠাইশ্ বৰ্ষ আছিলন্ত। দুজনা ঠাকুৰদেৱকে মুখ্য কৈ ন জনা আতা, ৰামচৰণ ঠাকুৰ, লাৱঠিয়া শ্ৰীহৰি, গোসাৰ

গোবিন্দ, দধিৰ লক্ষ্মীকান্ত, পঢ়িয়াৰ মাধৱ, হৰিকৃষ্ণ, অচ্যুত গুৰু, মানিকবৰিয়া কৃষ্ণ, লচাকুনীয়া খটৰা গোবিন্দ বংশী-গোপাল আবিলিয়া যদুমনি এই পচিশজনা আচাৰ্য্য পাতি ধৰ্ম্মবস্তু থৈ আজ্ঞা দি, নিৰ্গুণা, কেৱলা, সপ্ৰেমা ভাগৱতী, বিৰলা, অন্তৰঙ্গা যাক যি ভাগৰ ইছা পাত্ৰ চাই দি বেহাৰত ভেলা মধুপুৰে নৰদেহাএৰি বৈকুণ্ঠে গলন্ত ॥ * ॥

সেই ন জনা আতাৰ সঙ্গৰে ভাটোকুছীয়া বদলা আতা একে বস্তু। সদাসৰ্ব্বদা গুৰুবাক্য শিক্ষা ধৰি শ্ৰৱণ, কীৰ্ত্তন, প্ৰেম, ভক্তি কথা চৰিত্ৰ সুখত ৰত। পাচে আতা ধৰ্ম্ম বস্তু জয় আতৈতে, ভোগপুৰ দামোদৰতে থৈ পৃথিবী এৰি বৈকুণ্ঠে উঠিল।

পাচে তাৰা থলে কুৰুৱাবহীয়া পৰীক্ষিত আতৈ; তাৰা থলে মনিপু আতৈ, তাৰা থলে বৰজনা আতৈ; তেওঁ থলে সৰুজন আতৈ; তাৰা থলে গৰলীয়া বাপুত; তাৰা জয়বাপুক সত্ৰীয়া পাতি ধঞ্জয় আতৈ পুৰুষক মহাশুদ্ধ ধৰ্ম্মবস্তু দি সেৱকৰ মুখ্য পাতি গ'ল বৰবহাত। জয়বাপুৱে বিৰু বাপুক আজ্ঞা দিলে। আতৈএ থলে কৃষ্ণৰাম জয়ৰাম আতৈত। ৰামগতি, মনিৰাম, শ্ৰীৰাম, ৰঘুৰাম, পৃথুৰাম, কৃষ্ণৰাম, ভাগৰাম, জয়ৰাম আতৈ, এই সৱ সকলো ৰাজ্যৰ শিৰোমণি আনো সৱ সেৱকে শ্ৰৱণ কৰে, আতৈএ কীৰ্ত্তণ কৰে নিতে; দেৱৰ অমৃতে উচ্ছৃত কৰি কামক বঢ়ায়; হৰি কথামৃতে সংসাৰ বন্ধ চিন্তি শৰীৰ শুদ্ধ তুচ কৰি অন্তকালে পৰম্পদ বৈকুণ্ঠক দিএ ॥

অনন্ত চৰিত্ৰ ব্ৰহ্মা সিদ্ধ মুনি সবেও অন্ত কৰিব পৰা নাই; আমি খুদ্ৰ টিপচী মুখ, জুই আঙ্গনি সিংহ গৰুড়ৰ বিক্ৰম ৰিৰূপ নিয়মিম আগ-পাচ, বঢ়া-টুটা, ভ্ৰম-ভ্ৰান্তি, হ্ৰস্ব-দীৰ্ঘ, বুদ্ধিৰ দোষত যি হয় সাধু শান্ত শুনি নিন্দা এৰি ক্ষমিবা।

উত্তমোত্তমে অল্প গুণক বিস্তৰ কৰে, উত্তমে দোষ এৰি গুণ লয়, মধ্যমে দোষ গুণ বিচাৰ কৰে, অধম খলুৱা একা দোষ কহে কয়ে। মহাপুৰুষৰ একান্তিক সেৱকৰ দাসৰো দাসৰ চৰণত ধৰোঁ। গুৰু যশ, লীলা চৰিত্ৰ শুনি মোৰ সহস্ৰ অপৰাধ ক্ষমিব ॥ ❋ ॥

## ২। পূৰ্ব্বকথা আৰু অৱতৰণ

পাচে একদিনা নাৰদ দেৱ ঋষি—অবাদিত গতি ; কলা অৱতাৰ কেৱলা পূৰ্ণভক্ত গোলক ঠাইলৈ গ'ল। পাই সৰস্বতী সমন্বিতে কৃষ্ণক সেৱা কৰিলে। তেহে কৃষ্ণে পৰম স্নেহত গুহ্যৰহস্য কলে, যত যি অংশ কলা, বিভূতি পুনু হৱহি কলে। সঙ্গ প্ৰীতি কৰাই ৰহস্য প্ৰেম নাম দিছে। মাতিলে, ওহ্লাই ৰাধা সমে কৃষ্ণে নাৰদক বীণা দি বোলে এটি গীত গোৱা। তেহে নাৰদে মহাপ্ৰেমৰসে পঞ্চতত্ত্বে পঞ্চ সুৰ তুলি তাৰ মন্ত্ৰ ঘোষকৈ গীত গালে। শিলা দ্ৰবি কৃষ্ণৰ ঘৰ্ম্ম বলে। পাচে কৃষ্ণে আজ্ঞা কৰিলে সৰস্বতী ভক্তি মাতৃক, বোলে প্ৰিয়া তুমিও এটি গীত গোৱা ॥ পাচে আইএ শাৰঙ্গদাৰ চচ্চি গীত ধৰিলে সাত বস্তুৰ সপ্ত স্বৰ তুলি। পাচে শিলা দ্ৰবি, বৃক্ষ দ্ৰৱি, মঞ্জৰি পত্ৰ সৰি কৃষ্ণৰ শৰীৰ দ্ৰৱ হৈ টলবলাব ধৰিলে। মাতৃ দেখে স্বামী হৰাইছে। তেহে গীত এৰি অস্বাসি ধৰিলে। পাচে সেই প্ৰেমানন্দ জলৰে ঈশ্বৰ ইছাত একটি শিশু সকল শিশুৰ শিৰোমণি দুয়োজনৰ মধ্যতে উদ্ভৱ হ'ল। পাচে নাম থলে কৃষ্ণ প্ৰেমে পূৰ্ণানন্দ। গীত, ৰাগ, গান বান,

তাল-সুৰ নাট সৰ্ব্বগুণাকৰ, সুলক্ষণ, সুশোভিত সুন্দৰ দিব্য পুৰুষ হ'ল। পাচে গোলকতে কতোদিন ৰাধাকৃষ্ণৰ আগত গান নাট কৰি আছে। পাচে একদিনা শ্বেতবলাসৰ ঈশ্বৰ গৈছিল গোলকৰ নাথৰ ঠাইলৈ; গান নাট দেখি মোহ হৈ প্ৰাৰ্থনাকৈ কৃষ্ণত খুজি আনিলে। তৈৰ পৰা সান্তান ভগৱন্তে আনিলে খুজি প্ৰাৰ্থনাকৈ। তাৰ পৰা কৃপণ ঈশ্বৰে আনিলে তৈৰ পৰা অম্বক বলাসৰ কৃষ্ণে আনিলে। তাৰ পৰা কণক-দন্ত হংসনাৰায়ণে আনিলে। তৈৰ পৰা নিত্য বলাসৰ শ্ৰীনাৰায়ণে আনিলে প্ৰাৰ্থি। তৈৰ পৰা কালপুৰ নাথে আনিলে। তৈৰ পৰা সনাতন বলাসৰ নিৰঞ্জনে আনিলে। তাৰ পৰা সত্যালোকৰ পালক বিষ্ণুৱে আনিলে। তৈৰ পৰা ব্ৰহ্মলোকতো আছিল কতোদিন। তৈৰ পৰা কৈলাসলৈ পাৰ্ব্বতীনাথ সদাশিএ নিলে। পাচে অনাদি শিৱৰ ইছা ইল পৃথিবীলৈ নিজকুল তাৰণ কাৰণ হেতু সেই বংশত। পাচে ত্ৰিপুৰাৰি বিশ্বেশ্বৰে কাশী বাৰানসীলৈ অহাত ভাগীৰথী তীৰে থৈ গ'ল। কনৌজপুৰে পূৰ্ণানন্দক নাম দি গ'ল। পথতে

সুপন্থগিৰি থিত কৈ গ'ল দেখি সুপন্থগিৰি। পাচে ঈশ্বৰশক্তি পুৰুষ, ধনে ধানে গ্ৰামে দাস দাসী গো মহে জনে অচলালক্ষ্মী হ'ল। দানী, মানী দাতা, কৃপা অতিথি, শুশ্ৰূষা যশে জগত জুৰিলে। পত্নী বিহালে সেউতী। পাচে পুত্ৰ নাই; বিপ্ৰ আনি ব্ৰত কষ্টে বিধিৱতে বীজ ব্ৰহ্ম মন্ত্ৰেৰে হোম আহুতি কৰালে পুত্ৰ অভিষেকে প্ৰাৰ্থি। তেহে পুত্ৰ জাত হ'ল নাম থলে ব্ৰহ্ম

ব্ৰহ্মগিৰি দাতা গুণে ব্ৰহ্মগিৰি। জাত কলে কায়স্থ বুলি। পত্নী বিহালে মিশ্ৰা নামে; পুত্ৰ নাই; ব্ৰতে হুয়া থাকি বীজ মন্ত্ৰে চন্দ্ৰক আৰাধনা কৰি পূজিলে, পাচে হ'ল। চন্দ্ৰদাতা অৰ্থে

চন্দ্ৰগিৰি গনাই চন্দ্ৰগিৰি নাম দিলে। সেই মতে আকৌ পুত্ৰ নাই। তেহে গোলকৰ নাথ কৃষ্ণক চতুৰ্মাস ব্ৰতে গঙ্গা স্নানি দান

হোম কৰাই পূজিলে পুত্ৰ অভিষেকে। পাচে হ'ল পুত্ৰ, নাম দিলে কৃষ্ণদাতা গুণে কৃষ্ণগিৰি। পুনু অপুত্ৰক। তেহে ব্যাস, পৰাশৰ, ভৃগু, পুলহ, পুলস্তি, অগস্তি, গোতম, ভৰদ্বাজ, কৰ্দ্দম আকে মুখ্যকৈ অনেক ঋষিক পূজিলে। অতুৰ সহস্ৰ গোত্ৰলৈ হ'ল। পুনাম গোত্ৰ গুণে নাম থলে অত্ৰ, পত্নী হ'ল হৰিপ্ৰিয়া, পুনু পুত্ৰ নাই। পূজা সংকল্প লৈ সূৰ্য্য মণ্ডলী নাৰায়ণক আৰাধণা কৰিলে তেহে জন্মিল বেটা। নাম দিলে সুবৰ্ণগিৰি। দাতা, কৃপা শক্তি বলে নাৰায়ণ সদৃশ হ'ল। তথাপি অপুত্ৰক। তেহে মনকষ্টে জ্যোতিষীয়া বিপ্ৰ আনি পূজা, হোম কৰাই গন্ধৰ্ব্বক প্ৰাৰ্থিলে। পাচে পুত্ৰ হ'ল জাত, ৰূপে গুণে বিজ্ঞাই গন্ধৰ্ব সদৃশ। গন্ধৰ্ব্ব আহ্নিক হেতু নাম থলে গন্ধৰ্ব্বগিৰি; পত্নী হ'ল শশীপৃয়া। সকলো প্ৰকাৰে আঢ্যৱন্ত, সন্ততি নাই। খেদকৈ সন্তানৰ প্ৰতি বৈশাগৰ দশদিন যোৱাতে শুক্লা দশমীত শ্ৰীৰামক চিন্তি পুত্ৰ মাগিলে। সপ্তমাসে জন্মিল। জাত গনাই নাম থলে ৰাম দাতা অৰ্থে ৰামগিৰি। পত্নী বিহালে ভাৰতী। সেই ৰাম সদৃশ বলে, ধৌৰ্য্যে, পৰাক্ৰমে. হ'ল, তথাপি পুত্ৰ নাই। ভক্ত দ্বিজ সব আনি বেদ মন্ত্ৰেৰে পূজিলে হেমবলাসৰ ঈশ্বৰক। ভুঞ্জাই দান, গো, বস্ত্ৰ, ৰজত, সুবৰ্ণাদি পুত্ৰ দান মাগিলে। পাচে পুত্ৰ হল মহাধীৰ, গম্ভীৰ, শান্ত, দাতা। গনাই হেমদাতা অৰ্থে নাম থলে হেমগিৰি। পত্নী হ'ল ইন্দ্ৰনী। পূৰ্ব্বৰ ৰীতি পুত্ৰ নাই। তেহে দণ্ডী, যতি, ব্ৰহ্মচাৰী, সন্ন্যাসী, বৈষ্ণৱ, বৈৰাগীও ভুৰাকৈ হৰক পূজি পুত্ৰ দান মাগিলে; হ'ল পুত্ৰ আঘনৰ কৃষ্ণা একাদশীত। হৰদাতা গুণে নাম দিলে হৰিবৰ গিৰি। পত্নী হ'ল, প্ৰকৃতি। আকৌ পুত্ৰ নাই। খেদকৈ তেহে সেই মতে জ্ঞাতি বিপ্ৰ পণ্ডিতক ভোজ দি পুত্ৰবৰ প্ৰাৰ্থিলে অসুৰ বলাসৰ হৰিক পূজি। পাচে পুত্ৰ জন্মিল, হৰিগিৰি, সুন্দৰ, সুলক্ষণ, সুশীল, ক্ষমাদাতা

কৃষ্ণগিৰি

অত্ৰ

সুবৰ্ণগিৰি

গন্ধৰ্ব্বগিৰি

হেমগিৰি

হৰিবৰগিৰি

কৃষ্ণকান্তি

গুণৱন্ত, পত্নী বিহালে তিনি—ইন্দুলী, অৰুণী, অনুসুৰা পুত্ৰ নাই। পাচে সবস্বতীক চিন্তি পূজি বৰ মাগিলে, হ'ল জন্ম দুহিত্ৰী, কৃষ্ণৰ যি একান্ত ভক্তি মাতৃ শৰীৰ পৰ। বাজ হৈছে নিজ শক্তিএ। তানে দাতা মানস গুণে কৃষ্ণকান্তি নাম দিলে হৰিগিৰি। মহাসুন্দৰী, সৰ্ব্বসুলক্ষণী, শান্তী, সতী, লক্ষ্মী, পাৰ্ব্বতী সম ৰূপে গুণে। ৰাত্ৰি দিনে শয়নে ভোজনে কৃষ্ণৰ চৰণ সদা সৰ্ব্বদা ধ্যান, সীতা ৰুক্মিনী ভাব প্ৰাই। অনেক কায়স্থ সব সুধিবলৈ আহে। পাছে হৰিগিৰি পুত্ৰ নাই দেখি জামাতা বেটাকৈ ৰাখিবলৈ নিদিএ। তেহে একদিনা আপি মাতৃক কলে বোলে আমি কাতো বিহা নুসুমাওঁ, পিতাত কৰা। পাচে নিশা স্বামীত কলে, বিষই নকৰে বুলি। পাচে বিহানে কষ্টে হৰিগিৰি বেটীত পুছিলে, বোলে, আপি, তুমি লগ্ন কলকো নযৰা হয়নে? বোলে, পিতা, বিভৎস বিষয়, সংসাৰত আয়াযাত। প্ৰহ্লাদৰ বাক্যে গৃহ অন্ধকূপ বন্ধলোহা, পশুআদি সবো যোনিত পায় যাক, হৰি ভক্তি মানপী. বিনে নাই আক। ব্ৰহ্মাৰ প্ৰাৰ্থনি নৰদেহা ভাৰতবৰ্ষত পাইছোঁহি। ফু-টি সম ব্ৰহ্মাৰ নিমেষ কৃষ্ণক চিন্তি থাকিমহে। পিতা, কাতৰ কৰোঁ, ইসব জঞ্জাল নপাতিবা আৰু ॥ * ॥ পাচে হৰি উত্তৰ না পাই খেদকৈ ৰহিল। তেহে আপী পুষ্পোৎসব যৌৱন হ'ল, ভৰ বয়স, চন্দ্ৰে, সূৰ্য্যে, ৰথ ৰাখে দৃষ্টীপাতে। একদিনা শিৰস্নান হৈছিল, স্নান দানকৈ গঙ্গা স্নানে গৈ, কৰি তীৰে বসি কৃষ্ণক ধ্যানকৈ হৃদয়ত চিন্তি দেখিলে, অন্তৰ্দ্ধান হ'ল। তেহে চক্ষু মেলি উৰ্দ্ধদৃষ্টি কৈ চালে। দেখে গৰুড় বাহনে শঙ্খে, চক্ৰে, চাৰু শ্যামতনু, চাই বীৰ্য্যপাত হ'ল। আপীৰ মুখে পৰি গৰ্ভে থিত হ'ল। বিস্মিত চক্ষু মুদি লোম শিহৰি স্ৰাবিছে। তেনেতে গঙ্গা দেখা দি সম্বোধন কৈ পঠাইছে॥ পাচে আজি কালিকৈ গৰ্ভ বেকতে হ'ল। জন

মুখে কণাকণি কৰে, কৃষ্ণকান্তি শাস্ত্ৰী বুলি কয়, মহাবেশ্যা, দেশ বিটালিলে। সেই বস্তিত এক লোকৰ সভা হুইছিল। তাতে হৰিগিৰিক ধৰিবলৈ আলচিলে। সেই কথা শুনি হৰি অনাহাৰে কষ্টেৰে শুলে। পাচে স্বপ্নত কৃষ্ণে বোলে, তুমি কিছু ভয় সংশয় নকৰিবা, আমাৰেসে বীৰ্য্যে সন্তুতি। সেই ক্ৰমে গাঞৰ মুখ্য সবক দেখা দি কলে॥ পাচে প্ৰাতঃসে হৰিগিৰি ছহিতাকে বোলে, আপী, লোকবায়তে আমাক আজি ধৰিব খুইছে; বিনাইশ কৰ্ম্মত তোমাৰ এই কথা ক'ৰ বাস্থিছে, সত্য স্বৰূপ কৰা, মিছা নকৰা। আপী বোলে পিতা, মোৰ কৃষ্ণহে স্বামী, গুৰু, বন্ধু, সুহৃদ, সোদৰ, পিতা, মাতা, আত্মা, প্ৰাণ; নিশ্চয় নিশ্চয় স্বৰূপ, স্বপ্নতো পৰপুৰুষৰ ছায়াতো পাৰ নিদিঞ, দিঠকত যি নাই; আৰু গঙ্গা মাঞ বিদ্যমানে এই কথা জানে। তেহে পিতৃ স্বপ্নে সমে ঋজু খালে জানি মন ডাঠে সন্তোষে ৰহিল॥ পাচে মধ্যাণ বেলা হৰি কীৰ্ত্তন হ'ল, তাল'কে গল,। দুষ্ট খলুৱা সবে হাই দি হৰিগিৰিক ধৰিলে, তোৰ বেটাৰ জম'ই নাই, কেনে গৰ্ভজ হ'ল কিবা উত্তম, অন্ত্যজ আৰ কি চিণ কচোন। তেহে-আৰা বোলে আমি আপীতো সুধিছোঁ, স্বপ্নতো কৃষ্ণে কৈছে আৰু গঙ্গা বিদ্যমানে জানে॥ পাচে মুখ্য সবেও কলে, বোলে আমাতো ভগৱন্তে কৈছে স্বপ্নত কৃষ্ণেহে পতি, কিছু সংশয় নকৰিবাহঁক। তেও দুষ্ট, খলুৱা নমানে। তেহে আপী গৈ বোলে মোৰ মাংস সুবৰ্ণ ৰজতৰ বত্ৰিশ অলঙ্কাৰ গঙ্গাত খেপোঁ, ভাসেহে কৃষ্ণে স্বামী, তল গলে মই বেশ্যা। তেহে বোলে এয়ে কথা স্বৰূপ, তেহে পেলালে ভাসিল। আশ্চৰ্য্য অদ্ভুত হ'ল। কতো মুখে কই, সীতাৰ দৰে পৰীক্ষিছে অগ্নিত। তেও হেমাই, কেসাই, কেসেৰা এই তিনি মহাদুষ্ট খুহু কৈ ৰ'ল। নিশা স্বপ্নত খুন্দাত গাল ভিগুাকাৰ কৈলে কৃষ্ণে। তেহে সবাৰে মুখে চাই পৰি পতিয়ালে॥

পাচে কালৰ প্ৰমাণে আদ সপ্ত মাসে দেৱ বীৰ্য্যে উদ্ভৱ হ'ল। মহাসুন্দৰ, গহণ, ধীৰ, গম্ভীৰ হ'ল। পাচে মাতৃ মাতামহে নাম দিলে পিতৃ নাই দেখি লণ্ডা, দেৱ বীৰ্য্যে দেখি দেৱ, বৰ দাতা দেখি লণ্ডাবৰ। পাচে কৌশিকৰ ছাত্ৰশালে পঢ়িবলৈ দিলেনি। ছাত্ৰে আগ শাৰী নিদিএ পাঠশালি মচাত বাপ নাই বুইলে। নিশা অধ্যাপকত স্বপ্নত ভগৱন্তে দেখা দি বোলে মোৰ কলাকহে অসুৱা কৰ? তেহে গুৰু সবাতে কৈ আগশাৰী পাঠ মান দিছে। পাচে আহি ক্ৰমে বয়স যৌবন হ'ল। পত্নী বিহালে সুপ্ৰভা। পুত্ৰ নাই। চণ্ডীক আৰাধনা কৰে, ডুমচা কাষ্ট আনি হৱন কৰাই বিপ্ৰ আনি দান কৰে, গো, বস্ত্ৰে ৰজত, সুবৰ্ণ, লোম, ৰুধিৰ দি অগ্নিত পুত্ৰ অভিষেকে। পাচে স্বপ্নত চণ্ডী বোলে, হক পুত্ৰ। পাচে কালৰ প্ৰমাণে হ'ল পুত্ৰ ভাদ্ৰৰ শুক্লা দশমীতে, সুন্দৰ শান্ত পুৰুষ, নাম দিলে চণ্ডী-দাতা দেখি চণ্ডীবৰ, কাল অনুক্ৰমে যৌবন হ'ল। পত্নী বিহালে সন্ধ্যা নামেৰে।

লণ্ডাবৰ

চণ্ডীবৰ

আদি বিক্ৰম আদি গৌৰেশ্বৰ; তাৰ পাচে ভোজ নাম; তাৰ পাছে পুৰুষ; তাৰ পাচে কন্ন নামে। তাক মাৰি হ'ল পাঠান। তাক মাৰি লাল কুচানে তিনি পুৰুষ। পাচত অৰাজ্য হ'ল। তেহে দিল্লীশ্বৰ একবৰ পাঠান হ'ল। তৈ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰকে মুখ্যকৈ সবে জাতিক ধৰি বুৰস্থী, ফলি, মহজৰ দেখাই বুজাব সুৱাইলে কূল মাৰি যবন কৰে। চণ্ডীবৰক ধৈলেহি বুৰঞ্জী পুষ্কৰণীত পেলাই থৈছিল, জাল, জকাই, পল জুলুকি বাই চাই নপাই দুখ কষ্টে পাৰে বসি আছে। তেহে বৰ অগাধ কাছ পৃষ্ঠে তুলি দিলে; চণ্ডীবৰে হৰষে ৰাজাক দেখাই জাত ৰখালে। তেহে অঙ্গীকাৰ খাই পাচলৌ কছপা খাবলৈ বাধা কৈলে পৰম উপকাৰ দেখি বংশত॥

### ৩ ॥ এতিয়া কামেশ্বৰ দুৰ্লভ নাৰায়ণ ॥

গৌৰেশ্বৰ ধৰ্ম্মনাৰায়ণে জমিন দেশৰ পৰা বিবাদ সংগ্ৰাম লাগি কামেশ্বৰে সেনা জন্তাই লৈ, হস্তী, ঘোৰা, উট, গৰ্দ্দভ, ৰথ যো কৈ খেদি গৈ গৌৰেশ্বৰৰ ৰাজ্য পালগৈ। মহানন্দা তীৰে ৰ'ল গড়কৈ। বৈ কটোৱলে দি যুদ্ধ বা দেশ খুজিলে। পাচে গৌৰেশ্বৰে ৰাগি নিচান দি সেনা জন্তাই বিহানে ঠেকিলেহি। পাই যুদ্ধ যো কৈ পাতিলে, কাৰো ভঙ্গ, জয় নাই। ৰথী, ৰথ, হস্তী, ঘোৰা, সেনাপতি দুয়োদলৰ ক্ষঅঙ্কাৰ হ'ল, সাদিন সাত নিশা। মাহনা গঙ্গা শোনিতে কৰ্দ্দমে হৈ বহি যাই, তীৰ ঢাকি শএ জুৰিলে। দুয়ো ৰাজা দেবীৰ শিষ্য, পূজাতে সাক্ষাত কৰে। চণ্ডী দেখে দুয়ো পুত্ৰ দেশ উছন হয়। পাছে স্বপ্নত বোলে দুইকো, যি দেশক লাগি যুজ, সবে প্ৰাণী মাৰিল, কা-ৰে ৰাজ্য জমি ভুঞ্জ? জয় পৰাজয় কেহো কাকো নপাৰ হক। মোৰ বাক্যে যুদ্ধ এৰি মিত্ৰবৃত্তি হ। গৌৰেশ্বৰেকো কলে, তোৰ মাৰক কাইলৈ সৰ্পে খাব; কামেশ্বৰে চালে জীব। এই বুলি দুৰ্গা অন্তৰ্দ্ধান হ'ল। পাচে খালে। সেই ক্ৰমে কটকী দি অনাই অনেক সাদৰে মিত্ৰ হ'ল; মা-কো জীলে। দেশলৈ নি দাসী, দাস, গজ, বাজী ৰথ, ৰজত, সুবৰ্ণ বস্ত্ৰ, বানাত, হিৰা পোৱাল, ৰাখৰ দি সম্মান কৰি মিত্ৰ কৈলে। কামেশ্বৰেও ৰজত, সুবৰ্ণ, বস্ত্ৰ, দি গঙ্গাতে হাত দি দুয়ো চাই মিত্ৰ সখীত্ব কৰিলে। অনেক প্ৰাণীক ভক্ষ্য, ভুজ্য দি ৰাখিছে নমাহ। পাচে কামৰূপৰ লোকে আৰ্ত্ত হবৰ শুনি বিদায় কৈলে। আৰু বোলে, আমাৰ দেশত পণ্ডিত ব্ৰাহ্মণ, কায়স্থ নাই, তোমাৰ আমাৰ সুখ দুখৰ বাৰ্ত্তাও বুজিব লাগে। চাই আমাক ঘৰিচাৰেক মানুহ দিয়া যক। পাচে গৌৰেশ্বৰে চাই বাচি সম্পূৰ্ণে উত্তম পণ্ডিত জনা

কামেশ্বৰ গৌৰেশ্বৰৰ যুদ্ধ

মিত্ৰতা

সাত শূদ্ৰ সাত ব্ৰাহ্মণ

চৌধেটিয়া পণ্ডিত ব্ৰাহ্মণ সাত, শূদ্ৰ সাত ঘৰ দিলে। হৰি, শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ, চণ্ডীবৰ, এই সাত কায়স্থ। পুৰোহিত, কৃষ্ণপণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ বয়ন, ধৰম, মথুৰা, এই সাত ঘৰ ব্ৰাহ্মণ। দুৰ্গাক সাক্ষাত কৰে পূজাত; চণ্ডীবৰে দেবীদাস নাম দি ৰাজা বোলে. সবাৰে মুখ্য কৈ তোক দিছোঁ, হিত, অহিত, সুখ, দুখৰ আমাৰ সখি, দেশৰ বাৰ্ত্তা বৎসৰ উদানে আহি গৈ থাকিবা।" বস্ত্ৰ, তাম্বুল ৰাজাক দিলে নি। এক প্ৰহৰ পথ আগ বাহি পঠালে॥ ৰাজা আনি চৌধে ঘৰক

লেঙ্গামাগুৰি

ধান, কোৰ, দা, বন্দী, বেটী দি লেঙ্গা মাগুৰিতে পাতিলেনি ৰৰনদীৰ নামে হাজোৰ উপৰে। পাচে গৃহ, বাৰি, কৃষি কৰি ছমাহৰ অন্তে চৈধে ও জন নৌকা লৈ ঘৰোৱাহি তুলি আনিবলৈ গল। পালত, কালৰ প্ৰমাণে লণ্ডাবৰ চলিল। পাচে চণ্ডীবৰে সাহঙ্কাৰকৈ প্ৰেত কৰ্ম্ম কৰিলে। গৰু, ধান খৰ্চ্চা কৈ নাও ভৰা দি ব্ৰহ্মপুত্ৰে উজাই গঙ্গা ভটিয়াই পালেহি। পাচে গৌৰেশ্বৰত লগালে দিপ কটোৱালে, বোলে, এনে স্নেহৰ চণ্ডীবৰ। ভালকৈ খাইছিল, আহি গ'লহি, ওচৰ

চণ্ডীবৰৰ শাস্তি

মানে নাহিল। ৰাজা মনে বোলে বৎসৰ উদানেহে মাতিছো, আহিব। পাছে বৰ্ষকৈও চাৰিল, নযাই পিঠিদি। তেহে ছলেৰে সোনোৱালী দগলা টুপী দি নিৰণ সুদামক পঠালে নিবলৈ। পাই ৰাজ আজ্ঞা শুনাই নিলেহি চাব খুইছে বুলি। পাই ৰাজাৰ আগ কৈ দিলেনি। চাই ক্ৰোধে বোলে মোক পাসৰিলেই, ওচৰ মানে নাহে, গাইতে কুন্দা মাৰি থকনি। নিমিষত আগইত গাত খানি চাক শাল কুন্দা দি থলেগৈ। দুখত পৰি ছমাহ হল। তেনেতে এক পণ্ডিত আহিল চন্দ্ৰ কৰি নামে ষাঠিজন ছাত্ৰ লগে শান্তিপুৰৰ পৰা। দেশে দেশে বাদ কৰি জিনি বানা বান্ধি আহিছে। ৰাজাৰ চ'ৰা উঠি বাদ

পণ্ডিত খুজিলে। বোজ দি ৰাখি দিলে, পাচ দিনা মাতিবকে নপাইলে, মুষ প্ৰাই হ'ল। সিহঁত মহাকবি সিংহপ্ৰাই, ৰাজা ভাই মানি মাতিলে। জিনা বানা বান্ধি কহৰ ভু নোপোৱাত ৰাজা প্ৰজা মুৰ্খ বুলি নিন্দি যাঞতে সঙ্কট্য দিলে গাতৰ পৰা চণ্ডীবৰে। নিন্দি উভতি গৈ ৰাজাক ডকি বোলে, এনে পণ্ডিত থৈ মিচা মাত? পুনু ৰাখি বোজ দি লখী কমাৰক দি লোহা কটাই তুলি, পসৰ নাপিতে ক্ষৌৰে কৰ্ম্ম কৰাই পঞ্চামৃতে ভোজন কৰালে; টাৰ, হাৰ, কিৰীটি, কুণ্ডল পিন্ধাই ৰাজাৰ কাছে পণ্ডিতৰ আগত কাথ চুটলিযা কম্বল দিলে, বসিল। পণ্ডিতত সুধিলে সংস্কৃতেৰে কোন দেশ, গ্ৰাম, বেদী, গোত্ৰ। সংস্কৃতে কলে পোতনিপুৰ বুলি। পণ্ডিতেও পুছিলে চণ্ডীবৰত। সংস্কৃতে কলে গোগাৰিযা গ্ৰাম বুলি। পাচে পণ্ডিতে হাস্য কৰিলে, একে মচল গৰু, তাতে গৰিয়া দগা, নিন্দিত গ্ৰামে জন্ম। পাচে চণ্ডীবৰে সংস্কৃতে চৰ্চ্চিলে, বোলে, গৃহস্থে ভাত খায়, চৰিয়াত পোতনি থয়, এটাত ৰাকে, বাজে গাত, তাত ৰয়, চিকা, কাকে লুটে; তাক চোতাল খলাত পৰিলে জল মাতিৰে তিনি মচা, সেই গো গৰিয়াৰ লাদেৰে দুই মচা দিলেহে শুচি হয়। তোমাৰ সজ, আমাৰ নিন্দিলি? পাচে গাটো চৰ্চ্চিলে-চাৰি পাশু, কাণ, নাক, বেদ গুলাই পৈল। পণ্ডিত আশ্চৰ্য্য অদ্ভুত হৈ বাদেৰে নপাৰো- যেন জানি ভঙ্গ মানি মাতিবা নাসখাই গুচি গল। চণ্ডীবৰক ৰাজা সন্মান কৈ বস্ত্ৰ, টকা, নাঞ মাজি দি থোৱানি। পাই মাগুৰিতে কতো দিন আছেহি। মাগুৰি জানে ব্ৰহ্মপুত্ৰৰ জল সোমাই প্ৰজাৰ শস্য হানি কৰে। পাচে বাউসীয়া গন্ধৰ্ব্বৰায় ৰাজা আজ্ঞা কৈলে ৰায়তক ধৰ বান্ধিবলৈ; হাত চপাই বন্ধাইছে; আৰাৰ মহা মহা প্ৰচণ্ড বেগ বাঢ়ি সোমাইছে, মাটি দিএ, উটাই নিএ, প্ৰজা হাৰা শাস্তি হল। তেনেন্তে চণ্ডীবৰ গুলালগৈ। বোলে কি

চণ্ডীবৰৰ শাস্তিপুৰীয়া পণ্ডিতৰে বাদ

চণ্ডীবৰৰ সন্মান লাভ

গন্ধৰ্ব্বৰায়

বুদ্ধিহীন লোক! প্ৰাণীহে মাৰিব ধৰ নহই। পাচে ৰাজা শুনি বোলে তাৰাকে দিছোঁ মুখ্যকৈ, জানটো বান্ধক। লম্বা কাষ্ঠ অনাই পঞ্জালি টাঙনি বান্ধি মানুহ তুলি লেজুৰে কচালি পোতাই চতি খুৰাই, ঢৰা মৰাই বুন্দ পেলাই মাটি দি খুন্দি মৰাই পেলালে। ৰাজা দেখি পৰম সন্তোষ লভি গুৱা এক সঁফুৰা দি বোলে, তুমি বৰ কাৰ্য্য কৰালা, সবে প্ৰাণী, শস্য ৰক্ষা পালে, ৰাজ্য ৰাজা সন্তোষ হৈ হৰিধ্বনি কৈলে, বোলে এটি পুত্ৰ হক॥ পাচে পুত্ৰ কালৰ প্ৰমাণে মাঘ মহা কৃষ্ণচতুৰ্দ্দশী দুপৰ চাই দণ্ডে নিশা জন্ম। মহা সুন্দৰ, ধীৰ, গহন, গম্ভীৰ, শান্ত, ধৈৰ্য্যে সৰ্ব্ব সুলক্ষণ দিব্য পুৰুষ হ'ল। চণ্ডীবৰে পৰম সন্তোষ হৈ ধৰ বন্ধা ৰাজৰ বৰত হ'ল দেখি নাম দিলে ৰাজধৰ। বয়স যৌবন হ'ল, পত্নী বিহালে দেৱহূতি নামে। তেনেতে ভোট নামি আঘন মহা দেশ লুটি মাৰি নিছে, গো, মহিষ সমে। ৰাজ ভাঙি বন সোমাইছে। গন্ধৰ্ব্বৰায় চোট ৰাজা কামেশ্বৰ কৰতলীয়া ভাগি দখিন পাৰ হ'লগৈ। পাচে গধূলি বেলা ৰাজধৰে ডাঙৰি বান্ধিছে, তাতে ভোটে পাই ধৰি বান্ধি নিলে। নিশা চণ্ডীবৰে শুনি আৰ্ত্ত হৈ দেহ এৰি দা শেল লৈ খেদি গ'ল। বোলে বেটাৰ লগে হেনেবা মৰোঁ কিবা জীঔঁ। গৈ দেখে পথে স্ত্ৰী, শিশু ব্ৰাহ্মণ ছেদি গৈছে; অগ্নি লাগি গৈছে শৰীৰত। দৈ মৰা বোলে, তাতে ভোটে সুৰা ভাত খাই। মানুহ কল কুন্দা মাৰি মহ, গৰু বান্ধি শুলে। তাতে পাএ এমুৰ পৰা ছেদি ক্ষয়ঙ্কাৰ কৈ পেলালে। কতো বেলি পাই দেখি কুন্দা মেলি লই যি পাৰে আনিলে দ্ৰব্য, আন সবাকো বান্ধ কুন্দা কাটিলে। প্ৰজা শুনি যাৰ যি নিছিল সবে আনিলে গৈ। চণ্ডীবৰৰ বীৰত্বক প্ৰশংসা কৰিলে ৰাজ ৰাজা। পাচে তাৰ গজা পোখা যি আছিল, পৰ্ব্বতে চাৰি পাঞ্চ বৰ্ষৰ অন্তে ডেকা হৈ আলচ

ৰাজধৰৰ জন্ম, বিবাহ

ভোটৰ উপদ্ৰৱ

দৈমৰাৰ পৰা চণ্ডীবৰে ৰাজধৰক উদ্ধাৰ কৰে

কৰিলে, আমাৰে গোহিক যি মাৰিছে, চলে বলে দিনে নিশা মাৰোঁহক। পাচে সেই আলচ শুনি ৰাজ ৰাজা ভয়ত বোলে আমি তাৰ ভোট মৰা নাই; যি দ্ৰোহী পাব সি। পাচে চণ্ডীবৰে শুনি বাৰেও ভূঞা চপাই মেলকৈ বোলে, মই সবাবো হিতকাৰীহে, তেও আমালৈ শাল চাঞে। আমাৰে আশীখান চালেৰে এই ৰাজা ৰাজ্যে ভাৰষা কৈলে আমিএ পাবোঁ। তেও যে আমাকেহে দেখাই ই অধৰ্ম্মী দেশত নথাকোহঁক। এই বুলি বাহ্ৰও ভূঞা উজাই কাজলি মুখে মোমাই ভলুকাগুৰিতে ৰ'লহি। ছমাহ বৈ খেতি কৃষিৰ আচল পাই পৰ্ব্বতৰ নিকট উপপাৰে কুঠাৰ ডুবি ফেটা সিমলুতে ৰ'লগৈ। মাছ, পানী, খৰি কষ্টে পাই একবৰ্ষ বৈ আহিল উজাই। সিহঁবি পোনে বটাতে চাৰি গড় বান্ধি বাৰেও ভূঞা ৰ'ল। পাচে তত ভোটে পৰ্ব্বত নামি নপাই কৈ পাচিলত আতে যুদ্ধ বেঢ়ি বেঢ়ি ধৰিলেহি। পাচে দিনে নিশা তিন দিন যুদ্ধ কৈলে। তাৰ কিছু পৈল। ৰাজৰ লোক মাৰি দ্ৰব্য লৈ ভোট হাৰি গুচি গল। পাচে তৈতে কালৰ প্ৰমাণে আউ অনুক্ৰমে পৌষৰ কৃষ্ণা ইকাদশীত চণ্ডীবৰ বিহীন হ'ল। কৰ্ম্ম ক্ৰিয়া আচৰি ৰাজধৰ ৰৰভূঞা হ'ল সবাৰে উপৰি। সেইখিতে মহেশত হন্তে বিশ্বাসিংহে সবাকে জিনি একছত্ৰে ৰাজ লৈছে। পাচে ব্ৰহ্মপুত্ৰ স্নান কৰোতে দেখিলে কেবা দিনো, এটা কপিলী ধেনু পাৰ হই। ৰাজধৰে চোট নৌকা লৈ চাই গৈ, দেখে, দখিনে অটব্যত এচলা লম্বা শিলতে শুতি আছেগৈ দুগ্ধ স্ৰবি মথা বান্ধি বৈছে। খাই চাই দেখে মাটি, পানী, বিল, মাছ, খৰি, চলবল ঠাই। আহি বাহ্ৰেও ভূঞা আলচি বাৰে বৰ্ষ বহি উঠি পাৰ হৈ গ'ল। চাৰিহদকৈ আলি বান্ধি পুখুৰী খান্দি বহিল, আলি পুখুৰী গ্ৰাম বোলে। তেনেতে কছাৰীএ দেশ

বাৰভূঞাৰ ভলুকাগুৰিলৈ প্ৰস্থান

বটাত বসতি

ভোটৰ পৰাজয়

চণ্ডীবৰৰ মৃত্যু, ৰাজধৰ ৰৰভূঞা হয়

আলিপুখুৰীত বসতি

খেদি, লুটি, মাৰি নি কপিলী মুখতে বৈছেগৈ। ৰাজ ভাগি হাৰি সোমাইছে। ভূঞা সবে ওলাই নিশাই সবে যো হৈ নাঞৰে বেঢ়ি ধৈলেগৈ, কতো মাইলে, কতো পানীত পৈল, কত পলাল। সবে বস্তু নাঞ লৈ আহিল। তাৰে পৰা কছাৰী চুপ খালে, নোলাল। ৰাজ ৰক্ষা পালে॥

ভূঞা আৰু কছাৰী যুদ্ধ

পাচে ৰাজধৰৰ মনে কষ্ট, সকলো সম্পত্তিৰে শ্ৰেষ্ঠ, তথাপি বংশধৰ পুত্ৰ নাই। পাচে জ্যোতিষীয়া বিপ্ৰ আনি সূৰ্য্যক হবন কৰি পূজিলে। পাচে কালৰ প্ৰমাণে পুত্ৰ হল, মহা বিচক্ষণ সুন্দৰ পুৰুষ। প্ৰথমে সূৰ্য্যক আৰাধনে হ'লত নামদিলে সূৰ্য্যবৰ। ৰাম চৌধীৰীৰ পত্নী জয়ন্তী প্ৰসবৰ দিনা তুলি পাতি কুটা চুলে, নিশা খেৰ পাৰি শুলে। তাতে জন্মিল কাৰণে নাম দিলে মাতৃ খেৰশুতী। তাকে বিহালে সূৰ্য্যবৰে। চোট আকৃতি। মধ্যম হ'ল জয়ন্ত, পত্নী বিহালে গুটিমালী, কনিষ্ঠ হলাউৰ্দ্ধ, পত্নী সুভদ্ৰা, ছোট মাধৱ, পত্নী হ'ল সুভগা। হলাউৰ্দ্ধ অল্পতে চলিল সন্তুতি ন'হল। জয়ন্তৰ পুত্ৰ সতানন্দ, তানে পুত্ৰ জগতানন্দ, পত্নী নাৰায়ণ প্ৰিয়া, মাধৱৰ পুত্ৰ মাধবি দলৈ, তানে পুত্ৰ ৰতিকান্ত দলৈ, তানে পুত্ৰ হাতীয়া দলৈ। পাচে কালৰ প্ৰমাণে কতো দিন থাকি চলিল ৰাজধৰ। পাচে সূৰ্য্যবৰে ক্ৰিয়া কৰ্ম্ম আচৰিলে। প্ৰধান বৰভূঞা হ'ল। পুত্ৰ নাই, মনত অশুভ। ধনেধানে সম্পূৰ্ণ সম্পত্তিৰ পতি, পুত্ৰ নাই পিণ্ডজলক। পাচে পণ্ডিত চন্দ্ৰবিপ্ৰ আনি ব্ৰত পূজা হোম কৰাই দান দক্ষিণা ভূঞ্জাই সবে দেৱক আৰাধন কৰি পুত্ৰ দান প্ৰাৰ্থিলে। পূজাত সন্তোষ হৈ দশোদিগ্‌পালে কুসুম বৃষ্টি কৈ বৰ দিলে। মাঘ মাসে খেৰশুতী শিৰ স্নান হল, সূৰ্য্যবৰে বীৰ্য্যধান কৰিলে। পাচে কালৰ প্ৰমাণে আশিনৰ একদিন যাঞতে শুক্লা দশমীত শুক্ৰবাৰে জন্ম হ'ল। মহাধীৰ, গম্ভীৰ, চাৰু

সূৰ্য্যবৰৰ জন্ম

খেৰশুতী

ৰাজধৰৰ মৃত্যু, সূৰ্য্যবৰ বৰভূঞা হয়

সুলক্ষণ, গহন শাস্ত্ৰ, শিতল হ'ল। দেখি সূৰ্য্যবৰে সন্তোষ আনন্দ লভি জ্ঞাতি দৈৱজ্ঞ ব্ৰাহ্মণক ভুঞ্জাই ৰজত সুবৰ্ণ গো দান কৈলে। দেৱ অভিষেকে কুসুমদানৰ নিমিত্ত কুসুম্বৰ নাম দিলে। পাচে আজি কালি কৈ যৌবন হ'ল। পাচে সূৰ্য্যবৰে শ্ৰীহৰি নামে ভূঞা, তানে পত্নী মালাকান্তি, তানে পুত্ৰ হৃদয়ানন্দ, পত্নী ৰামপুৰী, তানে পুত্ৰ হ'ল অনিৰুদ্ধ পত্নী হ'ল স্বৰস্বতী নামে। তাহানে দুহিতৃ, মহারূপৱতী, সতী শান্তী, নামত সত্য সন্ধ্যা। তাৰাকে থেৰ শুভী আএ সূৰ্য্যবৰে জুৰিলে গৈ। পাচে শুভ মাসে, বাৰে, তিথিত বিবাহ কৰালে। কালৰ প্ৰমাণে পুষ্পোৎসৱ হ'ল। শান্তি লৈ কুসুম্বৰে ৰতিৰসে আছে। পাচে কতো দিনৰ অন্তৰে কালৰ প্ৰমাণে সূৰ্য্যবৰ পৰলোকে গ'ল। পাচে কুসুমদেএ কৰ্ম্ম, ভোজ, কায, কৃয়া, দান, দক্ষিণা, কৰি বাৰেও ভূঞাৰ উপৰি শিৰোমণি ভূঞা হ'ল। পুত্ৰ নাই দেখি আৰ এক কন্যা শ্ৰীপতিৰ গৃহৰ ভূঞাৰ দুহিতৃ বিবাহ কৰালে, মহাসুন্দৰী, দিব্যকান্তি অনুষ্যতী নামে। কতোদিন আছে, তথাপি পুত্ৰ নাই দুও পত্নীৰ। সকলো সম্পত্তিৰে লক্ষ্মী ঐশ্বৰ্য্যশালী, বংশধৰ পিণ্ডজলক পুত্ৰ নাই। কুসুম্বৰৰ মনে কষ্টেৰে আছে। পাচে বুঢ়া খা দলৈৰ এক কপিল ধেনু আছে, বান্ধে ৰাখানে, নিতে ন ঘটি দুগ্ধ সৰে। পঘা পুলকা দি যাই পুনু সেই তন্তুতে থাকেহি; গা-টি তিতা পাই গুৱালে লক্ষ্য কৈ একদিনা জুপি আছে। দেখে চাই সিঙ্গেৰে জপনা কাতিকৈ। গ'ল ওলাই। পাচ ধৰিও গৈছে। লোহিত পাৰ হৈ সিন্ধৰি গোপেশ্বৰত হাম্বা দিলেগৈ। পূজাৰী উঠি ন ঘটি দুগ্ধ খীৰাই গোপেশ্বৰ সদাশিৱক স্নান কৰাই ভোগ দিএ। পুনু আহি সেই তন্তুতে বাধানে ৰলহি। পাচে গুৱালো আহিল নৌকা বাই। পুৰা সবাতে কলে আশ্চৰ্য্য অদ্ভুত কথা। তাকে

কুসুম্বৰ

কামধেনু

শুনি কুসুমদেএ জাগ্ৰত সদাশিৱ মানি জানি জবা, পুৰা, দধি, দুগ্ধ, ঘৃত, মধু, আখৈ, পিঠা, পায়স, পনস, চেণী, চুৰা, ঘল, খীৰ, খীৰিসা সবাকে নি পূজিলে গৈ পুত্ৰ অভিলাষেৰে। সন্তোষ হৈ তুলসীৰ ঢোপ ধাৰ পৰিল। পূজাৰী বিপ্ৰে আশংসা কৈ দিলে হৰ্ষে, বোলে, পুত্ৰ হব, গৌৰীনাথ সন্তোষ। পাচে ৰজত সুবৰ্ণ বস্ত্ৰ দান কৈ আহিল হৰ্ষে। পাচে মাসেকৰ অন্তে শিৱস্নান হ'ল আইৰ। সাদীন অন্তে নবীন বিচনাকৈ ধূপ, দীপ, গন্ধ, ঘট পাতি সাৱধানে আছে। খানিক নিদ্ৰা আহিল। স্বপ্নত দেখে বৃষভ যানে গৰুৰ স্কন্ধে সদাশিএ ভগৱন্ত শঙ্খ, চক্ৰ, গদা, পদ্মে, দেখিলে। মাই থান দিয়া বুলি অন্তৰ্দ্ধান হ'ল। চমৎকাৰে ৰশ্মি লাগি সাৰ পালে, ৰামকৃষ্ণ বুলি বসিল। পাচে মধ্য নিশা কুসুমদেউ গ'ল ভাৰ্য্যা সঙ্গে গৈ ৰতি সম্ভোগ কৰিলে। পাচে আএ স্বামীত কলে স্বপ্নৰ কথা। তেহে কুসুমদেৱে পৰম সন্তোষ হৈ পুত্ৰ হব যেন মনেৰে ভাবি বোলে, কা-তো নকবি ॥

কুসুমবৰ দিব্য সপোন

## ৪ ॥ এভিয়া বৈকুণ্ঠৰ চৰিত্ৰ ॥

সত্য যুগে তৃদশ কোটি দেৱতা পূজা নাপাই আদি নিৰঞ্জনক চিন্তিলে, খীৰ সাগৰৰ তীৰে। পাচে ভগৱন্তে তুতি তুষ্ট হৈ ব্যক্ত হ'ল। আজ্ঞা কৰিলে মহেশক ৰাম নামৰ ধ্যানেৰে মোৰ পৰম্পদ পাই, তোমা্ৰা সবৰ পূজা নাই। আগম কৰি স্বৰ্গলোভ দেখাই মোক ঢাকা। লোক সংসাৰী হক, মোৰো সৃষ্টি আয়াযাত হৈ বাঢ়ক। সএ গৈ অংশ ৰূপে ত্ৰেতা দ্বাপৰে নানা পূজা যজ্ঞেৰে পূজি যজ্ঞি গৈ, দেখি সবে ধৰিব। তোম্ৰা-সবৰ ভোগ ভুকুতি পূজা মিলিব। শুনি সবে দেউ হৰ্ষ হ'ল। পাচে মহেশে গাত নলই। তোম্ৰাক ঢাকি অমোচন.

ব্ৰহ্মহত্যা পাপ হব, নপাৰো প্ৰভু। তেহে শাক্তনাম দিলে জপিবলৈ। তেও নলই। পাচে ভগৱন্ত তুষ্ট হৈ বোলে তোমাৰ নাম ধৰি কলিত ছদ্ম ৰূপে শূদ্ৰ কূলে জাত হৈ সংসাৰী যত জীৱ এক শৰণ কৈ উদ্ধাৰিম। তুমি নিসংশয়ে কৰা মোৰ বাক্য। পাচে কৰিলে। দিনে কৰে মন্দ হই, নিশা জপে শুচে। অনেক জীৱ ভোগ ঐশ্বৰ্য্য অম্ৰাৱতী ইচ্ছাৰে লাগি স্বৰ্গে নৰ্কে নানা যোনী, গৰ্ভবাসে আয়াষাতকৈ ভ্ৰমিছে। নিস্তাৰ-হেতু অন্তৰঙ্গা, বিৰলা, ভকতিৰ ভাগ দি বিভূতি পৰিনাতি অন্তৰঙ্গা, বিৰলা সৰক পাচিলে। তেহে পূৰ্ণ সনাতনৰ আজ্ঞাৰে ৰাজব্ৰহ্মদেৱ ঋষি হৈ পৃথিবীৰ আধো দিশে ঘূৰি দোকান পাতিলেহি। পৃথু, প্ৰিয়ব্ৰত, দশৰথ, ঋষভ, নিমি, অম্বৰিষ, দিলীপ, যুধিষ্ঠিৰ, হুই, ইন্দ্ৰদ্যুম্নে, সুধন্বা, সুৰথ, ভগিৰথ, ভৰত, নহুষ, খটাঙ্গ, যযাতি, বহুগণ, ভীষ্ম, যদু, অলৰ্ক, হৈহই, উগ্ৰসেন, মুচুকুন্দ, সুগ্ৰীৱ, গুহ, ঋষিৰ পৰাশৰ, বশিষ্ঠ, বাল্মীকি, বৈসম্পায়ণ, জৈমুনি, জামদগ্নি, ভৰদ্বাজ, গৌতম, গৰ্গে, ব্ৰহ্মঋষি, দেৱ বৃহস্পতি, শুক্ৰ, সপ্তঋষি, ধ্ৰুৱ, নন্দী, ভৃঙ্গি, কাশ্যপ, কৰ্দ্দম, অত্ৰি, ভৃগু, মৰুচি, অষি ঋষি। এই সবে হাট পাতি বেসালে। লাভ ঘটিব নুৰাইলে। মূল ৰাখি গা বৈ দোকান এৰি গুচি গল। পাচে অনাদি ব্ৰহ্মে মূল নাঠি দেখি জীৱৰ স্নেহত নাতি সৰক চপাই আজ্ঞা কৈলে ভাৰতলৈ ভাগৱতী ভক্তি ভাগ দি॥ চাতুৰ্জনা বৈষ্ণৱ, চৈধ ভাগৱতী ভক্তি জনা পাৰ্ষদ, ছজনা ভক্তে॥ সঞ্জয় বিদুৰ মৈত্ৰেয়, সৌনক, জলভৰত, দাতাত্ৰেয়, মোহিনী, ধনন্তৰি নৱ চাৰিসিদ্ধ, নৰনাৰায়ণ, হৰিযজ্ঞ, হয়গৃঞ্জ, আহি হাট পাতি বেসালে হিৰা বস্তু। খনো মূল পালে, ক'তো গা হে ৰল ; কেহো মূলে পৈল। বনিজ ফলাব নপাৰি হাট এৰিগৈ পিতামহত কলেগৈ। পাচে সনাতন ব্ৰহ্মে জীৱৰ কৃপাৰে দশো পুত্ৰক চপাই মৎস্য

কূৰ্ম্ম, নৃসিংহ,বামন, পৰশুৰাম, হলিৰাম, শ্ৰীৰাম, বোধ, কল্কি, কৃষ্ণ॥ ন-বিধ ভক্তি ন ভাগকৈ দি অংশৰূপে কেৱল অমূল্য সৰ্ব্বসৰ গুটি কৃষ্ণৰ হাতে অৰ্পি জম্বু দ্বীপে ভাৰতবৰ্ষে আস্থা পাচিলে। আহি ভাৰত হাটত দোকান পাতিলে। খনো দুই এক গৰাকী, বস্ত্ৰ ললে, কতো মূল ৰাখিলে, কেহো লাভ পালে। চল কৰিব নপাৰি গল হাট এৰি। সুমলায়া পুত্ৰে একা মথুৰাতে বসুদেৱ মনে দৈৱকী গৰ্ভে থিত লৈএ অমূল্য ফলৰ গুটি পচালে। গোকুলে আহি ৰলেহি। বৃন্দাবনে অঙ্কুৰে সমে বৃক্ষ পূৰ্ণ হ'ল। ভোজন বেহাৰে মাৰ দি চুপহি ধৰিলে মথ ভঙ্গে অঘ দেউ বাহুলি আদি পক্ষী গোবৰ্দ্ধনে আবৃত কৈলে। মহাৰাসোৎসৱে অমূল ফুল ফুলাই ঝকমক হ'ল। ভক্তিহাট পাতি দোকান মেলিলে। পাচে হাট খোৰা পাই বৃক্ষে ফলে পুষ্পে দোকানে সৈতে নিলে। চাৰি বিদ্ধ সোমাই হাট ভাগি বিচাৰি ব্যাকুল হ'ল। বৃক্ষ পশু পৰ্য্যন্তে সুধি নপালে। তেহে গোলকপুৰৰ বেংাক আহিৰ শুনাৰ বালাত প্ৰেম ৰসেৰে বৰ্ণাই কেৱল মন্ত্ৰ গালে। বৃক্ষে ফলে দোকানে কাৰকে উৰ্দ্ধৱ হ'ল। পাচে জলে স্থলে বাণিজ কৰিলে। ধন তাকৰ অমূল্য সৰ্ব্বসৰ দৰ টান। মূল দাজিৰ নপাৰি,হাট সমাই ভাগিল। তৈৰ পৰা গৈ মথুৰাতো হাট হৈছিল। দশ-বিষ বেসাক দশলাখ টকাৰে দশ ভাবে মূল কৰিলে। লৱ নপাৰি হাট দোকানী ভাগিল। দ্বাৰকাতো পাতিলে হাট। তৈতে একা ফল নিচিনেলে, দৰাএঁ ভাই নহ'ল। তৈৰ পৰা গৈ ৰাজসূইত ধৰ্ম্মৰাজাৰ-ইন্দ্ৰপ্ৰস্থগঞ্জত দোকান পাতিলে গৈ। অনেক কযুৰা হৈছিল, কিনোতা নহ'ল। যিৰা মধ্যম পাণ্ডএ দৰ মোল কৈ লৈছিল টকা যোৰাৰ নপাইলে, ধাৰ থাকিল। পাচে দোকানী খেদকৈ বোলে অনেক কোটি, লাখৰতি, লাখবস্তুৰ ফল বুঢ়া

সদাগৰে দিলে। লাভ চাৰি মূল ৰাখিব যে নপাইলো একা ॥ সূৰ্য্য গ্ৰহণত তেহে গৈ কুৰুক্ষেত্ৰত দোকান পাতিলে। তাতে গুৱালীপাৰ সমাএ কিছু ফল কিনিলে। দৰ ভাওকৈ দোকানী দিলে, মূল ৰাখি লাভ নাপই সামৰিলে। পাচে ভাৰত হাটত যি অনেক অনেক অধৰ্ম্মী সোমাই আছে, আপুনিও আনৰ হতাও গোটে সমে মাৰি মৰাই নিজ ঘৰে গৈ পিতৃত জনাই ভেটালে যি পালে। তেহে একা সদাগৰ বুঢ়া নৃপবৰ বেসাৰ মূল নাঠি হ'লত আলচ কৰি মেল পাতিলে। নাম ধ্বজবলাস, বলাসৰ অৰ্থে বৈকুণ্ঠৰ এই চাৰি ব্ৰহ্ম বৈকুণ্ঠৰ শক্তি, নাম পুৰবলাস, নাম পঙ্কজবলাস, গোলকবলাস, নিত্যানন্দ বলাস, শ্বেত বলাস, নিত্য বৃন্দাবন বলাস, সনাতন বলাস, কৃপণ বলাস, অম্বৰ বলাস, পদ্মবলাস, শ্ৰেয়স বলাস, চন্দ্ৰবলাস, কালপুৰবলাস, অনন্তবলাস, হংসবলাস, ত্ৰিকুটবলাস, চিদানন্দবলাস, কনকদণ্ডবলাস, ভণ্ডিৰবলাস, মৰকতবলাস, সুতলবলাস, শ্বেতকুটবলাস, ৰত্নবলাস, নিলম-বলাস, নিৰাকাৰ বলাস, প্ৰসিদ্ধ নিৰ্গুণবলাস, ভক্তি বলাস, প্ৰভিৰ বলাস, সত্যবলাস, কল্যাণবলাস, ৰঞ্জন বলাস, এই বিংশতি পঞ্চদশ বৈকুণ্ঠৰ ঈশ্বৰ চপাই ধ্বজপুৰ বৈকুণ্ঠত বৰ মেল কৈলে। কবি বোলে মোৰ অংশে যত জীৱ দুখত আছে, আৰু পূৰ্ব্বেও বাক্য বুলিলো, তেহে আজ্ঞা কৰিলে—উত্তৰে হৰিব্যাস, পূৰে ৰূপ সনাতন, দখিনে চৈতন্য, বায়ব্যে কবিৰ, পচিমে বৃন্দাবন দাস, নৈৰিতে নিত্যানন্দ, মধ্যত অনন্ত অচ্যুত শুদ্ধ সনাতন ব্ৰহ্ম চাৰিগুটি পাৰি চাৰি পাত্ৰ নজনা মন্ত্ৰী একুৰি চৈধ বৈকুণ্ঠকে মুখ্যকৈ অযুত বৈকুণ্ঠৰ পুত্ৰ নাতি ঈশ্বৰে ললেগৈ অংশ কলা বিভূতিৰ শক্তি আদিৰো ঈশ্বৰ অনাদিৰ উপৰ শুদ্ধ সনাতন, আদি, অন্ত, মধ্য, জৰা, মৃত্যু, শিশু, যুবা পৰিচিন্ন পকষ পৃথিবীলৈ গমন কৰিলে।

হৰিব্যাস, ৰূপ সনাতন, চৈতন্য বৃন্দাবনদাস আদি

স্নেহ শ্ৰদ্ধা প্ৰীতি শৰণ, ভজন, শ্ৰৱণ, কীৰ্ত্তন, কেৱল সংপ্ৰেমলৈ, গুৰু সেবকৰ আগ পাচৰ বাদকৈ আহি অযোনিজাত পুৰুষ নিজ কূল তাৰণ হেতু চন্দ্ৰমায়া নৰদেহা কাৰণকৈ, সত্যসন্ধা মাতৃ স্ত্ৰীমধ্যে মহাৰত্ন। কালৰ প্ৰমাণে মাঘৰ পৰা আশ্বিনলৈ ন মাহ

১৩৭১ শকত গুৰু অৱতাৰ

সম্পূৰ্ণে কাতিকৰ সংক্ৰান্তি, বাৰ বৃহস্পতি, তিথি পূৰ্ণিমা, শ্ৰাৱণা নক্ষত্ৰ, মধ্য নিশা জ্যোতিষৰ তেৰশ একসত্তৰিশকত শ্ৰীশ্ৰীমন্ত ভক্তৰ তিনি নিৰ্বন্ধৰ কল্পতৰু আত্মা মহাপুৰুষ গুৰু অৱতাৰ। নাৰদী, পাতালী, বৈকুণ্ঠী, তিনিও সম্প্ৰদা গোটাই এক কৰিলে। তিনি হাচি মাইলে; তিনি হামি তুলিলে, স্বৰ্গ, মৰ্ত্ত্য, পাতালৰ সেৱক জীৱ আনিছে; অসম, কামৰূপ, বেহাৰত, জন্ম তিনিও ৰাজ্যে ভক্তি প্ৰচাৰি তাৰিব। তিনি কাহ মাৰিলে, গুণা নিগুৰ্ণা ভাগৱতী অন্তৰঙ্গা; গুৰু, দেউ, নাম, গোটাই কেৱল একশৰণ, খীৰ লৱনু, দুগ্ধ মথি ঘৃতকৈ সেৱক দি তাৰিলে। নব বৈকুণ্ঠৰ পৰা সুবৰ্ণভৃঙ্গাৰে স্নান কৰালেহি। জল নি সোণ্টা কল গোৰে ছাটি মাইলে, উৰ্দ্ধে গ'ল। পাচতহে নমাইছে। জলজন্তু, থলজন্তু, বনচৰ, হস্তী, ঘোৰা, কাঁহ, ভেক, দবা, কালি, শঙ্খ, ঘণ্টা পৰ্য্যন্ত বাজিল, উৰুলি মঙ্গল কৰিলে। কুসুমদেএ শুনি মনে তুই সপটে স্নান কৰিলে; জ্ঞাতি বিপ্ৰক মনে অন্ন, বস্ত্ৰ, ধেনু মানিলে। কসটিৰ চণ্ডা হালি পৈল, এশ বস্তি ঝাত কৰে সুমলে, মেৰ ভাগি এশ পুৰা সৰিহ পৈল কাৰণৰ নিমিত্ত আৰু এহাত পৃথিবী উঠিছে, আৰু তিনগছ নাড়ি মেৰাই আহিছিল, তিনি গুণে। তেহে বেদ নীতি, তিনি দিনত গৃহৰ ক্ৰিয়া কৰ্ম্ম আচৰি চাইদিনত স্ত্ৰীসবে পাচটি মঙ্গল কৰিলে। পাঁচ দিনত

জন্মগণনা

সণ্টৰা গৰ্গে গণিলে। বেদ, জ্যোতিষত চাই দেখে, পূৰ্ণে শক্তিধৰ ভগৱন্ত অৱতাৰ, তেহে কুসুমক বোলে তোমাৰ পুত্ৰ ঈশ্বৰ শক্তি। যত্নে শ্ৰদ্ধা কৰা, আন্ত হন্তে বহুজীৱ নিস্তাৰ

হব, তোমাৰো কুশল, সাৱধানে পালি ৰাখা। গনি চাই নাম দিলে কোটিত গঙ্গাধৰ, পিতৃদত্ত শঙ্কৰ দাতা বৰ দেখি শঙ্কৰ. বংশে থলে ভেকাগিৰি, ভক্তৰ একা আতা, বাপ, মহাপুৰুষ, আতৈ, হৰি, গোপীনাথ, কিঙ্কৰ, এই গুপ্তে দশ অৰ্থে দশ নাম ধৰিলে ॥ দশনাম

কছাৰী মাৰনাৰ ভয়ত বৰ জঙ্ঘলত পাম ধৰি তাতে দ্ৰব্যবস্তু, গৰু, মহ, স্ত্ৰী, চৰা, থই তাতে জন্মিছে তেৰ বৰ্ষৰ পাচত বৈষাগত বৈমাতৃৰ পুত্ৰ বনগঞা গিৰি, পত্নী সুচৰিতা। বনগঞাগিৰি

দুদিনত সৰ্পে শিতানত ফেট তুলি ছত্ৰ ধৰিছিলে। আইএ দেখি আৰ্ত্ত হৈ চিঞৰিলে, এৰি অন্তৰিল। দেখি সবে অদ্ভুত আশ্চৰ্য্য হ'ল। আৰু তিনি দিনত গ্ৰামৰে লেহুৱা হাৰামি, য'তে লৰা জন্মিবৰ শুনে যাই, টকা বস্ত্ৰ দিএ, নেপালেহে ৰাগি যাই। সেইৰূপে দি থৈ মাতে গৈ, ভাল কৰেহি। তল'কু গ'ল শুনি। পিতৃ কুসুম দেউ নাছিল, একো দিএতা নহ'ল। নেপাই ৰুসিস্ গ'ল। ঘৰ পালত গৈএ পেট উসহি নিৰুদ্ধ হ'ল। টকা বস্ত্ৰ আগে থৈ স্তুতি তৰ্পণ কৰিলত সজ হৈ, সেই দিনাৰে পৰা এৰিলে। আৰু চাইদিনত ঘুনেখোৱা বৰ চতি মাৰলি ভাগি খেৰ গাচ অন্তৰি পৰি ৰ'ল। সবে দেখি অত্ৰাহি হৈ ৰ'ল। পাচ দিনত আএ তন দিছিল. গাদিৰ লাগি ভৰ সব নপাৰি থবৰ স্ফূৰ্ত্তি নপালে। শয্যাতে চিঞৰি আই বাই বুলি সবাতে কলে, অদ্ভুত মানি ৰ'ল। সাত দিনত চ'তি ভাগি শুৱাই থৈছিল, এক ধান পাতৰ অন্তৰে পৰি এমুঠন মাটি ৰ'ল দেখি অত্ৰাহি হৈ ৰ'ল। এঘাৰ দিনত ৰূপখাৰ পুত্ৰ ৰামধা পত্নী ৰাধা, তানে পুত্ৰ বন্ধ্যাৰাম বোলে, মধ্যাণ কালে ভোজন বেলা কতো গৃহ কৃত্য আছিল, নিৰ্জ্জানে শুৱাইছে। গৈ চাউল, বস্ত্ৰ, টকা, আগে থৈ চাৰিবস্তু আপুনি মাত্তি লভিছে। তেহে শঙ্কৰদেৱৰ ঐশ্বৰিক লক্ষণ

গুৰু উঠি নিজৰূপে ব্যক্ত হৈ বোলে ভকতহে বলৱন্ত ছলিলা, শেষে আগ হবা। কথন কৰি গুচি গ'ল। পুনু ছদ্ম বেশে গুতি ৰহিল, কেৱে তৰ্কিব নপাইলে। আৰু চতুৰ্দ্দশ দিনা স্তন পান কৰাই, মাত্ৰ চাই দেখে মুখৰ ভিতৰে পুৰ, বাৰী, গো, মহিষ, বৃক্ষলতা পৰ্য্যন্তে গৰ্ভতে দেখি ভ্ৰম কি স্বপ্ন থগিত থাই অত্ৰাহি হৈ ৰ'ল। আৰু সপ্তদশ দিনা খেৰ গুতি আবু মাএ লৈছিল। সূৰ্য্যৰ প্ৰকাশ যেন জ্যোতিৰ্ম্ময় হৈ অগ্নি জগাদি দহে দেখি নমাই থৈ আই বাই বুলি সবাকে মাতি জান দিলে আহি। চাই দেখে শিশু পূৰ্ব্ববৃত আছে। আশ্চৰ্য্য হৈ গলাগোপা কৰি মাৰ গ'ল। আৰু অষ্টদশ দিনা আই শুৱাই সুধি গৈছে, বগা সৰ্পে ডলাৰ মান ফেট তুলি ছাঁ-কৈ আছে, আহি দেখি চিঞৰি অত্ৰাহি হ'ল, সব চাপি চাই যে কিছু নাই, আশ্চৰ্য্য হৈ ৰ'ল, গল॥ আৰু বিংশতি দিনে চোৰ সোমাই সবে দ্ৰব্য লৈ ওলাব নপাৰি বেবুৰা লাগি ভুঁ হৰাই নিশা পুৱাল দেখি ধৰি মাৰ কিলকৈ এৰিলে। আৰু একৈশ দিনা বৈদ যোগীএ ডাঁহী ফেঁটী সৰ্প ধৰি বৰভূঞা গৃহে নচাব নিলে। মন্ত্ৰ পঢ়ি মেলিলতে গৈ মাতৃ সমে নমি ফেঁটী সোমালেহি। সি ঈশ্বৰ শক্তি দেখি আশ্চৰ্য্য অদ্ভুত হৈ গুচি গ'ল। আৰু বাইশ দিনত টাটকীয়া বাজীকৰে ছাঁয়াপুতলা নচাব ধৰিলেহি। ভ্ৰমে ঠৰে জৰে ৰ'ল। লাজ হৈ গ'ল বৰলোক মহিমা আছে বুলি। নাৰদ আহিছে কানীয়াৰ বেশ ধৰি বীণা বাই। নমি বোলে আমাকো গুৰু লৰা, প্ৰভু তোমাৰ চৰণ সেৱা বলে তযু যোগমায়া জানো সকলে আহি ছত্ৰ ধৰিছেহি। আৰু চৌবিশ দিনা বতাহে মিঠা আম ভাঙ্গি গৃহ ভাগি এহাতৰ খাটৰ উপৰে বৈছে। চৌবিশ দিনে বজ্ৰপাত কৈলে। সূৰ্য্যবৰ দিনৰেপে যে সপ্তহাত বেৰে পান দিছিল এফাল ভাগি গৃহে পৰি কৰা ভাগি এজুলৈ

টাটকীয়াৰ বাজী

উপৰে বয় খাটৰ সবে দেখি আশ্চৰ্য্য অদ্ভুত হ'ল। আৰু মাস শুধি হোম কৰিছে। বাবে ভূঞা অনেক বাদ্য গাই বাইছে; অগ্নি হোমৰ্ত্তে ওলাই মূৰ্ত্তি ধৰি নমিছে। সবে দেখি আশ্চৰ্য্য অদ্ভুত হৈ ঈশ্বৰ মানি নমি গৈছে॥ যা সভতি

এই মতে আনো অনন্ত মহিমা দেখাই চাৰি পাচ বৰ্ষ হ'ল। অনন্ত চৰিত্ৰ সাৰশেষে কোনে জানে। জন্ম, কৰ্ম্ম, জাতকৰ্ম্ম, নামকৰণ, অন্নপ্ৰাসন, চূড়া কৰ্ম্ম, কৰ্ণ বিন্ধন, বিবাহ এই ষড় কৰিলে। এতেকে ষড় কৰ্ম্মী কায়স্থ বোলে॥ শঙ্কৰদেৱৰ বাল্যলীলা

পাচে মহাপুৰুষ নিতে নিতে বাঢ়ি যৌবন হৈ আছিছে। সমনীয়া জইৰাম, বিতোপন, চান্দ ভিতাৰাম, ভেকুৰি, কেতাই, সনাতন, হৰিবৰ, সন্তানন্দ, ৰাম ৰাম, ৰাঁম ৰাই, এই ৰাতুভূঞাৰ শিশু সবকে মুখ্যকৈ আনো সব অসংখ্য বৃন্দাবনত যি লীলা কৃষ্ণদেৱে সেইৰূপে গুৰুজনো কৰিব ধৰিলে। আৰু অষ্টমাসে উষা লঞাতে সব শিশুৰে কথা বান্ধি কচ্ছপ ধৰি আনিছে বুৰ মাৰি ব্ৰহ্মপুত্ৰত একদণ্ডে। ৰাই বনগঞা কান্দিছিল নোলাবৰ দেখি কিবা হ'ল বুলি। ৰাম ৰাম গুৰুৰে একেদিনে জন্ম, পাচ বৰ্ষ আগ বুলিও কয়। একদিনা কুসুমৰ চণ্ডী পাৰি বসিল। দেখি সত্যসন্ধা আএ স্বামীক বোলে তোমাৰ পুত্ৰৰ কাম চোৱাহি। কুসুম দেৱে চাই বোলে তাকে শুচাবলৈহে আছিছা। আৰু সবে শিশু বটা খেদে, আন সবে দুই চাৰিহে পায়, গুৰুজনে একো কোঁচ ধৰে। সবেটি চাই চিন্তি এৰি দিএ পুনু। চতুৰ্দ্দশ মাসে কৃষ্ণ দেউ ধান চাৰলৈ গৈছিল। অজগৰ সৰ্পে বাৰীত ভতৰা গৰু খেদি ফুৰিছে শুনি, আহি পাই, চাতি ৰাৰু পাতি কাটিলে। তেজ আহি গুৰুজনৰ পদ চুই গলহি কাৰণে সাৰিল। আৰু এক দিনা পঞ্চদশ মাসে চাষৰ চিৰা, শিকিয়াৰ দধি

খাইছিল বাটি। চিন ধৰি বোলে বাপু থৈ গ'লোঁ। চিৰা, কিয় খালা? বোলে, তোমাৰ বেটা দিয়াতহে খালোঁ। হই ৰাম ৰামে দেখাইছে। ৰাম ৰামৰ মাতৃ মুকুতা আএ খেদা মাইলে শুচি আছিল। আএ পাটি কাখে লৈ পানী ঘাটে গ'ল, নিজ ৰূপ ধৰি চিৰা চেনি দুগ্ধ দিলে॥ আৰু শিশু সবৰে ভাত্ৰমহা লুইতে সাম্ভুৰি, চোট নাঞ নিএ আন সবে, মাজতে খনো সৱ উঠে, কতো পাৰ হৈ নাৱে আছে, পুনু গুৰুজনে সাম্ভুৰি আছে। আৰু তল্টাডু গছোৰ ঢোক অনেক লীলা কৰে। সবাতে জয় পৰাজয় নাই কতু॥ আৰু একদিনা "ভেকুৰিৰ" ডুগডুগলি খেদোতে হাত ভাগিল। পিতামাতা সপোতে গুৰুজনে, ক'তনো ভাগিল বুলি ধৰি চালে। মুহূর্ত্তে সজ হ'ল॥ আৰু একদিনা ঢোপ খেদোতে 'চান্দ'ৰ বস্ত্র খণ্ড খণ্ড হ'ল। পাচে গৈ বাপেক কেতাই খাঁ ভূঞাত গোচৰ দিলে। সেই কথা আএ শুনি সপিলে। গুৰুজনে হাতে চুই মেলি দেখালে, পুনু সজ হ'ল। আৰু তিতাৰাম আতৈৰ ভটা খেদোতে কাণ ছিগিল। কুসুমদেৱে শুনি দাবি দি খেদা মাইলে। গুৰুজনে পলাই গৈ বোলে, চাঞচোন, ক'ত নো ছিগিল, এই বুলি ধৰি টিপা মাইলে, যোৰা খালে পূর্ব্ববত। দেখি শুনি আশ্চর্য্য হ'ল। পাচে তেনেতে কালৰ প্ৰমাণে আউ অনুক্ৰমে কুসুমবৰ চলিল। শান্তী সত্যসন্ধ্যা আই স্বামী পদে অনুগামী গ'ল। পাচে গুৰুজনে পিতৃৰ ক্ৰিয়া কৰ্ম্ম আচৰিলে। সূৰ্য্যবৰ পত্নী খেৰশুতি বুঢ়ী মাতৃএ পূর্ব্বৰ মাৰণৰ নিমিত্তে তুলিলে॥ আৰু একদিনা আএ অন্ন ব্যঞ্জন চৰুত থৈছিল। আনি খাব দিলে, বাৰ জলা চাই দেখে দুটি হাতে অন্নৰ বাটি দুই হাতে আঞ্জা লৈ ওলাই আছে ঘৰ জ্যোতির্ম্ময় প্ৰকাশকৈ। বিস্ময়, বিশ্রুতি হৈ ঈশ্বৰ যেন জানি মানি পাচদিনা বস্ত্র গুৱা আগে

কুসুম্বৰ চলিল সত্যসন্ধা অনুগামিনী হ'ল

দি শৰণাপন্ন হ'ল॥ আৰু মাঘ মহা ৰবদলনিত হিদলগুৰিত সব লৰা বালাভাত খাইছে চাউল নি। গুৰুজনে সিজাই দিছে সবাকে, ডেমডেউকা মাগুৰ মাছৰ গৰিদি, বালি চুকা সল মৎস্যে, বালিচুকা লাঙ্গী ভাজন দি, বালি বাবৰিএ বৰিয়ালা মাছে অমৃতপ্ৰায় হৈছিল॥

আৰু একদিনা আএ গুৰুজনক স্নান ভোজন কৰাই তৈল দি বোলে টামন, তোৰ আৰু পঢ়িবৰ মন নাই। ভণ্টা খেৰি গৰু জাকতহে চিত্ত। বাৰে বৎসৰীয়া হলিকে। আমাৰ বংশত অপণ্ডিত নাই। তই মুৰ্খ হব খুইছনে? দৈবজ্ঞে চাই পণ্ডিত হব বুলি কলে, সিও দেখো মিছা হ'ল। "আমাৰেসে কৰ্ম্মকৰে, পণ্ডিতৰো বাক্য লবে।" ৰাজাক স্বদেশেহে পূজে, বিত্তাৱন্ত সৰ্ব্বদেশে পূজ্য। "মাতা শত্ৰু পিতা বৈৰী, যেন বাল্য ন পাঠিতা। সভামধ্যে ন শোভন্তে হংসমধ্যে বকো যথা॥" পাচে গুৰুজনে বোলে আইচোন পঢ়িব পাৰো নপাৰো পঢ়াশালীতে থোৱানি। পাচে আএ দাসী জোৰাই চাউল এপাচি, টকা এটি, বস্ত্ৰ, আগতকৈ গ'ল। পাচে কন্দলিএ আথে বেথে সুধিলে, আই কিয় অহা গ'ল? বোলে, ছৱাটি পঢ়াই দিয়া। পাচে বঢ়া বহা আছিল, তাকে আওতাই দিয়ালে। তাতে চক জুৰিলে। পাচে বিপ্ৰে সজ বাৰ তিথি চাই ফলি দিলে। একবাৰ মাত্ৰ দিএ দেখাই, মাত আখ সবে আহে। পাচে পুথি দিলে। পুথিতো সেই মতে আছিল। পাচে দিবা নিশা আঠো পৰে পঢ়িব ধৰিলে। দোৱাল পিন্থাতে শয়ন কৰে। এফালে এক শাস্ত্ৰ বস্তি, ইওফালে সেইমতে গুৱাবটা, হুবাগৰে হুফালে পঢ়ে অবিচ্ছেদ। পাচে ছাত্ৰে পাঠশালী মচাত বাগি ধৰি অসূয়া কৰে। একদিনা স্নান কৰি মহাপুৰুষ গুৰু এচলা শিল আছে বহাৰ মুখতে, তাতে বহি চুলি ফালিছে।

১২ বছৰত শঙ্কৰৰ তিৰস্কাৰ

কন্দলী গুৰুগৃহে পাঠ আৰম্ভ

দুই হাতে দুই হস্তে গা মচিছে। তেহে কন্দলিএ দেখি আশ্চৰ্য্য হুই পাৱত পৰিবলৈ যায়। পাচে দুই হাত ছম্পকৈ বোলে, গুৰু, কি কৰা ? তেহে পাঠশাল মচিবৰ নিবাৰ কৰি ওজা ছাত্ৰ পাতিলে। তাৰে পৰা ঈশ্বৰ বোধে মানে। সবাকে পাঠ দিয়াই, দেউ বোলায়। তাকে নসৈ ছাত্ৰ ভাগি মাধকন্দলিৰ শিষ্য ৰাঘ আচাৰ্য্যত কলেগৈ। পাচে তেওঁ আহি মহিন্দ্ৰ কন্দলিক ধৰিলেহি, বোলে শূদ্ৰক হে ওজা কৈ বামুনক পাঠ দিওআ, দেউ বোলোৱা, কিয় ? নকৰাবা। পাচে সেই নিশা ভগৱন্তে ভব্য ৰূপ ধৰি হেচি টোকন খুণ্ডি দশন সৰাই ভিগুাকাৰ কৈলে। ভই খাই সেই স্বপ্নতে চাৰি বস্তু লভিছে। পুৰা সবে ছাত্ৰ আনি দি সবাতে কৈ, নমি, ঈৰিষা এৰি, একুৱাই গলহি বিপ্ৰে।

ওজা ছাত্ৰ নিয়োগ

ৰাঘৱাচাৰ্য্য

আৰু কন্দলিৰ ধান এফেৰি বৈছিল। জেঠ মহা পকাত হাতী সাতোটা খাইছেহি। একো ৰূপে খেদিব নোৱাৰি এৰি গ'ল গোলাম। শুনি গুৰুজন খেদি গ'ল। দেখিএ বিদ্যুত সঞ্চে ভিৰি গৈ দল পলসত সোমাই মাৰ গ'ল জন্ম নিবাৰি। সূৰ্য্যৰ ৰথৰ সপ্তঘোটকে সপ্ত বৃষভ হৈছে। লক্ষণা সয়ম্বৰে মৰ্দ্দিছে, বৈত (ঐত) হস্তী হৈছে, দুই মহ মাৰিছে কাৰণ দুন্দুভি দুই অসুৰে হৈছে, শ্ৰীৰামে জঙ্কাদলি মৰাত ৰ'ত (হ'ত) জন্ম সাৰিল ॥

আৰু ভালে দিন ধৰে, গৃহলৈ যাবলৈ, নপঠায়। ন'কৈ একদিনা গৃহৰ আৰে এক বস্ত্ৰ, টকা আনি অধ্যাপকক দি কৈ গ'ল ঘৰে। পাচে বিপ্ৰে আন ছাত্ৰত কৈ দি পঠালে আইলৈ। পাই আবু মাএ ধৰিলে, বোলে, কেলৈ গৈছিলি ? গুৰু বোলে, পঢ়িছিলোঁ। বোলে, তাকে ক ? এই টকা বস্ত্ৰ চুৰকৈ নি দি গৰুজাকত ফুৰগৈ ? দেখি অধোমুখে তলমুণ্ডে ৰ'ল ॥

আৰু একদিন অধ্যাপকে সবে ছাত্ৰক বোলে, মোক একোটা শ্লোক কৰি দেহঁক। পাচে আন সব ছাত্ৰে কৰিলে, খনো এফাঁকি, কতো গোটে খনো আদখান; তাৰো অৰ্থ নাই। গুৰুজনে কৰি দিলে। বৈকুণ্ঠৰ পৰা পাত, কাপ, মহী, মৈলাম চাইটা বস্তু নমাইছে। আৰু শংখ অক্ষৰ শক্তি নমাই গদ্য কৰিলে, "খগচৰ, নগধৰ", আকাৰ ইকাৰ নাই, শুদা; অৰ্থে পৃথিবী, পাতাল, বৈকুণ্ঠ স্বৰ্গ ভেদি গ'ল। অধ্যাপকে চাই তৈল লোন নাই, শুদা ব্যঞ্জনৰ এনে স্বাদ, বিনা জৰু বন্ধন, আৰা শুদা শক্তি মনুষ্য সুহি, কিবা হৰিহৰ ছদ্মে আছেহি। শঙ্কৰৰ আত্ম বচনা

আৰু একদিনা কন্দলিএ বোলে, দেকাগিৰি, ভুৰ্গাৰ ৰিচ আহ্নিক শিখাঞ, মাহ, চাউল, জলা, পুৰা, হাঁহ, পাৰ, কি পাৰা আনা চপাই। গুৰুজনে বোলে ক'ত পাম, নিশিকৈঁ, কৃষ্ণস্তৱকে দিআ, তুলসী পাতেৰেই সন্তোষ। আমাৰ পূজিবৰ শক্তিও নাই। গুৰু সন্তোষ হৈ বোলে, এনেই কঞ, শিকা। আপুনিও পূজিবা, লোকে মাতিলেও কৰিবা, চাউল-কানি হব। তেহে কৃষ্ণ কৃপাত চণ্ডীতত্ত্ব পাসৰি কৃষ্ণ ৰিচ শিকালে॥ কৃষ্ণপ্ৰাণতাৰ প্ৰকাশ

আৰু কুসুমদেউৰ তিথি কৰ্ম্ম কৰি গ'ল ছাত্ৰশালে। পথতে এটা পশু পাই মাৰি সবাকে সিধাৰে দিছে।

আৰু মাৰ্কণ্ডেয় পুৰানৰ পৰা প্ৰথমে কাপ ধৰি হৰিচন্দ্ৰো-পাখ্যান কৰিছে চাৰি খুটা মাৰি সেৱকলৈ। হৰিচন্দ্ৰ উপাখ্যান

আৰু কথা বান্ধি এটা ম'ৰা ধৰি এৰি দিছে পুনচ; আৰু সানুহৰি পাৰ হৈ সিজৰিত এটা ভালুক মাৰিছে কাৰণে; আৰু একদিনা লুইতে স্নান কৰাত সবে ছাত্ৰেৰে এটা শিহু ধৰি মাৰিছে কাৰণে; আৰু কথা বান্ধি বুৰ দি দুই-দাঁৰ মানে কাটল মাছ ধৰি সাঙ্গি কৈ আনিছে, বুঢ়ী আইএ বাগকৈ

অধ্যয়নৰ বিস্তৃতি

কটাই সবাকে দিয়াইছে ॥ এই মতে পঢ়িছে। সাম, ঋক্, অথর্ব্ব, যজুৰ, তৃবেদ, চৌধ শাস্ত্র, শিক্ষা, কল্প, জ্যোতিষ, ৰীতি, নীতি, নিৰুক্ত, ছন্দঃ, শ্রুতি, স্মৃতি, মীমাংসা, তর্ক, কলাপ, তৃক, ন্যায় এই চৌধ শাস্ত্র অষ্টাদশ পুৰাণ, শিৱ, মৎস্য, বৈষ্ণৱ পুৰাণ, স্কন্দ, কূর্ম্ম, গৰুড়, মার্কণ্ডেয়, ভাগৱত, বামন, বাৰাহ, লিঙ্গ, ভবিষ্যৎ, ব্রহ্মাণ্ড, বৈবর্ত্ত, বৃহৎ, নাৰদী, ব্রহ্ম, পদ্ম ॥ অষ্টাদশ ভাৰতঃ—আদিপর্ব্ব, সভাপর্ব্ব, বনপর্ব্ব, বিৰাটপর্ব্ব, উদ্যোগ, ভীষ্ম, দ্রোণ, কর্ণ, শৈল্য, সৌপ্তি, দশম, স্ত্রীপর্ব্ব, শান্তিপর্ব্ব, অশ্বমেধ, আশ্রম, বানস্বর্গ, স্বর্গাৰোহণ, বিজয়পর্ব্ব ॥ সংহিতা—সুত, ব্যাস, গোতমী, নাৰদী, অগষ্টি, বশিষ্টি, মার্কণ্ডেয়, ব্রহ্ম, ভৃঙ্গি ( ভৃগু ? ) পৰাশৰ, বিশ্বামিত্র, ভৰদ্বাজ, দুর্ব্বাসা, বৈশ্বানৰ, কপিল, অঙ্গিৰস, সৌৰি, এই অস্টাদশ ॥ চৌধ ব্যাকৰণ—পানিনি, কলাপ, পঞ্জিকা, শব্দৰত্ন, মুর্খবোধ ( মুগ্ধ ? ), জ্ঞানাঙ্কুশ, সদ্ম, স্বৰপ্রদীপ, শব্দজ্ঞান, প্রশ্নবোধ, প্রাকৃত, সন্ধি, বৃত্তি, কৃতি, আখ্যাত ॥ অষ্টাদশ তন্ত্র। অষ্টাদশ কাব্য—মাঘ, ভাৰবী, ভাৰতী, নৈষধ, হিতোপদেশ, বৃন্দাবনচন্দ্রধাৰী, অন্যাপদেশ, মোহমুদ্গৰ, প্রধান, হনুমন্তী, হিমৱন্তী, মেঘদুতজ্ঞান, নৱৰত্ন, পঞ্চৰত্ন, দৰিদ্র, অষ্টক, মুঞ্জাস্টক, বিদ্যাবিদুষী, শান্তিশতক, এই আঠাৰ কাব্য। দণ্ডি, প্রবোধচন্দ্র, আনন্দলহৰি, শৃঙ্গাৰ-তিলক, শ্রুতবোধ, ঋতুমঞ্জৰি, হাস্যার্ণব, কবিৰত্ন, অমৰ, হাৰাৱলি, মেদিনী, শব্দৰত্ন, কলাপ, পঞ্জিকা, শব্দজ্ঞান, প্রশ্নবোধ, শ্রুতবোধ, শ্রুতিবোধ, এই আঠাৰ কোষ। অমৰ, চাণক্য আনো শাস্ত্র সবাকে পঢ়াই গুৰু কন্দলীয়ে বোলে, যিখানি জানো, পঢ়ালোঁ একা; নাইও আৰ। আনে শত বর্ষ পঢ়িও নপাৰে একা। মই কাৰণে হে। "আপুনি নির্ম্মিলা শাস্ত্র। তাকো পঢ়া হুয়া ছাত্র", এই বুলি বিদায়

দিলে। একবৰ্ষ পঢ়ি আছিল। পাচ দিনা আএ গুৰুক অনাই ভোজন কৰাই দক্ষিণাকৈ পঠালে।

যোগ শাস্ত্ৰ পঢ়িবলৈ আছিল, গৃহতে পঢ়ি জলত এপৰ বুৰ দি থাকে, বস্ত্ৰ নিতিতে। পাট সূতাৰে বন্ধ কৈ বায়ু নিৰোধে, ভট্ ভট্ কৈ ছিগে, আলসে ৰয়, হৰণ, পূৰণ, পাচে তাকো এৰিলে। যোগ শাস্ত্ৰ অধ্যয়ন আৰু যোগাভ্যাস

পাচে সূৰ্য্য ভূঞাৰ দুহিতৃ সূৰ্য্যাৱতী আএ খুজি ৰাঢ়ি. শুভ বাৰ মাহ তিথিত গুৰুজনৰ একৈশ বৰ্ষ আই ৈচধ বৰ্ষত বিবাহ কৰালে। গুৰুজনৰ বাইশ বৎসৰ, আইৰ পোন্ধৰ বৰ্ষত পুষ্পোৎসৱ হ'ল। শান্তিয়নি কৰাই ৰতি সম্ভোগে আছে। সপ্তদশ বৰ্ষত মনুকন্যা জন্মিল। ন মাহৰ অন্তে আই চলিল। কতো মুখ ভেদে কই তেতু বৰ্ষত আপীক হৰি জমাইত বিহা দি গৈছে। ক্ৰিয়াকৰ্ম্ম আচৰি তেৰ বৰ্ষ ৰহি আহিনৰ এদিন যাএতে বুদবাৰে। ৰামচন্দ্ৰ কাঠৰ বেটা হৰি জমাইত বিহা দি গৃহে থৈ গৈছে বিৰকত বৈৰাগ্য হৈ। কতো মুখে কয় নাএৰে গৈ তেলকুপিত উঠি সুমালিনী পসাৰীএ স্বপ্ন দেখি ভোজন সম্ভাৰ দি পুৰা দুশ টকা, দুকৰি সোনা, ৰূপা দুই দি গুৰুভক্তক দি ৰাম নাম লৈ চলিছে। গুৰুজনে সহস্কাৰ কৰাই গৈছে। মদাৰগঞ্জত নিশা ঈশ্বৰে ভোজন সম্ভাৰ দিছে। জগন্নাথ পাই মহিন্দ্ৰকন্দলী আদি অনেক যাত্ৰীক দেশে পঠাই আঠজনে সেতে গৈছে। বাতুজন ভক্তেৰে পছিম ক্ষেত্ৰ কৰিবলৈ যাত্ৰা কৰিলে। ৰাম ৰাম, সৰ্ব্বজয়, পৰমানন্দ, বলোৰাম, বলোভদ্ৰ, গোবিন্দ, নাৰায়ণ, ৰবচিৰাম, গোপাল, চোট বলোৰাম, মুকুন্দ, মুৰাৰি এই সৱ চাতেৰে (চাত্ বান্ধি) গুলায়। জয়ন্তক আনি ষাঠি বলদ, ছয় কুৰি ধেনু, ৰৰভূঞা বিষয় সোধাই গৃহ বাৰি পৰিকৰে সমে দিলে, বিপ্ৰকো ছয়কুৰি বোকগুা ধেনু দান কৈ গ'ল।

বিবাহ

মনু কন্যা

স্ত্ৰী বিয়োগ

তীৰ্থপৰ্য্যটন

পুনৰ্ভৱা কৰতিয়া প্ৰথমে স্নানকৈ ভাগিৰথী চিলিপুৰ ঘাটে স্নান দান কৈলে। তাৰ পৰা গৈ গয়াত বিষ্ণুপদত চৈধ পুৰুষৰ পিণ্ড দিলে ফাল্গুতীৰে, দান দক্ষিণাকৈ গ'ল।

তৈৰ পৰা বাৰানসী, কাশী বিশ্বেশ্বৰ থানে স্নানকৈ দান দক্ষিণা দি বাস কৰি গ'ল। প্ৰয়াগ পাই মুণ্ডন কৰাই ব্ৰহ্মবট দৰ্শন হৈ দান কৈ গ'ল। যমুনা গঙ্গাত পৰিছে, পুষ্কৰ তীৰ্থ স্নান দান কৈলে। তৈতে কৰি গোপীনাথে শৰণ ললে। তাৰ পৰা গৈ প্ৰভু শ্ৰীৰামৰ থান অযোধ্যা পাই ফুৰি, সীতাক সিংশপাতলে থকাত ব্ৰহ্মাৰ আদেশে ইন্দ্ৰে পায়স, মিছিৰি অমত দিছেনি। একবৰ্ষ ক্ষুধা তৃষা নাই। তাৰে গুটি ৰাক্ষসী সবে আইচাতে আহি কলেহি, কলিত খালে মাহেকলৈ ভোক নাই। প্ৰাই সাতজনেহে বেৰে পায়, ছগালিচা জুৰিছে। গছতলে ৰ'লতে মৰিব খৈলে। আকাশ জান দি ৰাজা থৈছে ; ৰথীয়া সবে বিস্ময় হৈ দি ঈশ্বৰ মানি সেৱা কৰিছে। প্ৰদক্ষিণ কৈ সৰযূ গঙ্গা স্নান দান কৈ গ'ল। গৈ কুশৰ নগৰ কুশৱতী পুৰে নিশা বঞ্চি চাই গৈ। লৱৰ প্ৰস্নাৱতী নগৰে ৰহি বঞ্চি গ'ল। গৈ বিন্ধ্যাগিৰি পৰ্ব্বতৰ কাছে নদিগ্ৰামে ভৰদ্বাজ আশ্ৰম পালে। তাতে কতো দিন ৰহে গৈ। নিজ আপোন কৃষ্ণদেৱৰ বৃন্দাবন গকুল পালেগৈ। তৈতে ৰাধা নামে সন্ন্যাসীএ শৰণ ললে। ৰহি কালিন্দী তীৰে কালীহ্ৰদে স্নান কৈ কদম্বতলে বাস কৰিছে। তৈতে ৰূপ সনাতনে বৃন্দাবন দাসে গুৰু মানি শৰণ লৈছে।

ৰূপ সনাতন, বৃন্দাবন দাস

লুহ, মুহ, লাল, তাল, কুঞ্জ, মুঞ্জ, নিকুঞ্জ, খাজুৰ, অশোক, ভাণ্ডিৰ কাম্যখিদ্ৰ, অশোক কেশীঘাট, বংশীবট, যমুনাত স্নান দান কৈ নমি প্ৰদক্ষিণ কৰি গোবৰ্দ্ধনে কতোদিন ৰৈ গৈছন্ত। তাৰ পৰা গৈ হস্তিনাপুৰ পাই বিদুৰৰ আশ্ৰম নমি, পাছ

পাণ্ডৱৰ ইন্দ্ৰপ্ৰস্থ পাই নমি একবৰ্ষে ৰহি, কুৰুক্ষেত্ৰ পালেগৈ। ভক্তি হাট কৃষ্ণ গোপীক জ্ঞান দান কৰা থান নমি গ'ল ॥

গৈ বদৰিকাশ্ৰমে উঠি উদ্ধৱক দৰশন হৈছেগৈ। তাত দক্ষিণ বাহুত বাঢ়িছে মাংস। সৰ্ব্বজয় আতৈ বোলে, কিবা হবহে। গুৰু বোলে, আমাৰে সখা ইষ্ট এজন পুৰুষ মাধৱ নামে জন্মিছে ॥ আহি হিমালয় পাই গঙ্গা বাহি পাইছে, বেত্ৰকুট, সদাশিৱৰ মাথে, তাতে স্নান নমস্কাৰ কৈ আহিচন্ত। তাৰ পৰা নেপাল, নৈষধ, কৈকেট, কৈশলা, দ্ৰবিড়, পাঞ্চাল, শ্বেতদীপ এই সব দেশ গ্ৰাম ৰাজ্য ফুৰি চাই ৰাৱণে যুদ্ধলে অনা ক্ষুদ্ৰ নদী কৰ্ম্মনাশাৰ কাষে বৈদ্যনাথ পালেগৈ। চাই চিন্তি ৰহিলগৈ। কেশৰী পাই স্নান দান কৈ কাবেৰী পাই পৰ্শি স্নান কৈ ৰহি মাৰ্গকাশী পাই নমি স্নান বাস কৈ। বিন্দুকাশী কতো দিনে পাই সেৱা স্নান কৈ, গৈ পয়োস্বিনী পাই দৰশন হৈ স্নান কৰি গৈ মহাতীৰ্থ কৌসিক পাই বঞ্চি স্নান কৰি বন্দি গৈ মৃকণ্ডু আশ্ৰম পাই চাই পুৰুভদ্ৰাতে স্নান বাস কৰি গৈ সোনাকত স্নান কৰি ৰহি গৈ কপিল পালেগৈ। পাই স্নানি পৰ্শি গৈ গণ্ডকী পাই স্নান দান কৰি গৈ মথুৰা পাই ফুৰি চাই, উপদ্বাৰকা পাই, তৈতো কতো দিন বঞ্চি তৈতে ৰামাকান্ত নামে ক্ষত্ৰিএ গুৰু মানি শৰণ লৈছে। কতো সবে তোলে ৰুক্মিণী মন্দিৰেও গৈছে বুলি।

তাৰ পৰা গৈ লক্ষ্মণ পুত্ৰৰ দেশ অঙ্গদীয়া নগৰ পাই চাই ৰহি ফুৰে গৈ। শিখৰ ভূমি চন্দ্ৰকেতুৰ নগৰ চন্দ্ৰাৱতী নামে গ্ৰাম দেশ চাই ৰহেগৈ। ৰামেশ্বৰ সেতুখণ্ড পাই দৰশন পৰশন হৈ গ'ল। গৈ সাগৰত স্নান পান কৈ গৈ, সীতাকুণ্ড শ্ৰীৰামে পৰীক্ষা সীতাক দিয়া পাই দেখি ৰহে গৈ। শত্ৰুঘ্ন পুত্ৰৰ দেশ নগৰ সুবাহু চাই ৰহেগৈ। মাকচ সুবাহু বন্ধ

কৌষিকৰ যজ্ঞভূমি চাই বঞ্চি গৈ, সুচৰিতাৰ বিদিশ নগৰ পুৰ গ্ৰাম চাই ৰহি গৈ দণ্ডকা চিত্ৰকূটে শ্ৰীৰামৰ থান ভিটা নমি, খৰ দুষণৰ যুদ্ধৰ সূৰ্পনাশাক দণ্ডা চাই গৈ, গোদাবৰী পাই স্নান পান কৰি বাস কৈ গৈ, গোমতী গঙ্গা পাই স্নান দান কৈ গৈ তক্ষক নামে নগৰ পাই তৈতে ৰহি চাই গৈ, পঞ্চবতী তীৰ্থে স্নান পান কৈ গৈ, দশকন্ধ জটায়ু যুদ্ধ সহস্কাৰ পাই চাই ৰহি গৈ, ৰিচমুখ পৰ্ব্বত পাই চাই শ্ৰীৰামে তালভেদা পঞ্চ বানৰে শৰণ লৱা পাই ৰহি গৈ, কিছ্‌কিন্ধা নগৰ পাই ৰহি গৈ, পুষ্কৰাবতী ভৰতৰ পুত্ৰৰ দেশ, পুৰ, নগৰ গ্ৰাম চাই ৰহি গৈ ভৰদ্বাজ পাই ক্ষেত্ৰ ভূমি নমি, পৰ্শি শুদ্ধকই গৈ, ক্ষেত্ৰ হৰিদ্বাৰ পাই চাই চিন্তি গৈ, জয়দ্বাৰ পাই চাই ৰহি কতো দিন গৈ, নৰ্ম্মদা গঙ্গা পাই স্নান দান কৰি গৈ, মহানন্দা গঙ্গা পাই স্নান পান কৈ কটক নগৰে ৰহি গৈ, উৰিষা দেশে বৰ্গ্গী ৰাজ্য ওৰেষা পুৰী শ্ৰীপুৰুষোত্তম ক্ষেত্ৰ পৃথিবীৰ বৈকুণ্ঠ পূৰ্ণ জগন্নাথ দৰ্শন হ'লহি। শ্বেত গঙ্গা, মাৰ্কণ্ডেয় চন্দন সৰোবৰ, ইন্দ্ৰদমন, লোকনাথ এই পঞ্চ তীৰ্থ স্নান পান দানকৈ সবে তীৰ্থৰ ভূমি সিন্ধুৰাজ স্নান কৈ, পাতালী গঙ্গা স্নান কৈ দেৱ দল দৰ্শনে গ'ল। দ্বাৰিকানাথ, হনুমন্ত, জাম্বৱন্ত, বিভীষণ, সুগ্ৰীঞ, যম, বলি, ব্ৰহ্মা, লক্ষ্মী, সৰস্বতী, ঘুনুচা, উগ্ৰসেন, চৈতন্য, বাংশীধাৰী কৃষ্ণ, গোবৰ্দ্ধনধাৰী, নৃসিংহ, শ্ৰীৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘন, নন্দ, যশোদা, বসুদেৱ, দৈৱকী একাদশী, গৰুড়, হৰগৌৰী এই সবকে মুখ্য কৈ প্ৰাতঃে চাৰি সৰোবৰ স্নান কৰি সবে দৰ্শন হৈ দিনমানে, নিশাযতমানে পাণ্ডা চাপে, গুৰুজনে ব্ৰহ্মপুৰান কয় ইন্দ্ৰদ্যুম্ন জগন্নাথ অপাৰ মাহাত্ম্য। এইক্ৰমে একবৰ্ষ ৰহি চাই কৃষ্ণ, বলভদ্ৰ সুভদ্ৰা, ব্ৰহ্মবট, সমুদ্ৰ স্নানি পাণ্ডাসৱক দক্ষিনা কৈ আহিল। তৈৰ পৰা গঙ্গা সংগমত স্নান পান কৈ কপিল মুনিৰ

তীৰ্থৰ পৰা প্ৰত্যাবৰ্ত্তন

আশ্ৰমে বাস কৰি ভগীৰথৰ আশ্ৰম চাই আছি জাহ্নবী যোহনা কলিন্দী পূৰ্ণতোয়া কৰতিয়া স্নান পান কৰি এই সবকে মুখাকৈ আনো যত পৃথিবীৰ তীৰ্থক্ষেত্ৰ আছে দেশ, ৰাজ্য, দ্বীপ, দ্বীপান্তৰ পুণ্যভূমি চাই চিন্তি ফুৰি বেড়াই বাত্ৰ বৰ্ষে আছি আলি পুখুৰী আত্ৰমাহা এপৰ নিশা যোৱাত বুঢ়ী আইক মাত লগাইছেহি। মাত বুজি আৰ্ত্ত হৈ আহি কচাৰি খাটৰ খুৰাত উঝটি খাই পৰি আঠুমূৰ ভাগি সাৰটি ধৰিলেহি মোৰ বাপু বুলি। পাছে খান দান কৈ নিশা ৰহিল, পুত্ৰা জ্ঞাতি মিত্ৰ, বন্ধু বৰ্গ, ৰাতুও ভুঞা চাপি শুকজনক চাই বাৰ্ত্তাবিতা সুধিছে। মহাপুৰুষ শুক যি তীৰ্থৰ যি ভাৱ কথা কাৰ্য্য, মাত বলি ফাচি মহাত্মা, যি দেশত যি ধাৰা নীতি খান-পিন্ধন সবাতে সবে কথা কৈ তীৰ্থৰ জল মৃত্তিকা, প্ৰসাদ নিৰ্ম্মালি দিলে। 'লৈ বাৰে ভূঞা প্ৰসংসা কৰি বোলে বাপু, তুমিহে আমাৰ বংশত পদ্ম, প্ৰদী(প) হলা, পুৰুষকো উদ্ধাৰিলা। এই বুলি গল দিশা দিশি জয়ন্তক চেনী দিছে, নি বাট মাছ পুৰি সানি খাই কলেহি। বোলে মূৰ্খ একো নাজান কি কিহেৰে খাব লাগে, পগা দৈ খাগৈচো, কেনে পা। খাই চাই তেহে শলাগি টকালি পাৰে।

দিনা চাৰি বৈ বাথানে পালৰ ধেনু ধৰিলে আনিবলৈ গুৱালে নিদিঞতে তুভুকু মাৰি আনিলে সি গৈ ৰতিকান্তত কলে। বোলে তাৰাৰ ধেনু নিএ, ধৰ কিয় ? যদি আমাকে বিলন দিএ ডেকা গিৰিএ, নগলে পাৰোনে ? কতো মুখে কয়, বনগঞা গিৰিহে গৈ ধৰাত হানি মাৰিছে দাইকৈ বাজকৈ দণ্ড লৈছে।

আক একদিনা খেৰশুতী মাতৃবোলে বাপু, তুমি মোৰ বংশধৰ নাতি। আগলৈ সন্ততি নাই এটী কন্যা জোৰো'। শুক বোলে মাতৃ, বিবাহ কৰালো গুচিল, কৃষ্ণৰ কৃপাহে সি। জঞ্জাল নপাতো আক। শুনি আই মনকষ্টে ৰহিল। পাচ পুনৰ্বিবাহৰ প্ৰস্তাৱ

দিনা বংশৰ ভূঞা ৰামখা, কপখা, গাভুৰ্খা, কেতাই খা, বুঢ়াখা,

৫৪ বছৰত দ্বিতীয় বিবাহ

হৰিখা, বৃদ্ধ মতাই আনি সবাকে হেৰাই ধৰালে । তেহে গুৰুজনে সবাৰে বাক্য পেলাব নপাৰি কষ্টেৰে বোলে বাক । তেহে ছকুৰি চৈধে বৰ্ষ আই পোন্ধেৰ বৰ্ষত বিবাহ শুভ মাহ বাৰ তিথিত কৰালে । অষ্টাদশ মাসে পুষ্পংসৱ হল ।

কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ

শান্তিঅনি লৈ বতি ৰসে আলিপুখুৰীত পাঞ্চ বৰ্ষ আছিল । পাচে অনেক শাস্ত্ৰ ৰস, তত্ত্ব লৈ হৰি কীৰ্ত্তন কৰি কৃষ্ণ কথা চৰ্চ্চিবলৈ ধৰিলে । অনেক জঞ্জাল পাই ৰাম ৰাম সখি, নৰোত্তম, চতুৰ্ভুজ, সৰ্ব্বজয়, পৰ্মানন্দ ও লসি ৰাম, বৰ শ্ৰীৰাম, বুঢ়া দৈবজ্ঞ, জগতানন্দ, বৰ বলোৰাম, চোট বলোৰাম, বলোভদ্ৰ, নাৰায়ণ, সাতকুৰিয়া, নাৰায়ণ, গোবিন্দ, হৰি এই সবে আলচ কৈ গ্ৰামৰ দূৰ কুশুম দেবৰ সৰিহ তলি, তাতে গৈ গনক জানে চাৰি হাতি কৰি গৃহ বান্ধিবলৈ চাৰ মাৰোতে বাসুদেৱৰ মূৰ্ত্তি ওলাইছে । সমস্তে শাস্ত্ৰ খীৰ সাগৰে বিচাৰি

চাৰিবস্তু

মথি অমৃত উদ্ধৃতকৈ প্ৰচাৰিলে । ভাগৱত সম্বন্ধ, সহস্ৰনামৰ নাম, গীতাৰ এক শৰ্ণ, এই তিনটি বস্তু ব্যক্ত কৈলে । সিটি গুপ্তে ৰাখিছিল ; চোট আজ্ঞা পাই বেলগুৰিত প্ৰচাৰিলে । ভক্তে হৰি গুণ গাই আছে পক্ষ তিনি । পূৰ্ব্বে বৰপেটা বিল, তাৰে জল খায়—দূৰ, গৰ ভালুকৰ ভয় নিশা যাবলৈ ধুতিএ নপাৰে । কষ্ট পাই গুৰুজনত সবে ভক্তে প্ৰাৰ্থনা কৰিলে । বোলে তোম্ৰাসবে দিনে নিশা নাম ডাকা, পাস কৈ জল দিব ভগৱন্তে । পাচে নাম দিলে । মহাপুৰুষ গুৰু দুপৰ নিশা গৈ বৃদ্ধাঙ্গুষ্ঠে ধেনুএ কাৰ কৰি উৰ্দ্ধ হস্তকৈ গোৰ্হানি মাৰিলে ; গিৰগিৰ শব্দে আকাশী গঙ্গা নামিলহি

গঙ্গা আনয়ন বটদ্ৰৱা

পূৰ্ব্বৰো নিমিত্ত ॥ পুৱা দেখে যাই ভক্তে, ৰাকৰা ৰাৰীতে বিল জল হ'ল ; বট গ'ল কলৈ, আশ্চৰ্য্য অদ্ভুত হৈ গুৰুজনত কলে । বোলে ঈশ্বৰে কৃপাকৈ তোম্ৰাসবক নাম জল দান

কৰিছে। তৈতে গড়ুৰ পুৰাণ চাই "ভকতি প্ৰদীপ" কৰিলে; ভক্তিপ্ৰদীপ,
হৰিবংশৰ পৰা ৰুক্মিনী হৰণ কৰিছে। তেহে বাহু কন্ধ ৰুক্মিনীহৰণ
কৰিবৰ মন দিলে। মূল আৰ্য্যা নাইকাত সূচক খলুৱা নিন্দে
বুলি তোচা খাই আছে। তেনেতে পছিমৰ পৰা বাহু কন্ধ ভাগৱত
ভাগৱত লৈ জগদীশ মিশ্ৰ পালেহি। গাঞ মুৰতে বাই জগদীশমিশ্ৰ
আতাক পাই বাৰ্ত্তা সুধিলে শ্ৰীশঙ্কৰ কত থাকে বহা।
বোলে আছে নাই মই চাই আহোঁ, তুমি খানেক ভজা।
বাএ গৈ বোলে দদা, তোম্ৰা পছিমত কাৰবাৰ টকা খৰ্চ্চাকৈ
আহিছানে? এক বিপ্ৰ তোমাক বিচাৰি আহিছে দেহোঁ।
বোলে আনাগৈ; আমি লোকদ্ৰব্য খাই নিদি আহোঁ,
তোমাৰ মনে লয়, যোৱা আনাগৈ। আনিছে। মহাপুৰুষ
গুৰু খোজা চাৰি আগ বাঢ়ি আনি ঠাই মচাই ঠগা দি শাস্ত্ৰ
থলে। আসন দিছে বহিল। দুই চাকৰে পাও ধুৱালে।
পাচে গুৰু সুধিলে, তোম্ৰা ক'ৰ পৰা অহা যায়; কি শাস্ত্ৰ
আত? বিপ্ৰে বোলে বাৰানসী তিকতীয়া গ্ৰামে গৃহ,
পঢ়িলোঁ ব্ৰহ্মানন্দৰ ছাত্ৰ শালে বাহু বৰ্ষ, গুৰু নাম দিলে
জগদীশ। বাহু কন্ধ কণ্ঠাগত হৈ জগন্নাথলৈ শুনাবলৈ নিলোঁ।
স্বপ্নত জগন্নাথে বোলে কিয় আহিলা? বোলেঁ ভাগৱত
শুনাবলৈ। বোলে মই অন্তৰে চৈতন, লোক দেখাই জৰ
ভাৱে আছোঁ। দোষণ সিদ্ধান্ত কেনেকৈ দিম? মই অ'ত
কলাহে, পূৰ্ব্বে শঙ্কৰ ত'ত হে। ত'ত কলেহে আমিও পাঞ
শঙ্কৰেও পাই। মাতা জগন্নাথ তাৰা হে। যোৱাগৈ সুধি
পূব দেশে 'ৰ' আদি গ্ৰাম। ছয় মাসে সুধি পাইছোঁহি
আপুনাক। তেহে ৰামৰামৰ গৃহে ঠাই দি ভোজন কৰালে।
তেহে দ্বিজে বোলে গীত কথা শ্ৰৱণতে দহো বাহুও কন্ধ
গ'ল, কম নো কি? পাচে সজ বাৰ তিথিত সবাই দি ভাগৱত
পঢ়ালে। এক বৰ্ষে ভাগৱত অৱসান হলো, বিপ্ৰও বাম

বুলিলে। কতো মুখে গাঙ্গত বুলিও কয়। ৰামৰামৰ হতুৰা সহস্কা কৰাই কৃয়া কৰ্ম্ম কৰালে। তেহে মূল চাই আহি লৈ উদ্ধৱ সংবাদ পয়াৰ পদ কৰিলে, প্ৰথমৰ পৰা দ্বাদশলৈ আঠ কন্ধ, উদ্ধ সংবাদ মূল নাইকাতে কৰা। পাচে গুৰুজনে জগন্নাথৰ কৃপা প্ৰবোধকীৰ্ত্তন মানি গুণ বৰ্ণালে ওড়েষাৰ একৈছটা কীৰ্ত্তন। পাচে দশম পঢ়োতে ওলাল—

"বিষ্ণু বুদ্ধি কৰি নন্দৰ পোক।
দেখাইলা বৈকুণ্ঠ ব্ৰজৰ লোক॥"

শুনি ভক্তে প্ৰাৰ্থনা কৰিলে বাবে ভূঞা সমে, গোপ গোপী যে কৃষ্ণে দেখালে, আমাৰো কৃষ্ণ তুমি, ইচ্ছা গৈছে দেখোৱা যক। তেহে ভূঞা সবে দল কৈলে। গুৰু কপিলী মুখৰ কলঙ্গ কাখৰ কুমাৰত খোল গঢ়ালে জোখা দি, দাইনা সাত আঙ্গুল, বেঞা তেৰ আঙ্গুল হ'ল, চালে। ঘুন দিবৰ ভু নাপাই মাত নোলায়। কষ্ট পাই অসন্তোষে আছে ঘুমাই। ভাত খাই পাতৰ কাকে ঠোঁট খহালে মাত চিহ্নযাত্ৰা ওলাল। তেহে বৰা ভাতৰে খোলা গুৰি বটি দিছে। নাট সূত্ৰ সৰ্ত্তা আৰিয়া জো কৈ পাতিলে, চন্দ্ৰকৈ সন্ন্যাসী ৰূপ ধাৰি একৰূপ ধৰি দেখাইছেহি লোক দেখাই। তুলাপাতত সাত বৈকুণ্ঠ লিখিছে, কল্পতৰু দিবলৈ ভ্ৰম হৈ ধাগিত খাই আছে। চন্দৰী আইএ ধান হতাইছিল। বোলে ডেকাগিৰি, সেইখিতে নিদিয়া কিয়, শ্ৰীমন্দিৰ কাখে সপ্তমদ্বাৰ আগ কৈ? তেহে গুৰু দিছে, পচিমে বাহু ভূঞা চাপি দল বান্ধি যাত্ৰা পাতিলে, বৈকুণ্ঠৰ পৰা বৰধেমালি ঘোষাধেমালি তাল মান নমাই গালে ভীমা বায়নে, গুৰুজনে বায়ুমণ্ডলি ৰাগ দিলে। লক্ষ্মণ গায়ন বলাই গায়ন তিমিৰ ৰাগ দিছে। পাতিসোন্দৰ পাত সৰি গ'ল মেঘমণ্ডলি ৰাগ দিলে, লাগিল

পাত। গুৰুজন সাত বৈকুণ্ঠৰ ঈশ্বৰ। বহাগু গায়ন হৈ মেঘমণ্ডল ৰাগ দিছে। পাতিসোন্দা গাছ আছিল, পাত সৰিছে; পূৰ হলত লাগিছে। মেঘ দি বৃষ্টি আনিছে। নদী বিলে খলকি ঢৌ উঠিছে। ৰাত্ৰিদিন পুৰুষ স্ত্ৰী অচিন হ'ল। বায়নত, নটুৱাত, সূত্ৰ, ওজা, নাৰদ, এই চৈধ্যৰূপ হৈছে। লোক ৰায়তে দেখি অদ্ভুত আশ্চৰ্য্য হ'ল। ঈশ্বৰ বুদ্ধি কৈ মানিলে সবেও। ব্ৰাহ্মণ সবে মহিমা ঈশ্বৰশক্তি দেখি শৰণ লবলৈ ধৰিলে। এবাৰ নোন্নাৰি গুৰুজনে বোলে দেবী দুৰ্গা সেৱা পূজা এৰিলেহে ই বস্তুত ৰব পাৰি, দিবও পায়, আৰু দশম শাস্ত্ৰ লাগে, আজিলৈ যক বুলি দান দক্ষিণাকৈ পঠাইছে ভাণ্ডি। পাছদিনা কবিৰত্ন, বিদ্যাৰত্ন, সৰস্বতী, ৰাম, ৰাম-ৰাম গুৰু চতুৰ্ভুজে স্বপ্ন কথা কৈ শৰণ লৈছে, সিহঁতেও লৈছে উদ্ধৱ সংবাদ আগে থৈ।

আৰু একদিনা স্নান ভোজন কৈ, নবিন বস্ত্ৰ পৰিধান কৰি, তুলসী ধোপ মাথে লৈ কমলিধৰা পৰমানন্দেৰে গৈছে ৰূপখাঁৰ আলিয়ে। পথকৰা লোকে সেৱা কৈ কতখানি গৈ ৰয়, খনো সোধে বোলে বাপ কলৈ যায়? বোলে এইখিনিতে আহো। এটা স্ত্ৰীয়ে চাই আছে দৃষ্টিলৈকে। পৰমানন্দে সুধিছে, গুৰুজনে কৈছে বেণুকাৰ জন্মৰ কাৰণ, ইবাৰ সাৰিব বুলি। পাছে গৈ দেওৰা কাষে গৈ দলনি ভূঞি পালেগৈ। পৰমানন্দে বোলে ডেকাগিৰী এই পথে ক'লা ৰাগু পাব, লোকে পন্থ এৰিলে ভয়ত। তুমি যা কলৈ? গুৰু বোলে ভয় নকৰিবি আহ। ৰাঘে চক্ষুৰ দৃষ্টিৰ দেখি বিদ্যুৎ সঞ্চাৰে খেদি আহিছে, বায়ু বেগে দুই শিং তাৰি, সমীপ পাই চাই দেখে বৈ আছে। আন লোক ভিৰি লৰ মাৰে গোৰত গোৰে খেদি নিএ। তেনেতে গুৰু বাওমৰ্দ্দন

খোপটি মাৰি দিলে, শিঙত পৰিচকু ধাকি ধৰিলে। গৈ শিঙত ধৰি থুঠৰি ঠেকেছি আলি খাবৈলৈ মাৰি পঠালে, অৰিষ্ট মৰাদি পকাই। কতো বেলি বৈ পৰমানন্দে জুমি চাই দেখে শ্বাস নিশ্বাস নাই। ভয় হৈ বোলে ডেকাগিৰী ভাল কৰিলা, গৰু মৈল। পাছে কতখানি থাকি এক আখি পিৰিকিয়াই চাই দেখে আগতে আছে। তেহে প্ৰাণৰ কাতৰে উঠি লৰ মাৰিলে। কমলিধৰা হাস্য কৈ বোলে ডেকাগিৰী ধৰা ধৰা। তাৰে পৰা আনসবে যত দেখে ডেকাগিৰীৰ কথা ক'লে ভিৰি ল'ৰ মাৰে। পাছে পৰমানন্দে সবাতে কলে ষাণ্ড-মৰ্দ্দা। শুনি আশ্চৰ্য্য হ'ল; ভয় ভাগিল ফুৰিবলৈ।

আক ৰা সুস্তিএ লোহিত গৈছিল। টেম্বুৰা জানে জল সোমাই প্ৰজাৰ শস্য হানি কৰে। কেতাই খাঁ, বুঢ়াখাঁ, ৰামখাঁ, হৰিখাঁ, গাভুৰখাঁ, শ্ৰীৰামখাঁ, হৰামখাঁ, ৰূপখাঁ, বিৰামখাঁ, শ্ৰীহৰিখাঁ এই সবকে মুখ্যকৈ বাহুভুঞা চাপি ধৰ বান্ধে, চামধৰাতে কপিলীমুখলৈ উত্তৰে শিঙৰী বৌতাতে মানুহ চপাই গোজ ধাম মাৰি চতি খুৰাই বান্ধে, ভাঙে বাৰম্বাৰ। প্ৰজা হাৰাশাস্তি হ'ল। পাছে সবে চাপি শ্ৰীশঙ্কৰদেৱৰো নিয়ালে, অনেক ব্ৰাহ্মণ পণ্ডিতো চপালে। অনন্তকন্দলি, মহেন্দ্ৰকন্দলি, গোবিন্দ মিশ্ৰ, খৰা মিশ্ৰ, অৰা মিশ্ৰ, গৰা মিশ্ৰ, চন্দ্ৰ সৰস্বতী, ৰাম সৰস্বতী, সন্ধি সৰস্বতী, ঠেঙাল সৰস্বতী, বাগী ভট্টাচাৰ্য্য (১) হৰি ভট্টাচাৰ্য্য, বাগী ভট্টাচাৰ্য্য (২) তৰ্ক বাগীশ, ভানু বাগীশ, কবিৰত্ন, বিদ্যাৰত্ন, হেমৰত্ন, পঞ্চৰত্ন, চন্দ্ৰখড়ি, সূৰ্য্যখড়ি, বিজয়খড়ি, ৰত্নখড়ি, ৰত্নভাৰতী * * * অনেক। গুৰুজনে গৈ বোলে বিপ্ৰসব এই জান ধৰ শাস্ত্ৰী হলেহে বান্ধিব পাৰি। পাছে ব্ৰাহ্মণে বোলে আমাৰ ঘৰে পতি শাস্ত্ৰী আছে, কাইলৈ অনা হব। বোলে

আনিবাহা, এইখানি কৰা—পলাৰে ব্ৰহ্মপুত্ৰৰ জল আনিব লাগে, ক'লেহে পতিব্ৰতা সতী। তেহে গৈ সৰে বিপ্ৰে সুধিলে, গৃহে পতি ওলাল। পলৰে জল অনা ক'লত তোহাখালে নপাৰো বুলি। পাছদিনা সৰে চাপিল। শুক সুধিলে। বোলে আগে ঘৰে ঘৰে মঞ বুইলে, জল অনা ক'লত পাছ হুইকি পৈল। তেহে শুকজনে বামুণৰ আগ স্কন্ধ পুৰানৰ এক আছি কৈছে—কলিঙ্গ দেশৰ ৰাজাৰ মুখত বেথা ৰোগ হ'ল। পাছে দুখত ৰাজা এনে অঙ্গীকাৰ কৰিলে বোলে মোৰ ব্যাধি যেঞ চাৰ পাৰে তাকে মোৰ অৰ্দ্ধ ৰাজ্য দিম। তাকে শুনি অনেক দেশৰ অনেক বৈদ ধনন্তৰী, অথৰ্ব্ববেদী আছি অনেক টকা ৰাখৰ ৰজত স্বৰ্ণ ভাত্তি জাৰণ কৰি খুৱাই দিঞ; ফোত মিছা। পাছে ৰাজাৰ আপাল লাগি নিহলে ৰাখি থয়। এই মতে কত বন্দী হৈ পাৰি আছে আশাত। পাছে কতোদিনৰ মূৰত এটা বেজ মজলীয়া আহি দ্বাৰত বোলে ৰাজা বন্দী নকৈলে আমি এ চালোহতে পাৰো কি চাৰো। দ্বাৰী জান দিলেগৈ ৰাজা নিয়ালে। গৈ বৈছে বোলে চাৰ পাৰি, শাস্ত্ৰীৰ এটোপা খীৰ লাগে। ৰাজাৰ ওচৰতে শুক ব্ৰাহ্মণ আছিল চালে। বোলে মহাৰাজা, আমাৰ গৃহে আছে, এতিক্ষণে অনা যাব। এই বুলি উঠি গঞ ভৰি গৈছে। পথে পাই যি লোকে সুধিলে বোলে বৰ বেগ দহো? বোলে ৰাজা ঔষধলৈ শাস্ত্ৰীৰতন আনো আমাৰ গৃহৰে। পাছে সি বোলে তই সৰ্ব্বনাশ হবি—ৰ'ছো মই কওঁ, তুমি গৈ চোতালৰ মূৰে মূৰ ঘুমাই বসি থাকগৈ অসন্তোষ ভাৱে। আনসৰে মাতিলে গা মুধুৰি। পাছে তোৰ ভাৰ্য্যা মাতিলে এই কথা কৰি বুলি এশপতি-বেশ্যাৰ তন বিচাৰি দিব দিছে ৰাজা ঔষধলৈ, বৈদে খুইছে-ক'ত পাওঁ, কি গা ধুম যা। বিপ্ৰে গৈ সেই

মতে আছে ৰহি। পুত্রে ভাতৃ মাতে, নমাতে। পত্নী ওলাই মাতিলেহি, কলে সেইক্রমে। তাই বোলে গা ধোৱা কি চিন্তা কৰা মোৰে নহৈছে একহে কম। পানীলৈ যাওঁতে পূৰাম ; নি দিবা। বিপ্রে শুনি অএাহি হৈ শুনি মনে বোলে মোৰ জাতি ক্রিয়া সকলো গ'ল। এই বেশ্যাৰ সঙ্গে—জীৱ দুখহে হব। এই বুলি সবাকে ছাৰি বনে গৈ যোগ চিন্তি গতি লভিলে। জানা গুৰুসব, তোম্ৰা সবৰো তেনেহে হৈছে। বামুনে শুনি মৌনে তুষ হেট মাথে অধোমুখে ৰ'ল। তেনেতে লুইতে পূর্ণানন্দ নামে পত্নী যোগমায়াৰে—ৰাধিকা বুলি কতো সবে কয়, উজাইছে। পত্নীয়ে সুধিলে বোলে সেই কিহৰ মেল ? বোলে বাৰে ভূঞা ধৰ বান্ধিবলৈ শাস্ত্ৰী বিচাৰিছে। বোলে মএ শাস্ত্ৰী। পূর্ণানন্দে বোলে সবাতে হীন তুচ্ছ অধম জাত, আমাত তই জো শাস্ত্ৰী! বোলে কিয় ? তোম্ৰাত ৰাজে পৰ পুৰুষত মুখ যি নাচাওঁ ছাঁতো ভৰি দিয়া আছে নায়। এনে বোলা কৰা শুনিলে
ৰাধিকা শাস্ত্ৰী কিনাৰত। গৈয়ে সেই মেলতে কলে বলদা মুদৈএ। পাছে গুৰু তেতিক্ষণে মতাই নিয়ালে। পাই সেৱা কৈলে। গুৰু এজুৰি ধৌত বস্ত্র পল দি আশীর্ব্বাদ কৈ পঠালে। সেৱাকৈ গুৰু আজ্ঞা শিৰে ধৰি জল আনিলেগৈ। চাকৰ চাৰি আঙ্গুল কম হ'ল। গুৰু সুধিলে কিবা দোষে কম হ'ল জল ? বোলে সুমথিৰা ভনীজামাইক পাত কাটিবলৈ কাচি দিওতে মুখ দেখা গ'ল। দাসীত এইখানি অপৰাধ, গুৰু বোলে এইখানি হলে আমি সবেও লৈছো। পুম্বু আনাগৈ। আনিলে, চা'কৰ পৰা বাঢ়ি আহিল। ৰাকি দিলে, বেগ জুৰ হল। কতো মুখে কয়—মাটিহে আনিছে পলৰে। সবে লোকে মাটি দি খুন্দি বান্ধিলে—শাস্ত্ৰী জান নাম হ'ল, কু-তৰ্কী সূচক কৰ্ম্মী বামুনৰ মুখে চাই পেলাই, শাস্ত্ৰী পূর্ব্ব কাৰণ সাৰি গ'ল।

আৰু পোতনি পাথৰি গৈ নৈবেৰে জলাহৰে মাজ পৰ্ব্বতৰ নিকটে অনন্ত কন্দলীৰ গৃহ বাৰী খাত। মহাপণ্ডিত, পুৰান, ভাৰত, ভাগৱত বেদ, জ্যোতিষত, পাৰ্গত, তথাপি হৰিবিমুখ শাক্ত। ধৰ্ম্ম পূজে। সন্তোষ হৈ পূজা বাক্ত হৈ—বৃষভ স্বৰূপে গ্ৰহণ কৰে নিতে। তাৰাৰ পত্নীটী মহা শান্তী, বিষ্ণুভক্তা, অশোকাৰ বিপ্ৰপত্নীৰ সদৃশ। আএ নিতে হৰি গুণ পাই গুৰুজনৰ মাহাত্মা উৎকৰিষা কৰি থাকে। বিপ্ৰে নসই আনত লগাই মাৰিলে। সেইদিনাৰে পৰা পূজে, নোহ্লায়ো নাথাইও। পূজা নলয় যেন জানি মনত কষ্ট বিপ্ৰৰ। আএ একদিনা স্বামীত সুধিলে বোলে তোমাৰ দেখো মনটি কষ্ট? বোলে কি সোধ, মই যাক পূজিছিলোঁ। চৈতন্যৰূপে লৈছিল। তোক মাৰিবৰ পৰা নোলাই নাথাইও। পাচে আএ বোলে য'ৰ বস্তু তলৈ গ'ল। বোলে ক'ৰ'নো? বোলে শ্ৰীশঙ্কৰৰূপে হৰি অৱতাৰ পূৰ্ণে বৰদ্ৰৱাত। ত'লকে গ'ল। কন্দলী সেই বেগেই গ'ল। পাই দেখে গুৰুজন বসি আছে হৰি কথা চৰ্চ্চি ভক্তে সমে; 'পাচতে ধৰ্ম্ম পৰি আছে কপিলা গোৰূপে। দেখি বিপ্ৰৰ লোম সিহৰি প্ৰেম ঝৰি আছিল। তেহে মহাপুৰুষ গুৰু বোলে মধুভাৰতী দেখো অহা যায়? তোত্ৰা মহাভাগৱতবক্তা পণ্ডিতৰ মধ্যে শিৰোমনি। তেহে বিপ্ৰে নম্ৰ ভাএ পৰি বোলে বাপ, দৰশনৰো কাৰ্য্য, আৰু আমি ধৰ্ম্মক পূজিছিলোঁ উদ্ভৱ হৈ পূজা লৈ গ্ৰহণ কৰিছিল। আত দেখো আছেহি। তত পূজোঁহে হই নাই। বোলে তোমাৰ যদি হয় নিয়া যক, আমি অনা নাই। তেহে বিপ্ৰে সেৱাকৈ তুতি নতি কৰি ধৰি তুলিব খোজে লোমো লাৰিব নপাৰি অধোমুখে গুচি গ'ল। গৈ ব্ৰাহ্মণীক বোলে হয়, ধৰ্ম্ম গুৰু মোৰ আছেগৈ' আৰু তই যাৰ গুণ শীল বখান ঈশ্বৰেই হয়।

অনন্ত কন্দলী মধুভাৰতী

৬

তাৰাক অসুয়াকৈ তোক মৰাতহে মোক এৰিলে ধৰ্ম্মে। তাৰে পৰা নিতে গৈ ভাগৱত কয়, নাম লয়। একদিনা শৰণ পৰীক্ষা মনে নিচই কৰি বোলে আকে যদি বুজে মনৰ কথা, আৰা কৃষ্ণ, ভজিম গুৰু। পাচে সেই দিনা ভাগৱত কৈ ৰ'ল। গুৰুজন ভোজন কৈ উঠাৰ বেলা হৈছে। তেনেতে ধৰজা আতৈত কৈ জনোৱালে বোলে আমি গুৰুজন ঠাই যাব খোজোঁ, কি বোলে? গৈ কলে। তাৰা বোলে সঞ্জ, আনাগৈ। নিলেহি। পাই দণ্ডৱতে পৰি বোলে বাপ, অৱশেষ প্ৰাৰ্থনা কৰিছোঁ। মহাপুৰুষ গুৰু হস্ত দাঙি বোলে বিপ্ৰ উঠা, যক, পাবা। বোলে আমি আদ্য কৰিম, মধ্য শেষ কৰিবা তুমি। কৃষ্ণৰ ভক্তি লীলা বৰ্ণাই গাহিবা। সম্পূৰ্ণ কৰিব খুইছিলোঁ, তুমি যে প্ৰাৰ্থিলা কৰা গৈছে। তেহে বিপ্ৰ অদ্ভুত আশ্চৰ্য্য হ'ল প্ৰভাৱৰ কাৰ্য্য চাৰি ভৱিষ্যৎ কথা জানে বুলি। আৰাহে দৈৱকী পুত্ৰ, ঈশ্বৰ কৃষ্ণ, নৰদেহা ছলতে ধৰিছে। এই বুলি নিচই কৈ গুৰু মানি শৰণ ললে। তেহে কৰিতা কৰিছে দশম দোছৰা, সাতকাণ্ড ৰামায়ণ, ৰামকীৰ্ত্তন, ৰামগুণ মালা, ঘুষা কীৰ্ত্তন, বৈষ্ণৱামৃত, মন্বন্তৰ, মৎস্য মাধৱৰ চিত্ৰকেতু চৰিত্ৰ, চতুৰ্থ, পঞ্চম, সপ্তম, নবম, বৰদ্বিতীয় ৰামমালিকা, কাণ খোৱা, জীউস্তুতি, ৰুদ্ৰযামল, সাত্বত তন্ত্ৰ আনো শাস্ত্ৰ সব কৰিলে আজ্ঞাগৈ গুৰুজনৰ।

সাৰ্ব্বভৌম ভট্টাচাৰ্য্য আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্যে কাশী, বাৰানসীতে পঢ়ি পণ্ডিত হৈ গুৰুজনক বাদে ভঙ্গাৱৰ চিত্তে ফুৰে শাস্ত্ৰ বিচাৰি। একনিশা পথত বৰ তাম্ৰৰ জকাত তৈল-বসাই ভাজিছে জীৱক। দ্বিজে অত্ৰাহি হৈ সুধিলে এই প্ৰাণী কি পাপ দোষ কৈলে? বোলে শঙ্কৰক গুৰু নমানি শাস্ত্ৰ গৰ্ব্বে বাদ কৰা পাপী। শুনি কম্পমানে বিশ্ৰুতি হৈ সাৰ পাই শঙ্কৰ গুৰু স্মৰণ কৰি আহি

ঈশ্বৰ বোধে মানি শৰণাপন হ'লহি। পাচে শাস্ত্ৰ চাই যোগিনী তন্ত্ৰ, হৰগৌৰী সম্বাদ, ৰুদ্ৰ যামল, সাত্বত তন্ত্ৰ, দীপিকা ছন্দ, পদ্মপুৰাণ, স্বৰোদয়, এই সৱত পাই স্বৰ্গখণ্ড, স্বৰ্গ আৰোহণ স্বৰ্গ-খণ্ডত গুৰুজনৰ ঈশ্বৰ শক্তি পূৰ্ণ বান্ধি পণ্ডিতৰ মুখে ছাই দিলে।

আৰু কছাৰীয়ে বাৰে ভূঞাৰে গৰু, খেতিপথাৰ একেলগে কৰে। কছাৰী সুৰা পি লৈ সহ খুৱাই লৰা মাৰে। অসুৰিত ৰব নপাৰে ভূঞা সৱ। ৰাজা প্ৰজা যৱে পাই লুৰি মাৰি নিএ আগুৰি। বুঢ়া খা, কেতাই খা, গাভুৰ খা, ৰূপ খা, ৰাম খা সবেও চাপি আলচি বোলে এই কছাৰী কেঘৰ বুদ্ধিকৈ চলেৰে মাৰোহঁক। এই বুলি তাৰে শঠামিত্ৰ হৈ ভোজ পাতিলে হাবিত দেওঁৰা বিলৰ কাষে। সবাকে কছাৰী তালাকে মাতিনি খাঞতে-বেঢ়ি মাৰিলে, কতো লৰ মাৰি কছাৰী ৰজাত পৈলগৈ, কতো বন সোমাল। শুনি ৰজা লস্কৰে প্ৰজা খাণ্ডা বাৰুধৰি আহিল খেদি। মহাপুৰুষ গুৰু ভক্তে সমে হৰি কথা আনন্দতে অৰ্দ্ধ বৰ্ষ গল। পাচে ভূঞা সবে মাৰি গৈ গুৰুজনত কলে; বোলে কিয় প্ৰাণী বধ কৰ? সবাকো মাৰিব কছাৰীএ। বোলে কলৈ যাম, কি হবন্ত? গুৰুবোলে আগে নোসোধ যি কৈলি, এতিক্ষণে ওলাহঁক, লুইত পাৰ হ। যাৰ যি পাই থাপতে লৈ ভাগিল্ল। ধান, বস্ত্ৰ, গো, মহ সব ৰ'ল। গৈ ব্ৰহ্মপুত্ৰ পালে, দেখে নৌকা নাই। গুৰু বোলে এইতে নামহঁক যাৰ, পাইহি হে। নামি গৈছে জাঙ্গ থালে যমুনা নন্দক, সমুদ্ৰে ৰামক পথ দিয়াদি ব্ৰহ্মপুত্ৰ অগাধ জল গুৰুবাক্যে তৰাঙ্গ হৈ পথ দিলে। সবে লোক নামি গৈছে; গুৰুজন গৰাতে আছে। সবাৰে পাচত নামি ডুবেঞ মান গৈছে। তেনেতে কছাৰী দা শেল, ধেনু, বাৰুএ খেদি পালেগৈ শৰ শেল জুৰি হানে আৰু; দেখি গুৰু মাত লগালে। তেতি সমএ জলতে গীতা শাস্ত্ৰ খন

কছাৰী আৰু ভূঞাসৱৰ ৰণ

জলত গীতা শাস্ত্ৰ লাভ

উটা পাইধৰি দাঙ্গি বোলে, মই বৈৰাগী, সন্যাসী, অথিতহে, তইঁতৰ দ্ৰোহী নহওঁ পা। বোলে, আমাৰ নো মানুহ কোনে মাইলে? বোলে এই ভোৰ মাৰি পলাইছে ভাগি। পাচে নামি গৈছে-খেদি অনেক কছাৰী। গুৰু আগতে গৈছে। দৃষ্টিৰে দেখি লুইতক চাৰিও নামি এতাল, গুৰুজনো উঠিল উত্তৰে আথাউনি হৈ সবে কছাৰী ভাঙি তেনেই মাৰ-গ'ল। ভূঞাসব দেখি অত্ৰাহি হৈছিল।

সবাৰে ধাতু নামিল গুৰুজনৰ প্ৰসাদত। পাচে ৰ'তাতে ৰহি জ্ঞাতি মিত্ৰে এটা খেতি কৰি খাই সুস্থই ছমাহ আছে। পাচে কোচ মাৰণ লাগি দেশ ভাঙিছে-নিশা আকাশী বাণি শুনি পুৰা উজাল। আহি গাঙ্গমৌতে থিত লৈ কৃষি গৃহ কৰি ৰ'ল বাৰেও ভূঞা।

কোচমাৰণ

গাঙ্গমৌত থিতি

জয়ন্তৰ পাৰিনাতি তুলসী ৰাম শ্বেত ৰোগ হ'ল পূৰ্ব্বৰ কাৰণ নিমিত্তে। জীৱিকাৰ কষ্ট পাই। গুৰুজনত প্ৰাৰ্থিলে গৈ। ঘাটৰে বাটৰ জলৰ আলিৰ ঠিকানা চাই এটি-গৃহ বাৰী কৈ এস তুলসী কই নাম-গোৱাগৈ, অন্ন বস্ত্ৰ দিব ঈশ্বৰে। সেইৰূপে চাই কৰি নাম ধৈলে, খাব নপাৰা দ্ৰব্য মিলিল। আকজন চাৰি চাপি গাই খাই আছে। তেহে কালৰ প্ৰমাণে চলিল। সেই শৰীৰেই নিলে। গ্ৰামৰ লোকে ৰথৰ প্ৰকাশ জ্যোতি দেখি চালেহি, তুলসী হালি আছে, তাৰা গ'ল। নামৰ মাহাত্ম্য দেখি আশ্চৰ্য্য হ'ল। তৈতে পাচ বৰ্ষ ৰহি ডফলা মাৰণ লাগি উজাই গৈ চাঙ্গিনি কোমৰা কটাত ৰ'ল চাৰিমাহ পানী তল গ'ল। মলৱালৰ আটিত গৈ চাঙ্গ পাতি চোম গাচে আছিল দুমাহ। তৈতে ৰৰঠাকুৰ দেৱৰ জন্ম। পাচে মহাপুৰুষ গুৰু জীৱক কৃপাকৈ বিষয়ৰ দুখ দেখাই ভৱটুপি বমৰ দুটি গীত কৰিছে "পাএ পৰি হৰি", "গোপাল কি গতি কৈলে"। মাছ পানীৰ ঠেক, খেতিও জলে নিলে, ডফলাৰো জোট ছমাহ ৰহি

তুলসীৰাম

ডফলা মাৰণ

কে মৰা কটাত

চাৰিমাহ

ৰৰ ঠাকুৰদেৱেৰ

জন্ম

সবেও আলচি ৰাম ৰাম গুৰু, ৰামদাস, বুঢ়াখা, কেতাই খ',
গাভুৰু খা, ৰাম খা, হৰি খা, ৰূপ খা, জইহৰি, সেতেৰি,
ৰহাইদলৈ, জগাই ঠাকুৰিয়া, উতৰাবাৰি, জৰামবাৰি, বাঙ্গনবাৰি,
অৰ্জ্জুনামুদৈ এই সব গৃহ খেত কৰিবলৈ লুইত পাৰতৈ বেলগুৰি
ধুৱাহাটা গ্ৰামত বহিলহি। পাচত মহাপুৰুষ আহিল।
সেই গ্ৰামে দুটা বৌধমতীয়া টাটকীয়া আছিল। এটা হয়
ব্যাধি, এটা হয় বৈদ্য। হৈ জাৰে ফুকে সজ্জ হয়। বস্ত্ৰ,
টকা, ধান, উপাধি দিএ যায়। এই মতে প্ৰবৰ্ত্তি আছে।
গুৰু শুনি পাষণ্ডমৰ্দ্দনৰ কীৰ্ত্তন কৰি দিলে। ভকতে গাই
ফুৰে। ৰব নপাৰি গ'ল গুচি দাহিলৈ। পাচে কীৰ্ত্তন গৃহ
কৰি কথা শ্ৰৱণ, কীৰ্ত্তন গুজা সবে ভক্তে শুনে, গুৰুজনে কয়।
ৰাম ৰাম, ৰামদাস ঘোষা কীৰ্ত্তন কৰে, এই মতে ৰহিচন্তু।

বেলগুৰিত বহিলহি

পাষণ্ডমৰ্দ্দন

আৰু বাৰে ভূঞা কামৰূপ আলি পুথুৰীতে ইদেশে উজাই
অহাত নৰনাৰায়ণে শুনি নিবলৈ যুদ্ধৰে পঠালে চিলাৰাইকে
গাভুৰখাকে। ইন্দ্ৰৰ সন্তান। মনকুসৰ পৰা নামি অহা ৰাজা
দিহিঙ্গৰ হালধি বাৰীত নগৰকৈ চুপ খা সিংহে লাইখা বল
তভে পাত্ৰ লেকাই চেটিয়া চিন্তামনি গড় বান্ধি যুদ্ধ দিলে
ভঙ্গালে। ৰায়ত ভাগি বন সোমাইছে। পাচে উপাই নপাই
ৰাজা ৰাতিএ দুতক পাচিলে গুৰুজনক নিবলৈ। বোলে তাৰা
সব বাৰে ভূঞা অহাত মোৰ দেশে বঙ্গালেৰে যুদ্ধ। কি উপাই
বুদ্ধি দিএ আনগৈ। দুতে গৈ পাইকলে ৰাজ আজ্ঞা। পাচে
গুৰু জগতানন্দ আতাকে শিকাই বুজাই দিলে। বোলে ৰাজাত
কৰি আৰে মতে চলিব যি কই জয় হব। আনি যোগালেনি।
তেহে গৰুত বামুণ তুলি নটাত আনকো যঁতৰ বটিয়া, তাম,
পিতল, আঙ্গুঠি দি যুদ্ধত আগ কৈলে। চিলাৰাই সোনাৰ
বাখৰাম মাদুলিধাৰ থৈ গা ধোঁতে বঙ্গাচিলা থাপ দি নি
ৰাজাক দিলেনি, তাতো ভঙ্গ পালে। ৰাজাবংশে চিলা দেখা

পালে নাশ। চিলাৰাএ গোব্ৰাহ্মণ দেখি যুদ্ধ এৰি ছুহকিল। অহমে খেদি কলিয়াবৰ নাম কৈ চামধৰা গৰ বান্ধি সীমা কৈলেগৈ। পাচে ৰাজা বটা বাহণ দি ৰাম ৰায় নাম দি থৱালে নি। কতো চিন মাৰি কতো ধন ভৰি লেকাই চেটিয়াত শূদ্ৰে বামুণ হ'ল। পাচে চুপখাৰ পুত্ৰ হল ছেঙ্গমলুখা ৰাজা হৈ দলৈ গুৰিত নগৰ গৰ কৈ ৰ'ল। তানে পুত্ৰ মনচেঙ্গ ডুখৰিদিচামত নগৰ বান্ধব কৈ ৰ'ল। তানে বেটা চাৰি ভগা ভগনীয়া লাইখা চুঙ্গফাৰ বেটা খোৰা লেঙ্গফা।

আৰু কমললোচন, হৰিচৰণ; দুহিতৃ হৰিপ্ৰিয়া ৰুক্মিণী আপীৰ জন্ম হ'ল ॥

## ॥ এতিয়া ছোট আতাৰ বংশাৱলী চৰিত্ৰ ॥

### ( মাধৱ দেৱৰ জন্ম বৃত্তান্ত )

প্ৰথমে আদি কৃষ্ণ ভূঞা, তানে পুত্ৰ বিষ্ণু ভূঞা, তানে পুত্ৰ গোপাল ভূঞা, তানে পুত্ৰ কৃপাল ভূঞা, তানে পুত্ৰ ৰাম ভূঞা, তানে পুত্ৰ জনাৰ্দ্দন ভূঞা, তানে পুত্ৰ চিৰাম ভূঞা, তানে পুত্ৰ মুকুন্দ ভূঞা, তানে পুত্ৰ গোবিন্দ ভূঞা, তানে পুত্ৰ কাৰণ গুৰুজন জ্যেষ্ঠ ভাতৃ দামোদৰ, পত্নী শচী তানে পুত্ৰ অনিৰুদ্ধ, তানে পুত্ৰ পৰ্শুৰাম, তানে পুত্ৰ ৰামদেৱ, তানে পুত্ৰ পৰমানন্দ বস্তুকাত।

একদিনা বৃষভযানে হৰগৌৰী যাই আকাশে খীৰ সাগৰ ত্ৰিকূটলৈ। হাথিয়া কছাৰী মাঘতে গৈ জিলৈ পৰ্ব্বতে আৰা কাটি ধান, কচু কোমোৰা, কপাহ, আলু, মাছ, সৰিয়হ কৰি টঙ্গি দি থাকে। তাৰ পত্নী হীৰা, ছিৰা নামে শিৱ স্নান হৈ

গা নুৰ ধুই মোৰা নদীতীৰে ৰতি সম্ভোগক ইছাৰে স্বামী লৈ খেদ কৈ বসি ঘুমাই আছে। দেখি গোৰী হৰত পুচিলে ইটো স্ত্ৰী কিয় কান্দে ? বোলে আলকে আহা তুমি। শৃঙ্গাৰ ইছা কৰে, ক'ৰ পাৱ ; পতি আছে পৰ্ব্বতে। বোলে প্ৰভু মন তাইৰ শান্ত কৰা যক। আমাৰো তেনে। পাচে সেই স্ত্ৰী গৈ ভাত, পিঠা, চিৰা, দধি, মধু লৈ কছাৰী হৈলৈ গৈছে। পতিব্ৰতা শান্তী ভক্ত প্ৰিয়াৰ বাক্য ৰাখি হৰে সেই কছাৰী ৰূপ ধৰি পথে সবে দ্ৰব্য খাই লৈ শৃঙ্গাৰকৈ গ'ল। কছাৰণী ফিৰি গৃহে আহিল। কছাৰীৰ চাউল ধুকাল। নিৰলৈ নামি পালেহি গধূলি। পাই ডকি বোলে সোমাই খাই থাক, ভোকে, জাৰ, ৰতাহে থাকোঁ, এগাল চাউল পিঠা লৈ যাব নুৱাৰ ? তাই বোলে অথনি খাই লৈ শিলিখাতলে বহি নগৈছ ? সি ৰাগি টাঙ্গন লৈ উঠিল। নিজম দি ৰ'ল তাই। পাছে দুয়ো প্ৰীতি বশে ৰ'ল। পাছে অল্পকালে সদাশিৱৰ ব্ৰহ্মবীৰ্য্য উদ্ভৱ হ'ল। মহাবজ্ৰময় অঙ্গৰ অবধ্য শৰীৰ আজি কালিকৈ সাত বৰ্ষ, গৰু চাৰিব ধৰিলে। সৱাৰে উপৰি দলৈ হ'ল। গৃহতে মাটিৰ দুৰ্গা সাজি ফৰিঙ্গ কাটি বলি দি পূজে নিতে। গাপতি লৰা ফৰিঙ্গ দিএ চেচুৰে চেকনি কুদা পুতি কাটে। পাছে এটা লৰা নাপালে। দুই তিনি লৰা বলে ধৰি আচাৰিত ডিঙি সুমাই চেচুৰে ৰেপ মাইলে সেইতে ছেদ হ'ল। দেৱী লৰাৰ পূজাতে চৈতন্য হৈ ললে। পাছে তাৰ পিতামাতা ৰায়তে সৈতে দুল্লভ নাৰায়ণ কামেশ্বৰত কলেগৈ। গৰখীয়া দলৈ ৰাজা হৈ দেৱীক মানুহৰ বলি দিছে। পাছে ৰাজা যুদ্ধসেনাপতি দিলে। সব মাইলে, ৰাজাকো মাৰিলেগৈ। আনোৰাজা দেশ দেশান্তৰে ভঙ্গাই নিক্ষত্ৰিয় কৰিলে মাৰিলে, কতো পলাল। চকুৱাৰ ঢাল, কাঠ তৰোৱাল, চেৱাৰ জাঠিৰে জিনিলে। সমুখ হওঁতা নহ'ল যে

বীৰভদ্ৰৰ সদৃশ হ'ল। প'চে সাতৰাজ মাৰি একেছত্ৰে জেমাল পৰ্ব্বতে দা, শেল, ঢাল, মাৰি থলে; শিলা হৈ ৰ'ল। পাছে পূৰ্ব্বৰ চেকনি পোতা ওভোতা বাঁহ হ'ল। তাতে দেৱীঘৰ কৈ নগৰ কৰি চিকনা নগৰতে ৰ'ল। পাছে ৰাজাৰ তিনি সপত্নীৰ মধ্যে ওঠৈৰজন পুত্ৰ হ'ল। ঘট পৰিখি ৰাজ বান্টি দিলে। তাম, ৰাঙ্গ, কাঁহ, পিতল, ৰূপা, সোনা, সেতু, সিহ, লোহা, বগীতাম, চিচা, কাচ, মাটি, লোন, মুগা, কপাহ, সুৰগা, অস্ত্ৰ, টুপলি, পতৃকাকৈ ভৰালে। যেয়ে যিহকে আনিলে যি দেশত উৎপন্ন হয় সেই দেশে দেশে নগৰ, গৃহ, ৰাজ্য দি ৰাজা পাতি থলে। বেজিনি, দেবাধৰ্ম্মা, ৰাণী, লুকি, পানতনীয়া, বগল, বনগঞা, চয়গঞা, মহুৰাপৰীয়া, ভোলাগঞা, বেছেকা, ৰৰনগৰীয়া, কুবৈৰৰীয়া, আঠিয়াবৰীয়া, কামতাবৰীয়া, বলোৰামপুৰীয়া, বেলতলীয়া, ডিমৰুৱা। মৃতিকা নৰনাৰায়ণে, অস্ত্ৰ শুক্লধ্বজে আনিলে। যুৱৰাজ ডেকাৰাজা পাতি বেহাৰে নগৰ কৰি থলে। এই ক্ৰমে বিভাগি ৰাজা কন্দল ভাঙ্গি বান্টি দিন কুৰি তিনিধিক বৰ্ষ ৰহি কালৰ প্ৰমাণে কৈলাসে গ'ল।

বাৰে ভূঞাৰ মুখ্য ৰামথা বিশ্বসিংহৰ দিনত বাৰেখান ঢাল বহিছিল। কামেশ্বৰ দুৰ্লভ নাৰায়ণক মাৰিলত তেঞেঁৰে তল ৰাজা সজল গ্ৰামে ৰামথা ভূঞাৰে যুদ্ধলৈ আলচ পাতিলে; বলে নপাৰে যেন জানি পলাই বস্তুকা প্ৰতাপ ৰাই নগৰে ৰ'লগৈ। পাছে পতাপ ৰাএ ঢুবিত ৰাজাৰে যুদ্ধ সমৰ লাগি দেশৰ পৰা। পাছে নগৰ ৰক্ষা দি গজ ৰথ, প্ৰজা, সেনা, জস্তাই গ'ল প্ৰতাপ ৰাই। পাছত ৰামথাৰ বেটা গাভুৰু খা প্ৰতাপ ৰাই ৰজত, সুবৰ্ণ, বস্ত্ৰ ভণ্ডাৰ ভাঙি চেৰেঙ্গা ভৰি সোমদৈ নৈএ একে নিশাই তোৰোচাত পাৰ-বেহাৰত ৰলহি। পাছে ধন, বস্তু, গাভুৰু খাৰ ভনীয়েক দি নৰনাৰায়ণক মিত্ৰ কৈলে। তেহে নাৰায়ণে চোৰাই চিতাই গাভুৰু খা লুলুৰ

হাতে অচম মৰে। ৰাঙ্গলি গৰ পূৰ্ব্বে বিশ্বসিংহে বান্ধি সীমাৰ পৰা হোহকাই চামধৰালৈ ললে দেখি যুদ্ধে পঠালে সেনা, গজ, ৰথ, দি। যুদ্ধ লাগি অচম ভাঙ্গি খেদি উজাই আনিলে। চিঙ্গফু সিংহৰ পুত্ৰ খোৰা ৰাজা সলখৰ পোৰা নগৰত লাদৈ মেৰাগৰ বন্ধাই যুদ্ধ দিলে। ডেবেৰা বৰুৱা কেকোৰা পাত্ৰ। চোট ৰাজা বাৰু চাট মাৰি গৰতেই মানুহ কাটি ভঙ্গালে। তেহে চিলাৰাই নাম হ'ল। পাছে একেনিশা মাছখোৱা গৰ বান্ধি যুদ্ধ দিলে। তাৰে পৰা হুহকি গ'ল ভটিয়াই। তেহে ই ৰাজ্য সি ৰাজ্যৰ মানুহ চলিব পাৰিলে চকী মুকলি হ'ল। চিলাৰাই নাম

পাছে লামকণা গোবিন্দ আতাৰ পত্নী চলিল। দামোদৰ বেটাৰ বহাৰি আনিলে, খানেক বিৰাজী হ'ল। পাছে কামেশ্বৰে যি চৈধঘৰ লোক ইদেশে আনিলে আতাৰ জীয়তী, পুততি, মিত্ৰ, তাকে বিচাৰি আহিল উজাই। বিচাৰি সুধি আলি পুখুৰীতে পালেহি। তেঞ বণ্ডুকীয়া ৰাজাৰ কাকতী আছিল। তেহে আতিগুৰি ক'লত কুসুমদেৱে চিনি পাই আতাক জী বোধে বংশৰ এটি কন্যা বিহা দিলে মনোহৰী নামে। আঠুভঙ্গা দোলা দিলে, আঠ তুলিয়া দি ৰ'তাৰ পাৰে বৰা পাতি থলে। তেনেতে ভোটমাৰণ লাগিল। পাছে সেই আঠতুলিয়া দ্ৰব্যবস্তু বান্ধি আৰা দুইকো দোলা জুৰি অটব্য চাপৰি হাবি সোমালগৈ। এক বৃক্ষৰ তলে জিৰাইছিল। ধৰি বিবস্ত্ৰ কৈ সবে দ্ৰব্য বস্তু লৈ গ'ল গুচি। গাছৰ পাত পিন্ধি আছে মনুষ্য ভাৱক লৈ গুৰুজন। আই পাঁচ মাহ, ক্ষুধা তৃষা আইৰ চিন্তান্বিত হৈ লাগিল, পানী খুজিলে আতাত, নলৰ চুঙ্গা কৰি ব্ৰহ্মপুত্ৰে গৈ পাই স্নান পানকৈ জল লৈ আহে। তেতি সমএ খোৰা ৰাজা চলিল। তানে পুত্ৰ স্বৰ্গনাৰায়ণ। মাক নাহৰক উপপতি ললত মাৰি নগৰ এৰি ৰাজা হৈএ আহি ডৰিকাত ভোটমাৰণ খোৰাৰাজাৰ মৃত্যু

বাহৰ কৈ বৈ গৰগাঞ্চ কৰাই বৰ ঘৰ সিংহাসন উঠিছে। ৰাজগৰ সিংহদ্বাৰ কৈ বাহগৰা বন্ধালে। লাছিকত বৰ ফুকণ পাতি বঙ্গাল খেদি গুৱাহাটী পাতিছে। হৰসিংহ উজীৰ বৰাক দি উজাই মানুহ চলাই পাতিছেনি ৰাজাৰ আজ্ঞাৰে একে হাজাৰ লোকেৰে চৰাৰে আহিছে। দৃষ্টিৰে পৰা দেখি মানুহ দি আগচাই ধৰাই নিলে। বৰা সুধিলে, আতা সকলো বৃতান্ত কলে আদি অন্তে। স্নান কৰে, ভুনি পচৰা এজুৰি দিলে। আইলকু ৰিহা পাট দি অনালে হাবিৰ পৰা। দুগ্ধ চিৰা ভোজন কৰাই, বৰা আহন গুলি পাটি গাৰু আতা আইক তুলি ভাৰী নাৱত উঠিল বৰা। পাছে সবে হজুৰাক বোলে মই আৰা দু'জনক পিতৃমাতৃ বুলিছোঁ। যাৰ মুখত অবাচ্য শুনিম শুদাই নেৰিম। পাছে ঘাট পাই মানুহ দি গৃহলৈ কৈ তুলি পঠালে। বোলে মই আৰা দুইক পিতামাতা বুলিছোঁ, অনাদৰ নকৰিব। নগৰে ৰাজ কাৰ্য্যে গ'ল বৰা। পাছে শুনি বৰাৰ পত্নী পুত্ৰে অভ্যন্তৰে ঠাই দি থলে। ৰাজ জঞ্জাল ভাঙ্গি তিনি মাহে উজীৰো পালেহি। তেহে পাঁচ মাহত পঞ্চামৃত জেউব গুৰা দিছে আইক বৰা নিএ অন পিঠা সমে। পাছে সম্পূৰ্ণে নমাহ
১৪১১ শকত মাধৱ দেবৰ জন্ম
হ'ল। জ্যেষ্ঠ মাহ ৰবিবাৰ অমাবস্যা তিথি, ভৰণী নক্ষত্ৰ ১৪১১ এদিন যাএগতে দুই প্ৰহৰ নিশা ছদ্ম নৰদেহা বেকত হৈছে গুৰুজন। সাতজনা দেব দিব্য নাৰী সুবৰ্ণৰ ঘট ধৰি ধুৱালে, বেৱথা ক্ৰম লগাই গ'ল। প্ৰসূতাৰ বেদনাত আএ বোলে জানো বৰাৰ গৃহবাহে। পাচে মাতে, সাৰ নাই; তেহে জাগি সবে চাপে। পাছে লামকণা আতা শুনি মনে সপটে স্নান কৰিলে। ব্ৰাহ্মণ জ্ঞাতিক দান কৈলে। বৰাণীএ পাছ দিনা পন্ত কচু জাল পিম্পলি দিছে। পাঁচ দিনত গৰলা দলৈএ জাত গনিছেহি। বেদ জ্যোতিষত অনন্ত মহিমা পালে। দেখে ঈশ্বৰ শক্তি, কাৰণ হে মনুষ্য। বোলে তোমাৰ তনয় যে মাধৱ

ৰোহিণী সুত সেই মাধৱ। আৰু কোষ্ঠিতো সেই নামেই সুজিছে। মহাধীৰ, গহণ, ক্ষমাশীল, কৃপা ধৈৰ্য্যে বিষ্ণুসম, বহুজীৱ নিস্তৰিব, তোমাৰ কুশল। পাছে নাম কৰ্ম্ম, জাত কৰ্ম্ম, চুৰাকৰ্ম্ম, কৰ্ণবিন্ধন, উপনয়ন, অন্নপ্ৰাসন ক্ৰমে ষড়কৰ্ম্ম কৰালে।

পাছে বৰাৰ তোলতে আঢৈ বৰ্ষ হ'ল। বৰাৰ তোলত গোলাম, বহতা, বান্ধা, লঠৰিয়া ৰায়তে সৈতে আদ সাতকুৰি গিৰি। চোৰ, ডাকু, বেজ, ওজা, মচল, দেশ ৰায়ত ভাঙ্গি চন্ন কৈলে। ডমাই চহৰীয়া ফুকণত কৈ বাজ্যে ঘৰ লুটিবলৈ হ'ল। আতা ভূ পাই বাৰীতে এযুৰি গৃহ বান্ধি চাৰি বৰ্ষ ৰহি তালকে গল। গুৰুজন জন্মতে বৰাৰ গৃহে ধান, ধন, গৰু, মহ চলে বলে আনে বানে বাঢ়িব ধৈলে। আৰু চ'তমহা বাতবৃষ্টি শিলা, বৃক্ষ, শস্য, দেশ, চন্ন কৈলে। পশুপক্ষী কত মৈল ভিতৰ বাজে চাবিশ পুৰা মাটিত শিল বাত বৃষ্টি কিছু নহ'ল পাতো নলৰিল। বাজে দেখি শুনি বৰ আশ্চৰ্য্য অদ্ভুত হ'ল। বৰা বোলে মই জন্মতে প্ৰমাণ পাইছোঁ। বৰা দুই বৰানী, লবা নাই, দাসী দাস টোলৰ লোকে দেখি মোহ যায়। ছত্ৰাকৃতি মাথ, আকুঞ্চিত কেশ, পূৰ্ণ চন্দ্ৰ বদন, কুন্দ কঢ়ি দশন, নাসা তিলফুল, আয়তলোচন, বাহু বক্ষস্থল, উৰু ৰামকল, চৰণ কমল দেখি মনোহৰ। সমস্তে লোকৰ সদায়ে আদৰ, স্নেহ, দয়া কোলে বোকে, মাথে নুগুচায়। লবা নাই, বৰা বৰানীৰ প্ৰাণতো অধিক। ব্ৰজৰ গোপীক যেনেকৈ কৃষ্ণে মুহিলে গুৰুজনে মোহ কৈলে।

আৰু এদিন বৰ কাঠ খৰি আনি বৰ মেজি বান্ধি থৈছে; ঠেলা মাৰি পেলাই বহি আছে। আই, আতা, বৰা, বৰানী, শব্দ শুনি হিয়া ধাকুৰি যাই দেখে উপৰে বহি আছে। আশ্চৰ্য্য অদ্ভুত হল। আৰু এদিন ধান বহাই আখা জুই

আছে, গৈ তাত বহি আছে। দেখি আইবৰানী হিয়া ধাকুৰি কান্দি গৈ চায় একো হোৱা নাই। সবে আচৰিত অদ্ভুত হ'ল। আৰু এদিন চাউল পাত যতাই বাজ ওলাইছে। গুৰু সোমাই ৰণ্ডভণ্ড কৈ পেলাই পানীয়ে সৈতে। বৰাণীএ দেখি কোলে লৈ বোলে আই, চোৱাহি তোমাৰ পুত্ৰৰ কৰ্ম্ম। আএ দেখি খেদকৈ অতাইছে। বৰা পাই দেখি বোলে মোৰ গিৰি-দ্ৰব্য কি বস্তু ? আতা আইক মাও বাপ বুলিছোঁ। আৰা একা পিতৃ, মাতৃ, গুৰু, বন্ধু, সুহৃদ, সোদৰ, দেউ, মোৰ শিৰৰ শিখৰ সিন্দুৰ।

আৰু জেঠ মহা বৰাৰ চণ্ড জ্বৰে ধৈলে। তেৰ দিনে অনাহাৰে তত হৰাই বিশ্ৰুতি হ'ল। সকলো বিহ্বল হ'ল। দেখি তেহে গুৰুজন গৈ হাত দিলে মাথে। তেতিক্ষণে সৰ্‌ সৰ্‌ কৰে নামি গ'ল। তৎ পাই জল পান কৈ গাৰ নবীন বৰ কাপৰ দি সেৱাকৈ বোলে আৰা মনুষ্য নহয়, ঈশ্বৰ সাক্ষাত, নৰদেহা ছদ্ম হে, জন্মতে প্ৰমাণ পাইছোঁ মই।

আৰু এদিন বৰাৰ বাথানে সাতটা বৎস খীৰাই ; বান্ধি থৈছে, সি হেম্বাই ধৰফৰাইছে। গৈ দেখি মেলি দিলে, সব পিলে। গুৱালে আতাহপাৰি বৰাত খল দিলেহি। গুৰু বান্ধি থৈ আহে। বড়া বোলে বাপু, কিয় মেইলা বৎস, তেইশ ভাণ্ড দুদ দৈন্য পৈল। বোলে দদা মিচা, দোৱাই চক, নেপালে দুদ, হয়। তেহে মানুহ দি খীৰালে, আগতকৈ দুগুণা পালে। দেখি সবে বিস্ময় হ'ল, আশ্চৰ্য্য, নাশ্ৰুত। বোলে শুধা শক্তি নুই।

আৰু বৰাৰ মহপালত এক কম এশ জাত বনৰীয়া যেনে, গুৱাল বিতিৰি আন যাবৰ অসাধ্য। এদিন গৈ জাক সোমাল যাই। দূৰত গুৱালে দেখে দাউাৰ গেৰি দি, হা, হা, মাইলে, মাইলে, কৈ দেখে যাই ডাইল ঘাই মহ কেজনী

খেদি গৈ আগ ঠেঙ পাৰি সেৱা কৈলে। দেখি আশ্চৰ্য্য অদ্ভূত হৈ ববাত কলেহি বোলে আগতে প্ৰমাণ কত পাইছোঁ। ঈশ্বৰালি কৰ্ম্ম।

আৰু বৰাৰ টোলৰ সমনীয়া ছাতৰ উমলা হৰি, হৰিবৰ, হৰাই, নিৰাই, নিৰঞ্জণ, নিৰাময়, নৰহৰি, নাৰায়ণ নৰোত্তম, এই ন-কে মুখ্যকৈ ডুগ টোপ, চোইৰ বাঘ, পক্ষি, পাহ, ঘিলা, সোৰটাঙ্গ অনেক খেলা কৰে, সবাতে জয়। এদিন ডুগত হাত ভাগিল, হৰিৰ মা বাপে সান্তা হালগিৰিএ গৈ বুঢ়া আতাক বহু বুইলে গৈ। আতা ৰাগকৈ খেদা মাইলে। গুৰুজনে গৈ চায়, জ্বৰে বিষে পৰি আছে। ক'ত টান পালি বুলি হাত দিলে, সেইতে পানী হ'ল। সবে দেখি আচৰিত হ'ল। বোলে এৰা জন নোহন্ত মানুষ, এহেন্তে সে মহা পৰম পুৰুষ।

আৰু বৰাব দু'শ ছাগ দু'টা পাট গোহালি, চাইটা গোৰখ। এদিন তেৰা ছাগ যুজাত পাছ ঠেঙ্গত ধৰি দলি মাইলে, দুইটাৰে ঠেঙ ভাগি পৰি ৰ'ল। ৰখীয়া ববাত কৈলেহি, বোলে যা ছাগ ভাল হব। বুৰা আতা শুনি ৰাগকৈ বোলে আৰাত অ'ত ৰব বঞ্চিব মুৰাৰি। কত লোকৰ জগৰ শুনিম। তেহে গৈ পৰি থকাত পাও ফুৰালতে উঠি দাউৰ মাইলে। দেখি সব লোকে আচৰিত হ'ল। বৰা বোলে মই আগে কৈছোঁ বাৰু হব বুলি।

আৰু পাকৰি গাছ ঘাইকৈ হৈ খেদিছিল। হৰাম খা বাটে লৰ দি থাপ মাৰিছোতে ঠাৎ কৰে পাকৰি ছিগি পৈল। সব লৰা আচৰিত হৈ ববাত কলেহি। বৰা গৈ চাই বোলে নুহি। বুলি আছে। পথে গাছ পৰি আছে, সাৰি, থবকা খাই ৰ'ল। আতা আগ হৈ বাম হাতে দলি মাৰি পঠালে। বৰা দেখি বোলে ভঙ্গা হই। বুলি দণ্ডৱতে পৈল পাৱত। বোলে অৰ্জ্জুন দবে হ'ল, আৰা কৃষ্ণ।

আৰু দিন কলিঙ্গি ৱকুৰা গোচৰ দিলে মমাই বকুৱাত। বৰখা, সতখা, দুই সাৰা দি ঠাৰা বন্দী কৈলে, গা ধুব নিদিএ। শুনি গুৰুজন গৈ বহি কথাবাৰ্ত্তা হ'লতে তেজে ধৰি শান্ত হ'ল, বৰাকো মেলিলে। ৰূপ, কাপৰ, দি পঠাই দিলে, এৰি গ'ল, জাগৰো ভাগিল।

আৰু নাৰায়ণপুৰে বৰা যায়। গিৰি উলিবলৈ যাবলৈ হ'ল। বোলে বাপু আহা, চাউল সিজাই দিবা, কিবা কিছু মিলেই। তেহে গৈ সেইদিনা গমিৰ হাজাৰি গৃহে ৰ'ল। বৰা গুৰুজন ক'ৰ বুলি সোধাতে, গুণ শীল মহিমা কোৱাত বকুৱা বোলে মঞি থাঞ তেহে দিছে। বকুৱাৰ আৰৈকুৰি লোকে খালে দুকঠি চাউল। যৈনীত সুধি আশ্চৰ্য্য অদ্ভুত হৈ পুৱা পাঁচটকা, বস্ত্ৰ এজুৰি দি সেৱা কৈ পাঠাইছে। বিহানে গৈছে, চ'ত মহা বৰ যুপ। একযোজন ফৰুবাৰি, দু'পৰবেলা। হঠাৎ বৰা গা হৰি বোলে বৃক্ষ ছাঁ নাই, এনে ব'দে টেঙ্গাদৈ মিঠৈ কলা পায়া হাপাহ মৰে। পাছে কিছু গৈ বৰ আহত তিনি বাট মুৰে পাই বহি পৰিছে। তেনেতে দুটিলোক গুৰ কল দৈ লৈ ৰ'ল। আতাক দেখি মোহ গৈ সব দি গৈছে সেৱাকৈ। খাই লৈ ঠাণ্ডা হৈ গৈছে। পাছ দি চাই দেখে গাছ নাই। বৰা মনে আশ্চৰ্য্য হ'ল। মনৰ ইচা হয়, এনেহে আতাৰ মহিমা। গৈ দু'শ ৰূপৰ থলত ডেৰ কুৰি পাৱনা হ'ল। আহি দহ টকা দিলেহি।

আৰু মাঘ মহা সাৱতী দাসীয়ে ধান সিজাইছিল। দুই লাগি এখোটালি পুৰিলে। সব টোলৰ লোকে ধৰি একুৱাৰ দুৱাৰে। গুৰুজন গৈ পালতে জাম খাই নুমাই গ'ল। সবে লোকে মহিমা দেখি আচৰিত অদ্ভুত হ'ল।

আৰু ৰবাৰ শাওনা হালগিৰি চামনে পাই মাৰি থৈছে মাধ, মাধও নাম লোৱাত চাৰি গ'ল, হৰতকি গাছ ভাঙ্গি।

সবে লোকৰ দেখি ঈশ্বৰ বোধ হ'ল। আৰু বৰাৰ পাৰ সোমাই চৰু চুলে, ছাগ চোতাল খচে। তেহে বৰাত কলে বোলে হাহ, পাৰ, ছাগ, ধুৱা, ভাঙ্গ, আয়ু চাছি, হাত ভৰি কেশ মাৰ্জনী, শয়ন, ভোজন, গমন, হাত, কাচ, মাত, দুসঙ্গ, অনাচাৰ, দুৰাচাৰ, বিভিচাৰ, এই এবৈশটা বিভিচাৰ হলে নৰ্ক। অন্ন বস্ত্ৰ নাটে। বৰা শুনি সব্ব দূৰ কৈলে।

আৰু কাতি মহা বৰ আকাল দেশত। আই আতা দুই তিনি সাজো উপাসে থাকে। এদিন শুনি, বৰাক কাঁহী বেবাতকৈ ভাত দিছে। তেহে ৰাগকৈ বৰাণীকে দোপিছে বোলে যাৰ যশে শাঁখ সিন্দুৰ, তাক পাত ভেকোলা ইন্দুৰ। মই ৰাজ কাৰ্য্যে ফুৰোঁ, তই বিচাৰ নল ( ৱ )। আতা মোৰ মাও বাপ, মাধৱ মোৰ জীৱৰ ঈশ্বৰ। তেহে চাউল, লোন, তেল, পাচি ভৰি দিছেনি, ভাত খাইছে।

আৰু কলনপুৰে গ'ল জাইগিৰি তুলিবলৈ। বৰা গুৰুজনক লৈ সতাই নেওগৰ গৃহে ৰ'ল। চৰুখুটি দিলে চৰা ঘৰে। গুৰুজনে বোলে চাউল সিজাব নুৱাৰি, চুৱা মনুষ্যৰ হাৰ, পাঁচ হাতৰ তলে খনাই চালে, ওলাল। আশ্চৰ্য্য হ'ল। বৰা বোলে অনেক প্ৰমাণ ঈশ্বৰ শক্তি দেখিছোঁ। তেহে টকা বস্ত্ৰ দি সেৱা কৰিছে। তেহে ৰাজা ধন তুলিছে জাইগিৰি এঘাৰকুৰি উঠিছে। একুৰি ঘাটি টকা শিকাৰে। শাস্তিত মাৰিছে প্ৰাণী। গুৰু বোলে বৰা এৰা নাই দুখী দৰিদ্ৰ লোক। বোলে উপা ৰজ ধন ক'ৰ দিম কুৰি টকা, দুই এক নহই। বোলে টকা চাওঁ, হাত ফুৰাই বোলে দহো পুৰে হৈছে একা, শুদাই প্ৰাণী দুখ দিয়া। গনি চাই ছমহা বেছিহে। সবে লোকে আশ্চৰ্য্য অদ্ভুত হ'ল, ঈশ্বৰ শক্তি।

তেহে তাত আচাৰি বৰ্ষ ডাঙ্গৰ গৃহ, বন্দী, বেটী, গৰু, মহ, জাৰ পায় অনেক ধন, বাৰ্ত্তা সোধকৈ চকী দৰ হ'ল।

তবে পৰাগৈ লেটেকু পুখুৰী পছিম পাৰে ছুটি গৃহ কনাকৈ বল। এদিন হৰি পুখুৰী পাৰে ৰবা মেললৈ গৈছিল। গুৰু গ'ল, বহাত কাপৰ ভিতৰে বস্তু ডাব কটাৰীৰে খানি থৈছে, চঁপা ফুল পাৰি পিন্ধাইছে। গধূলি আহিছে সূৰ্য্যৰ মান প্ৰকাশ কৈ আহিছে। গৃহ থলতে যাব নপাৰে। দহ দাৰ নিশা আন্ধাৰ হল। ঘৰে জোৰ লৈহে গল। ৰবা অদ্ভূত আশ্চৰ্য্য হ'ল ঈশ্বৰ শক্তি দেখি, বোলে মানুহ আৰা নহয়, যাৰ প্ৰকাশত ৰাতি দিন হয়, মহিমা বাপ। আজি কালি কৈ গুৰুজনৰ ন বৰ্ষ হল। পাছে এদিন উজীৰৰ ধান নিৰাবলৈ নিলে মাতি। পাছে গুৰুজনে ধান কাতে, বনকে ৰাখে। পাছ বেলা উজীৰ গৈ দেখে সব ধান, কাতি গৈছে, বন ৰাখি নিছে। বোলে নজনা ছৱা, তোমাক কোনে আনিলে? কাহানি ধান নিকাইছে আৰা? বোলে এই হালগিৰিএ আনিছে, কলো আমি নজানো বুলি। বোলে যক গৈ আপুনি। আহিল গুচি। এখেত আএ বাট চাই খেদকৈ আছে। পালত বোলে কেনেকৈ আহিলা বাপু? বোলে এনে বাদি কৈ আহিলোঁ।

আতা কাকতী আছিল বুদ্ধিমন্ত। এদিন উজীৰক বোলে তোমাৰ এহেজাৰ ৰজা দিয়া গা মানুহ আৰু কি পোৱা? বোলে কিছু নাই। ওলাই সোমাই লগে খৰি পাতেই যায়, পাৰে যদি উপায় কৰক। পাছে কত ধনী খতিয়া লিকচৌ, মুগা, কপাহ, জালুক, ক্ৰম লগাই দিব ধৰিলে। আতা মুৰিয়লি তিনি কুৰি টকা পালে তাতে। পাছে উজীৰ নগৰে গল। পাইকে বকৱাত গোচৰ দিলে বোলে এই উজীৰে, লগত ভাটিৰ কাকতা এটা আছে, ধন খাই দেশ ভাঙ্গিলে আমাৰ। বকৱা ছুত দিলে আনিবলৈ। উজীৰে হিত মানুহ পঠালে নিশাই আগকৈ

বোলে বায়তে গোচৰ দি সাৰা দিছে, অন্তৰক শীঘ্ৰে। তৈত ছয় বৰ্ষ বেছি তিনিও নিশাই ভাগিল। সেই সমএ বৰ আকাল পৰিছে দেশত। আতাৰ গাত জিকিৰি পিতা। নিতে গা সেকিবলৈ একভাৰ খৰি কিনে। কলৰ ঠিয় মোকচ এটা লাগে, কল ঠোকাৰ ধন নয়। লোন, তেল, অন, বস্ত্ৰ, এনে ডেৰ কুৰি টকা ভাগিল। তেহে পিতা পুত্ৰে হুয়ো ভিক্ষা খৈলে। দিনতে ভিক্ষা কৰে, গধূলি খায়, পুৰা নাটে। এদিন দিনটো ফুৰি কণটো নপালে। আতাৰ গা বহি স্নানে গ'ল। গুৰুজনে পমুৱা চয় বাৰী চাই এটি কচু পাই বাঁহৰ কৰ্ত্তনেৰে কচুপাতে চাচি বুকু দিলে। আহি আতা খাই ক্ষুধা তৃষা গুচি সুস্থ হৈ আশীৰ্ব্বাদ কৈলে, পিঠি খানি গুৰু ভোজন কৈলে। গুৰু বোলে আএ বাটলৈ চাইহে থাকিব। সেই কাচি কটা কাখবে সুগ্ৰীৱ গৃহতে সোমায়। সি পাট পলু বাচিছে চাইছে। বোলে বাপু, কি চোৱা? বোলে পলুহে চাইছোঁ। তোমালোকে মেলিব নাজানা। বোলে কেনেকৈনো মেলে? পাছে তিনি খন ডলা অনালে। তাতে বৰ, সৰু, মাজু বাচি দিয়ালে। পাতো সেই ক্ৰমে দিয়ালে। পলু চপ চপ কৰে পাত খাব খৈলে। গুৰু বোলে এনেকৈ দিব লাগে। চাবৰৰ খচাত সক কত মৰিছে। সি বোলে পাত পলু পুহি এতমান হলোঁ, তেও এনে বুদ্ধি নজানোনেপা। তোআসৱক কি লাগে? বোলে ভিক্ষুক, দিলে সব লগে তেহে দোদোন মান ধান, লোন, শাক, দিলে। আনি গুৰুজ'ন গুৰিত দিলে। আএ আগত লৈ এসন্ধ্যা খালে। গুৰু নিশা অসন্তোষ কৈ বোলে পিতৃ, পাৰলকু নাই, কিনিবলৈ অৰ্থ ধুকাল। তোমাৰ চিনা জনা ইষ্ট মিত্ৰ আছে নেকি? বোলে এঘৰ দখিনে বংশৰে জ্যেষ্ঠ আছে,

দুখৰ দিনত সোধে নোসোধে জানো ! তেহে বিহানে উঠি ব্রহ্মপুত্র পাৰ হৈ গধূলি পালেগৈ। তিনি কঠি চাউল দিলে ঢেঁকীশালে খালে ঢৌ জুৰ। পুৱা মুখেৰেও নামাতিলে। বোলে পিতৃ আৰ প্রমাণ পালোঁ। আৰু আছেনে ? বোলে খনাৰ সেই খিতে সমন্ধীয়া ভাই বুলি এটা আছে, তল'কে ব'ল। গৈ দুই দণ্ড বেলা থকাত পালেগৈ চিৰকালি ঘৰ। পাছে চোতাল মুৰে গাঁথি খৰি এখুতৰ আছে, ফালি এৰা। বুঢ়ীএ আনি কুঠাৰখান দিলেনি। বোলে আকে ফালা, তোমাৰ আমাৰ ভাত খাবলৈ। গুৰু ফালি নিলে ফাহ ফাহকৈ। বুঢ়ীয়ে নি আছে। বোলে পিতৃকে লাগিব এভাৰ ভাতৰ জহত। এ বোজামান ফালি তাতে কুঠাৰ পথালিকৈ বাহিল। গাঁথিও ধুকাল। সেয়েহে ৰলোঁ। আৰু। মু আন্ধাৰি গিৰি পালেহি। মুখলৈ চাএ ভিতৰ সোমাল। নমাতিলে চিনিও। পাছে মাকে বোলে তোৰে ভাই বুলি কই দহো। বোলে থ, খাৰৰ দিনত ওলাইছেহি। তিনি কঠি চাউল, চৰু দিলে। তাকে আএ ঠাই মাজি বহালে। এখানি পাতত পাৰিলে। অন্নে আতাকেহে জোৰে। আদ খানি খালে, অৰ্দ্ধখানি ৰ'ল। আএ বোলে বাপু আমাৰ কিবা হেতু ক্ষুধা নাই, তুমিএ ভোজন কৰাহি। বোলে মাতৃ মোৰো নাই, আপুনি কৰি আহক। নেৰাত দুই মা পোএ ভোজন কৈলে। শয়ন কৈ গুৰু বোলে পিতৃ, ভাই বুলি আহিলা, আৰ প্রমাণ পালো। আৰু ইষ্ট মিত্র আছেনে ? ছমাহতে দুখে দেহ নৰই দহো। আতা বোলে বণ্ডকাত থকাতে প্রতাপ ৰাএ মানুহ এঘৰ মাৰিব খুজিলে, তাকে ধন ভৰি খাটি ৰাখলোঁ। সেএ এই দেশে আহি বৰলোক হৈছে বুলি শুনিছোঁ। সি হলে নেৰে। পাছে কপসিয়া উত্তৰলৈ পাৰ হ'ল। গৈ ঘাঘৰ নদী বোসে পালেগৈ। এটী বুঢ়ী লাগ পাই

সুধিলে —এইটো মাজিৰ ঘৰ হইনে ? বোলে হয়। আছে নাই ? বোলে আছে ঘৰে। বোলে আমাৰ কথা কগৈ বুলি ভৰাৰগিৰি বৰকণা কাথ আহিছে বুলি। সেই ক্ৰমে গৈ কলে বুঢ়ীএ। পাছে নপতিয়াই মাজিএ। বোলে তেঞ কিয় আহিব ই ৰাজ্যে ? বৈ বোলে কিবা আহিছে ? এই বুলি উঠি গ'ল আগবাঢ়ি। দেখি তবধ দি চাই বোলে এনে লোকৰ এনে অৱস্থা কিয় হ'ল ! ভোজন আছে নাই ? বোলে আজিহে চাৰি দুদিনো নাই। বোলে আহক পাছেও বাৰ্ত্তা সুধিম। আনি ন চৰিয়াত পাও ধুৱালে। ভিতৰত নি পত্নীএ আইৰো ধুৱালে। গুৰুজনক লোটা দিলে। তিনিকো দুগ্ধ, চিৰা ভোজন কৰাই গুৱা দি বাৰ্ত্তা সুধিছে। আতা পূৰ্ব্বৰে পৰা দুখ সুখ কৈ বোলে এতিয়া তোমাৰ গৃহ সুধি পাইছোঁহি, তোম্ৰা কি কৰে। মাজীএ বোলে এতিয়া আৰু পৰৰ গৃহ বোলা নাযাব। তোমাৰে ঘৰ-বাৰী, গো, মহ, দাস, দাসী সকলো, মঞ দাস, কুৰি বৰ্ষো থকা যক, একো চিন্তা নাই। তিনিকো বস্ত্ৰ, তাম, পিতল, একো সাজ দিলে। কতো দিন থাই লৈ মহা সুখে আছে। উৰ্ব্বশী আপীও জন্মিল। একদিন মাজীএ আতাক বোলে আতে শ বৰ্ষো থাকক, কালৰ গতিত কলুবা গলে হাতে কিছু নাই দহো ? আমাৰ সকলো কৃষি কৰে। তাতে এই খানি মোৰ বুলি কঠিয়া সিঁচি থবা। খাবা মোৰ। তাকে বেচি টকা শিকাটো লবা। তাত্ৰ মহা মাহ বৈছে। এমুৰীয়া মান নিএ ভৰিত মোৰ বুলি খুটি মাৰি বলে। সি খোপা খাই গজিল। হাল গিৰিএ দেখি বোলে আমাতো নোসোধে, আপুনিও নাজানে ; মূল কঠিয়া হৰাল। শুনি গুৰু মাজীৰ গৰু পাল নি খচালে ; বোকা উঠিল। লোকে দেখি বোলে আগে মূল কঠিয়া পালে কি বা, উৰ্ব্বশীৰ

এতিয়া মূলো গুচালে। পাছে সেই নিশাই বৰ বৰষুণ আনিলে। হাতৰ অন্তে একো জুপি ওলাই লতা বাই গুটি দম খালে। মাজী গৈ দেখি বোলে এই ডৰা কাৰ? গোট পথাৰ মাহ আতে হ'ল। বোলে তাৰা সবৰ বৈছে। সেইৰূপে মাহ, সৰিহ, ধান, গুৰু সবাকে বৈ বেচে, খায় ঘৰৰ। কিছু টকা হ'ল হাতে। তাতে গুৰুজনৰ পাঁচ দিন পানী তুলি ধোলে, মিৰদঙ্গে নোৱাই ধুৱাই ছুৰাকৰ্ম্ম কৰালে মাজীএ। একদিনা মাজীত কলে আতা, বোলে—তোমাৰ ৰাজত কাথ বুলি কয়, ছাল ভাব বয়, বেটী খানি বিবাহৰ কাল হ'ল, বেটাকো কৰাব লাগিল, সজ জ্ঞাতি নাই মিত্ৰ কৰিবলৈ। মাজীএ বোলে এই খানিৰ উপাই নাই মোৰ। আতা বোলে শ্ৰীশঙ্কৰদেৱ বটাৰ পৰা ধুৱাহাটালৈ আহিছে বুলি শুনিছোঁ। তাতে আমাৰ জ্ঞাতি মিত্ৰ,ভাই বন্ধু সকলো আছে। তালকে যাব খোজোঁ, কি বোলা যায়? মাজী বোলে বাক। আমি তোম্ৰাক এক বৰ্ষ জোৰাকৈ সকলো দিয়া যাব। মাজী বৰ নাঞত এনাঞ ধান কাপৰ, মাহ, সৰিয়হ, লোন, তৈল, কচু, কোমৰা, খাৰ, কিছু টকাও দি আগে গোৰে মানুহ দি চৈধ বৰ্ষ ৰাখি পঠাইছে। ভৰাৰি ভুৰি, সেইখানি পাইছেহি। আদি সৰস্বতী, তানে পুত্ৰ গোপাল, তানে পুত্ৰ কৃপাল, তানে পুত্ৰ ৰাম, তানে পুত্ৰ বিষ্ণু. তানে পুত্ৰ গই, এশ যাত্ৰীৰে গোট খাই গঙ্গা জগন্নাথে গ'ল কথা বান্ধি নেৰাকৈ। গঙ্গা স্নানকৈ জগন্নাথ পালেগৈ। পাই যাৰ যি ইষ্ট বৰ প্ৰাৰ্থিলে। গ এ মাগিলে সন্তৰ সঙ্গ। নিশা বৰ পাণ্ডাক স্বপ্ন কৰালে জগন্নাথে কৰলৈ, পূব দেশে যক, সন্তৰ সঙ্গ পাব। পুৱা বিচাৰি কলে। পূৰ্ব্বে এৰা এৰি কৈলে মাৰিবলৈ কথা বন্ধা গুণে। বোলে কোন কলৈ যোৱা হঁক? কতো বোলে বৃন্দাবন যাঞ, কেহো ৰামেশ্বৰে, কেহো সেতুখণ্ডে, কেহো বোলে

বদৰিকাশ্ৰমে, কতো অযোধ্যা, কেহো মথুৰে, কতো কুৰুক্ষেত্ৰে। এই মতে দহ আঠ গোট থাই—যাওঁ বুইলে। এঞ বোলে সবে কথা এৰিলাইক ; মই আৰু দেশেহে উজাই যাঞ। এই বুলি গা সাৰি গুৰু জনক পাই ধৰ্ম্মক ধৰি সঙ্গতে আছে, গুৰুজনে ৰামদাস নাম দি থৈছে। স্নান কৰিছেহি, তেঞতে বাৰ্ত্তা সুধিলে, বোলে শ্ৰীশঙ্কৰদেউ বটাৰ পৰা আহিবৰ শুনিলোঁ হইনে? ক'ত থইছে? বোলে হয়, আমিএ তাৰাৰ লগৰে। কিয় সুধিলা, তুমিনো ক'ৰ? আতা বোলে আমাকে দীঘলা কাথ বোলে। সুধিলোঁ কিয়, তাৰা লগে জ্ঞাতি মিত্ৰ সবে আছে? তৈতে বেটী খানি বিহা দিব লাগে, বেটাকো কৰাব লাগে পালে। তাতে বিচাৰি আহিছোঁ। ৰাম দাসে বোলে বেটী খানি দিলে আমিএ কৰাম। বেটালৈ বিচাৰ কৰা যাব। বোলে তেনো আমিও দিলোঁ আৰু তোমাতে। মিত্ৰ হৈ ভৰা বস্তু তুলি আনিলে তাৰাৰ গৃহতে সোমাল গৈ। নাঞ উজাই পঠালে, এটি গৃহ কৰি তাতে থলে। (·········তানে পুত্ৰ ৰামচৰণ, দুহিতা উৰ্ম্মিলা, হৰিচন ঠাকুৰত দিলে, ৰামচয় পুত্ৰ দৈত্যাৰি, ত্ৰিপুৰাৰি. নৰহৰি ত্ৰিপুত্ৰ। বিকাই ঠাকুৰ, তানে বেটা মনি, তানে পুত্ৰ ৪ কানু, অৰুণ, পৰাণ, ৰূপনাৰায়ণ। কানুৰ পুত্ৰ ৰত্নেশ্বৰ, অৰুণ, তানে পুত্ৰ পৰ্ম্মানন্দ, আত্মাৰাম, পৰ্ম্মানন্দ পুত্ৰ হাটিৰ বাপুৰাম, ৰূপনাৰায়ণ, পুত্ৰ ৪ ভোগবাপু, সন্তৰাম বাপু, ভদ বাপু, বিজই বাপু।) ৰামদাস

পাছে শুভ বাৰ, তিথি, মাহ, চাই উৰ্ব্বশী আপীক বিবাহ দিলে। শ্ৰীশঙ্কৰদেৱৰ একবৰ্ষৰ পাছতে আতা পাই বিহা দি ছমাহ বৈ, আইক জী জমাই লগে থৈ পিতাপুত্ৰে সম্বোধন কৈ নিজ ৰাজ্য ভাতৃ দেখাবলৈ গ'ল ভটিয়াই নিমাই মুদৈৰ নাএ। বগুৰা পাই গৃহৰ চোতালে ৰ'ল। বৰবেটা দামোদৰে দেখি উৰ্ব্বশীৰ বিবাহ

আগবেথ কৈ চৰিয়াত পাও পখালিলে, পাৰি সেৱা কৰিলে। চাই বোলে এইটি নো ক'ৰ ছাঁতে? আতা বোলে সি ৰাজ্যে গৈ বৈমাতৃ এজনা তোমাৰ বিহা কৰালোঁ। তোৰে কনিষ্ঠ ভাতৃ হয়। দামোদৰে সাবটি ধৰি সাদৰিলে, সোটা দিলে, পাও ধুলে। তেহে তিনি পিতাপুত্ৰে আনন্দে ভোজন কৈলে। দামোদৰৰ পুত্ৰ নাই। চোট আতাক বৌ মাতৃএ বৰ বেথা স্নেহ পুত্ৰ বোধে কৰে। পাছে তৈতে আতা গুৰুজনক ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰশালে পঢ়াবলৈ দিলে। এক বৰ্ষে সাত ব্যাকৰণ, ভাৰত, পুৰাণ, ভাগৱতৰো শিক্ষিত হ'ল, একবাৰ কলে পুনু কব নালাগে। আহি কায়থালি পঢ়িলে। পঢ়ি পিতাপুত্ৰে উজাব খুজিলে। কালৰ প্ৰমাণে আতা চলিল। দুয়ো ভাতৃএ নিকিতা নদীৰ তীৰে চিতাকৈ দহন কৰিলে। গৃহে আসি অসন্তোষকৈ আছে মূৰ সুমাই। গুৰু বোলে দাদা কিয় অসন্তোষ কৰা? বোলে বুপা, মই হয়হে ভৰাৰী বৰুৱা নাঞ, তিনিকুৰি টকা ধাৰহে লোকৰ। আৰু এই দেশত এশ চকুৰি টকা হলে কৰ্ম্ম কায ভোজ হয়, নিয়মকৈও তিনি কুৰি তেও লাগে। বামুনৰ কাৰণেই ৰক্ষা নাই। হাতে আমাৰ দেৰকুৰিহে আছে। আৰে কি কৰিম, বুদ্ধি পোৱা নাই। বোলে দদা গোটা চাৰি টাকা. দিয়া, চিন্তা এৰা। দিলে, তাকে ভঙ্গাই কৰি। চোট ৰূপ লৈ বৰ ভট্টাচাৰ্য্য অধ্যাপক কন্দলী, কবিৰত্ন, মিচিৰ এই সবক ঘৰে পতি গৈ শিকা, মহা, আদমহা, একাঞন দি মাতিলে সন্তৰ্পণকৈ নাযাবলৈ। পাছে দহা কায হ'ল, অনেক দ্ৰব্য ভৰিপুৰ হ'ল। বামুণ বৰ সৱ নাযাবৰ দেখি সক ভোৰ নগ'ল। পুৰোহিতেৰে কৰি দান দক্ষিণা কৰালে। তেহে ভোজ দিবলৈ ধৰিলে। সি দেশত মাছ পাবলৈ নাই। পাছে এটি ভাৰী লৈ গ'ল মাছলৈ। দু'টা কাতল মাছ আনিলে, সি গোটেই পানী

বঙুকাত মাধৱদেৱৰ শিক্ষাৰম্ভ

পিতৃৰ মৃত্যু

কুয়া। পথে পথকৰা দেখি বোলে ইইঁতৰ ভোজত গঞা দাঁৰিবহে। গৃহে দদাএকে দেখি বোলে উপা, কি কৈলি? কি মাছ আনিলি? পুনু ভোজ দিব লাগিব, দাঁৰিবও। ই দেশত আঞ্জা মাছ বেয়া হলে, দাঁৰেও, ছুছৰি খায়ও। পাছে গুৰুজনে বোলে দদা, আমিএ চাউল সিজাম। এই বুলি মাছ দু'টা বাচি পেটা কাঢ়ি ধুই কলত জৰি দি আৰি ফিচা কাতি ডাবৰ পাতি চেপিলে, খামুচিলে, চালে হাৰেহে ব'লগৈ। অগ্নিসম জলত দিলে, গোট হৈ পৈল। কটাৰীৰে কুতি আদ খাব কৈ, টেঙ্গা দি, ভাজি কৈ লোন, জালুক, যনী, গন্ধ, গান্থিয়ন দি, মাহ, মশু, মাটি পাঁচোখন আঞ্জা আমোদিত হ'ল। বাঢ়ি দিলে, গঞা জাতিএ বোলে তেনে মাছ এনে হয় বুলি কোনে জানে? একোদিনে খোৱা দেখা মাছ আঞ্জা নাইপা, নাভূত নাশ্রুত, আমাক এই ট্ৰ'তে আঞ্জা সবহকৈ দিয়া, খাব মাছ চোৰাটো এৰিলোঁ আৰু। দিব ধৰিলে দুও ভাতৃ। অন্ন আঞ্জা বাঢ়েহে দুটুটে। মৰদে খাই গ'ল, স্ত্ৰীলোকে দিনাত খাই ওৰ কৰিব নুৱাইলে। ক্রিয়া-কৰ্ম্ম ভোজ কৰি আছে।

দামোদৰ দদাএক ধাৰ, ধনবো ধানবো সাধেহি। দেখি বোলে তোমাৰ যে খাবলৈ নাটে কিবা অন্যায় কৰা হবলা? বোলে বুপা কি কৰোঁ? গুৰু বোলে কিয়, ৰাতিতে গৃহ আওতাই চাউল সিজাই খোৱা, বাহি গা নহয়, তাতে নখৰা? এই এটা, আৰু বেলা দেৰ পৰত গাই দোহা। বৎস তৃষাত মৰে, এই এটা। আৰু ৰাতিতে নি হাল জোৰানি। এই বোধ অন্যায় কাৰণেহে খাবলৈ নাটে চাউল কানিএ। বোলে দদা দুটামান খেতি আমিএ কৰালোঁহতে। বোলে বুপা, পাৰা যে কৰোৱা! পাছে হালোৱাক নি মাটি সীমা চাই ধান বোৱা। তাৰে আদখানি এৰিলে। দুই ঠাই তাৰে হাল জোৰাই বলে

আচৰণ ব্যভিচাৰৰ অনাটন

ধান। দুপৰ নৌ-হওঁতেই মেলায়। পাছ বেলাও গধূলিহে যায়। তেহে গুৰু বোলে দদা, ভঁৰাল এটি আৰু সাজিব লাগিল। বোলে কেলেই? মাটিও দুমু আদখানি এৰিলা, হাল জোৰে বেলাকৈ, মেলেও বেলিতে, পথৰুৱা যায় তিনি-পৰীয়া, আগটাকত বো মাথন। তেও এটি সাজিলে। ধান দালে, চপালে আগৰটো ভৰিলতো ভৰি কতখানি ৰ'ল আদিকি। সবাই মেৰতে থলে দু'শমান। বোলে দাদা, কাৰ ধাৰ আছে সুজানি। মাহ, সৰিহ, গুৰ, তাকো অভ্যুদয় কৈ পাই বেছি ধনবো নির্ধাৰী হ'ল। "আপুনি লক্ষ্মীপতি, তান কি বস্তু ক্ষতি"। আকতো কৃষি কৰাই আছন্ত। ভৰাৰী ৰকৰা কাহিলা পৈল। বোলে বাপু, ৰাজাৰ পাসে আছোঁ। গুণে এক চাইটা মানুহ লোন, তৈল, গুৱা, পান ভাৰে বনে আছে পাইছোঁ, ঘৰে পৰি থাকিলে আমাক কোনে দিব, গুচাবহে। মোৰ হ'ল স্বৰ কাহ দিনা চাৰি থাকিব পাৰা। বোলে দাদা সজ। পাছে গৈ ৰাজাত ভেটাই চিনাই থলেনি। তেহে ৰাজা বৰ দয়া কৰিব ধৰিলে। যেই বাক্য বোলে অখণ্ডিত। ধীৰ, গহণ, গম্ভীৰ, ধৈৰ্য্যে এই দেখি ন্যায় উচিত প্রবর্ত্তন। পাছে একবর্ষ অন্তে বৈদ্য ঔষধ খাই গা সজ হ'ল। পঠাবলৈ গৈ যা বুলিব নপাৰে খাটনি দেখি ৰাজাত। গুৰু মন বুজি বোলে দাদা, তোম্রাই থাকা, আমি গৃহলকে যাঞ, কত পাপ সিজে। বোলে বাৰু বাপু, যকগৈ। গৃহতে আচন্ত। একদিনা বোলে দদা, মাতৃটি আছে, কিছু নাই; আমাতে আশা, পিতৃও চলিল, তাকো জনা নাই। যাবকে খোজোঁ, কি বোলা যায়? বোলে বাৰু তেনো। ধুৱাহাটাৰ পৰা গুৱা সজাই মুদৈক ধৰি পঠালে খৰ্চ্চাদি। উজাই এদিন গৈএ উদৰ চলিব ধৰিলে। গুৰুজনে বোলে কিবা আৰু টানেই হয়? আমাৰ ৰাজ্যতে তুলি থ। ছহাত মান গৰাতে থৈ

গ'ল এৰি। গৰু চৰা লৰা দেখি বোলে মোক বাম তোলাইক। বোলে কেনে কৈ? বোলে গোচাৰি পঘা মেলি জোৰাই দি জাক লৰা বল দেইক। পাছে সবেও দি বল দিলে, ধৰি আছিল তাতে। নৈ কাষে ৰাজপথ, পৰি আছে। ছুলৰীয়া গাঞৰ লোকে দেখি বাৰ্ত্তা কলেহি দলাএক নাই, বৌ-মাতৃ চাকৰ ধৰি পিৰা পিঠা দধি দি খেদাকৈ নিশাই পঠালে। পুৱা পাই খুৱাই, ধুৱাই পিৰা দোলাকৈ নিলেহি। পালত পৰম শ্ৰদ্ধাৰে বেজে ঔষধে চালে বৌএকে, সজ হ'ল। ছমাহে গা টঙ্গাই খাহি এটি ভোজন কৰি সজ হ'ল। ধুৱাহাটাৰ তামোল বৰীয়া লাখটকীয়া ধনাই মুদৈ গুৱা সজাই নাও ধৰি পুনু উজাই আহিছে। ভাত্ৰ মহা হোকৰাকুছীয়া হিৰমল লোন মুদৈএ চিনি পাই বিশ্বনাথে বাৰ্ত্তা কলে বোলে খেদাকৈ গ'লে বা মাৰক দেখাগৈ, নাপৰা টান। তেহে গুৰু খেদকৈ, পিতৃও গ'ল মাতৃও নেদেখোঁ বুলি গোসানীলৈ এজোৰ পাঠা মানি বোলে যেন মাতৃক দেখোঁগৈ। ভৰাৰী ডুবি পাই নাৱৰ পৰা খেদকৈ উঠি গৈ দেখে আই সজ হ'ল। বোলে শাখ, সিন্দুৰ খহাবহে লাগে, আতা চলিল। আইএ শুনি কান্দি ব্যাকুল বিহ্বল হৈ সবে খহাই গা স্নান বস্ত্ৰ পতিলা দূৰ কৈলে। সভাকৈ সজ হ'ল। পাছে ৰামদাস আতৈক বোলে বৈনাই, আই নাপৰা শুনি পাঠা এজোৰ মানিলোঁ গোসানীক, আনি দিয়া, পূজাতে কতাঞ, পালেহি দিন। বোলে বোনাই, যোৱা আজি। তাৰা গৈ গুৰু সেৱাকৈ শুচি আছিল, নাপালোঁ বুলি। শুনি গুৰু বাগি বোলে মৰ মৰ, "নামত হোকৰা বুদ্ধিত পাগল, বিহানে টকা দিলোঁ, নানিলি ছাগল।" "তেওঁ বোলে কি পাঠা পাঠা কৰা, আক যি বাধা কৰ্ম্ম কৰে নৰকতহে যান। বোলে তই. ভালেহে নান? কোনে কৈছে?" "মূৰ্খৰ আগত যেন কথা কহ ভয়।

ধৰ্ম্ম চিনাৰস কিছু নাজানোহোঁ মঞ ॥”

বোলে যাৰাহে আৰু ৰাত কৰ্ম্ম লেখি থৈছে তাৰাৰ আগত একাষাৰো মাতিৰ নপৰা, একে আষাৰে নিমাত কৰিব। বোলে “মোৰ আগতহে বৰ ৰাগ গোট, শঙ্কৰ শুনি পালে তুমি হবা সোত লোট।” ৰাগি বোলে ব’ল চোন যাঞ, দুৰ্গা দেবীকে নো কোনে কেনেকৈ খণ্ডে চাঞ, যাৰ সৃষ্টি মায়াত ব্ৰহ্মা হৰ সবা নাই। ওলাই চায়, বেলা চোট হ’ল। বোলে কালৈ বিহানে ওলাবা, যাম। পুৱা স্নান কৈ দুয়োজনে

মাধৱদেৱৰ শঙ্কৰদেৱৰ সৈতে সাক্ষাত

বগুৰীয়া ছবুৰি, পকা গুৱা এচক লৈ গৈ দেখে শ্ৰীশঙ্কৰদেৱ বিহানে শৌচ, শুদ্ধি, স্নান, গুৰু সেৱাকৈ, নাম কীৰ্ত্তন কৈ ওলাই ভক্তে সমে চালিতে কৃষ্ণ কথা চৰ্চ্চি বসিছন্ত। দেখিএ গা-টি জাকি মাৰি লোম সিহৰি পৈল। কোটি সূৰ্য্যৰ সদৃশ জ্যোতি, গৌৰবৰ্ণে, ছত্ৰাকৃতি মাথ, নীল আকুঞ্চিত কেশ, শঙ্খপ্ৰায় গ্ৰীৱা, কৰ্ণত মকৰ কুণ্ডল, চাৰু উজ্জ্বলিত। পদ্ম পাহী সদৃশ আয়তলোচন, মদন চাপ ভ্ৰুৱ যুগ, নাসা তিলফুল, অধৰ ৰক্তিমা ৰাতুল, পূৰ্ণশশী মুখ পদ্ম, দশন কুন্দকাৰ পান্তি দাৰিম্ব, শ্বেত হাস্য, বাক্য গম্ভীৰ, মধুৰ অমৃত বৰষে, চাৰু চিবুক শ্যাম, সিংহ বৰ্দ্ধ স্কন্ধ, বহল বাহু বক্ষস্থল অশ্বত্থৰ পত্ৰ নয়, ভুজ বাসুকীপ্ৰায় আজানুলম্বিত, ৰঙ্গৰ মোলান অঙ্গুলি, নখ চন্দ্ৰ সম জ্যোতি, নিতম্ব কৃষ কটি পীত ভুনি, উৰু ৰামকল জানু সুঠাম নৱপল্লৱ পাদপদ্মকোষ, ৰঙ্গৰ পাকৰি আঙ্গুলি, পদতল দুতয় পঞ্চ চিহ্নে বিৰাজি নেত পিচুৰা উজ্জ্বলিত, সাগৰ সদৃশ গহন, পৃথিবীৰ সম সহন, বুদ্ধি বৃহস্পতি, ধৈৰ্য্যে মেৰু গম্ভীৰে বিষ্ণু, এনে দিব্য ৰূপ দেখি চমৎকাৰ হৈ ৰামদাসে পৰি দণ্ডৱতে নমিলে, সঙ্কোচিত ভাএ চোট আতাও পৰি নমস্কাৰ কৰিলে। গুৰুজনৰ প্ৰাতসে দখিন ভুজ ফন্দি সুহৃদ সখা দৰ্শন জানি সন্তোষে আছে। দেখি মেঘৰ গম্ভীৰে মহাপুৰুষ গুৰু মধুৰ

বাক্যে সুধিলে ৰামদাস, আবা কোন? বোলে বাপ, ৰৰকৰা কাথৰ বেটা। তেহে গুৰু বোলে অ, মনোহৰী পাইৰ বেটা এমান মৰদ হ'লনে, ৰাটে পন্থে লগ পালেও নিচিনো নেপা। বোলে তোমাৰ প্ৰতাপ বায় আছে? বোলে বাপ, কি সোধা যায়, কাইলৈ অম্বাৰতী ভুৱন হৰ, বেলবোধন দুৰ্গোৎসৱ।

পাছে শ্ৰীশঙ্কৰ দেএ মুখ বাম্ভ কৰিলে বোলে বাটকৰ্ম্মৰ কথা কোনে সুধিছে? কি বাত কৰ্ম্ম বোলা যায়? গ'ল। এ নাহি, মূল কৰ্ম্মহে। তেহে অনেক প্ৰবৃত্তি, আগম, তৰ্ক, নীতি, ন্যায়, কল্প, স্বৰোদয়, অনেক মাৰ্গৰ শ্লোক আনিব ধৰিলে। শ্ৰীশঙ্কৰদেএ নিবৃত্তি বাহুকৰ আনি খণ্ডি পেলাই

"হংস ছাগ, কাটি খিটে কখিবে কৰ্দ্দম কৰে।
সি যেন স্বৰ্গে যায়, নৰকত নো কোন পৰে?

বোলে নাজানিসে ব্যাসে কলে বোলে বেদৰ শাখা, ব্যাসৰ ভাগৱত চন্দ্ৰৰ আগে জলোকা, সূৰ্য্য আগে বন্তী আগম কৰি ব্যাসৰ মন কণ্টাৰ বিহিনে নাঞ সাগৰে ফুৰাদি মন অধিৰ হ'ল। নাৰদ কণ্ঠাৰ ভাগৱত ব'ঠা ধৰি কলে, অজ্ঞান অধিৰ ঢৌ বতাস নিৰ্ম্মল হৈ জৰ চৈতন্য মায়া সবাকে দেখিলে। এই শ্লোক মাতি অৰ্থ কলে। এই মতে আনে, তাবা খণ্ডে। প্ৰবৃত্তি, নিবৃত্তি, তিনি প্ৰহৰ বেলি বাদ কৈলে। শ্ৰীশঙ্কৰদেৱ 'তৰুমূল' শ্লোক আনিলে।—এই শ্লোক নাতি অৰ্থ দৃষ্ট, কলে—প্ৰাণৰ ভোজনে ইন্দ্ৰিয় তুষ্ট, বত্ৰিশ অলঙ্কাৰে কচালে শিৰ নহলে অশোভন। এই মতে চৰ্চ্চিলত সেৱা কৰিলে তজ গৈ। বোলে ববাৰ পো, যোৰানে এতিয়া? বোলে বাপ নযাঞ। বোলে দেখো আহিও সেৱা কৈলা, এতিয়াও সেৱ কৈলা, কিয়? চোট আতা বোলে আগে বি কৰিলো বৰ ভূঞা বিষয় মানি এতিয়া বি কৰিছোঁ অভয় পাদ পঙ্কজত বিক্ৰই

ভীৰ কৰি গুৰু মানি। পাছে দুয়োজনা বিদায় কৈ গধূলি ভৰাৰি ডুবিবলৈ গল।

মাধৱদেৱৰ শৰণ

পাছ দিনা মাছ, চাউল, জৰা, পুৰা গুৰা পান বস্ত্ৰ হৰিচে গৈ বস্তু লভিছে আহি দিনা চাৰি আছে। আহিনৰ পূজাৰ সময়ত গৈ ৰাম ৰাম গুৰুক নিছেহি। প্ৰসাদ নৈবেদ খোৱাই কটাই বিষ্ণু পূজা কৰাইছে। বোলে অন্য দেৱ নামে ফুল পাতো নিদিবা। বোলে সজ কৰি ঘোষা কীৰ্ত্তন ও জাগালে। প্ৰসাদ ভাঙ্গি চকতকৈ আনিলে গুৰু ঠাইলৈ। বোলে ৰবাৰ পো, ইয়াক দহো লাবিবৰ নৌ হয়। বোলে বাপ সি নহয়। ৰাজাৰ হেজদান পাত্ৰৰ কি? বোলে কিনো? বোলে বিষ্ণু নৈবেদ হে তাক আমি কিয় কৰিম? বোলে কালি লাগ পাই গৈ এক চিত নিচই বিষ্ণুত পূজি প্ৰসাদ আনিছে। এগৃহৰ স্ত্ৰীহে বুজাব নপাইলো। বোলে ৰামানন্দৰ মাক থৰানি, স্নানকৈ লম। পাছে শৌচ শুদ্ধি স্নান গুৰু সেৱকৈ প্ৰসাদ ছোট আতাকো দিলে। আই, ঠাকুৰ ভকতকো দি ভোজন কৈলে বিৰলে দুওজনা গুৰু আলচি এক দৃষ্টান্ত কৈছে। এক বুঢ়া বুঢ়ী ছন্ন অৰণ্যত গৃহ, পুত্ৰ হ'ল। সি সমস্ত ধৰে বুঢ়া বুঢ়ী বুলি। পাছে দুয়ো আলচি বোলে আই বোপাই দুয়ো দুইক বোলোঁ। ই লৰা শুনি তেহে বোল ধৰে। এতেকে ৰবাৰ পো, শিষ্য গুৰু ভাৱ দেখালেহে ধৰিব আভুৰা জীএ। সেব্য হল গুৰুজন, সেৱকৰ ভাৱ ললে ছোট আতা। আগে বস্তু তিনটিহে আছিল, গুৰুজনৰে পূৰে চাৰিপোৱা সেৱকৈ দেখায় সেৱকত। নিতে কৃষ্ণ কথা শুনে দুয়ো বেলা আহি গৈ। গুৰুজন ভোজন কৈ একেৰি শোৱে। ছোট আতা আহি বৈ ৰহি থাকেহি। গুৰু বোলে ৰামানন্দৰ মাক, মাধৱ বাজৰ আছিলে আমাক

জগাবা। পাছে হৰিপ্ৰিয়া আপী জগাই গৈ বোলে আতা, মাধৱ বান্ধৱ আহি বৈ আছে, উঠা যক। উঠি বোলে আমি জানো মাধৱ বান্ধৱ বুলি তুমি কালিৰ হৰা, তুমি জানিলা কি কৈ? এই বুলি মুণ্ডত চুম্বন কৰিলে।

এদিন গোসানীয়ে বোলে ৰামান বাপধন, তাৰা দেখো কালি বেলা ভাটীত গৈ বেগেই আছে, চাউল বা সিজায় নিসিজায়? অ'ন্তে লবলৈনো কি? বোলে সোধা যাব। পাছ 'দনা আহিলত সুধিলে বোলে কালি যে বিয়লা গ'ল, চাউল সিজাব পৰা হ'ল নহ'ল? বোলে বাপ, নহ'ল। বোলে আমাৰ অতেনো লবলৈ কি বোলা যায়? বোলে বাপ, তোম্ৰা ঠাইত নলৈ ক'তনো লম, যাৰ প্ৰসাদত সেৱাকৈ সংহাৰ তৰিবলৈ আশা কৰিছো? তেও আমি ভিতৰ চাঞ। ভিতৰ সোমাই গৈ দেখে এফালে পতিলা, এচুকে ভিটি বান্ধি ঘট পাতি আমডালি আৰা সূতা থৈছে। বোলে মাতৃ, এই কি? বোলে বাপু, তোম্ৰা সুধিব নালাগে; চাইটি ছাৱা চিতা আছে, আৰে কিবা পাৰতেহ্নি কাৰণে থৈছোঁ। বোলে ঘৰতে পৰম ব্ৰহ্ম, তাৰা যো বিঘ্ন দূৰ কৰিব নপাৰে, এই ভোৰে দূৰ কৰিব, যাৰ দাসী ঘৰ দেউতি? এই বুলি মৰিয়াই ভাঙ্গি পাচি ভৰি কলা কাউতে উঠালে নি। গুৰু বোলে, আমি কলে নলয়, এতিয়া পাইছে কাজীএ। তেহে স্নানকৈ আহি বোলে মাতৃ পাগ পাত্ৰ দূৰকৈ বস্ত্ৰ ধুই থাৰে টেঙ্গা স্নানকৈ উপাসে থাকি চাউল সিজাবা। পাছ দিনা আহি গুৰুজনক সেৱাকৈ ভিতৰে গ'ল। সেই ক্ৰমে আছিল আহি বস্তু লভি। পাৰতে শিৰ দি সেৱা কৈ বোলে বাপু, সূৰ্য্যক কুহলীএ ঢকা দি অগ্নিক ভস্মে ঢকা দি ঢাকিছিল। তোম্ৰাহে চক্ষুৰ পতাল গুচাই দিবা অঞ্জন দিলা আজি, প্ৰভুৰ মায়াত ভালেহে ব্ৰহ্মাও বিভ্ৰান্তি, হৰো লৰে, মোৰে মায়া মোকে ঢাকে। বোলে মোৰ গুৰুজনক

ঘৰ দেউতি ভাঙ্গি উঠায়

কি বুলি মানিছা ? বোলে স্বামী বুলি। বোলে তাবা পূর্ণ ঈশ্বৰো ঈশ, তুমি লক্ষ্মী। আৰু মাতা কি বুলি ? বোলে ৰামানন্দ বাপ বুলি, বা হৰিচৰ বাপ বুলি। বোলে সামান্য লোকৰহে ই সমন্ধ ? বৈকুণ্ঠৰ বস্তু আমাৰ গোসাই বুলিবা। শয়ন কৰা কেনেকৈ ? বোলে একে শয্যা পাটি গাৰুও। বোলে তেনেকৈ কৰা নাৰাৰ, নাভিৰ সমে মাথা থৈ কৰিবা, সেৱাকৈ শুবা, ধূলা লৈ উঠিবা, এতিয়া চাউল সিজাক গৈ। হ'ল, ছয়োজনা গুৰু আনন্দ মুখে ভোজন কৈলে। বসি মুখশুদ্ধি কৈ বোলে বাপ, আপোনাৰ বাক্যে এসন্ধ্যা ভোজন কৈলোঁ। গুৰু-পত্নী অৰ্দ্ধ শৰীৰ আপুনাৰ, আৰু বোলা নায়াৰ, অপৰাধ হুই।

বিষ্ণুপ্ৰিয়াক মাধৱত বিবাহ দিবলৈ কামনা আৰু মাধৱদেৱৰ উত্তৰ

এদিন গোসানীএ বোলে বিষ্ণুপ্ৰিয়াক তাৰাতে বিবাহ দিলোহঁতে, সুধিব কি বোলে। গুৰু পাছদিনা সুধিলে বোলে এখানি বাক্য বুলিব খোজো-কৰা কি নকৰা ? বোলে বাপ, সৰেখানি কৰা যাব, এটিহে ৰাখিব নপাৰিম। জীৱৰ কুশলৰ হেতুহে আপুনাক গুৰু মনা গৈছে। মায়াময় বিষয়, পশুপক্ষী শৰীৰতো পায়, আৰু লাগি আশা-ভাৰযা কৰা নাই বাপ। বোলে ৰৰাৰ পো, গড়বান্ধি যুজিলে সজ, প্ৰাণৰ সংশয় নাই। বিনাগড়ে যুজিলে ভয়। বোলে বাপ, গড় বান্ধি যুজাক একাক ক্ষেত্ৰিয় বোলে কোনে ? বিনাগড়ে যুজিলেহে যুদ্ধাক। তেহে মহাপুৰুষ গুৰু বোলে-কাত বলে বোলা ? ব্ৰহ্মা সদাশিৱৰ বিনা নিৰ্ব্বান গৰ্ব্ব বাক্য বুলি পাইছে ; চেষ্টা হেৰাই মৰে বিকৃতি হৈ। বোলে বাপ, তোম্মাৰ অভয় দুই চৰণত ধৰি স্বৰ্গমোক্ষ নৰকক মানে তুল্য কৰি। মোক্ষকো অভিলাষ নাহি হ'বি, তোমাৰ চৰণ সেৱক এৰি। নপাত্ত ব্ৰহ্মা হবে দেও ৰাক, হেনজানি নাথ ৰাখা আমাক। এ বাপ, সংসাৰ তিনি তাপে পুৰি দগ্ধকৈ ৰাগৰোতে তুমি, শ্ৰেষ্ঠা নাপাওঁ ; তথু কথামৃত

পানকৈ পদ শ্বেতছত্র ছাঁয়াত জিৰাওঁ দিনা চাবি। বিষয় বিষ বঞ্চিত নেপেলাব ঠেলি। বোলেবি আপোনাব অভয়পদ আশ্রয় বলেছে কঞ্চ। তেহে বোলে বৰাব পো, আক দিনা চাবি আগে লাগ পালোহেঁতে তোমাক, এ আমিও ৰামানন্দৰ মাকক বিবাহ নকবিলোহেঁতে। তেও কৰাইছো বুলি গৃহ অন্ধকুপত প্রাণত্যাগ কৰা নাযায়। হবমোহনৰ কীর্ত্তন কৰিছিল সেইখিতে ঘোষাত দিছে "মাধব বান্ধব দেৱ হবি কৰা কৃপা দাসে ক্ষেমা কৰি।" তেনেকৈ বুলিলতো আইমাতৃৰ আপীক দিবৰ প্রবীন চিত। পৰিচর্য্যাখানি কৰাই, কঠ পৰাই দিএ, গুৰাখানি দিয়াই, বহালৈ মাছ গাখীৰ, শাক, লোন তেল, জলকীয়া বেদেনাটি দি পঠাই, শয্যাখানিও পৰাই জোকৰাই যয়। এদিন ছোট আতা আপীক ধৰি কন্ধে তুলি বোলে তুমি গুৰু দুহিত্রী, সেৱাৰ বন্দনী, আমাৰহে বনকৰা বুলিনি গুৰুজনৰ আগত থলেগৈ। মহাপুৰুষ গুৰু বোলে, ৰামানন্দৰ মাক চোৰাহি। মই কওঁ নপতিৰা, নিগুর্ণ গুন দিব খোজা? তাবে পৰা নপঠাই আক।

দুজনা আইৰ দুটি দুইত্রী। কুষ্টিত নাম, মস্তকন্যা, ৰুক্মিণী; আএ দিয়া হৰিপ্রিয়া, বিষ্ণুপ্রিয়া। হৰিপ্রিয়া আপীক হৰি জমাইত দিলে বিহা। সৰু আইৰ ছোট আপী আছে যৌবন বয়স হৈ, ৰূপে জ্যোতীর্ম্ময়, চন্দ্রে সূর্য্যে ৰথ ৰাখে, লক্ষ্মী পার্ব্বতী সম। ৰসে তেজে ফুটি যাই, গৌৰ বর্ণ, ত্রৈলোক্য মোহিনী দিব্য কন্যা। একদিন দেখি মায়াৰ শক্তি বোলে কোন বৰ? দর্প চুৰ হে কৰিব লাগে। এই বুলি বোলে আপী এটি বস্তু দে মোক। বোলে আতা কি বস্তু? বোলে তোমাৰ ৰূপটি দিয়া বুলি হস্ত পাতিলে। আপীএ আতা দিছো বুলি দিলে। দুই হাতমোহাবি পেলালে। তাবেপৰা শ্রীটো হত হৈ শুকাই খীলাই গৈ কুমাৰ কুছিত শয্যাতে চলিছে। বিষ্ণুপ্রিয়াৰ মৃত্যু

নামত ঈশ্বৰ আবিৰ্ভাৱ

আৰু এদিন ঘোষা কীৰ্ত্তন গাইছে। ওভাৰা বৰ্ণৰ দৱনা পুষ্পৰ ঘ্ৰাণ উঠিল। গুৰুজনে বোলে বাপুসৱ, নাম নেৰিবা, জগন্নাথ আছিছে দৱনাৰ ঘ্ৰাণ উঠিছে। সেই দিনা ৰামদাস নাই। পাছ দিনা আহিছে। গুৰু বোলে কালি নাহিলা জগন্নাথ আহিছিল, দৱনা পুষ্পৰ ঘ্ৰাণ ওলাইছিল, বোলে বাপ, মই মহাপাপী, ভাগ্যহীন, দুৰ্ভগীয়া, নাপালোঁ। 'স্বপ্নতো নেদেখে অযযুক্ত লোকে'। ব্ৰহ্মপুৰানৰ কথা তুলিলে। সেই ক্ৰমে আকৌ ঘ্ৰাণ উঠিল দৱনাৰ। গুৰু বোলে নাম লোভী প্ৰভু কালি যি আহিল, অজস্ৰে, আজি একা ৰামদাসৰ প্ৰসাদত হে পাইছোঁ সবেও। বোলে পূৰ্ব্বে ত্ৰেতা যুগে ইন্দ্ৰদ্যুম্নে ৰাজসূয় যজ্ঞে যজি ওৰেষা পুণ্য ক্ষেত্ৰত জগন্নাথ থাপি সেৱা পূজা ভোগ দি ৰাজ্য, দেহ, দুহিতাকো দি আছে। নিতে ভোগ নিৰ্ম্মালি পান্তা দিয়েনি। একদিনা ভক্তিত বশ্য হৈ পূৰ্ণ জগন্নাথ চৈতন্য হৈ গৈ পাছৰ পৰা ৰাজা ৰাজকথা চৰ্চ্চি আছে, পান্তা দিছে বুলি হস্ত পাতি ললে, গহন গধুৰ লাগি গা জাকি ৰাম মাৰি লোম থিয় হ'ল চাই উভতি কৃষ্ণ। তেহে খৰ্গ ধৰি সক গাঁঠিতে ছেদকৈ দন্তৱতে পৰি কান্দি স্তুতি নতি কৰিলে।

দৱনাপুষ্পৰ উৎপত্তি

পাছে সন্তোষ হৈ বৰ দিলে, হাত পূৰ্ব্বৱত হ'ল। কটা হাতে গৈ পাৱত পৰি আছে। নিজ ভৃত্যৰ বস্তু, বৰ দিলে, দৱনা পুষ্প হ'ল, চিহ্ন ৰ'ল পাঁচ আঙ্গুলিৰ। মহাভক্তৰ অঙ্গ দেখি সদায়ে নেৰে জগন্নাথে।

ৰামদাসৰ কীৰ্ত্তনত মত্ততা

আৰু মাঘ পুহ মহা সেৰা খৰি আনি মাজতে জুই ধৰে, গুৰুজন বসি থাকে নাম সেৱাকৈ। ভক্তে নাম কীৰ্ত্তন কৰে। ৰামদাস আতৈ ওজা, প্ৰহ্লাদ চৰিত্ৰ পদ গাইছিল। "হাতে গলে বান্ধি অগ্নিত পেলাই" এই পদ মাতি প্ৰেমে ধৰি অগ্নিত জাপ মাৰি পৈল। গুৰু বোলে ধৰা ধৰা। তুলি খৰি গৃহলৈ

পঠালে। পুৱা বাৰ্ত্তা লোৱাই পানীজলা ছিগিছে বুলি চাই দেখে সজ। কলেহি।

আৰু একদিনা ৰাম ৰাম গুৰু ওজা গাইছিল কংস বধৰ পদ। কুবলয়ৰ দন্ত উভৰা পদ মাতিএ কীৰ্ত্তন ঘৰৰ টুপৰ খুটাটো উপাৰি লৈ ফুৰিলে তিনি পাক। গুৰু বোলে ধৰা ধৰা, প্ৰেমত লৈছে। পাছে দুজনেহে ধৰি খুৱাইছে। ৰাম ৰাম গুৰুৰ কীৰ্ত্তনত মত্ততা

আৰু ৰাম দাস আতৈএ, ৰাম ৰাম গোসাঁএ প্ৰসাদ বিলায়। দেউৰি প্ৰসাদ দিছে, পুণ্ডৰী, গিৰি, দুই ভাইএ প্ৰসাদ নলয়, গালিহে পাৰে সুণ্ডিয়া, বৰিয়া বুলি। শুনি আছিল আগে মানে, দেখে ৰাজ সভাতে লাজ হয়। তেও শুনি আছে প্ৰসাদ দি; কছু পাতে পানী লৈ, ক্ষুদ্ৰ শৌচৰ চলে ওলাই যায়। ছোট আতা দেখি বোলে গুৰু, কি কৰা? এক ৰাজা ৰাজসূয় যজ্ঞ কৰি অন্তে দান দিবৰ বেলি পলাল। তুমিও তেনে কৰা কিয়? নাযাবা, গুচি আহা। বালকে শিলত বজ্ৰমুঠি মাৰে, ভ্ৰুভঙ্গ নাই, হাতহে ভাগে। তেহে ৰ'ল।

আৰু এক সভাত ৰাম দাস আতৈএ বিলাইছে। সেই দিনাও প্ৰসাদ নলয়। ঠেহ পাতি দুয়ো উঠিল কঁকালত কাপোৰ বান্ধি। তাৰাও পাচি থৈ যুদ্ধ সাজে হ'ল। ছোট আতা বোলে বৈনাই কি কৰ? দুও একল তোকে নপাৰে, আৰু আমিও আছোঁহে; বহচো অথন। ৰাম দাসে, ৰামে ৰামে গৈ গুৰুজনত কলে, বাপ, পুণ্ডৰী দুই ভাই গুণে প্ৰসাদ বিলাব নুৱাৰি। ২১ ক বোলে কি বুলি নো নলয়? বোলে আগেই প্ৰসাদ খোজে। বোলে তেনো দিবা তাকে। এদিন দিলে লাজ হৈ নলয়। যেন তাৰ মনে গুৰুজনৰ পাছত দিব নপাই, নিন্দা কৰে। গুৰুজনে সবাতো কয় বোলে যদি আমাৰ ভক্তক মাতা তাক নমাতিবা যদি তাৰা দুইক মাতা আমাক নামাতিবা। এই বুলি নিবেধিলে, সবে ৰাজ্য, এৰিলে।

ভাস্কৰ গুৰু

আৰু বৈয়াত্ৰত গ্ৰামৰ ভাস্কৰ গুৰু বৈৰাগ্য বিৰকত হৈ ফুৰিছিল তীৰ্থ বেৰাই। "গোপাল কি গতি কৈলে, কি মতি দিলে" এই গীতৰ ভঙ্গিতা পাই গুৰুজনৰ অৰ্থে বিচাৰি গৈ মহাপুৰুষক গুৰু বুলি আছে। বেদ, ভাগৱতৰ অৰ্থই হুই মুই বাদ যেন হৈ ভটিয়াই জগন্নাথে যাওঁ বুলি মনে পঢ়িবৰ ইছাৰে বিদায় কৈ গ'ল।

বিধবাৰ স্বপ্ন

আৰু ৰামদাস আতৈএ হৰি কীৰ্ত্তন কৰিলে লাৰু বন্ধাই, বিলাই খাই গ'ল ঘৰাঘৰি। এক ব্ৰাহ্মণৰ বিধৱা স্বপ্ন দেখি শঙ্কৰদেৱত কলেহি, বোলে বাপ, কালি সভাৰ এনে সুন্দৰ ছৱাটি, সুৱৰ্ণৰ লৰু হাতে লৈ তাতে বহি আছে, বোলে সকলো দ্ৰব্য পালোঁ, এই মিঠৈ চৰু নিদিলে, এনেকৈ বুলিলে। পিছে গুৰুজনে মতাই আনি বোলে তোমাৰ ত'ত কেনেবাকৈ লাৰু থাকিল নে? বোলে বাপ নাই। বোলে চুকে কোনে সজকৈ চোৱাগৈচো। গৈ চাই দেখে, এনে চুকত লাৰু এচৰু পাতৰ আঁৰত আছে আৰি থৱা। আহি কলেহি বোলে বাপ আছে হয়। বোলে কালি যেনেকৈ মাতিছিলা, আজিও সবাজে জান দিয়া। দিলে, সকলো গ'ল। নাম কীৰ্ত্তন কৈলে। গুৰুজনে বোলে লাৰু কৈ যে নাটে ভাঙ্গি গুৰি কৰি সবাকে দিয়া। দিলে। মহাপুৰুষ গুৰু বোলে কালি যি তোম্ৰা সবে ভোজন কৈলা, প্ৰসাদ, আজিৰ এই একা মহাপ্ৰসাদ।

আৰু যজ্ঞাধাৰি বিলৰ কাখে সৰিহ বৈছিল, মাটি মঘুৱা তলি দ। হালোৱা সবে কয় গুৰুজনত, কাণ নকৰে। ছোট আতা শুনি বোলে বিলত যে মাছ মাৰিব খুইছে, কাহানিলৈ? বোলে একাদশীত। পাছে ভিতৰে গৈ আই গোসানীক বোলে মাতৃ চাইদোনমান চাউল, দুইদোন মাহ, কল, তামোল, যন্ত্ৰ কৰক। বোলে সৰিহৰ কাখে মূঢ়া ইকৰা নলৰ আছে, নাই? বোলে

বাপ দল। গৈ থুবাই লালিকৈ থবা। একাদশী হ'ল সাতখান গ্ৰামৰ লোক নামিল বিলত। ছোট আতা মাহ চাউল জোৰাই গ'ল। জাৰত ভাটি বেলা উঠিছে। মূঢ়াত জুই লগাই দিয়ালে, সবেও পুৱাইছে। একো পোহা মাহ, প্ৰসাদ, কল, তামোল দিলে। তাৰা সবে বোলে বাপ, মাছ চাইনে? বোলে নহই, এ জগতগুৰু শ্ৰীশঙ্কৰদেৱৰ এই মথুৱা তলি মাটিখানি পলস হয়। আৰে যেন সবেও একোপজালি সৰিহ বাকৰানিতে পেলাই দিবা। অ, বোলে বাপ, এপজালি নলাগে দুপজালিও পাৰিম। এই বুলি হাতে হাতে নিমিষতে বাকৰানিতে থলে যায়। উদঙ্গ হ'ল মাটি। বোলে হালোৱা সব, এতিয়া কঠিয়া সিঁচি বাই থবা, কালি পশুলৈ পাচলৌ সৰিহ মাৰি নিয়া।

আৰু একদিনামান কীৰ্ত্তন কৰিছে, মহাবাসৰ দশমৰ পদ গাই। বৃদ্ধ সৰ্ব্বজয় আতৈ প্ৰেমৰসে মজি দেহ পাসৰি মৌনে ভক্তিযোগৰ খেলাত আছে, ক্ষুদ্ৰ শৌচ গ'ল, শ্ৰেষ্ঠা নপালে। কঠৰ তলে বৈ খালে ডোঙা বান্ধি আছে। ভকত উঠি আহে, দেখি নিলগে ডেওদি যায় ফুৰা হয় বুলি। উপহাস্য কৈ গ'ল সবেও। পাছত গুৰুজনে দেখি বস্ত্ৰ থৈ আতৈক ধৰি তুলিনি স্নান কৰাই কাপৰ কঠ তিয়াই ধুতিকৈ চৰিয়াত আটালৈকে ভৰি মচি মাটি পানীএ স্নান কৈলে। ছোট আতা দেখি আশ্চৰ্য্য হৈ বোলে বাপ, দাসী দাসে কৰিলে একা? আপোনাৰ যেন ই বন? বোলে বৰাৰ পো, সকএ বৰ হবহে খোজে, হৈতেও নপাৰে, মধ্যবৰ্ত্তী হৈ পাশ্ৰদলত লাগি ৰয় আয়াজাতকৈ। বৰে ছোট হব পাইলে সংসাৰ হাত সৰকি সাৰিব পাৰি। দেখা সক জল বাম টিঙ্গতে গৈ, দেখালত হে বৈছে বৈ। ব্ৰহ্মা হৰ লক্ষ্মী যি প্ৰসাদ পোৱা নাই ইয়াৰ ভু অন্ত কোনে পাব? হৰি ভকতিৰ বিষম সন্ধি দেখি শুনি ছোট

সৰ্ব্বজয় আতৈৰ ভক্তি আৰু শঙ্কৰদেৱৰ ভজনা

আতা নান গোৱা মালা সেৱাত শ্ৰদ্ধা এৰিও গুৰুজনৰ পৰিচৰ্য্যা কৃত্য সেৱা অহো পুৰুষাৰ্থে কৰিব ধৰিলে।

আৰু একদিনা ভৰাৰি ডুবিব পৰা আহে, লালি বৰষুণ। বহিলত বোলে বৰাৰ পো, আজি আমাৰ উপবাস হে। বোলে বাপ, কিয়বা? বোলে শুকান উখান নাই। পাছ দিনা আহি বোলে আই, তুকুৰিমান ধান উলিয়াই দিয়া যক। দিলেনি। শুকালত চৌকা খলাকৈ সিজাই ধমু ধৰি শুকাই উপৰ চাঙ্গে তুলি ভৰি থৈ বোলে মাতৃ, তোম্রা আক ভোজন নকৰিবা, আগে যেনেকৈ কৰিছিল, এতিয়া সেই ক্ৰমে কৰিব। ইয়াক ডাৱৰত উলিয়াব। এতেকে গৃহস্থৰ উপবাস নপৰে।

আৰু এদিন বোলে বৰাৰ পো, আজিও আমাৰ উপবাস হে। বোলে বাপ, কিয়বা? বোলে খৰিৰ পৰা ডাৱৰত। সেই বেগে হালোৱা সৱক লৈ ঠাইতে জাৰনি, গছ কাটি ফালি দম কৈ শুকালে। গৃহকৈ চাঙ্গ পাতি চকুৰি ভাৰ ভৰাই থলেনি। হালোৱা সৱক বোলে আগৰ মতে খৰি লুৰি দিব। আক বৰষুণে উলিয়াবা। এতেকে গুৰুজনৰ উপবাস নপৰে। খৰি-ঘৰ, ধুতি ধানৰ আহিঁ তাৰে পৰা হ'ল।

আৰু গুৰুজনৰ গাপ লগা আহু চাউলৰ অন্নে উদৰ মন্দ হ'ল, বনবৰা, বকৰাক আগে লৈ, গোৰে ব'ঠা ধৰি পোকপৰা সোমাই উতৰ শালি ধান আনিছেগৈ। বোলে মাতৃ আৰে সিজাই বানি দিবা, আন সৱে আহু খাব, এতেকে গৃহস্থৰ উদৰ ভেদ নকৰে।

বৰিষৰ মুখিশাৰ আৰু এদিন গুৰুজনে স্নান কৰিছে, পাৰত বালি, মাটি ছিটিকি পৰিছে, পদজল বৈ গৈছে, সৱেও খচে। ছোট আতা দেখি মনে বোলে যিবস্তু মহেশে জটা পাতি ধৰে, বলিয়ে সবংশে সুতল পালে, দেও নপাই, এই বুলি কোৰ দা লৈ বাহ আনি গাত খানি দলঙ্গ বৈ গৃহকৈ বেৰি ডাঁৰ দি দিলে।

বিৰল সপোন

আৰু এক ব্ৰাহ্মণ জগন্নাথলৈ গ'ল, দুটকি সোণ লৈ। পাই এটকিৰ ভোগ লগাই এটকি নিদি আনে। স্বপ্নত জগন্নাথে বোলে মই অ'ত জৰ হে, নেথাকোঁ, চৈতন আতা জগন্নাথ শঙ্কৰতহে থাকোঁ, মই ত'তে দিলেহে পাওঁ। বামুণ দুনাই আহি পালেহি। বোলে শঙ্কৰ কেহেলৈ গ'ল। বোলে সেই স্নানে গৈছে। বসি হাত পাও ধুইছে বামুণে। গৈ পালে। গুৰু বোলে ক'ৰ তুমি? দ্বিজে স্বপ্ন জগন্নাথৰ আজ্ঞা কলে। বাৰু বুলি ঠাইতে ( মূল সাচি পতীয়া পুথিৰ ২২ৰ পৰা ২৮ পাতলৈকে পোৱানাই ) পা তোমাৰ আমাৰ আৰু নাতি এই সব আহিছেও, বৈকুণ্ঠৰ পৰা কেৱল ধৰ্ম্ম ধৰি আচৰি প্ৰবৰ্ত্তি যাৰও। পাছৰ লোক আমাত তোমাত পৰমব্ৰহ্ম চতুবাত (বাট ?) হস্তে অনেক পথ হব, ডালপত্ৰ বাঢ়ি সবে আমাক তোমাক গুৰু দেখাব। আপুনি নাচবে লোকতহে কয়। শিষোও বচনে কেৱল হব, চিত্তে অন্য দেউ ভজি গুৰু শিষ্যৰ কব লৈ, দুয়ো ভ্ৰমিৰ সংসাৰে, মৰণ শৰত পৰি আয়াযাতকৈ গৰ্ভবাস নৰ্ক ভুঞ্জি। আৰু যি ধৰিব চাৰি সিদ্ধে একাদশ স্কন্ধত কৈছে নিমিত—

সুহি সুখ কিছু মাত্ৰ আছে জানি।
ভকতিক নধৰে মুহিকে তত্ত্বজ্ঞানী॥
সিটো মধ্যবৰ্ত্তী সব যাইবে অধোগতি।
কোটি কোটি কল্পত নেৰাই মৰণ উৎপত্তি॥"

এতেকে ৰবাৰ পো, যিধাৰ, বিভিচাৰ, ভকত দ্ৰোহ, অনেক কোটিৰ মাজত কঃচিত সাৰিব। বোলে বাপ, এই শুদ্ধ মত ধৰ্ম্মনো পৃথিবীত সম্পূৰ্ণে কত দিন ৰহিব? বোলে ৰবাৰ পো, ছকুৰিবৰ্ষ। বোলে বাপ, বৈকুণ্ঠৰ বস্তু আনি অনেক অৰণ্য কাটি বাদকৈ ৰখা গৈছে। ছয়কুৰি বৰ্ষ দহো এক পুৰুষৰহে, কি জীৱ সাৰিব? বোলে অনুৰূপে

জলহ মলহকৈ আৰু ছয়কুৰি থাকিব পৌতৃ অংশে। এ বাপ কোৰে কটা বগৰা জীৱ আৰু কিছু হলে সাৰে। তেহে বোলে কলাকটাত যেতিয়া খাৰ ধান বব তাৰে পৰা খেলেপ জেলেপ হব। যি ধাৰ, ঘাট ভগা, নাঞভগা। টানমুঠে বঠা বাৰৰ মূৰে বা পাৰ হয়। পাছে ঠাই খৰাঙ্গ, হাবি, কষ্ট, দুখ, তেল টেঙ্গাৰো ঠেক পায়। জ্বৰে খৰে ধৰি মাৰে। কিন্তু যুবা বৃদ্ধ ছয়কুৰি ভক্ত চলিল। ছোট আতাৰ মাতৃ, সৰ্ব্বজয় আতৈও চলিল। দশা কৰ্ম্ম কৰি সবেও আলচি গুৰু ভক্ত ছমাহ ৰহি নাৱে ভাটিয়াল। গৈ চকীয়া মাজীত বাৰ্ত্তা পুছি গৈ জানে সোমাল গুৰু ভক্তে সমে। পাছত খান চাৰি নাঞ গৌছিল, ভু নপাই গ'ল ভটিয়াই। ছোট আতাৰ নাঞ গৈছিল, চকুদেখাতে কাপৰ বাউলি দিলে, আহিল উজাই। সি কেঘৰ গৈ চপৰাতে বৈ বহিল, মাটি, পানী, মাছ খৰি চল পাই, ভু পায়ো পাছত নাহিল আৰু। তাতে চপৰা চৌধাৰী হ'ল পৰঙ্গনাৰ। গৈছে উজাই ধাৰ নিমিত্তে যাবই নুৱাৰে। গৈ জানত কুৰি বৰাৰি দেই নাৱত পৰিছে। দেখি গুৰুজনে বুলিলে, বৰাৰ পো, নাঞ বৈ ভকতে উঠি চকচো মাটি খাৰে পানীএ, মাছে সজ যেন দেখোঁ। উঠি গৈ চাই সজ দেখি কলেহি। ভক্তে সমে গ'ল। উঠি গৈ এজোপা বাৰ পাৰলি বৃক্ষ আছে, তাৰ সমীপে ৰহিছন্ত। পাছতে অনেক চড়াই বাহা ই লাদি বগাকৈ থৈছে। আৰু ভাটি ফালে চমাৰ, হিৰা আছিল সেই নিমিত্তে চুনপোৰা বোলে। প্ৰথমে কোৰ চাৱ মাৰি বিৰিণা জোপ উতাৰি এচৰু চুন ওলাল, পোৰা শামুক। আৰু কৃষ্ণদেউ ৰুক্মিণী সৈতে অহাত কুণ্ডিলতে গুৱা ভোজন কৰাত টেমিৰ চুন পৰিছে এতেকে চুন পৰা। এই চাৰি অৰস্থএ নাম। ৰৰিৰ নাম পালেংদি। গৃহ বাৰী কৰিবলৈ হাবি খাগৰি কাটিছে সবে ভক্তে।

চপৰা চৌধাৰী

চুনপোৰা পালেংদি

## এতিয়া ঠাকুৰ আতাৰ চৰিত্ৰ বংশাৱলী

প্ৰথমে ঈশ্বৰ অৱতাৰ হৰি হিৰণ্যাক্ষ বধি, পৃথিৱী উদ্ধাৰি শৃঙ্গাৰ কৰিলে ৰজ চলাত, পুত্ৰ হ'ল নৰক। তানে পুত্ৰ ভগদত্ত, তানে পুত্ৰ সিঘিৰ, তানে পুত্ৰ বিঘিৰ, তানে পুত্ৰ চপাৰ্ছ। তানে তনয় সুবাহু, তানে সুত মিহিৰ, তানে বেটা শশধৰ, তানে নন্দন যশধৰ, তানে পুত্ৰ ৰূপধৰ, তানে সুত সগৰ, তানে পুত্ৰ ধৰম, তানে সন্ততি ভৱানন্দ পিতৃ দত্ত নাম। আতাৰ পুত্ৰ চাৰি; পৰ্ম্মানন্দ, তানে পুত্ৰ হৰিগতি ঠাকুৰ, তানে বেটা দামোদৰ তানে সুত হৰিচন্দ্ৰ, তানে নন্দন ৰঙ্গৰাম ঠাকুৰ, তানে গৰ্ভে পুন্না ঠাকুৰ, তানে অনুজ কামদত্ত মনোৰাত জগতানন্দৰ পুত্ৰ অনন্ত ৰাম, তানে বেটা বেথাৰাম, তানে সুত অনত। শিৱানন্দৰ পুত্ৰ কৃষ্ণৰাম ঠাকুৰ। তানে বেটা হৰাম ঠাকুৰ, তানে সুত কানু ঠাকুৰ, তানে নন্দন বনমালী ঠাকুৰ, তানে সনাতন ঠাকুৰ, তানে বীৰ্য্যে দয়া ঠাকুৰ, তানে গৰ্ভে ৰতিকান্ত, হৰিকান্ত। ৰামাই-ঠাকুৰ পুত্ৰ কুৰ্ম্মা ঠাকুৰ, তানে বেটা লক্ষণ ঠাকুৰ, তানে সুত বল্লভঠাকুৰ।

ঠাকুৰ আতাৰ জন্মভূমি

গুৱাহাটীৰ উত্তৰ পাৰে দুই পৰ্ব্বতৰ মাজে, মালৌ বোলে। তাতে ঠাকুৰ আতাৰ জন্মভূমি। পাঁচ বৰ্ষৰে পৰা সমনীয়া শিশু সবেৰে বালিৰে ধুলিএ গৰু চৰাতো প্ৰীতিকৈ ফুলে জলে হৰিকহে পুজে। উমলাতো বৃন্দাবনৰ খেলাহে কৰে। গহন গম্ভীৰ থিৰ স্বভাৱ শান্ত। ঢোপ, ভটা, ঘিলা, চোৰ, ডুগ, ছুৱাৰ, পচি, বাঘ, ছাগ অনেক ক্ৰিৰা কৰে। কেহো হয় গোপী, কতো কৃষ্ণ, কতো বালক। এই মতে বৃন্দাবনৰ খেলাহে কৰে। পত্নুলি মুৰে এজোপ বৰ আহত আছে। তাৰ তলে ক্ৰিয়াৰ থান যত লৰাৰ। সবে শিশু বোলা বুলি কৰে, খনো খইলে শলে মলে, কেহো বোলে কাৰৈ পালঙ্গে, কতো বোলে

দৰিকে বাঙ্গনে, কতো ৰউএ ঔএ, কতো কয় চুকা মাগুৰে, ঢেকীয়া মোৱা, বাবৰি বটিয়া, শেষত ঠাকুৰ আতা বোলে খলিহা বেহাৰে। এই মতে বাল্য ক্রিয়া এৰি যৌবন ঘোৰ বর্ষ হ'ল। আয়ুষৰ প্ৰমাণে পিতৃ চলিল। ক্রিয়া কৰ্ম্ম আচৰি কৃষি, দাসী দাস, গো, মহ, পালি পাচি কৰাইছে। গুৱাহাটীৰ নামে বৰভুই বোলে, তাতে পিতাএকে একুৰি ৰূপ লগাইছিল। তাকে আতা আহি গৈ সাধি থাকে। একবাৰ যাঞতে সুধিলে বোলে আমাৰ যি ঠাই, ঠেক। পানীগতিয়া, ধান চাউল কঠা কষ্টে। অ'লকে আহিব খোজো, কি বোল? সি বোলে অহা যক। পৰা খনি মাটিএ গাতিএ চেষ্টা কৰা যাব। আহি আতা লোক দেখাই যাব নপাৰে দিনত, চকীও ৰাজেও দেৰে। চৈধে প্ৰাণী, গো, মহে—ঘৰোৱা চহকী। গৃহে বৰ নাঞ আছিল, তাতে ভৰা দি গৰু যতৰি পর্য্যস্তে ভৰা দি খুড়াক চতন আতৈ গুৰিত, আতা আগে হৈ নিশা মেলি দিলে। ভাদ্ৰ মহা প্ৰচণ্ড ব্ৰহ্মপুত্ৰ জল। আন্ধাৰ লাহ দখিনে বিলাহৰ উতৰে। সিৱনিহে ছুই নাঞ মাৰে। তকিব নুৱাইলে, লাহত সুমাই ঘূৰি ঘূৰাই পুঙ্গা বহাদি বহালেনি। গৰু, মানুহ, বস্তু সবে মাৰ গ'ল। আতা তলতে তিনিপাক দি মাথাটি ওলালহি। চতন আতৈৰ হাতে ব'ঠা আছিল, তাকে দিলে, ধৈলে ছুয়ো। মেলা পাকে ঘূৰি ঘূৰি পুৱতিয়া দখিণে চাপিল ৈ। কতো বেলি সুস্থ হৈ শ্ৰেষ্টা পাই চায় কটিতে কষ্টা নাই। ছুয়ো পানীয়ে গৈছে গৰা তলে। ঘাট এটা পাই বৈ আছে এনাভি জলত। গ্ৰামৰ বুঢ়ী এটি আহে পানীলৈ। দেখি বোলে সুন্দৰ পুৰুষ ছু'জন দেখো পানীতে, উঠা নাই কিয়? পাছে বুঢ়ীত সকলো বৃত্তান্ত কলে। এনে অৱস্থা হৈ বিবস্ত্ৰে পৰি আছোঁ। শুনি বুঢ়ী হুহকি গৈ একুচি পিন্ধি উপৰিয়ান খানি ছুছিটিকৈ পেলাই দিলে।

বৰভুই

তাকে পিন্ধি উঠি বুঢ়ীতে বাৰ্ত্তা সুধিলে, কি গাঞ্চ বুলি। বৰভূই বোলে। তেনো সুকাই আছেনে ? বোলে সেই খিতে মেলত বহিছে। আতাৰ কান্ধে বঠা, চতন আতৈ আগত গৈ ঠিয় হ'ল। দেখি মেলুৱাএ সুধিলে, সুন্দৰ পুৰুষ দুজন কৰ? বস্ত্ৰ কাৰন কি হ'ল ? পাছে আতা সকলো খানি বৃত্তান্ত কলে। কৈ বোলে এঞে একুৰি ৰূপ দিব লাগে। পূৰ্ব্বেও আৰ আলসেহে আমাৰ এনে অৱস্থা হ'ল। এতিয়া সৰ্ব্বস্বান্ত হলু। পাছে সকলো বোলে ৰূপ কুৰি তই দেহে। সি বোলে কিছু নাই দিবলৈ, অষ্টাঙ্গে পৈল। ঠাকুৰ আতা বোলে দহোটা এৰিলোঁ, দহোটাকে দে উপা। চতন আতএ বোলে অপা, কি কৰ এতিয়া ? মৰা ভগাত জো এৰিবৰ কাল। আতা বোলে মৰা হৰোৱাভোৰ কত পাম ? সেই লগে হৰাল জানিবা। পাছে সি গোট দৰিদ্ৰ, দহোটা দিবলৈইও কাতৰহে কৰে। আতা বোলে পাঁচোটাকে দে। সি নাই বুলি কাকুতিহে কৰে, জাতে দৰিদ্ৰ অষ্টম দুঃখিত। আতা বোলে তাকো এৰিলোঁ এজুৰি লোটা, বাটি, টৌ দে, দুইক দুসাজি কাপৰ দে, দুসন্ধ্যা ভোজন কৰাই পাৰকৈ থক। পাছে মেলৰ মানুহে তাক হেচি হেৰাই ধৰিলে, বোলে যা যা দেগৈ। পাছে সি গৃহে নি ভোজন কৰাই, দি, পাৰকৈ থৈ আহিলগৈ। আতাৰ কন্ধে বঠা খানি, চতন আগে গৈছে। ডিঙ্গা নগৰ সমীপে পেহীএক এজনী আছে, তাসকে গৈ গধূলি গৃহ পালে। নিশা বৈ এসাজ ভোজন কৰিলে। পুৱা পেহীএক বিলৰ ঘাট্রে গ'ল। তাক এজনীএ সুধিলে, বোলে কালি ক'ৰ মানুহ বৈছেহি সেই দুটা ? বোলে মোৰে স্নাই ভতিজা হয়। সজ সম্পদত বিচাৰি সোধোঁতা নাই, এতিয়া মাৰি এটাইবোৰ মাৰি দুখত খাবলৈ পাইছেহি। আতা নাম ঘাটে হাত পাও ধুবলৈ গৈ শুনিলে। আহি থুৱাকত কলেহি, বোলে এই অথন

হুসাজো নৌ দিএ, এতিয়াই চুণ্ডণ ৰতিব ধৰিলে। এইৰ এখেত
ডিঙ্গানগৰ নখাওঁ, নথাকোঁ ব'লা যাওঁ, বুলি গ'ল। গৈ ডিঙ্গা নগৰৰ
হালধাগাঁও উত্তৰে হালধা গ্ৰাম, তাতে এঘৰি কলিতা মানুহ, তেওঁতে
কৈ বাৰীতে এটি পজা কৰি পৰলা হাট নিকটে, তালকে
গ'ল। গৈ হাট পাই বুঢ়ী পসাৰী গুৰিতে বল। আতাৰ
শ্ৰী, শক্তি সুন্দৰ দেখি সুধিলে, বোলে বাপু, তোমাক কি
লাগে ? আতা বোলে আমাৰ কিছু নাই, দিলে সব লাগে।
বুঢ়ীএ ভোজন সম্ভাৰ সমগ্ৰে দিলে, আছিল। পাছত বুঢ়ীএ
এই প্ৰমাণ পালে বহু খৰ্চ্চা লাভ হ'ল। ভোজন কৰি আকৌ
গ'ল পসাৰলকে। বুঢ়ীএ বোলে বাপু, তুমি আনৰ পহাৰে
নাজাবা, যি লাগে আমি দিম। আলকে আহি গৈ থাকিবা।
তাত বিস্তৰ পান বেহা কৰে। বুঢ়ীৰ এপাচি পান আছে।
বুঢ়ীএ বোলে বাপু, খানেক থাকা, ঘৰতে আহো মই।
তেনেতে গোপাল কোঁৱৰ তিনি কুৰি খৰিভাৰী আহে। সি
হজুৰা, দুই চাৰি কৰাৰ পান খোজে। সমাএ নিদিএ গুছি
ভাঙ্গি, তাৰ নাটে কৰি গুছিকে নিবলৈ। পাছে আতা ভাঙ্গি
দুই চাৰি পাতকৈ দিলে। বেগত নিলে পাচিকে। বুঢ়ীএ
বাটৰে পৰা চাই আহে। দেখে পান পাচিত নাই। বোলে
বাপু, পান কি হ'ল ? বোলে বিকিলোঁ। একে তিলে দেখো
নিলে ? কেনেকৈ বেচিলা ? বোলে তইঁতে গুছি ভাঙ্গি
নিদিয়া, তাৰ নাই কৰি, ভাঙ্গি দিলোঁ, নিলে। বুঢ়ীএ বোলে
বাপু বুঢ়া হলো পানকে বেচি, এনে বুদ্ধি নজানোনে।
ভোজনৰ সমগ্ৰ দি পঠালে। আতা আনি ভোজনকৈ ৰহিল।
আৰু সেই দেশত সবেও পান বেহা কৰে। সেই বুঢ়ীৰে
কুপাজাৰগাঁও আতা চাৰি পোন কৰি ধাৰে লৈ গ'ল সমাই লগত। গৈ
কুপাজাৰ গাওঁ পাই। আন সব সৰহীয়া ধনী সোমাই গ'ল।
আতাৰ চাৰি পোন কৰি। মুখৰ ঘৰিতে জুপিচাৰেক পান

আছে, তাতে সোমাল। তাৰ মৰদ নাই, স্ত্ৰীটে তাঁত বৈ আছে। দেখি বোলে ক'ৰ লোক, কি লাগে? বোলে আমাক চাৰি পোন কৰিত পান লাগিল। বোলে আমাৰ পাৰেঁাতা নাই, যদি আপুনিএ পাৰি নিয়ে তেহে। বোলে মৈটা, পান খাজ, তমাল দেখাই দিয়ক, সবে দিলে। আতা উঠি পান মুৰীয়া-মুৰি চিপি সলসলীয়া কৈ বান্ধি নিছে। তেনেতে গিৰি পালেহি। বোলে কোনে পান পাৰে? কলৈ, সি চাইগৈ, দেখে, বোলে আমি গিৰিও এনেকৈ নপাৰোঁ। নেকি, সজলোক জন একা; আতা নামি পান ৰাকিলেহি। কৰিৰো দিলে, সক সুৰা এনেকৈও দিলে। দি বোলে তোমাক যি পান লাগে, অৰে নি থাকিবা। আতা লৈ লাঠিৰ আগতে পান আছিল, তাকেহে ভাৰ কান্ধে লৈছে। পাই ভজাই গুছিয়াই বিকিলে, মুলে ছুলে আঠ পোন পালে। তাৰে চাৰি পোন সুজিবলৈ নিলে। বুৰীএ নললে। পান বেহাতে হাতে কিছু টকা হ'ল, তাক এৰিলে। কৰি খেদিবলৈ ধৰিলে। কতোদিনা আতা জিকি পায় ভালে থানি। কতো দিনা একবাও নথাকে, নিএ। একদিনা আতা চাই টকা পালে জিকি। চলাখানে ভৰি লৈ আহিল। গধূলি খুৰাকেৰে আলচ কৰিলে বোলে খুৰা, ই-বৃত্তি সজ নহই, মিছা, হোচা দন্দবাদ, হতাহতি কত, নগলেও নেৰে সজালৰ জিকি আনিছোঁ। কালৈ তুমি গৈ দাবি ছকি দি লাঠিৰ হনা মাৰি কৰি চলা, কাঢ়ি লৈ আহিবা, এতেকে মুৰাৰে আক। পাছ দিনা সেই মতে পথৰে পৰা গালি পাৰি লাঠি হান মাৰি কৰি চলা লৈ আহিল। আতা লৰ মাইলে। তাকো এৰিলে আক। পাছে চতন আতৈএ বোলে বাপু, তোমালৈ এটি কন্যা আনো। আতা বোলে খুৰা, তোমালকে আনো। বোলে বুপা, সবে গুচিল, এতিয়া নকৰাওঁ আক। আতা বোলে খুৰা, তোমাৰ

হলে খুব বুলি সবে খানি আমি খুজি খাব লবলৈ সজ। আতাৰ বিবাহ বোৱাৰীটি হলে তোম্রা খোজা-মেলা অচল। সজ কলিতা চাই আতালৈ এটি কন্যা বিবাহ কৰাই আনিলে। বৰ কলিতা যি ঘৰৰ আশ্ৰয়ত, বাৰীত আছে তাৰে দুহিত্ৰীটি আছে। মহা গহীন, গম্ভীৰ, ধীৰ, শান্ত, দিব্য সুন্দৰী,—সৰ্ব্ব-সুলক্ষণী। তেঞ্ৰে আতাৰ পৰিচৰ্য্যা সেবাখানি কৰিছিল আগতে। মচা, সৰা, মাঁছি, খৰি, পানী শাক কুটা-বছা বস্তু ধুই-জুই পাত পৰ্য্যন্ত, থিত লবৰে পৰা। এদিন মাকত কলে বোলে পিতাত কৰা আমাক আৰাতে বিয়া দি থব। পাছে পিতা মাকে আলচি আতাতে কুটা গছা নথৰাকৈ সম্প্ৰদান কৈ আতাতে সাদৰে বিবাহ দিলে।

ভবানন্দ আৰু এজনৰ নাম ভবানন্দ, আতাৰো নাম সেই, পিতৃদত্ত। দুও সখি কৰিছে। তাৰে এমহা কৰি দিবলৈ এটি ছাগ আনি পাট গোহালি দিলে, অনেক ছাগ হ'ল। তাৰে বিকিও কিছু পালে, আছেও। পাছে এদিন তেওঁ ধৰিলে বোলে সখি, ছাগ যে আনিলা, কি কৈলা? আতা বোলে তোমাৰ কৰি মহা লবা, কি ছাগৰ কথা কোৱা? বোলে এতিয়া কৰি দিলে লম কিয় যি মোৰ অনেক ছাগ হৈছে। দুয়োৰো তাতে দন্দ্ লাগিল। বোলে কাইলৈ মেল নিম, যাকে দিয়ে তাৰে হব। এই বোলা কৰা কৈ আহিল। ভোজনকৈ গধূলি জুৰত বহি খুৰাকত কলে দন্দ মেলৰ কথা। তুমি চোন তেঞ্ৰ হৈ উত্তৰ কৰা। পাছে দুও উত্তৰ পাতৰ কৰি আতাক ঘটালে। বোলে বপা, লোকে আমাক ৰখা বন্ধা বেচহে দিয়াব। বোলে খুৰা, মই তেনে শুই থাকিম। তুমি, আহিলে এই বুলি কৰা। সেই মতে আছে। পালেহি, বোলে খুৰা সখি কলৈ গ'ল? মই মানুহ আনিছোঁ। বোলে বোপা, তোমাৰে হেনো কিবা লাগি, ভাতো নখাই পৰিছে আছেহি। বোলে সখি আহিলে কৰা, বেলাই ছাগৰ

পৰা মই মিত্ৰ ভাঙ্গিব নোৱাৰিলোঁ, নিব। কতো মুখ তেদে কয় খুৱন ধুৱন সন্তোষকৈ দিছে। বোলে কালিনো দন্দ কৰে কিয়, এনেযে কয় ? খুৱা, মইতেনে এৰিলোঁ, সখিকহে লাগে। বেলাই ছাগ কৰি সবাকে এৰি গ'ল।

আৰু নাৱ বেহা ধৰিলে। কালিৰাম, ধৰম, ৰামধন, ভৱানন্দ, বঙ্গ আতা, বাকলি পো ৰাম সৈতে সাতজনে বেহা বনিজ কৰে চাইও ভাবে। ৰজা দানহাট মাখি গোপাল কোৱঁৰ বুলি কৈ ফুৰে। বস্তি চক্ৰীদাৰে নাঞ্চ তলচালত বোলে মই ৰাজাৰ জামাতা। পাছে তুষ্টে শঠে খল দিলে কোৱঁৰত, বোলে এটা সদাগৰে দান হাট ফাট মাৰি বেহা কৰে, নাহে, একো নিদিএ। তেহে তুই সেৰা দিলে আনিবলৈ।, গৈ পাই, বোলে ৰাজ আজ্ঞা, তুমি যাব লাগে। আতা তাহাতক খুৱন বুৱন কৈ পঠালে। বোলে কাইলৈ যাম মই, বুলি। পাছ দিনা তুখন ভাৰ লৈ গ'ল, তুই তুতে ভেণ্টালে। চৰাত দেখি কোৱঁৰে বোলে চাপি আহক। গৈ বহি ভাৰে ভেটিএ বোলে কিয়বা মতাইছে ? বোলে তুমি হুমু চাৰিও তুৱাৰে বেহা কৰা, অচম, গাৰো, ভোট, বঙ্গাল, দান হাচিল মাৰি আমাৰ কথা কৈ, দহোঁ আলুকো নাহা ? কিয় ? তাতে অনাইছোঁ। পাছে আতা শ্লোক মাতি সংস্কৃতে কলে। বোলে চৰ্চ্চি কোৱাচোন। আতা বোলে দৃষ্টান্তহে বুজাব পাৰোঁ। এক লোকে কিনি এবাহ ছাগলিএ বৰ হাবি চৰাই এক দেশলৈ। তাৰে এটি ছাগল পলাই, ভু হৰাইছে, ব'ল জঙ্গলে। পাছত পাই বাঘে, ভালুকে, ঘোঙ্গে, মহে, বৰা, হস্তী বেৰী ধৰি খাব খোজে। ছাগে ভয়ত অত্ৰাহি হৈ বোলে মই সিংহৰ মাহীমাক, নাথাবিহঁক। সবে বনচৰে শুনি বোলে যদিহে সিংহ ৰাজাৰ মাক আমাক দহোঁ বছৰ দান কৰৰ পশুটো একৱাৰই পাৰে। বোলে সিংহৰ হে মাক হৰা, আমাক কৈ এৰাব পাৰিবি ?

বোলে কিয়, মোৰ বেটাত মই যেই বোলোঁ সেই। তেহে সবে মিলি ঘাঁহ যোগাই হস্তীৰ কন্ধে লৈ ফুৰাইছে। এক বৰ্ষৰ অন্তে মৃগেন্দ্ৰ পালেহি। শুনি নেল, কেৰ্কেটুৱাৰ পৰা হস্তীলৈ ছাগ আগকৈ পালেগৈ। দেখিএ সিংহই সুধিলে, বোলে তই কোন? বোলে মহাৰাজ, মোকে ছাগ বোলে। মহা আপদ শঙ্কটত তোমাৰ নাম ক'লত আৰা সবে কৰ এৰাবলৈ কন্ধে বৈ আহাৰ দিছে। এতিয়া যেই কৰে তোম্ৰা সেই। তেহে সিংহে সন্তোষ হৈ বোলে মোৰ যশ কৈ তোৰ প্ৰাণ ৰক্ষা পালে এই যূথৰ পশু এৰিলোঁ যাগৈ-ইঁক, এই বুলি পঠালে। এতিয়া মইও তোম্ৰাৰ যশ, গুণ, শীল, মহিমা কৈ চকী, হাট, ফাটে ৰক্ষা হৈ ফুৰোঁ। এতিয়া যেই কৰে তাকে কৰক। এই ক্ৰমে ক'লত কোৱঁৰ পৰম সন্তোষ হৈ বোলে মইও সবে এৰিলোঁ, আতাৰ তেজ শক্তি ধৰি। তোম্ৰাই আমাৰ নাম কৈ চাৰিও দ্বাৰে ফুৰাগৈ, বছৰ উদানে আহি যাবা, সম্ভাষা, দৰশন হুম; যকগৈ।

চৈতন্যপন্থী লোক

আক সেই দেশত সকলো গুৰু পতিকা শিখা লয় সোহ্ল নমীয়া চৈতনৰ। এঘৰ কৰ্ম্মত আতাক ধৰিলে গঞা, বোলে তুমি ডোৰ কপিঙ্গ নাই, নথাঞ তোমাৰে। আতা বোলে আমি নধৰাকৈএ মনেৰে ভাবিছোঁ, লম পশুমানলৈ। এই বুলি আহি গুৱাপান আনিবলৈ গ'ল হাটে। তেনেতে এজন দিব্য পুৰুষ আহিল। আইএ তাঁত বৈছিল। বোলে ক'ৰ লোক কলুবা যায়? বোলে হৰিজী, হৰিপো, লৰানো কলৈ গ'ল? আইএ বোলে তাৰাও নাই, গৈছে; যাবানে বহা যায়? বোলে তাৰাক লাগ পাইহে যাম। আইএ আসন দিলে, বহিল। তেনেতে আতা পালেহি। পাইএ আইত সুধিলে বোলে গহন পুৰুষ জন দেখোঁ, ক'ৰ? বোলে নিচিনোঁ; তোম্ৰাকে লগ পাবলৈ আছেহি দহোঁ। পাছে আতা গ'ল

ওচৰলৈ। তাৰা সুধিলে, তোম্ৰা কলৈ গৈছিল? আতা বোলে এই দেশত সকলো গুৰু পতিকা হয়। আমিও এঠাইত হব খুইছোঁ, নহলেও ৰাইজে বাচে। তাতে হাটে গুৱা পান বিচাৰি গৈছিলোঁ। তাৰা বোলে তুমি ক'লকো মন নিদিবা, নাযাবা, তোম্ৰা মহা বিশিষ্ট সম্পূৰ্ণ গুৰু অচিৰ কালে পাবা। সেই বাক্যে মত্ত গজক অঙ্কুশে বাহুতাদি ৰ'ল মন। আতা বোলে তোম্ৰা আমাক এনে হিত জ্ঞান উপদেশ দিয়া গ'ল, মই কি দিম? তোম্ৰা আত খানেক বহা যক, মই হাটে এখানি বস্ত্র আনোগৈ। এই বুলি চাৰি পোন কৰি লৈছে। তাৰা বোলে আমাৰো এই চাৰি পোন নিয়া যক। নি আঠপোনৰ দুখানি যোটাগমচা পাই লৈ আহিল। পাই এখনি কাটি দি সেৱা কৈলে। পাছে তাৰাও আতাক স্নেহ আদৰ কৈ ইখানি দিলে। বোলে এতিয়া আমি বিদায় হে, যাঞ। কতো মুখ ভেদে কয় ৰাখি ভোজন কৰাই পুৱাহে পঠাইছে। আতা গৈ চক্ষু দেখালকে আগ বঢ়াই থলে নি। থৈ পাৱতে শিৰ দি চাই দেখে, নাই। আশ্চৰ্য্য বিস্ময় হৈ বোলে এৰা ঈশ্বৰহে, মনুষ্যৰ এনে কাৰ্য্য নহয়।

তেহে আতা ডিঙ্গা নগৰ পৰা নামা নগৰলৈ গৈ মাটি কিনি গৃহ বাৰী কৈ সৰিহ বেহা কৰিছে। বুৰী লুইত্তে সোমাই গৈ সৰিহ জোখাই লৈ কৰি গনি দিলে গৃহতক। সি গিৰিএ লেখি চাৰি কান বঢ়ালে ভুলি। আতা বোলে দেইক তাৰ কৰি নলাগে আমাক। ভাগী সবে বোলে গৃহতে দিছে আমি এৰোঁ কিয়? ভৰাই লৈ আহিল। উজাই আহে এঘয়া খাগৰিত খোচ খাই চৈ দুও তৰপ ফুটি একৰি একৰি কৈ পড়িছে। আতা শুনি বোলে কি পৰে হঁক চোৰা চোৱাহকচোন। চাই দেখে কৰি পৰিছে। বাম তুলি চাই গনি, চাৰিও কাওন পৈল। আতা বোলে আমি তেতিয়াই কঞ, লোকৰ কৰি আনিবই নলাগিল। নামানগৰ

সণ্ঢৰাগ্ৰাম আহি লুইত ওলাইছেহি। সনঢৰা গ্ৰামৰ ঘাটেৰে সন্ধ্যা তৰ্পণ কৰিছে, মধ্যাণ্‌ বেলা সূৰ্য্য নমি অৰ্ঘজল চলু চলু দিছে। সেই সময়তে ভাস্কৰ গুৰু বৈ শৌচ শুধি হৈ বামলৈ জল চটিআইছে। ভাস্কৰগুৰু দেখি ঠাকুৰ আতা বোলে বালাত পানী কিয় দিছা? বোলে ধুৱাহটা গ্ৰামে কল পুলি দুটা কই আহিছোঁ, তাতে দিছোঁ। বোলে অ'ত দিলে ত'ত পাব জীবনে, মাহেকৰ পথ? ভাস্কৰ আতা বোলে সূৰ্য্য দহো এক লক্ষৰ উৰ্দ্ধ, অ'ত দিলে ত'ত নেপাবনে, তুমি যে দিছা? তেহে বুৰ মাৰি উঠি বস্ত্ৰ সুমৰি ৰাম বুলি জল পান কৈলে। কৰি গ'ল আতাৰ নিকটে। বোলে তোম্ৰা শূদ্ৰ নহয়? বোলে হঞ্‌। হোৱা যে এই বোৰ কি কৰা তপ জপ? কলি যুগত পাতকীৰ কৰ্ম্ম আছে শুনি মৰিঘিলে। কলিকালে হৰিনাম বিনে ধৰ্ম্মৰ তিনি চৰণ ভাঙ্গিলে। যত ধৰ্ম্ম কৰ্ম্ম হৰি নামত শৰণ পশি ৰৈছে। 'ৰাম নাম যিটো লয়, সবে ধৰ্ম্ম তাৰে হয়। কৰিলে কলি সৰ্ব্ব ধৰ্ম্মকে দুষিত। ভৈল একাকাৰ সবে পাতকেসে চিত্ত।' এতেকে শূদ্ৰৰ তন্ত্ৰ মন্ত্ৰ ক'ত আছে? আমি ব্ৰাহ্মণৰ নেদেখা জাপ্ৰাই বুৰটা প্ৰাই গ্ৰাহ। তুমি কি কৰা সন্ধ্যা তৰ্পণ? সি তিনি যুগতে গ'ল। এক শৰণ ৰাম নাম বিনে জীৱে সংসাৰ পাৰ নপায় কলিত। আতা বোলে কোনেনো গুচাই কয় আক? ভাস্কৰে বোলে ধুৱাহটা গ্ৰামে শ্ৰীশঙ্কৰদেৱ নামে পূৰ্ণ ঈশ্বৰ অৱতাৰ হৈছে, তাৰাএ সবাকে গুচাই শ্ৰৱণ কীৰ্ত্তন কলিযুগত সাৰ কৰিছে। বোলে তুমি নো ক'ৰ পৰা আহা? বোলে তাৰাৰ ত'ৰে পৰা আহোঁ। বোলে তাৰা যে তেনে হৰি অৱতাৰ তুমি নো এৰি আহিলা কিয়? বোলে তাৰাৰ মায়াএ মুহিলে মোক, চক্ষুৰ পটালে অজ্ঞান আন্ধাৰে। তাৰাতে প্ৰাৰ্থনা কৈ বিদায় কৈ জগন্নাথে যাওঁ। বোলে মোকো নিয়া যক। বোলে তোম্ৰা মাতা জগন্নাথ মহাপুৰুষ গুৰু ত'লকে উজাই যকগৈ। বোলে

কতদিনে পায়গৈ? বোলে এপুৰা চাউল, এপোৱা লোন, এপোৱা তৈল, আদপোৱা খাৰ খৰ্চ্চা কৈ উজাই পায়গৈ। আতা বোলে এনে পূৰ্ণ গুৰুৰ বাৰ্ত্তা, জ্ঞান অঞ্জন দিলা মোক, এই বুলি আদ টকি দি নমি পঠালে, বাৰ্ত্তা পাএ হালধা গ্ৰামলৈ মনে খেদ কৈ আছিল। পাই সাতোজনক চপাই আলচিলে।— এখানি নকই গৰ্ভেহে, মুখে বোলে উজানত শুনিছো সুবৰ্ণ, পাট বস্ত্ৰ, হস্তীদান্ত, ডাব কটাৰি, জালুক, ৰঙাপতীয়া, বাইলুঙীয়া জাপি পায, সঙ্গাহে আনিলে মূল দুনা পায়। যাওহঁক কি বোলানো? সবে বোলে সজ, পাছে নাও সজাই ভৰাদি সাতো জনমান হাট কৰিবলৈ বুৰী লুইতে ভটিয়াই গৈ জানৰ মুখ চুনপৰাৰ পোণ হৈছেহি। তাৰেদি আতে ভকতে খাগৰি কাটি-গীত গাইছে "মন মেৰি ৰাম চৰণেহি লাগু;" ভণিতা পেলালে "জানিয়া শঙ্কৰে কহে ৰামবিনে গতি নাই।" আতা শুনি আসৰ্নত্তে উঠি বোলে সোধাহকচোণ, কাৰ ভাষা ভণিতা গাইছে? সুধিলে, কোনে কৰা গীত গোৱা? বোলে শ্ৰীশঙ্কৰদেৱৰ, বোলে তাৰানো ক'ত আছে? বোলে সেই চুণপৰা বৃক্ষৰ তলতে ৰহিছেহি। বোলে দহোঁ ধুৱাহটা গ্ৰামতহে থাকিবৰ শুনিছিলো? বোলে হয়, সি দেশ এৰিবৰ সাতমাহ হ'ল, অ'ত আজিহে থিত লৈছেহি। বোলে তাৰা ঠাইলৈ কেনি যাব পাৰি? বোলে সেইতে পাৰি। ঘূৰণে দেখাই। তাৰা সব পোনতে গৈ গুৰুজনত কলেহি। বোলে বাপ এজন লোক ডাঙৰীয়া বন্ধীয়া যে সাযোৰা আহি আপোনাক বিচাৰ কৈ আহিছে। বোলে বাৰু আহক। পাছে বাৰ্ত্তা শুনি আতা যেন মনে আকাশৰ চন্দ্ৰ হাতেহে ঢুকি পালে, পাছে নাও কিছু গৈ জানে সুমাই ৰাখি মণ্ডমাহ, কতো কয় সৰিহ বুলি, চাউল টুপলি কন্ধে, তেলচুঙি হাতে, আনে লব খুজিলে নিদি লৈ গৈছে। শ্ৰীশঙ্কৰদেউ কোটি সূৰ্য্যৰ সদৃশ মধুৰ মুৰ্ত্তি, কোটি শশাঙ্ক জিনি,

কোটি কামদেউ তুচ্ছ, সমুদ্ৰ গহণ, পৃথিবীৰ মান সহন, ধৈৰ্য্য মেৰু, বুদ্ধি বৃহস্পতি বনথলি বিৰাজি পছিম মুখে পীৰা কমলীত বসি বন কটাব লাগিছে ভকতক। পূব পাছতে গৈ ঠাকুৰ, আতা সেৱা কৰিলে। গুৰুজনৰ পদ পঙ্কজতে আতাৰ শিৰৰ ছাঁটি পৰাতে নাৰায়ণ লৈএ চাই বোলে ক'ৰ পৰা অহা যায়? বোলে প্ৰভু, হালধা গ্ৰামৰ্ত্তে, বোলে তোকাক দেখি চাৰিবেদৰ মাৰ চাৰি বস্তুএ পৰম মঙ্গল নাৰায়ণ নাম উচ্চাৰণ হ'ল এতেকে তিনি পূৰ্ণত্তম ভৰকৈ সম্পূৰ্ণে নাৰায়ণ দাস নাম থাকক কিন্তু। আৰু আমাক তুমি কেনেকৈ জানিলা? বোলে বাপ ভাস্কৰ গুৰু হুনু দৰিদ্ৰক অন্তনীধি অন্ধলাক চক্ষু দিয়াদি ৰাৰ্ত্তা কলে। "তোমাৰ ভৃত্যতো ভৃত্য জানিৰা আমাক ভাস্কৰৰ প্ৰসাদেশে দেখিলো তোহ্মাক" আপোনাৰ ঠাইতে পছিম ক্ষেত্ৰে গৈছে, গুণশীল মহিমা তাৰা কলে। চাৰি শিষ্যে বৈকুণ্ঠত বুলিছে "পিতৃমুখে তবু গুণ শুনিলো যৈমানি সেহি দিনা হিয়তে পশিলা চক্ৰপাণি। ভাস্কৰ বাক্যেই হৃদয়ত কইলো এই পাদ পদ্ম। গুৰুজনে বোলে অ' ভাস্কৰে আমাক পৰোক্ষতো হিতকেসে চিন্তি গৈছে। সেইখিতে গুৰুজনৰ বংশীৱলী সুখ-দুখ থান, ক্ষেত্ৰ সবে খানি কৈছে আতাৰ আগত। আতাও কৈছে গুৰুজনৰ আগত। যাৰ যি নাম কাঢ়ি ভক্তকো চিনাইছে। বোলে বাপ, মুঠে তোম্বাৰ সঙ্গে ভকত কতখানি? বোলে ছয়কুৰি ঘৰ। বোলে বাপ শুহি, তোম্বাৰ সম্মতৰ কেইঘৰি? বোলে নাৰায়ণ দাস আঢৈ ঘৰি। বোলে বাপ আদ ঘৰি লগতে আমাকো লোৱা যাব। বোলে নাৰায়ণ দাস, তোমাক জো আদঘৰ সগতহে লস, গোটে এঘৰটে লৈছে। বোলে জানিছা নাৰায়ণ দাস আমাক পাএ তোমাৰ ঐমান, আৰু আমাৰ লগত যি এজন পুৰুষ আছে গোটেই

বিচক্ষণ পুৰুষ। তাৰাক পালে যে গোটেই আকুল হবানে চাইছো। বোলে বাপ তাৰানো কলৈ গৈছে? বোলে তাৰাৰ মাতৃ চলিছে, তাতে মাহেকীয়ালৈ টকা ভঙাবলৈ গৈছে। বোলে বাপ, টকা যদি ভঙাব নপাৰে আমাৰ ঠাইলৈ পঠাব। বোলে জানিছা নাৰায়ণ দাস, তোমাকে তাৰাকে সখি কৰোৱা যাব। বোলে বাপ, তোম্‌ৰাৰ দুই পাদপদ্মৰ ভৃত্য কিঙ্কৰ কৈ লোৱা যাব দাসক। পাছে আতা নাৱলৈ গ'ল বিদায় লৈ সেৱা কৈ। তেহে ছোট আতা পালেহি আহি। মহাপুৰুষ গুৰু সুধিলে বোলে বৰাৰ পো, টকা ভঙাবলৈ পালা? বোলে বাপ, নপালো চকীয়া মাজীৰ গৃহত। বোলে তুমিহে নপালা আমি এখেতে পাইছো। বোলে বাপ ক'ত বা? বোলে বৰাৰ পো, একজন পুৰুষ যি আহিছিল বৰ বিচক্ষণ পুৰুষ। তাৰাৰ তল'কে যাবা, কৰি দিব থুইছে। আৰু তাৰাকে তোমাকে সখিত্ব কৰাৰ থুইছোঁ বুলিএ মুল শ্লোক মাতিছে। "ভাৰত, পুৰান আদি যত, প্ৰকাশ কৰয় নানামত; যত মহাজন সভা মধ্যত। পৰম আনন্দ ৰসময়, কোটি সূৰ্য্য সম প্ৰকাশয়, মহাভাগৱত নোহয় যাৰে বেকত।" গুৰু বাক্য পাছে ঘোষাত দিছে। বোলে বাপ, তোমাৰ অভয়পাদ পদ্মৰ প্ৰসাদতহে ভকত বস্তু পায়। পাছে সেৱাকৈ বাৰাদিলৈ গ'ল। নিশা বৈ বিহানে উঠি গৈছে। হাতে লাঠি, মাথে পথালি গামচা, দেখে নাৱলকে গৈছে। ঠাকুৰ আতা আসনৰ পৰা উঠি তাৰাল'কে চাই আছে। সমিপে দেখে ডিঙ্গা নগৰত যাৰাকে দেখিলে, সেই ঠানে মানে, ৰূপে, গুণে তাৰাই হয়, দেখে, দিয়া গামচা খানিও হয়। তেহে নামি আতা পিঠিয়া খানি পাৰি বৰ কাপৰ খান চাই দোবোল কৈ পাৰি সাদৰে আগ বাঢ়ি নি বসালে। বোলে বাপ, শ্ৰীশঙ্কৰদেৱক যেতিয়া

সেৱা কৰিলোগৈ তেতিয়াই আমাক তোমাৰ দুই অভয় পাদ পঙ্কজতহে দাস কৈ দিছে। তোম্ৰাহে আমাক ভৃত্য কিঙ্কৰকৈ লব লাগে। এই বুলি পাদপদ্মত শিৰ দি সেৱা কৰি বোলে বাপ টকা ভঙ্গাবলৈ পৈাৱা গ'ল নে? বোলে নপালোঁ। বোলে তেনো টকা দিয়ক। দিলে। তাৰে দহ কাওন কৰি দিলে। গুৱা পানো কিছু দিলে। বোলে পাঁচ কাওনহে পাঞ, দিছে দহোঁ দহ টকাৰ? বোলে তোম্ৰাৰ যে মাতৃ আমাৰো নহয়? কৰ্ম্ম কৰিব পাঞ। তাতে দিছোঁ, নিয়াযক। কালিৰাম আতৈক জোৰাই দিয়ালেনি। তাকে ভাঙ্গি কাজ কৰ্ম্ম দখিণা কৰিলে সকলোখানি। তেহে আতাৰ সঙ্গৰ ছও জন ভকত হ'ল, মহাপুৰুষক গুৰু বুলি। দুটুপলি চউলৰে দুও জনা গুৰুক সেৱাকৈ গ'ল গৃহলৈ। পাই ঘাটে নাঞ বান্ধি মুঠে তিন দিন। আএ আগ বাঢ়ি গুৱা সবাইৰে মাতি সুধিলেগৈ, বোলে আনকাল যে গৃহলৈ উঠে যায়, খায়, ই বেলিনো কিয়বা ন যাই? আমাক দাসী দাস এৰিলেনে? আতা বোলে আমি মহা বিশিষ্ট সাধু মহাপুৰুষক গুৰু বুলি শুদ্ধ মত ধৰ্ম্ম ধৰি আছিছোঁ। তাকে যদি তহতেও ধৰইঁক, যাম, খাম, উঠিমো। মঞ তইঁতৰ, তহতো মোৰ। যদিহে নধা. নধৰ বাক্যত বৈ, তইঁতো ককৰা কোন। সবে চাৰি যামহে এইতে আক গুৰু ঠাইলৈ। শুনি আএ মাত লগালে বোলে আপুনি শিৰ গৃহত। আপুনি গলেনো বুলিলে হাত, পাও, দাসী, দাস নযাম, নচলিম কিয়?

সি বোলে নকৰি নাচৰি বাক্য নৰলেহে আমাকে এৰা যুগুত? আচৰা, যোৱাত চাৰিলেনো দোষ নাইনে? তেহে আতা বুদ্ধি দাঠ দেখি আজ্ঞা কৈলে। চক আনি কলহ খৰচতা কৰাই থলা, চিলিঙ্গা, বস্ত্ৰ, আখল খনাই গোবৰ মাটিএ মচাই উঠিল গৃহলৈ আতা। পাছ দিনা বস্ত্ৰ, চাউল,

মাছ, গুৱা, পান লঘনে থৈ পুত্ৰ, পত্নী সবাকে নিলে গুৰুজনৰ ঠাই। মহাপুৰুষ গুৰু বোলাই নীতি সদাচাৰ দেখাই নিছে। গৈ হালধাৰ পৰা মনথৈ লৈ আহি গৃহ বাৰী কৈলেহি। তাৰে পৰা আহি গৈ আছে। যাঞন্তে মন দিয়া হাটৰ আহতৰ তলে পহাৰী মেৰিত এটা লোকে শুই আছে। দেখো এহো এনে কৰি বোলে "মা, কৰৈ তোৰ হাত জানো কাহানি সাৰোঁ?" তেহে সাৰ পাই বহিল। আতা সুধিলে, বোলে তুমি কাক তেনেকৈ বুলিছিলা ওহো মা কৈ সৰা? বোলে পা কি সোধা? আমি দেবী পূজি আৰাধন কৰিছিলোঁ। পূজা সেৰাতে সকলো গো, মহ, তাম, কাঁহ, দাসী, দাস, হাত, কোছৰ ভাগি অ ঢম দৰিদ্ৰ হলু। এতিয়া নৰনিৰে চিৰ দি গাৰ ৰুধিৰ শামুকেৰে ধৰি দিঞ। তাকে সৰ্পৰূপে মেৰাই ধৰি খায়। এতিয়া সিও নাই, শুখাই এনে হ'ল শৰীৰ। তেও চক্ষু জপাবকে নুৱাৰোঁ, মুদিলেই দিঠকত ধৰা দি দে দে কৈ ধৰেহি। আতা বোলে তোৰ হাত কি কৈ সাৰোঁ যে বুলিছিলা নিশ্চয়নে? বোলে নিশ্চয়হে বুলিছোঁ। দেখা, দেহা কেনে কৈলে, কপাহ যেন। শৰীৰ নৰয়। বোলে যদি নিশ্চয় হে কৰিছা, আজি প্ৰমাণ পাবা। এই বুলি চাইটা চাৰি চুকে খুটি মাৰি ৰ'ল। যদিহে প্ৰমাণ পোৱা হতে উজান ৰাজ্যৰ পৰা শ্ৰীশঙ্কৰদেউ ঈশ্বৰ অৱতাৰ আহি চুনপৰা বৃক্ষতে বৈছেহি, ত'লকে যাবা। এই বুলি গ'ল আতা। নিশা গোবিন্দ আতৈক ধৰিছেহি দূৰতে, পুতা দে দে কৈ। বোলে মই লোকৰ বন্দী, এখিনি কাল ফুৰিছিলোঁ সাৰি, আজি পাই ধৰি দেখা সেই খুটি মাৰি বান্ধি গৈছে। তেহে চাপিব নপাৰি গ'ল। আতৈএ প্ৰমাণ পাই গৃহৰ পাছত পুৰাকল গুৰ কাটি লৈ স্নান কৈ গ'ল। সেই সময়ত গুৰুজনে এডালি হুলাৰে কেয়া গুটি গুচাইছে

দেৱীপূজক গোবিন্দগৰমণি

চোতালৰ। তেনেতে কলাঠোকা আগত থৈ সেৱা কৰিলেগৈ। গুৰুজনে দেখি বোলে তুমি ক'ৰ কোন? বোলে প্ৰভু, আমাকে গোবিন্দ গৰমনি বোলে। বোলে আমাক তুমি কেনেকৈ জানিলা? পাছে আদিৰে পৰা তাৰাৰো আতাক লাগ পোৱা পছা সকলো খানি কলে। মহাপুৰুষ গুৰু জানিলে নাৰায়ণ দাসে পালে। বোলে ৰামানন্দৰ মাক চোৱাহি, কৃষ্ণে বুলিছে, "মোৰ ভক্ত থাকে য'ত উদাৰ চৰিত্ৰ। কীট পতঙ্গকো তথা কৰয় পবিত্ৰ॥" এ উলুবনিতো পদ্ম ফুলিছেহি। অ আমি বোলো জানো দেৱীদাসৰ চাউলে জাতি মাৰিবহে। ই ৰাজ্যতো ভকতৰ কঠিয়া হব। যাঞতেই বায়ুতে পবিত্ৰ হৈ আহিছে। বোলে আহিছাহে হয়, তুমি ই ধৰ্ম্ম কি কৈ ধৰিবা, ৰাখিবা? বোলে বাপ, আপুনাৰ অভয় পদৰ অনুগ্ৰহ হলে ৰব পৰা যাব। পাছে নীতি হৰিষে থাকি বস্তু লভিছে, হৈ গৃহলৈ গ'ল। গৈ নাঞ, টকা লৈ দিনা চেৰেকৰ পাছে সৰিহ বেহাৰৈ আহিল। গুৰু গোসাঁই বোলে বাপ, মই একলহে; কিছু বেহাৰ আনো দুজনমান ভকত দিয়া থক। তিনিজন ভক্ত দিলে। লৈ নাঞ মেলি গ'ল। পথতে তিনিও দন্দ্ লগালে। এটাক বোলে গৰু, এটাক বোলে পশু, এটাক বোলে ছাগ, এই মতে তিনিও তিনিক বোলা বুলি কৈলে। এঠাইতে গৈ গধূলি নাঞ ৰাখি খৰিলৈ পাচিলে, এটা জুইলৈ পাচিলে। এটা গ'লত থকাটোক ধৰি নাঞৰ গোৰতে বান্ধি থলে। সিটো পালত ধ'ৰ বান্ধিলে এটা পিৰিত, সিটি পালত তাকো বান্ধি থলে এটা পিৰিত বলে। থৈ ঘাঁহ দিলে তিনি বিধে। ছাগ বোলাটিকে দিলে কঠাল পাত, পশু বোলাটিক কোমল ঘাঁহ দিলে, গৰু বোলাটিক বন ঘাঁহ দিলে। এই মতে দি একলে নাঞ মেলি উজাই লৈ আহিল। ঘাটে বান্ধি বান্ধ কাটি

মেলি দিলে। গৈ তাৰা সবে গুৰুজনত কান্দিকাতি কলে বন্ধা। পাছত গৈ আঠু পাৰিলতে গুৰুজনে খং কৈ বোলে তেতিয়াই কওঁ তোত মই, তই ৰাজাৰ গৰমণি, ই ধৰ্ম্ম কি কৈ ৰাখিবি? তেহে গোবিন্দে বোলে বাপ, সুখি যেই দণ্ড কৰে তাকে কৰোক দাসক। বোলে কিয়নো ভকতক বান্ধ? বোলে বাপ, আপুনি দিছে পাষণ্ড মৰ্দ্দনত, "নিন্দা শুনি যদি তৈৰ সুগুচে। কল্পেক মানে নৰকত পচে॥" তথাত প্ৰাণ এৰিব যাবৰ ঠাই নাই যদি। পাৰিলে শাস্তি কৰিব। এতেকে বাপ, যাবৰো ঠাই নাই, পানী, হাবি, নিশা। একা প্ৰাণো ত্যাগ কৰিব নুৱাৰোঁ, তাতে তাৰা সবকে বান্ধা গ'ল আপুনাৰ বাক্যলৈ মনত পৰি। পাছে ভকতক খঙকৈ বোলে এনে বাক্য প্ৰহাৰলৈহে ভকত হয় ইক?

আৰু ছোট আতা বাৰাদিতে আছে। ৰামচন্দ্ৰ ঠাকুৰ উপজিল। উৰ্ব্বশী আই-এ মাযেকৰ অন্তে নি পাৰত পেলাই কান্দিব ধৈলেগৈ। বোলে দদা, আল'কে দিলা মোক? ইহঁতৰ পূৰ্ব্ব জন্ম হোকোৰা কুচিতে বামুণৰ বকৰা হৈছিল, শাপ দিছে বংশছেদৰ মোৰ লৰাটিতে সাত পুৰুষ হৈছে, মৰিব এই বুলি পুনু ৰাও বান্ধিলে। দেখি গুৰুজনৰ দায়া জন্মি বোলে আপি, তোৰ ব্ৰহ্মশাপে মোৰ বংশ ছেদ হক; মই ললু গোত্ৰে সমে। আমাৰ স্বজৰে গোত্ৰে এই ভাগিনক দিলোঁ মধুকৈ ল, বংশ বৃদ্ধি চিৰণজীউ হক। এই বুলি গোত্ৰ সলাই বৰ দিছে শাপ লৈ। ৰামচৰণৰ জন্ম

আৰু একদিনা শ্ৰীশঙ্কৰদেৱ বোলে নাৰায়ণ দাস, তোমাৰ নিচিনা এনে কেইঘৰ আছে? বোলে বাপ, তিনি ঘৰি আছে। বোলে কাৰ কি নাম? বোলে এঘৰ চকীয়া মাজি, ত্ৰঘৰ পীতাম্বৰ কবি, এঘৰ জন্তিৰ মধাই। বোলে কোনে কি কৰ্ম্ম কৰে? বোলে বাপ, চকীয়া মাজিএ অন্ন, জল দান চকীয়া মাজি, পীতাম্বৰ কবি, জন্তিৰ মধাই

কৰে। বোলে সি গৃহাশ্ৰম ধৰ্ম্ম। বোলে পীতাম্বৰে কি কবিতা কৰে? বোলে "বিলাপ কৰি কান্দে দেবী ৰুক্মিণী। কোন অঙ্গে খুন দেখি নাইলা যদুমনি॥" এই কবিতা কৰে। বোলে সি শাক্ত, তামসিক, তাৰ কথা নকৰা। আৰু জন্তিৰ মধ্যএ কি কৰে? তেঞৰে কাজল কৰ তোলা বিষয় আছিল। তাতে মহা দোষ হয় দেখি তেঞৰে বান্ধাটিকে দিলে। দি টকা এৰি পাতি বোলে তই আমাৰ জমিনখানি চাবি। পাছে সি বৎসৰ দিন এক (একো) নলৈছিল। পাছে ধৈলে খুজিব। সি গৈ কেবা দিনো কয় পচাৰ কথা, তাৰা কান নকৰে। এদিন গৈ তেঞে নাইকাত বোলে মই কওঁহে, তইঁতৰ গাই নৰলে, কুতাৰ মানো জ্ঞান নাইনে চাইছোঁ। পচা দিবলৈ তাপ পা হবলা? এই বুলি গ'ল। শুনি দুয়ো পত্নীএ চাউল নিসিজালে। পাছে তেওঁ পায়হি, বোলে কি কৰিছ হঁক? দহোঁ চাউল নাই সিজোৱা? বোলে কি সিজাবা? বিষও চাইটাৰ বন্ধাও চাই টকা এৰি পাতিবৰ আপাহ, যিহে বুলি গৈছেহি। বোলে কি বুলিলে? বোলে কি কৰা? বোলে কচোঁ। বোলে কুৰ্তা পাতি শপি গৈছেহি। বোলে যা সিজাগৈ, তাতে অসন্তোষ কৰ? সি ধেমাএ সজহে বুলিছে। কুৰ্ত্তা বৎসৰ উদানে ভাদ্ৰ মহাহে সম্ভোগ কৰে। জ্ঞান শূন্য পশুজাতি পূৰ্ব্বৰ আদি শ্ৰষ্টা পুৰুষৰ বাক্যতে আছে। তোক মোক বেদবাক্য মাসান্তে ৰিতুহে কৰিব দিছে। পুণ্য পাপ নচাই যেখন মন চলে তেখনে আচৰে। তাৰ মান জ্ঞান নাই হএ। এনে বিৰকত ভাএ এটি হৰি গৃহকৈ নাম লৈ থাকে। পাছে মহাপুৰুষ গুৰু বোলে তাৰাক মোক লগ পোৱাই দিয়া। তেহে আতা গৈ গুৰুজনৰ গুণ, শীল, মহিমা ক'লতে সেই লগতে আছিল। পৰম তত্ত্ব বস্তু লভি মহা

বিৰক্ত বৈৰাগ্য নিৰপক্ষ হৈ ছয়ো ভাৰ্য্যা তেজি হাঁটি বহা কৰি গুৰুজনৰ সঙ্গতে ৰহিল কুৱৰা নথ মাৰি।

আৰু একদিনা ছয়ো জনা গুৰু ঠাকুৰ আতা, জতি মধাই, আনো ভক্ত সবেবে গৈছে বুৰী লুইতে উটিয়াই। পালেংদি ঘাটে বাইৰ কৈদৰ এক স্ত্ৰী কাপৰ ধুইছে উজনতে। উপৰ ভাগে কতখানি গৈ গুৰুজনে বোলে ৰবাপো, কি দেখিলা? বোলে বাপ, একো নেদেখোঁ। বোলে কলৈনো চাই আছিছিলা? বোলে বাপ, আপুনাৰ অভয় পাদ পঙ্কজলৈহে চাই অহা গৈছে।

পাছে তেনেতে লুইতৰ দিয়াত গো চাৰিছে এটি চণ্ডালৰ ছৰা। তেওঁ বুলিলে বান্ধৰ কৃষ্ণ। পাছে গুৰুজনে বোলে ই বালক ছৱা। ইয়াৰ মুখত যে নাম আছিল, এই দেশত নাম ধৰ্ম্ম বস্তু প্ৰকাশ হব। ঘূৰি নাৱ চমু চাপিলহি। বোলে ৰবা পোএও কতক কবিতা কৰা, নাৰায়ণ দাসেও কৰা, মধাএও কৰা। ছোট আতা কৰিলে কবিতা গুৰু বাক্য শিৰে ধৰি—"জয় গুৰু শঙ্কৰ, জগত প্ৰখ্যাত। স্বৰ্গ, মৰ্ত্ত্য, পাতাল, অনন্ত, অচ্যুত বৈকুণ্ঠে সমে ভেদি; পৃথিবী, চন্দ্ৰ, সূৰ্য্য থাকে মানে ৰহিব।" ঠাকুৰ আতা কৰিলে, "জয় জয় অনাদি শঙ্কৰ মইতু দাসকু দাস। উজানৰ হন্তে আসি প্ৰাণ প্ৰভু নিকটে কৈলা বাস।" মধাএ কৰিলে, "ৰাউ ধৰ নামৰ বাচক শ্ৰীশঙ্কৰৰ ঘাটে। বাৰ সুৰাক নামৰ বাচক বঁঠা নাইকিয়া হাতে।" তেহে গুৰু জনে বোলে ৰবাপোএ যি কবিতা কৰিলে, সাত পাতাল, স্বৰ্গ, সাত বৈকুণ্ঠ ভেদি গ'ল। নৌকা চাদি উপচি গ'ল। বোলে ৰবাপো বাৰ গুটা নাম ই কুকৰাক হয়। বোলে বাপ বাৰ দিয়া হব, শঙ্কৰ ভাকেৰি অংশ, আগে শঙ্কৰৰ অংশ দিছিল। নাৰায়ণ দাসৰ কবিতা নাঞ্চ চপচপীয়া হ'ল। মধাইৰ কবিতাহে তলিতে লুকাল।

চণ্ডালৰ লৰাৰ মুখত কৃষ্ণনাম

মাধৱদেৱ নাৰায়ণ দাস, আৰু জতিৰ মধাইৰ কবিতা

পাছে তৈতে আছে ভাটিএ চমাৰ, বাজশাল শামুক পোৰা ঢুগুৰ্ঢ়, পুবে কুমাৰ, দখিণে হীৰা। সন্ধ্যা হলে হাই হিহনি কোৰ্হাল লাগে। নিতে হৰিগুণ নামত অমৃত পায়। তেহে ভক্তে সমে আলচি ছমাহ বৈ সি ঠাই এৰি কুমাৰ কুচিত গৈ

কুমাৰ কুচি

গৃহ বাৰী হৰি গৃহকৈ বহিচন্ত ভক্ত সমে।

আৰু এদিন ভক্ত সমে বজিয়া জানে গৈছিল তাম্ভিকুচিলৈ।

তাম্ভিকুচি

আহোতে কোটো ভলিতে নাঞ এৰি জলবলে পোনাই আহিছে। হৰিণাৰ খোজ দেখি গুৰুজনে বোলে আজিএ গৈছে পশুটি। আতৈ সবে চাই কতো বোলে কালি যোৱা, কতো ২, কতো ৩, কেহো ৫, কতো ৭, কতো ৯, কতো দহ, বাৰু, কতো জনে বোলে মকৰা জাল বান্ধিছে, পক্ষেকেই হ'ল। তেহে ছোট আতা চাই বোলে এতিয়াই গৈছে। তেহে গুৰুজনে বোলে মোৰ বৰাৰ পোহে মনৰ মনক বুজি আজি যোৱা দেখি বুইলে। তোম্রা সবৰ বিষয় গ্ৰাম্য কথাই একে নাহে, অন্তৰ পৰমাৰ্থ ক'ত হব।

আৰু একদিনা দুওজনা গুৰু ভক্তে সমে বামুনাৰ ফাললৈ

বামুনা

গৈছে। চ'ত মহা ধান বৈছে পথ মাৰি। বকবানিএ বাট দিছে নৌ জলে। ভু নপাই গজা ধানেই গৈছে পোনাই। দেখি গৃহৰ পৰা স্ত্রীটে বোলে কটাৰ পো কটা হঁত, চকু নেদেখা যেন বাট এৰি ধানেহে যা। শুনি সবে ভক্ত মৌনে কষ্ট পাই বিমন হৈ গৈছে। ৰিমৰৰাকৈ বোলে মনে লোহাৰ আগত অগ্নিৰ মাৰ, উলুৰ সঙ্গে বগৰি পোৰে। আমাৰ লগত বেটী পিশাচীএ গুৰুজনকো গালি পাৰিলে। আমি পাপীএ যদি বাট চাই বাকবানিএ যাওঁ দুষ্ট দুৰ্জ্জনৰ গুৰুজনে কেলৈ গালি খায়? এই মনে ভাবি গৈছে। তেহে মহাপুৰুষ গুৰু মনৰ মনক বুজি আত্মাৰ অন্তৰ্য্যামী মাত লগালে। বোলে আতৈ সব, আত কিছু খেদ কৰা নাৰাৰ। তাই সজহে কৈছে,

বুলিছে। পিতৃ, মাতৃ, অনেক উদ্ধাৰ হব পৰিপক কৈলে, হলে, ভক্তি ঘাটি. বিভিচাৰ নহলে। তেও উত্তমতে পিতামহ, পিতা, তোম্রাসবে ব্ৰহ্মাৰ লিখন ধৰ্ম্মৰাজা চিত্ৰগুপ্তক চোৱাই কাকত আয়াযাত জন্ম মৃত্যু কটালে। তাকেহে তাই বাৰ্ত্তাটো কলে কটাৰ পো কটা হঁত বুলি তোম্রাসৱত পিতৃ পিতামহৰ কথাটো। তেহে সবে ভকতৰ শুনি শোকাগ্নি বৃষ্টিজল ঢলা দি মৰাৰ মুখত অমৃত সিঞ্চাদি হৰিষ হ'ল সবাবে। মুখীৰ চুনৰ দুৰ্গন্ধত ছমাহ বৈ কমাৰ কুচিলৈ গৈছে। তিৰোতাৰ গালি কমাৰ কচি

আৰু একদিনা ঠাকুৰ আতা, মধাই আতৈ, সবে ভকতৰ আনিয়া অনি লাগি গুৰুজনত শুধিলে, ভকতদ্বেষীৰ গতি আছে নাই বুলি। গুৰুজনে বোলে ৰামকৃষ্ণ অৱতাৰে হে দ্বেষ কামে শত্ৰু ভাএ গতি পালে, কংস কুব্জী, গোপী, দন্তবক্ৰ, শিশুপাল আদি। এতিয়া একা কৃষ্ণদেএ কৈছে—"মোৰ দ্ৰোহী ভৈলে তাক ৰাখিবে ভকতে। ভকত দ্ৰোহীৰ মই মুহিকো শকতে।" গুৰুত লাগিলে ভক্তত ৰব, ভক্তত লাগিলে অধঃপাত হব। ভকতক দ্বেষকৈ সংসাৰে ভ্ৰমি যমদূত বেশকৈ ফুৰিব। ভকত দ্ৰোহী

আৰু একদিনা বুৰী লুইতে যায় দুওজনা গুৰু-ভক্তে সমে। নৌকাৰে গৈছে ভটিয়াই। গজিয়াঘাটতে এটা মৰা খৰি দিছে জ্ঞাতি-বংশে। তাৰে স্ত্ৰীটো অন্তৰতে বসি কান্দিব লাগিছে বিনাই ইনাই। দেখি গুৰুজনে বোলে ৰবাপো, মৰা মৈলে, কিয় কান্দিছে? এ বোলে বাপ, যি হে মৰিছে সি জিয়াৰে পৰা মৰা, এই যি কান্দিছে ইও প্ৰায় মৰাহে। এ বাপ, পূৰ্ব্বেই জীৱ ৰাজকৈ প্ৰকৃতি মায়াৰ হাতে দিলা আয়াযাত কৈ, ভু হৰাই অজ্ঞান তুসত পৰি মৰাকে লাগি মৰাই কান্দিছে আপুনাৰ মায়াত। বোলে ৰবা পো, আমাৰো কান্দা একেৰি। তেহে শ্ৰীমাধদেৱে আত্মাক মনে ধৰি, পৰম গুৰু চৰণত বিনাই কান্দিছে কাকুতি কৈ বিধৱাৰ শোকত কন্দা

"কিমতে ভকতি কৰিবো তোমাত"

"কিমতে ভকতি কৰিবো তোমাত হৰি এ, মই মূঢ়মতি নজানো তাৰ উপাই ৰাম ৰাম—" এই ঘোষা পটল কৰি গাই বিনাই কান্দিলে। শুনি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ শৰীৰ ৰোমাঞ্চ হৈ মঞ্জৰি ত্ৰবি দুই ধাৰা প্ৰেম জৰিব-ধৈলে। বোলে ৰৰাপো, কি মোক অমৃত পিয়াই সন্তোষ কৰালা আজি! আছি তাতে আছে পুবে দখিণে হিৰা, কুমাৰ। পুৰা গধূলি গঢ়া পিটা হুট্ হুট্ হাট্ হাট্ হাই। গুৰুজনে শুনি হৰি কথা চৰ্চ্চাত কষ্ট পায়। পছিমে ডোম গাওঁ। নিশা তাৰ ঘৰে বিড়ালী-এ পোৰা মাছ নিলে। খেদা কোবা কৰিছিল। পুৰা দেখে ৰান্ধন গৃহে পাতৰা মাছ থৈছে নি আনি। পাগ পাত্ৰ গৃহ সব পেলনি গ'ল।

বিষ্ণু প্ৰিয়াৰ মৃত্যু

আৰু বিষ্ণুপ্ৰিয়া আপী শয্যাতে নিশা চলিল। এই তিনি বিবকতে গুৰুজনে এৰিবৰ চিত্ত হ'ল। তেহে দামোদৰ দাসকে বগা দলৈকে অনাই মাটি খুজিলে। ৰকাতলি হাবি, তাকে ছুও দিলে আচহনি দেখি। পাছে ভক্তে সমে আলচকৈ একবৰ্ষ ৰহি কুমাৰকুচি এৰি বাউসী লৈছেগৈ। আগে

বাউসী

সেইখানি ৰবলজাৰ বুলিছিল। পাছে ভক্তে সমে শ্ৰীশঙ্কৰদেউ পাই হৰিধ্বনি কৈলে। পাছে বৰ লুবিৰ বগ তিনি প্ৰহৰ বেলি আন্ধাৰকৈ উৰি গ'ল। তেহে গুৰুজনে জাৰ টকাই চৌহাটি গৃহ হৰি গৃহকৈ ৰহিচন্ত।

আৰু কৃষ্ণদেউ কুণ্ডিললৈ যাঞতে ৰুক্মিণীৰ কাৰ্য্যত ৰথৰ বেগত মূৰ্চ্চিত হঞতে বেদনিধি তাতে ৰহি থমুৰে আৰু কৈ জল উলিয়াই মাথাত দিছে; জল পান কৰিছে। পুৰা ভোজন কৈ মুখামৃত পেলালে। তাকে পৃথিবীএ আৱৰণকৈ পাট মাৰি থৈছিল। কীৰ্ত্তন গৃহৰ গাত খানতে উলিয়াই সৰাকে গুৰু বাটি-দি তাতে পুনু কপাট-মাৰি থৈছে। তাতেহে ৰব কালুৰিএ আবৰি আছিল, কেও সোমাৰ

নপৰাহৈ, হস্তীকে বিদাৰিলে শৰে। আৰু মহাপুৰুষ গুৰু বৈকুণ্ঠৰ পৰা একশয় বস্তুৰ পাট সকাৰ তাতে মেলি গজালিছে। আৰু বাউসী বিলাইতবো নাম এই তিনি অন্নৰে জগত প্ৰখ্যাত পাট বাউসী নাম হ'ল। তাতে গুৰুজনে পোন্ধৰ বৰ্ষ বহি অনেক লীলা কৰিছে।

পাট বাউসী নামৰ তত্ত্ব

আৰু ছোট আতা বাৰাদিত তেৰ বৰ্ষ বহি, হৰি কথা শুনিবলৈ বেলা হয়, বৰ পেটা বিল লেজে ঘুৰেঁাতে দেখি তামধ্বজ বাৰালৈ আহিল। তাতে চাৰি মাহ আছে, সমন্ধীয়া জেঠাএক হয়। গৃহ খান কদৰ্য্য, গোটেই অনাচাৰ। আৰু দিনে নিশাই দন্দ, কন্দল, বিভিচাৰ, বাক্য বচন। অনীতি অনাচাৰ স্বেচ্ছাচাৰে প্ৰবৰ্ত্তে। কলে, বোলে সাত পুৰুষ এনেই গ'ল, এভিয়া ধসাই তৰাবলৈ আহিছে। 'এতকাল গ'ল কৰাই ভাজি খাই, চাউল চক আছে ই কথা মনত নাই'। শুনি গুৰুজনে এৰি গললৈ। এৰি দীঘলা কাথৰ গৃহলৈ আহিল। তৈবে পৰা আহি গৈ কৃষ্ণকথা শুনেহি। আৰু ঠাকুৰ আতা কলা বিচাৰি গৈছিল, শ্ৰীমাধদেৱৰ মাতৃৰ কৰ্ম্মলৈ পথালি কুচিলৈ। তপাৰ বলোৰাম আতৈ পাচ টকাৰ বান্ধা আছিল এক গৃহস্তৰ, কেও কিছু নাই, দুখ দিএ বৰ। চ'ত মহা হাল মেলি লাঙলতে পৰি ঘুমাইছে। দেখি আতা সুধিলে বোলে দলিতে লাঙল সিথানে শোৱ, ঘৰে কিয় নাযা? বোলে বাপ, মাৰে, ভাত নিদিএ, কাপৰ নাই, মাৱ, বাপ কিছু নাই, কি সোধা আমাৰ দুখৰ বাৰ্ত্তা? শুনি আতাৰ দায়া জন্মিল। বোলে টকা দি নিঞঁ, যাবানে? বোলে দাস কৈ নিলে এতিক্ষণে যাওঁ। আতা পথে শিকাই দিছে। ঘৰ পাই কলে, বোলে আবা সৱ মোৰ গঞা মমাও, চিনি পাই ধৰিছেহি। আতা বোলে আধাৰ লৰা যি বলো, টকা দিঞা, এৰি দে।

দীঘলাকাথ

তপাৰ বলোৰাম আতৈ

সি বোলে এৰিবলৈহে ফুৰিছোঁ, দিওঁতা নাই কাহ্নেহে। ধাৰহে হৰাই যেন দেখো কতো বেলি ধনে জনে। তেহে দিলে।' সি লৈ বোলে তোম্রা সব খানেক বহা। দুপৰীয়াই ভাত খাই যক। আতৈএ বোলে লোকৰ দাস হলু, তোৰ ঘৰে এতিয়া কিয় খাম আৰু? শুনি আতা পৰম সন্তোষ হ'ল। এই বুলি আতাৰ পাছত কলা লৈ আহি পাই গুৰুজনক ভেটাই দিছে। পাছ দিনা হৰিষে থাকি ধৰ্ম্ম লভিছে। নীতি, সদাচাৰ দেখাই সজ বুদ্ধি দেখি সামৰিছে। সেই কলা পকাই ছোট আতাৰ মাতৃ-কৰ্ম্মত পত্নী প্রসাদ
পত্নী প্রসাদ যাত্রা নাট যাত্রা নাট গাইছে।

আৰু একদিনা মনথৈ পৰা ঠাকুৰ আতা আহে। শিমলুৱা বোলে, তাৰে, গৃহতে ধান দাইছে গ্রামী ভকত। আতাক
ৰাম আতা আহিবৰ দেখি সেৱা কৈলেহি। শ্রীৰাম আতা অহা নাই। বোলে সেইটি কৰ, দহোঁ নাহে? বোলে বাপু, হুনিয়া চাইছেহি। বোলে মাতা, তামোল পান নিয়কহি। পাছে গৃহতে বোলে আহা, আতাকো সেৱা কৰাহি, তামোল খোৱাহি। আহি তেহে সেৱাকৈ গুৱা খালেহি। ঠাকুৰ আতা বোলে এটি মানুহ লাগিল নাঞৰ আগত। তেহে গৃহতে বোলে বাপু, তুমিএ যোৱা আতাৰ লগে। তেও আমি ধান পুৱা দিম। বোলে মই পুৱাই কৈ চাম ও বুলিছোঁ ধান দাম। মোৰ বোলা বাক্য যাব নপৰে। এই বুলি দাব ধৈলে। আতা দেখে কি নিশ্চই বুদ্ধি ডাঠ লোক। পাছে ঠাকুৰ আতা গৈ বোলে তোমাৰ বাক্য ৰাখি নও দাঞ। তেও বলা। মুঠি চাৰক দাই আনি বোলে গা ধোৱা। ধুলে। এবুৰি কাপৰ দি পিন্ধাই তুলি আগতে ব'ঠা ধৰাই আহে, পালেহি। গুৰুজন বহিছে ভিতৰত, দুৱাৰ চুকত। আতাক ঠাকুৰ আতা গৈ গুৰুজনক সেৱা কৈলে। গুৰুজনে কৃষ্ণ কথা চৰ্চ্চিছিল, থলে, বিদায় কৈ

আহিল। বোলে শ্ৰীৰাম, আহা যাওঁ। বোলে তোম্ৰা যক আমি আৰু নযাওঁ। শুনিলে বুলি বৰ গুৰুজনে বোলে নাৰায়ণ দাস, কাৰে কথা হবা? আতা বোলে বাপ, তিন ভাই ঘৰৰ ধান দাইছিল, কৈ মাতি নাঞ্ৰৰ আগত তুলি আনিলোঁ। ত' বো পৰা নাহে, খটবন্ধ কৈ, অতো নযায় এতিয়া। মহাপুৰুষ গুৰু বোলে নযায় যে থাককেই। তেহে বৈ পাছ দিনা মহাপুৰুষক গুৰু বুলিছে। পাত, খৰি, মাছ, শাক বাজ পৰিচৰ্য্যা সেৱা ধৰি আছে।

আৰু দীঘলা কাথে স্নেহত উপাধি থানি পালে সৰু ছোট আতাক দিএ। আতা হৰি বিমুখ দেখি নখাই চুকত হয়, গেলে, পেলায়। তাকে তেওঁৰ পত্নীএ লক্ষ্যকৈ—দেখি কলে বোলে নেখায় ভাগিনাক বস্ত্ৰ দিয়া, নেখায়, গেলাই দলিয়ায়। তেহে দীঘলা শুনি খদ্দি বোলে মোৰ বস্ত্ৰ যে বয়া, ঘৰনো শুচিনে? এই বুলি কুটা পেলাই চকটি মাৰি থৈছে। ছোট আতা কৃষ্ণ কথা শুনি গৈ দেখে হিংসাকৈ চক মাৰি থৈছে। পাছে বিশুধি হৈ পুনু গুৰুজনৰ পাশ পালেগৈ। বোলে ৰৰাপো, মুখ শুকান, চাউল সিজোৱা হ'ল নহল? সোনকালে অহা গ'ল দহোঁ? পাছে সবে থানি কলে গুৰুজনত। শুনি গোসানী মতাই দুগ্ধ চিৰা ভোজন কৰালে। তেহে দুয়ো জনা গুৰু ভক্তে সমে গৈছে সেইতে বিল পাৰহৈ।

এক গণকে গৃহ বাৰী কৰিছিল যাবলৈ তাৰ পত্নী কাহিলাত যাব নপাৰি আছে। ভক্তে সমে গুৰুজনক দেখি আগ বাঢ়ি গৈ সেৱাকৈ সুধিলে, কিয় আহিছে বুলি। গুৰু বোলে দীঘলা কাথৰ গুৰিত তোমাৰ যে গৃহ-বাৰী কৰিছা পাম ধৰিবলৈ তাকে আমাক দিয়া যক, খুজিবলৈ আহিছোঁ। বৰ আস্তি কৈ তেওঁ বোলে গৃহ বাৰী এতিক্ষণে আপুনাৰ অভয় পদত সমৰ্পিলো; মোৰ সদ্ ভাগ্য বংশে সমে উদ্ধাৰ হব। পাছে সেইতে গৈ

কালি বামে সৈতে ছোট আতাক থৈ তেহে গৈছে গুরুজন।
গণকক্চি গণকর গৃহ-বারী দেখি গণককুচি নাম হ'ল।

আরু বুঢ়া দৈৱজ্ঞ আতৈৰ চোৰা চিন্তা জ্যোতিষত
বৰ আস্তিক দেখি গুরুজনে বোলে, "অনাদৰি আন ধৰ্ম্ম
বুঢ়া দৈৱজ্ঞ কৰ্ম্মক প্ৰতি। এক চিত্তে কৰা হৰি কীৰ্ত্তনে ৰতি।" বোলে
এই বোৰ কি চাই চিন্তি থাকা? "ভকতি আচৰি যিটো
গুণ নাম ধৰে। জীৱন্তে মুকুত হুয়া সংসাৰক তৰে॥"
তাৰে পৰা চাবৰ এৰিলে। তেও মন চলে, তাপৰিব
নপাৰি পাছ ফালে চাই চিন্তি থাকে ভাবি গোপি। পাছে
অন্তৰ্য্যামী পুৰুষ জানি গ'ল একদিনা। দেখে পাছৰ কান্তিটো
মেলি চাইছে। পাছতে গুরুজনে গৈ ঠিয় দি চাইছে। তেওঁৰ
পা-টি শিল সম গাদিৰ লাগি জিকাৰ মাইলে। পাছ দি
চাই দেখে, গুরুজন। সেইতে পাৰতে পৈল। বোলে বাপ,
পূৰ্ব্বৰ অভ্যাস, চাবৰ মন যায়। বোলে বাক তেনে। তেহে
দ্বিতীয় অনাদিপাতন দ্বিতীয় অনাদি পাতন ভাগৱতৰ মূল, তাতে জ্যোতিষ ভাঙ্গি
মিশ্ৰ দি কৰিলে। পাছে আতৈএ জ্যোতিষ এৰি তাকে
চাই গাই শ্ৰদ্ধাকৈ হৰিগুণ গাব ধৰিলে। আরু গাব হলে
ঠাকুৰ আতা দিয়া কালিৰাম আতৈ পৰিচৰ্য্যা সেৱা বনকৈ
ৰহাত থাকে। অকলে অহা যোৱা কৰে ছোট আতা
হৰি কথা শুনিবলৈ গুরুজন তত। দেখি শ্ৰীশঙ্কৰ দেএ
বোলে ববাপো, একলে আহে যায়, শ্ৰীৰাম আজিৰ পৰা
তাতে থাকি তুমিএ আহিবা যাবা।

আরু একদিনা গুরুজনে বোলে ববাপো, পশু নকৰিবা
শৰ, মৰাও নানিবা, জীয়াও নানিবা, শুদা হাতে নপশিবা
ঘৰ।" এটি কালৈ মোক নৰপশু আনি দিয়া। পাছ দিনা
নৰ পশু আহিলত সুধিলে বোলে পশু পালানে? বোলে বাপ,
আপুনাৰ বাক্য শিৰে ধৰি আজি চাৰা নিশা নিদ্ৰা নাহিল,

শুনি ভাবি বিচাৰি সপ্ত দ্বীপ চৈধ ব্ৰহ্মাণ্ড, তিনি ভুবন, স্বৰ্গ, মৰ্ত্ত্য, পাতাল চালোঁ, মোত পৰে নৰাধম পশু নাপালোঁ বিচাৰি। আটাইতকও মএহে নৰপশু, পাপী। শুনি গুৰুজনে নৱসিদ্ধ একাদশৰ শ্লোক ভাঙ্গি পদ কৰিছিল। ছোট আতাৰ বাক্যত সন্তোষ হৈ প্ৰেম জৰি দ্ৰৱ হৈ উপদেশ দিছে— বিধি নৱসিদ্ধ সংবাদ ৰচনা

"তোম্মাৰ ভৃত্যৰ ভৃত্যৰো ভৃত্যৰ তাৰো ভৃত্য ভৈলোঁ আমি। মোক জগন্নাথ, নকৰা অনাথ, নেৰিবা মাধৱ স্বামী॥"

আক শ্ৰীমাধদেৱে স্নান, গুৰুসেৱা, মালা সেৱা কৈ প্ৰাতৰে কৃষ্ণকথা শুনিবলৈ গুৰুজন ত'ত যায় শ্ৰীৰাম আতা সৈতে। ভক্ত কালিৰাম আতৈএ নিত্য কৰ্ম্ম কৰি, ঠাই, খৰি, পাত, মাছ, শাক, পানী, সবাকে যতাই থৈ গুৰুসেৱা কৰে নিতে। সেই দিনাও কৰিছে মনে। সেই দ্ৰব্য অলঙ্কাৰ পিন্ধাই দি আনিছে বত্ৰিশ অঙ্গে। এপদে দিছে, এপদে দিবলৈ আছে খৰম। তেনেতে আহি গুৰুজনে গল ওকাহি দিলেহি পদূলিত। শুনি তেনেই এৰি আতৈ জল-পাত্ৰ লৈ ওলাই আগবাঢ়ি গ'ল। তেহে ছোট আতা চাউলত জল দি ধ্যান কৈ দেখে আম্মাত, এপদে পাতুকা নাই। অনেক ভাএ স্তুতি নতি কৈ দিএ, নলয় একোৰূপে। তেহে বোলে মোৰ প্ৰভুক কোনে এনে বিতণ্ডা কৈলিইক? পাছে কালিৰাম আতৈ দণ্ডৱতে পৈলগৈ। বোলে বাপ, মই পাপীষ্ঠৰ হে বন। বোলে কিয়নো নিদি এৰি গ'লা? বোলে বাপ, আপুনাৰ মুখপদ্মে শুনিছোঁ গুৰু সেৱাতকৈ ভক্তৰ সেৱা ডাঙ্গৰ বুলি। বোলে তোম্ৰা আমাৰে সমান ভকত হ'লা, আমাৰ পৰিচৰ্য্যা কৰিব নলাগে আক। এ শ্ৰীৰামেই কৰিবা আজিৰ পৰা, কালিৰামে অহাযোৱা কৰিবা আমাৰ লগে।

আক জয়ন্তিৰ মধাই আতৈ গৃহে যাবলৈ বিদায় কৈলে।

জয়হৰিৰ মধাই আতৈৰ সংসাৰৰ প্ৰতি আকৰ্ষণ আৰু জ্ঞান লাভ

বোলে বাপ, গৃহৰে পৰা আহি গৈ নাম হৰি কথা শুনিম, যাবই খোজোঁ। তেহে মহাপুৰুষ গুৰু শ্লোক মাতিছে।

"বৈৰাগ্যত পৰে ভাগ্য নাই পুৰুষৰ,
সংসাৰত পৰে ৰিপু নাহি।
হৰি বিনে নাই পৰিত্ৰাণ।
বিষয়ৰ আশা ভঙ্গে ভক্তৰ হৰিষ।
দেখয় বিষয় সুখ বিষ্ঠাৰ সদৃশ॥"

ছোট আতা গুৰু বাক্য মনকৈ পাছত শ্লোক ভাঙ্গি সুন্দৰীত ঘোষাত দিছেনি। মাতি চৰ্চ্চি কৈ বোলে নচলাকৈ মন ৰলে সঙ্গ, বাৰু চলিছে যে যোৱাযক। তেহে গৈ তেঞ্ৰৰ আগৰ হৰি গৃহতে বহিল। তাতে দুয়ো পত্নীয়ে সেৱা কৈলেহি। বোলে মই গুৰুজনত বিদায় কৈ আহিছোঁ, মাহ চাৰেক থাকিবলৈ। পাগ পাত্ৰ পেলাই তেতে চাউল সিজাইঁক। আতৈ শৌচ শুদ্ধি হৈ গুৰু সেৱা নাম গালে। আইৰ চাউল সিজাই বাঢ়ি গুৱা এখান খুন্দি চোবাৰ ক্ৰমে অন্নৰ উপৰে দি থৈ আঠু পাৰি জনালে গৈ। আতৈ আহি চাই দেখে চোবা খান। সেইতে অত্ৰাহি হৈ বোলে এখেলৈ আহাচোন। তেহে আই আহি আঠু পাৰিলেহি। বোলে তোৰ হাতে খাঞ বোলাতহে এনে লঘু কৰ? বোলে দাসীত দায় হৈছে, তেও জিজ্ঞাসি সুধি মৰষিব পাৰে। দণ্ড কৰিলেও দোষৰ ভিতৰ। বোলে কচো, কিয়নো দিয়, চুৱা নহয়, খাবলৈ যে মাত? বোলে পূৰ্ব্বে তোম্ৰা আমাক চাৰি জীৱৰ কুশলৰ হেতু সম্ভৰ সঙ্গলৈ গ'লা। মহাপাপৰ হস্তে অনাচাৰী স্ত্ৰী জন্ম পালোঁ। বৈকুণ্ঠৰ সুখক এৰি পশু পক্ষী সমস্তে যোনীত যি বিষয়ক পায়, তেনে কাচক লাগি মাণিক তেজি আমি পেলনীয়া চোবাত প্ৰবৰ্ত্তিলে। এই চোবাকে গুচাই অন্ন ললেহে থকা সঙ্গ। পাছে আতৈ

হুক্ হুক্ কৰে কান্দি ওলাই আহিল। বোলে আজি তুমি মোক সজ বাখিলি জ্ঞান বোধ দি। মোৰ পৰম বান্ধৱ উপকাৰীহে, ভাৰ্য্যা নহলে। পাছে আহি মহাপুৰুষ গুৰু বসি আছে মধুৰ-মূৰ্ত্তি ৰূপ ধৰি। পৰি দণ্ডৱতে কলে সকলোখানি। বোলে সেই স্ত্ৰী এৰি সোধাই দিছিলানে? বোলে বাপ, দিলোঁ। তাৰ মাতৃ, ভাতৃত, নযায়। বোলে 'তোমাৰ গুণ গাই তোম্ৰাকে চিন্তি অ'তে থাকিম।'—এই বুলি আছে আমাকো ভিয়নি-টনা খন দি তাতে। তেহে গুৰুজনে সজ বুদ্ধি, শুদ্ধ জীৱ জানি অনাই ধৰ্ম্ম বস্তু প্ৰকাশকৈ বাজ হাটি দি কাটি খলা সৰা মচাকৈ থলে ভকতৰ শাৰীৰ ভাগ দি।

আৰু একদিনা ভক্তে সমে আ:হে ছোট আতা, ম'হ এটা পৰি আছিল বাটৰ কাখে। দেখি আন সবে আন্তৰি হাৰি ভাঙ্গি গ'ল। ছোট আতা তাৰ আগেই গ'ল। পাই ভকতে কলে, বোলে বাপ, মহ আছিল বাটে, ছোট আতা সিজৰ আগেই আহিল, আমি হাৰি সোমাই আহিলোঁ। বোলে বৰাপো হয়নে? বোলে হয়। কিয় আহা? "সাপে খায়, বাঘে খায়, যদি মৰে জলে, যাৰ যিবা হব লাগে নিজ কৰ্ম্মফলে।" বোলে বাপ, তাৰ হাতে যাব লগা হলে আঁতৰি গলেও মাৰিব, নহলে এক্ম চাউল, আয়ুত, আগেই 'গলে কি কৰিব পাৰে সি? পাছে গুৰু খজকৈ বোলে বৰাপো, এনে উত্তৰ কত শিখিলা? তুমি-এ জানানে আনেও জানে? অ সি কাল, বলৱন্ত, ডাকু। সিকি জানে কাল অকাল? মৃত্যু সবাকো চল পালে মাৰে। তৈল থকাতো বায়ুএ বত্তি নুমায়, আঁৰ দিলে ৰয়। পলাই অন্তৰে, সাৰে। তোমাক নপাৰে এই ক্ৰমে আৰ্হি নৈ আনো আত্মা-ঘাতী নহব? এই বুলি খজি বোধ দি হাক দিছে। লোকলৈ আৰ্হি ৰখাৰ উপদেশ

আৰু নৰনাৰায়ণ ৰাজাৰ ৰাৰীত শনি প্ৰবেশিল। পাছে পণ্ডিত দৈবজ্ঞ ব্ৰাহ্মণত সুধিলে, বোলে কি হব ? বোলে মহাৰাজ, আৰ প্ৰতিক্ৰিয়া কৰি দেশান্তৰ ফুৰিলে অশুভ নাচৰে। তেহে পূজা, দান, হোম কৰাই ৰাজা আছি ৰবনগৰ কৰি ৰ'লহি। তাতে শুনি গুৰুজন গৈ কলামাহ ছুচক ভেটি নিৰ্ম্মালি দিছে। চিলাৰায়ে তেজ শক্তি ঈশ্বৰ লক্ষণ দেখি গুৰু মানিবৰ চিত্ত; দদাএকৰ ভএ নহ'ল। তাতে আঢ়ৈ বৰ্ষ হ'ল। চাই পণ্ডিতে কলে ৰাজাত বোলে শিৰতে গৰ্ভে থিত হৈছে শনি। ই-গৃহ যেনো হ'ল এৰাহে সজ। তেহে তাৰ পৰা গৰ প্ৰাপ্তি কৰি ডিঙ্গা নগৰলৈ গ'ল। তাতে আছে। একদিনা ছোট দেৱানৰ শ্ৰীদাম লিগিৰা আছি ৰামৰাই আতাৰ ছুহিত্ৰী কমলপ্ৰিয়া আপীক দেখে দিব্যৰূপ ত্ৰৈলোক্য মোহিনী। চুলি মেলাইছে, ছুকাচি ঢৰাত তিনিপাক দি পৰিছে। পাছে সি গৈএ চিলাৰাইত কলে ৰূপ গুণ চুলি লক্ষণৰ কথা। শুনি ৰাজা তেতেক্ষণে ধৰাই নি মুখ্য পটেশ্বৰী পাতিলে নি। বিবাহ পাতি ৰাই আতাক নিবলৈ পাচিলে, নেযায়। তেহে মহাপুৰুষ গুৰু বোলে সি নিলে কি কৰিবা, দিয়া গৈ শুদ্ধ কৈ। পাছে গৈ দিলে। তিনিখনি গাঞ্জ দি কুঠি কৰি দিয়ালে।

ৰবনগৰ

আকৌ ৰাজাত পণ্ডিতে চাই কলে বোলে মহাৰাজ, শনিৰ অষ্ট বৰ্ষে ভোগ ৰাশি তত। শিৰত আঢ়ৈ বৰ্ষ, গৰ্ভে আঢ়ৈ বৰ্ষ, গোৰে আঢ়ৈ বৰ্ষ। এতিয়া বিদেশ বৈৰাগ্য হৈ ফুৰাতহে অৰিষ্ট নাচৰে। পাছে ৰাজা বেশছন কৈ খস্তী কণ্ঠা মৰা পক্ষালৈ অচম ৰাজ্যে উজাই গ'ল। ছোট যুৱৰাজ চিলাৰায় বেহাৰ নগৰে ৰাজ্য ধৰি পালি পাচি প্ৰবৰ্ত্তাই আছে। একদিনা ৰাজা মৃগয়া কৰিতে গৈছিল। গৃহে এশ পত্নী মুখ্য আপী সৰাতেকয়। সবেও একত্ৰ হৈ বহিল, তামুলী চ'ৰাতে

আইক মধ্যকৈ ধৰি গীত গোৱাইছে। চাৰঙ্গ দাৰত স্বৰ তুলি ধৈলে—

"পামৰ মন, ৰাম চৰণে চিত্ত দেহু :
অথিৰ জীৱন বাস, মাধৱকেৰি নাম,
মৰণ সময় লেহু।" এই গীত গাইছিল, কোকিল স্বৰতো অধিক। মাত ৰাজা শুনিলেহি। আন সতিনী সবেও ঝাতাই উঠি গ'ল, আই লাগী, নগ'ল। বোলে গীত যে গাইছিলা, কোনে কৰা? বোলে আমাৰ বৰ আতা। ৰাজা শয্যাত গোৱাই পুনু শুনিলে, মহা পণ্ডিত শুক্লধ্বজ অৰ্থে মজি গ'ল। পাছে ৰাজা ডিঙ্গা নগৰে আহি মহাপুৰুষ শুকক তাল'কে কাতৰকৈ নিয়াই কায় কষ্টে ব্ৰতে হৰিষ্যে থাকি, টকা দহ, কাপৰ এসাজ দি শৰণাপন হ'ল। আৰু বেশছনকৈ অচম ৰাজ্য ফুৰি শনি চাৰিলত গ'ল বেহাৰে। দেখি গ'ল শুকুলা হস্তী মানিক ধাইক। তেহে অনেক মানুহ, চিপাহী, চাকৰ, লস্কৰ লৈ উত্তৰে নৰনাৰায়ণ, দখিনে চিলাৰাই, বিৰাম কাজি অনেক সেনা লৈ যুদ্ধ ধৈলেহি। কেকোৰা ৰাজা, লাহন বৰবৰুৱা, মাঠুৰিয়াল ৰাজমন্ত্ৰী বৰগোহাই, ভেৰা বৰফুকণ এই সবে আলচিদলৰ গাঞত এক যুদ্ধ, তেলীয়াডোঙ্গাত এক যুদ্ধ দিলে। অনেক প্ৰাণী হানি হ'ল ডুয়োদলৰ। পাছে ছহকি কেৰিমেৰি গৰ বান্ধি সাদিন সাত নিশা যুজিলে, অনেক লোক ক্ষয়ক্ষাৰ হ'ল। নপাৰি ৰাজা প্ৰজা নিশাই সব এৰি পলাল। হস্তী ধাইক পালে, মানিক লৈ গ'ল। পাছে পাছে খেদিলে। বজা পাট এৰি চৰাই খোৰোজ পৰ্ব্বত সোমালগৈ। মানিক পাই লৈ উভটিল। চিলাৰাই কাজি হস্তী ধাই লৈ নাৰায়ণক দিছেহি। শুক্লা হাতী আনিলে দেখি শুক্লধ্বজ নাম দি ভটিয়াল আপুন দেশে।

শুক্লধ্বজ শৰণাপন্ন হয়

শুক্লধ্বজৰ অসম আক্ৰমণ

শুক্লধ্বজ নামৰ কাৰণ

আৰু মনথৈৰ পৰা ঠাকুৰ আতা নিতে গণকুচি সোমাই ছোট আতাৰে দুওজনা আহে বাউসীলৈ। পথতে এটা হালোৱাই হাল বাইছে হে হে কৰি। দেখি ঠাকুৰ আতা বোলে কি হে হে কৰ, ৰাম ৰাম্ বুইলে কি হয়? পাছে ছোট আতা বোলে সখি, বোলাইছে আহিবা, নোবোলালে জেঙ্গা লাগিল, নামৰ দশ অপৰাধৰ এটা সিজিল। পাছে ঠাকুৰ আতা পাছে পাছে ঘুৰিছে, বোলে ৰাম বোল। সি নোবোলে। আতা বোলে একেখাৰি ৰাম বোল উপা হে। তেহে একো-ৰূপে এৰাব নপাৰি বোলে বুলিলো ৰাম, কি হৈছে এতিয়া? বোলে একো নহই থাক পা। তেহে গৈ বাউসী পাই সেৱা কৈলে। ছোট আতা সুধিলে বোলে সখি, বুলিলেনে নুবুলিলে? বোলে বাপ, যেনে তেনে প্ৰকাৰে বোলোৱা হ'ল। বোলে তোমাক নো কোনে তেনেকৈ বুলিব দিএ? নুবুলিলেইঁতে কি হ'ল হঁতে আজি? পাছে তাক অন্তকালত যমদূতে ধৰিলেহি নিবলৈ লোহাৰ ডাঙ্গ ঘোচা সৱ জৰিএ সৈতে। কৃষ্ণ বৰ্ণ্ন বিকৃত মূৰ্ত্তি দেখি পূৰ্ব্বৰ সেই ৰাম বোলোৱা আতাৰ কৃপাত ৰাম আহিল মুখত। বাক উলিয়াইছিল। অত্ৰাহি হৈ ৰামধ্বনি লাগি দূত ভিৰি লৰ দিলে এৰি। পাছে স্বস্থ হৈ বোলে মোক ঠাকুৰ আতা ঠাই নেইক। নিলে, পাই সেৱাকৈ বোলে বাপ, তোম্ৰাৰ পৰাহে ৰক্ষা পালোঁ, দাস বুলি নেৰিবা মোক। বোলে বাৰু আহ। পাছে নি ছোট আতাক পূৰ্ব্বৰ কথা কৈ ভেটাইছে নি। তেহে গুৰুজনে ঘোষা মাতিছে,

হালোৱাৰ ৰামত শৰণ গাবোৰ গোবিন্দ আতৈ

"মৃত্যুৰ মুখত পৰি, আছে যিটো সিটো জন,
হৰি গুণ কীৰ্ত্তণ নকৰে।
মৃত্যু তৰিবাৰ জানা, নাহিকে উপায় আন,
হৰি নাম কীৰ্ত্তণত পৰে॥"

বোলে সখি, দেখিছো। এই বুলি দুওজনা আতা তেঞ্ৰক নি মহাপুৰুষক গুৰু বোলাইছে গৈ। শ্ৰীশঙ্কৰদেউ গোবিন্দনাম দিছে। পূৰ্ব্বৰ গাবোৰ পৰা অহা আতৈ, সিজন্মৰো কাৰণ।

আৰু একদিনা মধাই আতৈ ভিক্ষা কৰিবলৈ গৈছিল। খুজি গৈ গৈ মনথৈ পালে গৈ। ঠাকুৰ আতাৰ বাৰী বুলি ভু নাপায়। শীঘ্ৰে পদূলি সোমাই গৈছে। আএ তাঁত বৈছে, দেখে সুন্দৰ ভৰ যৌৱন, দিব্য পুৰুষজন, গৌৰবৰ্ণে, হাতে লাঠি, মাথে ভগ্ন ছাতি, আঠু মুৰে ভুনি, ফটা বস্ত্ৰ কান্ধে, বুলি গতণ শাস্ত ধীৰ ভাএ গৈছে। বেশটি ভক্তৰ, গা লক্ষণ ডাঙৰীয়া মহন্তৰ, সাজটি দুখী, দৰিদ্ৰ, ভিখুকৰ। মনে পৰীক্ষি আএ ফকৰা মাতিলে, "নাঞ চপচপ্ দেখো ঢউ অপাৰ?" আতা বোলে মাতৃ, "নুবুৰে নৌকা সুজান কণ্ডাৰ।" নকৈ নাৰ্জো, পুৰনি থাঞ। ভিক্ষা দিয়া মাও ঘ-লৈ যাঞ।" শুনি অএ অদ্ভুত আশ্চৰ্য্য হৈ সুধিলে বোলে তোম্ৰা ক'ৰতে আহে, ক'ত থাকে? বোলে মাও, বাউসীৰ মহাপুৰুষৰ সঙ্গে থাকোঁ, ভিক্ষাকৈ প্ৰবৰ্ত্তোঁ। পাছে আএ উঠি আহি পাৱত পৰি সেৱা কৈ বোলে, তোম্ৰাক দাসীএ ক'ৰবা বুলি পৰীক্ষা কৰিলোঁ, অপৰাধ ক্ষমা যাব। তেহে এপুৰা চাউল, এপোৱা লোন এপোৱা তৈল, আদ্‌পোৱা খাৰ, বোলে মই ত'তে দিয়াম দাসীএ। আপুনি আজীৰ পৰা নাম লব বসি। সেই মতে মাৰে মাৰে শোধাই আছিল।

মধাই আতৈ ঠাকুৰ আতাৰ গৃহত ভিক্ষা

আৰু একদিনা দুওজনা যায়, ছোট আতা ঠাকুৰ আতা। এটি জান আছে, তাতে নাঞ খানি সিপাৰে আছে, হেচুকি দিলে ইপাৰে পায়। সিপাৰে এটাই ভুঁই কুৰিছে। তাকে বোলে নাৱ খানি ইপাৰকৈ দে, আমি জগত-গুৰু ঠাইলৈ যাওঁ। পাছে শ্ৰীমাধ দেএ খঙ্গিলে বোলে কিয় তেনেকৈ বোলা? "শ্ৰীমন্ত শঙ্কৰ, হৰিভকতৰ, জানা যেন

কল্পতৰু”—তোমাৰ আমাৰ সেৱকৰ হে? ভাৱ কি? সি বোলাইঁতে, তহঁতৰ জগত-গুৰু, আমাৰ কি, পাছে ক’ত বলু বলা হঁতে?

আৰু কমললোচন ঠাকুৰৰে মহাপুৰুষ গুৰুৰে একে বৰ্ণ, মুখ। একদিনা শতানন্দ দলৈ গৈছে। কমললোচন চ’ৰাতে বসি আছে। সেইতে পাৱতে পৰি সেৱা কৰিব খোজে। বোলে খুৰা, কি কৰা যায়? বোলে বাপু, তোমাৰে গুৰুজনৰে কিছু ভেদ নাইনে চাইছোঁ। দৰ্পণ চোৱা যেন। ভেকা গিৰি যেন দেখিলোঁ। মই।

একাদশীত ভোজন নিষেধ

আৰু এদিন শ্ৰীমাধৱদেৱৰ গা বিষমৰ হেতু চাউল সিজাৰ মুৱাইলে। পুৱা হ’ল একাদশী। পাছে শোচ-শুদ্ধি স্নান, গুৰু সেৱা কৈ ক্ষুধা তৃষাত গা ৰৱয়াৰ ধৈলে। তেহে এপোহা আতপ চাউল, দুই পহা জলেৰে ভোজনকৈ গৈ শ্ৰীশঙ্কৰদেৱক সেৱা কৰিলেগৈ। চাই বোলে ৰবাপো, আজি দেখো মুখ প্ৰসন্ন? কিবা ভোজন কৈলা হৰলা? বোলে বাপ, জলে সমে চাউল এপহা গিলা হ’ল, গা বিষমৰ হেতু। পাছে গুৰুজনে বোলে উদৰেই চৰু তাতে জঠৰ বহ্নি আছে, চাউল, পাণী বহাইছা, লোন তৈল খাৰ দিলে, সম্পূৰ্ণে ভোজনেই হয়। “তুমি আমি কৰোঁ যদি গৰিহিত কৰ্ম্ম। পাছৰ লোকে আৰু মানিবেক ধৰ্ম্ম,” এই বুলি খজিছে।

কালীদমন নাটৰচনা

আৰু বাই আতা দশমৰ কালীদমন চৰ্চ্চা সন্তোষ পাই গুৰুজনত প্ৰাৰ্থনাকৈ জীৱক কৃপাৰে নাট কৰালে। তাতে স্বৰ্গতে গন্ধৰ্ব্ব আসি চিন মাৰি শিকিবলৈ অহাত গুৰুজনে চিন পাই সটচন্দ্ৰৰ গীত কৰি গালে, ভু ধৰিব মুৰাৰি লাজ হৈ ঈশ্বৰ মানি গ’ল গুচি।

আৰু গোবিন্দ গুৰুএ তিনি তিনিটা কুঁহিমাছ নিএ একাদশীত। দেখি মহাপুৰুষ গুৰু বোলে গোবিন্দ, দেখো

আজি একাদশী, তিনি কুহি লৈছা ? বোলে বাপ, তোম্রাথেৰ পদে দেখোঁ কৈছে বোলে—"নপাই একাদশী উপবাসে, নপাঞ মোক যোগ সন্যাসে।" তেহে মহাপুৰুষ গুৰু বোলে ৰামানন্দৰ মাক, একাদশ শাস্ত্র খান আনা, পদটো কাটি গুচাঞ। অ' আমি পদ কৰিলোঁ জীৱ তৰিবৰ কাৰণে, কেনেকৈহে বুজিছে দহো। এই বুলি নৰণি ধৰিলে' পাছে ঠাকুৰ আতা বোলে বাপ, কাটিব নালাগে। নাৰায়ণ দাস কেনেকৈনো লৈছা ? বোলে বাপ, একাদশী ধৰ্ম্মবাৰ, তিথি আক কৰিব পাই, তাৰ ফল বাঞ্ছাহে কৰিব নপাই। যত মহাপাপ ব্ৰহ্মহত্যা আদি কৰি অনন্ত বাসা কৰে গৈ। তাক এৰিব। বাৰ গুচালে মজলীয়া ওলাই, পাছে গুৰুজনে 'বোলে এৰা আমিও তেনেকৈতো কৰিছোঁ। তেহে পদ ৰ'ল। পাছে গুৰুজনে বোলে নাৰায়ণ দাস, অনেক শ্রমকৈ অৰণ্য কাটি একোটি পদ কৰিছোঁ। আজি পদটি তোমাৰ পৰা ৰ'ল। এই বুলি পৰম স্নেহত বাম হাতে গুৱা এমুঠি কোচলৈ পেলাই দিলে। সেই গুৱা গণকুচিত নি দুওজনা আতা ভোজনকৈ বোলে পৰম স্নেহত সীতা বাম হস্তে মুকুতাৰ মালা দিছে হনুমন্তক। আৰু কোনো লোকৰ দুই পত্নী থাকে, বৰজনীৰ আৰে দ্রব্য খানি দিএ। গুৰুজনেও আমাক আপুনাৰ অভয় পদৰ তলতে ৰাখিছে। পদৰ অৰ্থ

আৰু একদিনা গুৰুজনৰ গা বিষমৰ হেতু স্নান ভোজন ন'হল গধূলা। পুৱা হ'ল ভীম একাদশী, বিহানে গুৰুজন নিত্যকৰ্ম্ম কৰি নৈমিত্তিক অৱসানে ব্ৰত্তমান কৈছে। ছোট আতা পাই গুৰুজনক সেৱাকৈ ভিতৰে গোসানী মাৱক সেৱা কৈলেগৈ। বোলে বৰাপো, আমাৰ গোঁসাইত জনোৱাগৈ— গধূলি উপাসে ৰ'ল, এতিয়াও একাদশী, নিৰাহাৰে কাহিলা গাত টান হব, উদৰো চলিছে। আৰৈ জহা চাউল এপহা দুগ্ধত

পাক কৰিবলৈ কি বোলে ? দধি অন্নত দোষ নাই যেন দেখোঁ। বোলে মাতৃ, কব নপাৰোঁ, সিদিনা খঙ্গিছে আমাক। আনত কৈ সোধা যক। তেহে হৰিগুৰুতে কৈ জনাইছে। তেওঁ ক'লতে বাগকৈ হাপালি মাৰি বোলে নাম। পাছে সেইতে পানীকটাত পৰি হুহকি চেপেটা খালে। তাতে পৰি এপৰ থকাতে দুপৰ নিশা হ'লগৈ। তেহে বতাহে বৰষুণ শিলে ওপচাই আনি খুন্দি পেলালে। তিতি জাৰে ভোকে বিচেষ্টা হ'লগৈ, মাত হৰিল। পাছে গুৰু স্বপ্নত দেখে সুন্দৰ ব্ৰাহ্মণৰ ছৱাটিএ বোলে, তোম্ৰা শুই আছা মোৰ তিতি দেহ যায়হে। তেহে সাৰ পাই বহি বোলে ধ্বজা, বাজত কোন আছে চা। জুই লৈ চাই দেখে হৰি গুৰু আতৈ মৰিব লগা হ'লগৈ। তুলি, ধুৱাই কাপৰ, আঙ্গচ সলাই জুই সেও দিলতহে মাত ওলাই শ্ৰেষ্টা পালে। বোলে সেই তেতিয়াৰে পৰা নগৈ কি কৰিছিলা তাত পৰি ? বোলে বাপ, তোম্ৰা নাম বুলি এৰাতে মৰা প্ৰায় হৈ আছিলোঁ পৰি। পুৱা বোলে তুমি চৌৰাশি নৰকত ভুঞ্জিব লাগিল। অন্ন খাব দিয়াত যুধিষ্ঠিৰে নৰ্ক দেখাত উৰ্দ্ধ গতি হৈ উদঙ্গ হ'ল। একাদশী, আঁউসী, আচাৰ বিভিচাৰ, মিছা বেশ্যা ভবিবগৈ কলিত। আৰু কুৰ্ম্ম পুৰানৰ আঁহি কৈছে, ভক্তে অন্ন অৰ্পণা নকৰি খালে কুৰ্তা খোৱাৰ সদৃশ আৰু ভক্তৰ হাত ঘালিলে জোখাকৈ দুগুণ টকাদি মাতিব, সন্তোষ হলে, হলু বুইলেহে ৰক্ষা পায়, আপুনিও, উপৰি পুৰুষো। আৰু অভক্তৰ ধনে ইহ জন্মে দুখ পৰ জন্মে সংসাৰ। ভক্তৰ টকা মোক্ষ সাধে। আৰু বোলে গৃদ্ধ, বানৰ, বৃক, বায়স, উট, গৰ্দ্দভ, শুকৰ, কীট, পতঙ্গ এই সৱত জন্ম লভে সংসাৰত ভ্ৰমি। পাছে এই সব আঁহি যুগুতি কয় গুৰুজনে। কতো মুখ ভেদে কয় সেই দধি ভাত ভোজন কৰালে আতৈক, কতো নাই বোলে। তেহে গুৰু বোলে নৰক চৌৰাশি মই লেখি নিওঁ, তুমি বাগৰি

হৰিগুৰুৰ [illegible]

ভক্তৰ ধন আৰু অভক্তৰ ধন

যোৱা বাসনাটো খণ্ডক। বাগৰি স্নান কৰি দণ্ড সবাই দিলে। বোলে আগলৈ নকৰা এনে কথা আৰু।

আৰু হৰিগুৰু আতৈ মনিয়ৰিত থাকে। আহি গৈ নাম হৰি কথা শুনে। পাছে এদিন বেলা ছোট হ'ল, গঙ্গা ধানে পোনাই বেগ দিছে। এক গৃহস্থৰ লবাই, বোলে কনানে, ধানৰ উপৰে যা? আতৈ কাণ নকৰি গ'ল। সি অন্ধক হৈ তাতে আছে। তাৰ বাপ মা এৰাতি বিচাৰি নি সুধিলে তাত, বোলে এটা লোক ধানে যায়, কথা বুলিলত তেনে নে দেখিলোঁ আৰু। তেহে সিহঁতে বুজি ভাৰ ভেটি লৈ আতৈত পৰিলগৈ স্তুতি কৈ। তাৰা বোলে মই শুনাও নাই, লাগাও নাই। যদি লাগিছে, ধৰিছে দোষ, মহাপুৰুষ গুৰু ঠাই ৰ'লা হুঁক যাওঁ। আতা গৈ এই ভাৱে ভেটিএ তেহে সবে গৈ গুৰু জনত গুণ, যুগুতি কৈ প্ৰাৰ্থনা কৰিলে। গুৰুজনে দুৰ্ব্বাসাৰ আৰ্হিকৈ আতৈক মতালে, সন্তোষ হ'ল। তেহে চক্ষুএ দেখিছে।

হৰিগুৰু আতৈক কথা বুলি কথা হোৱা

আৰু এদিন শ্ৰীমাধদেউ আহে গণক কুচিৰ পৰা। বাটতে এটা বামুণে আগচি ধৰিলে। বোলে তোম্ৰা কলৈ যায়? বোলে আমি শ্ৰীশঙ্কৰ দেৱৰ ঠাইলে যাওঁ। বোলে তোম্ৰাৰ গুৰু কোন? বোলে আমাৰ গুৰু তাৰাই। বোলে তাৰাৰ একা? বোলে ই কথা তাৰাতে সুধিবা, আমিও সুধিলেহে কব পাৰোঁ, সোধা নাই। তেহে গৈ গুৰুজনক সেৱা কৈলেগৈ। বোলে বৰাপো, আজি দহোঁ বেলা হ'ল? বোলে বাপ, এটা বামুণে আগচি ধৰি খটু বন্ধকৈ নেৰে, সেই খন্তে। বোলে কিয়ৰা? বোলে সি, তোমাৰ গুৰু কোন। মই বোলোঁ আমাৰ গুৰু তাৰাই। বোলে তেওঁৰ একা? আমি বুইলোঁ তাৰাতে সুধিবা, আমি ভু নপাওঁ এই খানি। পাছে গুৰুজনে বোলে এনেকৈ নুবুলিলা কিয়, কৃষ্ণদেউ বুলিছে,

শঙ্কৰদেৱৰ গুৰু

"মোৰ গুৰু ভকতেহে স্বৰূপ স্বভাৱ। যেন বায়ু আকাশৰ নাহি ভিন্ন ভাৱ॥ আমিও ভাবিছোঁ, "সৰ্ব্বতত্ত্ব ভকতক মই গুৰু মানো। ভকত গুৰুত পৰে আনক নজানো," বোলে বাপ, কিয় বুলিম একা, কি সাহেবে?

আৰু শ্ৰীৰাম আতা গণকুচিৰ আগত এফেৰি খেতি লৈছিল। তাকে দাই মাৰি সিজাই শুকাই ধুতিএ মুখ বান্ধি চাউল কিছু লৈ গ'ল। গুৰুজনে দেখি বোলে বৰাপো, কি? বোলে বাপ, এ শ্ৰীৰামে কৃষি এফেৰি কৰিছিল, তাৰে চাউল কিছু আনিছে সজকৈ কৰি তোম্ৰাত লাগিবলৈ। বোলে বৰাপো, তোম্ৰাত লাগিলে যো কুশল নহয়। এ বোলে বাপ, শ্ৰীৰামে আমাক পুৰিবই লাগিছে, তেও তোম্ৰাত একঠি লাগিলেহে সজ।

চন্দৰীআইৰ গীতাতত্ত্ব ব্যাখ্যা

আৰু একদিনা বামুণে গীতাৰ শ্লোকৰ অৰ্থ সুধিবলৈ আলচ কৰি আহিছে। ধনুখনাত চন্দৰী আএ কাপোৰ ধুইছে গুৰুজনৰ। শুনি বোলে ভগৱন্ত প্ৰসাদে মিলয়। কৃষ্ণৰ কৃপাত তেবে শুচয় সংসাৰ বন্ধ। এহি মানে গীতাৰ নিৰ্ণয়। শুনি বামুণ তধা লাগিল, মুখলৈ চোৱা চুই কৈ, বোলে দাসীএই এনে সিদ্ধান্ত কৈলে। গৈ নো কি সুধিম? দহোঁ অঠৰ আধ্যাৰ একেষাৰে কলে। শঙ্কৰে আৰু লঘুহে কৰিব। এই বুলি তাৰে পৰা উলটি গ'ল। সেই সংস্কৃতৰে পাছে ঘোষা কৰিছে।

মাধৱেডৰ বিকদ্বে কথন

আৰু একদিন শ্ৰীমাধদেউ আহিব নুৱাইলে হৰি কথা শুনিবলৈ গা বিষমৰ হেতু। কৃষ্ণ কথা অৱসানত গুৰুজনে বোলে বৰাপো নাহিল আজি। তেহে তিনিজন ভক্তে বোলে বাপ, তাৰা ত'তে এখান মেল হৰিকথাৰ। আহেনো কেলৈ? এখেত আৰু অৱহেলা হে হব এহেলৈ। শুনি তেহে মহাপুৰুষ গুৰু খেদ কৰিছন্ত, "হৰি হৰি, ইবাৰ

জীৱ সাৰেহে বুলিছিলোঁ ; এনে হলে ৰবহে। অ'ৰ খানি কৰা বিৰূপে ত'ত, ত'ৰ কৰা বিপক্ষে অ'ত, দুখ আয়াৰাতহে সংসাৰত। পাছে সেইতে তিনিও দণ্ডৱতে পৈল, বোলে বাপ তৰ্কিব নপাৰি কলু, কি গতি হব ? বোলে ৰবাপোত কৈ দণ্ডৱতে পৰাগৈ। তাৰা ৰাখিলেহে ৰক্ষা পৰা। পাছে তিনিও গৈ কৈ দণ্ডৱতে পৈল। তেহে ছোট আতা গুণ উপকাৰহে ললে, বোলে বৰ হেলা গৰ্ব্ব ভাও হৈছিল হয়। কৈ বুলি মোক যানিবা জ্ঞান প্ৰদীপহে দিলা, অন্ধলাৰ চক্ষু দৰে। বোলে পুনু গৈ তভে পৰা যাই, ক্ষেমিব। আহি কলেহি সেই ক্ৰমে। বোলে চাঁহী কাঢ়িবলৈ যোৱা, হাতীতে উঝটি খৰা ? উত্তমে অল্প গুণকে বিস্তৰ কৰে, দোষকো গুণহে লেখে অধমেহে দোষ কল্লে। পৰা ঠাইলে পাৱ ধৰি হুঠিলে কি উপায় ? আকৌ যোৱাহক, এনেকৈ নোবোলে। চুপে বৈ স্নান কৰোঁতে দণ্ডৱতে পৰি পাৱত ধৰি ক্ষেমিলোঁ নোবোলে মানে কাতৰ স্তুতিকৈ নেৰিবা। তেহে সেই মতে থাকি ধৰি অনেক কাৰ্পণ্য কৈ নেৰোঁতে বোলে এৰা, এৰিলোঁ। পাছে তাৰা সৱ সহিতে আহি গুৰুজনত কৈছে, বোলে বাপ আৰা সবে আজি আনাক এনে কৰিলেগৈ। মই দহোঁ জৰ, তোম্ৰাহে মোৰ চৈতন্য আত্মা, অ'তে ৰাখিলে দহোঁ হয়। তেহে মহাপুৰুষ গুৰু বোলে আনাত তোমাত হস্তে যি ধৰ্ম্মক ধৰিব আমাকে দেখিলেও তোমাক দেখে, তোমাক দেখিলেও আমাক দেখে, অ'ত দিলে ত'ত পায়, ত'ত দিলেও মই পাওঁ। এ ৰবাপোকে আমাকে যি ভেদ কৰে মাজত কৰত হে দিএ। গীতাত কৃষি বুলিছে. অৰ্জ্জুনৰ আগে, মইও কৈছোঁ, ৰবাপোকে মোকে যিটো মনে ভেদ কৰিব মোৰ শৰীৰত ঘাৱ মাৰি অস্ত্ৰ ধৰিব।

আৰু ৰঘুপতি নামে ধোবা গুৰুজনৰ ভকতৰ বস্ত্ৰ ধোএ,

নামো গায়। পুত্ৰ ভাৰ্য্যা ততো থাকে, খনো হাটি গোৰে বহা লৈছিল, এখেতো থাকে। পাছে পূৰ্ব্বৰ পাপে লাগ ললে অন্তকালে। তেহে আউ অনুক্ৰমে চলিল বহাৰ ভিতৰে দুৱাৰ মাৰি। পাছে ভাৰ্য্যা পুত্ৰে বোলে হাটিত আছে, আতৈ সবে বোলে ঘৰে আছে। এই মতে তিন দিন বাহি হ'ল। তেহে বিচাৰ লাগি চাই দেখে শয্যাতে মৰি আছে। তেহে মহাপুৰুষ গুৰু সেৱক ভক্তিৰ বাদ গুচাই নামৰ মহিমাবঢ়াই পাও গতিকৈ গৈ বোলে ৰঘুপতি, আমাক নমাতি এ যোৱানে? পাছে চক্ষু মেলি, সবাকে চাই ৰাম বুলি গ'ল। তিনি জন্ম ভক্তি শূন্য শুদ্ধ হ'ল। গুৰুজনৰ নামৰ মহিমা সবেও দেখি শুনি আশ্চৰ্য্য অদ্ভুত হ'ল—তিনি দিনৰ মৰা জীএ!

ৰঘুপতি খোৱাৰ মৰণ

আৰু একদিনা কমললোচন ঠাকুৰ আমৰ গাছত উঠিছে। হিঙ্গুলীয়া পাট ভুনি পিন্ধি, পূবৰ পৰা আদিত্য উঠি আহিছে। মহাপুৰুষ গুৰু বোলে ৰামানন্দৰ মাক, চোৱাহি, চোৱাহি, দুটা সূৰ্য্য ওলাইছে দহোঁ। ভকতে চাই বোলে বাপ, নুহি, ঠাকুৰ উঠিছেগৈ আগত। তেহে মহাপুৰুষ গুৰু বোলে ৰামানন্দৰ মাক, কমললোচনলৈ এৰা। এৰা চিৰকাল পৃথিবীত নৰয়। তেহে দুই মাহৰ অন্তে ঠাকুৰৰ বসন্ত ওলাল। তাৰাৰে, কমল ধৰা দামোদৰ আতৈ, আৰাৰো ওলাল গুটি। তাৰাক ভকতে চায়, চিন্তে, সোধেগৈ। দামোদৰে বোলে আমি সজেহে আছো। গুৰু পুত্ৰকেহে চাব গোনাব শ্ৰদ্ধাকৈ লাগে। কা'লৈ ডেৰ পৰ উঠাত গুৰু পুত্ৰ যাব। ডেৰ পৰ থকাত পাছত কমলি লৈ আমিও যাব লাগিব। পাছ দিনা সেই বোলা বেলাতে দুওজনা চলিল। গোসানী এহে খেদ কৈলে। গুৰুজনে পৰম হৰ্ষে আছিল।

খিৰামৰনৰ পুত্ৰ গোপাল

আৰু খিৰা মৰলৰ তিনি ভাতৃ-মুকুন্দ, মাধৱ, গোপাল। তেৱে আহি সেৱা কৰিলেহি। মহাপুৰুষ গুৰু বোলে গোপাল,

আম কিছু পাৰি নিয়া ভকতলৈ। বোলে বাপ, আম পাৰিব পাৰো, এখান কুঠাৰ হে লাগে। তেহে মহাপুৰুষ গুৰু বোলেউহ আমাৰ, আগতে এনে কথা কয় কুট! আৰু এবাৰ মুৰ খুৰাওঁতে বোলে মই বাপ, বুৰা দা-ৰে হে পাৰোঁ। তেহে গুৰুজনে বোলে তোক কুটনিএই নেৰক। মৰোঁতেও কুটনিকৈহে মৈল। পুত্ৰ ভাৰ্য্যাক খোলা বান্ধি দেখাই জনজনাই এই টকা প্ৰতি-পালন কৰহঁতে এতিয়া দুখৰ কালত যেএ কৰে তাকে দি যাম। তেহে দুও বেটা আমুৰা অনিকৈই বোলে তোক দিব, সি বোলে আৰু দিএ খাবলৈ নেপালে জানো।' এই বুলি মাছ, গাখীৰ, গুৰ খুৱালেহে খুৱালে। তেহে মৰিলত বাজ উলিয়াইএ টনা মেলি চাই দেখে খোলাভোৰ।

আৰু মাধৱকন্দলীৰ কবিতা ৰামায়ণ ঢাকি তুচ কৈ গুচাবৰ মন দিলে অনন্ত কন্দলীএ। তেহে গুৰুজনত বিপ্ৰে স্বপ্নত শৰণাপন্ন হৈ প্ৰাৰ্থিলে ৰবৰ হেতু। পাছে গুৰুজনে বোলে ৰবাপো, তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা গুচাব যে খোজে, আমি ধৰোঁ গোৰত, তুমি হোৱা আগে। তেহে আছ্য, উত্তৰা, কৰিছে। কাপৰ গাৰি দৰে আগ গোৰ সমে ৰ'ল, উপদেশ আচু ফুল হ'ল। আাগ উপদেশ নাই, শুভ শুভ হে আছিল আধ্যাত। ছোট আতা দিছে। মাধৱকন্দলীৰ ৰামায়ণ

আৰু জটিৰাম আতৈ দতকুচিত আছিল গঙ্গা, জগন্নাথ বেৰাই আহি। ঠাকুৰ আতা লাগ পাই আনি জট দাৰি খুৰাই কঁথা খন্তা পেলাই গুৰুজনত ভনি মহাপুৰুষক গুৰু বোলালে গৈ। গুৰু, জটিৰাম নাম দি হাটি বহা দি থৈছে। পাছে তেওঁ স্নেহত বিশ্বাসে নি জটাটি জপা বান্ধি শোৱা উপৰে আৰি থৈছে। ভকতে দেখি গুৰুজনত কলে, বোলে বাপ, জটিৰাম আতৈএ কটা জট নি বান্ধি থৈছেনি। তেহে গুৰুজনে মতাই বি বোলে তোমাৰ শোৱাৰ উপৰে জপা বান্ধি কৈ থৈছা? বোলে জটিৰাম আতৈ

বাপ, জটটি থৈছোঁ গঙ্গাত পেলাবলৈ বুলি। তেহে মহাপুৰুষ গুৰু বোলে আতৈ সব, জটিৰামৰ বাহিৰ জটহে কৰা গ'ল হয়, হৃদয়ৰ জৰ আছে। পাছে আতৈ শুনি জট দলিয়াই পেলাই তীৰ্থৰ বিশ্বাস এৰি একচিতে নাম লব ধৰিলে।

জইতী মধাই

আৰু জইতী মধাই আতৈৰ বসন্ত ওলাল। মুঠি তল গ'ল চলিবলকে টানে হ'লগৈ। পাছে গুৰুজনে শুনি বোলে তোমাৰ মিতাএৰ টানহে, সোধা গৈচোঁ, গা কেনে পাইছে? পাছে পাছে গৈ চাই চিন্তি সুধিলে, গুৰুজনে পঠাইছে বুলি কেনে কৰিছে পাইছা গাৰ গম গতি? বোলে মোলৈহে সোধে, তাৰাই জানে দহোঁ অন্তৰ্য্যামীৰূপে, মই কি কম জৰে? পাছে সেই ক্ৰমে কলেগৈ। গুৰুজনে খেদকৈ বোলে বৰাপো, আকৌ যোৱা সোধাগৈ। পুনচ গৈ সুধিছে গুৰু আজ্ঞাকৈ কেনে পাইছা শৰীৰ গতি বুলি। বোলে এনে বৈকুণ্ঠ, সাত স্বৰ্গ, সাত পাতাল, সাত দ্বীপ, নৱ বৰ্ষে, অনেক ব্ৰহ্মাণ্ডৰ বালি চাহীৰ পৰা হস্তী সীমাকৈ অখিল, নিখিল, স্থাৱৰ. জঙ্গম, কীট, পতঙ্গৰ আত্মা অন্তৰ্য্যামীৰূপে পালি প্ৰমাণ পাইছে। মই জৰ ক্ষুদ্ৰ জীৱ এটাৰহে প্ৰমাণ নাপাই, সুধি পঠায়, তাৰাই দহোঁ জানে, কি কমনো মই? পাছে ছোট আতা সেই বন্ধে গৈ কলে। গুৰুজনে শুনি মহা খেদকৈ আকৌ পাচিলে। তেহে ইবাৰ গৈ গাত হস্তপদ্ম দি ফুৰাই স্নেহ শ্ৰদ্ধাৰে সুধিছে গুৰু বাক্য কৈ.। বোলে বাপ, মোৰ গুৰুজনত জনাবাগৈ এ অমৃতৰ ভাণ্ড ঘ্ৰাণ পাই মুখ মেলি দেখিলোঁগৈ নিৰমল; হাত সুমাই মথামখে ভুঞ্জিব নপাইলোঁ, আয়ু দৈবে্য নাটিলে, সি মুখে বঞ্চিলে বিধি। ই খেদ লগতহে যায় ই জন্মলৈ। ই পঞ্চভূতৰ দেহ পৰিব এতিয়া। উপজিলে এবাৰ মৃত্যু—জন্ত পৰ্য্যন্ত; আত খেদ নাই। তেহে ছোট আতা শুনি নিবেদন প্ৰাৰ্থনা

খেদ ভক্তি সেইতে লোম সিহৰি, দ্ৰবি, মজৰি, লোটক ধাৰাযাৰে বহিব ধৰিলে। পাছে নমস্কাৰ কৰি গৈ জনালে, সেই মতে খেদ প্ৰাৰ্থনা। শুনি, মহাপুৰুষ গুৰুজনে দ্বিতীয় স্কন্ধ লিখিছে পয়াৰ শ্লোক ভাজি, দু-আধ্যাই হৈছিল, সেইতে হস্তৰ পৰা কাপ, পাত, মহী খহি, দুই ধাৰা নীৰ বহি হলি গ'ল। তেহে গোসানী মাএ দেখি বোলে ৰৰাপো, ধৰা ধৰা, গোঁসাই ভকতৰ স্নেহ—শোকে আকুল হ'ল। কাল সোঁৱাহি কমল লোচন পুত্ৰ চলিল, প্ৰাণ সম কিছু খেদ নকৈলে, "ভকতৰ পদে হৰি আকুল আপুনি। হেনয় কৃষ্ণক নেৰে অৱ কেনে গুনি ॥" পাছতে আতৈ ৰামকৃষ্ণ বুলি অভয় ব্ৰহ্মত থিত হৈল— নৰদেহা এৰি বৈকুণ্ঠে গ'ল। দ্বিতীয় শাস্ত্ৰ গোসানীৰ ভাতৃএহে কৰিছে পাছত। ২য় স্কন্ধ ভাগৱত ৰচনা

আৰু শ্ৰীশঙ্কৰদেৱৰ সাত হাল গৰু। তাৰে এহাল বৰ ডাঙৰ ওখ। গৰু মেলি নিছে আনবো, পথে। সেই হালেহে মাজ মুলাকৈ গৈছে খেদি। বামুণ আছে তেহেৰ পৰা। দেখি সুধিলে, বোলে এই হাল কাৰ গৰু? বোলে শ্ৰীশঙ্কৰদেৱৰ। ইটো সিটে বোলে দেখাচোঁ, গৰু হালবো কাথ চাপিব নোৱাৰে আন গৰু, আমিনো বাদ কৰি কি কৈ জিনিম, ভজাম? এই বোলা কৰাকৈ উভতি গুচি গ'ল। আৰু কৈমলাৰ গাতে আম পুলি গজি বৰ হৈছে। তাৰে দাল এটা বাড়ি-সোমাওঁতে গাত লাগে। গুৰুজন চাপৰিহে সোমায়। এদিন মনেৰে বোলে কটাবহে লাগে, বৰ যৌঁট কৰিছে ই। পাছ বেলা ছোট আতা অকস্মাত সোমাই দেখে ডালটে বৰ যৌঁট কৰে গুৰুজনক। পাছে দাখান খুজি কাটি গুচাই গ'ল। পাছ দিনা গৈ গুৰুজনে দেখি বোলে ডালটি কোনে কাটিলিহঁক আমৰ? ধৰ্জা আতৈএ বোলে কালি দহোঁ ছোট আতা সোমাই কাটি গ'ল। বোলে

মোৰ ৰবাপোহে মোৰ আত্মাৰ মনক বুজি জানি কাটিলে। তেহে, কীৰ্ত্তন কৰিছিল, তাতে ঘোষা দিছে—

"স্বামী মোক পাৰ কৰা করুণাসিন্ধু, সংসাৰ সাগৰে—
মোৰ আন গতি নাহিকে মাধব বান্ধব, তোমাত পৰে ॥"

ব্ৰাহ্মণসবৰ প্ৰশ্ন

আৰু একদিনা ব্ৰাহ্মণ আহি গণকুচিতে সোমালহি। বোলে আৰা যি কয় তাকেহে কয় শঙ্কৰেও। তেহে শ্ৰীমাধদেৱে বোলে বিপ্ৰসব আহিছা দেখোঁ, কিয়? বোলে তোম্ৰাতে এটা কথা সুধিবলৈ আহিছোঁ আজি। বোলে কিবা কথা? বোলে সবাতোকৈ কুলীন উত্তম কোন? বোলে সবাতেকৈ উত্তম কুলীন মাৰ্জাৰী আৰু নিঘিনী পক্ষী। মেকুৰীএ নপৰ্শা কি আছে দেখা, মাখি নপৰ্শা কি আছে দেখা। বেদ, স্মৃতি চাই ঋষি সবে আৰ প্ৰাচিত নিয়ম নিৰিহিলে, গমন বচনতহে শুদ্ধি। শ্ৰীভাগৱতে কৈছে, "হৰিনাম লৈয়া তৰে মহা মহা অন্ত্যজাতি। যিটো নাম নলএ হীনতো হীন অতি ॥"

মোৰ গুৰুজনে দিছে কীৰ্ত্তনত—

সেহি কুলীন বেদক বুজয়।
যাহাৰ মুখে হৰিনাম বিজয় ॥
কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ জন্ম তাৰ লাগৈ কিক ॥

প্ৰহ্লাদে কৈছে—যিটো চণ্ডালৰ কায়বাক্য মনে—

সদাএ স্তুমৰে হৰি।
আছে বাহুব্ৰত যিটো ব্ৰাহ্মণৰ
সি সি শ্ৰেষ্ঠ তাক সৰি ॥"

বামুণে আমাকে বোলে কুলীন উত্তম বুলিহে সুধিলে। হি। ভাগৱত, পুৰাণ, বেদ, শ্ৰুতিৰ দেখালত গুচি গ'ল তুচ হৈ।

আৰু গুৰুজনৰ মাটিএ বগা যৱনৰ মাটিএ একে সীমা। যৱনৰ হালোৱাই বহুবি মাটি সীমাত ভাঙ্গি ঠৈকি নিএ, বসুৱাই কয়হি গুৰুজনত। তাক বলে মুৱাৰে ৰাজাৰ দৰ্জ্জি, বল্লভ, খাটনী। একদিনা স্নানত টাটীৰ ৰাকিবতে যৱনে দেখিলে চতুৰ্ভুজ ৰূপ। সেইতে দণ্ডৱত পৰি বোলে প্ৰভু, মই মাটি এৰিলোঁ। অ.ক। আপুনাকে সেৱা কৰিছোঁ। বগাযৱন

আৰু এদিন ছোট আতা শ্ৰীৰাম আতাৰে সৈতে ৰাই কথা শ্ৰবণত আছে। বঙ্গিয়া জানতে দুই খৰীয়া বহিছে ভাৰ থৈ। সুধিলে গুৰুজনে। বোলে খৰি বেচি জীওঁ। বোলে জগত গুৰু ঠাই দিবি জীৱ দেহ জীবি আহ, নি দিলেনি। আনি খাই আছে তিনি পক্ষ, হস্তে—কুটাই কাণ তাহ মাৰে, গুচি গৈ লেটেকু জানে মৰি অজ্ঞ ভুত হৈ। পৰি মাৰে, ইটো জাৰে সাদহ দপি খাই যায়। এইৰূপে খাই আছে। গুৰুজনত কলে, ধৰাত, শ্ৰীৰাম আতাক পঠাই ৰাম ৰাম কৈলেগৈ, পলাল। তাৰাতে ধৈলেই ৰাম বুলি আতাৰ কথা কলেই পলায়। তাৰ পৰা কলুৰা গ'লগৈ। খৰীয়া

আৰু একদিনা ঠাকুৰ আতা প্ৰমুখো বোলে বাপ, তোমাৰ গৃহত যি সবে সেৱা কৃত্য কৰিছে, সেই সব মহাভাগ্যৱন্ত জীৱ। পাছে মহাপুৰুষ গুৰু ধ্বজাক মাতিলে। আহি বোলে কি হুইছে কোৱা? ডেকাগিৰি গোলে এখাৰি ৰাম বোলপা। বোলে কি হুইছে কোৱা। বোলে একো নহয়, এখাৰ ৰাম বোল। বোলে অত কি এইবোৰ কুতনি কৰি থাকা? কিয় মাতিছা নোকৱা কিয়? তেহে বোলে সেই পাত খান কাটি আন। বোলে এৰা, এনেকৈ কৰা। আনি দিলে। বোলে যা পা গুৱাবাৰী চাচ গৈ, গ'ল। বোলে দেখিলাহঁক এতিয়া ভাগ্যৱন্তৰ ভাও। পাছে ধ্বজা আতৈৰ মাতৃ চন্দৰী আইৰে খানিক লাগি আৰু গুৰুজনেও ৰাম কৈলে ভকতৰ

আৰ বস্তু ত'ত থয়, তাৰ বস্তু অ'ত থয় দেখি বিৰকত লাগি ভটিযাই গুচি গ'লগৈ, কটক নগৰে ৰ'লগৈ। এদিন ৰাজা গন্ধ তেল একলহ ধ্বজাত কৈ জগন্নাথলৈ দি পঠালে। কত খানি গৈ বিৰিনা মুঢ়াত জগন্নাথ লব্বা বুলি বাকি গুচি গ'ল। কোটৱালে দেখি ৰাজাত খল দিলেগৈ। ৰাজা ধৰাই নি অনেক কৰি তৰ্জি গৰ্জি বন্ধিয়াৰ কৈ ৰাখিলে। নিশা স্বপ্নত জগন্নাথে ৰাজাক কলে বোলে চা, মোৰ মাথা বুৰি গৈছে। তাৰা কৰা খা কিয় ? পাছে ৰাজা অনেক সম্মান কৈ এৰি দিলে। তেহে তৈৰ পৰাও তেৰা জগন্নাথে গ'ল গুচি। পাই পুৰিতে আছে কতো দিন। পাছে একদিনা জগন্নাথৰ ফুলৰ মালা কান্ধে চৰি কিৰিটে আলোতে বৰ পাণ্ডা দেখি কোৰালে দায় কৈ। পাছে ধ্বজা গ'ল। শিলে বতাসে গাছ গছনি ভাঙ্গি চূন স্বাদ কৈ জগন্নাথক সাবটি ধৰি সেইতে শৰীৰতে লয় গ'ল।

গদা আৰু গোকুলা

আৰু গদা গোকুলা দুই ভাতৃ গুৰুজনৰ বন্ধুৰা বুদ্ধি চিকন। পূৰ্ব্বৰ নিজ কূল দেখি দুওজনাক গুৰুজনে পৰমাৰ্থ মাতিলে। প্ৰীতি সুখত নিশ্চয় দেখি বনবাৰি নকৰায়, ভকত শাৰীৰ ভাগটি দিয়ায়। পাছে ভকতে অসূয়া কৰে বোলে নাম গুণ নাই, বাৰে বৰ্ষে গোসাঁই ঘৰত নবহে, আমাৰ মুখৰ ভাগ নি দিএ। তাৰা দুইৰ আন নাই, য'তে মাছ, খৰি, শাক, পাত, কচু, ঢেকিয়া, ঔটেঙ্গা, বেটগাজ, য'তে দেখে, শুনে, বাৰ্ত্তা পায়, দুও নিশাই আলচি গৈ আসি গুৰুজনক দিএনি। তাৰে গুৰুজনে ভকতকো দিএ, আপুনিও লয়, তাৰা দুইকে দিএনি। অৱশেষ মানি লয়, বিহানে নিতান্তে আনি দিএ। সেই মতে সৰ্ব্বতে সেৱা ধৰিছে। তেহে ভকতৰ অসূয়া শুনি গুৰুজনে বোলে নামকে গোৰাইঁক। ভকতে যে ঈৰিষা কৰে তাৰা সবৰ হোজা হেনা হুচা মাত। বোলে

তোক নো মাছ, খৰি, পাত, পছলা, শাক, টেঙ্গা, কোনে দিব, ক'ৰ খাবি? ভকতক দিবি ক'ৰ? আমি আনি দিঞ্চ, খাই তই নাম গা, তেও হব আমাৰ। বহি নাম গালেহে হয়? পাছে কতো দিনৰ অন্তে আয়ুসৰ প্ৰমাণে বৈকুণ্ঠ যাবৰ কাল হ'ল। তেহে সেই দিনা প্ৰাতৰে শৌচ শুদ্ধি নিত কৰ্ম্ম কৰি স্নান, গুৰু—সেৱা কৰি ছুও গৈ গুৰুজনক, গোসাণীক, সেৱা কৰি গৈ ভকতৰ দুৱাৰে পতি ধূলা লৈ সেৱা কৈলে চাৰিও হাটি ঘূৰি। তেহে কীৰ্ত্তন গৃহত নাম গাবলৈ বহিলগৈ। পাছে ভকতে, যুগত কীৰ্ত্তন গৃহ নেদেখা আশ্চৰ্য্য দেখি উপহাস্য কৈ বিগতি কৈলে। তেহে নাম হৰি কথা অৱসানত প্ৰাৰ্থনাকৈ বিদায় মাগিলে। তাতো উৎহংৰ কৈলেহে। তেহে বাজ ওলাই দুওজনা খলাতে একেখানি কঠতে বহি সাবটি ধৰি ৰাম নাম লৈ নৰদেহা এৰি বৈকুণ্ঠে গ'ল। সেই বহা আলিঙ্গন সাবটাই ৰ'ল। পাছে গুৰুজনে নিয়াই একেখনি চিতাতে দুইকো তুলি সংস্কাৰ কৰালে। মাহেকৰ অন্তে ফলাহাৰ সিধা দিলে গুৰুজনে।

আৰু চিলি গ্ৰামে চক্ৰপাণি দ্বিজ ভট্টাচাৰ্য্য, তানে পুত্ৰ ৰাম, ছোট ভাই বৈকুণ্ঠ, তানে পুত্ৰ ভূষণ গুৰু। তাৰাৰে পত্নী ৰাত্মাল হঞতে জাৰাবলৈ গৈ ঠাকুৰ আতাৰ গৃহে নীতি সদাচাৰ প্ৰবৰ্ত্তন দেখি আহি স্বামীত কলেহি। পাছে তেওঁ গৈ গুৰু ধৰ্ম্ম ধৰিবলৈ সুধিছে। আতা বোলে তুমি যদি কৰ্ম্ম কাণ্ড এৰিব পাৰা নিচইকৈ, তেহে এই বস্তু লভিব পাৰা। তেহে বিপ্ৰে গৈ আলচি বোলে এই তিনকুৰি ঘৰ যজমান এৰি কিহেৰে প্ৰবৰ্ত্তিম? আতে জী আছোঁ। ব্ৰাহ্মণীএ কয় বোলে আন লোকে প্ৰবৰ্ত্তিছে কেনেকৈ? এৰা টাঙ্গোন লৈ খেদা মাৰে। পাছে একদিনা শ্লোক আঠোটা নি ঠাকুৰ আতাক থৈলে গৈ লগক বুলি। আতা পাছে তেঞে সৈতে ভূষণগুৰু

লৈ আহিল গনকুচিলৈ। পাছে ছোট আতা চাই অনেক প্ৰকাৰে চৰ্চ্চি বিৰকত লগাই পেলালে বিপ্ৰৰ। তেহে গৈ ভাৰ্য্যা পুত্ৰ সবাকে লৈ ঠাকুৰ আতাক ধৈলে গৈ। আতা আনি গুৰুজন ঠাইত মহাপুৰুষক গুৰু বোলাইছেনি। সবাকে এৰি ধৰ্ম্মক ধৰিছে। পাছে ৰাজকৰ্ম্ম নকৰা নোখোৱাত অসূয়া কৰি মেল কৰিছিল। তেহে বিপ্ৰ সবাকে বিৰকত কৰাই গুৰুজন ঠাইত দিছেনি। সবেও ভকত হ'ল অসূয়া এৰি।

ৰতিকান্ত দলৈ আৰু ৰতিকান্ত দলৈ যোগ চিন্তিছে। আহ্নিক, তৰ্পণ, সন্ধ্যা কৰি উৰ্দ্ধ হস্ত কৈ সূৰ্য্যক। মহাপুৰুষ গুৰু ভক্তে স্তুতি সমে ৰামানন্দ বৰ ঠাকুৰক বিবাহ কৰাই আছে, পৰেকিয়াত নিশা বঞ্চি, কুমাৰ কুচিৰ বিলৰ কানে আহত হলি পানীত পৰিছে, তাৰে ডালে বহি চক্ষু মুদি। তেহে গুৰুজনে দেখি বোলে ইয়াক কৈ বুজাই একবাৰ নোৱাইলোঁ। ছাতিৰ নালত আঙ্গুলি পশিল, সবাকে চকু ফিকাই দিলে। ব'ঠা হাতে পানী ছটিয়াই জলাকলা কৈলে। পাছে কোনবা বুলি ৰাগকৈ শাপ দিছে বংশ ছেদ হক বুলি। পাছেহে শুনি বৰ খেদ কৈলে।

আৰু একদিনা ছোট আতা, ঠাকুৰ আতা, শ্ৰীৰাম আতা, কালিৰাম আতৈ, ৰামদাস আতৈ, গোবিন্দ আতৈ, নাৰায়ণ আতৈ, গকুলচান্দ আতৈ, এই সবে সহিতে গনকুচিৰ পৰা আছে গুৰুজন ঠাইলৈ। আহিন মহা, ধান গেৰ হৈছে। এজনে তাৰে এবিৰা টানি বোলে এশমানে হৈছে, ইজনে বোলে ছকুৰি মান, এজনে কলে সাত কুৰি, বোলে ইজনে চাৰিকুৰি। এই ক্ৰমে বোলা বুলি কৈ বাউসী গুৰু ঠাই পালেগৈ তাতে গুৰুজনে ৰত্নাৱলীৰ শৰণ বিবোচন চৰ্চ্চিছে, ৰত্নাৱলী চৰ্চ্চা। সবেও শলাগিছে। ছোট আতা মতা নাই। তেহে ঠাকুৰ

আতা বোলে বাপ আমিছে শলাগিছোঁ হয়, আমাৰ আতা নমাতে দেখোন। বোলে বৰাপো, হয়তো দেখোঁ, নমাতা নশলাগাও কিবা বিষম হৈছে নে? পাছে ছোট আতা বোলে বাপ, তাৰা সবৰ ঘটিছে কাস্তে শলাগিছে। তেও সোধাযক বাটে কি বোলা কৰাকৈ আছিছে। বোলে কিৰা তোম্ৰাসবৰ লাগিছিল নে? একো লগা নাই, ৰঙ্গতে ধান এঠোকাতহে এনেকৈ বোলা কৰা হ'ল। তেহে মহাপুৰুষ গুৰু বোলে ভালেহে ৰবা পোএ নশলাগে। বিষয় কথা ভাএ একে নাহে, আৰু পৰমাৰ্থ কি আহিব। হৰিনাম লৈ ও সাতে পাঞ্চে হয়া সাজ বাহিৰে অন্তৰে মার্গে তিনিও প্ৰকাৰে, "মনে মুখে এক কৰি সদা বোলা ৰাম। তেহে লভিবা পৰমানন্দ, দূৰ হএ কাম॥" এজনে এশ ছকুৰি যি বুলিলা সবেও তাকে কিয় নুবুলিলা হক? চুহোৰাৰ পুখু কিয় লাগিল পুনচ? পাছত ছোট আতা গুৰু বাক্য মনকৈ ধোৰা কৰিছন্ত সুন্দৰীত।

আৰু ঠাকুৰ আতাৰ, মনত দুওজনা গুৰুত কিছু ভেদ *ঠাকুৰআতাৰ দুয়োজনা গুৰুৰ ভেদ ভাৱ*
ভাৱ আছিল। তেহে শ্ৰীমাধদেৱক ঠাকুৰ আতা, বোলে নিতে দহোন নবীন শাস্ত্ৰ পুথি পাত দেখোঁ, লিখে, আওাহ কৰে বা কেতিয়া? বোলে বাক সখি, আজি আহা গৈ, নিশা দেখাম যাই। পাছে আহি ভোজনকৈ গৈছে দুওজনা আতা গন-কুচিতে ৰাউসীলৈ দুপৰ নিশাত। দেখে যাই বাট গৃহৰে *ৰাউসীত ৰাস ক্ৰীড়ানাট ৰচনা*
পৰা, অষ্টভুজ হৈ দুহাতে জাঞ দিছে, দুহাতে ভিকিছে, দুহাতে কুট দিছে, দুই হস্তে লিখি নিছে। পৰম ৰহস্য প্ৰেম খেলা ৰাসৰ নাট কথা সূত্ৰকৈ। কোটি সূৰ্য্যৰ সদৃশ জ্যোতিৰ্ম্ময় হৈ প্ৰকাশ কৰিছে। দেখি ৰশ্মি গাত চমৎকাৰ লাগি ৰঁল দুহকি চুপে। তেহে শঙ্কৰদেৱৰ আত্মাৰ শুদ্ধ আত্মা অন্তৰ্য্যামী পুৰুষে জানি বুজি ৰাত লগালে দুও ভুজ পূৰ্ব্ববত

হৈ। বোলে অহা যক। পাছে গৈ অভয় পঙ্কজত পৰি সেৱা কৈলে। গুৱা বাক্যে সম্বোধন কৈ পঠাইছে। কতো মুখ ভেদে কয়, ঠাকুৰ আতাহে গৈছে, সেইৰূপে দেখি হুহকি ৰ'ল। গনকুচিৰ গৃহৰ আগে এটা গোনা মহ পৰি আছে। তাতে পৈল গৈ। দেখি অত্ৰাহি হ'ল। ছোট আতা আগ বাঢ়ি গৈ বোলে সখি অহা যক, সংশয় নকৰিব, গৈ সকলো খানি কৈছে। পাছে সেই দিনাৰ পৰাহে ঠাকুৰ আতাৰ দুওজনাক অভেদ ঈশ্বৰ ভাও দেখি মানি ভজিছে।

আৰু ঠাকুৰ আতা নিতে ন কঠি চাউল লৈ যায়। এদিন গুৰুজনে নিষেধি বোলে তোমাৰ অন্নে প্ৰবৰ্ত্তিব লাগে। বিমন হৈ গৈ গোসাণীক সেৱা কৈ কলে, মাতৃ বোলে গোসাঁইৰ বাক্য শিৰে থৈছোঁ, তুমি আনিবা। পাছু দিনা পাছু খানি আঙ্কাকৈ দিছে। সুধিছে, কৈছে বোলে তযু বাক্য শিৰলৈ আমি অনাইছোঁ। অনেক সেৱক সুধিব লাগে। তেএৰো সেৱা ভক্তি বাঢ়িব লাগে। তেহে গুৰুজনে, বোলে নাৰায়ণ দাস, মোৰ প্ৰাণ, পুত্ৰ পত্নী, নাতি, দুহিতৃ, বধু, বন্ধা, গোলাম, অনেক মুখে কিবা বুলি গুচাই বুলিহে বাধা কৈলোঁ, অনেক পুৰুষে আৰ্জে, দুৰ্ব্বাক্য অগ্নিৰ ফিৰিঙা দহে বুলিহে কলু। তেহে পৰ্ম্মানন্দে ভোজনকৈ পঠাইছে সন্তোষকৈ।

কাবলা বাটৈ আৰু এদিন কাবলা বাটে আহি সেৱা কৰিলেহি। গুৰুজনে বোলে বাটে, তুমি হুনু অনাচাৰে প্ৰবৰ্ত্তা, হয়নে? বোলে বাপ, তোম্ৰাৰে পদে দেখোঁ কৈছে।

"লোভ, মোহ, কাম, ক্ৰোধ, বিষয় আক্ৰোশ।
মোৰ ভকতক নোচোএ একো দোষ॥"

আৰু বোলা যায়, "দুৰাচাৰো ভক্ত মুহি নষ্ট" শুনি গুৰু বোলে ৰমানন্দৰ মাক, একাদশ শাস্ত্ৰখানি আনা। আমি

পদ কৰিছোঁ অনেক প্ৰবন্ধকৈ জীৱ তৰিবৰ কাৰণে। এই মতে বুজিলে দুখতহে পৰিব, গুচাবহে লাগে কাটি। পাছে ঠাকুৰ আতা বোলে বাপ, পদ কটা নাযাব, সেএহে বাখিছে আমাক। পাছে গুৰু বোলে নাৰায়ণ দাস, কেনেকৈনো লৈছা কোৰাচোন? বোলে বাপ, লোভে ধৰিলে পৰৰ অনেক আছে ঘিউ, মউ, চেনী, চুৰা, দুগ্ধ, ক্ষীৰ, লৱনু, দৈ, আনো উপাধি, দেখিম, শুনিমহে, কিয় পাম তাক? আপুনাৰ লাগে তিতা শোকোতাই হ'ল। তাতেহে লোভ সামৰোঁ, খাই, পাই। আৰু মোহে ধৰিলে আপোনাৰে সোণ, ৰূপ, তাম, কঁাহ, পিতল, বস্ত্ৰ, গো, মোহ, আকে চাই সামৰা যায়। কামে ধৰিলে আপোনাৰে বিবাহিতা ভাৰ্য্যা আছে, তাতে সাফলোঁ, আৰু মনৰ কামনা যি হয়, অৰ্থে বিতে কৰা যায়, লএ, থএ, লগাই ভাঙ্গি চিঙ্গি। আৰু ক্ৰোধে ধৰিলে আপুনাৰে দাসী, দাস, ভাৰ্য্যা, পুত্ৰ, বান্ধা, আকে শপি মাৰি সাৰা যায়। পাছে সবেও সজ কোৰা হৈছে বুলি শলাগিলে। তেহে ঠাকুৰ আতা বোলে বাপ, আমি কৈছোঁ হে হয়, সবেও শলাগিছে, আমাৰ ঠাকুৰে নামাতে নশলাগে দেখোঁ। বোলো হয়তো, ববাপো, তুমি দহো নমাতা? বোলে বাপ, সখিৰ কথাতে শলাগিব নপাৰিছোঁ। তাৰা বুলিছে তাৰাৰ সকলো আছে, তাতে সাফলিব, আমাৰ কি-আছে, লাউটো আৰু ফটাকানি খান? আমি ক'ত সাফলিম? বোলে ববাপো, তোমাৰ নো কেনে মত? বোলে বাপ, বিবেকৰ চাৰি পাত্ৰ, চাৰ বাগৰ চাৰি পাত্ৰ, মন, পৰমাত্মা, প্ৰবৃত্তি, নিবৃত্তি, ৰাজা হই ধৰ্ম্ম অধৰ্ম্মৰ। মাদৈ ভক্তি মাতৃ, মায়া মাতৃ লক্ষ্মী সৰস্বতী। পাছে চাৰ বাগৰ, চাৰি পাত্ৰ সৈতে আলচ কৰি বিবেকৰ ৰাজ মাৰিব খোজে। পাছে বিবেকেও আলচ কৰিলে চাপি চাৰি পাত্ৰ সৈতে। বোলে

তাৰা যে চাৰি পাত্ৰ সৈতে আলচি আমাৰ ৰাজ মাৰিব খুইছে, আমাৰ নো পাত্ৰ সব কি বোলা যুদ্ধলৈ? বোলে মহাৰাজ, পাৰিম। বোলে কাক কোনে সমৰ্থ হবা ৰাক সমৰ সংগ্ৰামত? বোলে লোভে খেদি ধৰে যদি আমাৰ কোন সধ্যে আগ হোৱাইঁক তুষ্টিএ? বোলে আমি তাক সমুখ হৈ ৰখা যাব তুষ্টিকৈ। আৰু মোহে খেদি ধৰেহি হতে একা আমাৰ কোনে ধৰিবা? তেহে সন্তোষে বোলে তাক মই পাৰিম, বিৰকত লগাই শাস্ত কৰিব। আৰু কামেহে বঢ়ালি, তালৈ আমাৰ কোন আগ হবা? ধৈৰ্য্যে বোলে আমি তাক ৰখা যাব, মোৰ আগত সি কি বস্তু? আৰু বোলে ক্ৰোধহে, তাৰ বৰ অখণ্ড বীৰ দেশ, একে তিলে চূণ স্বাদ কৰে, তালৈ কোন আগ হোৱাইঁক? ক্ষমা বোলে আমাৰ আগত সি কি? আমি ৰখা হব। এই মতে জৰ, চৈতন্য, প্ৰবৃত্তি, নিবৃত্তি, ৰাখি আপুনাত জ্ঞান লাভ—সেৱকে মন ইন্দ্ৰিয়ক দমি গুৰু সেৱা খাণ্ডা, বৈৰাগ্য কুঠাৰে ছেদন কৈ মায়াক, হৰি গুণ গাই, কেৱল শ্ৰৱণ, কীৰ্ত্তন পৰম্পদ, বৈকুণ্ঠ পাৱগৈ। এই ক্ৰমে শ্ৰীমাধদেউ পুৰুষে কলন্ত। পাছে মহাপুৰুষ গুৰু বোলে নাৰায়ণ দাস, তোমাৰ আমাৰ বাক্য জানিবা কচুৰ বাও, ববাপোৰ বাক্য তিখাল খাণ্ডা হ'ল। কছুত তিখাল খাণ্ডা সব কোন মতে? তেহে সেই খিতে সীমা দিছে গুৰুজনে, বোলে উদাস হলে মোৰ ববাপো দৰে চিত, আশয় হব, আশ্ৰম হলে নাৰায়ণ দাসৰ ক্ৰমে হব। এই বুলি ৰাখিছে দুওজনাক।

তুষ্টি, সন্তোষ, ধৈৰ্য্য, ক্ষমা

গুৰুসেৱাখাণ্ডা, বৈৰাগ্য কুঠাৰ

আশ্ৰমীৰাক উদাসীৰ আদৰ্শ নিৰ্ণয়

আৰু একদিনা আতৈ সবে ভক্তিৰ আগ গুৰি সুধিছে। পাছে গুৰুজনে বোলে ভক্তি বৃক্ষৰ বজ্ৰ চাল, তাক কুঠাৰে নেভেদিলে কিহেৰে ছেদিবা? আৰ নাৰায়ণ দাসেহে ভু পায়। তেহে হৰিবল্লভ আতৈএ, বলোভদ্ৰ আতৈএ গৈছে ঠাকুৰ

আতাৰ ভ'লৈ। আতা খুৱন ধুৱন কৈ লোন দিছে। পোৱা পগা গুৰুজনলৈ দুসেৰ, ছোট আতাৰ এসেৰ, শ্ৰীৰাম আতাৰ আধসেৰ, বলোৰাম আতৈলৈ তিনিসেৰ, তাৰ দুইক দুই আদ পোৱা দি পঠালে। গুৰুজনক দি কলেহি বোলে বাপ, নকলে ভকতিৰ আগ গুৰি আতা সুধিলোঁ। বোলে লোন কালৈ কি দিলে? বোলে এই ক্ৰমে দিছে। বোলে কৈ সিফাল কৈলে।

আৰু একব্ৰাহ্মণ আহি গৈ থাকে। তেহে মহাপুৰুষ গুৰু বোলে গুৰু, এই নবীন চাউল কলহি নিয়া। বিপ্ৰে নি গৃহিণীক দি বোলে শঙ্কৰে চাউল মুঠি দিছে আটালত তুলি থ নি। তেহে লালি বৰষুণ হ'ল। বামুণীএ বোলে চাউল খান শুকান নাই, লঘনহে আজি। বোলে সেই শঙ্কৰে দিয়া চাউল কলহি নাছে? বোলে আছে, ক'তো নকৰি, তাকে বহাগৈ। সিজাই ভোজন কৈলে। দ্বিজ কতো দিনে আয়ুসৰ প্ৰমাণে চলিল। দুতে নি যোগালে গৈ যম ৰাজাত। চিত্ৰগুপ্তক বোলে চা-চোঁ পাপ-পুণ্য আৰ। চাই বোলে মহাৰাজ, আৰ মান পাপী নাই, সৰ্ব্বশৰীৰ পাপ হৈছে। বোলে সজকৈ চোৱাচোন। পুনু চাই বোলে শঙ্কৰদেৱৰ চাউল একঠি খাইছে। তেহে ৰাজা বোলে ইয়াৰ অধিকাৰ শ্ৰীশঙ্কৰ-দেৱ হে, আমি নোহোঁ, শীঘ্ৰে লৈ যা, ভ'ত সজা পুৰিব আনিছে, এখেত চিতাত তুলি জুই দিব খোজোঁতে উঠি বহিল। সকলোৱে আশ্চৰ্য্য দেখিহ, বোলে উস্ পা, মৰা বহিল দহোঁ। বোলে কি দেখিলা, কেনেকৈ জীলা? বিপ্ৰে বোলে অভ কব নপাৰোঁ, গা ধুৱাই লৈ গ'ল জ্ঞাতিবংশে। গুৰুজনে অল্প হাস্য কৈ বোলে ৰব নপৰা শুনিছিলোঁ। বোলে বাপ, শৰীৰেই পৰিছিল। তোমাৰ চাউল কঠিএহে আনিলে ফিৰাই। বোলে তেনেহলে তোমাৰ অধিকাৰ আমিহে। বোলে বাপ,

মৃতকৰ পুনৰ্জীৱন লাভ শঙ্কৰত শৰণ

তোমাৰ দুই খানি পাৱতে বিক্ৰই গলু আৰু। পাছে ব্ৰাহ্মণ ছাত্ৰ যিখানি আছিল সবেও শৰণ ললেহি গঞা খনেই।

আৰু একদিন ছোট আতা এখনি কট সাজি কলথহুৰাৰ সজকৈ ধুই পখালি দিলে নি গুৰুজনক। বোলে বাপ, আতে বহি হৰি কথা চৰ্চা যাব। বোলে আৰ কি নাম দিছা? বোলে বাপ কট নাম দিয়া হৈছে। বোলে সজ নাম হৈছে। আতে বহি হৰি গুণ শ্ৰৱণ কীৰ্ত্তন কৰিব দেহৰ কট শত বাসনা দূৰ হব ভকতৰ। তেহে শ্ৰীৰাম আতা সাজিলৈ সুধিছে, গুৰু চৰ্চ্চি দেখাইছে বনৰ জুহাকুটি পৰ্য্যন্ত। তাবে পৰাহে কঠৰ আহি হ'ল। সবে গান্থি ললে। আগে চলাপ্পিৰা

কঠৰ প্ৰচলন

হে আছিল। সেই কট খানিকে শ্ৰীৰাম আতা পাৰে, তাতে কমলি খানি পাৰি দিএ। উঠিলে, ধূলিখানি জোকাৰিলৈ বাৰত তুলি থয়। কমলিখানি থৈ যায়। এইখানি নিতে পৰিচৰ্য্যা সেৱা ধৰে। পাচে কতো দিনৰ ধূলা গোটাই গণকুচিৰ হাটিৰ পাছে ন চকত তিয়াই লাক কৈ শুকাইছে। আত্মা অন্তৰ্য্যামী, তাৰা ভকত অবিদিত, গৈ দেখি বোলে শ্ৰীৰাম, এই কি শুখাইছা? বোলে বাপ, গুৰুজনৰ আজি একবৰ্ষৰ কট কম্বল তুলি ধূলি ফেৰি শুকাইছোঁ। গুৰু সেৱাৰ

গুৰুপদৰেণু মাহাত্ম্য

বেলা তিলক লধলৈ' বোলে শ্ৰীৰাম অমূল সৰ্ব্বসৰ মোলক তুমিহে পালা চিনি, জগত উদ্ধাৰ বস্তু। এই মহাপ্ৰসাদ বস্তু আমাকে দিবা। এই বুলি তাতে ঘোৰা কৰি মাতিছে—

পৰম ঈশ্বৰ কৃষ্ণ, তাহাঙ্ক নপাই লাগ,
তপ, জপ, যাগ, যোগ, দানে।
একান্ত ভক্তৰ পদ, ৰেণ্ শুদ্ধ চিত্তে
মাথে অভিষেক নকৰয় মানে॥

তাবে পৰাহে ধূলাৰ আহি হ'ল।

আৰু একদিনা গুৰুজনে বোলে কথা প্ৰসঙ্গৰ অৱসানে, আতৈ সব নাম নেৰিবা, চাৰিৰ সংযোগ পৰিছেহি, ধন্য কলিযুগ, ধন্য ৰাম নাম, ভাৰতবৰ্ষ, নৰতনু। এইবাৰে যায় আৰু। ঠাকুৰ আতা বোলে বাপ, যি কৈছে, হয়। নামৰ মূল ধৰি অৰ্জ্জিত কৈ যি নামৰ মুখত দিব তাৰ সঙ্গে ফল ধৰে। পাছে গুৰুজনে ৰাগ কৈলে। আতা গৃহে গৈ দুখ কষ্ট কৈ স্নান, ভোজন, নকৰি খেদকৈ আছে। আএ শুধি দিহা কৈ পাচ-খানি আজ্ঞা দিছে। মুগ, মাটি, মচুৰ, কলা, চেণী, দুগ্ধ, তৈল, লোন, চাউল, শস্য দি পঠালে। গোসানীক দি স্তুতি নিবেদন কৈ পাগ কৰাই চুপে গৰকটাত পৰি আছে। গুৰুজন গৈ ভোজন কৰোতে সুধিছে ক'ৰ বুলি? কলে সবে খানি। তেহে হাত ডাঙি মাতি স্নান ভোজন কৰি বোধ দিছে, বোলে তুমি যি কলা অন্তৰ্বোধে সেয়ে হয়। কাক কোনে মানি কৰি দিব? নাম হলে দোকানত সবে গাব। সভাত সংজ্ঞাটো ভাঙিলে আকো এৰিব তাকো কৰিব নোৱাৰিব, ঘন চৰাইৰ দৰ লৰ। এতেকে আগলৈ সমাজত বাৰ নেভাঙিবা। আৰু নাৰায়ণ আতৈৰ জ্যেষ্ঠ বুৰা দলৈ ৰাজাৰ পাশে থাকে। ভাএক মহাপুৰুষক গুৰু বুলি হাঁহ, ছাগ, পাৰ, গুচায়, ঘৰে নাখায় নকৰে, বৈৰাগ্য হৈ গুৰু ভক্তৰ সঙ্গত ফুৰে। তাকে শুনি তেওঁ গৰ্জ্জি বোলে মোৰ ভাইক যি ভকত কৈ বলিয়া কৰিছে তাৰো সাঙ্গ কৰিম। ই কি পাইছে, আৰো জেঙ্গা মাৰিম। এই বুলি ৰাজাত বিদায় কৈ আহিছে ক্ৰোধ ভাএ। এখেত চকীয়া মাজিএ সভালৈ জনাইছে ভকতক। তেহে ছোট আতা ভক্তে সমে ওলাই গৈ সেৱা কৈলে আহিবলৈ। গুৰুজনে বোলে ৰৰা পো, আজি সাৱধানে ৰাবা। পাছে আহি সভা গাই ৰাই হ'ল অৱসান, ৰায়, দৈৱজ্ঞ আতৈও গৈছে আগ বঢ়াবলৈ। তাতে

বুঢ়াদলৈৰ ভকতৰ ওপৰত ক্ৰোধ

সন্ধ্যাবেলা পালেহি বুৰা দলৈ। দেখি সেইতে যামদগ্নি হ'ল গোটে ক্রোধত। বোলে ইহঁতেহে মোৰ ভাইক কথা শিকাই বলিয়াকৈ ঘৰ ভাঙ্গে। এই বুলি গালি অংকাৰ ই টাঙ্গন উপৰি সি টাঙ্গন যাচিছে। ছোট আতা শুনি মনে মনে গুৰুজনক চিন্তি গৈ আছে। কতো বাৰ আগচি ধৰে অনেক ৰূপ অহঙ্কাৰ কৈ, গৈ আছে। দেখে মুখেৰেও

ভকতৰ পৰীক্ষা

নেমাতে। অত গালি পাৰিছোঁ মই, তেও ৰামকে বোলা নাই। আবাই ঈশ্বৰ মইহে মহাপাপী, সন্তৰ সম্পৰ্কে আশ্রয় মাত্রকে পাপ ক্ষীণ হৈ বাসনা লাগিল, জৰভৰতৰ দৰ্শনে বহুগনৰ শুচাদি। তেহে গৈ আগচি দণ্ডৱতে পৰি অনেক কাতৰ কৰি বোলে প্ৰভু, তোম্রাই ঈশ্বৰ, মই মহা পাপীএ অত তিৰস্কাৰ কৈলোঁ, তেও ৰাগ উঠি মুখ ফন্দন নকৈলা, আন কোন প্ৰাণী সব পাৰে? ভৃগুৰ প্ৰহাৰ বিষ্ণুহে সলে, আন দেৱৰ ৰাগ হে উঠিল। এতেকে নিচই জানিলোঁ সেই দৈৱকী সুত তুমি এ ঈশ্বৰ কৃষ্ণ ভগৱন্ত। এই বুলি অনেক স্তুতি নতি কাতৰ কৈ নেৰে একোৰূপে শৰণ দিয়া বুলি। তেহে শ্ৰীমাধদেও পুৰুষে বোলে, মহাপুৰুষ গুৰু আছে, যাবা কালৈ। তেহে গ'ল, তেওঁ ছোট আতা আতৈ সৰত কৈ গৈছে, বোলে, সহিলে সম্পদ পায়, ন সহিলে আপদ পায়। ই মহা ছাগ কটা শাক্ত, কৰ্ম্মী, মোৰ গুৰুজনৰ প্ৰসাদেই ইও শান্ত সজ বাসনা হ'ল। এই বুলি ঘোষা মাতিছে, "কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্তো হৰি, অতিশয় দূৰ হোন্ত তাৰ, দূৰতো বিদূৰ হন্ত তাৰ। অহঙ্কাৰ

দলৈৰ শৰণ

থাকন্তেও..." গৈ গুৰুজনক সেৱা কৈলে, বোলে দেখো ৰৰাপো, ৰাতি হ'ল? বোলে বাপ, এই প্ৰমাদে পাইছিল, আপোনাৰ ধূলাৰ প্ৰসাদেহে ৰক্ষা পালোঁ আজি। তেহে পাছ দিনা গৈ বুঢ়া দলৈ মহাপুৰুষক গুৰু বুলি মহাভকত হ'ল।

আৰু একদিনা কৃষ্ণ কথা শুনি সবে গ'ল। ছোট আতাও গ'ল। গুৰুজন উঠা নাই, তেনেতে বৃষ্টি আনিলে, বোলে দহো শ্ৰীৰাম ষোৰা নাই? বোলে বাপ, আপুনি উঠা নাই দেখিছে বৈছোঁ কটখানি তুলিবলৈ। বোলে আন খনো তুমিএ তোলানে? বোলে হয় বাপ। বোলে ছন্ন মেঘ, বৰাপো গ'ল। গধূলা বেলা যাবই নালাগে, অতে থাকা। তেহে ভোজনকৈ গুৰুজনৰ খাটৰ কাথে শুলে। পাছে মহাপুৰুষৰ গুৰু চিৰাম আতাক মাতিছে প্ৰথমৰ পৰত, বোলে শ্ৰীৰাম, বোলে বাপ। আকৌ দুই পৰত বোলে শ্ৰীৰাম, বোলে বাপ। বোলে মই নাম হে লৌছোঁ। পাছে তিনি পৰত মাতিলে বোলে শ্ৰীৰাম। আতা বোলে বাপ। মহাপুৰুষ বোলে শ্ৰীৰাম মই নামহে লৈছোঁ। বোলে বাপ, আমিও স্মৰণ হে কৰিছোঁ। তেহে শেষ পৰত মাতিছে বোলে বাপ, পাছে গুৰুজনে খেদকৈ সুধিছে বোলে শ্ৰীৰাম, দহোঁ মই চাৰিও পৰত মাতিছোঁ, মাতা, নিদ্ৰাণো নাহেনে তোমাৰ? এ বোলে বাপ, পূৰ্ব্বে সিঙ্গিমুৰী কঁৰে দুহাতে মৰা গ'ল, পুত্ৰ ভেদি সোমাল, আপুনাৰ নিজ দেহৰতে বাজ কৈ জীৱক প্ৰকৃতি মায়াৰ হাতে দিয়া গ'ল আৰু সত্য যুগেও আগম কৰাই চকালা, ত্ৰেতাতো যজ্ঞ, দান, তীৰ্থ, ব্ৰত, তন্ত্ৰ, মন্ত্ৰ, দ্বাপৰতো শ্ৰীৰাম আদি আনো অৱতাৰ হৈ যজ্ঞ, হোম, পূজা, আপুনি কৰি ধৰালা। এতিয়া হয় হে কলি-যুগত বস্তু চাইটি প্ৰকাশকৈ চাৰিহাতে আজুৰি চাওঁ ভোটা সিঙ্গিমুৰী, প্ৰকৃতি মায়াৰ মধুৰি পাই নোহ্লায় নধৰে, নৰে দুখ, নৰ্ক, নিকাৰ, আয়াযাত দেখি নিদ্ৰা নাহে বাপ। তেহে মহাপুৰুষ গুৰু চিৰাম আতাৰ খেদ ভক্তি দেখি খেদকৈ, বোলে হৰি হৰি, প্ৰহ্লাদ দেউ জীৱন্ত

শ্ৰীৰাম আতাৰ জীৱমুক্ত অৱস্থা

মুকুত। তাৰাহে দেখিলে সংসাৰৰ দুখক। নৃসিংহৰ আগত বোলে,

"ভয়ঙ্কৰ ৰূপ দেখিয়া তোমাৰ
প্ৰভু মোৰ ডৰ নাই।
সংসাৰ চক্ৰৰ নিকাৰ শুনন্তে,
সদাএ ধাতু উৰায়॥"

এ শ্ৰীৰাম তুমি জীৱন্ত মুকুত। তুমিহে দেখিছা সংসাৰ জীৱৰ দুখক, নাহে নিদ্ৰা তুসে আন্ধাৰ গৃহে অন্ধকূপ, ভাৰ্য্যা পুত্ৰে নিহল, বিষ্ণুৰ মায়াত বন্ধ হৈ পৰি আছে আছোঁ, আমি নেদেখো সংসাৰ দুখ নিজৰ। এই বুলি সেই খিতে মহা প্ৰেম খেদত গীত কৰিছে,—"ৰাম, মেৰি হৃদয় পঙ্কজে বৈছে।" আৰু সেই পুৰাতীয়া বেলা চকুৰিমানে ৰাজহংস গ'ল মাত লগাই। কতখানি পাছত গ'ল আকৌ আঢ়ৈ কুৰিমান। তাৰ পাছতো গ'ল ডেৰ কুৰিমান। দামৰ শেষত গৈছে এটি মাত লগাই। তেহে শ্ৰীৰাম আতা সুধিলে উমান লৈ গুৰুজনত, বোলে বাপ, সিভোৰ দহো অথনিএ গ'ল, এইটি গৈছে এতিয়া, সিভোৰ বা ক'ত লৰে কি প্ৰমাণে পাবগৈ? বোলে শ্ৰীৰাম, আন মন নকৰে যদি বাত বৃষ্টিএ নপাই হতে দিশ নিৰীক্ষণ কৈ পাবগৈ সৰোবৰত। যদি হে দিশ হৰায়, নপায় আৰু ভু হৰাব। তেহে শ্ৰীৰাম আতা সুধিছে, গুৰুজনে কৈছে চচ্চি, বোলে ববাপো, আমাৰ সঙ্গে অনেক যাব হয়, সাত কুৰিও, আৰু তুমি, নাৰায়ণ, নাতি সব, ববাপো, হন্তে শাখা বাঢ়ি অনেক জীৱ যাব। আৰু পুত্ৰ পৌত্ৰ অংশে যদুবংশে আহি সন্তৰূপ ধৰি ভাৰিব। সাত পুৰুষৰ অন্তে একা দুই এক যি সাৰিব, অন্ত দেউ, আন মন, বাত, পৰদাৰা, বৃষ্টি, সঙ্গ, মাৰ্গে, দ্ৰোহ, দিশ পূৰ্ব্বপৰ চাব। এই মতে বৈ যি সবে ভক্তি কৰিলে মানস সৰোবৰ বৈকুণ্ঠ পাবগৈ।

## ছোট আতাৰ চৰিত

আৰু এদিন প্ৰসঙ্গ অৱসানে বুঢ়া গোপাল গৈ ছোট আতা ঠাই গণকুচি সোমাল। আতা বোলে আমি দেখো অথনিএ আছিলোঁ, তুমি কি কৰিছিলা? বোলে পাছত ৰহস্য কথা উঠিছিল, বহিছিলোঁ। বোলে কি কলে? তেহে সবে খানি কলে। বোলে গোপাল, তোমাত গুৰুজনে বাৰ থৈছে। খেদ কৈ উলটি কান্দি কাটি পৈলগৈ। তেহে গুৰু ফকৰা দিছে—"গাও ভাই গাও, আনে খায় ডাব নাৰিকল, মাধএ খায় লাও।" বোলে যোৱা তাৰা বাৰ গুচক। পুনু বিহ্বল হৈ কলে যাই। পাছে আতা গোপালক আনি গুৰুজনক প্ৰাৰ্থনা কৈ বাৰ দাঙ্গি অমৃত পান কৰাই পঠাইছে।

আৰু এদিন শ্ৰীৰাম আতা যাওঁতে বেলা হ'ল। তেহে ছোট আতা বোলে দেখো বেলা হ'ল? বোলো বাপ, আছিলোঁ, খেদ কৰিছিলে গুৰুজনে। বোলে কি খেদ কৰিছিল দেখিলা? বোলে, "সিয়ান ছৰাই ভাও, লাম্ফ দি দি আহাৰ খায়, ফান্দত নিদিএ পাৱ। নাৱ দিলোঁ, ব'ঠা দিলোঁ আৰু দিলোঁ চৰি, বাই বটি খাব মুৱাৰে কাৰ কোন বৈৰী।" আমি গীত, ঘোষা, পদ, ভটিমা কৰিলোঁ, এ ডোলতো যে জীৱক লগাব মুৱাইলোঁ। এই চাৰি আঙ্গুলৰ পৰা আন্তৰাব নপাৰিলো। ঠেংতলে বৌ যায়, মিচালৈ টোপনিয়ায় এই বুলি দেখোঁ খেদ কৰিছিল। বোলে কালৈ কৰিব আৰু তোমা আমালকে কৰিছিল। তেহে পাছদিনা দুওজনা আতা গুৰুজনৰ পাশে নিশা বৈ খেদ গুচাইছে। গুৰুজনৰ খেদ

উজানৰ কথা

আৰু উজান ধুৱাহাটাৰ পৰা বাৰে ভূঞা যি বৈছিল, আছিল। সবেও গুৰুজনত প্ৰাৰ্থনা কৰিলে এজন ভকত নিবলৈ। বোলে সি ৰাজ্যত যি ধৰ্ম্ম প্ৰচাৰ কৈ অহা গ'ল সেও লোপ হৈছে আছে। এজন ভক্ত দিলে প্ৰকাশ হয়। তেহে মহাপুৰুষ গুৰু বোলে সি মহা বাদিকৰ ঠাই—,তাত ভকত গৈ কোন তাৱৰিব, জনাব, ৰব? লঙ্কাৰ সুবেলত সমুদ্ৰে সেতু বান্ধি গৈ থিত হ'ল। ৰাবণে শুক শাৰণক পাঁচিলে সেনা গণিবলৈ। আপুনি প্ৰাঞ্চি উঠি চাই বোলে এইখন যুদ্ধত কোন সমুখ হব? প্ৰহস্ত, বাস'ই দুইত বাজে এতিয়াও তাত কোন ৰবগৈ। নাই বৰাপো, নাইবা আমি দুইৰ এজন হলেহে তম্ভিবই পাৰি। কতখানি থাকি বোলে বৰাপো, তুমিএই যাব পাৰিবানে? বোলে বাপ, তোম্ৰাৰ বাক্য হলে পাৰি। বোলে তেনেহলে চাউল সিজোৱা লোৱাগৈ যোৱা। গণকুচিত আহি চাউল সিজাইছেহি। তেনেতে মনথৈৰ পৰা ঠাকুৰ আতা পালেহি। দেখি এ ছোট আতা বোলে অ সখি, আমিএই যাব লাগিল হতে, বোলে বাপ কলৈ? বোলে উজানব পৰা ভকত আহি এজন ভকত খুইছেহি। তাতে গুৰুজনে আমাকে পাঁচিছে। পাছে আতা বোলে বাৰু বাপ, যোৱা যক, সজহে। এ উজান ৰাজ্যত সুবৰ্ণ পোৱা যাব, পাট-কাপোৰ পাব, হস্তীদান্ত পাব, ডাৱ-কটাৰী পাব, জাতি-মৰিচ পাব। তাকে গুৰুজনলৈ দি পঠোৱা যাব, এখেত গুৰুজনে একলে ভোজন কৰিবনে? আমাকে দিবহে? পাছে ছোট আতা বোলে সখি, আমি তাকে লাগি যাওঁনে? বোলে কিয়নো যায়? বোলে গুৰু বাক্য যে। বোলে পালেও যোৱা নেযায়নে? বোলে না যাওঁতো। তেনে হলে এফেৰি ৰক, আমি যাঞ। গৈ বাউসী পাই সেৱা কৰিলে। গুৰুজনে বোলে অ' নাৰায়ণ

দাস, তোমাত সুধিবলৈ নহ'ল, বৰাপোক উজানলৈ পাঁচিলোঁ, গ'ল হে হবলা। বোলে বাপ, উজান দেশৰ সুবৰ্ণ পাব, পাট-কাপৰ পাব, ডাৱ-কটাৰী পাব, মৰিচ পাব, হস্তীদান্ত পাব, দিলদহীয়া বৰকাপোৰ পাব, পাই তোম্রালৈ দি পঠাব। তাকে আমি দাস ভৃত্যকো দিবহে। একলে ভোজন কৰিবনে? তেহে গুৰুজনে বোলে নাৰায়ণ দাস, আমি তালকে পঠাওঁনে? বোলে বাপ, কেনৈনো পঠোৱা যায়? বোলে এ ধৰ্ম্ম বস্তু গোট হুমু ত'ত লোপ হয়, আতেহে পাঁচিছোঁ। বোলে বাপ, তেনেহলে সি ৰাজ্যত প্ৰচাৰ হব, অ'তেহে লোপ হব। বোলে কিয়? বোলে বাপ, তাৰা সোধে, তোম্রা তাৰাৰ মুখলৈ চাই কীৰ্ত্তন কৰা যায়, আমি সকলো শুনো। এতিয়া তাৰা গ'লে তোম্রাত সুধিব কোনে, আৰু কাৰ মুখলৈ চাই কীৰ্ত্তন কৰা যাব? এতেকে লোপ হব। বোলে অ' এনেহলে নাৰায়ণ দাস, নাপাঁচিলেহঁতে! বোলে বাপ, পালে ৰখা যায়নে? বোলে নাৰায়ণ দাস, পালে ৰাখোঁ আৰু। পাছে আগতে সেইখিনি বাহু দাঙ্গি লৰ মাৰি গৈল। গৈ গণকুচি পালেগৈ। বাটতে বোলে চিৰাম আমালৈ চাউল দিয়া। চিৰাম আতা ধুই দিলে। ফুট অহা চৰুতে বহালে। সেৱাকৈ বোলে আপুনাকে হৃদয়ত লৈ প্ৰাৰ্থনা কৈ ৰখা গ'ল। ঘোষা মাতিছে,

> "ইতো ৰাম নামে আপুনাৰ গুণে
> ঈশ্বৰকো কৰে বশ্য।
> এতেকেসে জানা ইটো ৰাম নাম,
> শাস্ত্ৰৰো মহা ৰহস্য॥"

তেহে দুওজনা আতা, শ্ৰীৰাম আতা, ভোজনকৈ আনন্দ-সুখত আগাপিছা কৈ গৈ শ্ৰীশঙ্কৰ দেৱক সেৱা কৰিছন্ত। সেই বেলা

মধ্য-দশমৰ জৰাসন্ধৰ যুদ্ধ কীৰ্ত্তন কৰিছে, তাতে এক আহি কৈ গীত, ঘোষা দিলে ৰহস্য,

"এ হৰি নাৰায়ণ মাধ এ গতি।
কৃষ্ণৰ চৰণে মোৰ নচাৰোক মতি॥"

বোলে এক ৰাজাৰ খেৰকটীয়া মানুহে ছমাহু খেৰ কাটি এক নাৱ ঘাট নদীৰ চলে গৃহস্থৰ আশ্ৰয়ত মেজি বান্ধি থৈ গ'ল। পাছে তাৰ ছৱাই অগ্নিৰ ফিৰিঙ্গা পেহ্লাই ছমাহৰ খেৰ নিমিষত ভস্ম কৈলে। এতিয়াও ৰবাপোএ, আমিএ আলচি ভুলচি সকলেও পাচিলোঁ, এতিয়া নাৰায়ণ বহ্নিএ পাই একে কুৰাই ছাই কৈলে, এই আহি দি গীত কৰিছে—

গীতৰচনা

"নাৰায়ণ, লীলা জানব কোই,
চিৰি ৰাম, মই হৰি পাপী পামৰা
তেৰি ভাৱনা নাই।
জনম চিন্তামণি কাহে গেওঁ,
যচ কাচকু লাই॥"

ৰামৰাম গুৰুৰ গুৰুবাক্যত নিষ্ঠা

আৰু একদিনা গুৰুজনে বোলে আমি এটা বস্তু দিওঁ, কোনে লবাহঁক? পাছে ৰাম ৰাম গুৰুএ বোলে বাপ, আমিএ লম। বোলে লবাহে একা, নেৰিবা। বোলে সজ, বাপ, নেৰোঁ। বোলে ধৰা, আমি এই ৰাম-নাম পৰম তত্ত্ব-ৰহস্য-বস্তুটি দিছোঁ, সদা সৰ্ব্বদা নেৰিবা। তেৰা গৈ হাতহিৰে এধা চচাকৈ ললে বিচনা নিদ্ৰা অহা দেখি। এদিন, তেওঁৰ পুত্ৰ কবিচন্দ্ৰ, তাৰা ভিতৰ সোমাই চাই দেখে, খলা বমা। বোলে অ' আতেহে পিতা শয়ন কৰে। এই বুলি বাজলৈ নি কাপৰ যেন কৈলে চাচি পাৰি থৈ গ'ল। সেই নিশা চেতন না পাই বোলে কোনে এনে কৈলিহঁক? বোলে আতা আমিএ তোমাৰ দুখ দেখি চাচিলোঁ। বোলে মোক আগদাৰে

কবিচন্দ্ৰ

* আগৰ দৰে।

দে, মোৰ আজিএ গুৰু-বাক্য পৈল, পুনৰ সেই ক্ৰমে লৈ শুলে।

আৰু বাউসীত কোৰ দামোদৰে তিনটা বাৰী পোষে কোৰখনেৰেই মাক, বাএক, বৌএক। বাউসীৰ ভাটি-ভাগে কৃষি লৈছে। সেইতে অহাযোৱা কৰে। গুৰুজনে ৰামৰ কৃষ্ণৰ-চৰিত্ৰ কয়, ক্ষেনো ভাগৱত চৰ্চ্চে নাম লয়। কতো ভোকে, কতো বেলা কোৰ খানি থুতৰিত দি এফেৰি শুনি যায়। তাৰে অনুভৱ ছোট আতা ঘোষা কৰিছে পাছে সুন্দৰীত— কোৰ দামোদৰ ঘোষা.

"যিটোজনে কৃষ্ণ-কথা বিচাৰ সমএ মনে
ধৈৰ্য্য ধৰি ক্ষণেক থাকয়।
যত তীৰ্থ, স্নান, দান, দেৱ, পিতৃ, যজ্ঞ, যাগ,
যোগাদিৰো ফলক পাৱয়॥"

এদিন গুৰুজনে বোলে দামোদৰ, শুনিবৰ মন যায়নে? বোলে বাপ, যায়! যায় হে, অবজৰ নাই। তিনটা বাৰী পুহিব লাগে। বোলে কৃষিনো কিমান কৰা? বোলে বাৰ হালিচা বোৱা যায়? বোলে তাৰে ই-বেলি চাৰি হালিচা এৰাগৈ। সেই বেলা খানিক হৰি-কথা শুনিবা, তেও কুলাব। পাছে সেই সেই বেলি চাৰি হালিচা এৰিও বাৰে হালিচাৰ সমে পালে ধান। পাছ বৰ্ষ আকৌ চাৰি হালিচা এৰিব দিলে। এৰি বলে, সেই সমে পালে ধান। তেহে মূলেই এৰিব দিলে। পাছে গুৰুজনে সবে ভকতত কলে, বোলে একোমুঠি চাউল আনিবাইঁক দামোদৰলৈ। তেহে সবে আনে। চাউল কত হ'ল। হাটিতে আছে কতো দিন, আৰু এমহা সুবৰ্ণ দি মহাপুৰুষক গুৰু বুলিবলৈ ধৈলে। তেহে গুৰুজনে নকৰাই ৰাম ৰাম গোসাঁইৰ তাতে কৰালে, ৰামৰাম গোসাঁইত দামোদৰৰ শৰণ

সোণাও দিলে। পাছে এ তোলা সোণা দি বগা দলৈৰ মাটি কিনি ধনুখন্দা সিপাৰে বহা সজাই থলে। ব্ৰাহ্মণ ভকত আহিলে দামোদৰ ঠাইত শৰণ কৰায়।

আৰু একদিনা গুৰুজনে, বোলে দামোদৰ, যদি বিষয়ত ৰত তৃষ্ণা আছে, বিবাহ কৰা। আমি অলঙ্কাৰ পাতিএ খুজি বান্ধি দিঞ। বোলে পূৰ্ব্বে কৰালো, আপোনাৰ কৃপাত গুচিল, সজ হ'ল, নকৰাঞ আৰু, বোলা না যাব বাপ, বাসনা লাগে।

আৰু হাটিত থকাত ইজন সিজনে চাউল পাত মুঠি দিছিল, যাবৰ পৰা নাই। গুৰুজনে চাউল লোন, সমগ্ৰে এসন্ধ্যা দিএ, তাকে ভোজন কৰে দিন মুৰি। তাকে ভকতে দেখি হাটিত অসূয়া কৰে। বোলে অত দিন গুৰুজনৰ সঙ্গে আছোঁ, ফুৰোঁ আমাক কুটা গছেৰেও নোশোধে নিদিএ, কালি সেমাইছেহি একোটা, ৰৰ কাম কৰিছে, নিতে ৰোজ ধৰে। শুনি গুৰুজনে বিপ্ৰলৈও নিদিলে, গৃহৰো ধোৱা চাউল শাক ৰ'ল, সিজাব নিদিলে, উপবাসে মনোকষ্টে পৰি ৰহিল। পাছে সেই নিশা স্বপ্ন দেখিলে পাটকীৰ এক মুদৈ ব্ৰাহ্মণে বছৰি মাঘমহা পাঁচ শ পাঁচ অধিক ব্ৰাহ্মণ ভোজন কৰায়। তালকে চাউল, লোন, তেল, মাছ, গাখীৰ, গুৰ, মাছ, পহু, খৰি, চৰু পাত পৰ্য্যন্ত সকলো চপাই পুৱালৈ পাতিছে। ঈশ্বৰে বেকত হৈ বোলে এইবোৰক কি খুৱা? হৰিবিমুখ পশুৰ লগৰ এটি হৰি গুণ গোৱা বিপ্ৰক দি খুৱা হতে এনে শত সহস্ৰৰ ফল সেইতে হয়। বোলে প্ৰভু, তাকে যে নিচিনো, ক'ত আছে? বোলে শঙ্কৰ ঠাইতে দিবি নি বুলিএ অন্তৰ্হিত হ'ল। পুৱা বিপ্ৰে অনেক ভাৰী ধৰি সবে সম্ভাৰ লৈ দিছেনি। তেহে মহাপুৰুষ গুৰু আতৈ সন্ন সবাকে মতাই বিপ্ৰত সুধিছে স্বপ্নৰ কথা। সবে খানি কৈছে। গুৰু বোলে তোম্ৰা সবে একঠা দিওঁতে অসূয়া কৰা। এতিয়া

দামোদৰদেৱৰ পৰিচয়

ঈশ্বৰে চাউল দিছে দামোদৰক। পাছে গুৰুজনে উপাধি সবাকে বাটি দিয়ালে। দামোদৰ ঠাইত চাউল খানি দিয়ায়। বোলে দামোদৰ, তোমাৰ কৃষ্ণে চাউল দিছে, আমিও আজ্ঞা দি আচাৰ্য্য পাতিছোঁ, তোমাৰ জগত-জুৰি দামোদৰময় হব যশে। তেহে ছোট আতা বোলে বামুণীৰ বেটা সি জন্মতো আগ্গে দুখ, অন্তে ভোগ দিলে। অতো সেই কৃষ্ণ গুৰু ৰূপে দিছে আশ্চৰ্য্য বিভূতি পুনৰ।

আৰু ব্যাস কলাইৰ দুটি পুত্ৰ মৰিল বসন্ত ওলাই। পাছত হৃদয়ানন্দ নামে ছোট, ওলাল খহু। টান দেখি মাকে বোলে হৃদয়ানন্দৰ হৈ চপৰালকে ই সি দিব খোজে।। তেওঁ একো নমাতিলে পুত্ৰৰ স্নেহত দে নেদে। পাছে পত্নীএ পাৰ এযুৰি উৰালে লোকৰ হাতেদি। বেটা পাৰ 'দিবৰ ভু পাই বোলে আৰা দুই গুৰুধৰ্ম্মৰ বাজ হ'ল, জানিও আত মৰা সজ নহয়, এই বুলি চুচৰি বাই গৈ বাজত মৰিল। ব্যাসকলাই
পাছত সেই কথা শুনি গুৰুজনে বোলে হৃদয়ানন্দ মৰা নাই, আমাৰ হৃদিতে আছে, ব্যাসকলাইহে মৈল কিন্তু। দায় জগৎ ধৰি সবাৰে অন্তৰ কৰিলে। তেওঁ একো উপায় নপাই ৰাই আতাত ধৈলেগৈ, বোলে মই তিনিকুৰি টকা দণ্ড দিওঁ, সামৰক, ধৰা, গুৰুজনক মাতা। পাছে আতা গৈ প্ৰাৰ্থনা কৰিলে, বোলে বাপ, তিনিকুৰি টকা দিএ, ৰখা যক, দোষ গুণে দণ্ড হৈছে, দায়হে ভাগে, ভকত কাহানি ভাগে? তেহে গুৰুজনে বোলে জগতানন্দ, জানি মাতিছ নে নাজানি? বোলে বাপ, নজানিহে মাতিছোঁহি। জানি মাতিলিহতে তোৰ নিস্তাৰেই নাই। ভকতিপ্ৰদীপ মাতিছে শ্লোকো—

"অনাচাৰ কৰে যিটো অপৰাধ নুহি।
বিভিচাৰ কৰে যিটো সেহি মোৰ দ্ৰোহী॥"

শ্লোক ভাঙ্গি ঘোষা কৈলে,

"মাধৱে বোলন্ত শ্ৰুতি স্মৃতি,
মোৰ আজ্ঞা বাণি জানা নিষ্ট,"

এই ঘোষা পদ মাতি, যি কৈলি, কৈলি, ব্যাসকলাএ যি টকা সৈছে তাৰে দুনা টকা দেগৈ। তেহে ছমাহৰ অন্তে ছকুৰি টকা লৈ তিনিভাগ কৈ চাউল, সিধা, তৈল, বস্তি, শৰাই গৃহস্ত ঠাই দি থৈ সবেও মতাওহে সামৰি হৰি গৃহ তুলিছে। তেহে ব্যাস কলাইএ গুৰুজনৰ এখেত ঠাই নপাই জগন্নাথলৈ গ'ল। এদিন বাট থকাতে গোপালপুৰে জগন্নাথে স্বপ্ন কৰালেহি মানাকৈ এহেলৈ নাহিবি বুলি। পাছে এওঁ অনেক তুতিতৰ্পণ বধ শপত দিব খৈলে। জগন্নাথে শুনি বোলে তেওঁৰ বধে আমাকো নপায়, শঙ্কৰকো নপায়, আপুন দোষে, কৰ্ম্মে বাজ হ'ল। পাছে তাতে অচল হৈ কতো দিনৰ অন্তে দুখ ভুঞ্জি শৰীৰ পৰিল, একোএ নুচুলে, নখালে। তেনেই জহি খহি গ'ল, পকৰাপিম্পৰাও মাটি নুতুলিলে, যাত্ৰীএ পথ এৰি এক প্ৰহৰ অন্তৰিহে গ'ল।

আৰু একদিনা ছন্ন মেঘ, গধূলি বেলা স্নান কৈলে। বোলে আজি আঙ্গচ নুশুকাবহে, কালৈ পিন্ধিবলৈ। পাট ভুনি পছৰা যুৰিও অনাবলৈ নহ'ল। তেহে ছোট আতা শুনি গৈ গনকুচিত ভোজন পাতি কৰি আতৈ সব শুলত গ'ল, আন্ধাৰ দুপৰ নিশা। বৃষ্টিএ বুকু, একঁকাল জল ঠাই ঠাই, হাবি জঙ্গল, বোকা, মহ, বাঘ, হাতী। গা, উৰু, জঙ্ঘা কাটি, এৰালি সিঙ্গাৰিএ, জোকে পোকে, মহে দাহে খাই বোবৰা, বঙ্গা, কৈলে সব শৰীৰ। এই মতে বিল, জান, হাবি, উতৰি পালেগৈ তিনিপৰ নিশাত দিবাকৰ মৰলৰ গৃহ। মাতিলে, উঠি মৰলে দেখি অত্ৰাহি

মাধৱৰ গুৰুভক্তি

হৈ বোলে বাপ, কি হৈছে? এই দুপৰ নিশা কিয় অহা গ'ল? বোলে তুমি পহৰা বামুণী দিয়া গুৰুজনক পুৱালৈ সনাবলৈ লাগে। তেহে মৰলে নবীন বস্ত্ৰ দি সলোৱাই জুই ধৰি গা সেকি বস্ত্ৰ মুৰি দি নৌকাৰে থৈ গ'লহি। পুৱেও পোহৰ হৈ আহিছে, ছোট আতাও খোজ লৈছে বাউসীলৈ। গুৰুজনে শৌচ, শুদ্ধি, নিত্যকৰ্ম্ম কৈ স্নান কৰি গা মচিছে, তেনেতে ছোট আতা শৰাইত তুনি পহৰা দিছেনি। দেখি গুৰুজনে আচৰিত হৈ বোলে কালি সন্ধ্যা গৈছা, এই ভাদ্ৰমহা জল, বৃষ্টি, পঙ্ক কেতিয়া কেনেকৈ আনিলা? বোলে বাপ, নিশাই অনা হ'ল। বোলে আমি কালি মধ্যতে সবাৰে আগত কলোঁহে কথাটো এই নিশাৰ কাল কিয় যোৱা তুমি? মই কাহানি পাঁচিছোঁ তোমাক? বোলে বাপ পাঁচিব লাগে কেলেই? দাস, ভৃত্যে স্বামীৰ কাৰ্য্য বুজি আমি কৰিবই পাওঁ। পাছে মহাপুৰুষ গুৰু সেই খিতে প্ৰেমে জৰি ভক্তিত বশ্য হৈ ঘোষা পটল কৰিছে পৰমাৰ্থ সাৰ—

পৰমাৰ্থসাৰ ঘোষা

"মাধৱ মাধৱ নাম, বচনত উচ্চৰয়,
মাধৱ মাধৱ হৃদয়ত।
নিৰন্তৰে সাধু সবে, মাধৱ মাধৱ নাম,
উচ্চৰয় সমস্তে কাৰ্য্যত॥
পৰম মঙ্গল ৰূপ, মাধৱ মাধৱ নাম,
যিটো মহাজন উচ্চৰয়।
তাৰ অমঙ্গল ৰূপ, গুচয় সংসাৰ ভয়,
মাধৱৰ নিকট পাৱঁয়॥
দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম,
দুষ্ট গ্ৰহ ভয় বিনাশন।

পৰম সম্পদ ৰূপ জানি মাধৱৰ নাম
সৰ্ব্বদায় কৰিয়ো কীৰ্ত্তন ॥
মাধৱে সে আত্মা নিজ মাধৱে সে ইষ্ট গুৰু,
মাধৱেসে দেৱতা পৰম।
পৰম ঈশ্বৰ স্বামী জানি মাধৱক ভজা
মনুষ্যৰ এহি নিজ ধৰ্ম্ম ॥
পৰম চতুৰ সিসি বুদ্ধিত কুশল আতি
যিটো মাধৱৰ গুণ গায়ে।
মিছা কলেৱৰ গোটে মুকুতা বনিজ কৰি,
ভৱ তৰি মাধৱক পায়ে ॥
যিজনে একান্ত চিত্তে মাধৱক ভজে নিতে
ফুৰে মাধৱৰ গুণ গাই।
দুৰ্ল্লভ অমৃত যেন, যিজনে কৰিলে পান
মধুৰ পিবাক আৰ নাই ॥"

এই ছ-টা ঘোষা কৰি গাই বোলে পাছলৌ যাৰ যত মানি নিচই পৰিব, এনে কাৰ্য্য ভাও হব, মনৰ মন বুজাতেহে জীৱৰ সংসাৰ সাৰিব।

আৰু উদাৰ আতৈ ভিক্ষা কৈ প্ৰবৰ্ত্তে। কথা প্ৰসঙ্গ যায় বুলি বন জঙ্গল ভাঙ্গি পোনাই যায়। গা কাটি সাং কৰে। স্বপ্নত গুৰুজনক, বোলে ভাৰ্য্যা, পুত্ৰ, দাস-দাসী সবাকে পুহিছা, মোৰ উদৰক হে একঠা চাউলেৰে পুহিব নোৱাৰা? গা চোৱাচোন আগত ফুৰাত। তেহে গুৰুজনে আতৈক বোলে তুমি ভিক্ষালৈ নেযাবা, নিতে নিবা। এই বুলি চাউল, লোন, তেল, দি পঠালে। নি আগত থৈ কান্দিছেগৈ বোলে মাৰ্কণ্ডেএ সাত মন্বন্তৰ ভিক্ষা কৈ গুৰু-সেৱা কৈলে, আমি সেৱা চাৰি খাই কেনেকৈ সংসাৰ তৰিম? এই বুলি তাৰাতে নিনিলে আৰু প্ৰাৰ্থনা কৈ ॥

উদাৰ আতৈ

* তেতিয়াৰে পৰা।

আৰু গুৰুজনে গোকুল, বৃন্দাবনৰ, মথুৰাৰ, বহুবন গোপবালকৰ চৰিত্ৰ লীলা কৈ থাকে। পাছে ৰাই আতাকে মুখ্যকৈ সবে ভক্তে আলচি ধৰিলে গুৰুজনক, বোলে বাপ, গোকুল, বৃন্দাবন, জগন্নাথ এবাৰ দেখক গৈ। বোলে সি দেশ কটকিনা, তীৰ্থে মৰণে সম। টকা নহলে কিছু নিমিলে, কাৰ কি খৰ্চ্চা টকা আছে, কুলাব নকুলায়? যাৰ যি আছিল কলে, দহ, বাৰ, সাত, আঠ, খনো ষোল, কুৰি, কতোৰ পাঁচ, ছয়, কেহোৰ চলিশ, ত্ৰিশ এই মতে সবেও কলে। উদাৰ আতৈএ বোলে মোৰ কৰাটো নাই, নাইকিয়া সবক খৰ্চ্চা দিবলৈ। কতো ৰাই আতা ললে, কেহো ৰাম ৰাম গোঁসাই ললে, খনো ৰামদাস আতৈএ ললে,—গুৰুজনে ললে কতো। এই ক্ৰমে বিভাগি ললে। তেহে মহাপুৰুষ গুৰু ছয়কুৰি-ভক্তে সমে হ'ল যাবলৈ যাত্ৰাকৈ। আই গোসানীএ শুনি ছোট আতাক মতাই নিলে ভিতৰলৈ বোলে বাপু, গোসাঁই আপুনাৰ লীলা খেলাৰ ঠাই পালেগৈ নাহে ইবাৰ। এ আমি তিনি ছৱা সহিতে অনাথ হলু। তাকে তুমি যেনে তেনে প্ৰকাৰে ৰখা যক। তেহে ছোট আতা বোলে মাতৃ, সবে ভক্তে আলচকৈ ওলাল। এতিয়া কেনেকৈ ৰাখিম? আগে জনা হলে তেও। বাৰু তেও যেই সেই মতে বৃন্দাবনে নোযোৱা কৰিম আপুনাৰ বাক্য শিৰত লৈ। আত্ৰণ মহা ছয়কুৰি ভক্তে সমে গৈছে শ্ৰীশঙ্কৰদেউ। এদিনৰ পথ গৈএ, চতন আতৈ বৃদ্ধ, হাটিব নপাৰে দেখি ঠাকুৰ আতাক থৈ গ'ল। কতো মুখে কয়, গঙ্গাৰ পৰা পঠাইছে।

দ্বিতীয়বাৰ তীৰ্থ যাত্ৰাৰ উদ্যোগ

আৰু একদিন এজোপা শিমলু বৃক্ষ আছে, পক্ষীএ লাদি বগাকৈ থৈছে। দেখি গুৰুজনে তাৰ ছাঁ এৰাই হাবি ভাঙ্গি গ'ল। ছোট আতা বোলে বাপ, এই বৃক্ষে কি দোষ কৈলে ছাঁ-কো দহোঁ নপৰ্শিলে? বোলে ববাপো, তলে যাব নাপায়;

গুৰুৰ দায়িত্ব

ই পূৰ্ব্বে জ্ঞানী গুৰু আছিল, লোকক জ্ঞান দিএ বিত্ত আশা কৈ কয়। তাতেহে আৰ নাম হ'ল ই জন্মতো বিত্ত ব্ৰত। জীৱ তাৰিব মুৱাইলে, তাৰে চাউল খাৰহে খালে। এতিয়া গুৰু হ'ল বৃক্ষ, শিষ্য পক্ষী হৈ জীৱাই লাদিছেহি। কাটি যদি নাৱ কৰে, তাতো শামুক হৈ ধৰিবহে, বৃক্ষ হলে ৰঘুমলা হৈ চৰে।

আৰু এদিনা গৈ বহি জিৰাইছে, কাখতে এজোপা অশ্বত্থ আছে। সদাই শাখা পত্ৰ জৰজৰাই আছে। দেখি ছোট আতা সুধিছে। গুৰুজনে বোলে, পূৰ্ব্ব জন্মে ই অনেক জীৱ তাপ দিছিল। অকাৰ্য্যত আপুনিও মহা তিনি তাপে তাপিত, এতিয়াও স্থাবৰ-জঙ্গমতো হৈছেহি তাপিত। একে জন্মে তিনি জন্মৰো বাৰ্ত্তা, যাৰা সবৰ আগে আৰ্জ্জি লগাই আহিছে, আহি কতো হৈছে, লগাই আৰ্জিছে আকৌ পৰ জন্মতো হব তাৰ। যাৰহে আগে দুখী, কৃপণ, এতিয়াও নাই,—পৰতেও নাই তাৰ। এই ক্ৰমে ছোট আতা সুধি যায়, গুৰুজনে কীৰ্ত্তন কৰি যায়, কৃষ্ণৰ চৰিত্ৰ। সবে ভক্তে শুনি যায়। হঠাৰ ভু-কে নপাই, শ্ৰম, ভাগৰ, বাক্যামৃতে সুশান্ত হৈ যায়। গৈ গৈ বেহাৰ পালেগৈ।

বেহাৰ

এক পাৰলি বৃক্ষৰ তলে বসি কৃষ্ণকথা কৈছে গুৰুজনে, গাছৰ খোৰঙ্গে মাখী মৌ পাই পাৰি লৈছে। ছোট আতা বোলে কি পুণ্য ভূমি খানি? হৰিকথা মধু পান, গুৰুভক্তৰ ধূলা পৈল। তেহে মহাপুৰুষ-গুৰু বোলে ৰবাপো, তোমাৰ আমাৰ পাছত, আতে মধুপুৰ নামে এখানি থান হব।

মধুপুৰ

আৰু একদিন হাবি-চনেদি গৈছে। দেখে ব্যাধে ফান্দ পাতি থৈছিল, হৰিণ-পশুটি পৰি আছে। গুৰুজনে বোলে হৰি হৰি, অজ্ঞান জন্তু এনে লোভ দেখাই কূটকৈ বধে, মেলাইক। মোই বোলে, সি তাপিত প্ৰাণী, আশাকৈ

পশুপক্ষীলৈ দয়া

দুখ কৰিছে। নাৰেঙ্গি আধলি এটি থোৱা তাতে। থৈ গৈছে, কিছুমানে দেখে জাঙ্গিত মৈৰা এটা লাগি পৰি আছে। তাকো গুৰুজনে খেদকৈ মেলাই একশিকা থোৱাই হৰিকথা কৈ গৈছে। তেহে ব্যাধে আহি চাই দেখে, মেলা চিন, আধলি, শিকাও আছে। তেহে তাৰ ভৱবন্ধ অপবৰ্গৰ সীমা পৈলহি। লৈএ দুইবো মহা বিৰকত জন্মি বৈৰাগ্য খেদ লাগি খেদি গ'ল। পাই তাৰাৰ দোহাই দি আগচি দণ্ডৱতে পৰি অনেক কাতৰ কৰি নেৰে। বোলে জ্ঞানশূন্য পশু-পক্ষীকো যে বন্ধৰ পৰা টকা দি মুকুত কৰি আছিলা, প্ৰভু, আমাকো সংসাৰবন্ধৰ পৰা মুক্ত কৰা শৰণ-বিত্ত দি। পাছে মহাপুৰুষ-গুৰু স্তুতি-কাকুণ্যত সন্তোষ হৈ শুদ্ধ ধৰ্ম্ম বস্তু দি নিস্তাৰ কৈলে। পাছত ছোট আতা গুৰুজনৰ কৃপালু গুণ বৰ্ণাই ঘোষাত বান্ধিছে সুন্দৰীত,—

"জ্ঞানশূন্য আতি, পশু পক্ষী জাতি
তাকো অনুগ্ৰহ কৰি আছা কৃপাময়।"

আৰু একদিনা গৈছে কৃষ্ণকথা কীৰ্ত্তন কৰি কুৰুঁৱীগঞ্জৰ সেই খিতে অনেক লোক চাপি এশ, চাউল সিজাইছে, তাৰে মাজতে কাকে নিলে। অত্ৰাহি হৈ সেইতে লৰ মাৰি গুৰুজনক দেখি সুধিলে, বোলে বাপ সৰ্ব্বনাশে হৈ মইলো, কি হব? ভক্তে সমে বৈ বোলে মাজৰে তিনি কোৰ ভাত গুচাই থকগৈ। ভাগৱত, পুৰাণ, বেদ, জ্যোতিষ, শ্ৰুতি, গীতা সহস্ৰ নামত আকেতে—পূৰ্ব্বে ঋষি সবে বান্ধি গৈছে, ঈশ্বৰ-আজ্ঞা কাকে গুচাব সুৱাৰে যা। আহি সেই ক্ৰমে গুচাই সবে বাজো খাইছে। কৃষ্ণকথা কীৰ্ত্তন কৈ গৈছে। পাছে ৰাই আতা বোলে দদা, ৰামৰ চৰিত্ৰ কোৱা যক শুনোঁ। তেহে ৰামৰ চৰিত্ৰ তুলি গৈছে, কৃষ্ণকথাত

ৰামচৰিতৰ পৰা কৃষ্ণচৰিতলৈ যোৱা

পৈলহি। ৰাই আতা বোলে দদা, ৰামৰ চৰিত্ৰহে সুধিছোঁ দহো, কৃষ্ণকথাহে কয়। বোলে কোনবা খানিতে গ'ল। ছোট আতা বোলে বাপ, তাৰকা বধতে পুতনা বধলৈ গ'ল। আকৌ তেহে তাৰকা বধৰে পৰা ধৰিলে। কতখানি কৈ গৈছে, আকৌ কৃষ্ণচৰিত্ৰত পৈলং গৈ। আকৌ ৰাএ বোলে দদা, ৰামৰ চৰিত্ৰহে সুধিছোঁ, দহোঁ কৃষ্ণকথা কয়? বোলে কোন খানিতে আহিল ভু-কে নপালোঁ। ছোট আতা বোলে মাৰীচ বধৰ পৰা চক্ৰবাত বধলৈ গ'ল। তেহে বোলে এ কৃষ্ণকথা চৰিত্ৰে আমাৰ চিত্তক আহৰণ কৈলে। ৰাএ নধৰিলে আৰু।

আৰু একদিনা কৃষ্ণৰ কীৰ্ত্তন কৈ গৈছে গুৰুজনে। সবে ভক্তে একচিত্তে শুনি গৈছে। গৈ ছয় হাবি এজুপিত ডাকু খাট * এটা খাপ লৈ সোমাই আছে। দুই-এক যাত্ৰী পালে টাঙ্গন মাৰি জুলি খানি লবলৈ। সৰহ লোক দেখি মুৰাৰি বলে লব, ক্ৰোধ কৈ এখুৰ ইটা মাৰি পঠালে সবাৰে মাজলৈ। আহি বলোৰাম আতৈৰ তালুতে পৰি ফুটি তেজ ধাৰে বব ধৈলে। গামচা বান্ধি, তেল, পানী দি আবৰি ধৈলে, কতো এ হাবি জুপি বেৰি গৰকি তাক ধৈলে। আতৈৰ স্নেহত ভুকু, কিল, হানে যাচে, ডাবি হুকি দিছে ৰাগি। গুৰুজনে বোলে হা হা, তোমালোকে কিয় মাৰিব খোজাহঁক? যাৰাক দ্ৰোহ কৰিছে তেওঁত সোধা যক, কি কৰিব দিএ। তেহে সুধিলে, বোলে আতৈ? সুস্থ পাই কৈছে বোলে আমাত সুধিলে, তাক আৰু একো নকৰিবা। সি জন্মে তাক কৰিছিলোঁ, এতিয়া সুতালে। পুনু লগাব নেলাগে আৰু। ডকাইতৰ প্ৰতি -ব্যৱহাৰ যদিহে কৰা নাই তাৰ হৃদয়ত থাকি আৰ্জিত ফল ঈশ্বৰে দণ্ডিলে। গুৰুজনে, বোলে সেই কি বোলে দেখা এতিয়া। বোলা মাৰোঁ, কিলাওঁ, তেহে এৰি গৈছে।

---

* খট,খাট,খণ্টা—ডকাইত।

আক এদিন গৈছে। এটা লোক পৰি আছে বিষ্ঠাৰ গৰ্ত্তে। অনেক নেজল পোকে খাইছে। মাথে মালতী ফুলৰ ঢোপটি আছে। দেখি পথ এৰি গৈছে। তেহে গুৰুজনে চিৰাম আতাক বোলে চাই-আহা। চাইছে গৈ, তেহে জীয় গৈছে। ভকতে সুধিছে প্ৰাৰ্থনা কৈ গুৰুজনে চৰ্চ্চি কৈছে।

আক এদিন গৈছে। এখন চোতালৰ-মান মেঘ দিছে। দেখি ছোট আতা বোলে বাপ, খৰকৈ হঠা যক, ডাৱৰ দিছে। গুৰু বোলে ই মেঘে একো নকৰে। গৈছে, বৃষ্টি নানিলে।

আক এদিন গৈছে। দোন এটাৰ মান ডাৱৰ দিছিল। গুৰুজনে বোলে বৰাপো, মেঘখানি দিছে, কুচিত (কুংচিত) খৰকৈ ব'লা। ছোট আতা বোলে কালি তেতখানিও একা নহ'ল, সি কি কৰিব বাপ? গুৰু বোলে নহয়, ই কুচিত মেঘ। পাছে তৎকালে আনিলে বৃষ্টি। সবেও বেগাবেগীকৈ গৈছে। আগৰ সব নিতিতাকৈ সোমালগৈ, মাজৰ সব কিছু ভিজিল, পাছৰ সব গোটে জলবোৱা হ'ল। গৈ আলিপোন নগৰতে এক ক্ষত্ৰিয়ৰ গৃহে সোমাই জিৰাইছে। তাৰ মূধতে শিলৰ খুটাটো লগাইছে। তাতে শ্ৰীশঙ্কৰদেউ আউজি মাথা সৈতে বস্ত্ৰ পৰিধানকৈ ভিতৰতে মালা জাপ্য কৰি সেই পোনে সিখান গৃহৰ দ্বাৰ মুখে বহি। সেই গৃহস্থৰ স্ত্ৰীটে একেঠাৰে চাই আছে। দেখি ভক্তে বোলে গুৰুজন দিব্য ৰূপ দেখি খোভিত হয় নাগৰী নাৰী। তেহে বৃষ্টি এৰিলে। তেনেতে কল্যাণীপুৰে এক সদাগৰে চলিছে, একলোকে বাৰ্ত্তা কলে। সেই স্ত্ৰীএ বোলে নৰ্কী নে স্বৰ্গী। পাছে আতৈ সবে সুধিলে বোলে হৰি জী, কি চিন প্ৰমাণ পাপ, পুণ্য, স্বৰ্গ, নৰকৰ? বোলে ৰাম, অহিতে চিন, যিহে পুণ্যৱন্ত, ঊৰ্দ্ধগতি, ধৰ্ম্ম, কৰ্ম্ম,

দিয়া, খুৱা, মাতে শুশ্ৰূষা লম্বিত, অন্তকালেও ৰাম নাম শ্ৰুত হৈ বৈকুণ্ঠ স্বৰ্গে বাসা হয় তাৰ। শুনি দেশ ৰায়তে প্ৰশংসা কৰে। যাৰা হে শৰীৰে মল পাপ, অধে গতি, সদায় কুকথা, কটুৰ নিঠুৰৰ, হিংসা দ্বেষ, চোৰ, পৈশুন্য, দম্ভ, গৰ্ব্ব, অহঙ্কাৰ দিন, আয়ু যায়, অন্তকালেও অমাত কুবাক্য ৰতি মৰি নৰকে ভুঞ্জি সংসাৰত আয়াযাতকৈ ফুৰে, গৰ্ভবাসে যোনি চেপা খাই। শুনি নিন্দা কৰে। এয়ে চিণ প্ৰমাণ। তেহে মহাপুৰুষ গুৰু প্ৰশংসাকৈ বোলে সজ কৈছে, কথাই হয়। তেহে বুষ্টি এবাল। বোলে ৰবাপো, বলা। পাছে সেই স্ত্ৰীএ পাঁচ টকা, বস্ত্ৰ এযুৰি দি সেৱা কৰিলে। বোলে তোম্ৰা পূৰ্ণব্ৰহ্ম দৈৱকী সুত গোকুলৰ কানাই, আমি কেনেকৈ ৰাখিম খালি গৃহত? আপুনি বা ৰ'ব কিয়? এই বুলি অনেক তুতি কাতৰ কৈ পঠালে। ওলাই গুৰুজনে নাম কাঢ়ি বোলে আই, তুমিহে জানিলা মহাতত্বক।

চৈতন্যৰ লগত সাক্ষাত

আৰু একদিনা গৈ গোপীনাথে চৈতন্য গোসাঁইৰ দ্বাৰে থিত হৈছে। গুৰুজনে আগে কৈছে বোলে চৈতন্যক সেৱা নকৰিবাহঁক, কৰিলে তেওঁ কৰে, লৰলৈ টান। শিষ্য সবে জনালেগৈ বোলে পূৰ দেশৰ্ত্তে শঙ্কৰ নামে গোসাঁই দ্বাৰে খাৰা হৈ ৰহিছে, খবৰদাৰ আজ্ঞা মহাৰাজ। শুনি কৃষ্ণ চৈতন্য গোসাঁই আথে বেথে আগ বাঢ়ি মঠতে আহিল। দেখি গুৰুজনো ভক্তে সমে কিছু আগবাঢ়ি গৈছে। তেহে চৈতন্য ফকৰা মাতিছে—বোলে আহিছা হৰিপো, কি বুলি কাঢ়িলা ৰাও। সংসাৰ জুৰি গুৰু ৰহিছে, ক'ত দি আহিছা পাও। 'পাছে গুৰুজন ৰ'ল থৰকা খাই ছোট আতাৰ মুখলৈ চাই, বোলে ৰবাপো, যাৰ নপাৰি। পাছে ছোট আতা মাতিছে—হৰিৰ আজ্ঞাত

আহিছোঁ। গোসাঁই, পৃথিবীত দি পাও। হৃদয়ৰ মাঝে শুক্ল আছে, আত্মা বিচাৰি চাওঁ। আকৌ চৈতন্য মাতিছে—শুদ্ধ সত্ত্ব মাথা গোট থাকে উপৰত।

কি কাৰণে পৰি সেৱা কৰে চৰণত ? ”

ছোট আতা বোলে—কোনজনে সেৱা কৰে কোন জনে লয়।

ইয়াৰ গুহ্য কথা মহন্তেসে কয় ॥”

তেহে চৈতন্য গোসাঁই কমণ্ডলুৰ জল বাকিলে 'উচ্ছৃতে দ খালত বৈ ব'লগৈ। দুওজনা দুইকে চাই প্রেমৰহস্য ভক্তিৰ ভাও বুঝি প্রেম জৰি লোতক বহি গল। মাথা চপৰাই নম্রে নমস্কাৰ কৈ গ'ল দৌলে সোমাই। ভক্তে সমে গুৰুজনো গৈছে।

আৰু এদিন কবিৰাৰ ভেটি পাই বোলে কবিৰৰ কোন আছে ? বোলে নাতিনিয়েক এটি আছে। তেওঁ আহি সেৱা কৰিছেহি। বোলে গোসাঁই ভিটা ক'ত ? দেখালে, চালে। কবিৰৰ পাগটি দিলেনি। বোলে এভগীয়া খসম নাইকিয়া গৃহে, আতে পাও দি যক। ৰাম ৰাম গুৰুক বোলে তুমি দিয়া। বোলে বাপ, কিয় দিম ? তেহে গুৰুজন বৃদ্ধ আঙ্গুঠি দিছে, দি গৈছে। পথে আতৈ সবে খোলে কবিৰ দহোঁ যবন বুলি শুনোঁ, কিয় সোমাল, কি অন্যায় ? বোলে কবিৰ গোসাঁই ঈশ্বৰ অৱতাৰ, বিৰাট ব্রহ্মৰ অংশে আহিছে। আদি জন্মে এক ব্রাহ্মণৰ বিধৱা ঈশ্বৰক চিন্তিলে কতো কাল। দেখা দি, বোলে কি বৰ লাগে লৱা। মোহ হৈ কৃষ্ণৰ ৰূপত বোলে তোমা সম এটি পুত্র হক। হৰি বোলে মোৰ :সম কোন আছে ? মএহে হব লাগিল। তুমি বিধৱাত হলে নিন্দিত লোকত, গণ্ডুকী হৱাগৈ শালগ্রামৰূপে জন্মিম তাতে মই। হ'ল সেইৰূপে গৈ বাসনা কৰ্ম্ম সাৰি। ইবাৰ তেৱেঁ আহি নৰ

কবিৰৰ ভেটি দর্শন

কবিৰৰ পৰিচয় দান

বিধৱা হ'লহি। বৃদ্ধ পিতৃ আছে, মাতৃ বিহীন হ'ল বিধৱাৰ শিৰ স্নানে পাঁচদিন উপাসে থকাত বিপ্রে আথৈ দুগ্ধত মন্দাকৈ দিওঁতে ঘৰ্ম্মবিন্দু পৈল। সেএ গৰ্ভে থিত হৈ বিৰাট অংশে পাঁচ মাহে বাজ হ'ল। দেখি বাপে জীএ বিশ্রুতি হৈ নিশাই নি জোলা এক যৱনৰ বাৰীচুকত এৰি আহিলগৈ। অপুত্ৰক জোলা পাই পৰম শ্ৰদ্ধাৰে তুলিলে। পাঁচ বৰ্ষতে তাৰ অন্ন জল এৰি মহাসদাচাৰী, বৈৰাগী, বিৰক্ত হৈ ফুৰে। তেহে সবে যৱনে পাৎসাত খল দিলে, আমাৰ ছৱাই বাচে, ঘিনায়, বুলি। পাছে ধৰাই নি বোলে মোৰ লগে ভাত খাব লাগে আজি। বোলে তোম্রা ৰাজা, ঈশ্বৰৰ বিভূতি অৱতাৰ, মই সামান্য প্ৰাণী। কিয় খাম? বোলে হক, মই দোষ এৰিছোঁ। বোলে নপাৰি খাব। বোলে শাস্তি কৈ কটাম, কি উত্তম ওলাইছ? বোলে বাক দণ্ডি কৈ মাৰা যে খাওঁ। তেও আমি সামান্য, তোম্রা উত্তম ৰাজা, এফালে তুমি খৱা, এই ফালে মই খাওঁ। এই বুলি অন্নতে আঙ্গুলিৰে আঁক দিলে। পাছে সুবৰ্ণৰ মাইহাঙ্গ ঠাত্ কৰে দুফাল হ'ল আঁকৰ পোনেই। ৰাজা দেখি ভয়, আশ্চৰ্য্য হৈ অনেক সম্মান, নমস্কাৰ কৈ পঠাই দিলে।

আৰু চৈতন্য গোসাই পালক বিষ্ণুৰ অংশ। কবিৰা বিৰাটে সৈতে পৰমাৰ্থ বস্তু লভিছিল। কবিৰা চলিলত নিশা চৈতন্যে গৈ কান্ধে বৈ সাগৰ বালাত নি সহঙ্কাৰ কৈলে! দুষ্টে, খলুৱা দেখি পাত্চাত খল দিলে। ৰাজা শুনি ৰাগি বোলে দেশ অধৰ্ম্ম হ'ল, ব্ৰাহ্মণে যৱনক চোএ। ৰাগ কৈ পিয়াদা দিলে বোলে ধৰি আন এতিক্ষণে। নি সুধিছে। বোলে আমি যৱন ক'ৰকি নাজানো। আজি নিশা মহানন্দা তীৰে এথুতৰ জাতি চন্দন পাই তাতে নিশা

গৈ বাজাত পুতি থৈছো হয়। বোলে দেখাব পাৰিবা? বোলে কিয় মহাৰাজ? সুচকক বোলে তই পোতা ঠাই নেদেখিছ? বোলে কিয়? তেহে দূত দিছে, দেখাইছেনি। চৈতন্য গোসাএ বোলে আতে পুতিছো। সি দুষ্টেও বোলে হয়। খান্দি চায়, জাতি চন্দন, গন্ধে মলমলাব ধৈলে দশোদিশে। সেই মুখে দেখা ৰাজাত কলেহি দূতে বোলে জিজ্ঞাস নকৰা হলে ব্ৰাহ্মণ মহন্তক অকাৰ্য্যত দণ্ড কৰা হ'ল হতে দুষ্টৰ কথাৰে। এই বুলি তাক ফাহি দিয়ালে। চৈতন্য গোসাইক অনেক টকা বস্ত্র দি সম্মান প্রার্থনা কৈ পঠালে। এই মতে নিতে হৰি কথাতে দিন যায়, ভু-কে নপায় যায় বুলিএ।

একদিনা ৰ'ল বিনাইগঞ্জৰ কাখে বটৰ তলে বাসা কৈ। তাতে বৌ বাহণে গঙ্গা আহি স্বপ্নত দিব্যৰূপে দেখা দি আগ বঢ়াই সেৱা কৰিছেহি। তাৰ পৰা গৈ নেলাই হাটে বহি, চাৰি বাটৰ মূৰ তাতে, বৃন্দাবনলৈও, জগন্নাথলকু, সেতুখণ্ডলকু, গঙ্গালকু। মহাপুৰুষ গুৰু সুধিছে সবাতে বোলে কলৈ যোৱাইঁক আগে? গঙ্গালৈ যোৱানে, বৃন্দাবনলকে, সেতুমণ্ডলকে নে জগন্নাথলকে? পাছে ৰাএ বোলে দদা, আহিছো বৃন্দাবনলকে যাওঁ আগেই। সকলো বোলে হয় বাপ। ছোট আতা মতা নাই। বোলে আমিহে কৈছো হয়, সৰু আতা নমাতে দহোঁ? গুৰুজনে বোলে হয়, ববাপো দেখোঁ নমাতা? বোলে বাপ, আমি হলে যাব নপাৰিম। সবেও বোলে কিয়? বোলে বাপ, তোমা যিৰূপে যেনেকৈ কোৱা গৈছে এতিয়া গৈ তেনে ৰূপ গুণ নেদেখিম, হেয় ভাব হব, আৰু খৰ্চ্চাও নাই। ৰাএ বোলে আমি দিম। বোলে বাপ, কিহেৰে সুজিম? গুৰু বোলে জানিছা ববাপো, এ বৃন্দাবনত ৰূপ সনাতনে এক বিনাইগঞ্জ

শৰণ ধৰ্ম্ম প্ৰকাশ কৰিছে বুলি শুনিছো। আমাৰে সৈতে একে হয়, নহয় চাওঁগৈ বলাহঁক। বোলে বাপ, এনে হলে এটা খোজো নকাঢ়ো। যাবা সবৰ সংশয় আছে বৃন্দাবন দাসৰ দেখি পতিয়াবলৈ সেই সব যাক। যদি আহে একে, তেহে মানিম, নহয় যদি এৰিম, এনেহে হ'ল, আমি হলে নযাওঁ, নযাইবোঁ। পাছে গুৰুজনে বোলে আমাৰ জ্ঞান কাণ্ডাৰী বৰাপো হে, বৰাপো নগ'লে আমি যাব নপাৰোঁ। তেহে তাৰে পৰা দক্ষিণ দিশে গৈ দোলামাৰি ঘাটে পদ্মা উত্তৰি জিয়াগঞ্জে গঙ্গা, স্নান, দান, পান, কৰি মুখচোৰা বাজে বহি কাটুৱা গঙ্গা পাৰ হৈ গ'ল। ৰাম ৰাম গুৰুৱে বোলে গয়ালৈ নো কেনি যায়? গুৰুজনে বোলে ৰ'ল গয়াৰ পথ। আৰা নশুনিলে। আকৌ সুধিলে বোলে ত'তে থাকিল সি পন্থ, পুনু তাকে সোধেহে। পাছে গুৰুজনে গীত কৰিছে, বোলে হয় তুমি উজাইছা, সোজা পথ পোৱা নাই। "ওজা সোজা" গীতটি কৰিছে সেই বেলাত। সকলো বোলে সাগৰ কিনাৰেই জগন্নাথলকে যাওঁ বাপ। তেহে তীৰে তীৰে গৈছে। দেখালে সেই ৰুক্মিণী-দেবীৰ ৰত্নৰ মন্দিৰ ঘাট সমে, যাক মধুসূদনে ক্ষণেকো নেৰিছিল। তেহে সবেও চাই দেখে গুৰুজন তাতে আছে। অ'তো চাই দেখে আতো আছে। আশ্চৰ্য্য অদ্ভুত হ'ল। তেহে গৈ সেই দিনা তুলসীচৰাতে বৈছে। পুৱা আঠাৰে নলা চাৰি গৈ পুৰিত প্ৰবেশ হৈ সিংহদ্বাৰতে থিত হৈছে। সোমাই যাওঁতে পাণ্ডা বোলে কোব লব লাগে একটি গা-পতি। তেহে ছোট আতা ঘোৰা মাতিছে,

দোলামাৰিঘাট জিয়াগঞ্জ

গীত ৰচনা

ৰুক্মিনী মন্দিৰ

পুৰি প্ৰবেশ

"হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ-প্ৰহাৰযোগ্য।
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱ-যাক।

—হেনয় দ্বাৰত বেত্ৰ প্ৰহাৰ পাইবাৰ যোগ্য,
হও আমি কেমন বৰাক ॥"

পাছে গৈ নাট মন্দিৰতে বসিছন্ত। আৰু মহন্ত সৰ বহিছে। কৃষ্ণ-চৈতন্য, শ্ৰীচৈতন্য, হৰিব্যাস, ৰামানন্দী, নিত্যানন্দী, শিশু জগন্নাথ, ছোট জগন্নাথ, গৌৰীয়া শিশু গাৰিম, বৰ গাৰিমা, সৰু গাৰিমা, হনুমান, জাম্বৱন্ত, উদ্ধৱ, অশ্বত্থামা, বিভীষণ, এই নৱ মহন্ত একত্ৰ হৈ বহিছে। আৰতি প্ৰসঙ্গ হ'ল, দাসী নচাইছে, এটাৰ কুলবিন খসিল, গুৰুজনে অল্প হাস্য কৈলে। দেখি তাৰা সবে বোলে এনে লঘু কাৰ্য্যত উত্তম লোকে হঁহা নহয় সজ। গুৰু বোলে কিহত? দেখালে তাৰা সবে। বোলে আৰু আমি দেখাই নাই। বোলে কিয়নো হাস্য কৰা গ'ল? বোলে পাণ্ডা ভোগ নমাইছে ঠাকুৰৰ, উতল হাতে পৈল, এৰিলে পৰে, নেৰিলে পোৰে, উপায় নেপাই চেলেকা মাৰি থই থলে। তাতেহে হাস্য কৈলোঁ। নুধুলে দেখি। তেহে মতাই আনি সুধিলে বোলে হয়, আৰু শ্ৰেষ্ঠা নপাইহে—কৈলোঁ। মহাজন সবে বোলে পাথৰ-গৃহ অভ্যন্তৰে কথা, কিৰূপে জানিলে, দেখিলে ভবিষ্যৎ-কাৰ্য্য! আৰু ঈশ্বৰ যে সদাশিৱ সেই শঙ্কৰ, আমাৰ দণ্ডৱত প্ৰণাম! তেহে পূৰ্ণৰ শক্তি দেখি গুৰু বৰ পণ্ডা ঠাকুৰৰ বচা মানিকি মধুৰী ভোগ প্ৰসাদ দিলেনি। গুৰুজনে বোলে ৰবাপো, সজ কৈ লব দিয় পথফুৰা স্নানকৈ ভোজন কৰিম গধূলা। পাছে বৰ পাণ্ডা ৰাগি বোলে ডেকাগিৰি, এই পুৰুষোত্তম ক্ষেত্ৰ পৃথিবীৰ বৈকুণ্ঠ, আতে পূৰ্ণ কৃষ্ণ বলভদ্ৰ সাক্ষাত ব্যক্ত হৈ আছে, আত হে মায়া আনা? চাৰি সিদ্ধত জয় বিজয় দেখি কেনে হ'ল নেদেখিছা? ব্ৰহ্মত কি বিকাৰ আছে, "পাইলে মাত্ৰ খাইবে অন্ন, মোক্ষক সাধয়।" মহা প্ৰসাদহে অৱহেলা কৰিছা হয় ঠাকুৰ, তোমাৰ

দাসী নচা সময়ত শঙ্কৰৰ হাঁহি

দেশত প্ৰসাদত বিশ্বাস মান নহব। তেহে ভক্তে সমে গুৰুজন ওলাই আহি মাৰ্কণ্ডেয় হ্ৰদ তীৰে বাসা কৈ ৰহিছে। ছোট আতা প্ৰসাদ বাণ্টি দিছে, গুৰু ভক্তে সবেও লৈছে। গুৰুজনৰ অৱশেষ কিছু ৰ'ল। ছোট আতা গামচাৰে আটিকা বান্ধি খন্তাৰ আগে আৰি থলে। দুপৰ নিশাত সুবৰ্ণৰ মাৰ্জ্জাৰী ৰূপে জগন্নাথ লৈছেহি। গুৰুজনে সাৰ পাই শুনে খুটু খুটু কৰে। বোলে বৰাপো, প্ৰসাদ কিহে খায় চোৱা। ছোট আতা গীত কৰি মাতিছে,—

গীত "যাদৱ, লীলা জানব কোই।
ব্ৰহ্মা শিৱ, সুৰপতি চিন্তিতে আকুল হই॥"

প্ৰাত শৌচ শুদ্ধি হৈ সমুদ্ৰ স্নান কৈলে, ঢৌতে সাগৰ-জুলি বস্ত্ৰ দি সেৱা কৈলে। নিত্যকৰ্ম্ম কৰি জগন্নাথৰ পুৰি দৌল সোমালগৈ। নাটমন্দিৰ দ্বাৰতে ধৰি ছোট আতা গীত কৰিছৈগৈ,—

গীত "মোকে দেখিও না কেনে আহে জগন্নাথ
মই বৰ পাপেৰ পাপী–।
সংসাৰ কূপত পৰিয়া তোমাৰ
চৰণে নধৰোঁ চাপি॥"

আৰু জগন্নাথৰ জগমোহন চৰাই নাটমন্দিৰ গৈ মোহন মন্দিৰ পৰাহে দৰশন হ'ল। শ্ৰীমন্দিৰ নোসোমাল। আৰু কতো মুখে কয় সাগৰে আহি স্বপ্নতে সাগৰজুলি বস্ত্ৰ দি গুৰুজনক সেৱা কৰিছেহি। আৰু পূৰ্ব্বে ইন্দ্ৰদ্যুম্নে একোটি শালগ্ৰাম লক্ষ্মী-নাৰায়ণ পুতি দৌল কৈলে। সমুখে যাওঁতে পুণ্য উৰ্দ্ধ—পাছ দি অহাত পাপ অধঃ। আনে ভু নেপায় আৰু। এতেকে গুৰুজন নোসোমাল। শ্বেত গঙ্গা, মাৰ্কণ্ডেয়, ইন্দ্ৰদ্যুম্ন, চন্দন সৰোবৰ, লোকনাথ, এই পঞ্চতীৰ্থ-স্নান কৰি উত্তৰাৰ্ক দখিনাৰ্ক দিনা জগন্নাথ দৰ্শন হৈছে। তাৰ

পাছত ঘুমুছা বাৰী দ্বাৰকানাথ, বংশীধাৰী, নৃসিংহ, উদ্ধৱ, বলি, প্ৰহ্লাদ, যম, শিৱ, ব্ৰহ্মা, হনুমন্ত, ৰাম, লক্ষ্মণ, জাম্ববন্ত, লক্ষ্মী-সৰস্বতী, বিমলা স্বৰ্গদ্বাৰ, বটগোবিন্দ মৎস্যমাধৱ, চন্দ্ৰ, সূৰ্য্য, বায়ু, উগ্ৰসেন,—বসুদেউ, দৈৱকী, নন্দ—যশোদা, ৰাধাকৃষ্ণ এই সবকে মুখ্যকৈ আনো-অসংখ্য ওৰেষাৰ তীৰ্থক্ষেত্ৰ মূৰ্ত্তি সবাকে মহাপুৰুষ স্নান, দান, দৰশন, পৰশন, দেখাই কৰালে। পাছে বৰ বৰ মুখ্য পাণ্ডা গুৰুজনৰ ঈশ্বৰ শক্তি দেখি গুৰু বুলি শৰণ ললে। শুকদন্ত, ৰাম, ৰামানন্দ, হৰি, হৰিদাস, জয়, জয়মুনি, শৃৰাম, যদু, কৃষ্ণ কাম—এই বাৰ জনে। তেহে গুৰুজনে তিনি পক্ষ ৰহি ঠাকুৰত বিদায় কৈ আহিছে। পাণ্ডাসবে আঠাৰে নলা চৰাত, তুলসী চৰাত, আগ বঢ়াই সেৱাকৈ গ'লহি। তাতে গুৰুজন ৰহি পাছ দিনা ছাতি গোপালপুৰে লখাই ছৰ্দাৰ গৃহে বৈছেহি। তাতে দুই যাত্ৰী আগে বৈছে। গুৰু বোলে তুমি কোন দেশ, কোন আচাৰ্য্য? কে ধৰ্ম্ম ধাম, কেবা তুক বাজি? মহা তেজ শক্তিএ ধৰি বোলে মহচয়, পূৰ্ব্বাপৰে কহোঁ চুনা। গৌৰেশ্বৰে দিগ্বিজয় কৰি দেশ প্ৰদক্ষিণ কৰোতে পুব দেশে এক ক্ষত্ৰিয়ৰ বাৰী গৰ্ভৱতী স্ত্ৰীতে মহ জনী খীৰাইছে। গেৰা পোৱালীটো, ফই গাছে ভৰিৰে টিপা মাৰি লৰ চৰ কৰিব নুৱাৰে। ৰাজা লক্ষকৈ বোলে এই স্ত্ৰীটো লৈ থক, আৰ গৰ্ভে ক্ষত্ৰি দুটা বীৰ আছে। তেহে আনি থৈছে যমজ পুত্ৰ হ'ল দিব্য সুন্দৰ সুলক্ষণ পুৰুষ। নাম দিলে মাতৃদত্ত ৰূপসনাতন। বিষ্ণু অংশ দুই চাই দিনে যৌৱন হ'ল। ৰাজা অপুত্ৰক দেখি পৰম সন্তোষ। তেহে গৌৰেশ্বৰ ৰূপক ৰাজ্য অভিষেক কৰি কালৰ প্ৰমাণে চলিল। ৰূপ ৰাজ পালি পাঁচি মহা ক্ষত্ৰিয় ধনুৰ্দ্ধৰ-হৈ পুত্ৰৱতে ৰাজ্য চৰ্চ্চি আছে। একদিনা ৰঙ্গশালামঞ্চে চৰি হস্তী যুজাই।

লখাই ছৰ্দাৰ

ৰূপসনাতন

হুৰাটোক খেদি নিছে জিকাটে। পাছে চিপাহী দিলেগৈ কাপৰ বাউলি দি চাপৰ মাৰি চিটি দিলে। উভটি বাতুল গজে খেদা মাইলে; হয়হে গজাকোশে ধৰে, নগনে তাক। পায় পায় যেন হুওঁতে বোলে সাৰ ভাই সাৰ, এই বাৰেসে বাৰ। পাছে সাৰিব মুৱাইলে, ঘোৰাই সহিতে ৰাছুত মাইলে। পাছত ৰাজা সুধিলে বোলে মৰা সমএ মাহুতে কি বুইলে? মন্ত্ৰীএ বোলে মহাৰাজ, চিপাহী মাউত দুই ভাতৃ, হস্তী গজাঙ্কুশে ৰাখিব নপাৰি, "সাৰ ভাই সাৰ, এই বাৰেহে একা বাৰ" আকে বুইলে। পূৰ্ব্বৰে অৱতাৰী অসুৰ পতি অংশে, নৰভাও এৰিবৰ চিত্ত হ'ল। ৰাজা মনে গুনি থিৰ কৰি মহাবৈৰাগ্য বিৰকতি লাগিল। বোলে সাৰ ভাই সাৰ, সাৰিব মুৱাইলে, মৰিল। ইবাৰপৰা দহোঁ জইম্ম নাই। কিহত লাগিছো, কি তুচ্চ ৰাজপদ ই। এই বুলি সবে ৰাজচিহ্ন এৰি চিৰ ছিগা জুলি কন্থা খন্থা মৈৰা লৈ নিশাই গুচি আহি বৃন্দাৱনত ঈশ্বৰক আৰাধনকৈ আছেহি। মধ্যাণ কালে ভগৱন্তে এসন্ধ্যা দেৱযোগ্য দ্ৰব্য মিলায়। তাকে লৈ আছে। ত'ত পাত্ৰ মন্ত্ৰী সৱে মিলি ৰাজাক বিচাৰকৈ নপায়। ভাতৃ সনাতনক দণ্ড পাট দি ৰাজা পাতিলে। তাৰাও মহা বিৰকত ভাএ জ্যেষ্ঠকে চিন্তি ৰাজ্য পালি আছে। বৌ-মাতৃৰে একে শয্যা শোএ, শাস্ত্ৰী ধৰ্ম্ম-ভ্ৰষ্ট হয় বুলি মাজতে বস্ত্ৰখান থয়, মনে যেন পৰ্ব্বত খান হে আছে, মানে দুইক দুই-দৃষ্টিৰেও নেদেখে। এনে ভাএ ধৰ্ম্মে প্ৰবৰ্ত্তি ৰাজ্য পালি আছে কতো দিন। তেহে ৰূপে এখেৰ পৰা যাত্ৰীৰ হাতে পত্ৰিকা দি ৰাজপদ নিন্দি তুচকৈ মাতিলে। পাই চাই মহা বিৰকত বৈৰাগ্য লগিল। গুচুৰি কম্থাকৈ সুবন্নতাতে বলি সুমাই, দস্ত পাট এৰি বৌএকক লৈ নিশাই গুচি গ'ল। গৈ বিচাৰি কতো দিনে পালগৈ ৰূপক, পৰি দণ্ডৱতে সেৱ

কৈলে। বোলে সনাতন আছিলিনে পা? বোলে দদা, আপুনাৰ প্ৰসাদেসে কৰ্ম্মবন্ধ ছিণ্ডি আনিছে।" "এই ঠাঁইলৈ আনিলি কিয়? বোলে আপনাকে কায়, বাক্যে মনে চিন্তি আছে। পতিব্ৰতা নাৰী এৰিলে দোষ হয় বুলিছে অনা গৈছে। আৰু শাস্ত্ৰনীতি—মাতৃক পুত্ৰে অনাথকৈ এৰিব নপাঞ। বোলে বাৰু বাপু, ভগৱন্তক চিন্তা আন আশা নকৰি হৰি গুণ লগাই সাৰিবৰ মন কৰা দুইও বাৰু। পাছে আছে দিনা চাৰি, আহাৰ নিমিলে। বোলে সনাতন, কিবা আছেনে তোমাৰ হাতে? দহোঁ ভোগ ঈশ্বৰে নিমিলায় আগৰ দৰে? বোলে দদা, এ এশ সোণা বলি কথাত আনিছোঁ। বোলে ভালেহে। উলিয়াই ভঙ্গাই বৰ সাতদিন সাতনিশা ভওৰা ফলাহাৰ পাতিলে। অনেক ব্ৰাহ্মণ, বৈষ্ণৱ, বৈৰাগী, যাত্ৰী, সন্ন্যাসী, যোগী, যতী, ব্ৰহ্মচাৰী, দণ্ডী, বানথ আশ্ৰমী, দুগ্ধ, চিৰা, চেনী, ঘৃত, মধু, মণ্ডা, মনোহৰা, বাতাচা, জেলপি, ফেণী, লুচি, পুৰি, জিনৈ, আতা, মোদক, ইখু, আখৈ, জৰা, পুৰা, খাই আগাৰ কৰিব মুৱাইলে। অনেক সহস্ৰ সংখ্যাত লোকে দি অৱজৰ হৈ এক শৰণ ধৰ্ম্ম প্ৰবৰ্ত্তি-প্ৰবৰ্ত্তাই আছে বৃন্দাবনত।—আৰু এ চলা খলা খোপা শিলাত শয়ন কৰে হৰিক চিন্তি। সনাতনে দেখি শিলাকুটি আনি নিমজ কৈলে নিদ্ৰা আহি সুখি হৰাল। বিচাৰ কৈ ফুৰুতে অনেক শিশু সবে কোবায় তাতে ব্যক্ত হৈচে পুনৰ। অনুক্ৰমে দেৱ-যোগ আহাৰ মিলি আছে। তাবাবে আমি দাস ভাগীন হঞ। গুৰুজনে বোলে এক শৰণীয়া লোকৰ গুনে বেশ হব নপায় দহোঁ? বোলে বাপ, চাউল কাৰণেদেশ লৈ ভেশ। অন্তৰ বোধে পৰমাৰ্থ হৈ চালে একে আছিল। পাছে গুৰুজনক সংস্কৃত্য দি তুতি কৈ সেৱা-কৈলে। তাবে শ্লোক ভাঙ্গি আশ্ৰয় পটলৰ সুন্দৰীত ছোট আতা ঘোষা কৰিছে—

"নোহো জানা আমি চাৰি জাতি,
চাৰিও আশ্ৰমী নোহো আতি,
নোহো ধৰ্ম্মশীল তীৰ্থ ব্ৰতঅবগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ,
গোপী-ভৰ্ত্তা পদ কমলৰ,
দাসৰো দাসৰো তান দাস ভৈলোঁ আমি॥"

কটক তৈৰ পৰা আহি কটক নগৰত ৰ'লহি। ছোট আতাৰ হাতে এটি টকা দিলে খৰ্চ্চা কৈ সিধা আনিবলৈ। গৈ বন্দৰত বটৰ তলে মেৰিত ধেলী বৰপসাৰীক দিলেনি। টকাটি চাই পসাৰীএ বোলে দেখো গোকুলৰ কানাই চিহ্নী টকা। নিয়া যাওক, ইয়াৰ আমি খৰ্চ্চা দিম। টকাৰ জোখে বস্তু দিলে। আৰু এটি টকা দিছে কালৈ সিধা, ভাঙ্গি দিব দিছে। আনি বান্টি দিলে ছোট আতা, ভোজন কৰিলে সবেও। গুৰুজনৰ, ছোট আতা ঠাই, চৌকা, খৰি, পাণী, পাত, জুই, শাক, সবাকে ধুতিএ কৰি ভোজন কৰাই পাত, চুৰা, গুচাই বিচনাকৈ শুৱাই তৈল টেঙ্গা দি পাও জাস্তে, নিদ্ৰা আহে, তেহে সেৱাকৈ যায়। সেই মতে শ্ৰীৰাম আতা সকলোখানি কৰি বৈ থাকে। গৈ চাউল সিজাই দুওজনা খায়, শোএ ঠাই শুদ্ধকৈ পাও জাস্তে, নিদ্ৰা আহে। তেহে শ্ৰীৰাম আতা শয়ন কৰেগৈ। নিশা তিনি পৰ খনো বাঢ়েগৈহে। আন সব দুঘুমতি, এঘুমতি শুই সাৰ পায়। এই মতে নিতে ওলাবৰে পৰা ছও মাসে গুৰুজনৰ ছোট আতা তাৰাৰ শ্ৰীৰাম আতা পৰিচৰ্য্যা কৃত্য সেৱা কৰে। সেই দিনা পাও মাৰ্জ্জোতে ছোট আতাত সুধিলে বোলে ৰৰাপো, আজি ক'ৰ চাউল আনিলাগৈ? বোলে বাপ, টকাটি যি দিয়া গৈছিল, ধেলী বৰ-পসাৰী বোলে হুমু, তেওঁকে

দিলোঁগৈ। তাৰা চাই বোলে দহোঁ গোকুলৰ কানাইৰ এই টকা বুলি ওভটাই দিলে। টকাৰ জোখে খৰ্চ্চা দি পঠালে শুদাই। পাছে গুৰুজনে বোলে বুঢ়ীএ কি কাম কৰিলে, গোটে নিসিজিবলৈ নথাকিল আৰু। বোলে আমি পৃথিবীৰ ধূলা, হিমৰ কণিকা বৃষ্টিৰ ধাৰা, সাগৰৰ বালা সবাকে গণিব পাৰো, শত সহস্ৰ ব্ৰাহ্মণ সুবৰ্ণ দানত যি ফল হয়, তাকো কব পাৰোঁ, তেও বুঢ়ীএ চাউল কঠি দিছে তোম্ৰা সবে গৈ হৰিগুণ গাইছা, আটকত শ্ৰদ্ধাৰে, বুৰী নো কত ভাগ্য ফল হব কবই নুৱাৰোঁ। আৰু হোৱা, আধাৱস্তুক দান দক্ষিণা ভোজন কৰালে ভৰণ কলহত জল ভৰা ক্ৰম, সাগৰত বৰণী টোপোৱা দৰে, পাবৰ-গাজ বহু কালেহে গাজ ধৰে, দুখী দৰিদ্ৰক, ভক্তক, দান দখিণা দিলে থলে একা আকাল আটকত এগুণে দুগুণৰ সম ফল গাঠিত গজে, চেঙ্গাৰ গাতৰ টোপ দিলে ধৰে, গাজে। তাৰ পৰা গৈ মহানন্দা পাৰৈহে বৈতৰণী জাহাদপুৰত বৈছে। আনখন জনমূৰী কৰি তুলি নি ছোট আতা বেসাটি কৰি আনি সবাকে ভগাই দিএ। এটি টকাৰ কৰি চাৰি কাঞ্চনে কুলায়। চাউল, লোন, তৈল, পতিলা লাকুৰি তৰকাৰি, একালি, বাত্তকি, হৰিদ্ৰা গুৰা, গুৱা চফাৰি সবাকে এ সন্ধ্যা জোৰে। গুৰুজনে খেলী পসাৰীক প্ৰশংসা কৰিবৰ শুনি আতৈ সবে জনমূৰী সিধাৰ বাবে একোটি টকা ভাঙ্গি একো সন্ধ্যা দেখা দেখিকৈ দিছে। আনখন কৰি তোলাত হকা হুনা লাগে কিছু। সেই দিনা ধনঞ্জয়, সঞ্জয় দুজনে দিলে টকা নিজ জ্ঞানে। ছোট আতা আনি ভাগকৈ দিলে, ভোজন কৈলে। গুৰুজনে সুধিছে বোলে বৰাপো, কৰি তুলিবৰ আজি দহোঁ সাৰ নাপালোঁ, কৰনো খৰ্চ্চা কৈ সিধা আনিলা? বোলে বাপ, আপুনি খেলী পসাৰীক

মহানন্দা জাহাদপুৰ

প্ৰশংসা কৰিবৰ শুনি গা পতি একোটি টকা দি নিতে সেৱা ধৰিছে আতৈ সবে। আজি সঞ্চয় ধঞ্চএ দিছে। তেহে গুৰুজনে এক আৰ্হিতুলি দৃষ্টান্ত দিছে। এক ৰাজা মৃগয়া কৰিবলৈ গ'ল অৰণ্যত। ৰ'দে তাপে তৃষা খুধা আৰ্ত্ত হ'ল। নদী, পুখুৰী, বিল একো নাই, জল নপাই ৰাজা প্ৰজা বিকল হৈ বিচাৰি এটা মহখুলি পাই তাৰে জল খাই ৰাজা প্ৰজা ৰইখা পালে। পাছে ৰাজা মন্ত্ৰীক আদেশ কৈলে, এটি আতে পুখুৰী খনা। বকৱা গৈ খনালে, হ'ল। তেহে ৰাজা উছৰ্গা কৰিবলৈ গ'ল। পুৰোহিতে বেদ মেলি সঙ্কল্পলৈ দেখে বটাত ধৰে; পুনু চায় কোহ্লতে ধৈলে; আকৌ চালে কৰত ধৰে; লুটিয়াই চাই দেখে মৰাত উঠে; পুনৰ চায়, ৰৰাত; তুনাই চায়, ম'হত, তুছৰি চায় গৰত; তাৰ পৰা চায়, হস্তীত ধৈলেগৈ। তেহে ৰাজাত কলে। পুৰোহিতে বোলে, মহাৰাজ, এনে আশ্চৰ্য্য দেখা নাই। বটা, কোৰা, মৰা, কৈৰা, মহ, ৰৰা, গৰ, হস্তী এই সতবহু সঙ্কল্প ধৰে, আছে। আপুনাৰ নামে ঘুৰাই পকাই চাঞ, নাহে দহোঁ, কি হব? তেহে ৰাজা জ্যোতিষীয়া চন্দ্ৰবিপ্ৰক আনি চোৱালে। বোলে মহাৰাজ, বটা, মৰা এই সবত ধৰিব পায়। বোলে কিয়? আন পুখুৰীত যে নধৰে, মোৰনো কিয় ধৰে এতেকত? বোলে পূৰ্ব্বে তাতে বটা পৰিখুলি কৈ-ধূলি ললে। তাতে কিছু জল ৰ'ল। তাতে কোহ্লাও পৰি দ কৈলে, ম'ৰাও পৈল, কৈৰেও খানিলে কিছু, ৰৰাও পৰি খুলি বঢ়ালে কিছু। মহ লেটি পৰি বাক কৈলে, গৰ তাতে ৰ'দত বৰ দ কৈলে, হস্তীএ গৈ জল খাই পৰি বৰ বহল দকে কৈলে। তাতেহে আপুনি জল খাই পুখুৰী খনাইছা। এতেকে মহাৰাজ, বেদে পূৰ্ব্বৰ বটাৰ পৰা সংকল্প ধৰে, বটাৰো কিছু আপোনাৰো

অৰ্দ্ধে-ধৰ্ম্ম হব। পাছে কৰিলে উছৰ্গা, দান দখিণা। এতিয়াও জানা আতৈ সব, ধেলীক দেখি যি দিছা সিকঠিৰ লগ সম কিয় হব? তেও কিছু হব, দিয়াহঁক। পাছে তাৰ পৰা আসি বালেচৰ বন্দৰে বুঢ়া নদী তীৰে ৰ'লহি। সন্ধ্যা লাগি হাট গুনে, উঠিল। ছোট আতা জন চাৰি ভকতলৈ গাএ সোমাই গৈ, একবুৰীএ কান্দিছে বিনাই। তালকে গৈ বোলে বুৰী, কিয় কান্দ? বোলে বুপা, কি সোধা? একেটি বেটা, সে এ গৈ চিপাহী চাকৰ হৈ ৰণে গ'ল। ভঙ্গালে বৰ্গি এ, হুনু বহুত পৰিছেও, মোৰ ভৈয়াইৰ বা কি হৈছে! তেহে ছোট আতা বোলে তোৰ বেটা পঞ্চিশ বৰ্ষীয়া মানে নহয়? বোলে হয়। দাঁৰি নগজা, নহয়? বোলে হয়। উজলা দন্তা নহয়? চেপেটা কৈ নহয়? বোলে হয়। বোলে হয়। ক'লা নহয়? বোলে হয়। তেনেহলে সেইটো আহিছে, ঘোৰাত উঠিএ মোটৰি কপলৈ। পাছে বুৰীএ বোলে মোক জানিবা জীউ দান হে দিলা। তোমাৰ টকা নালাগে, এনেই দিওঁ চাউল, বাপুৰ বাৰ্ত্তা ক'লা। সবাকে জোৰাকৈ ভোজন সম্ভাৰ সমগ্ৰে দিলে। আনি বাণ্টি দিলে, ভোজনকৈহে গুৰুজনে বোলে ববাপো, ক'ত পালাগৈ চাউল, টকা দিছে কাৰ? বোলে বাপ, হাট ভাগিল, বস্তি গ'লোঁ সোমাই, এক বুঢ়ীএ দহো কান্দিছে। এই ক্ৰমে বয়স আকৃতি কলোঁ, এনেই দিলে টকাৰ সমল সম্পূৰ্ণে, ভাঙ্গি-বলৈ নহল টকা। বোলে ববা পো, এনে ভুককিয়াই ভাণ্ডি মিছাকৈ আনিব পায় নে? বোলে বাপ, মিছা কোৱা নাই। বোলে কাছানি তাক তুমি দেখিছা, বয়স আকৃতি বে ক'লা বুঢ়ীত? বোলে বাপ, এতিয়া এই জন্মত যদি দেখা নাই, তেও জন্মান্তৰে দেখা হৈছেহে। কলিয়া বুলি যি কলু, তোমাৰ একা শৰণ ধৰ্ম্ম নপায় মানে, অনাদিজন্ম বাসনা মলেৰে ক'লাহে। দাঁড়ি নাই

বালেচৰ বন্দৰ

বৰ্গী

বুৰীৰ শিখা

যি ক'লু, ভক্তি বস্তু নে পালে জীৱ স্ত্রীহে। উঝলা বুইলোঁ, তোম্রাৰ শুদ্ধ মত ধৰ্ম্ম পালেহে সম, ন পাই মানে স্বর্গ, মৰ্ত্ত্য পাতাল অনেক ব্ৰহ্মাণ্ডত উঝাৰিহে ফুৰে জীৱ সংসাৰত ভ্ৰমি বাগৰি। আৰু চেপেটা বুলি ক'লু হৰি ভজি হৰিগুণ নলয় মানে যোনি চেপাত আয়াযাত কৰোঁতে চেপেটা। যেতিয়া পৰম তত্ত্ব লভে তেহে জন্ম মৰণ গুচি গোটা হয়। পঞ্চিশ বৰ্ষীয়া বুলি যি কলু মহা প্রলয়কে সীমাকৈ পঞ্চা কোটি কল্প ভ্ৰমিবইহে হৰি ভক্তি নপায় মানে। টকাৰ কলু মোহে মোটৰি, অবিদ্যাৰ পঞ্চ পৰ্ব্বে ধন, আশা এ ৰজু, মনে ঘোড়া, খেদে বেগ, তিনি তাপে শোকাগ্নিত পুৰি মৰে ৰবী, তাইৰো জুই স্নুমালোঁ বাক্য বৃষ্টিৰে, আপুনাৰ হৰি গুণ গোৱা সেৱকৰো উপবাস গুচাই আত্মা তুষ্ট কৰা হ'ল আপুনাৰ হৃদয়ত লৈ বাপ, কোন খাম্নি মিছা কলু আমি ? গুৰু হাস্য প্রশংসা কৈ ৰ'ল। তাৰ পৰা দামোদৰ নদীৰ কিনাৰে বৰ্দ্ধমানত ৰ'লহি। তপাৰ বলোৰাম আতৈএ সিধা দিছে অনেক দ্ৰব্যৰে। তাৰ পাঁচ দিনা কমাৰ পুখুৰীয়াত বৈছেহি। ৰাম ৰাম গুৰুএ দিছে। তৈৰ পৰা নদীয়া গোপীনাথে বৈছে। ৰাই আতা দিছে দুই টকা ভঙ্গাই দুসন্ধ্যা দুদ, খীৰ, দাইল, চেনী, বাৰে মছলা ঘৃত মধুএ সৈতে। তাৰ পৰা গৈ শান্তিপুৰে বৈছে, কালিৰাম আতৈএ দিছে। তাৰপৰা কাটুৱাত বৈছে, পৰ্ম্মানন্দ আতৈএ দিছে। তাৰ পৰা গৈ গঙ্গা তৃপিনি মুখে স্নান, দান, দখিণা দিছে ব্ৰাহ্মণ বৈষ্ণৱক সাদিন বাচ কৰিছে। দৈৱজ্ঞ নাৰায়ণ, দিঙবৈনাৰায়ণ, বলোভদ্ৰ, জটিৰাম, গোবিন্দ, গোপাল, মুকুন্দ এই সাতজনে সাত টকা ভাঙ্গি সাত ৰোজ ধৰিছে। তাৰ পৰা কাচিমগঞ্জে বৈছে, তাতে আঢ়ৈ আতৈএ দিছে ডেৰ টকা ভাঙ্গি ভৰ্ত্তিকৈ, তাৰ পৰা মুচোয়াবাজে বৈছেহি। তাতে সক বলোৰাম আতৈএ দিছে সাত শিকা ভাঙ্গি। পাঁছ দিনা জিৰাইছে, তাতে

বৰ্দ্ধমান

কামাৰ পুকুৰ

গোপীনাথ

শান্তিপুৰ
কাটুৱা

কাচিম গঞ্জ

মুচোৱাবাজ

গোকুলচান্দে সাতকুৰীয়া নাৰায়ণ আতৈএ হুও দহু মহা খৰ্চ্চা কৈ লি পুৱা দিছে। তাতে বৃন্দাবনৰ যাত্ৰী সুশয়া প্ৰাতচ কালে ৰাধা কৃষ্ণৰ বৰ্ন্নন আৰতি তত্ত্ব গাইছে ভট্ ভট্ কৰে। মহাপুৰুষ গুৰু শুনি বোলে বৰা পো, লোক'ৰ ভাটে দেখোঁ ভট্-ভটাইছে, আমাৰ ভাটে নো কি কৰা যায়? মূল ৰাখিব পাইলে সজ। পাছে শ্ৰীমাধদেউ পুৰুষে গুৰু বাক্য শিৰে ধৰি প্ৰাতঃ সমএ ভটিমা টোটয় কৰিছে। তাৰে পৰা গৈ গঙ্গাৰ তীৰে জঙ্গিনপুৰে ৰহিছন্ত। তাতো বুঢ়া দৈৱজ্ঞে দিছে। তাতে গোকুলৰ বৈৰাগী যাত্ৰী ৰৈছে। বিহান কালে গাইছিল, ভাষা মাতে বঙ্গালী কৃষ্ণ বলভদ্ৰৰ চৰিত্ৰ,—"যমুনাৰ তীৰে তীৰে যদুৰাই। ব্ৰহ্মাণ্ডৰ ঈশ্বৰে ধেনু চৰায়।" তিনি চাৰিজনেও একত্ৰ হৈ গাইছে ঝুত্ জুত্ কৰে, বেচ শুনি। গুৰুজনে শুনি পৰম সন্তোষ হ'ল। বোলে বৰাপো, মূল ৰাখিব পাৰিলে, পূৰ্ণৰ খেলা সজ গাইছে। তেহে ছোট আতা গীত কৰিছে 'কামদ' ৰাগ দি—"আজু গোপীনাথ পেখলো আখি

যমুনাৰ তীৰে ফিৰে ধেনু ৰাখি॥"

মুখ্য, মুখ্য, এই থকা ঠাই, আৰ মাজত কত ৰৈছে। ছমাহত ন কুৰি দিনত, ছকুৰিজন ভক্তে অনেক ঠাইত দিছে অহাত ৰৈছে, কোনেকৈ অন্ত পাব—কৰিব আগপাছ বঢ়া টুটাৰ।

তাৰ পৰা ভগনগোলাত ৰৈ ভক্তিপুৰ ঘাটে পদ্মা পাৰহৈ পুখুৰীয়াগঞ্জে ৰহিছে। তাৰপৰা জাহ্নবী তীৰে গৈ স্নান পান ভোজনকৈ ৰৈছে। তাৰপৰা খাজুৰপুৰে ৰহিছে। তাৰপৰা কালিন্দ্ৰী গঙ্গা স্নানকৈ চন্দাগঞ্জে ৰহিছে। তাৰ পৰাহে চিলিমপুৰে ৰৈছেগৈ। তাৰ পৰা মোহনা গঙ্গা তীৰে ৰৈছেহি। তাৰৰ্ত্তে আহি পুন্নভৱা গঙ্গাৰ কাষে বিনাজপুৰে ৰৈছে, তাৰ পাছ দিনা কৰতীয়া গঙ্গা উত্তৰি গোবিন্দ গঞ্জে ৰহিছন্ত। তাতে শূলপানি সন্ন্যাসী এ দহচেৰ চিৰা দৈ

ভটিমা টোটয় ৰচন

জঙ্গিনপুৰ

গীত—

চন্দাগঞ্জ

বিনাজপুৰ

গোবিন্দ গঞ্জ

এভাও, চেনী এমলা কলা এক আখা বৰচৰুত সানি খাইছে। গুৰুজনে দেখি বোলে ববাপো চোৱা চো, আমাৰ সবাকে কুলায়, কিয় অত খায়? বোলে বাপ, পাপময় দেহা তাবেহে ভাবী সেৱক বস্তুৰ নাম বাসা হৃদিত ক'ত খাব সংসাৰ পুৱা নিশা পেট ফিঙ্কি দেহ যায় বুলি গেৰিয়াইছে। গুৰুজনে বোলে ববাৰপো, কিবা উপায় আছে যে দিয়া, প্ৰাণী ৰক্ষা পক। তেহে ছোট আতা পান ৰসকৈ খালোন খুৱাই দিলে। উদৰ চলি জাহ গৈ সকাহ পায় পুৱা শৰণ লৈছে নেৰি। তাৰ পৰা আহি কিস্তা গঙ্গা উত্তৰি তাৰ কাখে মগু ৰাজাৰ বাৰী ঘোৰাঘাটে। কৃষ্ণৰ গৃহচিচাৰ তাতে ৰহিছে সেৱা সংকাৰ কৈ। তাৰ পৰাগৈ গৌৰাঙ্গ পাৰ হৈ সিঙ্গিয়াগঞ্জে ৰৈছে, দোকান উঠিল। সেএ সীমা বেহাৰ ৰজাৰ দেশ মাটি সেই গ্ৰাম চিলাৰায়ৰ। গুৰুজনে বোলে ববাপো ভকতৰ আজি উপাসে হ'ল। বেহাব কিনাবলৌ হাট উঠিল। বোলে বাপ, জনচাবি ভক্ত দিয়ক। লৈ গৈছে, সিবোলাকক বোলে মই যেই বোলোঁ ধৰিবা কৰিবাহঁক। দেখে এটা কোৰ ধৰিছে, বোলে সেইটো ধৰি আনা। সি বোলে বাপ, কি হৈছে? বোলে তোৰ ঠাকুৰিয়াক দেখাই দে'। সি গৈ দেখালে, বোলে আক ধৰা, গোটাই বান্ধা, বোলে বাপহে, কিয় বান্ধিব লাগে, কি হুইছে কোৱা যক। বোলে তুজনাকৈ ৰাজাৰ শহুৰেক বাকৰানিত পাৰি আছেহি, ঘৰ তুৱাৰ নাইঁ, সিধা পাতি নাই। বোলে বাপ, আমি ভু নপাওঁ, তোমা থক, আমি এতিক্ষণে সকলো নিওঁ গ'ল পাছতে। হাতে হাতে খেৰ বাঁহ লৈ নিমিষত ঘৰ কৰিলে। পাছে ৰোজ সিধা সমগ্ৰে দিলেনি। ছোট আতা ভাগ কৈ দিলে। ভোজন কৰি নিশা ৰহিছন্ত।

তাৰ পৰা বিহানে গৈ নলীয়া নদী তীৰে খাৰুিপুৰ গঞ্জে

ঘোৰাঘাট

সিঙ্গিয়া গঞ্জ

অনেক জাইগাকৈ সন্ন্যাসী ৰামাউত ৰহিছে। দেখি ৰাএ বোলে দদা কি পৰমহংস সন্ন্যাসী সব, ইবিলাকৰ চাতে আজি জেগাকৈ বাস কৰোঁহক। গুৰুজনে বোলে বাক তুমি কৰা, আমি নথাকোঁআত' এই বুলি বেলি মণ্ডলৰ গৃহত ৰ'লহি। তেহে ছোট আতা শৰণৰ ঘোষা গাই গুৰুজনক আগত থৈ প্ৰসঙ্গ কৈলে তাতে সেই মণ্ডলেও গালেহি। পাছে মহাপুৰুষ গুৰু বোলে ৰৰাপো, নাম গাবৰ ছলে তাক শৰণ কৰালা। পাছে সি অনেক সাদৰ কাতৰকৈ সাৱধানে সিধা পাতি দিলে। ভোজন কৈলে। কৰি গুৰুজনে এক পুৰাণিক আৰ্হি কৈছে বোলে এক চোৰ মহা ডাকু ; এক মহা নিষ্পাপ পুণ্যৱন্ত ঋষি গৈছে এক অৰাজা জঙ্গলত গধূলি হ'ল' ৰবৰ ঠাই নপাই উপায়, তাৰ ঘলকে গৈছে' বোলে ই বস্তুহে লব নিদিলে মাৰিব, দিলে কিছু নাই। হাবিত বলে হাতী, বাঘ, ভালুকে, দেহকে লব। এই গুণি গাস্থি ৰাতি সোমালগৈ। সি দেখি আশ্চৰ্য্য হৈ বোলে মোৰ নাঞ শুনি ভয়ত ৰাতি চাৰি দিনতো পলায়, এই বামুণ যে নিশা খেদি আহিছে আৰাই ঈশ্বৰ, মনুষ্য নহয়। এই বুলি মানি পৰম শ্ৰদ্ধাকৈ একঠি চাউল খুৱালে, বিচনাকৈ শুৱাই, পুৱা আগ বঢ়াই থলেনি। পাছে কালৰ প্ৰমাণে দুও চলিল। দুতে নি ধৰ্ম্ম ৰাজাক যোগালেগৈ। চিত্ৰগুপ্তক বোলে চোৱাইঁক। চাই বোলে আৰ মান পাপীএই নাই, সবে শৰীৰ পাপেহে, একঠি চাউল লগাইছে পুণ্যৱন্ত বিপ্ৰক। তাৰ পুণ্যেৰে একবেলা ৰাজভোগ পাইছে। এহেলৈ নৰ্ক ষাঠি সহস্ৰ বৰ্ষ ভুঞ্জিব লাগে। তেওঁৰ চাই বোলে শৰীৰটি নিষ্পাপ পুণ্যেহে, অভকত পাপীৰ একঠি চাউল খাইছে। তাৰে দোষে এক বেলা নৰ্ক ভুঞ্জি এহেলৈ স্বৰ্গ ভোগ আছে। চোৰে বোলে সৰ্ব্বতে নৰ্ক যদি ৰাজাকে হৈ ভুঞ্জোঁ। তেহে হৈ অনেক

ভণ্ডাৰ দান কৈলে অক্ষয় পুণ্য হ'ল পাপ খণ্ডি। আৰা বোলে অনেক দিন যদি পুণ্য স্বৰ্গ ভোগ এদিন নৰ্কলৈ কি আহিম, ভুঞ্জিএ একেবাৰে যাওঁ। এই বুলি ভুঞ্জি উঠি জোক জন্ম ধৰি স্বৰ্গলৈ যাবৰ হ'ল মূৰ, ব্ৰাহ্মণৰ কপিলাৰ ৰুধিৰ পিলে অনেক দিন নৰ্ক হ'ল ঋষিৰ।

পূৰ্ব্বে অনাদি শিএ, চাউল আত্মাৰ বাজকৈ স্ৰজিলে, জীৱতকৈ এদিনৰ আগে, তাকে কৃষ্ণদেএ ভাগ কৈলে সংসাৰী ভকতলৈ দ্বাৰকাত। বিপ্ৰ দামোদৰে চাউল চিৰা নিযাত চাৰিভাগকৈ তিনিভাগ এৰি এভাগ লৈ সেৱকলৈ থলে। চাৰি মুঠি জীৱ স্ৰজি আদি নিৰঞ্জনে মায়া প্ৰকৃতিৰ হাতে দিলে' তাৰ ভ্ৰমণ মুঠিকে চাৰি ভাগ কৰি নিজ অংশে ভকতক বাচিললে। তাৰে তিনি ভাগ কৈলে, উত্তমোত্তম, উত্তম, মধ্যম, প্ৰাকৃত্য ; নাম চাৰি, বেদ চাৰি, জই চাৰি, শৰণ চাৰি, যুগ চাৰি, প্ৰসঙ্গ চাৰি, ভক্তিও চাৰি বিধ, নিগুৰ্ণা, কেৱলা, ভাগৱতী, সপ্ৰেমা। সংসাৰীৰো তিনি ভাগ, অধম, নৰাধম, নৰাকাৰ। অধমে কেৱলে দোষ দেখে, তাৰ জাতি ধৰ্ম্মে, বেদেৰে প্ৰবৰ্ত্তি আয়াজাত গৰ্ভবাস নৰ্কভুঞ্জি ফুৰে সংসাৰত। নৰাধম বিধে একা বচনে তোমাক আমাক গুৰু বুলি দেহাৰ মমতত্ব আন দেউ ভজি কল্পে সীমাকৈ যাতনাতে দিন যাব নৰাকাৰ বিধে একা নৰৰ আকাৰ মাত্ৰহে, গুৰু, ভকত, বেদ, ধৰ্ম্ম, নীতি, একো নাই। পৰ্ব্বতে পাথৰে নগা, মিৰি, গাৰো, ভোট ডফলা, অকা নৰা, ৰাক্ষস, অসুৰ, দৈত্য, দানৱ ৰূপে মহা প্ৰলয়কে সীমাকৈ ভ্ৰমিব। এই তিনি ভাগলৈ তিনি মুঠি এৰিলে। এতেকে ভকতে চাউল কঠা বাছি খাব। হৰি বিমুখৰ চাউল কঠা অধলৈ টানে, সেৱকৰ চাউল কঠা কৰ্ম্ম বন্ধ বাসনা ছিণ্ডি উৰ্দ্ধলৈ নিএ। ঘোৰাতে শ্ৰবণ হ'ল, চাউল কঠা জীৰ্ণ গ'ল, কথা সম্বৰি শয়ণ

কৈলে। তেহে তুপৰ চাই দণ্ড মানত ৰাই আতা মাতিব ধৈলে আটাহ পাৰি। সেই সন্ন্যাসীএ লুটি সবে খানি ললে। শুনি গুৰু বোলে বৰাপো, আমাৰ ৰাইক ৰাজহংসে খুটিয়াইছে হব লাগে। পাছে ছোট আতা ওলাই মাত লগালে, সিহঁতে যেন, তুশ মানৰ মাত শুনি ভাগিল। ৰাএ গৈ ওলাল গৈ শুদা হাতে। তাৰ পৰা আহি-সোনকোচৰ কাখে ৰলহি। তাতে উদাৰ আতৈ এটি টকা ভঙ্গাই সেৱা ধৰিছে মদাৰগঞ্জত খৰ্চ্চাকৈ। ভোজনকৈ গুৰুজনে সুধিলে বোলে বৰাপো, আজি কাৰ টকা ভাঙ্গিলা? বোলে বাপ, উদাৰ আতৈৰ। বোলে উদাৰবো আছেনে? আমাৰ আগতো যে মিছা কয় অত মুখ চাবলৌ সজ নহয়নে? শুনি আতৈ আগলৈ নোলায়। গুৰুজনে কৃষ্ণকথা কৈ যায়, সেই পোনে হাবি ভাঙ্গি শুনি যায়। তেহে দিনা চাৰি কৃষ্ণ কথা খুটি ধৰি খোচৰোতা নাই। বোলে বৰাপো, উদাৰক দহোঁ নেদেখোঁ, কলৈ গ'ল? বোলে বাপ, তোম্রা যে বোলা গ'ল, সিদিনা মুখ চাবলৈ সজ নহয়, তাতে হাবিএদি যায়। বোলে মাতাচোন। পাছে মাতিলে, আহিল। দেখে গা কাটি বখলা বখল কৰিলে, তুখ দেখি বোলে উদাৰৰ হবি কথাত কি খেদ, দেহৰ শ্ৰদ্ধা এৰি। মোৰ পাছতে শুনিবা, দোষ, এৰিলোঁ মই। তেহে আহি ছমাহ বেৰাই বৈসাগত পাটবাউসীত থিত হ'লহি ভক্তে সমে। পাএ ছোট আতা গোসানীক সেৱা কৈলেগৈ সোমাই। বোলে মাতৃ যেনে তেনে প্ৰকাৰে আপুনাৰ ধূলাৰ প্ৰসাদে অনা হ'ল। আএ বোলে বাপু, তোম্রাৰ প্ৰসাদেসে মোৰ গোঁসাইৰ মুখ দেখা গ'ল। পাটবাউসী
বিদায়কৈ শ্ৰীৰাম আতা সমে গ'ল গণকুচিলৈ। ঠাকুৰ আতা শুনি অনেক সভাৰ লৈ সেৱা কৈ তীৰ্থক্ষেত্ৰৰ

বাত্ৰা বিদ সুধিছে নিশা থাকি। ছোট আতা যত যি খান দান মাত বলি ফাচ্চি, খাটা ব্যৱস্তা ক্ৰম, কৈ বোলে "পোৱালো বিকৈ, গোবৰো কিনৈ, বিস্ময় ভৈলোহোঁ দেখি। যৈতযিবা আমি দেখিলেঁা শুনিলো, কতেক কহিবো সখি॥"

আৰু এদিন বলোৰাম আতৈ সুধিলৈ গৈ বেতনিৰ মধ্যে ঔতলে বহিছে তিনটা পকা ঔ সৰি গাত পৈল। আহি মাটি পানী স্নান গুৰু সেৱাকৈ গুৰুজনত কলেহি বোলে তোম্ৰাৰ পৰজন্মৰ বাসনা, তিনটা কিল খাব লগা আছিল। নামৰ সেৱকৰ কৃপাত সাৰিল। তেয়ো দৈব্য ঔ ৰূপে চুই গল।

আৰু কাৰলা বাঢ়ৈএ মূৰ্ত্তি কৈলে খেৰ পুঁজিৰ, ফাগু যাত্ৰালৈ। এক হস্তে গৰু এ ভাঙ্গিলে, খুন হ'ল দেখি নপাতি ধনুখনাত পেলালে নি। তাকে দুষ্ট ব্ৰাহ্মণে দেখি কৈ গাই কৰিব ধৰিলে শঙ্কৰে মূৰ্ত্তি নমানে, ঈশ্বৰ মূৰ্ত্তিকো জলত ভবায়।

আকৌ আছে কাতিত ৰাই অতা। ৰাম ৰাম গুৰু আৰু পাঁচ সাত আতৈ সবে গোট হৈ আলচ কৈলে পুনু বৃন্দাবনে যাবলৈ। কৰি গুৰুজনত প্ৰাৰ্থনা বিদায় কৈলে। বোলে বাপ, গয়া, কাশী, বৃন্দাবন চাবৰ চিত থাকিল ; সিবাৰো নহ'ল যাব খোজো। বোলে বাৰু যা বৃন্দাবন দাসৰ ঠাই সোমাই আছিবা আমাৰ কথা কৈ। পাছত গুৰুজনে গীত এটি কৰি বহা পোনে চালিতে খুচি থলে, "নাহি নাহি ৰময়া বিনে তাপ তাৰক কোই—

পৰমানন্দ পদ মকৰন্দ" পাছ দিনা সবেও খাই বৈ ওলাই আহিল, গুৰুজনক সেৱাকৈ যাবলৈ পছিমক্ষেত্ৰে। গুৰুজন ভোজনলৈ গৈছে, আৰা সবে বসি চালিতে দেখি আনি মাতি চাই সবেও ভঙ্গ গ'ল। গুৰুজন ওলালত প্ৰাৰ্থনা কৰি বোলে বাপ, যাঞ্চ আৰু। বোলে কিয় ? বোলে বাপ তোম্ৰাৰ এই

গীতৰচনা (তীৰ্থ কৰাৰ অসাৰ্থকতা)

গীতে কৈছে দেখোঁ তীৰ্থক্ষেত্ৰত ভ্ৰমহে, একশৰ্ম হৈ হৰিভক্তি হৰিগুণ গালেহে জীৱৰ সংসাৰ নিবাৰণ। তোমাক নজানি নিচিনি নভজোঁ কান্দেহে তোমাৰ মায়া মুহি এই ভোৰ? তোম্রা দহোঁ ঈশ্বৰ নিশ্চয় কৈলোঁ, সব এৰেলোঁ, তীৰ্থ ক্ষেত্ৰ নাযাঞ আৰু নিশ্চয়, এই বুলি উভটি গ'ল।

আৰু মহাপুৰুষ গুৰু, ছোট আতা, ঠাকুৰ আতা শ্ৰীৰাম আতা পৰ্মানন্দ আতৈ, উদাৰ আতৈ, ৰামদাস আতৈ, ৰাম ৰাম গুৰু এই সবে সৈতে পাছ বেলা আঘনমহা বাও নপ্লাতলিত মাঘ পুহ মহা মাহ সৰিহ খলাত কথাসুখে বহে গৃহত জঞ্জাল পাই। সৰু আতা সোধে গুৰুজনে কীৰ্ত্তন কৰে। আতা আতৈ সবে শ্ৰৱণ কৰে। উদাৰ আতৈএ খুটি ধৰি খুচৰি সোধে। গুৰুজনেও কয়, আতৈ সবেও শুনি শ্ৰদ্ধা পায়, নোলোৱাটিও ওলাই যায়। এদিন সম্বৰিবৰ বেলা হৈছেহি, গধূলা মেঘেও বয়া কৰিছে। আতৈ হোজা মতে মন নকৰি, তেনেতে আওষা খুটি ধৈলে। গুৰুজনৰ ৰাগ উঠি বোলে তোৰ নাম হে উদাৰ, বুধি খানি গুদাৰ, একো নজান। এই বুলি খঙ্গ কৈলে। তেহে ভয়ত আগলৈ নোলায়। যেই ঠাই যাবৰ ভু পায় ততে আগে গৈ মাহৰ বা সৰিহৰ গোলাত সোমাই থাকেগৈ। এদিন আছেগৈ, হৰিচন ঠাকুৰ, পুৰ্ষোত্তম ঠাকুৰ, ৰামচৰণ ঠাকুৰ, পৰ্মানন্দ ঠাকুৰ এই সবে ওমলোতে উলিয়ালে গোলাতে। তেহে গুৰুজনে দেখি বোলে উদাৰৰ হৰি কথাত কি শ্ৰদ্ধা খেদ! লগতে মুশুনা কিয়? বোলে বাপ, সিদিনা মই ভু নপাই সুধিলোঁ ৰাগ কৰা গ'ল। তাৰে ভয়ত হে সোমাই শুনোঁ। বোলে মই পুনু নকৰোঁ খঙ্গ, সুধিবা, শুনিবা। এইদৰে তুমি বংশে সৈতে উদ্ধাৰ। আৰু বাজে ভিতৰে উদাৰ।

উদাৰ আতৈ

আৰু ভাগৱতীয়ে ভাগৱত কয়, গীতা কয় মাঘত। এতোলা স্নুবৰ্ণ দিএ গুৰু। উদাৰ আতৈএ বোলে নামকো বেচ বামুণে ? এনেকৈ বামুণে সৈতে বোলা বুলি লগালে। গুৰুজনে শুনি উদাৰক খঙ্গ কৈলে, এনেই বামুণ অসূয়া, তাতে বুলিব নমানেহে, কিয় বোলা তেনেকৈ ? এই তিনিবাৰ খঙ্গিছে।

আৰু কণ্ঠভূষণ ঠাৈলেও গৈছে মাগুৰিলৈ গুৰুজনৰ হাতত কেতেকী ফুল এটা লৈ। তাৰে জৌতিএ পীত ভূনিৰ জৌতিএ স্নুবৰ্ণ তনাৰ জৌতিএ বৰ্ণাব নপাৰি গৌৰাঙ্গ শৰীৰে মিলি কোটি কাম দেউ, কোটি সূৰ্য্য কোটি শশাঙ্কতো জ্যোতিপুঞ্জৰ প্ৰায় হ'ল। যৈতে যাৰ দৃষ্টি পৰে চমক লাগে আৰু সবাতে কৈ এহাতমান চৰা হৈ গৈছে। জগতৰ লোকে পৰি সেৱা কৰে। তেওঁৰ কীৰ্ত্তন গৃহতি বসি থাকে। ভাগৱত তেওঁ কয়, গুৰুজনে কতো চৰ্চ্চে। কণ্ঠভূষণে বন্ধ, মুকুত চৰ্চ্চিছিল; অৰ্থে নোলায়, নপায়হে নোসোধেও। পাছে গুৰুজনে ছয় মুকুত চৰ্চ্চিলে, বন্ধ মুকুত, জীৱন্ত মুকুত, সত্য মুকুত, পৰম মুকুত, মহামুকুত, সূক্ষ্ম মুকুত। এই ছয় মুকুত গুৰু ভাগৱতৰ পুৰাণ গীতা কাব্যৰ সাখীৰে তিনি প্ৰকাৰে সুন্দৰ কৈ চৰ্চ্চি বিপ্ৰৰ মাত মাৰি কলে। কণ্ঠভূষণ লাজ হৈ মনে বোলে এঞ্চকে বাদে ভঙ্গাব জিনিব নুৱাৰো মানে নাহোঁ এই দেশক, ধিক্ আমাৰ পণ্ডিত ব্ৰাহ্মণৰ জীৱনত, শূদ্ৰে নিৰাও কৰে। এই বুলি ভটিয়াই বেদান্ত পঢ়িবলৈ গ'ল। নিৰ্গুণা ভাগৱতী, কেৱলা সাধ্য, সাধন ফল তিনিৰো তিনি তিনি প্ৰকাৰে চৰ্চ্চি কৈছিল। সেই শ্লোককে ভাঙ্গি তাৰে পাছুত সুন্দৰীত ছোট আতা গুৰু বাকা লৈ মন কৈ ছয় মুকুতৰ ছটা ঘোষা কৈলে হৰ বাৰ পটল দি "অবিদ্যা জনিত সুখ, সত্যলোক আদি কৰি, আত নিৰপেক্ষ

কণ্ঠভূষণ

পুৰুষাৰ্থ মুমুক্ষ জনৰ। খণ্ড বিদ্যা অবিদ্যা জন্য, সমস্তে সুখকে তেজি, মুমুক্ষ জনৰ যেবে, জ্ঞান নিষ্ঠ জনে বিদ্যা, পুৰুষোত্তমৰ প্ৰেম ভকতি সুখক মাত্ৰ, নিশ্চয় কৰিলে যিটোজন। শৰণ কালৰ পৰা বিধিৰ কিঙ্কৰ শুচি, কৰে সদা শ্ৰৱণ কীৰ্ত্তন" তেহে কণ্ঠভূষণ গৈ ডাঙ্গৰ পণ্ডিত বিচাৰি ফুৰি ফুৰি বাৰানাসী পালেগৈ।

পূৰ্ব্বে আদি নিৰঞ্জনে কলে শ্ৰীভাগৱত অনাদি অনন্তত, তাৰা কৈলে কালপুৰীয়া নাৰায়ণত, তাস্ত হস্তে পালে নৰ নাৰায়ণে, তাৰাত হস্তে পালে হংস নায়ণে তেওঁ কলে সূৰ্য্য মণ্ডলি নাৰায়ণত, তেওঁ কলে শ্ৰীনাৰায়ণত, তেওঁ কলে ব্ৰহ্মা বিষ্ণু ৰুদ্ৰত, একশৰণ কৈ, তেহে ব্ৰহ্মা কলে নাৰদত, তাৰা কলে ব্যাসত, ব্যাসে শুকত, শুকে পৰীক্ষিতত, ৰ'ল সূতত, তানে শিষ্য কলে মনোহৰা সূত, তানে শিষ্য শঙ্কৰাচাৰ্য্য, তানে শিষ্য শ্ৰীধৰস্বামী, তানে শিষ্য ভাস্কৰ আচাৰ্য্য, তানে শিষ্য নৃসিংহ পৰ্মানন্দ, তানে শিষ্য ৰত্ন ভাৰতী, তানে শিষ্য মহাভাৰতী, তানে শিষ্য পুৰুষোত্তম ভট্টাচাৰ্য্য, তানে শিষ্য বিষ্ণুপুৰী, তানে শিষ্য ব্ৰহ্মানন্দ, তানে শিষ্য জগতদিশ, আনি গুৰুজনক দিছে। তাতে বিষ্ণু পুৰীৰ শিষ্য ব্ৰহ্মানন্দে একহাজাৰ ছাত্ৰ পঢ়াইছে। পাঠশালীৰ এক মুৰীয়া পকী ভিটা; তলতে বৈছেগৈ: উপৰত চাৰি মূৰ্ত্তি ওঝোৰে ভাগৱতৰ পাঠ চৰ্চ্চিছে। দশম কন্ধে ব্ৰহ্মামোহনৰ অৰ্থে নোলায়; কতো কয় কেশীবধৰ বুলিএ। থগিত খাই আছে; এওঁ তলৰ পৰা মাত লগালে বোলে পোন শ্লোকতে যে এই, চল্লিশ, ছবিশ, পঁচিশে যুৰি চৰ্চ্চিলে একা?

—"ব্ৰহ্মায়ো মৰন্ত, দেখি ভগৱন্ত,
ৰূপ ঢাকিলন্ত, ছুনাই জীলন্ত।
কেশীৰ শৰীৰ ভৈল চিৰাচিৰ;

পেলাইলা কৃষ্ণে বিপাতি
বনিয়া চিন্দাল যেন খণ্ড খণ্ড
ভৈল চিৰাচিৰ্ষি ফাটি।"

কতো মুখে কয় একাদশৰ অশ্বত্থৰ তলে উদ্ধৱত জ্ঞান কৈছে বুলি। পাছে ব্ৰহ্মানন্দে শুনি বোলে কাৰ ভাষা মাতিলে, কৰ লোকজন, আহক? আসন দি বহাই সুধিলে, তোম্রা কোন দেশী, ধাম কোন? বোলে উজান দেশত শ্ৰীশঙ্কৰ নামে হৰি অৱতাৰ হৈছে, তাৰাই বাহ্র কন্ধ শ্লোক ভাঙ্গি দশম, কীৰ্ত্তন, পদ, ভটিমা, গুণ লীলা, নাট, অনেক ছন্দে কৰিছে। বোলে কেই খনি হস্ত? বোলে আমি মল মাংস চক্ষুৰে ছুখানিহে দেখিছোঁ। বোলে চাৰিও খানি, ছন্ম কৈহে থৈছে। অ' আমি বোলোঁ অতেহে জাত হব, পুণ্য ভূমি ৰাখি আছোঁ। অ যাদৱ, গোৰত গাজি উজানত বৰষিলেগৈ। বোলে তই কণ্ঠভূষণ আহিলি কিয়? বোলে মোক তাৰাৰে মায়ায়ে মুহি তেওঁকে বাদে হে পঢ়িবলৈ আহিছোঁ। বোলে অঃ তোৰ দাৰুণ অপৰাধ হ'ল। তাৰাৰ পাৱতে পৰি স্তুতি কৈ মাত গৈ, তেহে ৰক্ষা পা। বোলে মোৰ গুৰু কৈ গৈছে ব আদি গ্ৰাম শ আদি নাম হৰি অৱতাৰ পূব দেশত, বাৰানাসী নহইনে বৰদ্ৰৱাতেহে হ'লগৈ, বাৰু প্ৰমাণ সঞ্চাত চাওঁ, কৈথৈ গৈছে মোৰ গুৰুজনে তেহে চাঙ্গত বাহ্র কন্ধৰ পেৰা নমাই চাই দেখে ৰত্নাৱলী উপৰ উঠি আছেহি। বোলে পূৰ্ব্বে চলোঁতে কৈ গৈছে। এই মোৰ কৃত্য তলত থৈছোঁ, যৈসানি এই শাস্ত্ৰ উপৰ হয়, তেতিয়া পূৰ্ণ অনাদি শিৱ অৱতাৰ পৃথিবীত হব। মোৰ সন্দেশ দি সেৱা জনাই পঠাবা। পূৰ্ব্বৰ গুৰুচৰিত্ৰ কৈ ব্ৰহ্মানন্দে শ্ৰীশঙ্কৰদেউক নমস্কাৰ কৰি এটা শ্লোক কৰি দিছে ভকতক নমস্কাৰ কৈ এক শ্লোক, ধূলাভূমিক নমস্কাৰকৈ এক শ্লোক, দিশ নমস্কাৰ

ব্ৰহ্মানন্দে কণ্ঠভূষণক উপদেশ দিয়ে

বিষ্ণুপুৰীৰ ভবিষ্যৎ বাণী

কৈ এক শ্লোক দিছে। এই চাৰি শ্লোককেৰে গন্ত কৈ কণ্ঠভূষণৰ হাতে দি সেৱা জনালে। আৰু বিষ্ণুপুৰী গুৰুৰ সন্দেহ বাহু কন্ধৰ সাবোদ্ধাৰ ৰত্নাৱলী দি সেৱা জনাই পঠাইছে। কণ্ঠভূষণে তিনিমাহে উজাই আহি পাট বাউসীতে গুৰুজনক পালেহি। সেৱা কৰিব খুজিলে, আঠু পাৰিবকে নিদিলে। বোলে কি শাস্ত্ৰ? বোলে বাপ, ৰত্নাৱলী। ঠগা দিয়ালে। তাতে থৈ চাৰি শ্লোক দি তুতি নিবেদন সবে খানি প্ৰাৰ্থনা জনাই সেৱা কৰিলে। গুৰুজনে বোলে ৰৰাপো, শাস্ত্ৰখানি চ'ক। বোলে বাপ, মুৱাৰি চাব। বোলে চোৱা। বোলে বাপ, সন্ন্যাসীৰ কৃত ইবা কি মত, কিয় চাম একা? পতিব্ৰতা শাস্তি· কন্যা অধৰামৃত, চৰণামৃত, অৱশেষ উচ্ছিষ্ট খাবলৈ নিঘিনায় স্বামীৰহে, পৰপুৰুষৰ মুখ যি নচায়, ছাতো পাও নিদিএ। গুৰুজনে আনি হস্ততুলি নমি দিলে। বোলে বাপ, এতিয়া হলে পাৰিম। চাই দেখে শিৰ ভাগ তললৈ ওভটা হৈ আছে। বোলে বাপ, গ্ৰন্থৰ অমূল্য ৰত্নৰে অলি, কিন্তু তেও শিৰভাগ তল। গুৰুজনে বোলে ভালুকৰ ওভটা খোজ, মহা বুদ্ধিমন্ত পৰমহংস বিষ্ণুপুৰী কতুবা থৈছে চোৱা। ৰৰ সদাগৰে ৰূপ, সোনা, তাম, কাঁহ, অনেক চিজ-বস্তু পসাৰ দিএ ডলাত, হিৰা, ৰত্ন, জপা, পেৰাত তলকৈ থয়। চাই পালে তলত। বোলে বিষ্ণুপুৰী মোৰ সঙ্গী, আগে পোৱা হলে শ্ৰমকৈ ৰত্নাকৰ নকৰোঁএ, তেও আমাৰ ভেটা বান্ধা হৈছে, আগে পানী বলে ধানড়ালি হয়। ব্ৰহ্মানন্দৰ প্ৰাৰ্থনা শ্লোক চাইটা ভাঙ্গি ছোট আতা পাছত-ঘোষা চাইটা কৰিলে লেচাৰি, (১) "ৰামানন্দ পদ যুগল", (২) "শ্ৰীমধুদিশ ঈশ্বৰৰ," (৩) "সেহি ধন্য লোক শুচিমন্ত," (৪) "যিদিশত মহা ভক্ত সবে"। মহাপুৰুষ গুৰু বোলে ৰৰাপো, মহাবিচক্ষণ

বিষ্ণুপুৰী

শংকৰৰ সঙ্গী বিষ্ণুপুৰী

শাস্ত্ৰ, ভকতৰ সৰ্ব্বস, শ্লোক ভাঙ্গি পদ কৰা যক। বোলে বাপ, আমি কেনেকৈ কৰিম? বোলে কিয়? বোলে বাপ, কি শক্তিৰে কৰিম? তেহে মহাপুৰুষ গুৰু আৰ্হৈটা পদ কৰিছে—"মহা বিশ্বদ্ৰোহী তবে যাৰ নৈলে নাম।" আতে প্ৰেম উপজি পাত, কাপ খসি পৈল। বোলে ৰামানন্দৰ মাক, থৱানি, ই শাস্ত্ৰ ৰৰাপোতে হন্তেহে হব পাছত।

বস্থাৱলী পদভাঙনি

আৰু ৰাগী ভট্টাচাৰ্য্যৰ বেটা, ৰাগ চক্ৰবৰ্ত্তী, যাদইন্দ্ৰ, হিৰাই, মেৰাই, কেসেৰা কন্দলি, এই পাঁচেই মুখ্য আৰু অনেক বামুণে তান্ত্ৰিক, শাক্ত, হৰিবিমুখীয়া, হৰি ভক্তি নসৈ নৰনাৰায়ণ ৰাজাত থল দিলে। বোলে শঙ্কৰে কাকো নমানে দেউ, দেবী, শ্ৰাধবিধি; মূৰ্ত্তি পানীত পেলায়, ভাগৱত ভাঙ্গি পদ কৰে, ব্ৰাহ্মণ, গঙ্গা, গীতা, তুলসী, শালগ্ৰাম, নমানে নুপূজে; ব্ৰাহ্মণ, কৈবৰ্ত্ত, দৈৱজ্ঞ, কোচ, শূদ্ৰ সবে ভজায়, একত্ৰে খায়, কুল, শীল, ধৰ্ম্ম, কৰ্ম্ম, বেদ, নীতি এৰি একন্নাই দেশগেটে তোমাৰ অনাচাৰী কৈলে। বেদ, ভাগৱতৰ সম্মত ধৰ্ম্ম ভ্ৰষ্ট অনাচাৰে যি দেশত, তাৰ ৰাজা নাশ, ছত্ৰভঙ্গ, মন্ত্ৰী হানি, প্ৰজা দুৰ্ভিক্ষ, আকালত মাৰি মৰক, গো, শস্য, হানি, অবৃদ্ধি। ৰাজা শুনি ৰাগি বোলে মোৰ দেশত মই থকাত এনে কৰে? সজ গৰমলি গৈ ধৰি আন। তেহে পাঁচ গৰমলি গৈ ঘৰত নাপালে। গুৰুজন গা আন্তৰিল, বিচাৰি ফুৰিছে। পাছে হাথিয়া পাই চকু ফিঙ্গাই দিলে। মধ্য নিশা গৈ গোকুলচান্দ আতৈক ধৰি বোলে মুখ্য ভকত, তোৰ লগৰ দেখাইদে কত আছে। এই বুলি ঘৰে পতি ফুৰাই নপালে, সবে চাট মাইলে। গৈ ঠাকুৰ আতাক দেখালে মনথৈত। ধৰি ললে। লগতে সবাকে এৰি আইও গ'ল। নি চৌখুটিতে

ব্ৰাহ্মণৰ নৰনাৰায়ণ ৰাজাত থল

বন্দী কৈলেগৈ। ৰাজা হৰি গৰমলিক দিলে সুধিবলৈ। সি সোধেগৈ শঙ্কৰে কি প্ৰবৰ্ত্তাই অনাচাৰ কৰে? আছে কত? আতা কয় কি অনাচাৰ কৰিব, তাৰা পৰম ঈশ্বৰ, মহা সদাচাৰী, কত আছে, কলৈ গ'ল ভু নাপাওঁ, এপৰ বেলি বাটত থাকোঁ, পালে আমিও পলালোহঁতে। সেই মুখে হৰি গৰমলিএ জনায়গৈ। ৰাজা বোলে অনাচাৰ নকৰে নকৰায় যে শঙ্কৰ পলায় কিয়? এয়ে প্ৰমাণ নহয়? সি সোধেহি; পুনু সেই ক্ৰমেহে কয়। পুনচ গৈ কলে ৰাজাত। তেহে ক্ৰোদ্ধ হৈ বোলে নকয় যে শাস্তি কৰগৈ, কৰহে, আদিকিব। তেহে সি আহি শাস্তি কৰিব ধৈলে, চেপা কুন্দা দি। কোৰ তপতাই পোৰে, নানান ভাৱে শাস্তি কৰিব ধৈলে, আঠাৰে যোৰ কঠাৰে কঠায়, চাল টানি কমাৰ গৰাহেৰে ধৰে, তলে চেপা কুন্দা, নিশা পোতা কুন্দা, হাতে ডফলাকুন্দা, চাকশাল শৰীৰ জুৰি দিএ ঠাই নথকাকৈ। আতা বোলে মাৰ যিমান পাৰ পা। ই মনুষ্য শৰীৰ পাই, গুৰুৰ কৃত্য সেৱা নকৰে, ঈশ্বৰ সেৱা নকৰে, ভকত সেৱা নকৰে, মাৰ যিমান পাৰমানে। সি এৰি গলেই সোলকে। আতা আকৌ মাতে, উপা-হৰি, কি দিলি পৰিলহে দেহি। আকৌ দিএগৈ। পাছে হৰি গৰমলিএ ৰাজাত কলেগৈ বোলে মহাৰাজ, আমাৰহে ভাগৰ লাগে। তেওঁৰ একো নাই, আৰু মাতেহে দিবলৈ। তেহে হৰিষা নামে এটা মহাদুষ্ট অসৎ। সেএ বো'ল মহাৰাজ, মই তাৰ সৈও কৰাম। বোলে বাৰু যা। সি গৈ হাতী শালে এদিঙ্গীয়া গাতকৈ লাদ, মুত জাবৰ, ভেবেৰ চুচি পেলাই তাতে নি দুইকো পেলাই মাথাত বা বাঁহ দি হেচি বুৰাই ধৰে ক ক বুলি। এবাৰ আতাক ধৰোতেই গোকুলচান্দে বোলে কওঁ। বোলে বাৰু ক। বোলে কি কম বিশ্ৰেষ্টাত, মাৰ দেখিহে কলু

তেনেকৈ। আতা বোলে বংশছেদ হোৱা কি কৱ? মোৰ গুৰুজনে কি অনাচাৰ কৰিছে দেখিছ? নকয় দেখি তাৰ পৰা তুলি লোৱা দিলে। লোৱাতো আতা অবিচ্ছেদে নাম নেৰে। এদিন নিদ্ৰাতে ছিগিল লোৱা। বোলে হৰিষা কি দিয়ালি ছিগিলহে দহোঁ, পুনু কমাৰ আনি ভুপড়ীয়াক দিয়ালি, দিনে নিশা অবিচ্ছেদে আঠো পৰে নামে মুখে অখণ্ড। আতা লগায়, গকুলচান্দে আইএ গায়। কৃষ্ণ গ্ৰাহে প্ৰেমে ধৰ্ষি কতো কান্দে, কতো বাৰ হাঁহে, কতো বেলি পৰি থাকে, কতো জমক দি গেৰি পাৰে উকি মাৰি। হৰিষাৰ আগতে ভুপতীয়া লোহা ধনৰাই ছিগি পৈল। সি বিস্মই বিশ্ৰুতি হৈ লৰ মাৰি ৰাজাত কলেগৈ বোলে বাৰু, ছিগিল যে এনেই, দিনত থাওক, নিশা কুন্দা মাৰি ৰাখগৈ। নামৰ আতাৰ প্ৰভা এদিন মানে যত পহাৰীএ পথুক, ভাৰী, সমাই, মমলিয়া, গৃহতী, মহলীয়া, খৰিভাৰি, দোকানী, মহাজনীয়া, লোন, মাছ, তেল, খৰি, পাত, শাক, বেঙ্গেন জলকীয়া, পতিলা পৰ্য্যন্তে নাম গাঞতেই দি বৈ সেৱাকৈ যায়, আতা, আতৈ, আই, হৰিষা খাইও আদিকি দ'ম খায়। পাছে আই প্ৰমত্ত হৈছে। হৰিষাৰ ভনী এক হৰিগতি। তেওঁ ৰাতিএ দিনে পৰমশ্ৰদ্ধাকৈ চাই চিন্তি ধুৱাই খুৱাই পৰে পালিএ জাল পন্থ দি চালে। এদিন হৰিষাই বোলে তহতে দেখো অবিচ্ছেদে নাম লয়, ঈশ্বৰে একো প্ৰমাণ নেদেখাই, নেদেখো, কি লৱ হক? পাছে সেই নিশা স্বপ্নত পাচ হাত মান গৌৰ দীৰ্ঘ পুৰুষ জনে হেঁচা মাৰি সুবৰ্ণৰ লাখুটিৰে ভুও গালে খুন্দি দোন যেন কৈলে, বোলে, মোৰ ভকতক নামক নিন্দা কৰ, বুলি অন্তৰ্দ্ধান হ'ল। ৰাত্ৰিএ সাৰ পাই ৰাম ৰাম বুলি বহি আতাত স্বপ্নৰ কথা কৈ, গাল দেখালে। পাছে হৰিষা ঈশ্বৰ শক্তি জানি মানি

গুৰু বোধ কৈ শৰণাপণ হ'ল আতাতে। হে বহুত উপাসা অনুকুল ভজিব খেলে পৰিচৰ্য্যা সেৱা। পাছে হৰিষা জনালেগৈ বোলে, মহাৰাজ, শাস্তি কেতেক কৰিম, ভাগৰিলো, নকয় একো? বোলে তেনেহলে ঘোৰা কৰণীয়াকৈ ভোটক দেগৈ। পাছে সি আহি দুখকৈ কলেহি। পাছে আইএ অত্ৰাহি হৈ ফকৰা মাতিছে.

"যতেক কৰিলো, চাই হানিলোঁ,
পাণী, নাইকা তৰতে ডুবিলোঁ॥"

বোলে হৰি হৰি বিধি, এনেহে দৈ এ কৰালে। একবাৰ পৰি বিপদ নদীৰ তৰ নপাইলোঁ, এইহে খেদে খায়—অভকতৰ সঙ্গে মৃত্যু, গুৰুজনক নেদেখিলোঁ পুনু। এই বুলি কালীদমন নাটৰ খেদকৈ গীত মাতিছে—

"নাহি ওহি শোক,
মৰণ মিলোক,
আৰ নাচিস্তোহো আমি।
তোহাৰি অৰুণ, চৰণ পঙ্কজ,
পুনু না দেখবো স্বামী॥"

পুৱালৈ [ ভোটক ] দিব, নিশা হৰিষা স্বপ্ন দেখিলে। দেখে শ্ৰীশঙ্কৰদেৱ আহিছে কোটি সূৰ্য্যৰ প্ৰকাশকৈ, চিত্ৰগুপ্তকো আনিছে। বোলে লিখা, মোৰ নাৰায়ণ দাসক গোকুলচান্দক কোনে বিকে, কোনে কিনে, বৈকুণ্ঠৰ বস্তু আৰ কোন অধিকাৰ? আতা বোলে বাপ, হৰিষাকো লেখত তোলা যক। বোলে ই মোৰ ভকতবৈৰী, আক কিয় লিখিম? বোলে বাপ, আপুনাৰ চৰণতে বিক্ৰই হৈ অনেক উপকাৰ কৰিছে। পাছে পুৱা হ'ল, আতা স্নানকৈ গুলাই এক দোকানত পান চফাবি, খুজি আইলে, কটাৰী নাই, ছিগালোৱাবে ভাঙ্গি মুহুদি কৈলে। তেহে হেমা পেমা দুই

ভোট পালেহি সজ দুশ ৰূপৰ দুটা ঘোৰা লৈ। ৰাজা নি আৰা সবক দিলে' ঘোৰা লৈ ভোটৰ হাতে। নিছে, আইও গৈছে ছৱাটি কোলে লৈ কান্দি দুখকৈ। মধু দোকানীত খুজি ভোজন সম্ভাৰ লৈছে, সবাকে দিছে। হৰিষা, হৰিগতি হিদল গুৰিলকে গৈছিল কান্দি-কাটি। তাতে আতা থলে। আতা, আতৈ, আইক নিলে। চাক শাল, কুন্দা কান্ধ দি নিছে, দিনমান নি এ, নিশা মাৰি থয়। ৰাজাৰ মাটি চেৰাই ভোটৰ সীমা পালত ভোট চক্ষুএ নেদেখে, গৰুহাৰ, চপৰা গাত পৰে। উভতি ৰলেই দেখো নমাৰে, গলেই পুনু সেই মতে মাৰে, নেদেখে। চাৰি পাঁচ বাৰ উলট পালটকৈ নুৱাৰি লৈ আহিল। বোলে ই দুই দেৱ মানুহ, নলাগে আক, আমাৰ ঘোৰা দিয়ক। পাছে ৰাজা দিলে ঘোৰা নি। বোলে দুএ দুশ টকা দিয়ক। পাছে ৰাজা আতা, আতৈএ সাতকুৰি হৰিষাৰ লগা কৰাই ধাৰে ললে। হৰিগতি আইএ তিনিকুৰি এৰি গৃহৰে দিলে। দি আতাক ধৈলে, গুৰুবোধ কৰিবলৈ। আতা বোলে শ্ৰীশঙ্কৰদেউ মোৰ গুৰু আছে, তাৰাহে ই ভাবৰ সামৰ্থ, আমি অভাৰীএ কি কৈ বম পা? আক তোৰ দুষ্ট দুৰ্জ্জন ৰাজা শুনি দণ্ডিব, পুনৰ ভোটক দিব। পাছে দদা বৈনিএকে হেৰাই ধৈলে, বোলে বাপ, ইবাৰ যদি ৰাজা দিএ আপুনাৰ গা বদলে ভাৰ্য্যাপুত্ৰ বিকি, গৰু, কাঁহ, তাম, টকা ভৰি চাম। যদি ৰাখিব নুৱাৰোঁ আমি যাম ভোটলৈ। একোৰূপে এৰাব নোৱাৰি আতা ভকত কৰাইছে। হৰিগতি আই মহাবিৰকত ভকত হ'ল। তেহে দুশ টকা ৰাজাক সোধালে হৰিষা খাটি লুটি ৰাজাত। ৰাজা সন্তোষ হৈ তামৰ ফলিত মহৰ কৰালে। হাটে, ফাটে, ঘাটে, বেহা, বানিজে ক'তো ধৰিব নেপায় বুলি কথা শুনালে মোৰ দেশত পুত্ৰ নাতিল'কে। পাছে আতা আই হৰিষা ভাৰ লৈ পাছতে

আহিছে। এতুপি কেন্দু আছে পছলী মুৰতে। আতা দৃষ্টিতে দেখি বোলে সেই মোৰ প্ৰাণ বন্ধু ইষ্ট দেউছে ওলাই চাইছে। গুৰুজনেও দেখি দৃষ্টিতে বোলে মোৰ প্ৰাণ নাৰায়ণহে আহিছে। পাই পাৱতে পৰি কান্দিব ধৈলে। গুৰুজনেও সাবটি ধৰিলে। লোতকে পিঠি তিজি গ'ল। আতাৰ লোতকে গুৰুজনৰ পাৱ তিতি গ'ল। আইএ আঠু পাৰি ছৰাটি পাৱতে পেলাই দিলে, দি সেৱা কৈলে। গুৰু কপালতে বৃদ্ধ আঙ্গুষ্ঠে টিপা মাৰিলে, চিন ৰ'ল। গুৰু বোলে বালকটি কৰ? আতা বোলে বাপ, আপুনাৰ দাসীৰে। বোলে কি নাম দিছা? বোলে বাপ, দুখত জন্মিল দেখি মাকে দুখীয়া থৈছে। বোলে তোমাৰ দুখত আনন্দ দিছে, পৰ্মানন্দ দিছোঁ। বোলে এই ভাৰ অনাটি ক'ৰ? বোলে বাপ, গৰমলি ৰাজাৰ। এয়েহে শাস্তি বন্দী কৰিবলৈ পাইছিল। বোলে ই-আহে কিয়? তেহে ঠাকুৰ আতা ঘোষা মাতিছে—

ভগৱন্ত ঈশ্বৰৰ গুণ সমূহক যিটো
শুনিতে উদ্যম কৰে নৰ।
তেখনৰে পৰা সিটো, বিধিৰ কিঙ্কৰ গুচি
হোৱে আতি শুদ্ধ নিৰ্মচৰ ॥

বোলে বাপ, তোম্ৰাৰ অভয় পদতে বিক্ৰই গৈছে, শাস্তি বন্দী একা ৰাজ অজ্ঞাত কৰে। আক তোমাৰ সেৱাচোৰ পূৰ্ব্বৰ আৰ্জ্জিত প্ৰাপ্তন দৈৱ ঈশ্বৰ ইচ্ছাত সুখ দুখ কৰ্ম্মফল ভুঞ্জে, জী এ। পাছে গুৰুজনে সপ্তম স্কন্ধৰ শ্লোক মাতিলে। তাৰে ভাঙি ঘোষা কৰিলে ছোট আতা—

"হিৰণ্যকশিপু প্ৰহ্লাদ পুত্ৰক
নানান দুৰ্গতি দিল।
হৰি নাম মহা কৰচ প্ৰভাএ
তান লোম নৰৰিল ॥

একান্ত শৰণে যিটো নাম লএ
হৰিফুৰে তাঙ্ক ৰাখি।
আনত যদ্যপি সপ্তাত নযৱা
লৱা প্ৰহ্লাদক সাখী ॥”
ৰামকৃষ্ণ ভাবিতে ছাঁৰয় কাল সাপে
হৰি ভকতক দুখ দিবে কাৰ বাপে ॥

নাম একান্ত শৰ্ণ প্ৰভাএ মোৰ নাৰায়ণ দাস কৃতকৃত্য হ'ল, সংসাৰ তিনি তাপৰ বেদনা লোমো নৰবিল। পাছে গোকুল চান্দক বোলে তোমাৰে নাৰায়ণ দাসেৰে সমান শাস্তি। তুমিনো আমাৰ কোন খানি অনাচাৰ দেখিলা, কওঁ কওঁ যে বুলিছিলা ? এ বাপ, বিচেষ্টাতেহে বোলা গ'ল। পাছলৈ গকুচান্দৰ যশ চৰিত্ৰ মুঠিল, সেয়ে ঢাকিলে। ঠাকুৰ আতাৰ যশে বংশে চন্দ্ৰসূৰ্য্য জ্বলা দি নদী বোৱাদি আজিলকে বৈছে। পাছে গোসানী মাএ মতাই নি ভিতৰত দুগ্ধ চিৰা ভোজন কৰাই তেল তামোল দিছে ছোট আটা পাইছেহি ; সেইখিতে বলিবামনৰ আৰ্হি কৈছে. বোলে সৰ্ব্বস্ব আগ্ৰহি দেহক নিগ্ৰহি, অনেক ভৰ্চ্ছনি কৈলো। জ্ঞাতি লঙ্ঘু এৰিলে ভাৰ্য্যা বিনে. গুৰুৰ বাক্য চাৰি মোক ভজিলে। মই বশ্য হলোঁ। দ্বাৰত বাস। ৰবাপো. মোকো নাৰায়ণ দাসৰ ভক্তিত বশ্য হলু অত। হৃদিত মোক ধৰ্ম্মে সমে সেৱকক ৰাখিলে। প্ৰহ্লাদক দিছে। মঞে কৈছোঁ মোতোকৈ দায়া কৰিবা ঠাকুৰক। সেই নিশা ৰাখি খুৱাই ধুৱাই পঠাইছে মনথৈলৈ। পাছে ভক্তে সমে গুৰুজন ওলাই পাঁচ পক্ষহে আছে, বিদ্যানিধি ভট্টাচাৰ্য্য বেটা, বাগী, বিত্থা চক্ৰবৰ্ত্তী মুখ্যকৈ অনেক দুষ্ট সূচক বামুণে পুনৰ খল দিলে ৰাজাত, ভাগৱত পঢ়ে, পঢ়ায়, পদ কৰে, গঙ্গা, গীতা, তুলসী, শালগ্ৰাম, বেদ, দেউ, দেৱী, বামুণ, সদাশিৱ, শঙ্কৰে কাকো নমানে,

স্বকীয়াকৈ বৌধমতে প্ৰবৰ্ত্তি আনকো প্ৰবৰ্ত্তাই গোটেই তোমাৰ দেশত বেদ ধৰ্ম্ম লোপকৈ নষ্টকৈলে। ৰাজা শুনি ৰাগি অঙ্গিকাৰ কৈলে, সিবাৰ পলাই ৰ'ল ইবাৰ পালে চালেৰে দামা চাম, হাৰেৰে বাম শঙ্কৰৰ। কণ্ঠভূষণে প্ৰতিবাদী হৈ বোলে আমাৰে শশুৰে কৰ্ম্ম কৰে, আমাকে নি গীতা পাঠ কৰাই, জানো এই খানি মএ। ৰাজা সি কথা নমানিলে টকলা দিবলৈ হ'ল। সবাতকৈ ভুষ্ট নয়নানন্দ ঢোপধৰা, তাকে যূৰ কৈ আৰু ন-টা দিলে বোলে য'তে পা শঙ্কৰক ধৰি আনগৈ। নাপা যদি মাধৱক, নাৰায়ণ, গোকোলচান্দ যাকে পা তাকে শীঘ্ৰে আনগৈ। সেইতে কণ্ঠভূষণে গৈ ৰামানন্দ ঠাকুৰ কাৰসনা বাবে তান্তিৰ আছিল, ছোট দেৱান ঠাইত কলে। ঠাকুৰে বেগতে কমলপৃয়া আইত কলে। আইএ ৰাজাত কান্দি কাতি কলে, ধৈলে। তেহে দেৱানে টেকাই মাজীক নিয়াই এশৰূপৰ টুপলি কোচলৈ দি বোলে শীঘ্ৰে যা, ৰাজাৰ গৰমলি নৌ-পাঞতেই শঙ্কৰক আনি দে ৰাতি দিনকৈ মোক। সি ধন পাই নাঞ ব'ঠা লৈ ৰাত্ৰি দিনে উজাই ৰাজদূত নপাঞতেই পালেহি। পাইএ খুটা মাৰি ৰাই আতাক সাখী কৈ সোধালে, ছলেৰে বন্দীয়াৰ কৈলে শঙ্কৰত ধন সেহ দিব লাগে বুলি বিষয়ৰ ছোট দেৱানে নিব দিছে বুলি লৈ আহিল লোক দেখাই ধৰি লৈএ। এহেৰ পৰা ৰাজাৰ সেৰা যাই। তেহেতে মাজী ভটিয়াই। ছয় মাজীএ মাৰি দি ব'ঠা মাৰি মাজেই গ'ল। সিহঁতে তত্ত্বকে নপালে। গৈ ঘাটে থৈ কলে। পাছে আপী ৰাজা আগবাঢ়ি সাদৰে নিলেহি তুলি। অভ্যন্তৰে নবীন গৃহ নাদ কৰি থলে গৈ। ৰাজাৰ গৰমলি গৃহত নিবৰ ভু পাই গৈ কলে মুমুৰ সেৱা আনিছে বুলি। ৰাজা বোলে কৰ ভাৰ শেহ পাব লাগিছে? সি শঙ্কৰক ঈশ্বৰ মানিছে, বুলিএ দূত পাঁচিলে, বোলে শঙ্কৰক

পঠক, মই একো নকৰোঁ। নুনুৰে বোলে নুৱাৰো এৰি দিব। নিতে পাঁচে দিয়ক বুলি। আৰা নেৰে, নপঠাই নুৱাৰোঁ বুলি। এহেলৈ লাগি পেটে পেটে যুদ্ধ লাগে যেন হ'লহি। তেহে গুৰুজনে বোলে মহাৰাজ, আমাকচোন এৰিএ দিয়ক, যাঞ, বামুণক সংশয় নকৰোঁ, কিবা ৰাজা অন্যায় কৰে বুলিহে ভয়। নুনু বোলে ৰাজালৈ একো সংশয় কৰিব নালাগে, মই দাস আছো। সি জানে শালগ্ৰাম খানিহে ঘৰতে। খাণ্ডা বাৰু এ, পৰদেশে, যুদ্ধ বিগ্ৰহে আমিহে আগ। তাৰো আমাতেহে আশা ভাৰষা। কিন্তু বামুণকহে একো কৰিব নুৱাৰোঁ শাস্ত্ৰত তত্ত্ব পাইও। বোলে বাৰু, ৰাজাত কৈগে ঘোৰাটোকে তামুলীকে দিয়ক মোৰ এখেলৈ, মই শঙ্কৰক পাঠাওঁ। ৰাজাৰ স্নেহৰ সিহঁত দুই দিলে, বন্দী কৈ থৈ বোলে বাপ, থক এতিয়া, কিছু সংশয় নকৰিব মই দাস থকাত। এই বুলি পঠাই চাৰি খপুৱাকৈ বাৰ্ত্তা লৈছে আৰ পৰা তালৈ হাত যোৰাই। শ্ৰীশঙ্কৰদেউ গৈ দোপদৰত উঠিছে, সাতখাপ খটখটি চাই টোটয় ভটিমা কৰি বুলি উঠি গৈছে—"মধু দানৱ দাৰণ" ৰাজাক আশীৰ্ব্বাদকৈ চৰাত উঠিল, সবাতকৈ একহাতমান চৰা প্ৰকাশিত হৈ। ৰাজা দেখিএ বোলে চাপি আহোক। কামলিধৰা পৰমানন্দ আতৈ সোমাল, ভয়ত বামুনৰ পুথিৰ ভাৰ সান্নিত। ওচৰ পালতে বোলে দলিচা দিয়ক দিয়ক। গুৰু বোলে আমাৰ কামলি আহিছে। বোলে আনক আনক খৰকৈ। গড়মলি বিচাৰি মাতি ভাৰ সান্নিক পাই আনিলে আজোৰ মাৰি। ৰাজা বোলে, আনক, আনক। ৰাজাৰ খেদ দেখি বামুনে হাত মেলে। সিটে দিয়ে ইটোৰ হাতত, আৰ পৰা তালৈ নিয়ে। মূৰৰ ওপৰেই চোট ২ নি দিলেগৈ। নেমেলি লুৰি সুৰি বহিল। বহিয়ে "নাৰায়ন কাহে ভকতি কৰো তেৰা" গীত ধৰিছে।

নৰনাৰায়ণৰ সভালৈ শঙ্কৰদেৱৰ আগমন

চোট দেৱানে বাৰ্তা লৈ আছিল। বোলে, বহাইছে ওচৰতে। শ্ৰদ্ধা কৈ বোলে যুগীৱাই কি কৰিব আৰু? ভটিমা কৰিছে "এ জয় জয় মল্ল নৃপতি সুজান, যাকসৰি গুণীগণ নাহিকে সমান"। গীত ভটিমা শুনি সন্তোষ হ'ল। কৰিছে যে ঈশ্বৰক বৰ্ণাই, বোলে মোৰ নাম যে দিছে, মোকহে বৰ্ণাইছে। ৰাজা বোলে, বাপ, আমিও আঠোটা শ্লোক গদ্য কৰিছো, আঠ আঠ প্ৰকাৰে যোৰা দিছো, আপুনি চৰ্চ্চা য'ক। গুৰুজনে সাত, সাত প্ৰকাৰে যুৰি কলে। ৰাজা ভাবাৰ্থহে দিছিল টীকাত। গুৰুজনে পৰমাৰ্থেই কলে। বোলে, মহাৰাজ, এইমানকৈহে পাৰি। ৰাজা বোলে তোম্‌ৰা কি সাত প্ৰকাৰেও পাৰা যায় প্ৰমান পালো। আমি ৰাজা দেখি ডাঙৰকৈ যোৱা গ'ল সেই-প্ৰকাৰ। গুৱা পান দি সন্মান কৈ বোলে 'যক্‌গৈ'। আগবেলা সুনু ঠাইত থাকিবা, পাছবেলা আমাৰ ঠাইক অহা যাব। আহি দেৱান ঠাই পালেহি। চিলাৰায়ে সেৱা কৈ বাতৰি সুধিছে। শুনি পৰম সন্তোষ হ'ল। প্ৰাতয়ে স্নান গুৰুসেৱা নাম ভাগৱত ভোজনকৈ যায় ৰাজাৰ ঠাই। দোপদৰত দলিচাত বহিব ধৰিলে। বামুন মৰে চখু পুৰি। পাছদিনা গৈ থিয়ৈ ভটিমা কৰি গাইছে "বন্দো গোবিন্দা গোপীজনমানন্দা"। তেনেতে বামুনে আশীৰ্ব্বাদ কৰিলে শ্লোক পঢ়ি। বোলে মহাৰাজ পূৰ্ণিমাৰ চন্দ্ৰ যেন হ'ক শ্ৰী, যশে প্ৰকাশ। শঙ্কৰদেউ কলে কাব্যৰ শ্লোকেৰে বোলে মহাৰাজ দ্বিতীয়াৰ চন্দ্ৰ যেন হ'ক, প্ৰকাশ ধৰ্ম্ম শ্ৰীযুক্তে, এই বুলি আশীৰ্ব্বাদ কৰিলে। বামুনসবে বোলে মহাৰাজ তোম্‌ৰাক শঙ্কৰে আগতে শপে দ্বিতীয়াৰ চন্দ্ৰ যেন হে হব দিয়ে, গা পোহৰাবই নোৱাৰে। গুৰুজনে বোলে মহাৰাজ আমি শাপো, নে বামুনেহে শাপে? আমি এনেহে বৰ দিছো দ্বিতীয়াৰ চন্দ্ৰ যেন নিতে একলা একলা বাঢ়ি যাব শ্ৰীযশ ধৰ্ম্ম। পূৰ্ণিমাৰ চন্দ্ৰ এদিনহে। এহেলৈ

নিতে একো কলা টুটেহে। এতেকে শাপি বামুনে টুটাইছে। পাছে মন কৈ ৰাজা বোলে হয় বামুনে শাপেহে মোক। লাজ পাইল বামুন। তাৰ পাচদিনা গৈ চ'ৰা উঠিত্ৰ ভটিমা কৰি গাই প্ৰশংসা কৈলে—

"হাসি সভাসদ কৰু বহু থিৰ।
মল্ল নৃপতিক সম নাহিকয় বীৰ॥"

সেই দিনাও বামুণে খল দিলে বোলে গঙ্গা, গয়া, কাশী তীৰ্থক্ষেত্ৰ শঙ্কৰে নমানে। ৰাজা বোলে হইনে বাপ? গুৰু বোলে মহাৰাজ যুবাকালতে বাঢ়বৰ্ষ সকলো তীৰ্থক্ষেত্ৰ বেৰাই স্নান-দান কৈলো, এতিয়াও অল্পতে গঙ্গা-জগন্নাথ কৰি আহিছো-গৈহে। বোলে বাপ আকৌ এবাৰ য'ক। বোলে মহাৰাজ বয়সো ভাটি দিলে, হাঠিবও নপাৰি আগৰদৰে আৰু খৰ্চ্চা টকাও নাই আমাৰ, নযাওঁ আৰু। বোলে টকা আমিয়ে দিও খৰ্চ্চালৈ। গুৰুজনে বোলে মহাৰাজ দেশত লোক সবৰ চাৰি-ভাগ ধৰ্ম্ম-কৰ্ম্ম যি কৰে গুৰুএ পায় এভাগ, পিতৃ-মাতৃএ পায় এভাগ, ৰাজাৰ দেশ জমিত থাকে, খাই লই গুণে ৰাজা পায় এভাগ। দুখ শ্ৰম টকা আৰ্জ্জিত ভাঙ্গি কৈলেহে পাই গৈ এভাগ অচিদ্ৰ কৈলে। চিদ্ৰ ন্যূনাধিক হলে সবে গুচে। এতেকে মহাৰাজ তোমাৰ টকা লৈ খৰ্চ্চা খাই গ'লে আমাৰ কিহব? নুবুলিব, নযাওঁ আৰু। বামুণ তাতো মিছা পৰি লাজ হ'ল। তাৰ পিচদিনা গৈ ৰাজাক উচাহ বঢ়াই লগাই কৃষ্ণৰ গুণ গাইছে, ভাষা ফাচ্ছি মাতে ভটিমা কৰি।

"পেখিএ চামুৰ সভা মাজে যাই।
চুনত ৰাজ আজ্ঞা ৰাম গোসাঁই॥"

সেইদিনাও পশু মৎস্য অনেক ভেটিলেনি ৰাজাক। তাৰে গুৰুজনকো দিলে, বামুণকো দিলে ৰাজা। দি বোলে, দুপৰতে ভোজনকৈ সবেও আহিব কালৈ। বামুণে লৰালৰিকৈ

খাই বই দেৱপৰতে চ'ৰাত বহিল গৈ। গুৰুজনে স্নান, শৌচ, শুদ্ধি, গুৰুসেৱা, নাম-ভাগৱত পাঠতে হ'ল দুপৰ। চাউল সিজাই ভোজনত হ'ল চাই দণ্ড। গৈছে তিনিপৰত। পালতে বামুণে খল দিলে বোলে মহাৰাজ আপোনাৰ কথা শঙ্কৰে নমানে। কালি দুপৰতে আহিব দিলে আজি তিনিপৰ মাৰিলে। আমি দেৱপৰতে আহিলো। ৰাজাবোলে হয়তো, বাপ দহোন বেলা হল কিয় ? বোলে মহাৰাজ আমাৰ শৌচ, শুদ্ধি, স্নান, গুৰুসেৱা, নামপাঠতে দুপুৰ হই, চাই দণ্ডে ভোজন, চাই দণ্ড জিৰাই অহা হৈছে। বামুণে বোলে আমি নকৰি নেখায়ে আহিছোনে ? গুৰুবোলে মহাৰাজ ৰাৰু উলু, পানী, চৰু, দিয়ক মুখ ধুবলৈ। দিলে ; ধুলে। চাই, নিগৰাই লেতেকু, পনীয়লিমান মস্য মাংস পৰিছে। গুৰুজনে ধুলে চাই, ফটিকৰ ধাৰে যেন নির্ম্মল জল। ৰাজাবোলে, বামুণৰ জাতিকুলেই নাইনে চাইছো। তাতো লঘু হল বামুণ।

আৰু একদিনা ৰাজাক আশীর্ব্বাদ কৈলে খোটা উড়িয্যা ভাষা ফার্চ্চি ঠাতে ভটিমাকৰি গাই—

"জয় জয় দিশ্য ঈশ্য জগ হাসি।
লীলা কও ভক্ত ভাৰ উত্তাৰি ॥"

তেহে ৰাজাবোলে অথনিকৈ কোনে পাৰা ভুৰুকাত হস্তি ভৰাই দিব লাগে। গল। গুৰুজন ভুলাপাতত হেঙ্গুল-হাই-তেলেৰে যন্ত্ৰকৰি হস্তি সাজি লিখি ভৰাই মুখত চাব মাৰি লৈ গ'ল। বামুনো গৈছে। ৰাজা ওলাই বহিএ বোলে আনিছানে হ'ক ? বামুনসবে বোলে মহাৰাজ ঈশ্বৰ শক্তি হ'লেহে ভুৰুকাত হাতি ভৰাৰ পাৰে। আমি কেনেকৈ ভৰাম ? তেহে গুৰুজনে ৰাজাৰ হাতে দিছে চাব। ভাঙ্গি চাই দেখে দিব্য হাতি যেন জীয়াহে ; যায় খায় ফুৰেহে। দেখি সভা লোকে আশ্চর্য্য অদ্ভুত হল। বোলে এনে কার্য্য

মনুষ্য নহয় ঈশ্বৰহে। বামুন লাজহৈ হেঠ-মাঠে অধোমুখে ৰল। ৰাজা গুৰুজনক অনেক প্ৰসংশাকৈ পঠালে।

আৰু এদিন ৰাজাৰ জালুকবাড়ীৰ বাড়ীচোৱাই নি জালুক ভেটিলেগৈ। ৰাজা তামুলীক বোলে সবাকে বাটি দে। দিলে। বামুণে পালতে গালে গালে খাব খৈলে। খাই খলো দিলে বোলে মহাৰাজাৰ প্ৰসাদবস্তু আমিসবেও ললো আদৰ কৈ। শঙ্কৰে আপনাক বাচে, নলই। ৰাজা বোলে হয়তো বাপ কিয় ভোজন কৰা নাযায়? গুৰুবোলে মহাৰাজ ইয়াক খালে পক্ষীৰ লাদ খাবৰ মান জাতি যায়; প্ৰাচিত আহে। বোলে কেনেকৈ? বোলে এই জালুকৰ বাড়ীতে চৰুদি পানী খয় খোকাউৰি পুতি। ফেচুলুকা চৰায়ে ইয়াৰে পকাটি খায়। সেই চৰুতে পানী খায় লাদে, তাতেহে ধুই আনিছে, হুই নুই সোধায়'ক। তেহে বাড়ী চোৱাত সোধালে বোলে হয়নে? বোলে মহাৰাজ হয়। ই দেশত নাই, চৰাএ খাই নিয়ে দেখি। তেনে বুদ্ধিৰে খৈছো। ৰাজা তাতো গুৰুজনক প্ৰসংশাকৈ বামুনক নিন্দি বোলে পক্ষীলাদকে খায় জাতি কুলেই নাই আৰু।

আৰু এদিন বাড়ীচোৱাই কলা পকাই ভেটিলেনি। তাকো ৰাজা সবাকে বটাই দিয়ালে। বামুনে পাল মাত্ৰে খালে, গোচৰো দিলে বোলে শঙ্কৰে আপোনাৰ দ্ৰব্য ঘিনাই। ৰাজা, বোলে কিয়নো ভোজন নকৰা বাপ? বোলে মহাৰাজ আক সজ উত্তম লোকে খাব নপাই। বোলে কিয়? বোলে শৌচ, শুদ্ধি, মাটি, পানী, ব্যভিচাৰী, হৰি বিমুখীয়া, শৱ তুল্য জীৱ চুৱাই চুই পকাই আনিছে। এতেকে লোৱা নাই। বাড়ীচোৱাত সুধিলে বোলে সবে খানি হয়। গৃহস্থি হজুৱা গৰু পশুৰ লগৰ; কি নীতি জানো। বিপ্ৰক ৰাজা তাতো গৰিহিলে; লাজ হল।

আৰু এদিন উজানৰ সদাগৰ মুদৈএ জালুক এচৰু ৰাজাক ভটিলেনি। ৰাজা সবাকে দিয়ালে। বামুণে পালতে গাল

মাইলে। খলো দিলে, বোলে শঙ্কৰে আপোনাক বাচে, জালুক নি পেলাবনিহে। অতে নখাই। ৰাজা বোলে বাপ, আমাক কিছুভেদ দেখেতো হৱলা, নলই যে? বোলে মহাৰাজ ইয়াৰ জন্ম য'ত পূৰ্ব্বে ত'তে আমি আছিলো। গৃহতে পক জালুক আনি ধান চৰু পানীত উখাই। বান্দিএ ভৰিৰে মাৰে খচি। মাজনিৰে লৰাই; শুকাই তোম বান্ধি থই; তাকে আনিছে। সাত ধোৱা কৈলেহে জল নাৰায়ণে শুচি কৰে। তেহে সজ লবলৈ। মুদৈত সুধিলে, সি বোলে হয়। বোলে জল চৰুৰ আনক, প্ৰমাণ দেখাওঁ। দিলে। ধোৱাই, নিগৰাই চাই দেখে তামোল মান মল ধূলি পৰিছে। ৰাজা দেখি আচৰ্য্য হ'ল। বামুনক তাতো গৰিহা কৈলে; লাজ হল।

আৰু এদিন গৈছে; এটা লোকে এটাক শাস্তি কৰিছে। নাম ললে বিশ্ৰেষ্টাত। বোলে মুখত ধৰ কি নাম লই। গুৰু শুনি ৰাজ আলি এৰি আৰদি হৰি স্মৰি আন পথে গৈছে, চাব দেখিব নপাই বুলি।

আৰু ৰাজা চাইটা শ্লোক কৰিছিল—'নখানৰাদন্তাকেশা।' তাৰে গুৰুজন ব্ৰাহ্মণত অৰ্থ লগাব দিলে। বামুণে কলে—
নখানৰাকেশাদন্তাথানত্যাগস্তি অপূজ্যক পৰ্শে স্নানং—
বোলে নখ কাটিলে চুৱা, চুলে স্নান আহে। কেশ খুৰালে, সৰিলে অশুচি, চুলে বুৰ। দান্ত সৰিলে চুলে স্নান; নৰাধান দালে অৰাদৰ, অপাত্ৰ, অপূজ্যক এই বুলি চৰ্চ্চিলে। গুৰুজনে বোলে নখা, বাঘ, পশু, ভৈচ, হস্তি, সোনা—ৰজতে বাৰ্ধা কৰি পিন্ধি ডাব, কনি, মনি, দাপণ, দৰ্যা, কেৰু, পাটি, নাল এই ক্ৰমে লগাই শুচি পূজ্য। নখা, বাঘ, বড়া, ভালুকৰ ৰজত-সুবৰ্ণেৰে ৰচিত কৰি লই পিন্ধে শুচি পূজ্য। কেশ পশুৰ স্মৰ কৰি ধুলে চন্দ্ৰ তাপে দিএ। ভেড়া, ছাগ, কুৰ্ত্তা এই সবৰ কেশ আনি কামলি, কমল, লুহি, পতু, বানত, দলিচা, সিহি লয়।

ঈশ্বৰকো দিএ, শুচি, পূজ্য। নৰদেহা দেৱৰো দুৰ্ল্লভ, ব্ৰহ্মাৰ প্ৰাৰ্থনীয়। হৰি ভজি, ভক্তি আৰ্জ্জি, হৰি গুণ গাই, সংসাৰ তৰি পৰমপদ বৈকুণ্ঠ পায়; শুচি পূজ্য। হৰি বিমুখ হে জীয়াশ, অসুৰ, ৰাক্ষস; চুলে স্নান, অপূজ্য। ৰাজা বোলে হয় বাপ; মোৰ মনেও সেই পোনেহে পাতি কৰা গৈছে। বামুণ গোটেই মূৰ্খ, একো নজানে। এই বুলি গৰিহিলে। তাতো লাজ হ'ল। গুৰুজনক প্ৰসংশা সাদৰকৈ, সোনোৱালী দগলাটো পিন্ধিছিল, দিলে। তাকে পিন্ধি যাই আলিএ গুৰুজন। বামুণে ভয়হে লগুণ ধৰি প্ৰাৰ্থনাকৈ বোলে এয়ে যেন ৰয়। গুৰুবোলে তোমালোকে যদি একো বিঘ্নি নাচৰা আমিও একো নকৰো। যদিহে লগোৱা যুজুৱা আমিও শুদা এৰা নযায়। আহোতে ঘৰ্ঘৰিজানৰ দলও ভাগিল; অনেক মানুহ হাতভৰি ভাঙি খোড়া কোঙা হল। এটা লোকে পৰি যাওঁতেই ৰামকৃষ্ণ হৰি ব'ল, হৰি ব'ল, হৰি বল, ডাকিলে। গুৰু শাকোৰ মুৰ পোৱাতে ভাঙিল। সেই বেলা গীত কৰিছে।—"বোলোহো ৰাম নামেসে মুকুতি নিদান।

বুলিতে এক শুনিতে শত নিতৰে॥" শুনি তাতে চোলাটি দি গ'ল। পাচদিনা তাকে দিলে খল বোলে, মহাৰাজাৰ অনেক টকাৰ বস্তু দিয়ে জানকৈ, শঙ্কৰে ঘিনাই নলই, বিলাই যাই সামান্য চাকৰক। ৰাজাবোলে বাপ অত টকাৰ বস্তু কিয় দিলে? মই আপোনাক পিন্ধিবলৈ স্নেহত দিলো। গুৰু বোলে মহাৰাজ তোমাৰ দেশত ধৰ্ম্মকৰ্ম্ম নাম যি লয় কৰে তাৰ এভাগ আপুনি পায়। সি পৰি মৰোতে পৰমমঙ্গল কৃষ্ণৰ নাম ললে, তাক দিলো। তোমাৰ দহোন হিতহে চিন্তিছো। ৰাজাবোলে হয়; এই মূৰ্খ বামুনভোৰে একো নজানে, এই বুলি গৰিহিলে। তাতো লাজ হল।

আৰু এক সময়ত মাল আহিল। সি দেশে দেশে

ভঙাই ভিকি বানাবাদ্ধি আছিছে। পায় বাজাক মাল যুদ্ধ খুজিলেহি। বাজাবোলে বাক আজি বহোক, বোজ সিধা দিয়ক; দিম মাল যুদ্ধ। তেহে নিশা মাল সবক মাতি আনি সুধিলে। দাঙ্গি নেসাহে, পাচহোহকে গোটেই, সি বব ভব্য মোটা মোটা মাল। দেখি বাজা অসন্তোষ কৈ বহি আছে। শঙ্কবদেৱ চোট দেৱানব ঠাইতে পালেগৈ। দেখি সুধিলে বোলে, মহাবাজ দহোন কষ্ট কৈ আছে? বোলে বাপ মাল আহি যুদ্ধ খুজিলে, দিম বুইলো, দাঙ্গি নেসাহে। এভিয়া লাজ হলো। আমিয়ে মাল শ্রম তড়ালি পাবো যেনো দেখো। জিনিলেও একো যশস্যা নাই, হাবিলে একা দেশে সমে লাজেই। পাচে গুৰুজন বাজাব ওচবতে উঠি গ'ল। ভবাবিক বোলে মালক বোজ কেনেকৈ দিচ? বোলে লোণ, চাউল, খবি, তেল, পশু দিছো। বোলে তেনেকৈ নিদিবি; পাচিবে ধান, গোট বাহ, গোটা সবিহ গোট পছ দিবি। সুধিলে কবি বুলি আমাব মালক যেনেকৈ দিওঁ তহতঁকো তেনেকৈ দিছো। সি বোলে যদি, তহঁতব মালেনো খায় কেনেকৈ, কবি বুলি আমাব মালে দেখো ধান মোহাব মাবি ফু মাবে, তুহ যায়; সবিহ চেপামাবে তেল ওলাই; বাহ পিটিকি ভাঙি নিয়ে; পছ চোচামাবি উলিয়াই খাই বাদ্ধি। সেই ৰূপে বোজ নি দিলেগৈ; সুধিলত কলে সেইক্রমে। শুনি মালে ভাত পানী এবি বোলে সকলো দেশত ফুবিছো, এনেমাল দেখা শুনা নাই-নেপা; এনেবল হলে দেহ কাইলৈ লবহে। এই বুলি ভয় হৈ নিশাই জাকেই গল পলাই। বাজাও পুৱা ক'লে বোলে মাল পলাল বাতি এ; মণ্ডপ খৰ্চ্চা এবি। বোলে শঙ্কবদেৱে কাজি বুদ্ধি দিলে এই ক্রমে, দি কলো, ভয়তহে পলাল। পাচে

ৰাজা হাঁহি বাগিচত চপাবয়াই। তেহে গুৰুজন আছিলন্ত বোলে বাপ এনেবুদ্ধি দিয়া গল কালি, সত্ৰ ৰথা গ'ল।

আৰু চিলাৰায় বিজয়পুৰতে গড়-নগৰ পাতি-শোণ-কোষ সীমাকৈ ৰাজ লৈ ৰাজা হ'ল। নাৰায়ণে শুনি

নৰনাৰায়ণ-চিলাৰায়ৰ মিল সাধন

ৰাগি যুদ্ধে গ'ল। তেহে চোট দেৱানৰ এশপত্নী আগকৈ দিলে। ভাতৃবধূ দেখি ৰাজা যুদ্ধ এৰি গুচি আহিল। গুৰুজনে মতাই নি অনেক শাস্ত্ৰ আৰ্হি কৈ নহুষ, খট্বাঙ্গ, যযাতি, মান্ধাতা, দিলীপ, সগৰ এই সবৰ আৰ্হি যুক্তি ধৰণি গীতা কৈ মিলাইচে দুয়োকো।

আৰু নাৰায়ণ কলচি নামে এক ভিক্ষুক ব্ৰাহ্মণ আছিল। ৰাজাক কলেগৈ বোলে মহাৰাজ নাৰায়ণ কলচি হে আছিছে। ৰাজা বোলে জানো নাৰায়ণ তৈলবহে কলহ। বোলে ভৰাল তলে সত্ৰকৈ বান্ধি থক নি। ধৰি নি থলে বান্ধি। তাতে পৰি ছমাহ আছে। বামুণৰ শৰীৰ শুখাই পৰে যেন হ'লগৈ। বামুণে ভৰাৰিক লাগ পায় এদিন কলে বোলে উপা আমি ৰাজাক একো দ্ৰোহ কৰা নাই। ভিক্ষা চালো, ইচ্ছা দিব পায়, নিদিয়ে যাব পাও; অকাৰ্য্যত বান্ধি প্ৰাণ মাৰে, জনাগৈছো। সি গৈ বোলে মহাৰাজ নাৰায়ণ কলচি ব্ৰাহ্মণৰ শৰীৰ পৰেছে। বোলে কেনেকৈ আনচো। আনে ধৰি উঠিবই নোৱাৰে। দেখি ৰাজা বোলো কি মূৰ্খ লোক ই। কব নজানিয়ে ব্ৰাহ্মণক দুখ দিয়ে এত দিন। যদি নকয় জানেই পৰে। তেহে দাড়ী-চুলি কমাই খাবে, টেঙাই স্নান কৰাই, পঞ্চামৃতে খুৱাই পিন্ধাই, টকা বস্ত্ৰ দি পঠালে। ৰাজাবোলে দোকানী,

কবিচন্দ্ৰ পণ্ডিত

চাকৰী, চিপাহী, পিয়দা খোপধৰা, গৰমলি, ভৰাৰি, মহলীয়া, সদাগৰ, নট-ভাট, সবেও সংস্কৃত শিখক অমৰ ব্যাকৰণ। শিখিছে। তেনেতে আৰু পশ্চিমৰ পৰা কবিচন্দ্ৰ নামে

পালেহি, তিনিঘাঠি ছাত্রলৈ। চ'বা উঠি এ হৰিধ্বনি কইলে। বাজা শুনি সোধালে। বোলে আমাক পণ্ডিত লাগে বাদ কবিবলৈ॥ বাজা পণ্ডিতক আনি সুধি চালে। সিহঁতব মুখ দেখিয়েই পাচ হুহকিল, যি আছিল মানে নগবৰ। বাজা লাজ হৈ উপায় নপায় কোৱালে বোলে মোৰ দেশত ব্ৰাহ্মণে বামুণক জিনিব আমি তাত কি যশস্যা পাম হব? আমাব যি শূদ্র শঙ্কৰ নামে লঙ্কব আছে তেওঁকে জিনিলে দেশে সমে সবেও তাতে ভঙ্গ যাওঁ। পাচে বামুণে বাজা ঠাই বিচাৰি নপায় কওঁতা নাই, কেৱে পোন মুখে নকয়, খবিভাবি পৰ্য্যন্ত সবেও সংস্কৃত দিয়ে। সি একো তত্ত্ব নপায় বোলে দেশ এই খানেই পণ্ডিত ৰৈ। বিচাৰ কৈ কুবি চোট দেৱান ঠাই পালেগৈ। দেখে শুক বহি নবম কন্ধ ভাগৱত লিখিছে। বামুণে নিচিনি শুকজনতে সোধে বোলে শঙ্কব লঙ্কবনো কাকবোলে, ক'ত থাকে? বোলে আতে থাকে। বোলে তুমিএনে? বোলে আমি নহও, তেওঁবে কিঙ্কবহে। বোলে তোমবা শূদ্রনে? বোলে হয়। কি গ্রন্থ লিখিছা? বোলে নবম কন্ধ ভাগৱত। বোলে তোমবা শূদ্রে ভাগৱত লিখিব পঢ়িব নপৱা। শুক বোলে শূদ্রে ভাগবত পঢ়িব লিখিব পায়। দ্বিজবধূ সবেহে নপায়। বোলে দ্বিজ বধূনো কাক বোলে? বোলে এনেকৈ আমি কিয় কম। তোমাব অধ্যাপকক সোধাগৈ। কব নপাবে যদি ভঙ্গ মানি আমাতে সুধিবহি। কম আমি। বোলে ভাগৱত পঢ়িব নপাব যে বুলিলা শুনা—

নবমস্কন্ধ ভাগৱত বচনা

"ইটো মহাভাগৱত দ্বিজসৱে পঢ়ে যদি।
হোৱে আতি তাব মনসিদ্ধি॥
ক্ষত্রিয়ে পঢ়িয়া পাইবে সসাগবা বসুমতি।
শূদ্র পঢ়ি পাৱে নৱ নিধি॥—

দ্বাদশৰ পদ মাত্তিলে চাৰিও জাতিয়ে পঢ়িব পায়। বোলে তোমালক ক’ৰতে আহিছা? বোলে নদিয়া শান্তিপুৰতে। ক’তদিন পথে আহা? বোলে তিনিমাহ ফুৰিছো দেশ বেৰাই, বাদকৈ। বোলে ভোজন একা? বোলে য’তে ৰও ততে চাউল মিলে। বোলে তোমালোকৰ জাতিএ মৰিল। তিনি দিন শূদ্ৰৰ চাউল খালে বামুন জাত যায়। স্নানকৰা আছে নাই? বোলে নৌ কৰো। চাই দেখে চালিপৰা নঘটি বেলা হৈছে। বোলে এতিয়া আৰু কাক স্নানহে ঘটে। উত্তম বৈষ্ণৱ্ বিপ্ৰৰ ব্ৰহ্মমুহূৰ্ত্তে অমৃত জল, চাই দণ্ডে দুগ্ধ জল, পৰত শিতল শুদ্ধ জল, দেৰপৰত খালি জল, তাৰ পৰা শোণিতময়হে স্নান হয়। ব্ৰাহ্মনৰ প্ৰাতশে স্নান, সন্ধ্যা, তৰ্পণ, আহ্নিক, গায়ত্ৰী বেদৰ নীতি। পাচে সি গৈ অধ্যাপকত কলে বোলে শঙ্কৰক লগ নপালো। তেওৰ কিঙ্কৰকহে পালো, ভাগ্ৱত লিখিছে; মই নপাই বুইলো, পদমাতি খণ্ডিলে। বোলে দ্বিজবধুৱে হে নপাই। বোলে দ্বিজ বধ্নো কাক বোলে? বোলে তোৰ গুৰুত সোধ গৈ; নপাই যদি ভঙ্গ মানিব আমাত সুধিবহি, কম আমি; এনেকৈ বুলি পঠাইছে। খেদকৈ সবে ছাত্ৰ চাৰা নিশা ভাগৱত, পুৰাণ, ৰামায়ণ, গীতা, স্মৃতি, ব্যাকৰণ অমৰ কাব্য, জ্যোতিষ সংহিতা পৰ্যায় আনো বলধি যোৰাই অনাই চাই নপালে। দ্বীজ বধু কোন নপাই বোলে শঙ্কৰৰ কিঙ্কৰেই ইমান, শঙ্কৰে পালে থৰ কি? পুৱাহ’লে লঘুকৈ সবলৈ দেহাকে মাৰিব। এই বুলি নিশাই পলাল। পুৱা ভৰাৰিয়ে বোজলৈ যায় দেখে, নাই। কাকে পৰি ৰমলিয়াব লাগিছে। ৰাজাত আহি কলেহি বোলে বামুন নিশাই পলাল। ৰাজা বোলে শঙ্কৰদেৱক লগ পাইছিল হব লাগে। ভাটি বেলা গুৰুজন গ’লত ৰাজা বোলে বাপ বামুন গৈছিলনে আপোনাৰ তলৈ?

বোলে মহাৰাজ পাইছিলো। কিবা কলেনে? বোলে এই ক্রমে বাদ-জবাব লাগিছিল। ৰাজা বালিচত চপৰিয়াই হাসে। বোলে ভালেহে ৰাতিয়ে পলাল ভয় খায়। আপোনাৰ প্রসাদতহে মর্য্যদা ৰ'ল আমাৰ। আমাৰ যি পণ্ডিত আছে বে কৰিবই নোৱাৰে তাৰ আগত। কেও নেসাহিল। মোক পুৱা, আপুনি নোপোৱাহলে লাজ কইলে হতে। সজ ৰখা গ'ল। তেহে ৰাজা ৰূপ পাচটকা, কাপোৰ এস্ঁাজ দি দণ্ডৱতে পৰি অনেক তুতি কৈলে। বো'লে মই মূর্খ, দুষ্ট বামুণৰ কথাৰে অনেক বোল মাত কইলো, এতিয়া দেখো তোমাৰাই ঈশ্বৰ। গর্ব্বত থাকি মানিব নপৰাতহে মৰো। ক্ষেমি মৰষিলো বোলক; তেহে মোৰ ৰক্ষা। সর্ব্বনাশ হৈ মৈলো বাপ। তেহে ৰাজাৰ তুতি ভক্তিত সন্তোষ হৈ বোলে উঠা মই ক্ষমিলো। বোলে মহাৰাজ তোমাৰ অঙ্গিকাৰ ভ্রষ্ট হ'ল, ৰাখা। বোলে বাপ কি উপায়; বোলে আছে। তেহে কৃপালু পুৰুষে দয়াকৈ বোলে মনুষ্যৰ গাৰ বস্ত্রই চাল, মনৰ সকল্প হাতৰ জোখাই হাৰ। পাচে হাত জোখাকৈ বাৰি দিলে, গাৰ কাপোৰ দিলে, আলি এটাত চোৱাই-বোৱাই বাক্য অঙ্গিকাৰ সাফলালে।

আৰু শ্রী-মাধৱদেৱ গণকুচিৰ পৰাগৈ বটিয়ামৰিয়া শূদ্রা পাটগিৰিৰ ত'তে ৰ'ল। তেওঁ পৰম শ্রদ্ধা কৈ তিনিদিন ৰাখি ভকত হৈছে বংশে সমে। শিলাৰ পখলি চোতালমুৰে আছিল; তাতে উঠি স্নান কৰিছিল। তাতে পাচত মাহাত্ম্য ওলাল। স্বপ্ন দেখি হৰি-গৃহকৈ থাকিলে, জল ঘামি শ্রৱি থাকে। শিলৰ পখলিৰ মাহাত্ম্য

পাচদিনা গৈ হাকমাত ৰৈছে। তাৰ পৰা গৈছে। মালকচাৰ জেমাল কছাৰীৰ গৃহে বৈ গৈছে।

দেৱদত্ত অধ্যাপকৰ বাটৰ কাষে ছাত্র শাল। তাতে শব্দ-ধাতু, সূত্র, সাধিছে; সন্ধি, বৃত্তি, অমৰ পঢ়িছে। দুৰ্ব্বলকে দেৱদত্ত অধ্যাপকৰ ছাত্র-শালা

শব্দ উঠিছে গহিন কৈ। তাকে গুৰুজনে শুনি খেদকৈ ব্যাকৰণৰ পৰ্য্যায় আনি ঘোষা কৰি মাতি আতৈ সন্নত শুনাইছে। ঘোষা—বোলে স্মৰহু গোবিন্দমূঢ় ভজহো গোবিন্দমূঢ়, বোলহো গোবিন্দ সৰ্ব্বক্ষণে। মৰণ সন্মিত ভৈলে, গোবিন্দেসে ৰাখিবন্ত, নৰাখিবে ডুকৃঞ কৰণে"। তেহে বাকলিপো ৰাম আতৈএ সুধিলে বোলে বাপ ব্ৰাহ্মণৰ বৃত্তি বেদধৰ্ম্ম চাউলৰ আশায়ে পঢ়োতে শুনুতেই বুঢ়া-আদবুঢ়াহে যায়গৈ। তথাপি হৰি ভক্তি জীয়লৈ নিচিন্তে। দেহাৰ বৃত্তিত অনেক দেব দেবীক পূজে পণ্ডিত হৈ। আৰনো গতি কি হব অন্তে? তেহে ন্যাই তৰ্কৰ আনি ঘোষাকৰি মাতি সমিচা কৰিছে—"তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী, তাহাত নিপুণ পতি, তান শিষ্য ভৈল পুত্ৰপ্ৰায়। সংসাৰ বনত পশি পতিপুত্ৰ সমন্বিতে উপনিষদ ধেনু ধৰি খায়॥"

পাছে গৈ ভেলাতে গুৰুজন ঠাইতে ৰল। ঠাকুৰে চাউল সিজালে, ভোজন কৈলে। গুৰুজনে বোলে ৰবাৰ পো কিয় আহিলা? বোলে বাপ বন্দুকালৈ যাব খুইচো। বোলে কেলই? বোলে বাপ আমাৰ বংশ পৰিয়াল যি আছে এই শুদ্ধ, সৎ ধৰ্ম্মকে ধৰে কিবা, তাতে! বোলে ৰাক যোৱা, হৰ্ষো পাবা, বিষাদো পাবা। সেইটে শৃয়ান লক্ষৰ ঠাইত সোমাই যাবা।

ঠাকুৰ আতাৰ বংশপৰিয়াল ঠাইলৈ গমন

পাছে সেয়া বিদায় কৈ গৈ শৃয়ানন্দৰ গৃহে ৰ'ল। গুৰুজনে ৈকছিল নিৰ্বিষয়, নিৰাশা, নিৰ্বিকাৰী বুলি। তাকে তেওঁ পৰীক্ষা মনে কৈ চালে মনে হবলা। ৰূপশৰাই বস্ত্ৰৰে আগবঢ়ালেহি। তুলি, পাটি, গাৰু, কাছি, বেৰা, কলহ, লোটা, চৰিয়া, সজুলি বস্ত্ৰৰো এসাজ দিলে, ৰজত সুবৰ্ণৰে। শঙ্কৰদেৱে যেনেকৈ কৈছিল তাকে কৈ আছিল। ছোট আঠাঁ ভোজনপাতি একো নকৰিলে, পাৱকো তাৰ জলেৰে নিতিয়াই পৰিৰহিল। প্ৰাতৰে উঠি যাই লক্ষৰে বোলে

বাপ দ্ৰব্যখানি একা? বোলে এতিয়া যাওঁ থাকক, যদি পাবো সোমাই যাম।

এই বুলি গৈ বোল বুজাৰ গৃহে ৰহিচন্ত। অনেক সাদৰে কৈ শুধিছে, গুৰুবুলি ভক্তি কৰি ভোজন কৰাইছে। এটি টকা বস্ত্র দি আগবঢ়াই থৈছিল নি। পাচে গৈ বান্দুকা পাই ৰহিল। দামোদৰ পত্নী, বৌ মাতৃ পানী-পিঢ়া দিলে। মাহী, পেহী, খুড়ী সবেও চাপি আবৰি চাপি শুধিলে। সিহঁতে তঞা তঞা কৈ নিএ। আতৈ সবে শুনি বিষাদ পাই। লগতে চাউল সিজাবলৈ ধৈলে। গুৰুজনে বোলে সিজাব খুইচাহে, অন্ন আমি লব নপাৰো। বোলে কিয়? বোলে আমি ঈশ্বৰৰ চৰণত শৰণাপন্ন হৈছো। তোমালোকেও যদি এই ধৰ্ম্মকে ধৰা তেহে খাব পাৰি। এনেকৈ বুলিলাতে উপহাস কৈ উঠি গ'ল। উশ্! আমি জন্ম সেই ধৰ্ম্ম ধৰিব লাগে বৈ, তেহে খাই আমাত! আমি অধৰ্ম্মী হৈহে আছো? আগে খোৱা ভোৰ বা ক'ত থলে? দামোদৰ বেটা অনিৰুদ্ধে তামোল মুদৈৰ হাতে পাই থৈছিল টকা দি, বেলগুৰিত এৰি অহাত ৰ'ল বুঢ়িৰ গৃহে, চোৰে নি মুদৈক দিলে, সি লৈ গৈছিল—দশমকন্ধ এখান। দেখি তাকে লৈ তেনেই উঠি গুচি আহিল।

এটা মানুহে কাপোৰ ধুইছে তোৰোচাৰ আগাৰিত। চোট আতাঁ আগে যোৱা পোনেই নামিব খুজিলে। বোলে বাপু নমা নাযাব। সেইটো বৰ নিন্দক। আতাঁ লাখুটি মেলি চাই, বৰ দ হয়। তেহে আন পোনে গ'ল। বোলে আৰ পৰাহে শাস্ত্ৰ আমি নিতিতাকৈ বলু।

আতি মৰ্দ্দন কাঁজিৰ গৃলে বৈচেহি। মহা শ্ৰদ্ধাভক্তি ভাৱে সেৱা কৰিছে। তৈৰে পৰা আহি তেলি কৃষ্ণৰ গৃহত ৰহিচেহি। পত্নী দায়াল, মহা ভকত গুৰুজনক পাই শ্ৰদ্ধাৰে সেৱা ধৰি পৰমাৰ্থ লভিছে। টকা এটি, বস্ত্ৰ এজুৰি দি

তেলা মধুপুৰ

শ্ৰীশঙ্কৰ দেবলৈ সেৱা জনাই পঠাইছে। তৈতে আই ধাত্ৰ··· লগ পাইছে। তাতে দুনিশা ৰহি আছিছে। অত গুৰুজনে চিলাৰাইৰ অভ্যন্তৰে আচল পাই তোৰোচাৰ দখিণ পাৰহৈ দুৱাৰ পৰিছিল, তাৰ কাখে ৰলহি। চোট দেৱান মানুহ দি ঘৰ কৰাই দিলে। তৈতে আছে দোবাত মাছ খাই অনেক ভেলা পৰি। তাতে নাম জলিল ভেলা। পাচত চোট আতা নাম দিছে মধুপুৰ। তৈতে এঘাৰ দিন ঘুৰি ভক্তে সমে চোট আতা পাইছেহি। পাই মহাপুৰুষ গুৰুৰ অভয় পদত সেৱা কৈলে। গুৰুজনে শুধিলে বোলে বৰাৰ পো কেনে পালা? বোলে বাপ আগে আবৰি ধৈলে। ধৰ্ম্মৰ কথা কলত উপহাস্যকৈ গুচি গল, বোলে সম্বন্ধ বন্ধ,, মিত্ৰ বন্ধ, লগ্ন বন্ধ, লগুন বন্ধ, এই তিনি চাৰিত নাই, ভক্তিৰ গন্ধ"

নাৰদী পুৰাণৰ ঘোষা

টকা বস্ত্ৰদি তেলিকৃষ্ণ সেৱা জনাইছে। ঠাকুৰ চাউল সিজালে, ভোজন কৈলে। মুহুদি কৈ বসি শুধিছে বোলে বৰাপো লস্কৰ ঘৰ সোমাইচিলানে? তেহে চোট আতা নাৰদী পুৰাণৰ শ্লোক মাতি চাৰ্চ্চিচে। সুন্দৰিত পাচত ঘোষা কৰিছে—

"ঐশ্বৰ্য্যভোগৰ মদে মত্তহুয়া ঈশ্বৰত, পৰাঙ্মুখ ভৈল যিটো জন।
যেন জীৰ্ণ গাই সিটো, দুৰ্ঘোৰ সংসাৰে মজি, পঙ্কেপৰি হোঅয় মগন॥"

এ বাপ! মহা তামসিক সি। আপোনাৰ বাক্য পৰীক্ষে। কেনেকৈ পৰিব তাকেহে চালে। আগেলৈ তেনে ঠাইলৈ নাপাচিব। পাচে গুৰু জানিলে কিবা অসন্তোষ পালেবুলি।

লস্কৰৰ অহঙ্কাৰ

প্ৰাতৰে সেৱা বিদাই কৰি আহি বিজইপুৰে ৰহিচে। তাৰ পৰা ক্ৰমে আহি গনকুচিতে ৰলহি। দিনা চাৰি পাচত ভাৰ তিনি খানি লৈ লস্কৰ আহি সেৱা কৰিলেহি। গুৰুজন পিঠিদি বহিল। বোলে নাহিবি গুচ আমাৰ এখেলৈ। এই বুলি আহিছে। অত গুৰুজনে ঘোষা কৰিছে—

"যিটো মহামতি গুৰুজনে হৰিভক্তি পথ উপদেশ
দিয়া দুখময় সংসাৰৰ পাৰ কৰে।
হেনয় পৰম গুৰু ঋণ শুজিবাক প্ৰতি জানা নিষ্ঠে
অন্যত্ৰ উপায় নাহি অঞ্জলিতে পৰে॥
হৰি ভক্তি দাতা গুৰু ঋণ শুজিবাক প্ৰতি অহঙ্কাৰী
অনেক যতনে মনতে আলোচে মাত্ৰ।
ঋণ শুজিবাক নপৰায় জানি বাহা সিটো দুৰাশয়
উপলা সদৃশ বিমোদৰ ভৈল পাত্ৰ" ॥—তই আমাৰ

বাক্য পৰীক্ষিছে গুৰু ভক্তক দ্ৰব্য দি চহকি কৰি ঋণ শুজ বোল? কৈচ যে নিৰ্ব্বিষয়, নিৰাশা বুলি, হয় নহয় চাঞ্চ দ্ৰব্যাদি; ভক্তি ভাৱে স্তুতি-ভকতিত সন্তোষ নহলে. নকৈলে মায়াময় সংসাৰৰ বস্তুদি সন্তৰ মনত কষ্ট লগা?

অৰ্জ্জুনক কৃষ্ণে কৈছে—

"মোৰ ভকতক যিটো দেই নাম দান।
সপ্তদ্বীপা ভূমিদান নুহিকে সমান॥
ভূমিদান ফল ভুঞ্জি হুইবেক পতন।
নাম দান অপতন মোক্ষৰ সাধন॥"—তোৰ দম্ভি গৰ্ব্বিৰ বস্তু মোৰ বৰাপো চাবই কেলই? আপুনি লক্ষ্মীৰ পতি। বিপ্ৰ দামোদৰ দৰিদ্ৰহে, মনত যেন ত্ৰৈলোক্য সম্পত্তি। মোৰ বৰাপো তেনে, যুধিষ্ঠিৰ কৃষ্ণে পত্ৰ লৈ যাওঁতে দুৰ্যোধনে অনেক দ্ৰব্য দিছিল। অহঙ্কাৰীৰ বস্তু গ্ৰহণ নকৰি, নথাকি, বিদুৰ ভগা গৃহে বল। তই অহঙ্কাৰীবো দ্ৰব্য যি নচাই, নথাকিল হতে, আমাৰ বাক্যতহে নিশা বল বৰাপো। এই বুলি খঙ্গি ভাবে ভেটিএ খেদি পেলালে। গৈ ঘৰ পাএ, সৰ্ব্ব গাই পুৰি দহে মৰে। পানীত পৰে গৈ কিছু থাকি জুই যেন হই। আকৌ উঠি আছে, বিচে; বায়ু অগ্নি প্ৰাই, কলেহেৰে চালে সিও পোৰে। পাটি, মাটি, পানী একোটে শ্ৰেষ্ঠা নাই।

বিশ্রুতিত তত্ত্ব-জ্ঞান হবাল। টকা পাচ, ভাৰ, পাচখানি, বস্ত্র এজুৰিলৈ ভাৰ্য্যা, পুত্র পৰিলগৈ। তেহে মহাপুৰুষ গুৰু নব কন্ধৰ শ্লোক মাতি পদ মাতিছে।—

"মই হৰি চৰাচৰ, মই বশ্য ভকতৰ, দুৰ্ব্বাসাৰ আগে দামোদৰ একান্ত ভকতে পাই, মোক বশ্য কৰিলেক, মই হৰি নোহো স্বতন্তৰ॥" দুৰ্ব্বাসা অম্বৰিষৰ আৰ্হিকৈ বোলে মোৰ তই দ্রোহী নহ, ৰাখিবও নোৱাৰো। এই ভাৰ ভেটিএ যা, বৰা পো'ত পৰগৈ। তেওঁ ৰাখিলেহে ৰক্ষা পা জীৱ প্রাণ। আহি সেই দ্রব্যসৈতে মানুহ পঠালে। গনকুচি পাই চোট আতাক অনেক কাতৰ তুতিকৈ পৈলহি। আতা বোলে মই গুৰুজনৰ ভৃত্য, দাস, কিঙ্কৰ, চাকৰ, নেফৰ। গৃহস্থে ক্ষেমিলে গোলামত কি কাম? যা তলকে। এই বুলি একো নৰাখিলে। এইৰূপে অৰতলৈ যাওতেই দুজনা গুৰু হেচাতে শৰীৰ পৈল। কতু নেসামৰিলে। দাহ তাপে পৰি শুকাই।

আৰু এদিন চান্দেসাই দৰ্জ্জিত ৰাজা বোলে এটা দগলা সি দে শঙ্কৰদেৱৰ গালৈ। সি আহি চালে গুৰুজনৰ গালৈ। গৈ চাৰি হাট কৈ দিলে নি সি। গুৰুজনে বোলে কি কৈলি দৰ্জ্জি? সি বোলে যেনে দেখিছো তেনে কৰিছো। বোলে যি:কৈলি, গুচা দুই হাত। তই কতু প্রচাৰ নকৰিবি; কিচু দিমেই। তেহে গুচাই দিচে নি। তাৰ তেহে চোলাৰ পগন হল। অনেক কাতৰ কৈ শৰণ ললে। পূৰ্ব্বৰ চয় জনৰ লগৰ দেখি কৰাই থলে।

বৰ্ষাৰ এক বহাতে ভাগৱত শ্রৱণৰ ইচ্ছা

আৰু এদিন ৰাজা বোলে ব্রাহ্মণ পণ্ডিত সবেও আমাক কালৈ বাৰেও কন্ধ ভাগৱত শুনাব লাগে; সম্পূৰ্ণে বহাতে পাব লাগে আৰু। তেহে বামুনে বোলে বাৰে কন্ধ বাৰে মাহেও শুনিবলৈ টানহে; চৰ্চ্চাই চাৰি পাচ বৰ্ষেহে পাৰি। চাই দণ্ডে শুনাবৰ শক্তি ঈশ্বৰ শক্তি হলেহে পাৰে; মনুষ্যৰ

শক্তি নাই। ৰাজা বোলে বাপ আপুনি পাৰিবনে? বোলে মহাৰাজ পণ্ডিত ব্ৰাহ্মণেহে পাৰে, আমাৰ কি শক্তি আছে? তেহে গুৰুজন গৈ নাম-পাঠ অৱসানে ৰত্নমালী বুৰীক বোলে মাহ কিছু বটি দে। গুৰু চতুৰ্ভুজ হৈ দুই হাতে খাৰ কৰিছে, দুহাতে জাঞ দিছে। বুঢ়ীএ বাটি লৈ দেখি দণ্ডৱতে পৈল। বোলে বুৰী যা, কতু নকৰি। তেহে মাহ নি কাটি তিকি ৰাৰেও কন্ধৰ মুঠ কৈ সাৰ গুণ মালা লিখিলে। প্ৰাতসে নিত্যকৰ্ম্ম, স্নান, গুৰুসেৱা কৈ দুই দণ্ডে গ'ল। বামুণ পণ্ডিতো গৈছে। ৰাজা সবাতে সুধিলে কালিযে কৈছিলো আনিচাহকনে? বোলে মহাৰাজ, ঈশ্বৰালি কৰ্ম্ম মনুষ্যৰ কাৰ শক্তি আছে? গুৰুজনলৈ চাই বোলে বাপ আপুনাৰ গুণমালা ৰচনা
ফালে পাৰিনে? বোলে সজ মহাৰাজ, যি পাৰি শুনাব লাগে। তেহে গুণমালা গাই শুনালে। দেখে ৰাৰেও কন্ধ সম্পূৰ্ণ উঠিছে। ৰাজা বোলে পণ্ডিত চা এতিয়া। বোলে ৰাৰমাহেও নোৱাৰিহে ঈশ্বৰেহে পাৰে; শঙ্কৰে দেখো দুই দণ্ডে শুনালে একা ৰাৰেও কন্ধ? আৰা দেহো ঈশ্বৰ? পাছে টকা, বস্ত্ৰ, ভাৰ, সাজি ফুল, চন্দন দি ঈশ্বৰ বোধে মানি সেৱাকৈ পঠালে। বামুণে দেখি হেঠ মাথে তুচ্ছহৈ অধোমুখে ৰ'ল।

আক ছোট দেৱানে জন্ম পুৰা নৰ শ্লোক পালে। পাই শ্ৰীশঙ্কৰদেৱৰ হাততে দিলে, বোলে বাপ ভাঙ্গি পদকৈ দিয়ক। গুৰু বোলে মহাৰাজ অত কৰিব নপাৰিম! তৰতে কৰি দিম জন্মপুৰাণ
বাক। এই বুলি বিদায় লৈ আহিল। গুৰুজন আহিবৰ শুনি চোট আতা, ঠাকুৰ আতা, আনো ভক্ত সব গৈ সেৱাকৈ বাৰ্ত্তা সুধিছে। গুৰুজনে বোলে ৰৰাপো জন্ম পুৰানৰ শ্লোক খানি ৰাজা দিছে। পদ কৰি দিয়া যক। বোলে বাপ কি কৈ কৰিম? বোলে কিয়, আমি দহো কৰো একা? বোলে আপুনি কৰে ঈশ্বৰ শক্তি। বোলে তোমাৰ জানো নহয় ঈশ্বৰ

শক্তি ? নিয়া পাৰিবা। তেহে গুৰু বাক্য শীৰে ধৰি আনি কৰিলে। মৎস্য মাধৱৰে পদ তিনিশ কৈলে। ই দিকি কৈলে তিনিশ। দিলেনি। গুৰুজনে চাই বোলে তেও বোলা, মোৰ ঈশ্বৰ শক্তি নাই! তেহে খোজা ৰাজা বৰ্চ্ছি পাত্ৰ ভুৰুকাত হাতী ভৰোৱা আহি কৈছে পুৰাণৰ পুৰাতন আহি—বোলে আমি বঢ়াবহে পাৰো, টুটাব নোৱাৰো। তুমি হ্ৰস্ব দীৰ্ঘ সবে পাৰা দহো ?

আৰু বামুণৰ হিৰাই, পৰাই, মেৰাই, মকৰাহি, ৰাম ভট্টাচাৰ্য্য আহি গৈ থাকে দুই তিনি দিনে। এক দিনা গুৰুজনে বোলে আপুনা সবে হৰি কথাৰ আশেই আহানে ? নে আমি মানকৈ দ্ৰব্য বস্তু খান দিও তাতে আহা হক ? বোলে মানতো অহা যাই, হৰি কথাও শুনিবৰ মন যাই। যাইহে তাৰ স্বাদ একো নেপাও। বোলে একুটি হৰি গৃহক গৈ যাৰ যি আহে গৰি গুণ গাবা। ইহ পৰলোক প্ৰীতি স্বাদ পাবা। পাচে গৈ সেইৰূপে কৰি গাইছে, নেপাই। এদিন কেউজনে সুধিবলৈ আহে। চোট আতাত গনকুচিৰ তে গৈছে। শ্ৰীৰাম আতা সৈতে লগ পাই সুধিলে, বোলে তোমালোক কলৈ যোৱাহঁক ? বোলে শঙ্কৰৰ ঠাই লৈ এক কথা সোধো গৈ। কোৱাচো কি সোধাগৈ ? বোলে তুমি কি কৰা, নজানা ? গৈ আকৌ সুধিলে, বোলে নাম গাব দিছিল স্বাদ পাবা বুলি ; নেপাও দহো গাইছো ; তাকে সোধোগৈ। বোলে তোমালোকৰ ঘৰত গাই নোদোৱা ? বোলে, দুই চাৰি জনীও খিৰাও। দাসীহে দোহে। বোলে কিহত ? বোলে কৰিয়াত। বোলে নেচাকা ? বোলে চাকি চৰুত থই খাও চেনি চুৰাৰে। বোলে সেই চুঙ্গা, দোৱা, চাকনি, চৰুএ স্বাদ পাইনে ? বোলে কিয় পাব, খোৱাহে পাই। বোলে নামবো সেই ; গুৰু মুখে বুজি মানি যাবা সবে গাইছে সেই গৃহস্থেহে

পাব খাব ; তুমি পাবা কিয় ? তেহে বোলে আবাই কৰিছে এই সিধান্ত ! তৎভুত কৰিব গলে। চকুঠাৰে চাই ফিৰি গ'লগৈ।

আৰু একদিনা গুৰুজনৰ বস্ত্ৰ খানিত মল হ'ল। দাসী সবত কলে কাণ নকৰে। তেহে চোট আতা খাৰ আনি জোকৈ প্ৰাতযে আহি ধম্ম খন্দাৰ কাখে সিজাই ধুই দিলে। দেখি গুৰুজনে বোলে ববাপো তোমাক এনে বন কোনে কৰিব দিএ ! বোলে গৃহস্থৰ দাস গোলামৰ বনেই আমাৰ।

আৰু এদিন আই গোসানীএ বোলে তোম্ৰাৰ ববাপোত বিশ্বাস, স্নেহ, আদৰ-সাদৰ। আমাত, পুত্ৰ, ভাতৃ, কাতো নাই, চালো। আৰু বিত্ত খানিও দি থই ভাঙি চিঙি ঢুকাই নিছে। তিনটি ছৱা চোটা, আগলৈ নালাগে যেন। তেহে একদিনা গুৰুজন কৈসলাতে আহি বহি আছে স্নান নকৰি। গোসানী ওলাই বোলে জল ঢালক বেলা হ'ল। বোলে বৰ অকাৰ্য্য হ'ল আজি। বৎস এটি গৈছিল, কোব মাইলোঁ, মৈল, কি হব, কি কৰিম ? আএ বোলে প্ৰাচিত্ত হৈ বৰ সভা ভোজ দিয়া হক। ঘৰ সোমাৰ নোৱাৰে তেনো এতিয়া আৰু। তেনেতে ছোট আতা পাই সেৱা কৈলে শ্ৰীৰাম আতাৰে। বোলে ববাপো, এনে হ'ল আজি। বোলে বাপ, সেই পাপ দোষৰ হৈ মই যাম নৰ্কলৈ, উঠক স্নান কৰিবলৈ। তেহে বোলে ৰমানন্দৰ মাক, চা এতিয়া। মোৰ ববাপোহে নৰ্কলকে গা হ'ল। তএ ভাৰ্য্যা-পুত্ৰ দোষ পাপ ল চাৰি গৃহ সোমাব নিদিয় ! বোলে ববাপোহে সকলো বিশ্বাসৰ দেখিলি এতিয়া ? ভক্তৰ পৰিচয়

আৰু হৈদাহ বনিয়া আতৈ ৰজত সুবৰ্ণৰ বিচিত্ৰ বন কৰে। বনাচ কৰিটৰ এফালে নেৰে। ৰখাই গোটাই পুৰি সেৱকত লগায়। গুৰুজনে শ্ৰৱণ কীৰ্ত্তনত কঠ খানি মাৰি তপৰাই থয় দেখি আতৈ সবে অসূয়া কৰে বোলে কৰিটৰ ফাল নেৰে, টাঙ্গি মাৰি ফালি লয়। তাৰ কঠ বা থয় কেলৈ ? তেহে হৰিদাস বনিয়া আতৈ

শুনি আতে সৱত গুৰুজনে সুধিলে বোলে বেহাৰে নিয়া জগৰতে টকা কিছু ধাৰে ভৰা হ'ল, এতিয়া গলে ধৰিব, কাৰ কি টকা মহা হাতে আছে দিয়াহঁক। পৰে দিম আমি। পাছে যাৰ দহ, বাৰ, সোল, কুৰি আছে তাৰে আদ খানি কলে, মোহ মায়াত থাকি। গুৰু অন্তৰ্য্যামী বোলে বাৰু। তেহে দুজন ভক্ত পঠাইছে বোলে হৈদাহত কোৱাগৈ। বামুণৰ জগৰত চাৰিশ টকা ভৰা হ'ল ধাৰে। সেয়ে ধৰিছেহি কি দি ৰাখিব পাৰে সুধি আহাগৈ। গ'ল। পালত গুৱা শৰাই দি গুৰুজনৰ গুৰু সেৱকৰ বাৰ্ত্তা সুধিছে। কলে বোলে টকা চাৰিশত ধৰুৱা ধৰিছেহি! গা ধুৱকে নিদিএ। তাতে পঠাইছে বোলে কি দি ৰাখিব পাৰে। ৰূপ চাই, দুশ হ'ল। খাৰু, মণি, তাম, কঁাহ, পিতল ওজ কৈ হ'ল দুশৰ বাব। বোলে আকে নিয়া। দি ভোজন কৰক। কালৈ গৰু, মহ কাপৰ বিকি যি পাওঁ নিম। বোলে থাওক, সুধি যাবহে দিছে। গ'ল। পাছে ৰাতি নিদ্ৰা নাহিল। খেদ কৈ চটফটাএ পুৱাল। পুৱা কৈসালত বহি শুনিছে, গৰু, মহ, দাস, দাসী, বন্ধু এৰি বিকি ভাৰ্য্যা পুত্ৰকো যদি সুজিব নোৱাৰোঁ গা বিক্ৰই গৈ গুৰুজনক একৱাৰ লাগে। স্নান কৈ খেদেৰে গৈ প্ৰসঙ্গতে সেৱা কৰিছে। গুৰুজনে বোলে কি পালা? বোলে বাপ, টকা হ'ল দুশ, ওজকৈ হ'ল দুশৰ। গো, মহ, দাস, দাসী, ভাৰ্য্যা, পুত্ৰ, বিকি যি পাঞ দিঞ পৰে। বোলে পে সনাত কি মনেৰে আলচি ভাবিছিলা? বোলে নাটিলে সিও হব। তেহে গুৰুজনে প্ৰেম স্নেহত পদ মাতিছে—

"ভকতৰ হিয়া এৰি যাইবাক নুৱাৰা হৰি,
লগাই আছা পাএ প্ৰেম জৰি।

একবাৰ গঙ্গা দেবী পৰশিলে হৰি পাও,
তভো মুহি ভকতৰ সৰি ॥”

ভৈলোহোঁ বশ্য মই তোমাসাৰ! শুচিৰ কাণে মুজা নযাই ধাৰ ॥ কৃষ্ণ যেনেকৈ গোপীৰ ভক্তিত বশ্য হ'ল আমাকো হৈদাহৰ ভক্তিএ বশ্য কৈলে। বোলে আতৈ সব, দেখি চাবি, তেহে চিত্তক লেখি। কত পৰাত অসূয়া কৰা। বজ্রত সুবর্ণ, গৰু, মহ, ভার্য্যা, পুত্র, তাম, কাঁহ, দিও দেহা অর্পণ উছৰ্গা কৈলেগৈ। তোম্রা সবে অৰ্দ্ধেকৰহে কলা-হক, দিম বোলাতো?

আৰু বছৰি যাব লাগে ৰাজা ঠাই সূতা শোধোৱা বাবত, তাম্বিৰ। তুলি লৈ গৈ পালেগৈ। ৰাজা আগবাঢ়ি গুৱা শৰাই দি সুধিলে বাৰ্ত্তা। কলে বোলে বাপ, শাস্ত্র অনা হৈছেনে? বোলে মহাৰাজ, হৈছে। দিলে। পঢ়াই চাই দেখে ভঙ্গিতা নহই। বোলে বাপ দহোঁ ভনিতা নহয় আপোনাৰ? বোলে আমাৰ ছাঁতে এজন পুৰুষ আছে, তাঁৰাহে কৰিছে। বোলেনে দেখো দাহোঁ অহাত? বোলে নাহে; তাৰা নিৰ্ব্বিষয়, নিৰ্ব্বিকাৰী, নিৰপেক্ষ, নিৰাশা, নিগুৰ্ণ, নাহে। এদিন দেৱানে বোলে তোম্রাক আমাৰ দদাজে ভাগৱত পুৰাণ চৰ্চ্চাই শুনে তাব ভিতৰতে যোগী এটা আছে কৈছেনে? বোলে নাই কৰা। তেনো সুধিব। গুৰু গৈ বোলে মহাৰাজ, তোমাৰ ভিতৰতে যোগী এটা আছে হয়নে? বোলে, আগবে পৰা আছে হয়। বোলে তাক পোহাৰ তো একো নাই, খেদি পেলোৱা। তেহে খেদালে ৰাজা। মুমুএ কলে বুলি ৰাজা জানি বোলে বাপ, আপুনাক ঈশ্বৰ বোধে মানিছে। ভিতৰতে খহটা নামে বৌদ্ধ এটা থৈছে, কৈছেনে? বোলে নকয়। তেহে গৈ বোলে মহাৰাজ, তোমাৰ গৃহে হুমু সন্ন্যাসী এটা

ৰজাৰ গৃহে যোগী

বৌদ্ধ সন্ন্যাসী

আছে হয়নে? আমি নহলে মেল দিএ। কাক চিন্তে? বোলে বাপ, আপুনাৰ দৰে এক ব্ৰহ্মক হে চিন্তে অনাচাৰ নাই। বোলে মাতাচোঁ। পাচে মতালে। বোলে জৰ, মুৰাৰো যাব। বোলে ধৰি গতাই আন। গুৰুজনে মতাত নাহে কিয়? ধৰি আনিলেগৈ। গুৰু ভাগৱত পুৰাণৰ শ্লোক সংস্কৃত দি সোধে, কাক চিন্ত, ধ্যানকৈ পূজ? সি বাবেপতি কয় বোলে হামু এক ব্ৰহ্মক চিন্তোঁ। গুৰু বোলে ই বৌদ্ধাচাৰ খেদি পেলোৱা। ৰাজা গতাই খেদালে। সেই খঙ্গে গৈ গুৰুজনৰ পাচত খেৰ পূজি সাজি চিলাৰাইৰ মূৰ্ত্তিকৈ খৰিকাবান হানি হেৰা দিলে। আৰ্হে কুৰি সোবয়ষতে গুৰুজনৰ আৰ্হে বৰ্ষৰ পাচত চলিবৰ ভু পাই। ধূলা পৰ্ব্বতৰ কাখে গৈ পোৰা বাসা দিলে। অনেক বৈদে চাব মুৰাইলে, পুৰি শুকাই চলিল। আৰু গুৰুজনে বৃন্দাবন, গকুল, মথুৰা, গোবৰ্দ্ধন, যমুনা, এই সবৰ কথাকৈ থাকে চৰ্চ্চা কৰি। ৰাজা শুনি এক দিনা ধৈলে বাপ, কৃষ্ণক দেখক। বোলে বাৰু, কিছু মাহ চাউল, উপাধি কৰা সাৱধানে। তেহে কৰি দিলে। ইকাদশীত হবিষে পাতি ধূপ, দীপ, লগাই পূজি ধ্যানকৈ আছে। তেহে তুপৰ চাই দণ্ডমানত গোপ-বালক ধেনু, বৎস, সমে ওলালহি। শিঙ্গা, বেণু, বেত, বেৰটি বংশী, মৈৰাপক্ষা, চৰা, চলনা, পাঞ্চনি, চাগুনি, দিব্যৰূপে দেখা দিলে। ৰাজা দেখি বিস্ময় হৈ চাব মুৰাৰি চেপেটা হল। গুৰু নম্ৰ হৈ নমিলে, তাৰা সবেও নমিলে, প্ৰসাদ উপহাৰ ললে। আজ্ঞা কৈলে গ'ল জাতাই অন্তৰ্দ্ধান হ'ল আগতে। ৰাজাৰ লোম সিহৰি প্ৰেম জৰিৰ ধৈলে কম্পমান হৈ। আৰু ৰাজা বোলে বাপ, ভোজন কৰোতেই যেন তিনিও ছোৱা দশম শুনিবলৈ পাঞ দাসে। গুৰুজনে বোলে বিপ্ৰপণ্ডিত সব আছে শুনক। বামুণে বোলে মহাৰাজ, ভোজন একদণ্ডে হয়, দশম মাহ দুমাহেও

ৰজাৰ দিব্য দৰ্শন

ৰজাৰ ভোজন কৰোতেই দশম শুনাৰ কামনা

টানহে শুনাবলৈ। ঈশ্বৰ শক্তি হলেহে পাৰে। মনুষ্যৰ শক্তি নাই। ৰাজা বোলে বাপ, কোনে শুনাব দাসক? গোলামৰ মন গৃহস্থেসে পূৰে। বোলে ৰাক, কালৈ ভোজনত পাৰি নিকি চাব লাগে, ঈশ্বৰত ভৰসা কৈ। ৰামুণে বোলে কেনেকৈ শুনাই চাঞ, লাজহে হব, মুৱাৰে। এ ছোৱাকে টান, আচক তিনি ছোৱা, ৰাজা লাজহে কৰিব। আমাৰো সোনকালে আহিবাইঁক, হাঁহি লঘু কৰিম। গৈ গুৰুজনে নাম পাঠ কৰি ভোজনকৈ সবেও শুলে অষ্টভুজ হৈ পাত ভিকি কুটি নিমিষত কৃষ্ণৰ লীলা মালাৰ সংখেপে কৈলে তিনিও ছোৱাৰ। বিহানে শৌচ. শুধি. স্নান, গুৰুসেৱা, নাম, পাঠ, ভাগৱত, ভোজনকৈ গৈ ৰাজাৰ ভোজনতে শুনালে। ৰামুণে দেখি শুনি আশ্চৰ্য্য অদ্ভুত হ'ল। ৰাজা সন্তোষ হৈ সম্মান কৈ বস্ত্ৰ টকা দি আগবাঢ়ি পঠাইছে।

আৰু খগেশ্বৰ সন্যাসী আহিল বাদ কৰিবলৈ পণ্ডিত বিচাৰি, কপিলা উপৰে শাস্ত্ৰ তাৰ ওপৰে উঠি। গুৰুজনে পাই বোলে কেনে ব্ৰহ্মচাৰী! গো, শাস্ত্ৰ, আৰ উপৰে চৰি ফুৰা? বোলে গো, শাস্ত্ৰ. হামু সবে ব্ৰহ্ম, কিছু দোষ নাহি। হঁ ৰাম লিগিৰা আছিল, বোলে হামু কে? বোলে ব্ৰহ্ম। তেহে গুৰুজনে চক্ষুত আৰ দিলে, বৰ ভুকু মাইলে হিয়াত। বেকবেকাব ধৰিলে। তেহে গুৰুজনে বোলে গৰু, শাস্ত্ৰ, তুমি হামু, আদি ঈশ্বৰ, ব্ৰহ্ম। ব্ৰহ্মত ব্ৰহ্ম দাঁড়িলে কিছু দোষ নাই। তেহে লাজ অধোমুখ হৈ গুচি গ'লগৈ। ৰাজা শুনি প্ৰশংসা কৈ গুৰুজনক হাস্যে ৰ'ল। খগেশ্বৰ সন্যাসীৰ বাদ

আৰু গুৰুজনে গকুল, মথুৰা, দ্বাৰকা, বৃন্দাবন, গোবৰ্দ্ধন, বাৰে বন, কালিন্দ্ৰী, বৎস, ধেনু, গোপ, গুপী এই সবৰ লীলা চৰিত্ৰ সদায় কৈ থাকে। ৰাজা বোলে বাপ চুক ভেকুলিৰ পায়স, দৰিদ্ৰৰ অষ্টনিধি, খোৰাৰ পৰ্ব্বত কণাৰ বস্ত্ৰ, ভিক্ষুকৰ

অমৃত ইচ্ছা মন দৰে মোৰ অধম পাপীৰো চিত্ত গ'ল। তথু মুখ পল্লত ঘ্ৰাণ পাই পিয়াব পাবো নিকিন? গুৰু বোলে বস্ত্ৰকৈহে দেখাব পাৰি। পৰতে বোলে বাপ, তেনো ষকগৈ। আমি ততে বাৰেও মড়লক সূতা সৈতে গতাই দিঞ কৰক যাই। তেহে আহি ন দিনে পালেহি। পুন্না শুনি চোট আতা ঠাকুৰ আতা আহি সেৱা কৈলেহি তেনেতে অনন্ত কন্দলীএ উজানতে দশম, মধ্য শেষ পদ কৈ দি সেৱা কৰিলেহি। গুৰুজনে চাই বোলে বামুণী পুতেক, হুই টোকৰ মাইলা বেল শিৰত নপৈল, ভক্তিপৰ হ'ল বস্থ, যুদ্ধত কৈলা দীৰ্ঘ। বোলে বঢ়া পো, মই আগ, গুৰিএ ধৰো, তুমি উঠা মাজত। সাৰ কাঢ়ি গুৰুজনে কৈলে হৰিবংশ মিশ্ৰ দি ৰুক্মিণীহৰণ, কুৰুক্ষেত্ৰ, চোট আতা ৰাজসূই। তেহে মহাপুৰুষ গুৰু বাৰেও মৰল চপাই, বুঢ়া গোপালো এজন। সুতা গোটাই বনকালে ৰঙ্গা, বগা, কলা হৰিদ্ৰা, মৌজ, কাছ, নীল, গৌৰ, শ্যাম বোলাই ছকুৰি হাত ঘৰ কৰালে কাপৰো ছকুৰি হাত বাটি কৰালে। যত যি বগা কলা দিয়ালে ৰ তুলি চলাই মেৰাই শাল তুলি সেই দিনাই চাৰি আঙ্গুল বোৱালে। সেই ক্ৰমে নিতে আহি গৈ বোৱাইছে। ৰঙ্গিয়া জানে গৈ কুমাৰ কুছিত পৰি কোটা জানে দি বৰ পেটাত পৰেগৈ। সেই জানৰ কাখে ভীমা বায়নৰ গৃহ। তেওঁৰে পত্নী জন্মৰে চাকুলী, ৰহি নেৰি পাজি কাটি নাম লৈ থাকে, যতৰতে ঘোষা তোলে, খেএপতি শলাগে "কৃষ্ণদেৱ" তুমি প্ৰভু দীন দুখহাৰী। ভকত আকে মুখ্য কৈ অনেক গায়। ঘাটতে বাঁহ এজুপী আছে. জেঙ্গত ধৰি গুৰুজনে এফেৰি বৈ নিতে শুনে। নাম লুভী কৃপালু পুৰুষ দায়াকৈ এদিন স্বপ্নত বোলে চাকুলী উঠ। বোলে বাপ, মই জন্মৰে চাকুলী, কেনেকৈ উঠিম? বোলে উঠাচো, বুলি দুই হাতে ধৰি পাএ

অনন্ত কন্দলীৰ দশম ৰচনা শেষ

ভীমাবায়ণ

চাকুলী পোন হয়

ভবি দি পোন কৈলে হাবে হবে মৰমৰাই গ'ল, চাকুলী দিব্য ৰূপ হ'ল। নে দেখিলে আৰু গুৰুজনক, বৰ পুত্ৰ বমাই নাম ধৰি বোলে উঠাচো বমাই বাপ। তেহে বায়নে বোলে কতহে দহোঁ মাত? জুই ফু দি চাই দেখে দিব্যৰূপ। বোলে কিকৈ এনে হলি? বোলে মই অত কব মুৱাবোঁ, গুৰুজন ঠাইতহে কম, পুত্ৰা নিবা। পাছে প্ৰাতৰে স্নানকৈ মাহ চাউল বস্ত্ৰ লৈ গ'ল। গুৰুজনে দেখি অল্প হাস্যকৈ বোলে বায়ণ দেখো আহিছা? বোলে বাপ, চাকুলীএহে আনিছে। আজি নিশা দহো মাতিব খৈলে, উঠি জুই ধৰি চাঞ দেখো এনে হৈ আছে। বোলো কি কৈ এনে হলি? বোলে গুৰুজন ঠাইত কব পাবো। বোলে চাকুলী কচো। স্বপ্নত কৰা ক্ৰমে কলে। তেহে গুৰুজনে বোলে ছন্নকৈ চাকুলী, মই নহঞ, গুণ লুভী হবি—

"হবি গুণ গায় ভাই কৰিয়া উৎসৱ।
গুণভেসে তুষ্ট গুণ লুব্ধ মাধৱ ॥"

নামত তুষ্ট হৈ তোক পোন কৈলে ঈশ্বৰে, চাবি জন্মে ইবাৰ সাৰিবা, এই বুলি ভাণ্ডি পঠালে।

আৰু একদিনা বোলে ৰবা পো এটি গীত কৰা। বোলে কেনেকৈ? বোলে পাৰিবা কৰাই আমি কৰিছো দহোঁ? বোলে আপুনি কৰে ঈশ্বৰ শক্তি। তোমাৰ জানো নহয়? কৰা। তেহে গুৰুবাক্য শিৰে ধৰি কৰি দিছেনি— আসোৱাৰী—

"ৰে মন হৰিকহো চৰণে শৰণা,
নিকটে দেখহু নিজ মৰণা।"

চাই, তেও বোলে ঈশ্বৰ শক্তি নাই? একো বোৱা নাই দহো একা? অহা বোৱাকৈ কাপৰ বোৱাইছে। এদিনা গা বিৰম। বোলে ৰবাপো বোৱা আজি তুমি এ। বোলে

বৃন্দাৱনী কাপোৰ

মই কি কৈ বোৱাম? বোলে দহোঁ আমি বোৱাঞ? বোলে আপুনি বোৱায়, ঈশ্বৰ-শক্তি, আমি বোৱাম কেনেকৈ? বোলে যোৱা, তোমাবো। পাৰিবা। গুৰুবাক্য ৰাখি গৈ চাই, ভোজন বেহাৰ পৰিছে। মেলি চাই কিছু তেত্ৰি হৈছে, পোনাই এজলৈ বোৱালে, আছি সেৱা কৈলেছি। বোলে ৰবা পো, কাপৰ কি পৈল? বোলে কিছু তেৰি হৈছিল মেলি মেৰাই বোৱালোঁ, এবেগত হ'ল। গুৰু বোলে তেও বোলা মোৰ ঈশ্বৰ শক্তি নাই। মই জানোঁ, মোতকৈ বঢ়া তোমাৰ। তেহে কাপৰ হ'ল ছমাহে তিনিকুৰি হাত, ৰ'ল তিনিকুৰি টুটিল। জাপি, জপা বান্ধি থলে। শুনি তাম্তিকুছি গনকুছি, বাউসীয়া, সুন্দৰী, ৰাবাদি, বামুণা, দতকুছিয়া, পাটকিয়া জাতিৰমন সবেও প্ৰাৰ্থনা কৈ চাবলৈ ধৈলেহি। তেহে গুৰু এঢলীয়া চাঙকৈ নবীন ঢাৰি পাটি পৰাই হৰিছে বৈ কাপৰ মেলি দেখালে বাৰেবন বৃন্দাবন, য'ত যি লীলা খেলা সবাকে নাঞকৈ দেখালে, আখৰো হৈছে মাতিব পৰাৰ। দেখি ৰাজে আশ্চৰ্য্য অদ্ভুত হৈ বোলে এই কাপৰ ই বৈকুণ্ঠৰ, বোৱাজনো পতি ঈশ্বহে, মনুষ্যৰ বন ই নহয়। টকা শিকানি দোৱানি কৰি দি সবে সেৱা কৈলে, জাপি থলে পুনৰ। আকৌ চন্দৰী-দাসী নাছিল, ভিক্ষালৈ গৈছিল। গধূলি গুৰুজনে বোলে বুৰি আজি কাপৰ সবে চালে, তই নেদেখিলি। বোলে মোকো কালৈ দেখাব। বোলে জপা বান্ধি থলু তোলৈ মেলো আকৌ? বুৰীএ ৰাগকৈ বোলে তোমাৰ বোকোগুা ধান খালত ৱজতে চিৰিবে কোৰ এটা মাইলোঁ, তাবে খং চাবা নাইচো? কব দিয়ানে ৰাধাৰে গোকুল বৃন্দাবনৰ কৃত্য? গুৰু বোলে হা হা বুৰি, মনে মনে থাক। দেখাম, বুৰী গুৰুজনক তোলা কোলা বোকা বয়সেৰে বুৰী মাতৃৰ সম, পুৱা সেই ক্ৰমে চাঙ পতাই মেলি দেখালে।

চাই বুৰীএ দেখে ভাস্তিৰ বটকেছি ঘাটৰ ক্ৰম লবিল। চাই দেখা বটৰ ক্ৰম লবিল। যমুনাৰ বামেহে লাগিল। কিয় ? শুক বিমৰ্ষকৈ বোলে বুৰি হুই ভুলিলোঁ। হুজনা শুক কাপোৰ বোৱায় বুৰীএ দায় ধৰে, বুৰী বৰ ভুপা' তেহে কাপৰ জপা বান্ধি থলে।

আৰু বমুৱা সাই আতৈ গুৰুজনৰ গৰু এগাৰ ছালি ৰাখে। নিতে শুধা হাতে নাহে, খৰি পাত, মাচ, কছু, ঢেকিয়া. টেঙ্গা আনি গুৰুজনক দি ভকত ঘাবে পতি দিএ, খায়। গৰুকে মহ. ডাহ, জোক. পোক, ঘাহ, পানী শ্ৰদ্ধা কৰে। আতৈ সবে গুৰুজনে যাৰ যি চলে দিএ। এসন্ধ্যা খাই দেহ প্ৰবৰ্ত্তাই, সমূহত ভাগটি থয়। আৰু এদিন হুপৰ নিশা আন্ধাৰ বৃষ্টি জল. জঙ্গল, পঙ্ক, মন বুৰি গুৰুজনে বোলে বুঢ়া বাম খিৰামড়লৰ ত'ৰ পান কিছু আনাগৈ, বটাত নাই। বোলে সজ বাপ। তেতিয়াই গ'ল। পথে এটা বাঘ ভেট হ'ল। দেখি বোলে বুপা. তোক কৰ্ত্তা পুৰুষে স্ৰজিছে, আমিও সেই পুৰুষৰ বাক্যত আহিছো, কি কৰ এতিয়া ? সি শুনি আন্তৰিল, কিছু গৈ ভৈচ বৰাত পৈল গৈ। তাতো কলে সেই দৰে। সিও একাল হ'ল। পথাৰতে গৈ পালেগৈ গৃহ। মৰলে দেখি অদ্ভুত আশ্চৰ্য্য হ'ল। এই নিশা কিয় আহিছা। কি হৈছে ? বোলে গুৰুজনে পান খুইছে। দিলে। লৈ আহি দিছেনি। গুৰুজনে দেখি বৰ খেদ কৈলে। তোমাৰ মন বুজি সেই কুটনি কৈলোঁ, মুসুধিলাও, গৈ বৰ হুখ শ্ৰম পালা। পৰম সন্তোষ হৈ বোলে তোমাৰ জীৱৰ কুশল হ'ল। এই শৰীৰেই যাব পঁৰা শক্তি হ'ল। তেহে আয়ু অনুক্ৰমে উঠায়ণ একাদশী উদ্ধাৰে পতি ভকতৰ ধূলা লৈ বিদায়কৈ গুৰুজনত প্ৰাৰ্থনা কৈ নাম পাঠ গাই শুনি, হৰি গৃহৰ খলাতে ৰাম ৰাম কৈ কচু সৈতে উৰি গ'ল। ভক্তে

বুৰাবাৰ আতাৰ স্বৰ্গ গমন আৰু পুনৰাগমন

দেখি গ'ল গ'লকৈ হুহি লগালে। গুৰু শুনি ওলাই চাই দেখে হুই, দৃষ্টি পালেগৈ। বোলে ৰাম হৰি অহা যাক। শুনি আহি অভয় পদত শিৰদি সেৱা কৈলেহি। বোলে পাচলৈ ধৰ্ম্ম সেৱকত বাদ পৰিব, সজাটি এৰি গ'লে সজ। তেহে ৰাম কৃষ্ণ, সুমৰি গুৰুজনলৈ শিৰ কৈ গ'ল। সকলো দেখি আশ্চৰ্য্য অদ্ভুত হ'ল। বোলে এইহে সেৱা ধৰ্ম্মত বল। গুৰু নিয়াই কাঠ সহস্কাৰ কৰাই শৰাই সিধা, জল পান দিলে।

ধৰ্ম্মবস্তুৰ স্থিতি

আৰু একদিনা ৰাম ৰাম গুৰু, চোট আতা, ঠাকুৰ আতা, বলোৰাম, শ্ৰীৰাম, পৰ্ম্মানন্দ, গোবিন্দ, জাতিৰাম, কালিৰাম, বাকলি পো ৰাম, এই সবে সৈতে জুৰত নিশা' সুধিছে গুৰুজনত, বোলে বাপ, এই ধৰ্ম্ম বস্তু কত বৰ পাচলৈ ? বোলে মোৰ বৰা পোত, দুই নাতিত আৰা সবৰ আজ্ঞা দহ বাহু জনকৈও ধৰিব, জ্ঞান শিক্ষা বোধ লৈ অনেক তাৰিব তৰাব। বোলে বৰা পো আৰু পূব দেশৰ দুই ব্ৰাহ্মণ আমাৰ পিছত আহিব, জামু পৰাই জ্ঞান কৰা, আশ্ৰম নিৰাশ্ৰম, ভাগৱতী ধৰ্ম্ম প্ৰবৰ্ত্তাই জীৱ নিস্তাৰিব, আৰু বেল গাছে ধুৱাহাটত মদন গোপাল থৈ আহিছে। কৈ দিবা, তানে আজ্ঞা লৈ অনেক শাখা বাঢ়িব আৰু আমাৰ দমোদৰ হস্তে আজ্ঞা ধৰ্ম্ম লৈ দহ বাহু জনেও প্ৰবৰ্ত্তাব ভাগৱতী অন্তৰঙ্গা, আৰু উজানৰতে এজন পুৰুষ আহি শুদ্ধ একশৰ ধৰ্ম্ম প্ৰবৰ্ত্তি অনেকক প্ৰবৰ্ত্তাব, মহাজ্ঞান দিয়া অনেক জীৱ নিস্তাৰিব, মহা ধোতহৈ অনেকে ধৰি তৰিব।

মদনগোপাল মূৰ্ত্তি

দামোদৰ

শঙ্কৰদেৱৰ ঘ্যুৰ ৰুৰি বৰগীত ৰচনা

আৰু গীত কৰি গোটাই লিখিলে বাহেও ৰুৰি, কমলা গায়নে নিলে আৱৰাবলৈ, চতমহাৰন পোৰা ৰতাহত ঘৰ পোৰাত পুইলে। গুৰুজনে খেদ-কৈ বোলে বৰা পো, অনেক শ্ৰমকৈ গীত খানি কৈলো, পুইলে। গীত কিছু কৰা,

মাধৱদেৱৰ বৰগীত ৰচনা

আমি নকৰোঁ। আৰু তেহে শ্ৰীমাধ দেৱে গুৰু বাক্য ধৰি কৰিছে। আতৈ সৱৰ মুখত বোলা আগে শুৰি বিহা গাৰি ক্ৰমে দি মাজত চোট আতাই গীত কৈলে নকুৰি-এঘাৰটা বৰগীত, ছয় বসে, চোৰ চাতুৰী।

ৰজাক বৃন্দাবনীয় কাপোৰ সোধায়

বৎসৰ উদানে কাপোৰ সোধাবলৈ গৈছে বৃন্দাবনীয়া। গৈ পাই নিশা ৰহি নিত্যকৰ্ম্ম নাম পাঠ কৈ গল চোট ৰাজ ঠাই। ৰাজা গুৰা শৰাই থৈ সেৱা বাৰ্ত্তা সুধিছে। কলে, বোলে বাপ, কাপৰ হ'লনে? বোলে হ'ল, অনাইছে। পাছে ৰাজাক সাৱধানে হৰিচে থৈ অভ্যন্তৰে চাঙ্গী ঢাৰি পাতি বস্ত্ৰ পৰাই মেলাই সুবৰ্ণ লকৰে দেখাই চিনাইছে ৰাজাক যাৰ যি মূৰ্ত্তি। বৃন্দাবন বাৰে বন, গকুল, মথুৰা, দ্বাৰকা গোবৰ্দ্ধন, যমুনা ৰদ, দশ বাশ্ব অৱতাৰ, গোপ গোপী, ধেনু, বৎস, শিশু দেখি চাই ৰাজা আশ্চৰ্য্য অদ্ভুত হ'ল। পৰম সন্তোষ হৈ টকা এশ, সোনা চাই টকা, বস্ত্ৰ এজুৰি।

যুধিষ্ঠিৰ যজ্ঞৰ বাসুদেৱ মূৰ্ত্তি

দিগ্‌বিজয় কৰাত অনা যুধিষ্ঠিৰ যজ্ঞৰ বাসুদেৱ মূৰ্ত্তি দিছে। এশ কুৰ্ব্বীয়ে এশ টকা, এক বস্ত্ৰ দি সেৱা কৈলে, সামৰি থলে। ৰাজা বোলে দদাক কালৈ দেখাবনি। পাচ দিনা নৰনাৰায়ণে শুনি বাত্ৰা সাকো কৈলে আহক আনক বুলি। গৈ নি ভিতৰে চাঙ্গ কাপৰ পাতি পৰাই দেখাই চিনালে সেই দৰে। ৰাজা দেখি সেইতে বিশ্ৰুতি হৈ বোলে ই কি মনুষ্যৰ বন! সাক্ষাত সেই কৃষ্ণ বৃন্দাবনেই হৈছে, গো, বৎস, ধেনু সমে অনেক ভাৰ সাঙ্গি টকা বস্ত্ৰ দিলে, মাদৈ সবেও দিলে। বস্ত্ৰ সামৰি থৈ আহিছে। ৰাজা সন্তোষ হৈ ঈশ্বৰ মানি, মোৱা-মাঁৰি পশ্চিমে, মানছৈ দখিনে, তোৰোচা উত্তৰে, ভেলা পূবে চাৰি ইদ সীমা কৈ মাটি ছুশ নানকাৰ ব্ৰহ্মত্তৰকৈ দিলে, বিলে সৈতে গৃহ বাৰি, ঢাপ কৰাই শস্তে সমে। তাতে গৈ ভেলাৰ পৰা আছে।

ৰজাৰ পানকাৰ দান

আৰু চোট আতা স্বপ্ন দেখি গৈ পাই মৱামাৰিত পা শুদ্ধ কৈ মাটি পানী লৈছে বাকলি ৰামে সৈতে। তেনেতে পূর্ন্ন ভৰা গঙ্গা-তীৰতে ছুই বামুণ বাগীশঠা নামে আছে। অনেক পুৰান, ভাৰত সংহিতা, তন্ত্র লৈ বাদলৈ গুৰু-জনক। নাঞ নপাই বাৰ্ত্তা সুধিলে বোলে শঙ্কৰ ঠাই যাব লাগিল, কেনি উত্তৰিম? বোলে যদিহে বাদে আহিছ নেথাই যা, যদিহে গুৰু মানি আহিছ আঠ হে হব

তর্ক কৰিবলৈ অহা বামুণ

আহ। নামি চাই দেখে দ। তেহে গুৰু মানিবলৈ নিচই কৈ চালে একাঠু হ'ল। আহি ইপাৰে গৰত থৈ শাস্ত্র সব কাটি উটালে। চোটআতা লগে আহি সকলোখানি কৈ ভেটাই দিছেহি। বোলে ৰৰা পো, মই ফুৰো আঁৰ

কাকতকুটা নামৰ কাৰণ

হৈ, তুমি দিয়া দেখাই। ছুও বিপ্র হবিযে নিশা বৈ গুৰু ধৰ্ম্ম ধৰি গৈছে। তাৰ পৰা কাকত কুটা নাম হ'ল নদীৰ থানে সৈতে।

আৰু চোট দেৱানে প্রার্থনা কৈলে ৰামায়ণৰ নাট কৰিবলৈ। একে নিশা নাট, সূত্র, গীত, ভটিমা কথা কৰি

ৰামবিজয় নাট

শুনাইছে ৰাজাক। দেখি শুনি আশ্চর্য্য অদ্ভূত হৈ ঈশ্বৰ শক্তি দেখি এশ পত্নীক হবিচ কৰাই সেৱা কৰাইছে বস্ত্র,

শঙ্কৰদেৱে কাপ কাঠি এৰিছে

টকা দি সেৱা কৰিছে তাৰা সবে। গুৰুজনে তাতে কাপ কাঠি এৰিছে। পয়াণৰ গদ্য শ্লোক শক দিছে। শ্রীশঙ্কৰ ক্ষিতি তুৰঙ্গ গুণেন্দু শাকে জাতো গমতু হৰিপদং খ বিলা বিধু চন্দ্রে" ইতি ১৪৯০ ॥

বাউসী

পাছে, গুৰু তিনি পক্ষ বহি ৰাজা চোট দেৱানত বিদায় কৈ উজাই আহি বাউসী পালেহি। চোট আতা ঠাকুৰ আতা গৈ সেৱাকৈ বা—বাৰ্ত্তা সুধিছে। শুনি হেৰমেশ্বৰ ৰাজা ভকত পঠালে প্রার্থনাকৈ নিবলৈ। গুৰুজনে বোলে ববাপো যোৱা নাৰায়ণ দাসো যোৱা, তুমি কৰা

বিষয় মতে, বৰাপো কৰা শাস্ত্ৰ পৰমাৰ্থৰে বুজাবা, দুও সখি যোৱাহক। তেহে আতা উঠি সাৰাটি ধৰি খুলা লৈছে। গুৰুজনে দিছে, "ভৃত্যক নেৰিব"। তেহে দুওজনা গৈ ৰাজাক মহাজ্ঞান কৈ বন্দিয়াৰ মেলাই বোলে গুৰু ধৰ্ম্মলৈ সমুখ হলে সম, দম, দায়া, ক্ষমা, অঠৈৰটা লক্ষণ এঘাৰটা ভাগ্য হব লাগে। ভকত-হৈ এপক্ষ ৰাখি সন্মানকৈ পঠাইছে। আহি গুৰুজনক সেৱা কৰলেহি। আৰু আতাৰ পুত্ৰ চাৰিজনা দুহিত্ৰী পাচ, একদিনা গুৰুজনে বোলে নাৰায়ণ দাস, লৰা কেইটি? বোলে বাপ, পৰ্ম্মানন্দৰ মাকেহে জানে। পাচে আই-অহাত সুধিলে, বোলে প্ৰভু, লেখা নপাএঃ, নলধৰাত গুৱাই থওঁ গুনা হলে বিচাৰ লএঃ। হাস্য কৈ গুৰুজনে বোলে বৰাৰ ছৱা দৰে হৈছে।

আৰু এদিন বাবা বাহিআএ ঘৰে আতাত সুধিলে বোলে তোম্ৰাৰ ভকতত স্নেহ নে আমাত স্নেহ? আতা বোলে তই কি ই জন্মৰ সংসাৰলৈহে টান, সেৱক বস্তুহে পৰলোকৰ সখা সহায়। বোলে নটা কিয় মিছা কথা ক? আতা কষ্ট বেজাৰ পাই গুৰুজনক সেৱা কৈলেহি। কৰি কলে এনেকৈ বুইলে পৰ্ম্মানন্দৰ মাকে, বাপ আজি জাত ঘালি। তেহে মতাই আনি বোলে মোৰ নাৰায়ণ দাসকহে এনেকৈ বোল কিয়? আএ গুৱা শৰাই আগ বঢ়াই বোলে বাপ, দাসীত দায়, তেওঁ ভকতত দায়া বুলি মিছা কয়। মোৰ এই কেয়া আঙ্গুলিতে ৰূপ এশ বাখৰে সৈতে আঙ্গুৰী দিছে সোঠাৰ। আৰে আদ খান মান ভকতক দি শুধিলে দহো হয়? গুৰুজনে বোলে নাৰায়ণ দাস, তোমাক উত্তৰে ঘটালে, মই কি বুলিম? আতা পিচদিনা গৈ ৰূপা, সোণ, তাম, কাহ, বস্ত্ৰ, গৰু, মহ, সবাকে গুৰুজনত শোধালে গৈ। তাৰে গুৰু তিনি ভাগ কৰিলে সেৱকৰ ৰাজাৰ ভাৰ্য্যাপুত্ৰৰ, কৈ দি পঠালে ফলাহাৰ কৰাই।

আৰু এদিন ছুজনা গুৰু, ঠাকুৰ আতা, চিৰাম আতা, বলোৰাম, কালিৰাম, পৰ্ম্মানন্দ এই সবে বহি মহা প্ৰেম খেলা সুখে আনন্দে চিৰা ভোজন কৰিছে। তাতে ছন্দৰী আঐ দেখি দোলায়মন হৈ গুণি গান্থি অধৰ্ম্ম হলে কিয় কৰিব, ধৰ্ম্মৰো এনে দেখা শুনা নাই দহো, এই বুলি পুৰা কাহি সাত খান ধুই কহুৱা ফুল এটা আনি বোলে যদি ধৰ্ম্মহে জীৱ ধৰি আচৰি এই সাত স্বৰ্গ ভেদি বৈকুণ্ঠ পাবগৈ, অধৰ্ম্ম হলে ৰব সংসাৰে, এই বুলি মাইলে, সৰকি গ'ল সাতো খান। গুৰু ভোজনত ৰন্ধ্ৰত নখ লাগি সুধিছে বোলে ৰামানন্দৰ মাক, কৰ ৰন্ধ্ৰ ? বোলে জানো। তেহে আঐ আঠুলৈ সকলো খানি কৈছে। বোলে অ, তুমি ভূলোকত পৰি ভু হকুৱালা আমি তুমি তাৰা সবৰ চিণ হকুৱালা, আতো মায়া আনা ?

আৰু হৰিচৰণ ঠাকুৰলৈ ৰাম চৰণ ঠাকুৰ বৈণী উৰ্ম্মিলা আপীক জোৰণ পিন্ধাইছে। গুৰুজন চলা এঘাৰ বৰ্ষৰ পাচত. ঠাকুৰ সাতাৰে বৰ্ষত, আপীৰ পেন্ধেৰ বৰ্ষত বিবাহ কৰাইছে। পুৰ্ষোত্তম ঠাকুৰতকৈ সাত বৰ্ষৰ বৰ খুৰাক। এই এই ৰূপে আৰু অনেক লীলাকৈ আছে গুৰুজন।

এদিন ভকতে নাম গাৱাতে চতিত হস্ত দি ঘোষা মাতিছে ,— "বিধিৰ কিঙ্কৰ তেজি ভকতি,

গাও হৰি যশ নিৰ্ম্মল মতি।

লৈও এক মাত্ৰ সাধু সঙ্গতি,

তেবেসে নিৰ্ম্মল হৈব ভকতি॥

পাচ দিনা সুমথিৰা পাষাৰীএ ও মাচ নিদি বুলি গ'ল। তেহে সবাৰে মনত লাগি গৈ গুৰুজনত প্ৰাৰ্থনা কৈ সুধিছে বোলে মাকেহে জানে আক। ৰৰাপো তলৈ ঘোৰা হুক। গৈ খৈলে সবেও ত'ত। বোলে গুৰুজন পিতৃ

সবাৰে। তাৰাহে জানে ই-কথা। এই ক্রমে পাঁচ বাৰ অহা যোৱা কৈলে। তেহে হুওজনা গুৰু চাপি ধৰ্ম্মপাটত চৈধ পৰিষদৰ পৰা জয় বিজয় আহি দি দুজন কৈ অমৃত ভাণ্ড মেলি পান কৰাইছে গজালি নৰলাকৈ। বলোৰাম আতৈ ঠাইলৈ পাঁচি ভক্তি সেৱা সুখৰ আৰ্হি গতি দেখাইছে। এই ৰূপে গুৰুজন ধৰ্ম্ম বস্তু প্রবৰ্ত্তি প্রবৰ্ত্তাই জীৱক কৃপাৰে থৈ বৈকুণ্ঠে ইচ্ছা হ'ল পৃথিবীতে। আগদিনা চিৰাম আতাক পঠালে বোলে ববাপো ভতে কা'লৈ বমগৈ, ঠাই জল কৰক। বৈকুণ্ঠ গমন
তেহে নৌকাত উঠি যাত্রাকৈ গৈ গণকুচিতে ৰহিছেগৈ। চোট আতা আগ বাঢ়ি নাৱতে তুলি নিলেহি। ঠাকুৰ আতা সমে আসন দি বহাই সেৱা কৈলে অভয় পদত। গুৰুজনে বোলে ববাপো, আজি তুমিএ চাউল সিজোৱাগৈ। বোলে বাপ, বোলা নেযাব। বোলে সিজোৱাগৈ যোৱা। বোলে বাপ, তোম্রাৰ বহুত বংশ .পৰিয়াল, আমাৰ হাতে অন্ন ললে তাৰা সবে বুলিব। বৰ আতা ভোজনকৈ গৈছে আমাকো দিয়া সিজাই। দিলে বুলিব আমাৰো হাতে লোৱা। পাছে লব লাগিব। আপুনি জ্ঞাতি বন্ধু মিত্র ক'তো নেখায়, আমাক নিন্দিব। সি কি কৰি নিয়া উদাসীন উত্তম? তাৰে হাতে খায়, আমি তাতো কৈ হীন! এতেকে বাপ বোলা নেযাব, চৰণত ধৰোঁ, ঠাকুৰেই সিজক, মই আল ধৰোঁ। তেহে ৰামানন্দে সিজালে। মহাপ্রেমানন্দ খেলা সুখে ভোজন কৈলে। মুখ শুধি কৈ একে শয্যা শয়ন কৈলে। একে ভাও ঠাকুৰে দেখি আশ্চৰ্য্য অদ্ভুত হল। পাচে তৈল টেঙ্গালৈ পাও জাস্তি প্রাৰ্থনা কৰিছে। গুৰুজনে কৈছে বাহু নাম চৰ্চ্চি পুত্র, নাতি, পৰিনাতি, পত্নী বহাৰী, দুহিতৃ, ভক্ত, যাদও, পাণ্ডও, গোপ, গোপী. ঋষি, ৰাজা, বৈকুণ্ঠ, পৃথিবী, পাতাল, সবাৰে কথা সাৰা নিশা। শক্তি, ভক্তি. বল, পৰাক্রম,

সবাকে চোট আতাত থৈ ভাগু বাকি অমৃত পান কৰাই জন্ম, মৃত্যু সৰালে। পাচে বিহানে শৌচ, শুদ্ধি গুৰুসেৱা, নাম, পাঠ ভোজনকৈ মুহুদিকৈ বোলে নাৰায়ণ দাস নাঞখানি তুমি ভৰাদিয়া গৈ ভুপুৰা আতা বেহা কৰা যি যত দিব লাগে দিলে, হল। ( গৈ বোলে বাপ, চোট পুথি এখানি লৈছে বামুণে অনেক শাস্ত্ৰৰ শ্লোক আনিব আমাৰ )। চোট আতা আগ বঢ়াই আদ টকি নি অভয় পদত শিৰ দি বিস্তৰ কান্দিলে। গুৰুজনে সাৰটি তুলিলে, পদ ভিজি গল নীৰে। ঠাকুৰ আতা প্ৰমুখ্যে সবে ভক্তে কান্দিলে খেদকৈ। বোলে বাপ, পতিব্ৰতা নাৰীব স্বামীহে জীৱ প্ৰাণ। তোমাক নেদেখি কিৰূপ ৰম? স্তুতিতে বিহ্বল হ'ল। তেহে কৃপালু পুৰুষ দায়াকৈ থাকিবৰ থান থিত দেখাইছে ঠাইতে। ৰজত, সুবৰ্ণ, কাঠ, মউ, তিনি বাহি, গুৰ আলিৰ তিনি দৃষ্টান্ত আহিঁ কৈ শাস্ত্ৰ কৈলে। বোলে ৰবাপো, সৰ্ব্বস প্ৰতিপাল কৰিবা। তোম্ৰা সবেও শ্ৰদ্ধা প্ৰীতি হৈ আমি বুলি মানিবা, নাহো মানে আৰু এখানি ঘোষা নামে প্ৰেম ভক্তি গ্ৰন্থ কৰিবা, আমাৰ পাচত যেন ৰৌ ৰৰালিৰে পৰা তনিকাৰ ই যেন কৈ দহ হাজাৰ বৈকুণ্ঠৰ নাম দিবা, এই বুলি নাঞ মেলি গ'ল ভটিয়াই। আৰা সবে দৃষ্টিলকে চাই আছিল। কৃষ্ণ মথুৰালৈ যাঞতে যেনেকৈ আই সবে খেদ কৈ চালে সেই ক্ৰমে। গুৰুজন সেই দিনা গৈ শুদ্ৰা নামে পাটগিৰিৰ ঘাটে ৰহিছে। তৈতে ৰামপুৰীয়া সেৱা কৈলেহি। বোলে তোম্ৰা আজি সাৱধান হোৱা, বৈকুণ্ঠৰ পৰা নৌকাখান আহিব। তেহে আনন্দে সেৱাকৈ গ'ল। নিশা ভক্তে নাৱ বটাৰ শব্দ সাৰি শুনিছিল। তাৰতে গৈ যুগুৰী য়োপা নামে হৃদনাথৰ সেই খিতে বগা দেখি গুৰুজনে বোলে সেই মাছ নেকি চোৱাহক চাই দেখে কাভল মাছ, গোটে পানী কুৱা। ঠাকুৰে বোলে নুতুলিবা, নালাগে

ঘো ষা ৰচনাৰ আদেশ

যুগীৰ ষোপা

আমাক। গুরুজনে বোলে তোলা, মাছ বস্তু এৰিব নেপায়। তুইংগে পানী কুন্ধিতে। ঠাকুৰে কোটোহ কাটাহ কৈ গৈছে। গুৰু বোলে বাপু, সজ বালা চাই নাএ ৰাখিবাহক। পাচে খাগৰিকটা বালিতে ৰাখিলে। ঠাই অঁতাই-জ'াজ্জি খৰি আনি টিঙ্গিৰি মাৰি জুই ধৈলে। মাছ বাকলি গুচাই খুটুৰা কৈ তৰাপাত পতৰা কৈলে। গুৰু স্নান কৈ জুই দিলে। ৰামানন্দ তুমি থাকা মএ সিজাএ চাউল। মাছ চোটকৈ আদখাৰ ভজা, টেঙ্গা, মণি, জালুক, হৰিদ্ৰা দি ৰান্ধিলে। গন্ধে আমোদিত হ'ল। ভোজন কৰিছে, ঠাকুৰক তাকৰকৈ দিছে ঢুকাল; বোলে দিমনে? বোলে দিয়া ৰক। বোলে হো, তুমি দহোঁ তুলিবই নিদিয়া? বোলে তেনে মাছ এনে হয় বুলি কোনে জানে?

পাচ দিনা গৈ কুমাৰ গাৰিত ৰহি গদাধৰ সোমাই-ভগামোৰত ৰহিছে গৈ। তাৰতে গৈ বিজয়পুৰে ৰহি তোৰোচা উজাই ঘৰঘৰি মুখে বৈ ফিৰদিনা কাকত কুটাৰ গুৰৰি ঘাটে উঠিছে গৈ ভক্তে সমে। পুৱা ৰাজা ঠাই গৈছে। চোট ৰাজা আগ বাঢ়ি নি সাদৰে সম্মানকৈ গুৱা শৰাই দি সেৱাকৈ দুখ সুখৰ বাৰ্ত্তা সুধিছে। কমল পৃয়া আপীএ বস্ত্ৰ এযুৰি দি সেৱাকৈ বাৰ্ত্তা বিদ সুধিছে। আৰু দায়াকৈ চিলাৰাএ এযুৰি কাঁহৰ খৰম কৰাই দিছে জালি কটাই। গুৰুজনে বোলে খোৱা। ৰাজাৰ কাতৰত এদিন পাৱ দিছে। আগ বেলা ত'ৰতে আহি পাচ বেলা বৰ ৰাজা ঠাই গৈছে, আগৰে নিৰ্ব্বন্ধ। ৰাজা আদৰ সম্মানকৈ বসাই বাৰ্ত্তা সুধিছে। সাঙ্গি দুখানি দি পঠাইছে। এই ৰূপে আহি গৈ আছে। এদিন ৰাজা বোলে ৰাপ, ঈশ্বৰ চিণ লক্ষণ কেনে? বোলে চক্ৰকৃত্য মাথা, আকুঞ্চিত কেশ, নাসা তিলফুল, অধৰ ৰাতুল, আয়ত লোচন, আজানু লম্বিত পদতে মস্তকলৈকে কলে।

কুমাৰগাৰি বিজয়পুৰ

কাকতকুটা

ৰাজা বোলে বাপ, এই চিহ্ন কাত থাকে ? বোলে পণ্ডিত ব্ৰাহ্মণত, ৰাজা, বিশিষ্ট উত্তম লোকত, মহন্তত থাকে। তাতে পণ্ডিত বামুণ আছিল। ৰাজা গা পতি তুলি চালে,—মূৰ হেটা, মেচা, জোঙ্গা জুঙ্গি, হাতো চুটি। গুৰুজনে বোলে মহাৰাজ, আপুনি উঠকচো। উঠিল। চালে, কিছু আছে ৰাজাতে। ৰাজা বোলে বাপ, আপুনি উঠক। কম্বলতে উঠিল। ৰাজা চালে মস্তকৰে পৰা পদলকে, দেখে ঈশ্বৰ লক্ষণ যি কৈছিল মানে সবে খানি আছে। বোলে বাপ, দেখো ঈশ্বৰ চিণ আপুনাতে আছে, বত্ৰিশ লক্ষণে সৈতে ? গুৰু বোলে আমি কি ঈশ্বৰ ? বোলে বাপ, বুজা গ'ল, আমি কণাক পতান দি ভাণ্ডিব নলাগে। বোলে যকৈগ, কা'লৈ সোনকালে অহা যাব ! গ'ল গুৰু ৰাজা ঠাইতে। গৈ নিশা ৰহি স্নান গুৰু সেৱা নাম পাঠ ভোজনকৈ গ'ল। ৰাজাৰ চকুৰি মাদৈ সবাতে কলে বোলে শ্ৰীশঙ্কৰদেৱ ঈশ্বৰ অৱতাৰ ছদ্মকৈহে নৰভাৱ ধৰিছে। আজি হবিচে থাকহক, শৰণ লবি। গা পতি টকা বস্ত্ৰ ঢোপ একুটি দিবি হক। সেই ক্ৰমে আছিল। পালতে সকলো আহি ঢোপ, টকা, সেৱা পাৱত দি সেৱা কৈ যায়। এই ক্ৰমে ছকুৰি মাদৈ সেৱা কৈলে, সেৱা এহে, শৰণ, গুৰুবাক্য নাই। গুৰুজন তাৰে এটি ঢোপ হাতে লৈ উঠি আহিল। ৰাজা বোলে বাপ,

ছকুৰিমাদৈৰ সেৱা

কালৈকো সোনকালে অহা যাব। পাছে মাদৈ সবে গাৰ ঢোপ গা পতি নিলে ; পূৰ্ব্বৱতে হ'ল। ৰাজা বোলে কোনবা জনীএ ছুটা আনিছিলনে বোলে নানো। বোলে কৰনো নিলে গুৰুজনে নেইটো বোলে যাহক তাৰা বঢ়াবও পাৰে টুটাবও পাৰে, আপুনি ঈশ্বৰ আত কি অদ্ভুত, যাক ব্ৰজত দাম জৰিএ মুজুৰিলে গুপীৰ ? ৰাজা গুৰু মানিবলৈ নিচই কৈলে' পাচ দিনা গুৰুজন গৈ বহিলতে ৰাজা

বোলে বাপ, আমাক কৃষ্ণ শৰণ কাৰোৱা যক। গুৰু বোলে মহাৰাজ ই ধৰ্ম্ম তোম্ৰা কি কৈ ৰখা যাব? ৰাজা হুলে দেৱ, দেৱী, ভূত, প্ৰেত, যখিনী আদি পূজিব লাগে, ৰাজা নীতি প্ৰবৃত্তি মাৰ্গত; নিবৃত্তি পন্থেহে এক দেৱৰ পৰা নাই আৰু। হিংসা ধৰ্ম্ম কি কৈ এৰিবা, হাঁহ ছাগ ছেদন, ৰাজ চৰ্চ্চা? এতেকে ৰাজাৰ স্ত্ৰীৰ, কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ গুৰু নহঞ এই তিনিৰ। ৰাজা স্বৰ্গভোগ আশাৰে হাঁহ ছাগ কাটি রুধিৰে কৰ্দ্দম কৰে। সিযে স্বৰ্গ পায়, নৰ্কতনো কোন পৰে? পশু হিংসা বিভিচাৰে প্ৰবৰ্ত্তি-সংসাৰে আয়াযাত নৰ্ক যাতনা জন্ম নেৰায় কল্প প্ৰলয় সীমাকৈ। এতেকে এক শৰণ নাই ৰাজাৰ। আৰু স্ত্ৰীৰ মিছা বেশ্যাতেসে ৰত, পাপ কৰিও শপতে সাহে। দেখিতে তলকাচ নাই। দিব থৰ পাইলে পতিক বোলে ভাল। হাতে কানে ৰতি নহলে বোলে বোকোণ্ডাৰ বাল। আৰু তাৰ কি শৰণ? দ্বিজ সবে শিশ্নোদৰ অৰ্থে প্ৰেতক বেদ মন্ত্ৰে যজি উছৰ্গি দ্ৰব্য দি তাকে আনি খায়, লয়। শ্মশান শালে ফুৰি তাৰে তুল জাতি ভ্ৰষ্ট হৈ, মৰিও প্ৰেতৰ সঙ্গে বলি খাই ফুৰে প্ৰেতাকাৰ হৈ। প্ৰেতৰ অন্ন ৰসে ওৰসে যি পুত্ৰ হয় সিও পাপময় সংসাৰে ভ্ৰমে। তাৰ কি সম্বন্ধ ভক্তি আছে ধৰিব, ৰাখিব, ৰব। এতেকে মহাৰাজ, এই তিনিৰ গুৰু নহঞ। তুমি ধৰ্ম্মে ৰাজ্য চৰ্চ্চি থকাযক; ই কথা নধৰিবা। বোলে বাপ, ৰাজ্যভাৰ, দেৱদেৱী সবাকে এৰি তোম্ৰাক গুৰু মানি কৃষ্ণক ভজিম নিচই, বোলে আলৈ অহা যাব, যকগৈ এতিয়া। আহিল কষ্টকৈ। পথে শুনি বোলে আৰ হাত সাৰিবৰ উপাই নাই যাইএ দেহা এৰি পৰলোকে নযাঞ মানে। এই বুলি নিচইকৈ পালেগৈ। ৰাজা এখেত মুখ হাত ধুই ব্ৰতে আছে। ঠাকুৰে পিৱা পানী

ৰজা স্ত্ৰী আৰু কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ গুৰুৰূপে অস্বীকাৰ

দিলে, স্নানকৈ নাম প্ৰসঙ্গ পাঠ কৈলে, চাউল সিজালে ভোজন কৈ মুহুদি কৰি শয়ণ কৈলে। পাচে মধ্য নিশা কতো মুখে দিৱস বুলিও কয়, উঠি বোলে ৰামানন্দ জুই ফু—দি বস্তি লগোৱা। উঠি লগালে। দেখে গুৰুজন সাৱধান হ'ল পদ্মাসনে বসি, কাৰণ ফোহগুা কই দেখে বহাতে হালি যায়। ঠাকুৰে পাচর্ত্তে সাৱটি ধৰি বোলে আতা, তোম্রাৰ দেখো এক

অন্তিমকালত ৰামানন্দৰ ভক্তি প্ৰাৰ্থনা

ভাও ? এ আমি তোমৰে বেটা পুত্ৰ কাৰণ নাম ধৈলোঁ, একো সৰ্ব্বস বস্তুহে নেপালোঁ। গুৰু বোলে বাপু, তোমাৰেহে ৰূপা, সোনা, তামা, কাঁহা, অত তত যি আছে মাৰ হাতে। বোলে আতা ই মায়াময় দ্ৰব্যৰ কথা কোৱা নাই, সংসাৰ দ্ৰব্য সবে যোনিত পায় আক। তোম্রা যি বৈকুণ্ঠৰ সৰ্ব্বস অনাগৈছে তিনিও ৰাজাৰ সেৱক চহকী হল, তাৰেহে এক কনিকা নেপালো এভগীয়া। তেহে গুৰুজনে সাৱটি মুণ্ডতে চুম্বন কৈ বোলে ৰামানন্দ, অ' আমি বোলো জানো মল মূত্ৰ দ্বাৰেহে বাজ হৈছা, এনে বুলিহে আছো। এ তোমাৰ আমাৰ পিতা পুত্ৰৰ আজিহে সম্বন্ধ ঘটিল। এতিয়া আৰু তুমি আমাত হন্তে নোপোৱা। আমি শক্তি, ভক্তি, বল, পৰাক্ৰম বৰা পো হাতে থৈ আহিছো সবে খানি। বৰাপোক শিষ্য নুবুলিবা। গুৰু বোধ কৈ সুধি লবাগৈ, পাৱা। আৰু তুমি এক বৰ্ষৰ অন্তে আমাক পাবাগৈএ। তেহে সুজান গোৱালৰ দৃষ্টান্ত দিছে।

সুজান গোৱালৰ দৃষ্টান্ত

গোহালি সজ কৈ সাৰে মচে, অটায়, গো মূত্ৰ পেলাই ঘাহ লগাই চৰায় শ্ৰদ্ধাকৈ, বাট বুজি দোএ দুগুণ পায়। বনিজকৈ মূল ৰাখি লাভেৰে লগাই তৰাই অদৰিদ্ৰ হৈ দুও ধৰাই ধৰি পৰম্পদ বৈকুণ্ঠ পায়গৈ গকুলা গোৱালে একা চৰাবও নেজানে, ঘাহ পানীৰো অশ্ৰদ্ধা, গোহালি মহ, ভ্ৰাহ নেখেদে, লাদ মূত্ৰ মেপেলায়, দুবও নেজানে, দুখী,

দৰিদ্ৰ হৈ বীৰ লগাই পলাই মূল নাঠি হৈ আয়াযাত নৰ্ক হয়। এতেকে কৃত্য চিত্ত বিত ঘাঁহ পানী, গোহালি, স্নেহ শ্ৰদ্ধা, মৰম প্ৰীতিএ মহ, ডাহ, লাদ, মূত্ৰ; সন্তে ধেনু সেৱক বৎস্ শিহা সূত্ৰ বাট, বুধিএ টেকেলি, চিত্তে জৰি খেদে-দোএ পৰম তত্ত্ব দুগ্ধ ৰহস্য ঘৃত পাই; খাই, বিকি, জন্ম মৃত্যু সাৰি অজৰ অমৰ হৈ যায়। দেহৰ গৰ্ব্বেৰে কান নাক শিঙ্গ খুৰাত হলে কত পাব? আক আতৈ বলোৰামত কৰা খোজা চাৰি আমালৈ আগ বাঢ়িব। এই বুলি সম্বোধনকৈ গৃহৰ বজাই কীৰ্ত্তন গৃহৰ দ্বাৰ মুখে আসনে বহিলগৈ। চৌপাশে ভক্তে আবৰি আছে। অশ্বত্থৰ ছায়া দেখে ডাল পত্ৰে জল মলাই, বৃক্ষ নেদেখে। আকাশে কিঙ্কিনী কনজুন, নাম কীৰ্ত্তনৰ ধ্বনি শুনি নৌকৰে চাই নেদেখে। চক্ষু ঠাৰে সবে চোৱা চুই কৈ আশ্চৰ্য্য অদ্ভুত হৈ চাইছে তধা দি। তেহে গুৰুজনে ওপৰলৈ চাই মাত লগালে, "পাএ পৰিহৰি" গীত গাই স্তুতিকৈ বোলে ভকতক এৰি কেনেকৈ যাম? তোম্ৰা সব যকগৈ, সবাকে তুলি লৈহে যাম। ঠাকুৰক বোলে এইনামতে তুলি ধৰিবা আমাক। এই বুলি মালা জাপ্যকৈ ৰামকৃষ্ণ নাম অবিছেদে মূল গোপ্য ৰহস্য নাম লৈ নৰদেহা সম্বৰণ কৈলে। জন্ম আলিপুখুৰীত, তৈতে দুকুৰি আঠ বৰ্ষ, পছিম ক্ষেত্ৰত বাৰ বৰ্ষ, বটদ্ৰবাত আঠ বৰ্ষ দুও মিলি সপ্তসাঠি ৰটাত ছমাহ, গাঙ্গমৌত আদ পাঁচ বৰ্ষ, চাঙ্গিনি কেমোৰা কটাত ছমাহ ধুৱাহটা বেলগুৰিত আদ পোন্ধেৰ বৰ্ষ। গুৰুজনৰ তিনিকুৰি তেৰ বৰ্ষ যাঞতে শ্ৰীমাধ দেৱৰ একুৰি বৰ্ষত লাগ পাইছে। গজলা সুঁন্তিত ছমাহ, মেচা ঘৰঘৰি পাৰে চৰা দিল ৰাজা নিয়াত কপলাত ছমাহ, পথে কুৰি দিন ভটিয়াত, চুনপোৰাত ছমাহ কুমাৰ কুচিত একবৰ্ষ, পাট বাউসীত চৈধ বৰ্ষ, গঙ্গা জগন্নাথে ছমাহ, বেহাৰে অহা যোৱা থকাত ছমাহ, চিলাৰাইৰ গৃহে

মহাপুৰুষৰ নৰদেহা সম্বৰণ

আলিপুখুৰী— ৪৮ বৰ্ষ
পছিম ক্ষেত্ৰত— ১২. বৰ্ষ
বটদ্ৰবাত— ৮বৰ্ষ
বটাত-ছমাহ
গঙ্গেমৌত— ৫।। বৰ্ষ
কোমোৰকটা— ছমাহ
বেলগুৰি— ১৫।। বৰ্ষ

'গজলাহৰিত—ছমাহ
কপলাত—ছমাহ
চুনপোৰাত—ছমাহ
কুমাৰকুচি—১বৰ্ষ
পাটবাউসী ১৪ বৰ্ষ
গঙ্গাজগন্নাথে—ছমাহ
বেহাৰে-ছমাহ
চিলাৰাইৰ গৃহে ছমাহ
১০৮ বৰ্ষ

বাসত ছমাহ, সবে মিলি মুঠে আঠ অধিক এশবৰ্ষ গুৰুজন ধৰ্ম্ম ধৰি পৃথিবীত ৰহি ভেলা কাকত কুটাত ভাদ্ৰৰ একৈশ দিন যাঞতে বৃহস্পতিবাৰে শুক্লাদ্বিতীয়াত দুপুৰ চাইদণ্ড যাওতে বুধ ক্ষেণে, আদ্ৰা নক্ষত্ৰে, মহাপুৰুষ গুৰু বৈকুণ্ঠৰ ঈশ্বৰ পৃথিবীৰ ভক্তৰ কল্পতৰু হৃদয়ৰ বস্তু নৰদেহা এৰি হৰি ভক্তি প্ৰবৰ্ত্তি প্ৰবৰ্ত্তাই ৰাম নাম স্মৰি ছদ্ম নাট থৈ স্বৰূপ পৰম্পদ বৈকুণ্ঠে থিত হ'ল গৈ। ৰাজ শক ১৪৯০। সন্ত সাধু মুখে শুনা এই ক্ৰম জন্মৰতে পয়াণ শকৰ। কামৰূপ বেহাৰে কয় ছমাহ কম ছকুৰি বৰ্ষ পাৰম্পৰ্য্য। তেহে ৰামানন্দ ঠাকুৰ, লাপনিয়া, বাঙ্গনা, বিৰ বৰিয়াল গুৰু এই চাৰি কামলিখৰা পৰ্মানন্দ পাঁচজনে গুৰুজন শয়ণ কৰা পিৰা খানিতে নি উত্তৰে

গুৰুজনৰ কাঠ সংস্কাৰ

তোৰোছা, দখিণে মানছৈ, পছিমে কাকত কুটাৰ কিনাৰে দহণ সংস্কাৰ কৰিছে নি। চিতা নিৰ্ম্মাণ কৈ তুলি অগ্নি খেপিলতে দুও ৰাজাৰ ঠাইত এটা বৰ শব্দ উঠিল মহা গুৰুৰ পাত হ'ল বুলি। শুনি ৰাজা, প্ৰজা, নগৰ, গ্ৰাম, দেশ, পৃথিবী তোলপাৰ লাগি গ'ল, উসমিস, তলবল হ'ল। দুও ৰাজা ঘোৰা, চিপাহী, শাকো কৈলে, কাৰ ক'ত কি হ'ল বুলি। দেখি কলে গৈ গুৰুজনৰ পয়াণ। ৰাজা খেদ কৈ তেল, ঘৃত, জাতি আগৰ, পদ্ম উঐ দি পঠালে। অসন্তোষ কৈ ব্ৰত ভাঙ্গি খেদ কৈ বোলে মই মহাপাপী অধম মন্দ দুৰ্ভগীয়া শৰণ দিবৰ ভয়েহে গুৰুজনে পৃথিবী এৰিলে। আৰু বা কত দিন ৰহিল হঁতে। মোতেসে দোষ হ'ল। তেনেতে ৰাজাৰ পানী ভাৰি দহোটা গঙ্গাজল নি নিতে শোধাই স্নান ভোজন কৰে। ৰাজাৰ

ৰজা প্ৰজাৰ খেদ

অসন্তোষ দেখি সিহঁতে সুধিলে কি হ'ল। ৰাজা বোলে গুৰুজন বৈকুণ্ঠে গ'ল। সিহঁতে বোলে ক'তা? কোনে কয়? আমি সেইখিতে লগ পাই আহিছোঁ এতিয়াই। পাচত কমল কমণ্ডলু পৰ্মানন্দে লৈ গৈছে। বোলে মোৰ পাত্ৰত জল নাই

দইক। বোলো বাপ, ৰাজাৰ। মাৰিব। বোলে সে নেমাৰে, মোৰ কথা কৰি ৰাজাত। সেই ভাণ্ডৰে দিলো, কম হৈছে। লৈ ভটিয়াই গ'ল। ৰাজা বোলে অৰে নাৰী বেটা, তত্বতৰ মান ভাগ্যৱন্ত নাই. অভাগীও নাই। তাৰা পৰম ব্ৰহ্ম, ঈশ্বৰ, অবাদিত গতি, যাবলৈ কি? তাৰাৰ আদি, অন্ত, জন্ম, মৃত্যু, শিশু, যুবা, জৰা আছে কত? পূৰ্ণ ভগৱন্ত। চোট দেৱানে শুনি বিশ্ৰুতি বিহ্বল হৈ ভূমি পাএ গৈ দহুণৰ ঠাইত নিধালে পৰি হিয়া থাকুৰি বাগৰি গুণ বৰ্ণাই কান্দিলে। ঘৃত, চন্দন, তেল দি পঠাই তিনি দিনে হে ভোজন কৈলে মাহেকে নিৰামুহিকৈ। পাচে ৰাজা ঠাকুৰক নিয়াই বোলে তোম্ৰা অ'তে দহা কাম কৰা যক। দুগ্ধ, চিৰা, কলা, গুৰ যি লাগে সকলো দিঞ। ঠাকুৰে বোলে অ'ত কৰিব মুৱাৰোঁ। আমাৰ পুৰোহিত, জ্ঞাতি, মিত্ৰ, বংশ ভক্ত কিছু নাই। সবে খানি মাতৃ ভাতৃ পৰ্য্যন্তে ত'ত। কেনেকৈ অ'ত কৰিম? তেহে ৰাজা বাতৰি মানচৈ দি ডাঁৰী, মাজী, দহা কৰ্ম্মৰ অনেক সম্ভাৰ দি দিনে নিশা ভক্তে সমে তুলি পঠালে উজাই। চোট ৰাজা দুখান চেৰেঙ্গা ডাবি মাজ্ৰী কৈ গুৰ, গাখীৰ, কলা, ঘিউ, মৌ, চেনী, মাহ, চাউল, তেল, লোন, কাপৰ, থঙ্গা, কঁাহী, বেৰা, কলহ, লোটা, পিৰা, চৰিয়া, ঢাৰিপাটি, খাট, তুলি, তলচা, গাৰু, জাপী, লাঠি, বিচনি ডাবৰ পৰ্য্যন্তে সবাৰ দুসাজকৈ। ৰূপ দুশ, সোনা একুৰি, দাস, দাসী, দুটা দি উজাই পঠালে। ত'ত জলপান, সভা, সিধা, দক্ষিণা বৰকৈ দিলে। লৈ দিনে নিশা আহিছে উজাই, ন দিনে নিশা পাইছেহি। কিছু নামে মানহাৰ ডাল, মূল, ঘাটে নাঞ ৰাখি মনথৈ ঠাকুৰ আতাক মাত লগাইছে। আতা বিহ্বল হৈ উঠি আহি দেখে মাথে গামচা। বোলে ৰমানন্দ, মোৰ গুৰুজন? বোলে সুখিব নলাগে আৰু। তেহে ঠাকুৰক সাৱটি ধৰি গুণ বৰ্ণাই আই,

ঠাকুৰ আতাৰ খেদ

আতা অনেক কান্দিলে খেদকৈ। সুস্থ হৈ সেই নাওতে আহিছে। পথে আতা ঠাকুৰত সুধিছে বোলে চলাত তুমি নাছিলা? বোলে ধৰি আছিলোঁ। কেনে ভাএ গ'ল মোৰ প্ৰাণবন্ধু? আৰু কাক কি বুলি গ'ল? তেহে সেই দৰে গুৰুজনে বোলা, আৰা সোধা সকলো খানি ক্ৰমে কলে। শুনি আতা বোলে তুমি মোৰ গুৰুজনৰ বৰপুত্ৰ, তোমাকে যে দিলে মোৰ ঠাকুৰ চৰণলৈ আমিনো কোন ৰ'লু আৰু? বোলে তাৰাৰ পদ পঙ্কজলৈহে দি গৈছে। কথনতে গৈ জানে সোমাই বৰপেটা গৈ গণকুচি পালেগৈ। উঠি ঠাকুৰে মাত লগালে। চোট আতা উঠি আথে বেথে ওলাই দেখে মাথে পথালি গামোচা। বোলে ৰামানন্দ, মোৰ গুৰুজন? বোলে বাপ সুধিব নালাগে আৰু। তেহে চোট আতা গুৰুজনলৈ খেদকৈ অনেক কান্দিলে গুণ বৰ্ণাই। চলাৰ ভাও সুধি সেই নৌকাতে উঠি গৈছে। সেই বেলা খেদ প্ৰেমে গীত কৰিছে,

চোট আতাৰ খেদ

শোকগীত

"আলো মঞ কি কহব দুখ,
পৰাণ নিগৰে না দেখিয়া চান্দ মুখ।"
"প্ৰণনাথ নকৰা বঞ্চিত"
তোহাৰি বিয়োগ আগি দহে মেৰি চিত।"

নিশা পুব ৰেণু দি পোহৰ হৈ আহিছে, বাউসী পাই মাত লগাইছে গৈ। গোসানীৰ আগৰো নিৰ্ব্বন্ধ, বাম হাতে পিৰা, দখিণে লোটা, কান্ধে গামচা লৈ ওলাই পিৰা দিএ, বহে, পাও ধুৱাই মচে, সেৱাকৈ যায়। এই বাৰো সেই দৰে ওলাই দেখে, মাথে গামচা। সেইতে নিধালে পৈল বিশ্ৰুতি হৈ। পিৰা, লোটা উফৰি গ'ল। ঠাকুৰে দাঙ্গি ধৈলে। বিশ্ৰুতি বিহ্বল হৈ অনেক কান্দিলে গুণ বৰ্ণাই। চোট আতা বুজাই শান্ত কৈলে। তত পাই দুখ কৰিব ধৈলে। দুপৰে দহা হ'ল, কিহেৰে কি কৰোঁ, কত কি পাম? চোট আতা বোলে মাতৃ,

একো চিন্তা কৰিব নালাগে। মোৰ গুৰুজন ধূলাৰ প্ৰসাদে সকলো আজিএ হব। কথনতে দুই দণ্ড উঠিছে। তেনেতে ভাস্কৰ গুৰু পালেহি। আসন দিয়াই সুধিলে কিয় অহা গ'ল? বোলে বাপ, কালি চাই দণ্ড থকাত লগ পালোঁ পথে শ্ৰীশঙ্কৰদেৱক, কামলি ধৰা পৰমানন্দে সৈতে। কথন হৈ দাস বেলি আছিলোঁ। বোলে কালৈ আমাৰ ঠাই গৈ আহিবা। গুৰু বোলে তোমা ভাগ্যৱন্ত বিপ্ৰ, দেৱত শৰীৰত মোৰ গুৰুজনক লগ পালা। দুৰ্ব্বাসনা দূৰ হ'ল যি আছিল অনেক জন্মৰ। এই বুলি পঠাই গ'ল গণকুচিলৈ। পাই দুগ্ধ, চিৰা, কল, গুৰ, গুৱাপান, মাহ-চাউল, দহাৰ-সমল সমগ্ৰে নাওঐ ভৰাই আনি দহা পাতিলেনি। অন্তৰ্য্যামী পুৰুষ আগে জানি সভা কৰোঁ বুলি চপাই থৈছিল। বংশ, মিত্ৰ, ভকত, হাতে ঢুকি পোৱা খানি অনাই দশা হ'ল। চোট ৰাজাৰ নাওঐ দ্ৰব্য পালেহি। আনি লগাইছে। দামোদৰক জনালে, নাহিল। স্ত্ৰীৰ গৃহত যাব খাবৰ সজ নাই বুলি। ভকতে ঘোষা, কীৰ্ত্তণ, তাল, খোল, ওজা পাই বাই বাণ্টি খালে। অনেক দ্ৰব্য নিমিষত হ'ল। ফলাহাৰ জলপান কৈ সকলো বহিছে। তেনেতে ঠাকুৰ আতা নজনা ভাএ আকৌ সুধিলে, বোলে ৰামানন্দ, গুৰুজন চলোতে নাছিলা? বোলে সাৱটি ধৰি আছিলোঁ। তুমি কি সুধিলা, আৰু কাক কি বুলি গ'ল জীৱৰ ঈশ্বৰে? বোলে আতা, আমি কালকো নোসোধোঁ, আমালকেহে সুধিলোঁ। বোলে কি সুধিলা? বোলে আতা, আতা, তোমাৰ এক ভাও দেখোঁ। এ আমি তোমাৰ পুত্ৰ নাম লৈ একো বস্তু নেপালো, অভগীয়া পাপীএ। বোলে ত'ত যি আছে ৰজত, সুবৰ্ণ, তাম, কঁাহ, বস্ত্ৰ মাৰ হাতেই, অ'ত যি আছে, তোৰে, পাইছই। মই বোলোঁ আতা ই মায়াময় ইহলোকৰ দ্ৰব্যৰ কথা কোৱা নাই। তোমা

ভাস্কৰ গুৰু

দহা কৰ্ম্ম

যি বৈকুণ্ঠৰ পৰা পৰম তত্ত্ব সৰ্ব্বস জীৱক ৰূপা কৈ অনা গ'ল, তিনিও ৰাজ্য সুখী হ'ল, তাৰহে এক কণিকা নেপালোঁ। তেহে আতা সাৱটি চুম্বনকৈ বোলে ৰামানন্দ, আমি বোলো জানো জল, মল দ্বাৰেহে বাজ হৈছা, এ পিতা পুত্ৰৰ আজিহে আমাৰ সম্বন্ধ ঘটিল। এতিয়া নাও মেলোঁ, এনে সময়ত আৰু আমাত হস্তে নোপোৱা। শক্তি, ভক্তি, বল, পৰাক্ৰম, সকলোখানি বৰাপোতে থৈছোঁ, শিষ্য ভাই বুলি গুৰু বোধকৈ সুবিধা, সকলো আমাৰ সৰ্ব্বস পাবা। গুৱাল দৃষ্টান্ত দি উঠিল। তিনিও ৰাজা বাপু সব কাহ পৰি শুনি আছে। তেহে আতা বোলে, এ তুমি মোৰ শ্ৰীশঙ্কৰদেৱৰ বৰ বেটা, তুতী শঙ্কৰ তোমাকে যে মোৰ ঠাকুৰ চৰণলৈ দিলে। এই বুলি ঠাকুৰে সৈতে ভক্তে সমে আতা মহাপুৰুষ অভই পদত সেৱা কৈলে। উঠি বোলে বাপ, এতিয়া তিনিও ৰাজ্যৰ সেৱক বস্তুৰ গৰাকী হ'ল। পালিব লাগে, আৰু ঠাকুৰ কেইটি সমে গোসানীকো প্ৰতিপালন কৰিৱ লাগে। তেহে গুৰুজনত বিদায় লৈ গোসানী সমে আতৈ সব গৈছে দিশা দিশি উত্তৰে দখিনে। পাচত তুওজনা আতা আইত বিদাই কৈ গ'ল গণকুচি মনথৈ লৈ। তেহে মাহকীয়া মূল কাজ হ'ল হি। গুৰুজন দিনা চাৰি আগে অনেক সম্ভাৰ লৈ ভক্তে সমে গ'ল। সভা, খলা, গৃহ, খৰি পাত, চৰু, খুটি, মাছ, পাচলি, লোন, চাউল যত্ন কৈলে। ভকত জান দিলে। গা পতি টকা পচৰা লৈ চাপিল হি। উত্তৰে দক্ষিণে, বেহাৰে চাপিল। হ'ল। ৰাম ৰাম গুৰু পিণ্ড দিয়ালে। ভক্তে নাম গাই খোল তালে গীত গালে ওজা গাই। বামুণক দান দখিণা কৈলে, ৰজত, সুবৰ্ণ, বস্ত্ৰ খৰ্জা কৰি। গুৰুজন ঠাকুৰ আতা মুখ্য হৈ মহা মহোৎসৱ, প্ৰজা অসংখ্য, দলদোপ হ'ল প্ৰজাৰ হিহনিত। দামোদৰ নাহিল ঠাকুৰে

শ্ৰীশ্ৰী মাধৱদেৱৰ ধৰ্ম্মৰ গৰাকী হয়

মাহকীয়া শ্ৰাদ্ধ

মতাত। গুৰুজনে ঠাকুৰ আতাক পাঁচি নিঠুৰে বোলাইছে, কোৰ হাতে খাবি শুচা নাই, এই সম্পত্তি ভোগ কোনে দিলে? আন স্ত্রীবেহে গুৰু পত্নী সম কৰা? গুৰু গৃহ। তেহে আহিছে টান পাই। কৰ্ম্ম অৱসানে দুগ্ধ চিৰা ভোজন কৰাই পাট তুনি সোনৰ আঙ্গুঠি দি সুধিলে, বোলে কেনে মতে প্রবৰ্ত্তা এই চাবি শ্লোক? তেহে হালোৱা গৃহতৰ দৃষ্টান্ত দিছে। গুৰু জনে বোলে অ বস্ত্র বুলি আঙ্গুলিএ সৈতে সিলা। আন গোপগণে থলে সীমাত নমাই। প্রলম্বে নিলে সীমাৰ চৰাই, মৰিল। এ ভোগ ভুকুতি পাবা, তোমাৰ আমাৰ সম্ভাষা নাই, যোৱাগৈ। তাতেহে নাহা স্বমত লৈ। দুদিন নৌহতে লৰিলা॥ সবাকে চাউল সিজাই দিলে, গ'ল দিশা দিশি। দুও জনা আতা গ'ল গোসানীক বিদায় কৈ। তেহে ছমহীয়া, বৎসৰী সপিণ্ডি হ'লহি। গুৰুজন, ঠাকুৰ আতা ভক্তে সমে দ্ৰব্য বস্তু লৈ গ'ল, সবে ভক্ত চাপিল, গুৰু কীৰ্ত্তন গাই বাই আনন্দ উৎসএ। অৱসানে গোসানী মাএ অন্ন দান কৈলে। খাই বিদায় কৈ গৈছে থানে গ্রামে। ঠাকুৰ আতা গুৰুজনো গ'ল গোসানীত বিদায়কৈ।

শ্ৰীমাধৱৰ আৰু শ্ৰী দামোদৰ দেৱৰ এৰা এৰি

আৰু সেই তৃতীয়া গুৰু তিথি কৰি বৰ ঠাকুৰদেউ বসন্ত ওলাল। গণকুচিত বাকলি পো ৰাম আতৈবো ওলাল। গুৰুজন দুও ঠাই আহি গৈ চাইছে। আতৈক ভাত পানী দি বাউসী লৰ মাৰে, সুখ শান্তি ৰাতি দিনে নাই। পাচে টান হ'লহি এৰিব নুৱাৰা। বাউসীল'কে আতৈক নি চাইছে। পৰ পালি দি। তৃতীয়াতে দুয়োজনা ৰাম নাম লৈ বৈকুণ্ঠে চলিল। দুইকো নি গুৰু আগত থাকি দহণ কৰালে। ঠাকুৰ পথানতে আতৈকো দিলে। গা লাগি পুৰুষাৰ্থে কৈ ক্রিয়া কৰ্ম্ম কৰালে। পুৰ্ষোত্তমে পিণ্ড দিলে। কৰাই একমাসে সেৱা বিদায় কৈ গ'ল গুৰুজন। এতিয়া

ঠাকুৰ দেৱ আৰু বাকলিপো ৰামৰ মৃত্যু

পুৰ্ষোত্তম চতুৰ্ভুজ চোট ছৱা, হৰিচন্দ্ৰ ঠাকুৰো চণ্ড পাগল হ'ল। কষ্টা, বাক্য, গৃহ, বাৰি গোটে বনে জঙ্গলে ফুৰিব ধৈলে। ৰাতিএ দিনে গুৰুজনে আহি ধৰাই বান্ধি থয়। মেলি আপুনি খেদ কৰে দুখকৈ, বোলে মোৰ গুৰুজনৰ পুত্ৰ, মই কাক বান্ধো? এক বৰ্ষৰ অন্তে এটা বৈদ্যে যত জ্বৰ ঔষধ গোটাই গাতে পেলাই তাতে পেলাই থয়, মাথাতো দিএ, ধৰি থাকে। তেহে কতো দিনে পূৰ্ব্ববত হ'লগৈ।

আৰু গৃহ, বাৰি, খেতি, কৃষি, গৰু, মহ, বান্ধা গোলাম ভাগি পলাই সব গ'ল। ধ্বজাও জগন্নাথলৈ গ'লগৈ। ঠাকুৰ সবো চোট। এদিন বৰ ঠাকুৰ পাত কাটিছিল। কাচি পৰি তালু ফুটি তেজ গৈ পৈল। আই সবে কান্দি বিহ্বল হ'ল। কালৰ প্ৰমাণে পালতি বহুৱা চলিল কতো ভাগি পলাল। মহা দুখ হ'ল, বুদ্ধি ভাৰসাৰো ঠাই নাই। তেহে আএ নাতি পুত্ৰে আলচি নাতি পুত্ৰ দুইকো পঠালে বোলে বৰাপোত কগৈ মোৰ বৰ পুত্ৰ বাপুএ দুখৰ কালত বুদ্ধি ভাৰসা দি প্ৰতিপাল কৈ থাওকহি। আৰু কবা যাদইন্দ্ৰে চৰিত্ৰ তুলি ভকত বলাবলৈ ধৈলেহি, হৰি গৃহে বহি ধৰ্ম্ম লোপ কৰিবৰ মন দিছে। সেই ৰূপে গৈ পাই কলে গৈ সেৱাকৈ। দুখৰ কথা গোসানীৰ শুনি খেদকৈ দুইকো দুগ্ধ চিৰা ভোজন কৰাই সাদৰে পঠাই বোলে মই কা'লৈ যাম, যোৱাগৈ। মাতৃত কবা। পাচ দিনা চিৰাম আতাক বহাত থৈ গ'ল। পাই খেতি, কৃষি, বাৰি ঘৰ চলাই-কৰাই ৰূপ কৈ আছে বুদ্ধি ভাৰসা দি একবৰ্ষ। গৰু মাটি সীমাৰতে হাতীয়াৰে অসূয়া লাগিছিল। এদিন সতানন্দ গৈ বোলে বৌ, কমল লোচনৰ বহাৰী খানি বীৰাই চৌধাৰীএ ধৰে, দিব খোজেঁা কাল দিনো আছে, কি বোলা? আএ হোজা মতে কলে বাৰু আমাৰ সুধিবৰ ঠাই আছে,

মই সোধো। মনে বোলে উদাসীনত সুধিছে দিএ। কি নাদগিৰি হ'লহি অত? এনেই গুৰুজনক অসূয়া দামোদৰ ঠাইতহে ভাৎসা লালনা। ৰাতি দিনে থাকেগৈ। পাচে আএ বোলে বাপু, আমাৰ কমললোচন বহাৰীক বগৰিবৰীয়া চৌধাৰীক সতানন্দে দিব খোজে। আমাত সুধিছিল। কেনে দেখা? বোলে মাতৃ, আমাত সুধিব নালাগে। সেই লোকতে সোধা যক। আএ মাতি সুধিলে। তাৰা বোলে আমি শ্ৰীশঙ্কৰদেৱৰ বহাৰী নাম লৈ তানে গোহাইক এই হাতে সেৱা ধৰি কৰিলোঁ। এতিয়া কুৎচিত বিষয় সুখৰ আশে সিমান্য (সামান্য?) লোকলৈ যাম নে? নেখেদিলে ঈশ্বৰ পুৰুষৰ চৰণকে চিন্তি থাকিম হে. আপুনাক সেৱা কৈ। সেই ক্ৰমে আএ কলে যাই বাজত। বোলে তেনো মাতৃ সেএ কথা। এদিন গৈ সুধিলে হাথীয়া, বোলে ৰামানন্দৰ মাক দিবলৈ কি বোলা যায়? বোলে সুধিলো, নেযায়, বুজিলে উদাসীনেহে বুদ্ধি দিলে বাধাকৈ। তেহে হিংসা কৈ নানা ছন্দেমন্দে বাক্য বুলিব ধৈলে। সহিব নুৱাৰা অস্ত্ৰে বিন্ধি অস্থি, মজ্জা ভেদি সৰকি গলগৈ। তেহে গুৰুজনে ৰব সহিব নুৱাৰি আইত প্ৰাৰ্থনা কৈলে বোলে মাতৃ দুষ্ট দুৰ্জ্জনৰ দুৰ্ব্বাক্যত ৰব নপাৰো যাবকে খোজোঁ, বোলে কলৈনো যোৱা? বোলে মাতৃ, গুৱা কছাতে থাকোগৈ বৈনাই, ভাগিনো আছে। বোলে তাৰতে হলে তোমাৰ আমাৰ ক্ষানেক হ'লেও বাৰ্ত্তাটো নেপাঞ, দূৰ, আঁতৰ। আমাৰ মনে আত ওচৰ, এই সুন্দৰীত থাকিব দিওঁ। গধূলি, পুৱা বাৰ্ত্তাটি পাই থাকোঁ, আৰু কোনো দ্ৰব্য খানো দিব আনিব পৰা যায়। আতা বোলে মাতৃ, পূৰ্ব্বে গুৰুজনে সুন্দৰীত থাকিবলৈ বাধা কৈ গৈছে। দশমৰ উপদেশতো দি গৈছে—

"যতেক সুন্দৰী নাৰী, পৰম অনৰ্থকাৰী" গুৰু বাক্য পৰে, গলে, তাল'কে যাঞ মাতৃ। বোলে বাপু, মোৰ গোসাইকে আমাকে কেনে ৰূপে লৈছা? বোলে মাতৃ, তাৰা পূৰ্ণ বৈকুণ্ঠৰ ঈশ্বৰ, তোম্রা লক্ষ্মী, গুৰু পত্নী, অৰ্দ্ধ শৰীৰ বুলি মানি সেৱা কৰিছোঁ আপুনাক। বোলে তেনে-হলে মোৰ গোসাএ বাধিছে তাৰাৰ বাক্য শিৰত লৈ আমি ৰাখিছোঁ, তুমি সুন্দৰীতে থাকা গৈ। এ গোসাএহে যিহক লাগি বাধি গৈছে সি কোটি সুন্দৰীও তোমাক দেখি চাৰ-খাৰ হব। যোৱা থাকাগৈ। গ'ল। হাথিয়া গুৰুজনক খেদিও ৰঘুৰাজাত খল দিলেগৈ, বোলে আমাৰে সুন্দৰ স্ত্ৰী দুটা আছে, আপোনাৰ যোগ্য, মহাৰাজ, দিছোঁ, অনা যক। শুনি তেতিক্ষণে হেঙ্গা ৰিহা দুই মেৰ দিলে আনগৈ বুলি। গৈ পাই ৰাজা আজ্ঞা কৈ ধৈলেহি আইক। শুনি মাজু আএ পটপুত্ৰ হানি দসন সৰাই পেলালে। দুই চাই এৰি বৰ আইক নিলে ধৰি। পুৰ্ষোত্তম ঠাকুৰদেউ লগতে গ'ল। আইৰ দাদা খুৰা কিঙ্কা চৌধাৰী শুনি গ'ল ভেটী ভাৰ লৈ। পাই ৰাজ মাদৈক ধৰি ভৰি পূৰি নিলে মেলাই। মা পুত্ৰে খুৰাএক ত'তে ছমাহ আছে। তেহে গোসানীএ খেদকৈ হৰিচৰণ ঠাকুৰক পাঁচিলে নিবলৈ। পাই কলে। খুৰা ভাতৃএ বোলে ধনবএ আগে এৰিলা, এতিয়া কি বিচাৰা? মুৱাৰোঁ পঠাব। আঢ়ৈ কুৰি টকা ভৰি আনিছোঁ দি নিয়া যক। তেহে আএ বুজাই, বোলে খুৰা, মোৰ গোসানী বাপু আছে অনাথ, যাঞ, নেৰাখিবা। তেহে দ্ৰব্য বস্তু দি মানুহে সৈতে থোৱা হৈছে, মা পুত্ৰ পাই ৰহিছে। তেহে মহাপুৰুষ গুৰু গৈ প্ৰথমে খীৰা মৰল বাৰ ৰামচৰণ ঠাকুৰ গৃহে সোন্দৰাতে ৰ'লগৈ। সেই ঠাকুৰ পাট গোহালিতে গুৰু বাক্যেৰে ৰত্নাৱলী শ্লোক ভাঙ্গি পদ কৰিছে।

পাছে হে ঘোষা কৰিছে। তিনি বিৰোচনা লিখিছে। তেনেতে হাথীয়া গৈ দেখি বোলে অ' তুমিও শাস্ত্র কৰিব খৈলা, মোৰ শ্ৰীশঙ্কৰদেৱক দেখি তাৰাৰ গ্ৰন্থ অনেক, আদৰকৈ চাব পঢ়িব শুনিব, তোমাৰ পুথি চাব গাব কোনে? এনেকৈ বুইলতে খতৰ কষ্ট পাই মনে চোটকৈ ছয়, সাত, বাৰ, ষোল, কুৰি, চলিশ, পঞ্চিশ টুটাই নিলে বিৰোচন। গুৰুজনৰ চিতে আগে শৰণ, ভজন, ভক্তি দেখাই জীৱক দেহৰ বাজ কৰিবৰ মন দিছিল। অৱসান কৈ বোলে পূৰ্ব্বে কণ্ঠভূষণে আনিছে এই শাস্ত্র দেখাঞ, তেওঁকো নি? এই বুলি লৈ গৈছে দল ডোবাৰ সেই খিতে। গৰু চৰা ছৱা কৃষ্ণ বুলি নাম ললে। গুৰু শুনি গীত কৰিছে, "আলো ভাই, চল যাঞ বৃন্দাবনে"। গৈ পাই শাস্ত্র দেখাইছে। পঢ়ি চাই দেখে পণ্ডিতে মুখ দিব মুৱৰা বিচক্ষণ হৈছে গোটেই বোলে বাপ, ই শাস্ত্র ভকতৰ সৰ্ব্বস্ব, বৈষ্ণৱৰ হিয়াৰ বস্তু, গোটে একো ৰোৱা নাই আৰু ৰত্নৰ অ'লী প্ৰেমময়। বত্নাৱলী ৰচনা

আৰু সুন্দৰী চাৰিৰ অৰ্থ—জল সুন্দৰ, থল সুন্দৰ, বালি সুন্দৰ। আৰু কৃষ্ণ দেএ সত্যভমা সমে নৰকৰ যুদ্ধলৈ যাঞতে জিৰাইছিল তন্তি, খানেক ধূলা পৈল। নৰকাসুৰ বধি ষোল হাজাৰ কন্যা দ্বাৰকালৈ পঠাওতে ভৰি' পলাই বাট হৰাই ৰ'ল তিনিজনা। তাৰা সবেহে শাপ দিছে অশ্বমৰ ববি ভাৰ। আৰ অংশে ছাএ অনেক সুন্দৰ স্ত্রী হ'ল। এই চাৰি অৰ্থে সুন্দৰী নাম হ'ল প্ৰখ্যাত। কামৰূপত চাপৰিক দিয়া বোলে। বুৰী লুইত মানহাৰ তাতে সত্ৰ কৈলেগৈ গুৰুজনে। সুন্দৰী নামৰ অৰ্থ

সোন্দৰাপৰা গৈ উলু বিৰণা কটাই ভকতক ভাগ দি হাটী বহা কৈলে কীৰ্ত্তন গৃহ মধ্যে কৰাই উত্তৰে গুৰুজন গৃহকৈ সোন্দৰাত ছমহা বহি ভক্তে সমে লৈছেগৈ। ৰাজাৰ পাৰে সুন্দৰী আছিল। শুনি গুৰুজন ঠাই সবেও গ'ল। বাট সোন্দৰা পৰা

গৃহতে বহিছিল, পালেগৈ। গুৰুজনে চাই সিহঁতৰ তেজ হৰি পেলালে, বোলে আইসব, পুত্ৰৰ ঠাইলৈ মাতৃ এই বেশে আহিব নালাগে। বিহু, বিয়া, সভা, হাট এনেলৈহে সজ। বাক্য বজ্ৰেৰে মৰ্দ্দি পেলালে। তেহে ইজনীৰ আঁৰ হয় সিজনী, সিজনীৰ আঁৰ হয় ইজনী, এনে কৰিব ধৈলে। বোলে চিৰাম, নিৰ্ম্মালি দিয়া আৰা সবক। আতা আনি এনেহে দিলে, গুৰুজনলৈ চাই সিহঁতলৈ পিঠি দি চাটি মাইলে। সিহঁতৰ কোঁচে পতি পৈল গৈ। আশ্চৰ্য্য অদ্ভুত হৈ গুচি গ'ল। আতা বোলে আন খণলৈ পঁচা নেযাব আৰু। বোলে নিৰ্ম্মালি দিও চহকী কৰিলা আৰু। বোলে মোৰ গুৰুজনে দিছে হৰ মোহনত—

সুন্দৰীৰ স্ত্ৰীক নিৰ্ম্মালিদান

"ঘোৰ স্ত্ৰী মায়া সৰ্ব্বমায়াতে কুচিত।
মহা মুনি গণৰো কটাক্ষে হৰে চিত॥
দৰশনে কৰে তপ জপ সবে ভঙ্গ।
জানি জ্ঞানীগণে এৰে কামিণীৰ সঙ্গ॥"

বোলে শ্ৰীৰাম, তোমাক কি কৰে? কৰক চাৰি সেএ তৰি আছে ভয়ত।

আৰু এদিন জন চাৰেক ডেকা ভকত যায়। এজন বুঢ়া ভক্তে পাই সুধিলে, তোম্ৰা সব কলৈ যায়? বোলে গুৰু ঠাই গৈছিলোঁ? বোলে মিছা, যোৱা নাই। বোলে কলৈনো গৈছিলো? বোলে গুৰুজন ঠাই যোৱা হলে এনে হব নেপায় দেখোন। গোটে মৰা প্ৰায় হব লাগিল।

আৰু এজন বুঢ়া ভকত নাম গাই যায়। তাৰাতে এজন লোকে সুধিলে, বোলে কলৈ গৈছিলা? বোলে নাম গাবলৈ। বোলে নামত যে এত বেলি ভকতি নো কৰা কত বেলি?

**আৰু বৰ বিষ্ণু আতাৰ পুৰুষ জন্ম আদি বৰ কৰৈ বাৰীত। কমতেশ্বৰ গৌৰাঙ্গ মণ্ডলৰ গৃহ বুলিছিল। ধানে ধনে, গো**

মহে জনে অচলা লক্ষ্মী ৰাজ সম্পত্তি। তানে বেটা গৌৰীচন্দ্ৰ, তানে পুত্ৰ সৌৰিবৰ্দ্ধ, তানে সুত হিৰমল, তানে নন্দন অহিৰ-মল, তানে তনয় বীৰমল, তানে পুত্ৰ নিৰ্ম্মল, তানে তনয় পিতৃদত্ত নাম কংসাৰি জাতক্ষেণ। তাৰতে কবৈ বাৰীলৈ যাব খোজাত ৰাজে নেৰে, মাজতে হহকা নদী দেখাই যাব নোৱাৰি নিশা নাঞ ভবা দি সমগ্ৰে লৈ মেলি গৈছে। আউসীৰ তমচব খৰিয়াত বুঢ়ী সব বস্তু মানুহ▪াক মাৰ গ'ল। আতা সাম্ভুৰি কথমপিহে ৰক্ষাপালে। আহি বৰ কবৈবাৰীতে আছিল তিনি মাহ। তাৰতে গৈ ভুজমলাত আছিল ছমাহ। ভুজমলা
তাৰতে আহি দুখ কষ্টে জাখলিত প্ৰবৰ্ত্তিলে তেৰ বৰ্ষ। তাৰ জাখলি
পৰা মালচাতে ফুৰিছে মাগি খুজি খাই দুমাহ। তাতে মালচা
সোদৰ মাজী বোলে, আঢ্যৱন্ত। এদিন ভিক্ষা চাই তাতে সোমালগৈ। মাজী নাই ঘৰে। পত্নীএ বোলে ক'ৰ লোকটি কি লাগে? আতা বোলে অথিত, কেও কিছু নাই লাণ্টা, ফুৰিছো এনেকৈ; যতে পাওঁ ততে থাকোঁ' বোলে আমাৰ বাৰীতে থকা যক, অন্ন বস্ত্ৰ দিম আমি। আতা বোলে সজ পালে ৰঞ। বোলে আমাৰ মৰদো আহক। এই গোহালিতে এমুঠি চাউল সিজোৱা। সমগ্ৰে আহি দিওঁ। বোলে বাৰু কোৰ খানি দিওক আমাক। দিলে। বাট পদুলি চোতাল বাৰী গোহালি চাচি চুৰুকি মাটি দি সজ কৈ পেলালে। মাজি আহি দেখি বোলে কোনে বাৰী বাট এনে কৈলে? ভাৰ্য্যা বোলে কৰুবা অথিত এটি বৈছেহি। বোলে কি সজ লোকটি পা। মাজিএ বোলে তুমি ক'ৰ লোক? ক'ৰতে আহা? আতা পূৰ্ব্বেৰ পৰা সকলো খানি দুখ সুখ নাম গ্ৰাম কলে। মাজীএ বোলে আমাৰ অ'তে থাকা, তোমাক চাউল কানি দি প্ৰবৰ্ত্তাম, ফুৰিব নাগালে আৰু। 'বৰ কোৰ খান বেলা

ভাটিলেকে পাৰে। আতা ৰব পৰা মাজীৰ ধনে ধানে অৰ্ব্বুদ হৈ আছিল। তেহে মাজীএ বোলে তোমাক আমি নেখেদোঁ, গুচো নোবোলোঁ, কুৰি বৰ্ষো থাকা। মাজীৰ তিনটা জীয়াৰী ৰব সৰু দুটা নিলে, মাজুটো প্ৰথৰ গোম চকৰি। কেএ নিনিত্ৰ, আছে ঘৰে। বুৰা বুৰীএ আতাক হেৰাই থৈলে। আতা বোলে নকৰাওঁ আৰু। তেহে বঢ়াই দি হেচি বিয়া দিলে। কৰাই আছে খেতকৈ। আএ এদিন বোলে লোকে অহা পৰত তুমি আহিব পোৱা, ভাটিলৈকে যে কোৰ পাৰা গলে চো কুটা গাচো নিদিএ। আতা তাক নগণি কৰেহে তেও। তেহে আতাৰ প্ৰথমে বৰ পুত্ৰ গোপাল জন্মিল। ভাত চুৰনি হ'ল। দাদাএকে বাপেকে একো নিদিলে। তাৰে পৰা আএ দন্দ্ লগাই ঠাইতে সনাই মাজী মমাএকৰ গৃহ, তালৈকে গ'ল গুচি। বুৰা বুৰীএ মাতিলে শপতাই, নাহিল ঘৰে। আতা পথাৰতে আহিলত কলে, তোমাৰ মানুহ দন্দ্ কৈ গ'ল। মতাত নাহিল। আমাৰ জীয়াৰী অসতী, তোমাত দোষ নাই, যোৱাগৈ। আতা হাতে দা, কান্ধে কোৰ, টনা, পচৰা গাত মাথে গৈ ওলাল। আএ বোলে দহো আহিলা? আতা বোলে আগে দখো গুচ নোবোলু, এতিয়া বোলে দেখো যাগৈ। বোলে আহিলা দেখিছোঁ দিলে কি, আনিলা কি? বোলে পথাৰতে আহিছোঁ, গাতে এই, ক'ত কি পাম? বোলে কাঠিলকে কোৰ পাৰা গৈ আৰু। তেহে তাতে এপক্ষ ৰয়। আএ বোলে এটি গৃহ কৰা অতে। খেৰ, বাহ, কাঠ আনি কৈলে, তাল'কে গল। এতিয়া খাবলৈ নাই। আএ বৰ চহকীৰ ঘৰে যাই ধানৰ কথা কয়। এপাচি দিএ, আনি থৈছে মাটিত। বোলে এটি ঢুলি কৰা। আতা নল আনি কৈলে, থলে ধান, ঢেঁকী নাই। লোকৰ ঘৰে

নিএ, বনাইহে দিএ। বোলে অ'তে এটি ঢেঁকী পাতা। কাঠ আনি চাচি পাতিলে। হ'ল। আৰু সেই খানৰে কপাহ লয়। যঁতৰ, যতৰি মাল নাই। নিএ লোকৰ গৃহ, হলেহে দিএ গৃহতৰ। বৈ দিলেহে মালো দিএ, আএ বোলে এই খিতে শাল পাতা। লোকৰ ক'ত কি কৰিম যাম। আনি চাচি পাতিলে আতা, হ'ল। এই ক্ৰমে আইৰ বুদ্ধিৰে বেজিৰ পৰা বৰশি লৈ প্ৰবৰ্ত্তিৰ পৰা সকলো হ'ল। লোকত নোখোজাকৈ প্ৰবৰ্ত্তি আছে। জেঠ মহা গেৰ ধান ৰাখে গৈ টঙ্গি দি। সেই লগে লাপনিয়া বাঙ্গন বিৰ, আধলিয়া, আতা সৈতে চাৰিউজনে একে চাতে। তাৰা সবৰ বৰা মহে খাই ৰখাতে। আতাৰ এদালিও নেখায়। চাৰা নিশা আতা ভকতি প্ৰদীপ এখনি পাই তাৰে পদ গাই থাকে হৰিক চিন্তি ভাবি। সিবিলাকে বোলে ভক্তিয়া, তুমি আমাতকৈ পাচেহে আহা, আমাৰ যে খায় ধান, তোমাৰ দেখো ওচৰো নেযায়? তুমি কিবা জানা হবলা? আতা বোলে কি জানো মই? দুখীয়া দেখি ঈশ্বৰে দায়া কৰে। পাচে কলাপকাতে আতা বোলে তোম্ৰা সবৰ ধান দাই নিয়া হক। তাৰাসবে বোলে আমাৰ বুৰা পকাইহে দাম। তোমাৰ দোৱা। আতা বোলে কেচা দালে ষাঠি পুৰা পায়, পকালৈ চালে মূল হবায়। এই বুলি এধা পকাতে আতা দাই নিলে। তাৰা সবৰ বৰা মহে বেৰি খালে। যি ৰ'ল, আদখান বানে নিলে। সেই মাটিৰে জামিন ধৈলে চাৰি-পোন কড়ি, দিবলৈ নাই। আতা গৈ খাটা গোপালক ধৈলে। আগে দিম বুইলে ধাৰে, পাচে দুখী দেখি নিদিলে হৰাই বুলি। আতা বাঙ্গন জুপিচাৰক কইছিল, তাকে বেচি দিলে। তেহে চিনাতলি আওতালে তিনিও জনে, বিধান নাই। দখিনে চাৰিওজন পাৰ হৈ নাঞ লৈ গ'ল।

মনথৈতে নাঞ থৈ ঠাকুৰ আতা গৃহে ৰ'লগৈ বাট ঘৰে। আতা নাই। আইক কৈ থয়, আমাৰ ত'ৰ ভকত আহিলে সুধিবি। আএ চালে, গুৰু ঠাই নহয়। নিশা আতা আহি সুধিলে বোলে ক'ৰ অথিত? বোলে কৰুবা পথুক, আমাৰ ত'ৰ নহয়। আতা ৰ'ল শুতি। নিশা শুনে "ভকতিপ্ৰদীপ" ৰ পদ গাইছে। পুৱা ওচৰলৈ গৈ বোলে কৰপৰা আহিছা হঁক? বোলে মালচাৰতে আহিছোঁ। চিনা বিধান বিচাৰি। বোলে সি কেজন কলে গ'ল? বোলে বিধান বিচাৰি গৈছে অতি। বোলে নেপায় যে অ'তে আছে আমাৰ। বোলে ৰাতি যে পদ গাইছিল, কোন জনে গাইছিলাইক? বোলে আমিএ গাইছিলোঁ। বোলে কিহৰ পদ? বোলে ভকতি প্ৰদীপ বোলে দেখো লোকে, কোনে কৰা জানো? আতা বোলে যি চাউল খাইছা ধানকে নিচিনা। বোলে কোনেনো কৰা বাপহে? বোলে যাৰাহে কৰিছে তাৰা পুৰুষ পৃথিবীতে আছে। বোলে ক'ত আছে কৱা চো? বোলে কি কৰিবা কলে তুমি? বোলে তাৰাৰ দুই পাৱতে বিক্ৰয় যাম আৰু। বোলে নিচই আৰু। বোলে তেনো সেই সুন্দৰীতে আছে গুৰুজন। বোলে মোক নিয়াযক, এৰিলো খেতি কৃষি। বোলে নহয়, এতিয়া তুমি লগৰে আহিছা, বাৰু যোৱা বিধান লৈ। আঠ দিনত বৈ আহা গৈ। আতা দিলে। লৈ বিধান আহি সাদিনতে পালে গৈ। আতা খান দান কৰাই পুৱা নিত কৰ্ম্ম কৈ গৈছে। ঠাকুৰ আতা বোলে এতিয়া তুমি অভজনে আছা। একে চাতে গ'লে গমন বিভিচাৰ পাপ সিজে। গুৰু বাক্য পৰে। খিৰা মড়লৰ বাৰীৰ জেৰেঙ্গা গাছ দেখাই বোলে হুৰ বৃক্ষৰ গোৰে গুৰুজন আছে। চাই অৰে পৰা চাইটি দণ্ডৱৎ কৰা। কৈলে। কৰি গৈ পাই. দুওজনা আতা সেৱা কৰিছে। গুৰু কোটোৰা খেলোৱা নাট গীত সূত্ৰ

কোটোৰা খেলোৱা নাট ৰচনা

কৰিছে। দেখে চাই মধুৰ মূৰ্ত্তি ৰূপ কোটি সূৰ্য্যৰ, কোটি শশধৰ জ্যোতি প্ৰকাশ, নীল শ্যাম তনু, ছত্ৰাকৃতা মাথ, আকুঞ্চিত কেশ, পদ্মদল আয়ত লোচন ভ্ৰুব যুগল মদনৰ চাপ, বন্দুলি অধৰ, দাড়িম্ব দশন, চাৰু চিবুক, সিংহ বক্ষ কন্ধ, শংখ গ্ৰাই কণ্ঠ, গণ্ড পাণ্ডুৰ বহল বক্ষস্থল অশ্বথপত্ৰৰ নয়। কটি ডম্বৰু, আজানুভুজ, বৰ্ত্তুল বলিত বাসুকী নয়, বম্বৰ শলকা আঙ্গুলি, নখচন্দ্ৰমা কান্তি, কৰিকৰ উৰু, সুবলিত জঙ্ঘা, সৰোৰুহ পাদপদ্ম পল্লব, চম্পাকোৰ আঙ্গুলি, সৰ্ব্বঅঙ্গ উজ্জ্বলিত, হৃদয়ে প্ৰকাশে ভক্তৰ নিত। হেন চমৎকাৰ ৰূপ দেখি পুনৰ সেৱা কৈলে অভয় পদত। মহাপুৰুষ গুৰু বোলে আবাটি ক'ৰ? বোলে বাপ, মালচাৰতে আছিছে, নাম কংসাৰি। এই পাৰতে বিক্ৰয় যাবলৈ আছিছে, আৰু অভজন দেখি পথে দণ্ডৱত কৰাই আনিছো। তেহে গুৰুজন বোলে "চটুৱা, মোৰ বস্তুকে মোকে ভেটুৱা? কল খাই বাকলি, সাহ লৈ বাহ হে আনিছা?" বোলে বাহো তোমাৰে, সাহো তোমাৰে দাস। তেহে গুৰু বোলে তুমি আছিছা হয়, আমাৰ যি গুৰু ধৰ্ম্ম দেখিছা, ধৰিব খুইছা, ই-পিতৃ-মাতৃ এবা বন্ধু, ভাৰ্য্যা পুত্ৰ নধেলে এৰিব লাগিব। পাৰিবা? বাক্য সম্মতে বলে নালাগে চাৰিব। বোলে বাপ, নলয়, নচলে, নকৰে যদি এৰিম ত্যাগি। তেহে আতা পূৰ্ব্বৰ ডাণ্ডৰ বস্তু চিনি পাই ব্ৰত হৰিষ নকৰাকৈএ গুৰু বাক্য বোলাইছে। পূৰ্ব্বৰ নিজ নাম বিষ্ণু দিছে। বোলে বাপ, সেৱকৰ পাচতে হৰি গুণ গাই ৰমহে, নযাওঁ আৰু সি মায়াময় গৃহ অন্ধকূপলৈ। গুৰুজনে বোলে যোৱা তোমাত হন্তে অনেক জীৱ ধৰি তৰিব। মোৰ গুৰু ধৰ্ম্মও বাঢ়ি পন্থ মুকলি হব। বোলে বাপ, আপুনাৰ অভয় পদ শ্বেত ছত্ৰ কংসাৰি ঠাকুৰ

ছায়াৰ পৰা যাবৰ চিত্ত নেযায়। তেহে গুৰু বত্নাৱলী—মাতিছে—"যিটো গৃহে মাধৱৰ ভকতি সাধয়।

এবিবে নলাগে তাক থাকিবাৰ যোগ্য হয়॥" হৰি ভক্তি বাধক দুঃসঙ্গহে শাস্ত্রে সাধুএ এবিব দিছে। তেহে আতা গুৰুবাক্য শিৰে ধৰি যাবৰ চিত্ত হ'ল। বোলে বাপ, যদি চলে, কৰে ধৰে-এই সাত লুইতৰ পাৰ হাবি মহ হাতী কেনেকৈ আহিব আনিব। নথৈলে আহিম গৈ এ। তেহে গুৰুজনে বোলে আহিব নেলাগে, তোমাৰ ততে যি ভক্তি প্ৰদীপ শাস্ত্র আছে, তাকে আগত থৈ হৰিষ পৰি ক্রিয়াকৈ আমি যিৰূপে গুৰুবাক্য মাতিছো তুমিও এই দৰে মাতিবা, এই বুলি আজ্ঞা কৈলে। আৰু বোলে তোমাক কায়া বিচি দখিন কোনে গাৰিছো, অনেক পোখা হব। পাচে গধূলি ভোজন কৰাই বোলে চিৰাম, পাটি দিয়া। দিলে পাৰি। তাতে দুওজনা আতা শয়ন কৈলে। পৰ্মানন্দে পাচে ভৱ নিদ্ৰাত আনন্দে গুৰুজন গৈ দুওজনাৰ মাজতে শয়ন কৈলে। ঠেলা ঠেলিত মাটিত পৰে গৈ। আৰা বোলে জানো তাবাহে ঠেলিছে, তেৰা বোলে তেৱেঁহে হেচিছে। হাত ফুৰাই এবাৰ চাই দেখে তিনিজন, গম পাই জানি উঠিব খুজিলে। গুৰু দুফালে দুই হাত্ত দি জগতৰ ভৰে হেৰাই হেচি থৈলে। বোলে বাপ, মৈলো মৈলো। বোলে কিহত মৰা? তুমি কোন, মইনো কোন চোৱাচো মনকৈ। তেহে প্রেমানন্দ খেলা কথা সুখতে নিশা পুৱাল। দুওজনা আতা গুৰুজনত বিদায় কৈ গল মনথৈলৈ। পাই খান দান কৰাই পঠাইছে। আতা সেৱা সংকাৰ কৈ গৈছে। আতাৰ গৃহ চেচুক, গছতল, বদ নাই। মুকলিত খলাকৈ ধান শুকাই। তাতে বৰ্ষাৰি এজুপি আছে। আতা গৈ তাতে বহিলগৈ।

পুত্ৰ তিনি—গোপালে জ্যেষ্ঠ, যত্নমনি কনিষ্ঠ হৰিচন্দ্ৰ চোট। দেখি আএ বোলে গোপাল, পিতাৰ দেখো আজি কতহে বহিল। যাচো সোধগৈ নাহে কিয় ? তেঞ্চ গৈ বোলে পিতা অতহে বহিলা দেখো, তুমি কি আলহি নে, গৃহলৈ নাহা কিয় ? আতা বোলে বুপা, পূৰ্ব্বে আমি চাৰি লাখ টকা ডেকা সদাগৰ ধৰুৱা তিনি মুৰীয়া বুঢ়া লগা, বেহালৈ দিছিল। মূল নাঠি নগৰত বেহালো গৈ, লাভ চাৰি মূলো পৈল। ভয়ত ভু হৰাই কত যুগ আয়াযাত কৈ সংসাৰত ভ্ৰমি পলাই বেৰাঞ; এতিয়া নগা গিৰিএ পাই-সোধাই দিলেগৈ মূলে হুনে লাগে, নেৰে; বাণিজকৈ সোধাব দিছে। লগা কৈহে আহিছো তইতে ভৰ, ভাৰ লৱ বুলি। নলৱ যদি যামহে আকৌ, মাৰত কগৈ যা। শুনি অত্ৰাহি হৈ কলেগৈ সেইদৰে গোপালে। আই মহা চক্ৰী বুদ্ধিমন্ত লোক, লাগি অহা শুদ্ধ জীৱ। আগ বাঢ়ি গৈ নম্ৰতা হৈ বোলে তোম্ৰা গৃহস্থ, আমি দাস দাসী। আমি চাৰি মা পোকে কিনি হাতে লৈ ভাৰত হাটে বণিজ কৰা; মূলে হুনে দিব পাৰিবা। নচলি নৰলেহে বাক্যত, তেহে এৰা সজ, অহা যক। আইৰ বাক্যত আতা সন্তোষ হৈ গৈ আগীলাতে বহি পাগ পাত্ৰ খাৰ সতা কৰাই খলা, কলহ, চিলিঙ্গা গোবৰ মাটিএ মচাই বস্ত্ৰ নিকাই উপাসে বৈ খেদ কৰিছে আএ। বোলে ছৱা পুতা লুইত পাৰ হৈ কেনেকৈ যাম ? আতা বোলে যাব নালাগে, যদিহে নিচই কৰিছহক আমাকে আজ্ঞা কৰিছে গুৰুজনে। আএ বোলে তোম্ৰাক যদি গুৰু পালোঁ কি নসাধিলোঁ আক ? সংশই কি সংসাৰতঁ তৰিবলৈ ? মহাভাগ্যে দৰিদ্ৰৰ অষ্টনিধি হাতে মিলাইছে বিধি দৈবে আনি আত। আক অনিচই ? তেহে খাৰ টেঙ্গা স্নান কৰাই মাহ চাউল বস্ত্ৰ কৰি গুৱাপান ভকতি প্ৰদীপ থৈ ধূপ দীপ দি মহাপুৰুষক

গুৰু বোলাইছে পুত্ৰ ভাৰ্য্যা সবাকে। এতিয়া আই লৰা কাৰো গৃহে নযায়; জুই, পানী, পাত, খৰি, বিয়া, সভা, ভোজ সবাকে এৰিলে। এদিন পানী লৈ গৈছে আই। লাপনীয়া, বাঙ্গন, আধলীয়া, তিনিও ভাৰ্য্যা ঘাটে ধৈলে বোলে দহো তোম্ৰাসবৰ কেও কাৰো গৃহে নযৰা মাহ চাৰি কিয় ? আএ বোলে আমাৰ তাৰা মহাপুৰুষক গুৰু বুলি আহিছে, হাক দিছে যাব খাবলৈ। তাৰা সবে স্বামী সৱত কলেগৈ। শুনি তিনিও আহি আতাক হেৰাই ধৈলেহি বোলে একে চাতে গৈছিলো, ফুৰোঁ চাকোঁ খেত কৃষিএ, এনে বস্তু পাই আমাত নোকোৰা কিয় এতদিন ? এতিয়াও লৈ যোৱা কা'লৈ। পাচ দিনা ভাৰ ভেটি লৈ গ'ল চাৰিও জন। ঠাকুৰ আতাৰ গৃহে বৈ আতা নি কেউ জনক দিছেনি। গুৰুজনে মহাপুৰুষক গুৰু বোলালে। গুৰুজনত সুধিলে বোলে বাপ, আমি এতিয়া ন চাউল শাক ক'ত লগাম ? আহিবলো এই সাত লুইতৰ পাৰ, আৰু গৃহৰ পুত্ৰ ভাৰ্য্যা কেনেকৈ আহিব, আনিম, হাবি, হাতী, মহ ? তেহে গুৰুজনে বোলে ন চাউল শাক উপাধি বিষ্ণুকে দিবা, আমি পাম তেও। পুত্ৰ পত্নীও দিবা ত'তে। নিশা বৈ ভোজন কৈ আহিছে চাৰিও জন। পাই গৃহৰ পুত্ৰ ভাৰ্য্যা সবাকে নি দিছে গৈ। আতা মাহ, চাউল, বস্ত্ৰ, শাস্ত্ৰ থৈ মহাপুৰুষক গুৰু দেখাইছে। তেহে চাউল শাক দ্ৰব্য আতা নেখাই গৃহৰো আনি মিসলাই চাৰিভাগকৈ চাৰিওজনে নিএ। চাৰিৰে প্ৰীতি আহ্লাদ লোকে দেখি বিস্ময় হুই শুনি খাটা গোপালে চাউল এভাৰি, কৰি এমহা, পচৰা, আকে লৈ আতাক সেৱা কৈলেহি। আতা বোলে কি পাইছা এই ? বোলে বাপ, চাউল, কৰি, পচৰা। বোলে পূৰ্ব্বে দেখো আমি চাৰিপোনকে খুজি ধাৰে নেপালোঁ। গোপালে বোলে আতা, আমিও মনতে খেদকৈ আহিছোঁ

বোলোঁ আতা ধৰিবহে। আতা বোলে নলাগে খেদ কৰিব। তেতিয়া তুমি যেনে আমি তেনে, কিয় দিবা? এতিয়াও কাক কোনে দিএ? মহাপুৰুষ ধৰ্ম্মেহে আনিছে, মোলৈ আনিছা নে? তেহে পবিক্ৰিয়া কৈ গুৰু বোলাইছে মহাপুৰুষ।

আৰু লাতিমা হিৰা দলৈ, কমললোচন, হৰি, শিয়ানন্দ, গোপাল, নাৰায়ণ, ৰাম এই আঠজনে মহাপুৰুষ গুৰু বুলিছে গৈ। এই ক্ৰমে এহেল দেখিলৈ কোণ ভাগি আহিব ধৈলে। গোটে দেশ ভাগি পৃথিবী নধৰা হ'ল ঠাঠ।

আৰু সৰু গুৰুক মাকে লৈ গ'ল পঢ়িবলৈ আতা ত'ত। আতা বোলে মই কি পঢ়াম, গুৰুজনে যি পঢ়াব। এই বুলি কমললোচনে সৈতে লৈ গৈছে। গুৰুজন ওলাই বহিছে। দেখি বোলে ব্ৰাহ্মণ ছৱাটি যি আনিছে বিষ্ণুএ বিহৰ পুলিটিহে গাৰিবলৈ আনিছে। দি আহিল। পুৰ্ষোত্তম, চতুৰ্ভুজ, ৰামচৰণ ঠাকুৰ এই সবেৰে পঢ়িছে। এদিন বিষুক্তনসৰ পাঠ নহাত ঠাকুৰ সবে হাঁহিলে। গুৰুবোলে তোমালোকেহে আৰু ঘেহুয়াইছাইঁক, আৰ উপৰে ছত্ৰখান যি নহৰ সেয়েহে। আৰু ৰামচৰণ ঠাকুৰ নপঢ়োতে খুটাত বান্ধি ঠলামুৰি মাইলে, কপালে খুটাৰ আখি লাগি তেজ ওলাল। মেলি কোলা লৈ বোলে ভাগিনক মাৰিবই নেপাঞ, বিছ্যাৰ অৰ্থেৰে মাৰোঁ। অকা এদিন নিশা পলাল। আএ জোৰ লগাই বিচাৰি খেদকৈ কান্দি ফুৰে। গুৰু বোলে কি হ'ল? বোলে দদা লৰাটি নাই। বোলে মোক দে জোৰ। তোত পলাইছে, মোত পলাব ক'ত? গৈ চায়, পুৰা কুহিয়াৰৰ তলে নিশা ঘৰ মুখে সোমাই আছে। আপীএ বোলে দদা তাতে মই কেবা বাৰো চালোঁ দহো?

আৰু কেৰাকুচিতে হৰিপদ আতৈৰ গৃহ। তাতে লঠৰিয়া হৈ কমলাপতি গৃহ কৈ আছে। তেল বেচি প্ৰবৰ্ত্তে। সুন্দৰীত

একদিনা গৈছে ; হৰিকথা তুলিছে গুৰুজনে, সকলো শুনিছে। বৈ আছে তেল লৈ। অৱসানে গুৰুজনে সুধিলে, সেইটি ক'ৰ লোক ? বোলে বাপ তেল সজাই আন খনো আনে, লবলৈ বৈছে। বোলে মাতাচোন। মাতিলত আহিল। বোলে তোমাৰ কোন আছে দেহৰ সমন্ধৰ ? বোলে বাপ কিছু নাই। বোলে বেচিনো কি পোৱা ? বোলে বাপ, দেহটি প্ৰবৰ্ত্তিছো টাগবাগকৈ যেই সেই মতে। বোলে এই ভকতৰ সঙ্গে হৰিগুণ গাই থাকিলে একা চাউল, কানি, লোন, সকলো হয় দহো ? আতৈ সবৰ মিলিছে। বোলে বাপ, নযাওঁ আৰু তেনো। পাচ দিনা ব্ৰতেবৈ মহাপুৰুষ গুৰু বোলাই বহা দিছে। তেহে মাহে পক্ষে পূৰ্ব্ব ঠাই আহে যায়, দ্ৰব্য বস্তু খানি দিএ, আনে। এদিন গুৰুজনে বোলে কলৈ গৈছিলা ? বোলে বাপ, আগে থকা গৃহে গৈছিলো। বোলে আমাৰ কথা সুধি কি বোলে তোমাক ? বোলে প্ৰশংসা কৰে। বোলে মাতি আনিবাচো আহে যদি এদিন। তেহে এদিন গৈ কলে গুৰুজনে মতা। বোলে মই যাবই খুইছোঁ। এই বুলি এখনি ভাৰলৈ গৈ সেৱা কৰিছে। পাচ বাৰ গৈ গুৰু বুলিছে। সজ্জ বুদ্ধি দেখি চাই কথা হৈ দুও জনালে, তেহে পৰমাৰ্থ মাতিছে গুৰুজনে দুইকো। বোলে হৰিপদে হাটীত নিশা ৰবহি। কমলাপতি গৈ দিনে আহিবা, নিশা নাথাকিবা। তেহে গুৰুবাক্যে কতো দিন আহি গৈ সুখে আছে। এদিন কমলাপতি গৈছে। তত হৰিপদ আতৈ ওলাইছে ভাৰ বান্ধি গুৰু সেৱা কৰিবলৈ। পদূলিতে লগ পাই উভটি গৈ বোলে চাউল সিজোৱা হ'লনে ? বোলে নাই। বোলে তেনো সিজোৱা, তোম্ৰা যক। হাবিয়াদিয়ালৈ যে গুৰুজন আহিব খুইছে সেৱাকৈ আহাগৈ। কতো মুখে কয়, দুও দুই বাটে গ'ল, লগ নেপালে।

আঁতৈএ পত্নীক বোলে আতৈক তই চাউল সিজোৱা বুঙুক্তকৈ দে, অসন্তোষ পালে তই হে জান। মই গুৰু সেৱাকৈ আহোঁগৈ। এই বুলি গৈ হৰি কথা শুনি থাকোঁতেই গধূলি হ'ল ব্ৰহ্মসভাত বৈৰেত ৰাজা দৰে ক্ষেণ প্ৰায় দেখি গুৰুজনে বোলে হৰিপদ কমলাপতি নগৈছে? বোলে বাপ, পছুলিতে পাই থৈ আহিছোঁ চাউল সিজাবলৈ। বোলে তুমি আক কেতিয়া যাবা নিশা হ'ল, থাকাই বিহানে যাবা। তেহে পুৱা গৈ পালেগৈ। তাবা বোলে আতৈ অহা গ'ল। বোলে তোম্ৰাৰ প্ৰসাদত আহিলোঁ। কালি নাহিল কিয়? বোলে হৰি কথাতে গধূলি হ'ল নিমিৰত। বোলে আমিও তোম্ৰালৈ বাট চাওঁতে নিশা হ'ল।' বোলে এতিয়া আক বিদায়হে, যাওঁ। বোলে চাউল সিজাই থক। তেহে নাম পাঠকৈ চাউল সিজালে তত তেওঁৰ পত্নীএ সিজালে' হ'ল। দিছে, লৈছেগৈ। আৰও লৈছে। আএ সেই খিতে কলে বোলে অনেক ৰূপে বুজাই কলোঁ ই দোষ, পাপ, শুধ ধৰ্ম্মত বুলি। তোমাৰ আতৈ আসি কথা নলৈ আচৰিলে, বলেবে সবা গ'ল হতে। তোম্ৰা বুলি গ'ল অসন্তোষ পালে ভাল নেপাবি। এক গ্ৰাহ লৈ আক গ্ৰাস তুলি আনিছিল, শুনি সেইতে সৰি পৈল। মুখ ধুই উঠি আহিল। আবাও থাই ছুও বহি মুখ শুধি কৈ আহিল। আবা বোলে আমিও যাওঁ বোলা থক। এই বুলি কৈ ছুয়ো গুৰুজনক সেৱা কৈছেহি। কিছু পাচ হৈ কমলাপতি আঠু লৈছে। বোলে কমলাপতি ব'লা কালি। বোলে বাপ, আতৈয়ে চাউল সিজাবলৈ থৈ আহিল। থাই যায় যায় বুলি বাট চাওঁতে গধূলি হ'ল। আহিব খুৱাইলোঁ। বোলে পূৰ্ব্বে আমাৰ বাধা বাক্যটি পৈল। তেঞে আজি কি পাপ হৈছে কোৱা থক। বোলে বাপ, কিছু নাই হোৱা। তিনিবাৰ

কলে খচ্চি। বোলে হৰিপদে কোৱাচোন ? বোলে বাপ, তুমি সৰ্ব্বসাখী আত্মা হৃষিকেশ, জানাহা মোৰ চিত্তক। মই দাসে কি কম ? সেই কথাতে গুৰুজনে ঘোষা মাতিছে—

"হৰিপদে ধৰ অন্যায় নকৰ,
গুনবে মন পামৰ।
সাখী হুয়া হৰি হিয়াৰ ভিতৰে
আছা দেৱ দণ্ডধৰ ॥"

"ৰাজা প্ৰজা জানিলে শঙ্কৰৰ মত শুদ্ধ।
সিটো মত এৰি আন আচৰয় পৰম সিটো মুগুধ।"

বোলে জুই ফুৱাতে মুখ পুইলি পুৱা কত আৰু। মোৰ গুৰুজনে বুলি গৈছে মিছা বেশ্যাৰ গুৰু নহঞ, তিনিও টা সিজিল পাপ অগম্যা গমন সৈতে। এই বুলি হৰিপদক ৰাখি কমলাপতিক খেদিছে।

আৰু বিষ্ণু আতাক ভূষণ গুৰুৱে সভালৈ মাতিলে আতা বোলে বাৰু, মই চাঞ আলচি মাৰ্গে সৈতে। এই বুলি নগ'ল। আকৌ খেদি পালেহি। বোলে মই এঘাৰ ইন্দ্ৰিয়ত গা গাই সুধিলোঁ, প্ৰথমে চক্ষুএ বোলে আগে যাৰ ৰূপ চাইছোঁ, এতিয়াও তাৰহে যাম চাম এই ক্ৰমে শিৰতে পদলৈ সবেও কলে। একল বৌৰাঙ্গি বিষ্ণুৱে মই কেনেকৈ যাম খাম পা। এইৰূপে আতা হৰি গুণ গাই মালচাতে আছে। গোটে দেশৰ লোক ভাগি আহে ভকত হবলৈ। আতা দেখায় মহাপুৰুষ গুৰু। সিহঁতে তত্ত্ব সুবুজি আতাতে নিচয় কৰে। লাপনীয়া, বাঙ্গন আধলীয়া, আতা সৈতে চাৰিওজন গৈ বোলে বাপ তাত আমি ৰব সুৱাবোঁ। আমি গুৰু দেখাঞ তোম্ৰা সৈতে শ্ৰীশঙ্কৰ দেৱক। সি তাক সুবুজি আমাতে নিচয় কৰে। গুৰু ভাব বলে সুৱাবোঁ, ৰম ৰম কেনেকৈ ? গুৰুজনে বলে জেনো নৃসিংহ যাত্ৰা কৰিব

লাগে। কৈলে সি ঠাই উছন্ন হয়। আতা বোলে হক আমিও যাব খুইছোঁ কাঠনালৈ। তেহে ঠাকুৰ আতাক দিছে ছোঁ সাজিবলৈ। গৈ দুওজনা আতা সাজিলে, হ'ল। আতা আহি ভক্তে সমে গুৰুজনক নিছেহি। ঘাটতে চকোৱা দি গৈছিল গোজ মাৰি। উঠাত জগতৰ প্ৰজা টাটি ভাঙি সেৱাকৈ চুব খোজে। ভক্তে হাত যোৰা দিহে ৰাখে। বোলে বিষ্ণু কিয় এনে? বোলে বাপ, পৰা খানি পুৰুষাৰ্থ কৰা হৈছে দাসে। গৈ বহি আতাক চো কাৰণ ছলে খণ্ড কৈলে। সমুখতে পাচত আঠু বৈ ৰ'ল। লোক ৰায়তে দেখি বোলে আতাৰো গুৰু আৰাহে। শিষ্য যেন জানি কিছু ৰত এৰিলে গুৰুজনত কৈলে। তেহে যাত্ৰা পাতি গুৰুজন হ'ল নৃসিংহ, হিৰা দলৈ হিৰণ্যাক্ষ, পুৰৈ ফেচুকাৰে বোলাই পাগুৰি দিছিল। উৰুত চিত কৈ চোলা ফালি শিৰত মেৰালে। প্ৰজা গিৰিখাই ভাগিল, বোলে মহাজনে মানুহ মাইলে। সেই তদৰূপ হৈছিল। পূৰ্ব্বৰ ক্ৰমে ঠাকুৰ আতাহে উভটাই আনিছে, ভাওহে, ভয় নেখাবি বুলি। পাচে নৃসিংহে দৈত্য সেনা ঘৰাকাতি ঢকা, ভুকু, কিল গোবিন্দৰ গোৰা কাতি লাগি কপাল ঔ যেন হ'ল, ৰলগৈ তামল মান, নাম হ'ল লাটিমা গোবিন্দ। পাচত আন সবেও প্ৰাৰ্থনা কৰে প্ৰসাদ বুলি। গুৰু বোলে সি ভাও, এতিয়া মাইলে অপৰাধ দণ্ড হয়। পাছে যাত্ৰা গাই বাই অৱসান হ'ল। আতৈ সবে অনেক দ্ৰব্য পালে। তৈতে দহ দিন বহি কাশী গঙ্গাদি উজাই গৈ হেৰেমশ্বৰ ৰাজ্য হেৰে-মদতে বৈলগৈ. ভক্তে সমে হৰি কথা সুখে তাতে ছমাহ আছিল, মহা প্ৰেম ভকতি খেলা সুখে। অনেক ৰায়ত দেশ ভাগি আহিব ধৈলে, ধৰ্ম্ম ধৈলে .অনেকে। পঢ়িয়াই হ'ল তিনি কুৰি ঘৰ। জঞ্জাল পাই চিৰাম আতা সৈতে উতৰ

নৃসিংহ যাত্ৰা অভিনয়

ফালে এফেৰি হাবি আছে, তাতে গৈ কথা সুখে বহে। পাচত থান সক হেৰেমদ হল। আৰু ঘাটৰ কাখে এজুপি আম আছে। তাতে গুৰুজন গৈ আউজি এপদ দি একপদ মাটিত থয়। পদৰ চিন ৰ'ল, আউজা চঁচা যেন হ'ল। এটি ছৱা কান্দি কান্দি গুৰুজন ওচৰলৈ গ'ল। গাছতে পাৱ আনি মাথে দিছে। সি নিচুক দিছে। ৰাম চৰণ ঠাকুৰে বোৱা বেল, নাৰিকল, আম, আমলখি, এতিও আছে। পাছে হেৰেমেশ্বৰ ৰাজা শৰণ লবলৈ মানুহ পঠালে। বোলে ৰাম চন্দ্ৰ, মোৰ পৰম গুৰু শ্ৰীশঙ্কৰ দেউ নৰনাৰায়ণক শৰণ দিব লাগে বুলি বৈকুণ্ঠে গ'ল। আমিও ই ঠাই এৰি ব'লা যাওঁ এই বুলি নাঞ মেলি আহিছে। কিছু ভটিয়াই ৰামচন্দ্ৰ উঠিল মুখ হাত ধুবলৈ। ডোবাত ভেট, পদ্ম ফুলিছে দেখি বোলে বাপ, জলে থলে বৰ বিশেষ ঠাই খান। বোলে পাচত আমাৰ থান সত্ৰ হব। কিছু গৈ পাণী কুম্বিত ঠিয় দি বোলে মমা, কি সম চাপৰিটো সত্ৰ কৰিবলৈ? বোলে

ফুলগুৰি সত্ৰ

পাচলৈ হব, সক বৰ হেৰেমদ ফুল গুৰি হ'ল। গুৰুজন নেত্ৰ বলাই চাই গ'ল। পিৰিতে যতে দৃষ্টি পৈল ত'তে থান

আৰু আন আন সত্ৰ

হ'ল পাচলৈ—সিকৰ হাটী, ধোপ গুৰি, নপৰা, নহাটী, নবৰি, মৰহাটা। জটিয়া জজি, পৱালবৰি, গুৱালহটা দীঘলকুচি, উৰপোট, কান্দুপুৰ এই সব হ'ল। পানীকাখৰিয়া জাল বাইছিল। মাচৰ বাৰ্ত্তা ভক্তে সুধিলে বোলে সতৰ শল পাইছো। বিলৰ নাম হ'ল সতৰ শলা। কিছু গৈ, ফেৰেকি জাল বাইছিল; গুৰুজনে বোলে এই বালাতে বৈ চাউল সিজক, মাচ লোৱা হওক; সুধিলে বাৰ্ত্তা মাচৰ; বোলে ছ বুৰি মান নাৰ বাট হে পাইছোঁ। তাৰতে সুস্তিৰ নাম হ'ল ছবুঁৰিয়া। পাচ দিনা একাদশী বৈ নাম গাই চাউল কলা খাই গৈছে; নাম হ'ল বিলৰ কল খাৱা।

মেলি গৈ কলহিত পৰি ভটিয়াইছে। বৰ চাম একোপা দেখি বোলে মমা এই ডাল লম্বা চোম। অনেক পক্ষী বহাইছে। শুক বোলে আমাৰ পাচত অনেক ভকত একত্র হৈ হৰিগুণ গাব; গহণ লোক এজন থিত হৈ চমৰিয়া হ'ল। কিছু গৈ গাচথুৰি দেখি বোলে মণ্ডলাকাৰে মালাপ্রাই বৃক্ষখানি। পাচত মালৈবাৰি হ'ল।

চক্ষু পৰাত বেত বাৰী, কাতাৰি বাৰী, কৈমাৰি, দলগোমা, দমাল চোঁচ, বুকুকা, হৰি পুৰ, কাৰিপৰা, কাতলামাৰি, কেচাইডুবি, ঢেকেলাবাৰি, নলঙ্গা, এই সব থান সত্র হ'ল পাচত। গৈ পুনু মালচাতে বে কাঠসিএ খৰাদি সুন্দৰীতে ৰহিছে গৈ॥

## এতিয়া ভনীপুৰ আতাৰ চৰিত্র

আতাৰ আদি কলিতা দেশত। কলা কলিতাৰ গৃহ বুলিছিল। চেক্‌থামহাটজি নৈ গ্রামে। তানে পুত্র বাসুদেৱ, তানে সুত হৰিদেৱ, তানে বেটা শঙ্কৰদাস, তানে নন্দন চতন গিৰি, তানে তনয় শঙ্কৰষণ, তানে পুত্র নৰদেৱ, তানে বেটা কামদেৱ। স্বমাতৃ চলিল, বৈমাতৃ বিহালে নৰদেৱে সত্যা নামে, হৰি বৰকলিতা গৃহৰ। ভাদ্রত আতা গৰ্ভে থিতি, আহিনত পিতৃ চলিল। ক্রিয়া কৰ্ম্ম কামদেএ কৈলে। কলিতাদেশ
কাৰ্ত্তিকত সতিয়াই বেটা, চাৰিশ টকা পিতাৰ আছে দে বুলি ৰাজছুত নি মেলত ঘটাই শাস্তি ধৈলে। আএ উপায় নপাই পলাই দেশ এৰি অটব্য অৰণ্যে চৰা পৰ্ব্বত পাৰহৈ তিনিমনি ফাটে আবৰ মিৰি চাৰি মাটি মিৰিএদি অচম দেশ ওলাল হি পোন্ধেৰ দিনে, শক্তিমন্ত পুৰুষৰ শক্তিগুণে অনাহাৰে। আই মহা চক্রী লোক। টকা আছিল হাতে। নগৰ সমীপে গৈ

নাজিবা হাটে পসাৰ দিব খৈলে ধন্যা দলৈ গৃহে বৈ। অনেক দ্ৰব্য হৈ গৰগাঞ বৰদ্বাৰ মুখে পহাৰ আহি গৈ দিছে। চাবি-খান ভাৰৰ বস্তু মাথে নিএ। কাঠৰ ডলাত তোলে তিনি খুটি মাৰি। তল্প সোমাই লয়নি, খুটি মাৰি নমাই পসাৰ দিএ। দুই তিনি জনীয়েও দাঙ্গি তুলিব নোৱাৰে। তিনি খুটি হাতে নিএ মাৰি বুধিৰে লৈ থৈ। এদিন লৈ আহে সন্ধ্যা বেলা, ঘাটৰ নাঞ সিপাৰে নিছে। তেনেতে মুদৈ নাঞখান পাঁচোটা চৰি মাৰি খোৱা দিএ। আএ বোলে বুপাইত তামোল খাবি মোকো নে। সি বোলে ভৰা নাঞ, নুঠিবি, নেখাঞ। পাচে আএ গুৰি টিঙ্গে বামপদ দি বোলে নেইক। পাচ চৰি মাৰি একাঙ্গুল বঢ়াব নুৱাৰি বোলে কি বজ্ৰনখী পা, উঠ। সেই সময়ত আতা গাত, ন মাহ, জন্মে বৈশাগৰ দুপৰ নিশাত বুধ বাৰে শুক্লা সপ্তমীত। তেহে কাঁহ, ডবা, পেমা, ভেক, হস্তী ঘোৰা, সকলো বাজি চিহৰিল। পাচে শিষ্য পুত্ৰ ৰাজা হ'ল। শুনি স্বৰ্গনাৰায়ণ সিংহে আজ্ঞা কৈলে দশোদিশে দা চাউদাং দি বোলে আজি নিশা য'তে লৰা হৈছে চাই সবাকে মাৰগৈ। আএ পসাৰে নিবৰ কাপৰ খান গাত লৈ গাৰ আৰতে কানি খানি পাৰি থৈ এখানি দি ঢাকি থলে, কেৱে ভূ-কে নেপালে প্ৰসৱৰ। দুতো আগেই গ'ল, তৰ্কিবই নুৱাইলে। সি চাবি লগৰ পসাৰীএ ভূ নে পালে। পাচে ৰাজ জগৰ ভাগি তিনি মাহৰ পাচে শাওনত ৰাজাৰ কোঁৱৰ জন্মিল কেকোৰা জইসিংহ, ধাই বিচাৰ লাগিল। আই বৰ বৃহৎ লোক, লম্বা তন দেখি নি ৰাজাকে দেখালে গৈ। বোলে হজ থ নি। আইৰ কোঁৱৰক তুলি কুঁৱৰীত বৰ খাটনি। আতা কোঁৱৰে সৈতে সমনীয়া উমলি ফুৰে লিগিৰা চাতে। ঘিলা, ঢাল, পাহ, পচি, বাঘ ঢোপ, চৌপট সবাতে আতা জয়, জিকে, কোঁৱৰ হাৰে। পেটে খেপ লাগি মাৰিবৰ চিন্ত হলহি লাজ পাই।

স্বৰ্গনাৰায়ণ সিংহৰ শিশু বধ চেষ্টা

জয়সিংহ

ছলে নেপাই চান্দি আছে। আৰু আই বৰ কাজী, ফুলতী, গুটি গাটি, গছে, লতা, বুটা, চপা, কেচ, হাতী, ঘোৰা সব দিব তুলিব পাৰে। ৰাজাৰ জোলাৰ শাল সাত কুৰি। লিগিৰীৰ এশ। এই বাৰ কুৰি শালৰ মূৰকৈ কুঁৱৰীএ দিলে বোৱাব কৰাবলৈ। তাতে আই মহা বুদ্ধিমন্ত, টকা, শিকা, বস্ত্র, দ্রব্য, বহু পালে। এই ক্রমে পাঁচ বৰ্ষ থাকি কৰায়। তনো এৰিলে কোঁৱৰে। কৈ ওলাই পূৰ্ব্বৱতে পসাৰ দিছে। আৰু ছুজনা গুৰু বামুন বাদে ৰাজা গৰগাঁৱে নিয়াত মেচা পুখুৰীত বৈ যাওঁতে নাজিৰা হাটে, পাচে সাতে পাঞ্চে আতা আম দি সেৱা কৰাত, গুৰু তোমাৰ ভাগ জীৱটি বুলিছে চোট আতাক। ছুইবৰ্ষ আছে। একদিনা আতা আলিতে ঘিলা খেদিছে। আএ পসাৰ দিছে। সিকালতে ৰাজাৰ কুমাৰ ছৱা হাতীত উঠি ছৱা, লিগিৰা সৈতে পসাৰ দ্রব্য লুটি আহিছে। আই আতাৰ গুৰি পাই লিগিৰা ধৈলে পসাৰে দ্রব্যত। কোঁৱৰে পূৰ্ব্বৰ খেপতে মাৰিবলৈ হাতী খুম্পি ওপৰতে তুলিলেনি। আতা উঠি দাতে ধৰি আলি খাৱৈলৈ মাৰি পঠালে। কোঁৱৰে সৈতে পৈল গৈ। লিগিৰা সবকো গতাই বগৰাই পঠালে দ-লৈ। কোঁৱৰ লিগিৰা পৰি কেকাইছে। ৰজা প্রজা উস্মিহ লাগিল। ভিতৰতে ঘোৰা চিপাহী লালী হ'ল। সেই হিহনিতে চব দ্রব্য—এৰি আতা আইক লৈ বেগতে সাৰিল। কেৱে তকিব নোৱাৰিলে। বৰ জগৰ বিচাৰ চকী, ফাট দি বিচাৰি নেপালে ক'তো। আতা সেই নিশাই গৈ জকাই চুকতে হৰাই বৰা গৃহে বৈ দুখকৈ ছমাহ প্রবর্ত্তিলে। ভূ পাই বুলি ভয়ত তাৰ পৰা গৈ নগৰে খটাত চিনাকি গজপুৰে তাম্ভিৰ বৰা হৰি মৰলৰ ঘৰে ৰ'ল একবৰ্ষ। তাতো কষ্ট পাই বেচামৰা পাৰ হৈ অৰ্জ্জুনগুৰিত আছিল নমাহ। তাৰতে ভটিয়াই গৈ চাইদ্বাৰে আছিল চৈধে মাহ। তাৰতে গৈ

জকাইচুক
গজপুৰ
বেচাপৰা
অৰ্জ্জুনগুৰি
চাবিদ্বাৰ
পাকৰিগুৰি

পাকৰি গুৰিত আছিল এক বৰ্ষ। অঁকা, ভোটৰ ভয় পাই গৈ দৰঙ্গত আছিল সাত মাহ। তাৰ পৰা ডাকু ঘণ্টাৰ ভয়ত গৈ বৰভাগৰ সিঙ্গৰাত তিনিমাহ ৰৈ সুন্দৰী নিকটে হৈতঙ্গ তালুকদাৰ গৃহে ৰলগৈ। ৰৈ তাতে স্থবিতা সন্ন্যাসীৰে চাতে ফুৰিছে ছমাহ, ত্নখকৈ এসন্ধ্যা প্ৰবৰ্ত্তে। সন্ন্যাসীএ কয় বোলে সুন্দৰীৰ মহন্তে গলে আমাক বৰ আদৰ সংকাৰ কৰে দ্ৰব্য বস্তু দি। এদিন সন্নাসীৰে আতা গুৰুজন ঠাইলৈ গ'ল। গুৰু চৰাতে বহি ভাঠি বেলা ৰাজসূই পুথি লিখিছে। আৰা ত্নই গৈ পাচতে ঠিয় দি কতো বেলি ৰৈ আছিল। গুৰুজনে নেচালেই মাতক চাৰি। বাট গৃহতে আতা উভতি চালে। গুৰুজনেও চাই পঠালে। চক্ষুএ চক্ষুএ পৈল ত্নইৰো। আতা মাথা চপৰাই নমিলে কৰযোৰে। আতা গৈ জিজ্ঞাসি মনে বোলে এঞে যে সন্ত মহন্ত, গুৰুজনে কিয় কথন আলাপ সম্ভাষা নহল নাচালে, এৰা মহন্ত নহয়। এই বুলি আতা লগ এৰি তিনি পক্ষ ৰৈ সুন্দৰী নামে কুমাৰগাঞে গৈ পেৰাকুমাৰ গৃহে ৰল। ছমাহ ৰহি হিৰাকুমাৰৰ মেলা হ'ল, পালি পাচি আছে কতো দিন। আৰু গুৰুজনে সুন্দৰী লৈ গৈ দহ বাৰদিনে শ্ৰীৰাম আতাক পঠাই সজ দ্ৰব্য বস্তু খানি পালে দি আইৰ বাৰ্ত্তা লয় ত্নখসুখৰ। এবাৰ চত মহা পঠাইছে। আতা পাই সেৱা কৈ বহিছে। গুৰুজনৰ গোসানী এ বা বাৰ্ত্তা সুধিলে, আতা কলে। আইৰো সুধিছে, বোলে শ্ৰীৰাম, আজি আমি অস্নানেহে আছোঁ। ধনুখন্দাত ৰাজ্যে মাছ মাইলে, পানী কদোৱমনি হ'ল, আৰু সান্ত স্ত্ৰীও গা ধোৱে, সেই লগে আমি ধুৰলৈ কেনেৰা লাগে। এ বাপুত কৰাগৈ এটি পাৰে যদি পাটুকা কৰাই দিয়ক। তেহে আতা বিদায় কৈ আহি গুৰু জনক সেৱাকৈ বাৰ্ত্তাবিত কৈছে ত্নখসুখৰ।

দৰঙ্গ

বৰভাগ সিঙ্গৰা

সুন্দৰী

ৰাজসূই ৰচনা

কুমাৰগাঞে

আএ কোৱা ক্ৰমে কলে আতা জনৰ দুখ। গুৰুজনে শুনি তেতিক্ষণে আতা সৈতে কলিয়া দলৈ গৃহে গ'ল। দেখি দলৈএ আথে বেথে বহাই শুৱা শৰাই দি সেৱাকৈ সুধিলে বোলে বাপ কিয় অহা গ'ল। বোলে জগত গুৰু মাতৃ জনৰ দুখ হৈছে। এটি পাটুকা বিচাৰি আহিছোঁ। দলৈএ বোলে বাপ, আমিও দিব পাৰোঁ, সেএ পলম হব। সেই মেনাৰ তালৈ গলে আজি এ হব। তেহে সেইতে দলৈএ সৈতে গ'ল। আতা বাটতে দেখিএ আগ বাঢ়ি নি নবীন অসন, বস্ত্ৰ, পাৰি বসাই, ন পাত্ৰৰে পাও ধুৱাই পাদোদক ভোজন শিৰে লৈ শুৱা শৰাই আগে থৈ পদতে মাথা দি অনেক স্তুতি নিবেদন কাকণ্য কাতৰ কাপুৰ্ণ্য কৈলে। বলিৰ দবে ভাও উঠিল, দৈৱকী লৰা অনাত। উঠি বোলে বাপ, সেই সন্ন্যাসীৰে দেখাতে তযু চৰণহে চিন্তি আছোঁ। তেওঁৰ চাত সেই দিনাই চাহিলোঁ। তোম্ৰাৰ দুই পাৱে দাস ভৃত্য কিঙ্কৰকৈ চপাই লব লাগে। এই বুলি পুনু সেৱাকৈ বোলে কি কামে আগমন। বোলে গোপাল, এই বাউসীতে আই গোসানী আছে, জগত মাতৃ। তাৰাই জল ভোজন কৰিবলৈ এটি কুঁৱাৰ পাট দিয়া যক, তাতে আহিছোঁ। বোলে দাসক ভৃত্য কৈ লোৱা যাব। তাক হলে কা'লৈ পাটে কুমাৰে নি পাতি দিয়া যাব। এই কৰিব, দুগ্ধ, চিৰা, কোৰ, গমচা থব। এই বুলি সেৱা সম্মান কৈ আগ থৈছে নি। পাচ দিনা আতা কুমাৰে পাট লৈ গৈছে। চিৰাম আতা সৈতে গুৰুজনা গ'ল। পাই বোলে মাতৃ ঠাই দেখক। আএ দেখাইছে। তাতে কুমাৰ ছয় আতা সৈতে সাতজনে দিনটে খানি পাট খুৱাই পাতিলে। ফলাহাৰ কৰাইছে। কুমাৰে ধান পাই বাচিলত আতা বোলে গৃহস্থৰ ভণ্ডাৰ বস্তু, গোসানীৰ হস্ত পৰ্শা, নেৰিবা তেনেই খোৱাইক। তেহে

গুৰুজনে জিজ্ঞাসি বোলে গোপাল, এ তোমাত হস্তে জীৱৰ কটমট বাসনা, সংসাৰ মুগুচিব ; চিৰা যেনেকৈ ভজা খুন্দাত, জৰা চলাত, ধান মুগুচিল, তেনেই খাইছা, পাচলৈ বেদ বাকলি নিষ্ঠা নহব। কাষ্ট এৰি সবে একত্রে হৈ আয়া যাতে ভ্রমিব। তেহে গমচা চেলেঙ্গ দিছে। গোসানী, গুৰুজনক সেৱাকৈ গৈছে আতা কুমাৰে সৈতে। শ্ৰীৰাম আতা সৈতে গুৰুজনো আইত বিদায় কৈ গ'ল। পাচ দিনা আতা চাউল, মাহ, গুৱা, পান, বস্ত্র কৰি লৈ হৰিছে গৈ গুৰু ধৰ্ম্ম লভিছেহি। মহা বিৰক্ত আতা গৃহে নগল আৰু মাতৃ সঙ্গে। তেহে গুৰুজনে বাহিৰ হটীয়া খিৰা মৰল গৃহতে ঠাই দিলে।

গোপাল আতাৰ ভক্তিনিষ্ঠা।

আতা ব্ৰহ্ম মূহুৰ্ত্তে শৌচ শুধি স্নান গুৰুসেৱাকৈ গৈ গুৰুজনৰ পাশতে থাকে সদায় হৰিকথা শুনি পৰিচৰ্য্যাও কৰে কতো। গুৰু তুপৰ লহিয়ালে চাউল সিজায়। আতা বেগ্তে শুদা চাউল কেটা সিজাই এধা ফুটাতে নমাই বাকি লোন বানাই খাৰনি মৰিচে খাই আছে, গুৰু বাহ্রোতে সামৰোতেই পাইহি। বোলে গোপাল খালানে নেখালা? বোলে বাপ, হ'ল। তেহে গুৰুজন এদিন খিৰামৰলক বোলে গোপালে ভাত খায়নে নেখায়? বেগতে আহে দহোঁ? বোলে বাপ, কতো সিজে, কতো সলাহে বলে। তাকে খাৰ লোন, মৰিচে, নাই শুদাই খাই আহে। এনে বিৰকত নিস্পৃহা দেখা নাই। নহলেও নোখোজে, তেনেই আহে পাত নেপালে বাটিতে খাই দে নোবোলে। শুনি গুৰুজনৰ দায়া জন্মি এদিন বোলে গোপাল, আহাগৈ আমাৰ লগে থাকিবা, খাবা তুখ পোৱা। তেহে তিনি মাহ থাকি আহি লগতে আছে খাই হৰি গুণ গাই। খৰি নাই, বতাৰে গুৰুজনে অগ্নি তাপ কৰে। এদিন গৈ জাৰণি সোমাই কাঠ কাটি ফালি আনি

দৌল কৈলেহি। নিশা গুৰু, বোলে গোপাল, তুমি কাঠৈ কাটিলাগৈ, হাত চোৱাচোঁ পানীজলা, নেযাবা আৰু, বতাৰে পুৱাম। গুৰুজনে অনটি উপাধি দ্ৰব্য বস্ত্ৰ খানি আগে গোপালক দিহে ভোজন কৰে। এদিন ঠাকুৰ আতা দেখি বোলে গোপাল, তোমাৰ বৰ দোষ হৈছে। গুৰু তোমাৰ পাতত আগে বাঢ়ে পাচত লয় গুৰু। বৰ অপৰাধ সিজিছে। তুমি এটি বহা কৰি থাকা। তেহে আতা এদিন বোলে বাপ, এফেৰি ঠাই দিয়ক, এটি বহাকে থাকোঁ। পাচে পূবৰ হাটীমূৰে বৰ হাতীয়ে মাউতে লুকুৱা গাত আছিল হটিয়াই মাটি তোলা। তাতে দিলে বোলে ঠাই যে নাই আতে কৰা, পুতি। তাতে মহা শ্ৰম কৈ বৃন্দ পেলাই পুতি সাজিলে বহা, হ'ল। চাঙ্গ চিলিঙ্গা ওটা শোৱা চাঙ্গ, খৰি চাঙ্গ, তিনি পক্ষে কৰি, লবলৈ মাহ, চাউল, লাক কৈ ভক্তে সমে গুৰুজনক নিছে। গৈ নাম কীৰ্ত্তনকৈ আশীৰ্ব্বাদ দি খাই গুৰুজনে বোলে গোপাল, নগৃহত বসাইচানি, দখিনা দিব নলাগে? বোলে বাপ, দেহকে আপুনাৰ চৰণত অৰ্পিছোঁ, লাগে। বোলে এই বহাটিকে দিয়া। বোলে মোৰ কি ভাগ্য হস্তৰ কৃত্যৰ, দিছোঁ বাপ। আমাক এফেৰি ঠাই আজ্ঞা কৰক বোলে সেই পছিম হাটিৰ মূৰেই সাজা। চায়, বৰ গাত, সেই বহাটিৰ ঠাই। গুৰু বৃদ্ধ, সাজিব নুৱাৰে, তাৰাকে দিলে। আতা তুনাই বৃন্দ পেলাই পুতি কাঠ বাঁহ আনি মহা পৰিশ্ৰম কৈ একমাহে চাঙ্গ চিলিঙ্গা, ওটা দি বহা কৈলে, হ'ল। আকৌ চাউল মাহ কৈ গুৰু ভক্ত নি বসালে গৈ। হৰি গুণ গাই আশঙ্কা কৈ বিসৰ্জ্জি গুৰুজনে বোলে গোপাল, এতিয়া তুমি নগৃহে বহাইছা, গুৰু দক্ষিণা দিয়া যক। বোলে বাপ, ই—কাঠ, বাঁহ, দুই বৰ্ষে পচিব, ছিগিব, খাব উই, মাটিএ, অনিত্য। যদি নিত্য লাগিল, অছেদ, অভেদ,

অভগন হ'ল। মোৰনো কি নহ'ল! দিলো প্ৰভু, আমাক এফেৰি ঠাই দিয়ক। বোলে সম সজ ঠাই। সেই দেখি হাটীৰে মূৰে গাতটো পুতি কৰাগৈ। সেই বহাটি ৰাখি বাত বৃষ্টি গধূলি হলে ঠাকুৰ আতা বৈ চাউল সিজায়। তাতে চিৰাম অতাই নিতে আহি জাপি লাঠি থৈ বহি জিৰাইহে গুৰু ঠাই যায়। তেহে আতা পুতি কাঠ বাহ আনি পুনৰ বহা সাজিলে চব্বিশ দিনে চাঙ্গ ওটা চিলিঙ্গা কৈ। চাউল মাহ কল চপাই পুনচ গুৰু ভক্তক নি বসালেগৈ বহি ঘোষা কীৰ্ত্তন গাই। আশীৰ্ব্বাদ কৈ গুৰুজনে বোলে গোপাল তুমি অতে থকা, তোমাৰ ভক্তি ধৰ্ম্মে শ্ৰী যশে চন্দ্ৰ সূৰ্য্য প্ৰকাশ কৰা দি নদী বোৱাদি জগত জুৰি ৰব জলিব। এই বৰ দি আতাক আদিশে ভক্তে সমে গুৰুজন। তাতে আতা পাতিলা জুৰিছে। তেলে জলে বহাই কলহ চুলেহি। চিৰাম আতা দেখি বোলে গোপাল, পাগ পাত্ৰ দূৰ কৰা পানী বহাই চুলে সজ, তৈল দি চুলে ফুৰা হয়। কলহ পাতিলা তেহে গুচাই স্নান কৈ পুনৰ জুৰি ভোজন কৰিছে।

গুৰুজনৰ আশীৰ্ব্বাদ

আৰু এদিন গুৰুজনে আতাক চিৰা দুগ্ধ দিলে নি সজকৈ। উভতি যাই থৈ নাম গাবলৈ আহিল। গাই পাঠ মেলাতে গ'ল উঠি। গৈ চিৰা আগে লৈ খেদ কৰিছে মনত, বোলে ঐ দুৰ্জ্জন পামৰ মন, জন্মি পাঁচ বৰ্ষ বোধ হবতে তোৰে সঙ্গে ত লহে এই খিনি কাল ফুইলোঁ নেৰি। আজি মোক চিৰাত লাগি একেতিলে এৰিলি তই। আৰু তোৰে হৰি গুণ গাই চিন্তি গুৰু সঙ্গে মই সাৰিম, ই কথা দুৰ্ল্লভ। এতেকে আজি তোৰ লগ এৰিলো আৰু প্ৰকৃতি উদৰে একে লগে জন্ম। এতেকে সম্বন্ধে ভাতৃ সোদৰ হৈ নৰ্কত পেলাই মাৰ? তই কি মোৰ? বাৰু আহি লাগিছ যে, মই হাতে তুলি নিদিঞ, খাচোঁ। এই বুলি নেখাই পেলালে নি।

আতাৰ লোভ ত্যাগ

আৰু এদিন বস্ত্ৰত আলাধু পৈল। গুৰুজনে টোকৰ মাৰি গুচালে। আতা দেখি প্ৰাৰ্থনাকৈ বোলে বাপ, ই কি বস্ত্ৰ? তেহে গুৰুজনে প্ৰশংসাকৈ বোলে আনে দধিৰহে ঘৃত উলিয়ায়, গোপালে ঘৃততে অমৃত বাচে, কি সুজান বুদ্ধি! বোলে এ বস্ত্ৰই শুদ্ধ শুক্ল শুক ধৰ্ম্ম, আলাধু অবিদ্যা, পঞ্চপৰ্ব্বা পাপ, পঞ্চ ততে পাঁচ আঙ্গুলি অনুৰাগে নখ, খেদ গুৰু বাক্যে টোকৰ, ফুমোহোৰ জ্ঞান কৰ্ম্ম চেকা লাগে আয়াযাত।

আৰু হাজোতে গৃহ ঐচুত গুৰুৰ। শান্তিপুৰত পঢ়িবলৈ যায়। চিৰাম আতা বাটে পাই সুধিলে, বোলে বামুণ বেটা কলৈ যা? বোলে নদীয়া শান্তিপুৰে পঢ়োঁগৈ। আতা বোলে মহাপুৰুষ গুৰু যি পঢ়াব, ভাটিত কি পঢ়িবিগৈ? বোলে তেনো থাকোএ নিয়া যক। বহুগণৰ জলভৰতক পাই হোন্নাদি আতাৰ সম্পৰ্কে বিপ্ৰৰ পাপ দূৰ হ'ল। আনি গুৰুজনক ভেটাই দিলেনি। গুৰু মহাপুৰুষক গুৰু বোলাই পঢ়াই শুনাই সদাচাৰ নীতি দেখাই দেউৰি পাতিলে। সেই আতা বহাটিকে দি ঠাকুৰ আতালৈ ৰখা গোপাল আতা সজা। অচ্যুত গুৰুৰ ধৰ্ম-ধৰা কথা

আৰু এদিন বৈশাখ মহা বৰ বৃষ্টি। চিৰাম আতা শুধিলৈ গৈ দেখে বিল মুৰে নিশা উঠি গোটে উলুৱনি হৈছে মাছ। আতা দুও হাতে চুৰিয়াত নি বৰ বিলত মেলিছে নি। দুপৰ হ'ল গৈ উৰু ঠাহি কৰৈ মাছে ৰঙা হ'ল। এটি মৈল খচাত। গৈ স্নান গুৰু সেৱাকৈ গুৰুজনত অপৰাধ মাগিছেনি। বোলে শ্ৰীৰাম দহো নামত নাই, কলৈনো গৈছিলা? বোলে বাপ, ব্ৰহ্মজীৱৰ দুখ দেখি বেলা হ'ল। পাচে গুৰু সেইটি বেহাৰে সৈতে বটাই সবাকে দিয়াইছে। বোলে শ্ৰীৰাম, যিটোৰেহ জীয়ালা সেএহে মৈল। এইটিহে জীলে। পাবত পলম, গাঁঠি তল, গাত গাজে, পোখায়। এ মোৰ

বন্ধু সবে একশৰ্ন হৈ হৰিগুণ গাইছে। নামৰ মূৰ্ত্তি সাকৰা ভূমি পৈলে গাজি পাত মেলে, তোম্রা নিগুণা ভাগ কলিযুগতো নেৰা। গোপাল আতা বুলিও কয় কতমুখে।

অক বজ্ৰঙ্গি আএ আতাক গালি পাৰে মোক এৰিলি বুলি। গুৰুজনকো অসূয়াকৈ অনেকে বাক্য বচন বোলে, মোৰ একেটি ছৱা, কিবাকৈ উলমুলাই বলিয়াকৈ বুকতে নি ঘৰ ভাঙিলে; এনেহে মহন্তে! আতা গুৰু নিন্দা শুনি কাণ তালি গুচি আছে নেচায়, নেযায়, নেমাতে নেখাইও। তেওঁ আছি বহাতে কোপে বুলি যায়হি দুই চাই দিনে। একো উপায় নপাই আতা এদিন কলে গুৰুজনত, বাপ মাৰিব সপিবও নপাৰি মাতৃ, মোক বোলাকে পাৰোঁ আপুনাক, ধৰাত উপায় নেপাঞ। তেহে গুৰুজনে বোলে তুমি গৈ দুদিনমান গৃহে বৈ গুছুৰি কণ্ঠা খন্তা, মৰা পখা, লাউ পাটি যতাই কৰা লোকত পছিমে যাওঁগৈ বুলি। পাচে গৈ গোটাই কৈছে গঙ্গা জগন্নাথ গৈ নাহোঞ আৰু। আএ শুনি বিহ্বল বিশ্রুতি হৈ গুৰুজনত কৈ দণ্ডৱতে পৰি বোলে বাপ, লৰাটি বৰাগী হৈ যায় গুচি গঙ্গালৈ, ৰখা যক। অতে থাকিলে তেও দেখিম চকুটে। গুৰু বোলে বুৰী, তই হমু আমাক অসূয়াকৈ সপ, মই কেনেকৈ ৰাখিম? মোৰ কথাত ৰব কেলৈ পুতেৰ? বোলে বাপ, আজিতে একো নোবোলোঁ আৰু, ৰাখক। আপুনাৰ কথা লৈ ৰব। বোলে বাৰু যাগৈ কৈ চাঞ, গল। তাৰে পৰা এৰিলে। মহাভক্ত হল আই।

আৰু পূৰ্ব্বে বাৰে-ভূঞাৰ সভা পণ্ডিত মৰা দলৈ গৃহ। উপৰি পিতামহ হৰেশ্বৰ, তানে পুত্ৰ নৰেশ্বৰ, তানে বেটা ধনেশ্বৰ, তানে তনয় কাম দত্ত, তানে সুত ৰাম দত্ত, তানে নন্দন দেৱদত্ত, তানে পুত্ৰ হৰ দত্ত, তানে পুত্ৰ হ'ল তিনি— হৰিবৰ, হৰিহৰ, হৰিচৰ্ণ, মূঢ়া ভঙ্গা কুফন হাটে গৃহ, বৰ

বাৰ ভূঞাৰ সভাপণ্ডিত

আঢ্যৱন্ত, সম্পান, ভেৰকুৰি লোক আছিল, নটা ভাণ্ডাৰ। ৰাজাৰ চৰাৰ সভা পণ্ডিত, দিন নিশা থাকিব লাগে। হৰিবৰ আছেগৈ মহাদশা, নির্বান, দশা গণি মৰা জীয়া কব পাৰে। চাই কয় যাক যি, অখণ্ডিত হয়। ধনুশৰত অভ্যাস বৰ দাতিৰ লোক শব্দ ভেদী, ৰাজা গ্ৰহ নক্ষত্ৰ জ্যোতিষত প্ৰমাণ পাই দায়া কৰি হাতী দিছিল। এদিন ৰৰঘৰ টুপে নি চোৱাই বোলে তোৰ কথা বাক বুলি শুনিছোঁ, মই লুকাঞ, মনেৰে চাই খৰ। বোলে মহাৰাজ, আৰ পৰা শৰীৰ পাত হৰগৈ, কব পাৰিম। বোলে তোক কোনে মাৰে চা। তেহে চাই খুটাত—লুকায় কয়। চতি —মাৰলি, ডাং, ফুল চতি, য'তে লুকায় ত'তে কয়। ৰাজা মনে বোলে আৰ আগত সাৰিবৰ উপায় নাই। শত্ৰু পক্ষে হলে এৱে মৰাৰ। আৰু এদিন চাই সানি বহি বোলে মই কি কৈ আহিছোঁ ভিতৰে কচো। দলৈ চাই বোলে মহাৰাজ চাই সানি ধুই আহিছে। আকৌ গৈ কাৰেঙ্গ দি ধোদ সৰকি আহি বোলে এইবাৰ চা। চাই বোলে দেউ ভাগৰ ধোন্দে সৰকি অহা গৈছে। সেদিনাও মনে বোলে আৰ হাত সাৰিবৰ উপায় নাইনে চালোঁ, আপদত পৈলে চাএ দেখাই দিবে। আৰু এদিন নিশা তিনি পৰ মাৰিছে, বৰ ঘৰ কাখে মিঠা আমতে ফেঁচা বৈছে। ৰাজা বৰ চৰালৈ সোধালে বোলে এই ফেঁচাটো কোনে মাৰিব পাৰে ভাল মানুহ পাতিম মই বটা দি আৰাৰ দুৰ্য্যোগ মৃত্যু হৈছেহি-ময়ে পাৰিম বুলি মাইলে শৰ মাতৰ উমান শব্দতে। বোলে কগৈ চক্ষুৱে ডালে শালিছে। পুৱা ডালে সৈতে নিয়াই চাই নাশ্রুত দেখি ত্রাশ হল ভয়ত। বোলে কোনো দ্রব্য নেপালে শত্রুৰে গোট খাই বাজতে মাতৰ উমানেই মাৰিব ই। চাউদাঙ্গক দেনি, বাহগৰা নিয়ক। দিলে, নিলে

কাটিলেগৈ। তেহে বাৰ্ত্তা পাই হৰিহৰ আতা গুৰ এৰি ভাতৃ হৰিচন্দ্ৰক লৈ নিশাই পলাল, অচম দেশে ছমাহ ফুৰি বিৰক্তি বৈৰাগ্য হৈ; ই ৰাজ্য এৰি কামৰূপে গুৰুজনৰ বাৰ্ত্তা শুনি যাবৰ চিত্ত হ'ল। সেই লগে লাই অঠিয়া শ্ৰীহৰি, আদহলীয়া যদুমণি, আৰু কাশী মাৰ্গৰ অনা পশুৰামৰ যামদগ্নি বংশ, নখনা নখনিৰ চাতে গৈ ব্ৰহ্মকুণ্ড স্নানকৈ কাটিদি মাতৃবধ কুঠাৰ এৰাই। তীৰ্থ মাটি পানী সজ থল দেখি বংশক গতি দিবলৈ আনিলে গৈ। আনি হাবুঙ্গতে থৈ বোলে মই চাই ঠিকনা কৈ আহোঁ, তঁহতো জিৰাহাঁক। এই বুলি থৈ গৈ দিহাঙ্গ মুখতে থিতকৈ আহিল নিবলৈ। সিহঁতে মাছ খৰি পানী কৃষি চল পাই খাই গোলে, কৰ তীৰ্থ নেযাঞ যা, দেহ মৈল হাঠোতে। শুনি ৰাগকৈ সাপ দিছে বৰ পশুৰ ঘাচ কটা অচমৰ।

১৫ বছৰত গোপাল পশ্চিম ক্ষেত্ৰলৈ যায়

ঊৰ্দ্ধ পুৰুষ হৰিবৰ, তান পুত্ৰ হৰিধৰ, তনয় ৰামবৰ, তানে নন্দন কৃষ্ণদত্ত, তানে বেটা ধৰ্ম্মাউ, তানে সুত পৰ্ম্মাউ, তানে পুত্ৰ কৰ্ম্মাউ, তানে সুত গোপাল মহা বিৰকত বৈৰাগ্য গৈ সবাকে এৰি পন্ধৰ বৰ্ষতে পশ্চিম ক্ষেত্ৰে গৈছে। চিৰাই মুদৈ নাৱে বৰৰিয়া মুখে দুওজনা গুৰু ভটিয়াই ৰৈছে। তাতে গৈ মুদৈ গোপালো ৰলগৈ দেখি গোপালে লোন এসেৰি দি সেৱাকৈ নাৱত উঠি গ'ল, দৃষ্টি লকে পানী কুঞ্চিত উঠি চাই গৈছে গুৰুজনলৈ। তেহে গুৰুজনে ছোট আতাক বোলে এই জীৱটি তোমাৰ দিনত চাপিব। পাচে গৈ বাৰ বৰ্ষ অনেক তীৰ্থ ক্ষেত্ৰ কৰি উজাই পাইছিল হি। আতাক লগ পাই গৈছে। সলিয়া, নাৰায়ণ, লাইঅঠীয়া শ্ৰীহৰি, এই দুওজন গৈ বিচুনাথৰ হেৰাই বামুণ গৃহে লগ হৈ গৈছে। গুৰুজন পাশলৈ। গৈ হাজোতে সোমাল কেউজন। হৰিহৰ আতা বোলে আমি আহিছোঁ গুৰুজন ঠাইলৈ, আত কি

কাম ? এই বুলি অচ্যুত গুৰু বৈনী ভতে বলগৈ। পাচ দিনা আৰা সব কেউজন গৈ সুন্দৰীতে গুৰুজনক পাই ধৰ্ম্মলভি আছে ॥ * ॥ গোপাল যদুমনিক গুৰুজনে দুখানি বস্ত্র দিলে আচু, ফুটুকীৰে। গোপাল খানি চিঙ্গি ললে আচু, যদুমণিএ তেনেই উৰিলে। গুৰুজনে বোলে গোপালে নিৰাশ্রম ভাগৱত ধৰ্ম্ম প্রবৰ্ত্তিব। যদুমণি প্রবৰ্ত্তিব আশ্রম। গোপালৰ অনেক সত্র সভা হব, অনেক জীৱ ধৰিব, মিসল বিভিচাৰে প্রবৰ্ত্তি নাম গাব, কতো যাব খনো ৰব আয়াযাত হব। আদহলীয়া পাচলৈকে নিগুৰ্ণা, ভাগৱতী দুইকো এৰি মাজতে গাব, ঐশ্বৰ্য্য হব জীৱহে ৰব। আতাৰ কথা কলে হাজোতে সোমাইছে বুলি। আতা বাটৰ ভুলে নেপাই অচ্যুত গুৰুৰ বৈণীয়েকক ধৈলে এটি লগ লগাই দিয়া, গুৰু ঠাইলে যাম। তেহে আএ বালক দাছ কমাৰ ঢুসৰিতে থাকে, গৰু কিনিবলৈ আহিছিল, কিনি ভনীয়েকৰ ঘৰে থলে, আএ আতাক তেওঁৰে চাতে দিলে বোলে এই ভকতটি সুন্দৰী দেখাই থবা। সেই চাতে গৈ আতা পাঁচ দিনৰ পাচে গৈছে। তাৰা সবে পথে দেখিএ বোলে আৰাই আমাৰ চাতে অহা, হাজোতে সোমাইছিল, পাইছেহি এতিয়া। আতা সেৱা কৈলে অভয়পদত। গুৰু বোলে তোম্রা ক'ত সোমাইছিলা ? বোলে বাপ বাটৰ ভুলে পাইহে পলম হ'ল, বালকদাছ লগে আছি পাইছোহি, ক'তো সোমোৱা নাই। বোলে আৰা সবে কৈছে দহো হাজোত সোমাইছে বুলি। বোলে বাপ তাৰা সবেহে সোমাইছিল, আমি অচ্যুত গুৰু ভণীয়েকৰ ত'তহে সোমাইছিলোঁ। এতিয়া আহিছোঁ লগ বিচাৰি। শুনি গুৰুজনে তাৰা সবক খঙ্গিছে কথাৰ দোচোৰা পাই। গুৰু বোলে আৰা সবক তুমি চিনানে ? বোলে বাপ নিচিনোঁ। জীৱ পৰমাত্মা চিনা হ'লে

ধৰ্ম্মধৰে

গোপাল আৰু যদুমণিৰ ভিন ভিন পথ

এৰা এৰি হুঞ্চ কেলৈ ? বোলে দহো একেলগে আহিছিলো বুলি কৈছে। বোলে বাপ আদিৰ নহয়, হোৱা হলে একে চাতে হে সেৱা কৰিবলৈ পালো হতে। এ হাটে, বাটে, ঘাটে, অনেক জীৱ একত্ৰ হই বেহাই দিশা দিশি যায়, পাৰ হৈও যায় তেনেহে তাৰা সব আমাৰ। আতাৰ কথাতে গুৰু জনৰ বেথা লাগিল। বোলে যোৱা স্নানকৈ আহা গৈ। পাচত গুৰু বোলে চিৰাম যোৱাচো, কেনে দৰকৰ চোৱাগৈ লোকজনৰ। আতা গৈ দূৰতে চাইছে হাত পাও ধোঁতেই চাই দণ্ড হ'ল। আহি বোলে বাপ বৰ বিচক্ষণা লোক, বৰ সদাচাৰী, আৰু কানি কন্থা চৰ লুইতাতে উতালে। আতা আহি পালত মহাপুৰুষক গুৰু বোলালে! তেহে দুগ্ধচিৰা ভোজন কৰাই গোপাল আতাৰ বহাতে ঠাই দিছে। বোলে চিৰাম আমাৰ ভোজনৰ সম্ভাৰ দি থাকিবা, আৰু বৰ দায়া কৰিবা। কই সাৰ দিয়া অল্পতে ভুঞ্জিবলৈ হব। অৰ্জ্জা ফল্গ সজ। পৰম শ্ৰদ্ধাকৈ আতা সুধিছে গুৰু বাক্যে।

হৰিচনে একটি কন্যা বিহাকৈ আশ্ৰমী হ'ল। তাৰে এটি দুহিতৃ হ'ল। অল্পতে পত্নী চলিল। তানে পুত্ৰ হৰিবাৰ, তানে হস্তে বামুদি, হাতিমূৰা, চিলা, বইনাকুচি, খেতৃ, সোৰ এই ছখান সত্ৰ হ'ল। গোপাল আতাৰ বহাতে আতা আছে মাহচাৰি। ঠেক পাই আকৌ উতৰ হাটীৰ মুৰে এটি বহাকৈ তাল'কে গল হৰিহৰ আতাক দি।

হৰিবৰৰ পৰা পাঁচ সত্ৰ

আৰু এদিন গুৰুজনে বোলে, গোপাল, তুমি আমাৰ অতেতৈ সদায় থাকা, দহো একো নোসোধা? বোলে বাপ সাগৰ তীৰে যি লোক থাকে নিবাস কৈ সি কি বোলে সাগৰক জোৱাৰা উঠক বুলিলে বা উঠিব কিয় ? সমুদ্ৰৰ যি বেলাৰ জোৱাৰ আপুনি উঠে, পায়। গুৰু বোলে অ গোপাল, বাক দৃষ্টান্ত দিলা, আমাক পাতিলা

সাগৰ, তুমি হ'লা নিবাসী। আতা বোলে বাপ, কি মই কৰিবৰ? মন চলে জনো তোমাৰ মায়া চল পাই অন্ধকৈ মাৰে কি এগুনি গাম্ভি আছোঁ। তেহে গুৰুজনে বোলে গোপাল কৰা কৃষ্ণদেউ গোপীসবক বুলিছে মোৰ গুৰুজনে দি গৈছে দশমত—

"মোতেসে একান্ত চিত্ত যাৰ
তাৰ নকৰে কামে অনৰ্থ,
নিচয়ে জানিবা যেন ভজা ধান,
গাজিবে সুহি সামাৰ্থ।"

এ তোমাৰ কি কৰিব বিষএ, কৰা যক। পাচে আতাগৈ দুই টকাৰ মাটিলৈ গৃহ বাৰি কৰি এটি কন্যা নি বহা কৈলে হাউৰা কায়থৰ গৃহৰ কালজাৰনৈ ভবানীপুৰ গ্ৰাম, হাটৰ কাখে দুই এক দিনে গুৰু ঠাই আহি গৈ থাকে।

আৰু বংশীগোপাল আঠ্ৰে বৰ্ষ গুৰুজনৰ সঙ্গে হৰিগুণ গাই আছে। এদিন গোপালে জগত গুৰু পত্নী মাতৃ আছে, হৰি গৃহত নাম খানি খতি গাই। ত'তে তোম্ৰা মাহ চাৰেক থাকাগৈ। তেহে গুৰু বাক্যে বিপ্ৰে গৈ পাঁচ বৰ্ষ গোসানীৰ পৰিচৰ্য্যা কৈআছে। এঘৰ বৰ্ষত খাটনি ধৈলে, ঘাহ কাটিবলৈ। বংশৰ বৃদ্ধ সৱত সুধিলে বোলে আমাৰ কুচিত খাটনি দুখময় কিয় হ'ল? বোলে পশুৰামৰ শাপে বাক্য নকৰাত অচমৰ বেগাৰ প্ৰাকৃত্য হলুহঁক। শুনি বিৰকত বৈৰাগ্য হৈ ব্ৰহ্মকুণ্ডে গৈ স্নান পানকৈ পচিম ক্ষেত্ৰে বাৰ বৰ্ষ সবে তীৰ্থ বেৰাই মৎস্য মাংস এৰি ধৰ্ম্ম ধৰিছেহি। বংশীগোপাল

তেহে গোসানীএ গুধৰ্ম্মত যতী, ব্ৰহ্মচাৰী, সন্ন্যাসী নাই দেখি ছদ্মকৈ বলৈ মৎস্য বটি খুৱাইছে। এদিন আএ বোলে বিপ্ৰ, মাছ মাংস খাইও হৰি ভক্তি কৈলে হানি নপৰে। মোৰ গোঁসাইৰ ধৰ্ম্মত ব্ৰহ্মচৰ্য্য, সন্ন্যাস নাই, মৎস্য খোৱা। গুৰুধৰ্ম্মত আহাৰ বিচাৰ

বোলে মাতৃ এঘৰে বৰ্ষতে মাছ, শশু, পক্ষী, তৈল, গুৱা, খৰে এৰিলোঁ, আমিষৰ ঘ্ৰাণকে লব নৱাবোঁ, নেখাই সজ হ'ল। বোলে দহো আজি এপক্ষো মাহ বেহাৰ বটন কৈ খুৱাইছোঁ একা? তৈহে অনুক্ৰমে খাই-সজ হ'ল গোসানীৰ বাক্যে। আৰু ৰান্ধনি গৃহতে চৰু দিছিল। চাউল, শাক, মাছ, তৈল, লোন, খৰে সবাকে গোসানীএ থয়। বিপ্ৰে জালহে দিয়ে গৈ। ভকুক ভোজন কৰাঞতে তেওঁ ৰান্ধি শাৰীতে পাতলৈ খায়। আএ অন্ন, আস্থা দিঞতে হাত দাদে, দিএ বুলি। আএ বোলে বিপ্ৰ, পূৰ্ব্বাপৰ চাবা, পূৱ মুখে ষাৱা' এ আমাৰ গোসাই ধৰ্ম্মত বেদ ৰাখি গৈছে, উলজ্বিৱ নেপায়। বাৰ গুচানে চৰু চোএ। বোলে মাতৃ, ইচ্ছা যায়, তবু হস্তৰ দ্ৰব্য অমৃত প্ৰায়, দেৱ যোগ্য এ আমাৰ এই গুনেহে কালি আজিন্ন হ'ল। তেহে আত্ৰ পৰমান সিজাই ভোজন কৰাইছে। পাচে গুৰুজনে গোপাল, যদুমনি দুইকো বোলে অচম ৰাজ্য খানত গুৰুজন ভটিয়াতে ধৰ্ম্মবস্তু লোপ হৈ আছে, মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেউ কৈ গৈছে ধুৱাহটা বেল গাছে মদন গোপাল মূৰ্ত্তি আছে, লৈ তুত্ত বিপ্ৰ গুৰু ধৰ্ম্ম প্ৰচাৰ কৰাগৈ। কিবা জীৱ লাগি সাৰেই। এইৰূপে আজ্ঞা কৈ উজাই পঠালে।

মদনগোপাল মূৰ্ত্তি

আৰু বুঢ়া আতাৰ উপৰি বংশ নিবাস খনা খোবাৰা পুখুৰী পাৰে চিৰাই বৰুৱাৰ গৃহ বুলিছিল, তানে পুত্ৰ বিৰাই, তানে বেটা বিবিঞ্চি, তানে নন্দন বিৰচন, তানে সুত বিৰপাক্ষ, তানে পুত্ৰ বিৰসাদ, তানে পুত্ৰ গোপাল আতা বৰ আঢ্যৱন্ত এঘৰে প্ৰাণী আছিল, আৰখলা বঙ্গাল মাৰনত দেশত বৰ একাল হৈ সবে প্ৰাণী নৈল, দেশৰো অনেক মৈল, দহ প্ৰাণী হানি পৈল। আতা শাক, কচু চেচোৱা খাই ৰ'ল, যি আছে গঞা গিৰি সিও হিংসা কৰে। তেহে বিৰকত লাগি

বুঢ়াআতাৰ উপৰি পুৰুষ

ই ৰাজ্যতে গৈ কলিবৰতে হমাহ আছিল দুখে কষ্টে, তাৰতে গৈ মিছামুখে ব'ল একবৰ্ষ বাঁহ কাঠৰ বনকৈ প্ৰবৰ্ত্তি। তাৰতে গৈ জলাহত আছিল তেৰ বৰ্ষ বনিজে প্ৰবৰ্ত্তি। তাৰতে ভটিয়াই কাজলিত দুইবৰ্ষ কৃষিকৈ প্ৰবৰ্ত্তিলে. জলে বুৰায়, কষ্ট পায়। কুকৰা পাৰ হৈ ৰবনদী পাতিদৰঙ্গে তিনি মাহ বৈ ৰৰপেটাৰ তান্তি কুচিতে ৰহিচন্ত। তাতে গৃহ বাৰী কৰি শ্ৰীহৰি মড়লৰ দুহিতা শান্তা নামে বিবাহ কৰালে। কতোদিন থাকি তান্তিৰ মৰণ হ'ল। হৈ বঙ্গদেশী চৈতনীয়া মতে নাম মন্ত্ৰলৈ গ্ৰামৰ লোক আঠাৰে জনে সৈতে ৰামায়ণ গাই ফুৰে। আৰা ওজা ফুৰাত কতবা ন-সিদ্ধ পুথি এখনি পাই আওৰাই গাইছে এহেলৈ। এদিন নেঘেৰি বিদ্ধান বিচাৰি গৈ মনথৈ ঠাকুৰ আতাৰ বাটগৃহতে গাইছে। আতা ওলাই বোলে এই হৰি সিদ্ধৰ বাক্যে কি কৈছে, পুথি কি কৰিছে, কোনে। পদ শাস্ত্ৰতো পাৰ্সত যদিবা পণ্ডিত যদিবা, ভকত বিষ্টু গুৰুক অকপটে সেৱা কৰি মানিবেক, এন্তে শ্ৰীকৃষ্ণ, এন্তে মহাহৰি, বোলে কি পুথি, কৰা কোনে শুনে পাঞ্চ; এঠাইত পাই আওৰাই গাইছোঁ। বোলে যাত হন্তে এই পঞ্চভূত নৰতনু নেকাৰে বেহাইছাহি ভাৰত হাট অন্তকালে অপৰে সংসাৰ চকী, ফাট মাৰি যি নৌকাত চৰি যাবা, কাঠ, বাঢ়ে, চাঁচ কুঠাৰে যি নিচিনা, আশ্ৰয় কৰাই ক'ত, ফুৰিছা ক'ত? অ বোলে "অজনৰ আগত সজন বোলাইছা, লোকৰ চাউল লোন খাই? ভাৰত বৰ্ষত যি গাটি মাৰিছে কি কৈ গা সাৰি যায়?" আতা কথা ফকৰা শুনি ত্ৰাস হৈ বোলে বাপ আপুনি অৰ্থ কোৱা যক। আতা বোলে মই জানো কি? লাগে যদি মহাপুৰুষ গুৰু সেই শাস্ত্ৰ কৰা, জনাই আছে সোধাগৈ শুন্দৰীতে, দশ প্ৰকাৰেও কৰ। তেহে সকলো বিৰকত হৈ

মিছামুখ

কুকৰা পাতিদৰঙ্গ টাতিকুচি

গোপালৰ চৈতন্যীয়া মত গ্ৰহণ

বোলে ব'লাহঁক, এতেই যাওঁ। ঠাকুৰ আতা বোলে এনে জমা পাগে গলে লাগ নপায়। বোলে কেনেকৈ গলেনো পায়? বোলে আঠু মুৰে ভুনি, ছুপকীয়া টনা ধৰিয়া চৰৰা এনে ভাৱে গলেহে পায়। তেহে আতা আহি খেদে উপাসে অনিদ্ৰে ব'ল। বিহানে স্নান সন্ধ্যা কৈ আঠাৰে ও জন গ'ল। পাই গুৰুজনক সেৱাকৈ সুধিছে বোলে বাপ, বিশিষ্ট গুৰুৰ কেনে কাৰ্য্য, কাৰখানা ভাও, লক্ষণ? গুৰুজন বোলে কেনেই, তোমাক কৰৰ সকাম? শুনি কৰিবা কি? আতা বোলে বাপ, তাৰাৰ দুই অভয় পাৱতে বিক্ৰই যাম আক। বোলে নিচইনে এয়ে? বোলে নিচই হে প্ৰভু। তেহে গুৰুজনে অনেক প্ৰকাৰে চৰ্চ্চি দেখালে। আতা বোলে বাপ, দহো হৰিসিদ্ধৰ বাক্যে যি কৈছে সকলোখানি আপুনাতে আছে, সন্ত সাধু, মহন্তৰ লক্ষণ, কাৰ্য্য কাৰণ। তোম্ৰাই বিশিষ্ট গুৰু আমাৰ, তোম্ৰাতে নিচই পেল দাস, ভৃত্য কিঙ্কৰ কৈ চৰণে পাই লব লাগে আক গুৰুজনে বোলে তোম্ৰা সবে ফুৰা লোক অনেক ঠাই গুৰু মানি আহিছা আশ্ৰকৈ যদি হে বাৰু আমাত নিচই কৰিছা নজৰ এৰি পেলোৱা তাৰাসৱক। বোলে বাপ এৰিলোঁ আক। বোলে বাৰু নাম ধৰি একোটি আঁক দিয়া। মিলে সবেও। ন ঠাই হ'ল। বোলে এতিয়া ভৰিৰে মাৰাহঁক এৰিলোঁ বুলি। তেহে আন সব উঠিল মাৰিবলৈ। আতা আঠুলৈ এক দৃষ্টান্তৰে কৈছে বোলে বাপ, উত্তম বিশিষ্ট লোকে দৃষ্টি দূৰে গা শুধি কৈ জান পুখুৰীত জল মাটি লৈ আছে বিল পাই সজকৈ লয়, নদী পাই হাত পাৱ ধোএ আহি, সৰোবৰ পাহ আঙ্গচ গা ধোৱে। তাৰতে গৈ গঙ্গা সমুদ্ৰত মূৰ তিয়ায়, এ বাপ, তাৰা সবেও আমাক কিবা অন্য দেব দেবী চোৰ দেখাইছিলনে হৰিকহে

কৈছিল? যি যিমানৰ সমৰ্থ পাত্ৰ দেহত আছিল দেখালে তাকে নদী, পুখুৰী দৰে। যি হেতু আমাৰ নিচাই সংশয় নমৈল নপৈল আপুনি গঙ্গা সমুদ্ৰত স্নান কৰিবলৈ ধৰিছোঁ। এতেকে হাতেৰে মাইলোঁহন্তে বাপ। তেহে গুৰুজনে বোলে গোপাল, তুমিহে আমাক ৰাখিলা, তুমিও ৰ'লা। তাৰা সবৰ লগতে তুমিও উঠা হলে আমি আৰু একো নকৈ চৰা গ'ল হঁতে। আমাকো তেনেকৈ আৰু ঠাইত নমাইলে হঁতে? গোপালেহে সবাকে ৰাখিলে, ৰ'ল। তেহে গৃহৰ পৰিক্ৰিয়াকৈ পঠাইছে। পাচদিনা হৰিচ সাৱধানে গৈ মহাপুৰুষক গুৰু বুলিছে সবেও। গৈ ৰৰপেটাতে আহি গৈ থাকে দুই তিনি দিনে।

চৈতন্যীয়া স্বভ এবি মহাপুৰুষক গুৰু বুলিছে

আৰু এদিন পঢ়িব নজনা বুলি ৰামচৰণে হৰিচৰণ ঠাকুৰক বিগতিকৈ হাঁহিলে। খেদকৈ ঠাকুৰে কান্দিব ধৈলে। তেহে গুৰুজনে ৰামচৰণক সপি কোলে লৈ গা ধুৱাই দুগ্ধ চিৰা খুৱাই শান্তকৈ পঠাইছে।

আৰু এদিন পুৰ্ষোত্তম ঠাকুৰক জলপান কৰাই তেল তামোল ঘহি পাট ভুনি ভাও, চপৰা, দগলা তিলক পিন্ধাই উৰুত বসাই আনন্দে চাই আছে আগ গুৰি। চিৰাম আতা বোল্লে বাপ, খাৰু উস্তি যুৰি হলে অতি শোভন হয়। তেহে গুৰু বিগতিকৈ বোলে উদাসীনৰ চটুৱাই দিয়াবৰ কি মন? পাচদিনা সোনাৰী আনি গঢ়াই দিছে সুবৰ্ণৰ।

গুৰুজনৰ দয়া

আৰু বুঢ়া আতা আঠাৰে জনেৰে যাওঁতে বুঢ়ী লুইতৰ কাষে ন মাটি ভাঙ্গিছে নল খাগৰি মুঢ়া শুকাই আছে। তাৰে সকলো একো বোজা আনি গুৰুজনক দিলে নি। তাৰে অগ্নি তাপকৈ পৰম সন্তোষহৈ বোলে গোপালে যেনেকৈ খৰি আনি আমাক সন্তোষ লভাইছে, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষক লভিবা। এইৰূপে সাতবাৰ বৰ দিছে।

তেহে আতা সবাৰে আলচি বোলে কাঠ খৰি আনোহ'ক। এই বুলি তিনি নাৱঁ ব'ঠালৈ বুৰী লুইতে ওলাই মানহা ভটিয়াই দেখে বৰ এজোপা খৈৰ গাছে' শুকাই আছে। তাকে কাটি ফালি উলিয়াওঁতেই গধূলি হ'ল! হাবি বালাতে নিশা ৰ'ল। তুপৰ মানত বৰ বাত বৃষ্টি আনিলে শিলে দলে। তেহে একো উপায় নপাই বালাতে তিনটা লোৰকৈ নাওঁ তিনিখান উবুৰিয়াই সোমাই ৰ'ল। পুৱা পেলাই ভৰা দি উজাই আহি সুন্দৰী মাঘ নাৱা ঘাটে বৈ খাৰা তুলি কঢ়িয়াই স্নানকৈ গুৰুজনক সেৱা কৰিছে বোলে নিশ্চয় বৃষ্টিত ক'ত আছিলাহঁক? তেহে দুখ বৃত্তান্তৰ কথাকলে সকলোখানি। শুনি খেদকৈ ফলাহাৰ কৰাই সন্তোষ হৈ বিপ্ৰ দামোদৰে কৃষ্ণৰে খৰিলোৰা বৃষ্টি নিশি বঞ্চি গুৰু শুশ্ৰূষাৰ আৰ্হি তুলি বৰ দিছে আতাক। সেৱাকৈ গৈছে বৰপেটালৈ। সেই খৰি চিৰাম আতা ফালি চাউল সিজাবলৈ দিএ, জুও ধৰে। গুৰুজন স্নানকৈ যায়, চিৰাম আতা ঠাই অতাই জুই কাখে ডোখোৰাটো পাৰি চুকত সোমাই থাকে। গুৰু বহি তাতে তাপ কৈলে তেহে ওচৰ চাপি বয়াই দিএ। আৰু

গীত ৰচনা

এদিন গৈ আঠাৰে জনে গীত খেলে বঙ্গদেশী মতে পূৰ্ব্বৰ মতে। তেহে গুৰুজনে গীত কৰি দিছে দুটা ভাঠিয়ালি—

"মোকে কিনা গতি দিলা গোপাল,
তুমি অগতিৰ গতি।
এ ভৱ ভঞ্জণ, তোমাৰ চৰণ
সেবিতে নাকৰোঁ ৰতি ॥"

"সোই দেখু দেখু, সুন্দৰ কানু
খেলায় কদম্বৰ তলে।
কোটি কাম জিনি—"

আৰু এদিন আতা গৈ পোন্ধৰ জনেৰে হৰি কথা

শুনিছে। আৰা তিনি পাচত সেৱা কৈলেগৈ। গুৰুজনে কৃষ্ণ কথা সুৱঁৰি সুধিছে বোলে গোপাল, দেখো আৰা সবে পাচতহে আহিছে, কিয়? বোলে বাপ, তাৰা সবে কিছু কৃষিৰ লখ লৈছে। বোলে আতৈ সব আজিৰ দিবস গ'ল আৰু হুহৰি পায় নিকিন? আয়ুও এই ক্রমে গৈছেহে বিফলে। হৰি কথা হৰি গুণ নামেৰে গ'ল সাফল। কৃষিকৰ যেনকৈ আৰ্জিলে ভুঞ্জিবলৈ পায় ফলে দাবলৈ পায়, হৰিভক্তি আৰ্জিবৰ ঠাই অতেহে। গুৰু, ভূমি; শৰণে বীৰ্য্য বিধান, সঙ্গমাৰ্গে চহোৱা, ঈৰিষা, অসূয়া, নল হেঙ্গেৰা, মৰম প্ৰীতিএ দলি মুৰা জবকা, খেদ অনুৰাগে বায়ু বহ্নি, শ্ৰৱণ, কীৰ্ত্তন বিন্ধা মৈ হিংসা, পৈশূন্য টোকবল বিলৈ কহুৱা স্নেহ শ্ৰদ্ধা নিৰন গচন, চিত্ত বুদ্ধিএ কোৰ খন্তি, মনে নাল, কায় বাক্যে মাল সেৱা সুখ সন্তোষ পকন, কাম ক্ৰোধ লোভ, মহ, ৰৰা, হস্তী, মোহে গান্ধি সঙ্গে দোষ গুৰুত খৰবান নিচত্ৰ কাচিবে দাই, প্ৰেমৰ সূত্ৰ বান্ধি আনি ভক্তি ভণ্ডাৰত থৈ ধৰ্ম্ম অৰ্থ দ্বাৰ, কামমোক্ষ ডাঙ্গ মাৰি থৈ খাই থাকা মহাসুখে। এই খেত নকৰা কিয়? বিনাশী খেতিত লাগি নাম খতি কৰা চায় দেহা মায়াময়ী ভাৰ্য্যা পুত্ৰত লাগি। সেই বেলা গীত কৰিছে জীৱক কৃপাকৈ ভাটিয়ালি— গীত ৰচনা

"কিৰিষি কৰিও আলো মনাই
হৰিৰ চৰণ সেৱাৰ পৰম সুখে"

আৰু লক্ষণ ওজাৰ পিতৃৰ নামে গুৰুজনৰ পিতৃৰ নামে একে, যায়, গুৰুজনে নামে নেকাঢ়ে, তুমি তুমাকৈ মাতে। তাৰা চলিলত পত্নীএ বোলে ওজাক তোৰ পিতাএৰক গুৰুজনে বৰ বেথা কৰিছিল, তই নেযা কিয়? বোলে কি লৈ যাম, হাতে একো নাই? বোলে এটি জাপী সাজি সজকৈ ভৰি নলগাকৈ। তেহে সাজি ধুই লৈ গ'ল

সাৱধানে। দি সেৱা কৈলেগৈ। গুৰু বোলে কিয় আহিছা? বোলে বাপ, এই জাপীটি মাথে লৈনে মনা যাব। গুৰুজনে ভোজন ক্ৰবাই সুধিছে বোলে তই বপতি পাৰনে? বোলে বাপ, মুৱাৰোঁ। তেহে গুৰুজনে একাদশ পুথিতে দেখাই ফলি নিদিয়াকৈএ পঢ়ায়। বিবেকী পঢ়ুৱা হ'ল। দশমৰ পদ আওৰাই লব দিলে। আহিলত ওজা শিকালে। চিৰাম আতা পালী হুই নিতে কীৰ্ত্তন কৰেহি। বৰ চক্ৰবৰ্ত্তী ওজা হ'ল।

দামোদৰ আতৈৰ ধনত্যাগ

আৰু দয়নীয়া দামোদৰ আতৈ দেবী পূজিছিল, বৰনগৰে গৃহ। বৰ আঢ্যৱন্ত আছিল। সকলো মৰিলত গৈ বিৰক্ত হৈ গৃহ বাৰী এৰি মহাপুৰুষক গুৰু বুলি হাটীতে আছেহি। হাতে চাৰিশ টাকা আছিল। গুৰু ভকতক অনেক ভাণ্ডি লগালে, সিধা, লোন, বস্ত্ৰ, ন বস্তী দিলে। দেহতো নিতে একটকা ভাঙ্গি খায়, জুই, খৰি, পাত, শাক, মাছ, তেল লোপ, অন্ন, বস্ত্ৰ, খৰ্চ্চাকৈ দিহে খায়, অৰ বস্তুখানি তত থলেও কৰাটো দিএ। এদিন গুৰুজনে সুধিলে বোলে নিতে তুমি টকাটি ভাঙিহে খোৱা? নহলে এহেলৈ ক'ৰ খাবা? বোলে বাপ, ই দেহনো থাকিব কেই দিন? পশুলকে হৈছে দিন আমাৰ। আৰু আপোনাৰ অভয়পদে অনুগ্ৰহ আজ্ঞা দিবহে লাগে সেইবেলা দিনে বাৰে ওলাই কট পাৰি বহি ভক্ত অনাই জনাই পাঁচ টকি দিলে ভকতলৈ, পাচোটি গুৰুজনলৈ দি সবাকে নমস্কাৰ কৰি ৰাম ৰাম কৈ গ'ল।

শ্ৰীৰামআতাৰ ভোজন হ্ৰাসৰ উপায়

আৰু শ্ৰীৰাম আতা এদোন চাউলৰ অন্ন ভোজন কৰে। এদিন গুৰুজনে লাউ এটি আনি মূৰ কাটি এদোন চাউল ধৰাকৈ শ্ৰীৰাম আতাৰ হাতে দিলে বোলে এই লউটি দিছোঁ, আৰে জোখাকৈ খাবা এই শিলতে নিতে একোটি ঘহা মাৰিবা। সেই ক্ৰমে খাই ঘহিছে। টুটিবৰ উমান

নপালে, পেটাৰো উমান নপালে। কতবা দিনত গৈ একঠাত ৰ'লগৈ। বোলে শ্ৰীৰাম এই জোখে খাবা, নৰহিবা আৰু।

আৰু উদমৰা গ্ৰামৰ পৰা হাৰি গতি আতৈ আছি গুৰু ধৰ্ম্ম ধৰি হাটিতে আছে হৰি গুণ গাই। গৃহে মাতৃ-ভাতৃ জ্যেষ্ঠ সৱ আছে, আঢ্যৱন্ত। বাপেকৰ ভোজ পাতি গুৱাপানে গুৰুজনত জনাই নিলেহি আতৈক। গৈ মাছ, পশু মাৰি জ্ঞাতি মিত্ৰক বন্ধু চপাইদিলে ভোজ। নবীন চাউল, মাছ, শাক কৰি এভাৰি আনি গুৰুজনক সেৱা কৈলেহি। তেহে গুৰু জয়হৰি, শ্ৰীহৰি আতৈক লগেদি বোলে এই চাউল ভাৰি অটব্য হাৰিত থৈ দূৰতে চাই থাকিবা, কি দেখা। গুৰু বাক্যে তিনি তুলি থৈ চাইছে। বৃক্ষত চৰি দেখা এটা তাতে কাক ওলাই কা কা কৈলে। কৰবাতে অসংখ্য কাউৰি ওলাই, নিমিষতে খাই জাতাই উৰি গ'ল। দেখি অদ্ভুত আশ্চৰ্য্য হৈ গুৰুজনত কলে যাই। বোলে কি দেখিলাহঁক? বোলে বাপ এনে আচৰিত দেখা শুনা নাই। কিয়ৱা এনে আশ্চৰ্য্য? বোলে প্ৰথমৰ কাক আবাৰ পিতৃ, ইভোৰ জ্ঞাতি বংশৰ, উপৰি পুৰুষ, পিতৃ পিতামহ সব। বোলে এক দেশত এক ভকত চিলা আছিল। বাৰ্ত্তা শুনি তিনিজন ভকত গৈছে। হাবিত বহি তিনি চোৰ চুৰ কৰিবলৈ আলচ কৰিছে। আৰা সৱক দেখি বোলে আপনাসৱ কলৈ যায়? বোলে আমি এই ভকত চিলাৰ ঘ'লৈ যাও। ঠাৰে চুপে কথা হৈ চোৰে বোলে আমিও যাওঁচো, কেনেনো ভকত চিলা। তাৰে একজন ভকতে বৰ বৰকৈ নাম লয়, একজনে মধ্যমকৈ লয়, একজনে মনে মনে লয়। লৈ গৈ পালেগৈ। দেখি আথে বেথে আসন দিলে, সিহঁত তিনিক খেৰ কুটা দিলে, বহিল ছও জন, তেহে লাহেকৈ লোৱা জনক ঠাই ৰচি দোৱা ভজা

হৰিগতিৰ উপৰিপুৰুষ কাউৰি

ভকতচিলাৰ আখ্যান ভকতৰ পৰিচয় সংগ্ৰহৰ মাহাত্ম্য

চিৰা, পগা গাখীৰ, চেনী, শৰাই তুলি হেও পাত উপৰে দি সজাই দিলে, মধ্যম কৈ লোৱা জনক মথা চিৰা দৈ গাখীৰ পাত দি দিলে, ৰৰকৈ লোৱা জনক চাউল গুৰা মাটিতে দিলে পাতেৰে। সি তিনিক মলা ভোজে পাত দি ঢাকি এটাত তুহ গুৰি, এটাত কঠাল পাত, এটাত খুদ কণ দি লোটা চৰিয়া দিলে। তাৰা হুএ চাই দেখি সুধিলে, বোলে আমি হুজন লোক একেলগে আছিহোঁ, হুয়ক হুটা তাৰে দিহা দহোঁ জলপান, কিয় এইখানি, আৰ অষয় ? বোলে আপুনি যি ৰৰ উচ্চ কৈ নাম লৈহা গোঁসাই তোমাৰ চিত্তত ব্ৰহ্মাণ্ডৰ বাহিৰে আছেগৈ, হৃদিত দেখিলে এমান আৰ্ত্ত নহয়, পলয়ে হৰগৈ ব্যক্ত। আৰা যি মধ্যমকৈ লৈছে চক্মক্কৈ কতো দেখে, ক্ৰমেহে ৰেকত হৰগৈ। আৰা একা হৃদিপদ্মত খিতকৈ দেখি পৰম আনন্দে পদ পঙ্কজৰ যশ ৰস চুম্পিছে, নাসে নাম। আৰা তিনিএ একে এও আছিল পূৰ্ব্বজন্মে গুৰুৰ, এই জন্মেও চোৰ বৃত্তিকৈ ফুৰিছে, পাপময় বিষ্ঠা দ্ৰব্য আনি শোধনকৈ ভাৰ্য্যাপুত্ৰ পুহিছে, এৰা আকা সিজন্মে ছাগ আছিল, এত্তিয়া মনুষ্য তনু পায়ো আৰ গৃহে তাৰ ৰাখীএ লুপ লুপাই লুজলুজাই ফুৰে, যতে যেই পাই আনে, আৰ কথা তাত কয়, ঈৰ্ষা, অসূয়া লগাই ভজাই, শিশ্ন, উদৰ অৰ্থে ফুৰিব ইহ পৰ জন্মে সংসাৰত ভ্ৰমি যোনি চেপাত ৰাগৰি। এৰা একা পৰজন্মত ৰালি চাহিতে ৰাগৰি ভ্ৰমি হৃষ্টীলৈ বিৰালত্বে এই দেহটি পাইছেহি। অহিকতো সেই বৃত্তি এৰা নাই, মিচা, বেশ্যা, নিন্দাবাদ, কুল, ক্ৰিয়া, পেহী মাহী, নেৰাচি চোৰা চৰ্ক লুটুকি বেৰাই ভাৰ্য্যা, পুত্ৰ দেহ জীহে' মৰিও এই বৃত্তিতেহে বেৰাৰ। পুণ্য ধৰ্ম্ম লেশ অৰ্জ্জা নাই, গৰ্ভবাস নৰ্ক, যোণী চেপা খাই সংসাৰত মহাপ্ৰলয়লকে ফেৰাৰ।

এতেকে ছয়কে যাৰ যি যোগ্য পাত্ৰ বৃত্তি তাকে চাই দিয়া হৈছে। শুনি চোৰ ভকত অদ্ভূত আচৰিত হৈ ভকতেও উপকাৰী আগুণীয়াকৈ হৃদিপদ্মে পাই ভক্তি সংসাৰ সাৰিল। চোৰেও বোলে আমাৰ মনৰ বৃত্তি বুজিলে দুও জন্মৰ হএ। এই বুলি সব এৰি সন্তৰ সম্পৰ্কে শুদ্ধ হৈ সাধু সঙ্গ লৈ হৰিৰ ভক্তি কৰি হৰি গুণ গাই সংসাৰ তৰিল। এ তোম্ৰা সবে মন শাস্ত্ৰ তলে নাম লৈছা হয়, এই নামে বাসনা লাগি ভক্তি, মুক্তি, দিব, ভকতি দুৰ্ল্লভ, সেই বেলা ঘোষা মাতিছে গুৰুজনে—

"যদি ভব ভয় ভঙ্গ মনে ইচা কৰা ভাই,
সদা সাধু সঙ্গ কৰা সাৰ।
একক্ষণ মানে মাত্ৰ, কেৱল সাধুৰ সঙ্গে
হোএ নাৱ ভৱ তৰিবাৰ॥"

আৰু কৃষ্ণদেৱ কৈছে উদ্ধৱত—একাদশত মোৰ মহাপুৰুষ গুৰু দিছে :—

"যিটো মহাপাপ কৰি অকস্মিতে বোলে হৰি,
সিও শুদ্ধ হোৱে কোন চিত্ৰ!
ভাগৱত শাস্ত্ৰ কয়, তাৰ যিটো সঙ্গ লয়,
সিও হোৱে পৰম পবিত্ৰ॥"

এ চোৰেও আশ্ৰয় গভাইত নহলে নধৰিলে চুৰ কৰিব নোৱাৰে গৃহস্থৰ, গৃহতেও ৰিপুৰা আগুণীয়া নহলে ধৰিব নোৱাৰে চোৰক। এ মোৰ গুৰু ধৰ্ম্মৰো এই আৰ্হি, হৰি ভক্তিৰ, পিতৃ মাতৃৰ সংযোগে যেনেকৈ জীৱৰ জন্ম জাত হয়, উপকাৰী আগুণীয়া হন্তেহে হৰি ভক্তি উদ্ভৱ জাত, গাৱত যে ভকত জাতি সেৱা কৈলাগৈ গীতাত অৰ্জ্জুনত কৈছে কৃষ্ণে সংসাৰী সহস্ৰক দিলে খুৱালে যি ধৰ্ম্ম হয় পায়, ভক্তিপৰ এজনক দিলে খুৱালেই হয়। আত ভকত

নপালা গুৰু ভকত আপুনি কি বস্তু আশ্রয়, আপুনি কৈ নিচিনা নুবুজা, ভকত হৈছাহি। শুনি আতৈ সবে খেদ জন্মি আশ্রয় আপুণীয়াকৈ বুজি হৰি ভক্তি নাম ধৈলে, পাচে তাৰা গৈ চাউল, মাছ, পছু লোন, তেল, আনি আনি সিধা দিছেহি।

শ্রীৰাম আতাৰ ভিক্ষাগ্ৰহণ গুৰুজনৰ শিক্ষাৰ আৰ্হি

আৰু এদিন শ্ৰীৰাম আতা ভিক্ষালৈ গৈছিল, নেপালে। গুৰুজনে দেখি বোলে একো নেপালানে, দহোঁ নগৰে আহিলা? বোলে বাপ এই খিতে বৰকোচ বোলে এঘৰ মানুহ আছে সেয়ে দলিয়ায়, ফৰমুটিয়ায়, গুচি আহিলো। বোলে আকৌ যোৱা। দলি ফৰমুটি মাইলে লৈ আহিবা। আতা গল, দেখি ঢেঁকি থোৰাটো মাৰি পঠালে, কাতি হৈহে এৰাল। লৈ আহি দেখালেনি। গুৰু বোলে ধুই ফালি দ্বাৰে পতি দিয়া একো চলি। দিলে পাচ দিনা বোলে শ্ৰীৰাম, আজিও যোৱা। গ'ল। দেখি চোতালতে বৰ চপৰা মাৰি দিলে। তাকে লৈ দেখালেনি। বোলে গোবৰে সৈতে গুৰি কৈ দিয়া, চাউল সিজৱা ঠাই মচিব ভকতে। আতা কৰি দিলে। পাচ দিনা বোলে নিতে খোদোঁতেও আহে, কি আহে দেইঁক খুদ, কন দুমুঠি মান। তেহে এমুৰীয়া মান বুঢ়ীয়ে খুদি দিলে নি। লৈ আহিল, গুৰি কৰাই গুৰু সবাকে ছুটি চাইটি দিয়ালে। পাচ দিনা বোলে শ্ৰীৰাম আজিও যোৱাচোঁ। গ'ল। দেখিএ পিৰা দি বোলে ক'ৰ পৰানো আহা নিতে? বোলে এই মহাপুৰুষ ঠাইতে আহিছোঁ। বোলে বগাচোঁ, মহাপুৰুষ কেনে চাওঁগৈ। বুৰাৰ মায়াৰ তিনি গুণ বৃত্তি তিমি কাৰ্য্যে ছিগিল। তেহে গৈ আতাৰ পাচতে বহিল হি। গুৰু বোলে শ্ৰীৰাম, আৰা কোন? বোলে বাপ, এৰাকেহে বৰকোছ বোলে। বোলে তৈল উলু দিয়া স্নান কৰকগৈ। দিলে। লৈ ধুই

আহিলত দুগ্ধ চিৰা দিলে। কলে গুৰে অভ্যুদয়কৈ খুৱালে, গুৱা দিলে, খাই বহোতে পঢ়া দেখি বোলে এনে এখান আমাৰ ততো আছে। বোলে আন গৈচো কেনে? আনিলেগৈ। দেখে পাৰ বাঁহত থৈছিল পেৰাড় চাৰি আঙ্গুল মান গুহৈছে। মেলে, দেখে, দিব্য অক্ষৰ ৰত্নাৱলী। মাটি বালিএ পেৰা ধুই থলে। তেহে বুৰা কোছে বোলে হামিও কালৈ হৰণ লমহি। গুৰু বোলে লৰ লাগিলে তোৰ পূৰ্ব্বৰ ৰীতি এৰি গৃহৰ যি আছে দূৰ কৰগৈ। ক্ৰম কৈছে, চৰু কৰাই খলা খাৰ, চতা ভাক্ৰি, মুৰ, বস্ত্ৰ তিয়াই হৰিচে থাকি, আহি চাউল, মাহ, বস্ত্ৰ, গুৱাথৈ শৰণ লৈছে, পুত্ৰ, নাতি, বহাৰী সবেও। তেহে শ্ৰীৰাম আতা প্ৰাৰ্থনা কৈ সুধিছে বোলে হৰি বিমুখীয়া সংসাৰীক অত পুৰুষাৰ্থ কৰিবৰ বাব কি? বোলে এ শ্ৰীৰাম অনাদি পুৰুষে সৃষ্টিকৈ জীৱক বাজকৈ প্ৰকৃতিৰ হাতে দিলে। মহামায়াৰ বায়ুএ পায় সংসাৰ চক্ৰত পৰি ভাৰতবৰ্ষত সিচৰি হ'ল, তিনিও ৰাজ্যত দুৰ্ব্বাসনা দুঃসঙ্গত পৰি পাপমন ধৰি আছে, ধুই লৰ লাগে চিনৰ জীৱ, আত দোষ নাই, আজুৰি অনাত গুণহে আভুৱা যি বস্তু আছে পৰি।

আৰু বৈদপো ৰামৰ ঠা'লৈ বিষ্ণু আতা অহা যোৱাকৈ সদাচাৰে ধৰি আৰ চা'ৰিক বাদে, কেহো জ্যেষ্ঠে, হৰি কনিষ্ঠে, কৃষ্ণ মধ্যম, বিষ্ণু ( সৰু যদুমণি ) চোট এই পাঁচ ভাতৃ গুৰুজনে পাঁচ পাণ্ডৱ বুলিছিল। বাচে দেখি হৰি, কৃষ্ণ দুও বোলে তই ডাল পত্ৰত ধৰিএ বাচ, সাৰ নৌ পাওঁতে। আমি তোকে নেৰাচো মানে এৰিম নে? বৈদপো ৰাম

আতাৰ উপৰি পুৰুষ হিৰণ কাঁজিৰ ঘৰ বুলিছিল। তানে পুত্ৰ বীৰণ কাজি, তানে বেটা আহিৰ্ম্মল কাজি, তানে সুত ধীৰমল কাজি, তানে নন্দন হৰিমল কাজি, তানে পুত্ৰ কৃষ্ণমল কাজি, তানে পুত্ৰ এই পাঁচ ভাত। আতাৰ উপৰি পুৰুষ হিৰণ কাজি

আৰু হৰি কৃষ্ণ এখানি নাওঁ লৈ উজাই আহিল গদাধৰ ওলাই লুইতে পৰি উজাই যুগিৰি ঘোপাতে মানহা সোমাই গৈ জানে গৈ বাউসী দামোদৰ ঠাই খপুৰা পাই নিলে। আন সবকো পাই ভুলাই কৈ নিএ। আৰাতহে শঙ্কৰদেউ ধৰ্ম্ম থৈ গৈছে বুলিকৈ দি থৈ খুৱাই ভকত কৰায়। আৰা দুইকো সেই ৰূপ থৈছে। আৰা দুএ বোলে, আৰা ব্ৰাহ্মণ নে শূদ্ৰ? বোলে ব্ৰাহ্মণ। বোলে দহো শূদ্ৰ জনতহে থৈছে বুলি শুনিছোঁ। ধৰ্ম্ম? তাৰা নো আছে কত? বোলে সেই খিৰা মৰলৰ বৃক্ষৰ গোৰে থাকে। সেই বেগেই গ'ল দুও। দেখে গুৰুজন বহি নাট সূত্ৰ গীত কৰিছে চোৰ ধৰা। পাচতে আঠুলৈ বোলে বাপ, ইবাৰ কলিযুগৰ মহাপাপীৰ গতি আছে নাই? চাই বোলে তোম্ৰা সৱ ক'ৰতে আহা? বোলে বাপ, তোম্ৰাৰ সুগন্ধ যশে জৰি লগাই আনিছে। বেহাৰতে তেৰ দিনে পাইছোঁহি। বোলে কিয় নো আহিছাহঁক? বোলে বাপ, এই তজু পাদ পঙ্কজতে বিক্ৰই যাবলৈ হে আহিছো। বোলে তোম্ৰা সবৰ বা দেহ সম্বন্ধৰ কোন আছে? বোলে বাপ, সকলো আছে। বোলে আমাৰ যি গুৰু ধৰ্ম্ম দেখিছা, পিতা মাতা এৰা ধৰ্ম্ম। তাৰা সবে বা লাগ লয় নলয়? নধৰে যদি এৰিব লাগিব পাৰিবনে? বোলে বাপ, লয়যে লব, নলয় যে এৰিলো আৰু। তেহে দাৰি মূৰ নখ কাটি কমাই হৰিচে থাকি পুৰা মাহ চাউল, বস্ত্ৰদি মহাপুৰুষক গুৰু বুইলে। পাচ দিনা সেৱাকৈ বিদায় কৈলে। এই কলিযুগত গা দোষ দেখোঁতা নাই, সজ লোক দুজন। গুৰুজনে পদ এটা দিছে একদশৰ—

চোৰ ধৰা নাট ৰচনা

হৰিকৃষ্ণৰ মাধৱদেৱত শৰণ

"শ্ৰৱণ মাত্ৰকে এক কৃষ্ণত ভকতি ভৈল,
বিদুৰ কৃতাৰ্থ আতি ভৈলা,
মুনিক প্ৰণাম কৰি হৰিক হৃদয়ে ধৰি,
হস্তিনা পুৰক চলি গৈলা॥"

তেহে হৰি, কৃষ্ণে সুধিলে, বোলে বাপ, আমাৰ গৃহবৰ্ত্তী যদি নধৰে চাৰিমেই তাকে। আৰু যদিহে ধৰে কৰে এই পক্ষেকৰ বাট হাবিলৈ কেনেকৈ আহিব, আনিম? গুৰুজনে বোলে আহিব নালাগে। এই একাদশ শাস্ত্ৰ খানি নিয়া, নিচইকৈ যদি পোৱা আগত থৈ পৰিক্ৰিয়া হৰিচকৈ আমি যি ক্ৰমে গুৰুবাক্য মাতিছোঁ। এইৰূপে হৰি এই মাতিবা। তেহে খোৱা লোৱা কৰিবা লগ-সঙ্গে। বোলে যোৱাগৈ পথে তিনটা ভয় পাবা, হানি নাই। তেহে বেহাৰ কিনি লৈ গৈছে মানহা ভৰাদি ভটিয়াই। মুখে বুগিৰি ঘোপা, এইখিতে চৰ-খৰিয়তে লাগি বুৰাই যেন হৈছিল। তাৰতে গৈ শিলবাগৰা মুখে মুৰাত লাগি বুৰায়হে, ব'ল কথমপি। এবাই বোলে ভায়া কৃষ্ণ, ভাই হৰি, গুৰুজনে তিনটা ভয়ৰ কথা কলে, দুটা গৈছে আৰু ত'ত বা কি হয়? তাৰাৰ ধূলাই ৰাখিলেহে—হয়গৈ। বিজয়পুৰ ওচৰ পাইছেগৈ, গদাধৰ মুখ। তেনেতে পছিমৰ্ত্তে ডাকু বঙ্গালৰ নাওঁ দেখি বিদ্যুত সকাৰে বাইছে লুৰিবলৈ। আৰা দুএ দেখি প্ৰাণৰ কাতৰে বাই গদাধৰ সোমাল গৈ। হাবি গৈ বতি দেখি উভতিল ডাকু। তেহে হৰি, কৃষ্ণ বৰ ভয় পাই বোলে অত দিনৰ বাট, গুৰুজনে কেনেকৈ জানিলে, ভয় পাবা বুলি? তাৰা মনুষ্য নহয়, ঈশ্বৰ অৱতাৰ। এই বুলি গৈ হিলৈ ঘাটে ব'ল, নাওঁ বান্ধি চৈ বহা দি। তাতে থাই বৈ দুদিন আছে, দুঠে ঘ'লৈ। গৃহৰ ভাৰ্য্যা পুত্ৰ আছে, নচায়, নমাতে। সিইতে মাতিবৰ সাহ নেপাই কলিয়া কাজিত বাএক পৰিছিল, দুইবো পত্নী গৈ মাতি আনিলে, বোলে সোধা গৈছোঁ, তায়া সব দুঠে কিয়? আগে দহোঁ যায়, আছে, উঠে, খায় বয়, ইবাৰ কি হল? তেওঁ গৈ বোলে তায়া হৰি, কৃষ্ণ, তোমা সৱ অখিত নে, দুঠায়ে, কি হৈছে নো? পথুকেহে এনেকৈ

গুৰুজনৰ উদাৰতা

থাকে ? বোলে বাই, তেনেহে জানিবা। আমি শুদ্ধমত গুৰুধৰ্ম্ম ধৰি আছিহোঁ গৈ। ইহঁতে যদি নধৰে, নাচৰে বাক্যত, নযাওঁ, যামগৈহে আকৌ। যদিহে ধৰে কৰে যাম, খাম, উঠিম। শুনি তাৰা দুএ বোলে আমাৰ নাক চুলিৰ গৰাকী স্বামী গুৰু ; বাক্যত নৰলেহে চাৰিব পায়। কৰা, আচৰাত দাসী দাস এৰিলে দোষে নপাইনে অনাথৰ ? বোলে এয়ে নিচইনে ? বোলে জল বিনে মৎস্যৰ মৃত্যু, আমাৰো তেনে, আত আৰু নিচই। এতিয়া যাম কিৰূপে ? বোলে নিচইহে কৰিছ যদি দদাকে আজ্ঞা কৰিছে, যাব নালাগে। তেহে চৰু কলহ কৰাই খলা খাব চতা দূৰকৈ বস্ত্ৰ তিয়াই মচাই হৰিচে গৈ মাহ, চাউল, গুৱা, বস্ত্ৰ, বালা অতাই সেই একাদশ আগে থৈ মহাপুৰুষক গুৰু বোলাইছে সবাকে। তেহে ভৰা তুলি উঠি গৈছে। যদুমনিক নোচোএ নেখায় দেখি বিৰকত হৈ গুৰুজনৰ গুণ, শীল, মহিমা শুনি দেৱাই মাজীৰ নাওৰ চুকনি। দি উজাই আহি হাউৰা ঘাতে উঠি গৈ গুৰুজনক সেৱা কৰিছেহি। গুৰু মহা প্ৰেম খেলাৰ শ্ৰীৰাম আতা সৈতে গীত, সূত্ৰ, নাট, কৰিছে ৰাস ঝুমৰা। দেখি বোলে তুমি কৰতে আহা, কোন ? বোলে প্ৰভু বিজয় পুৰতে যে আছিছিল হৰিকৃষ্ণ তাৰা সবৰ চোট ভাতৃ-হওঁ। আপোনাৰ সুগন্ধ যশৰ বায়ু ৰৰশী ৰজু বাসনা ফলত লগাই টানি আনিছে, দুঃসঙ্গ, দুৰ্ব্বাসনা জল পঙ্কৰ মৎস্য পদ্ম অনাদি অভয় পদ পঙ্কজকে আশাকে। তেহে গুৰুজনে সুঠান বুদ্ধি থিৰ মন দেখি সেই দিনাই—মহাপুৰুষক গুৰু বোলাইছে। নীতি সদাচাৰ শ্ৰীৰাম আতা শিকাই গুৰুজনৰ পৰিচৰ্য্যা কৰাকৈ দিছে।

ৰাসঝুমৰা নাট ৰচনা

ৰত্ন ৰশিৰ পৰণ

আৰু উৰ্ব্বশী আপী মহা সাৱধানে ধুতিএ গুৰা ভাজি আনে লোন জালুক বনি দি। মুখ বান্ধি খুন্দি চালি আৱৰণ কৈ

আনি দিএ। যত্নমণিএ এগালি খাই থয় নি। এদিন কলে আইএ বোলে দদা, মই মহা পুৰুষাৰ্থ শ্ৰদ্ধাৱে গুৱাটি আনোঁ। আতা আগে লয়, বয়া লাগে মনত মোৰ। বোলে যত্নমণি হয়নে খোৱা বোলে? বাপ, হয়, হুটিমান চাকোঁ, লোন জালুক হোৱা আছে নাই চাওঁহে, নহলে দিওঁ, আতা কি দোষ? গুৰুজনে বোলে এ যত্নমণি আমালৈ সজহে, ভকতক দিওঁ, এহ্না হয় তাৱা সৱলৈ। তাৰে পৰা নেচাকিলে আৰু। বৰ হোজা লোক। আৰু গুৰুজনে কুটানি মাছ ভোজন কৰে, বাছে, ধোৱে লুতকুতিয়া পুণ্ড বীৰ্য। এদিন শৌচে যাওঁতে এটা অমাৰ্গীত সুধিলে, বোলে মাছৰ বীৰ্য্য কেনেকৈ মৰে? বোলে পানী তপতাই ধোৱাগে। সেইদৰে ধুই থৈছে হোজ৷ মতে। গুৰুজনে চাউল বাঢ়ি আণ্ণা বহাই বোলে মাছ দিয়া, দিলে নি। চাই বোলে মাছ দহো খাচা আজি, কিয়? বোলে বাপ, আজি পানী তপতাই ধুইছোঁ। বোলে কি কৈলা, আমাৰ তোমাৰ বুৰ লাগিল, মাছ চালানি পেলোৱা নি। বোলে এটাই—দহো বোলে সজ। তেহে পেলাই স্নানকৈ গুৰুজনক জল দিছে। স্নানকৈ ভোজন কৈলে। বোলে আন খনলৈ এনে নকৰিবা আৰু। গুৰুজনক কাতল মাছৰ গদা আনি দিএ, তুছ কাঁইতে বিন্ধে, এৰে তেনেই। এদিন বোলে যত্নমণি, কলঠি মৎস্য দিব লাগে সজ। বোলে বাপ, কাটা গলত ধৰে বুলি নিদিওঁ মই। বোলে দিবা, নধৰে, তেহে দিছে।

আৰু বালকদাস কমাৰ বৃত্তি কৰে, গৰ গৰিবলৈ আহিছিল। মানিক ৰৰিয়া কৃষ্ণাই নীতি সদাচাৰ দেখি গুৰুজনৰ গুণশীল, মহিমা শুনি নিচই হ'ল। তেহে আতৈএ আনি গুৰুজনক দিলেহি ভেটাই। গুৰুপৰিক্ৰিয়া হৰিচ কৈ মহা পুৰুষক গুৰু বোলাইছে। বালকদাসৰ শৰণ

ৰঘু আতৈৰ শৰণ

কৃষ্ণ আতৈৰ গৃহ বৰনদী কাষে। তাৰাই আনি ৰঘু আতৈক দিছে। মহাপুৰুষক গুৰু দেখাইছে, গুৰুজনক পৰিক্ৰিয়াকৈ।

আৰু হৰিকৃষ্ণ আতৈএ এটি গৃহকৈ সেই একাদশ শাস্ত্ৰ পাতি আসনত নাম গাইছে। আহিঁ জাত মাত, ভু নেপায়। দুওজনা আহি গুৰুজনত এজন ভকত প্ৰাৰ্থনা কৈলেহি। তেহে গুৰুজনে কমল পাঠকক দিলে। পাচে দুওজনে গুৰুজনৰ আগতে সাৰটি ধৰিছে চুম্বনকৈ কোলে লয়, ধুলা লয়, মাথে লয়, বুকে বান্ধে, কান্দি বিহ্বল ব্যাকুল হ'ল প্ৰেমানন্দে, এনে বৈকুণ্ঠৰ বস্তু "পালো, গুৰুজনে কৃপাকৈ দিছে, মহাভাগ্যে পাইছো"। তেহে সেই বেলা ভক্তি দেখি ঘোষা পটল কৰিছে। —

ঘোষা ৰচনা

"হিয়াৰ মাঝে ..."

"পাপ বিপক্ষক ..."

"মুকুতি সুখক ..."

"আপুন নামৰ মহিমা দেখিয়া...

"হৰি গুণ নাম, ভাবিয়া পুৰুষে ...

আৰু হৰি কৃষ্ণ আতৈএ বিষ্ণু আতাক বাছে, দ্ৰব্যবস্তু নেখায়, নোচোএ, নেমাতে, নচায়। দেখি আতাৰ মহাখেদ লাগি আছিল। জিনৈ মুখতে থিৰাই মাজীক এটকা দি নৌকা ধৰি আহি উজাই মন্দিয়াৰতে উঠি আহি পাই-সেবা কৈলেহি। গুৰুজনে প্ৰথম কাণ্ড ৰামায়ণে কৰিছে।

প্ৰথম কাণ্ড ৰামায়ণ ৰচনা

দেখি বোলে তুমি কোন, ক'ৰতে আতা? দেখি ৰত্নমণি আতৈএ বোলে বাপ, আমাৰ দদা হয়। তেহে গুৰুজনে পূৰ্ব্বৰ ভাগ জীৱ চিনৰ লোক দেখি একো নুসুধিলে। তেতিয়াই মহাপুৰুষক গুৰু বোলালে। বুলি হাটিতে ৰহালৈ ৰহিল। পাচে নাম গাবলৈ নেৰায় এতিয়া। এদিন

গুৰুজনে বোলে দহো নাম লব গাবলৈ নোযোৱা, কিয় ? বোলে বাপ, ভকতসৱ গলে অপৰাধ নিসিজে আমি গলে সিজে হুমু, দোষ হব লাগিলে, গাইনো কৰিম কি ? বোলে সেই অপৰাধেইনো কেনেকৈ খণ্ডে ভকতক সুধি লব নেলাগে ? তেহে আতা চাইটা দৃষ্টান্ত দিছে। বোলে পৃথিবী জুৰি জল আছে, শিৰ বুজি খানিলেহে ওলায়, পায়। পুং নিচিনিলে খালি শ্ৰমহে পায়। আৰু সমস্তে কাষ্ঠত অগ্নি আছে ঘৰিষনা, চেঁচু, চেঁাচ, কাষ্ঠ, টনা টিঙ্গিৰ শিল, তুলা মৰাৰ চাৰি সংযোগত জুই, এনেকৈ কিয় ওলাব ? ভূই বাচক কৃষি খেতিয়কেহে জানে, দ, বাম, চল, বন। দণ্ড, গৰু মানুহ, বিধান, মাটি, বতৰ সংযোগতহে শস্য মূল। আৰু কামধেনু গোটে দুগ্ধময়, যেই বাঞ্ছে ভাকে পায়। ঘাঁহ, পানী, গোহালি, দোৱা টেকেলি বিয়োগে কি পাব ? নাক, কাণ, শিঙ্গ, লাজ খুৰাত দুলে ক'ত পায় ? মহ, ডাহ ঘাঁহ, পানী, সন্তোষকৈ বাট বুজি দুলেহে পায়, খায়। তেহে গুৰু গোধন কামধেনু পৰিচৰ্য্যা কৃত সেৱাত সন্তোষকৈ প্ৰভাও বুঝি দুলে যি জাত দৰিদ্ৰ অচলা হয় বৈকুণ্ঠ পাই জন্ম মৃত্যু সাৰি সেৱা ঘাঁহ পানীৰ বিতুষ্ট হলে দোহাকে লাঠি মাৰি টেকেলি ভাঙ্গে, সংসাৰ নৰ্ক হয় ক্ৰমে।

আৰু এদিন বোলে বাপ, গোসানী মাতৃ ঠাই যাই আছোঁ। গুৰু বোলে নৌ হয় যাবৰ এতিয়া। গুৰুজনে দিছে পাচটা দৃষ্টান্ত।

বোলে বাঘ বৰালিৰ পোনা ধৰি এশ চকুৰিও এটাই খাব পাৰি, বুৰা হলে কাটোতে দা কটাৰিও ভাগে, ছয় সাত কুৰিক ভোজ দিএ। আতৈ বোলে দুটীয়া চন্দ্ৰে গাকে পোহৰাব নোৱাৰে। পাচে ক্ৰমে ষোলকলা পূৰ্ণ হলেগৈ জোনাকত পঢ়িবও পাৰি। আৰু কোটকৰা দাৰ কোমলতে

চিকুটি চিঙ্গে নখেই, পুষ্ট, পুৰষ্ট—বুঢ়া হলেগৈ হস্তীকে বিদাৰণ কৰে। আৰু ভলুকা বাঁহৰ গাজ হস্তে পদে ছুৱা ছলিএ আনে ভাঙ্গি, পুষ্ট বুঢ়া হলেগৈ কুঠাৰকে ভাঙ্গে, চাৰি পাচেহে উলিয়ায় চলে বলেৰে, আৰু বুঢ়ী বাঘৰ ছুৱা পলুৱাই ঘৰচলৈ নিএ বুঢ়া বাঘে কামুৰি মাৰে বুলি ভয়ত, বয়স যৌবন হলে মাকে ৰাও কৰে, সিও কৰে, মাক ৰহিয়া লৰিলেহে সন্তোষ মিলে। আৰু মাকে পশুটো ধৰে কামোৰ মাৰি, মুখতে যদি নিএ কাঢ়ি মাৰিব মুৱাৰে জানি তেহে লগ এৰে মাকেও।

গীতৰচনা আৰু তাৰাৰ কানাই নামে পুত্ৰ এটি জন্মি এশদিন অন্তে মাক চলিল। আতাত বাৰ্ত্তা কলেহি গৈ আতা গুৰুজনত বোলান কৈলে বোলে বাপ, যাবই খোজোঁ ছুৱাটি প্ৰতি-পালন কৰোঁতা নাই। সেই বেলা গীত কৰিছে বিৰক্তি—

পামৰু মনাই কমনে হৰিৰ নাম ৰহল বিচুৰি, কাহা গও পিতা মাতা ···

আৰু দৃষ্টান্তও দিছে তিনটা, বোলে কচ্ছপে কনি পাৰে বাম বালা যোজনত কুৰি হাত জলত উমাই ছমাহত জগে সবেওটি, এটিও ঘোলা নহয়, বগাই গৈ সবটি মাকৰ লগ লয়। আৰু এক সদাগৰে দুই ভাৰ্য্যা থৈ বনিজে গ'ল। এজনীৰ এটি পুত্ৰ হিংসাকৈ সতিনীএকে দূৰকৈ পেলালে নি। মাক প্ৰসূতাৰ বিশ্ৰেষ্টাত ত্ৰান পালে, মৰা বুলি কয়। শিয়ালীএ পাই গাতে থলে নি। তাৰ ছুৱা সৈতে আয়ুৰ মৰণে জীছে আহাৰ পানী তাৰে খাই। বেহাৰতে সদাগৰ পাই বোলে গৰ্ভ কি হ'ল বোলে মৰা পুত্ৰ জন্মিল। সদাগৰ মহা পণ্ডিত জ্যোতিষ গনিতী দেখে দখিন ঢাপৰ চুকতে আছে বেটা। গৈ দেখে শিয়ালীৰ ছুৱা সৈতে ৰ'দ লৈছে। কাছিয়নী এওঁক দেখি গাত সোমালগৈ শিয়ালী ছুৱা

সৈতে। তেহে সদাগৰ গাতৰতে আনি মাহ, হৰিদ্ৰা, পঞ্চ গব্যে স্নান কৰাই প্ৰাচিত কৰাই পঢ়াই লিখাই মহা বিবেগী পঢ়ুৱা হ'ল, পণ্ডিতে মুখ দিব নুৱাৰা, নাম হ'ল শিয়ালকন্দলী, জগত প্ৰখ্যাত। শিয়াল কন্দল

আৰু এক ব্ৰাহ্মণৰ ছৱা থৈ মাও মৃত্যু হ'ল। বামুণে কোলে লৈ বহি আছে। তেনেতে জেঠিৰ কণি এটা চালতে পৰি ভাগিল আগে। তাৰতে ছৱাটি ওলাই কিছু, সতাই লালা বীৰ্য্য খানি খাই লৰি মাখি এটি ধৰি খাই জগাই বাৰে গৈ চালত উঠিল গৈ। দেখি বামুণৰ বিৰকত লাগিল। বোলে আৰু কোনে তুলিব পুহিব? ঈশ্বৰ অংশী জীৱ, ঈশ্বৰে পুহিব, আত লাগি মৰোঁ কেলেই? এই বুলি ছৱাটি শুৱাই তাৰ কানিতে ৰজত সুবৰ্ণ কিছু বান্ধি থয় দ্বাৰ দি। বাৰীতে এটি কোছৰ বুৰী আছে। তাইকে বোলে ছৱা কান্দিলে চাবাগৈ, বুলি গ'ল তীৰ্থ লৈ। কান্দিলত বুৰী চাই গৈ দেখে দ্বাৰ বান্ধি বিপ্ৰ গুচি গ'ল মেলি লৰা লৈ দেখে ৰূপ, সোণ, গাঁথিত। বোলে বামুণ কলুবা গ'লহে বিৰকত হৈ। পাচে বুৰীএ আনি মহাশ্ৰদ্ধাকৈ তুলিলে। সাত বৰ্ষ হৈ গৰু ৰাখিছে। লগৰ পৰা দ্বন্দত বোলে বামুণৰ লৰা হৈ ভালত কোচ হলি। তেহে বিৰকত হৈ বুৰী মাকত সুধিলে গৈ। বোলে মাই, হয়নে, মই হুনু বামুণ লৰাই কোচ হলু। বোলে বাপা হয়। বোলে তই যাচো ব্ৰাহ্মণ পণ্ডিতত সোধগৈ উদ্ধাৰ আছে নাই? যদিহে পাই বোলে, মই ৰূপ সোণ দিওঁ যি পাৰ তত্ত্ব বিচাৰকৈ উদ্ধাৰ হ। তেহে সি গৈ মহন্ত পণ্ডিতত সুধিলে বোলে আছে প্ৰাশ্চিত। আহি উদ্ধাৰ প্ৰাশ্চিত্ত ভোজ সভা দি উপনয়ণ ললে। লৈ ছাত্ৰশালে পঢ়িলেগৈ, ব্যাকৰণ, পুৰাণ, ভাৰত, বেদ, বেদান্ত, ভাগৱত পঢ়ি

মহাপণ্ডিত হৈ আহিল। পাচে ৰাজাৰ পুৰোহিত হ'লগৈ। দুটা ভাৰ্য্যা বিহা কৰাই দিলে, মহ্ গৰু, দাসী, দাস, দি পূৰ্ব্বৰ ভিটিতে গৃহ কৈ দিলে, বৰ আঢ্যৱন্ত হৈ আছে। একদিনা বুৰা বামুণ আহিল তীৰ্থ বেৰাই। বহি বোৱাৰীয়েকক বোলে ৰাজ গুৰু কেহেলৈ গ'ল? বোলে ৰাজাৰ ঠাই গৈছে। বোলে তেওঁ আহিলে কবি এই কঠাল গুৰিতে খানি চাব, কি পায়। বুলিএ গলগৈ। গিৰীয়েক আহিলত কলে। তেহেগৈ খানি পালে কাঁহী, বাটি, লোটা, ৰূপ সোণ, কিছু। বুৰীএ দেখি বোলে এই বৰ কাঁহী বাটি তাহানি বাপেৰৰে দেখোঁ। বাপেৰেহে কৈ গ'ল হি হবলা মগণিয়াটোৱে। তেহে কান্দি কাতি খেদকৈ সকলো দেশ বিচাৰ কৈলে, পালে। তেহে গুৰুজনে বোলে জানিছা বিষ্ণু, তোমাৰ কানাইৰ একো নাই, ঈশ্বৰ পালক আছে। তেওঁত প্ৰয়োজন আমাৰো আছে। প্ৰভুজন বৰ গীত কৰোঁতে গুৰু ভণিতা দিবলৈ গুনি থগিত খাই থাকে খেদ প্ৰেমতে। কানাই আতৈএ মনৰ মন বুজি ভণিতা খানি হত দি নিএ, গুৰুজনে পৰম সন্তোষ পাই

গীতৰচনা সেই বেলাহে গীত কৰিছে—

"গোবিন্দ দুগ্ধ পিউ বোলেৰে যশোৱা।" আৰু গুৰুজনে কানাইক বাৰে বৰ্ষতে অনাই লগতে লৈ শিকাই বুজাই দেখাই, শুনাই, খুৱাই বুৱাই, পঢ়াই, লেখাই, বৰ ভকত পণ্ডিত পাঠেক কৈলে।

আৰু এদিন দশম লেখাইছে, গুৰুজন গৈ পাচে লাহে কৈ দুটি কোব মাইলে। বোহকৈ ভোজন নকৰি পলাই ভগা ডুলিত সোমাই আছে গৈ। গুৰুজন গৈ চাই পাই আনি ভোজন কৰাইছে। তাৰে পৰা বাসনা খণ্ডি নপৈল আৰু দিব্য অক্ষৰ।

বমাইগুৰুৰ সংযম

আৰু এদিন ৰমাই গুৰু বৃদ্ধ, নভাঙ্গনি মাটিৰে গৈ নল খাগৰিৰ মুঢ়া বান্ধি আনে। পাচতে ৰামাচৰণ ঠাকুৰে কাটি দিলে। বান্ধি ললে, আকৌ কাটিলে। বান্ধে কাটে, বান্ধে কাটে, দুপৰ হ'লগৈ। আহি স্নান গুৰু সেৱাকৈ সেৱা কৰিছে গৈ। গুৰু বোলে কলৈ গৈছিলানো? বোলে বাপ, ৰামচৰ্ণে আজি এনে কদৰ্থনা কৈলে। তেহে ৰামচৰ্ণক ৰাগকৈ বোলে মোৰ ভকতকযে বিগতি কৈ জোঙ্কা তোৰ মাৰ নাছে? নকৰ কিয়? তেহে সেই দিনাতে নকৰে আৰু।

সনাতন আতৈৰ প্ৰতি উপদেশ

আৰু সনাতন আতৈৰ হৰিদিয়াতে গৃহ বাৰ, বংশ, গঞা জ্ঞাতি। তালকে দুমাহমান লৈ বিদায় কৈলে, বোলে বাপ, গাটি কাহিল, গাঞতে আহোঁ। তেহে গুৰুজনে দুটা দৃষ্টান্ত দিছে অসতীসঙ্গেন মুনিনাঞ্চ মতিভ্ৰমঃ। একৰাত্ৰি নিবাসেন কাষ্ঠগণ্টা সমগলং দুসঙ্গৰ সঙ্গত সদাশিৱৰ বাহন বিষ্ণুএই তেওঁৰ হল সেই আন ৰব কোন? আৰু ৰামৰ পৃয়ত্তম দিবিদৰ নৰক দুসঙ্গ সঙ্গত পৰি কেনে হ'ল দেখা, আৰু শতধনু মহাৰাজা অভকত দুসঙ্গ পুৰোহিতৰ ধূলাই ছয় জন্ম হ'ল। এতিয়া কলিৰ মলমতি লোক ৰব কোন? ৰাম নাম এৰিলে পাপে আসি বেঢ়ে। এতেকে মহন্ত সবে ৰাম নাম নেৰে। এ আতৈ চাইদিনীয়া নবদেহা আদখানি গলেই, ভাটিবেলাৰ সূৰ্যলগতে পৰি গৈ দুখে কষ্টে সেৱকৰ সঙ্গে গলে নিয়ালে সজ। তেহে আতৈ মন ডাঠৈহে গুৰু বাক্যে ৰল।

দিঙ্গবৈ নাৰায়ণ আতৈৰ প্ৰতি উপদেশ

আৰু দিঙ্গবৈ নাৰায়ণ আতৈ সন্ধিয়া যাবলৈ কলেগৈ, বোলে বাপ, তুলি পচৰা ঠেক, দিনা চাৰেক ফুৰি আহোঁ। তেহে গুৰুজনে গৌতমী সংহিতাৰ এক আৰ্হি কৈছে। বোলে ৰাজাৰ ভাটো সন্তাপৰিয়া পাৰি নিএ। তেহে এক বামুণে পাই এক গামচা দি এটি খুজি ললে।

এক দোমে মাচ দি ললে এটা। বামুনে পঢ়াই মতাই এহেলৈ গীতা সহস্ৰ নাম পঢ়িলেগৈ। দেশ ৰাজ শব্দে ফুটি গ'ল। পাচে ৰাজা শুনি নিয়াই পঢ়াই শুনে বৰ বিশেষ শোভন জাত মাত। সন্তোষ হৈ বোলে মনুষ্য হলে তোক বটা দিলোঁহতে, তই পক্ষী কি কৰিবি, ক'ত পিন্ধিবি, বানৰ নাৰিকল। বোলে মহাৰাজ দিলে পিন্ধিব খাব পাৰোঁ। বোলে কেনেকৈ? বোলে মোৰ গুৰু পিতৃ, ব্ৰাহ্মণেই পঢ়াইছে। তেওঁক দিলেই মই পাওঁ, খাওঁ। তেহে ৰাজা ৰূপ, কাপৰ, মাটি, ব্ৰহ্মত্তৰকৈ দিলে বামুনকে। দি বোলে তোৰ কোন আছে আৰু? বোলে মহাৰাজ, পাঁচ ভাত খোৰোঙ্গতে আনিলে, এটা দিলে দোমক মোক ললে এই বামুণে। বোলে তাক আনক। তেহে দুতে আনিলে বিচাৰকৈ। পঢ়াই, মাহ কলা কাটিব ধৈলে। তেহে ৰাজা লজ্জা হৈ বোলে মাৰক নি পাঁচেই। বোলে মহাৰাজ, আত দোষ নাই। বোলে কিয়, তই দহোঁ গীতা সহস্ৰ নাম গা,ই বিভৎস ৰটে কিয়? বোলে মহাৰাজ, পূৰ্ব্বে অনাদি পুৰুষে দেহতে বাজ কৈ একে জীৱ, চাৰি বিধ প্ৰকৃতিৰে হাতে দিলে, মহামায়া তিনি গুণে তিনি, দেউ, তাতে পুৰুষৰ শক্তি হ'ল স্ৰজন, পালন, সংহাৰ। তিনিক তিনি বন দি আজ্ঞা কৈলে ব্ৰহ্মা উৰণ, বুৰণ, গজন, ভ্ৰমণ, চাৰি মুঠি চাৰি ভাগে স্ৰজি মাচকৈ দিলে। এতিয়া যেয়ে য'তে সঁাচত পৰে সেই জন্ম ধৰে, হয়, পশু, পক্ষী, কীট, পতঙ্গ, বৃক্ষ, মনুষ্য, গৰু মহ, হস্তী, ঘোৰা, উট, গৰ্দ্দভ সঙ্গত জাত বৰ্ণ হয়, কয়, নগা, মিৰি, ডফলা, ভোট, অকা, গাৰো, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বশ্য, শূদ্ৰ, কলিতা, কেওঁট, কোচ, আচম, চুটিয়া, কছাৰী, সুৰি, যুগী, ধোবা, দোম, হাড়ি, চণ্ডাল, তুৰুক, যৱন,। যাৰ যি ভাও, মাত বলি, ফাৰ্চ্চি আৰ্হি গৰ লয়। এতেকে মহাৰাজ, তাৰ দুসঙ্গ সঙ্গত পৰিছে

মাত জাত হৈছে, আত কি দোষ, মবাত? তেহে ৰাজা এৰিলে। এ আতৈ সব, ফটা, চিতা, কানি-কঠা খাবে শাকে খাই হৰিগুণ গাই দিন কেটা ৰক্ষা হক, দুৰ্ব্বাসনা, বীৰ্য বিধান, দুসঙ্গ ভূমিত পবি গজে। পাপ বাসনা ঘৃত, দুসঙ্গ অগ্নি সমীপে উতলে, হৰিক চিন্তি হৰিগুণ গোৱা, আতে দিব। ঈশ্বৰে বিশ্বন্তৰ নাম লৈ বিষম ব্ৰহ্মাণ্ডখান পুসিছে বালি চাহিতে গজলৈ। তেওঁক যি চিন্তে একশৰণ এক মনে খাব মুৰাৰীকৈ মিলায়, নেযাবা।

আৰু অনিৰুদ্ধ আতৈ বেতনতে ঘৰ আছিল খাটনি হাতী ঘাহী সাত প্ৰাণী, পুত্ৰ, পত্নী, দুহিত্ৰী সব মাৰ গ'ক। বিৰকতি খাটনি দুখক পাই হৰিবল্লভ আতৈৰ চাতে আছি গুৰু ধৰ্ম্ম ধৰি হাটিতে আছে হৰি গুণ গাই। ঘাহ কটা কান মাৰিটি নি চাঙ্গতে থৈছে। জাৰ বতাহ, জৰ এলাহ ভাগৰ হলে জুই গুৰিতে যাবৰ মন নে যায়। তাকে চাই মনক বোধায়, ঐ দুৰ্জ্জন পামৰ পাপী মন, হজত এনেতে নকটাই নমলে নেপালে দেহ মাৰে। ঘাহৰ উপৰে শাক খৰি নহলে চাৰিবেত ৰক্ষা নাই, ভৰ্চ্চনিত। সংসাৰ চক্ৰত বাগৰি যোণী চেপা খাওঁ, স্বৰ্গ, নৰ্ক, গৰ্ভবাস ভুঞ্জি ফুৰি কোবে কটা খৰিয়ানি, লাজ জ্ঞান নাই, চৈধ ব্ৰহ্মাণ্ড, সাত দ্বীপ, ভ্ৰমিও, কোটি অমৃত হৰিগুণ কোমল পৰম মঙ্গল, এই বুলি খেদ কৈ যায়।

অনিৰুদ্ধ আতৈ

সনাতন আতৈ

আৰু সনাতন আতৈ হাবুঙ্গৰ বামুনৰ যোবা ঘাহী, দুখ পাই সব এৰি গৈ মহাপুৰুষক গুৰুবুলি হাটিতে আছে, ওদাল বজু কাছিৰে দেখাতে থৈছে। জাৰ বতাহ জৰত হেলাত হৰি গৃহলৈ যাব নোখোজে। তেহে মনকে বুজায় চিত্ত বুদ্ধিএ। বোলে বিলত খোৱা কমাই তও নমৰ, মোকো নেমাৰিবি সংসাৰে বেৰাই, ঐ দুৰ্জ্জন পামৰ মন, যম জালা গৰ্ভবাস, নৰ্ক যোণী চেপাত বাগৰি বেৰাই চৈধ ভুবন

সাত দ্বীপ, গজতে বালি চাহিলৈ ভ্ৰমি কোৱে কটা খৰিয়া গৰা মন জীৱ, লাজ জ্ঞান নাই। তাৰ জৰ বৃষ্টি জাৰত হৃদ্ঘাহ এৰেনে? শাক খৰি নেপালে আৰু চাৰি বেত গালি উঠাই তালৈ পাইহেলি, পৰজন্মত বা ক'ত এই বুলি যাই নগনি গুৰু বাক্য মনকৈ।

মাউতৰ জয়ানন্দ আতৈৰ প্ৰশংসা

আৰু মাউতৰ জয়ানন্দ আতৈ ছাছনিত গৃহ, ৰাজাৰ স্নেহৰ মনধ্বজ হাতী যুজাইছিল। হাবি ৰাতি দিনে তিনদিন লৈ ফুৰাইছিল। বিৰকত লাগি বোলে এনে দেৱৰ দুৰ্লভ ভাৰতবৰ্ষ, ধন্য কলি যায় হাতত চাপৰ দি ব্যৰ্থে, এই তিন দিনে মৰা হলে ভাৰ্য্যা পুত্ৰ কোনে ৰাখিলে হঁতে, মিছা সবে আশাযুত। এই বুলি সব এৰি ভটিয়াই গৈ গুৰুজনক পাই ধৰ্ম্ম লভি আছে হৰি গুণ গাই সেৱকৰ সঙ্গে। লাঙ্গচিঙ্গ ডালি ধুই কানি মেৰাই দেখাতে থৈছে। দেখি ইজন সিজনে কলে বোলে বাপ, জয়ানন্দ আতৈৰ যাবৰ মন আছে আকৌ! বোলে মাতাচো। মাতিলে আহিল। বোলে আকৌ যাবানে? বোলে গজাঙ্কুহ থৈছা হনু? বোলে বাপ, ৰদে শুখাওঁ বৃষ্টিএ তিতোঁ, হিমে পচোঁ, আমাৰ মনে দুখ নাই, জীৱ গাটিত বান্ধি যুজাওঁতে পত্নী বান্দী হৈ থাকে। এনে দুখ নিকাৰ লৈয়ো তব পদ বৈকুণ্ঠতে যাম আৰু? বোলে থৈছানো কেলেই? বোলে বাপ, ভকতেৰে খানেক লাগিলে ব্ৰহ্মা বাক্য আহিব খোজে ৰাগত। তাকে চাই পূৰ্ব্বৰ দুখলৈ মনকৈ ৰাখোঁ। আৰু শীত, উষ্ণ, জৰত হেলা লাগে নামলৈ। তাকে দেখি মনকৈ যাওঁ, তাতো থৈছো। তেহে গুৰু চাইটা বৈৰাগ্য চৰ্চ্চি প্ৰশংসা কৰিছে।

ৰঘচুলিয়া মুকুন্দ, মাধৱ।

আৰু মুকুন্দ, মাধৱ দুই ভাই, ঢোপগুৰিতে গৃহ। সকলো মৰি খাটনি বিৰকত হৈ গুৰুজনক লগ পাই ধৰ্ম্ম

ধৰি হৰিগুণ গাই আছে। এদিন হৰি কথা কীৰ্ত্তন কৰিছিল ভাঠি বেলা। সকলো শুনিছে। বামুণা কালতে এখন বিয়া যায় ঢোলে দগৰে। দেখে আবা ছুইৰ গাটি জাকি মাৰি লৰি আছে। তেহে গুৰুজনে বোলে তোমালোকৰ দহো গা লবে, কিয়? পাচে ছুও দণ্ডবতে পৰি বোলে বাপ, পূৰ্ব্বে বৰ ঢুলীয়া আছিলো নাচনিয়াৰ। এই চৰণৰ ধূলাই গুচিলে, তেও শুনিলে গা-টি আছে। বোলো বাৰু নাচাই, আমি চাপৰি ধৰো। এই বুলি চাপৰি ধৰিলে। জৌতি মান দি আতৈসবে গুৰুজনে লগালে। "মুকুন্দ মাধৱ; মুৰাৰি মধুৰিপু; জগত জীৱন ৰাম হৰি হৰি" এই পাঁচটা ঘোষা কৰিছে। তাৰা ছুই নাচিলে। ৰৰকৈ নাচি সেৱা কৈলে। সকলো আশীৰ্ব্বাদ কৈ বোলে আজিতে শুচক।

আৰু এদিন ব্যাধে টুনি চৰাই জীয়া ধৰি বোলে লবিনে? চিৰাম আতা বোলে কেনৈ? গুৰুজনে বোলে মাতি লোৱা। আনিলে। বোলে কি ভাও? বোলে একনা। বোলে চিৰাম পাঁচপোন দিয়া আমাৰ। দিলে, নিলে। বোলে চিৰাম, ক'লা সূতা বান্ধি ঠেঙ্গত মেলাচো। দি মেইলে। পাচ দিনা লোভ-ধান দি জাল পাতি ধৰি আইলে, বেচ বস্তু পাই আকৌ বোলে আজিও লোৱানে? লৈ চাই দেখে কালিৰটোৱেই। বোলে আজি হালধীয়া আৰি সেনা দি মেইলে, পাচ দিনা ধৰি পুনৰ আইলে। লৈ চাই দেখে সেয়ে। বোলে আজি ৰঙা বান্ধি মেলাচো। দি মেইলে, অজ্ঞান জন্তু, লোভত ভাতে পৰেগৈ। ধান দি ধৰি আকৌ আনিলে। বোলে শ্ৰীৰাম আজি লৈচো বগা সূতা আৰি। মেলা, দি মেইলে। তেহে ৰঙা, কলা, হালধীয়া তিনি গাৰ বৰ্ণ চিণ নেপালে। বগা দেখি খুটিয়াই গুচায়, ভু পাই ভাত নপৈল আৰু। তেহে চিৰাম আতা প্ৰাৰ্থনাকৈ

বোলে, দোল বন্ধৰে কিবা দেও। বোলে এ চিৰাম, চাৰি বিধ জীৱ, ভকত, ভকতি, নিগুৰ্ণ, ভাগৱতী, কেৱলা, সপ্রেমা, বৰ্ণ শ্যাম, গৌৰ, ৰক্ত, শ্বেত, তিনি বিধত জঠৰ ভগ্ন, সেৱাৰ আনন্দ সুখ নাই শুদ্ধ মত শ্বেত, একাশৰণ শিতল পদে হলে জন্ম, মৃত্যু গৰ্ভবাস গুচে, মনো সেই অবাদিত গতি, জীৱ চৰাই গাৰ বৰ্ণ ৰঙা কলা গৌৰব ভু নেপালে। শ্বেত সু মহাতত্ত্ব লভি জৰ অমৰ নাহিল, নপৈল, নেপাই আনিলে। আৰু ব্যাধে জানি দেহ গৃহ লোভে ধন জনে ধান মোহ জাল ভাৰ্য্যা পুত্রে দুই টনি ব্যাধে কলি আৰাম জাজিৰ পক্ষী।

আৰু ঠাকুৰ আতাৰ ভাগ, সিধা, চিৰাম আতা লৈ থয় মাচ পছ পালে। সিধা সৈতে দি পঠায়, দুই তিনি জনো। পাচে মাচ লোন তেলে অহাত কিছু কিছু দি আই হাটিত খলুৱা সূচকে সেই ৰিধা কৰে। বোলে গুৰুজনে আমাৰ মান মৰ্য্যদা দায়া নেজানে নকৰে, আতাৰ ভাৰ্য্যা পুত্র গোলাম, বন্ধা, মাচ, পশু মাৰি খাই থাকে। অত পালেই খাব গুৰৰ বেলা পঠাই দি এ। দি পাচে দিনেও দুই অতৈ খালেও দহো হয়। তেনে শুনি গুৰুজনে এক আৰ্হি কৈছে বেৱন সংহিতাৰ। বোলে জাইশ্রীৰাজাৰ এটা ভাটো আছিল। তাৰ মাতত সন্তোষ হৈ স্নেহত সুবৰ্ণ ভাল সজা কঠা কৰাই, দুদ, মধু, পায়স, কৰাইহে দিয়ে নিতে, চাউলেৰে দিএ নিশা। এদিন এবাহ বনৰীয়া ভাটো উপৰে ৰাও কৈ গ'ল। শুনি ইও কৈলে তাৰে দৰে। তেহে ৰাজা সভা পণ্ডিত চৰা শুনি সুধিলে, সি মহাদশা, নিৰ্যান দশা গনে, সৰ্ব্বজ্ঞ। চাই বোলে মহাৰাজ, দেখি সিহঁতে খেদ কৈলে, বোলে আমা লগৰ পক্ষী ঘৃত, মধু, পাহ খাই সুবৰ্ণৰ সজা শিকলি চাত বদ, বৃষ্টি হিম

নেদেখে, বিধি দৈবে এনেহে লিখিতা আক, এই বুলি আমি ৰঙ্গে বৃষ্টি হিমে পচোঁ, শুকাওঁ, ফল, ফুল, পোক, পলৰা ভখোঁ, ধিক জন্ম জীৱনত। ই কৈলে বোলে এনেহে মোৰ দৈৱে বিধতা লিখিলে, লোহা বন্দী শালেহে গতি, জ্ঞাতি, বন্ধু, ভাৰ্য্যা, পুত্ৰ, সঙ্গে ফুৰিব নপালো, ৰতি সুখে। হৰি হৰি, বৃথা জন্ম খৈলো, গ'ল। এই বুলি খেদ কৈলে। এভিয়াও আশ্ৰমে ধৰ্ম্ম ধৰি শুক মুখে মালা খানিলৈ এক কানি কাপৰ সতত বুজি দুই তিনি যি পাৱে প্ৰসঙ্গ বহে ভক্তৰ পাছে। ৰাজা ভাৰ্য্যা পুত্ৰ আজোৰে তিনি তাপে, ফমুঁঠি খাই বিছনা পাৱি খেদ কৰে হৰি হৰি এই মায়াজালে পৰি ৰলু, দুসঙ্গ ভাৰ্য্যা পুত্ৰ নহলে সন্তৰ সঙ্গে গৈ হৰি গুণ গাই. পৰিচৰ্য্যা সেৱাকৈ জন্ম যাতনা মৰা হ'ল হতে। এ জানা, আতৈ সব তাৰাহে উদাস যি গৃহে ৰাখিব নুৱাৰে। যাৰা সৱ উদাস ধৰ্ম্ম ধৰি সন্তৰ সঙ্গে হৰি গুণ গাইছে। মনে খেদ কৈ ভাৱে, একঠা খায়, এমুঠি লয়, চিন্তা বিবাহ কৰাই সুখে ভাৰ্য্যা পুত্ৰে নাম গোৱা হলেও ভক্তি হয়, লোকে কৰিও গাইছে, হৈছে' এনেকৈ যি ভাবে মনে সি লোক দেখাই ভাওনাহে উদাস, মায়া মোহ জালে পৰি আছে অন্ধকূপত এ জলতে থাকে কুম্ভিলা, তথাপি শুকান কায়া। পৰ্ব্বতৰ শৃঙ্গে বন কনা বসে ভৱি পূৰ। তেহে আতৈ সবে ভক্তিৰ বিষম সন্ধি ওভোটা খোজ, বোলে চিৰাম, আতৈ সবে দুন্দু অসূয়া কৰে? তুমিএ ভাগটি নিৱা মোৰ গা বদলে, কঠ খানি পাৱি দিবা সখিক। পাচে তাৰতে নপচাকৈ দুই তিন জনো ৰাইলে। সেই বেলা গীত কৰিছে— গীত

নাৰায়ণ লীলা জানব কোই।

সুৰপতি শঙ্কৰ, চিন্তিতে আকুল হই।"

নৱনিধি আতৈৰ ধনত মোহ

আৰু নওনিধি আতৈৰ চাবিকুৰি টকা আছিল। তাকে শ্ৰীহৰি আতৈএ কলে গুৰুজনত বোলে বাপ, আতৈৰ এটোপোলা ৰূপ আছে; নেখায়, নলয়, নলগাও কষ্টেৰে প্ৰবৰ্ত্তে, কঠিন লোক যক্ষ বৰ। তেওৰ লাউ কুকুৰা, কন্থা কিছু নাই, ভিক্ষাকৈ প্ৰবৰ্ত্তে। তেহে গুৰুজনে ৰাম হৰি আতৈক সীমাৰ পঠাই ৰূপ খানি অনালে চুপে। তাৰা শোতে চাই দেখে নাই। বোলে ঈশ্বৰ দ্ৰব্য দিছিল নিলে। কতো নকয়, খাই দাই হৰি গুণ গাই আছে। পাচে তাৰাবো লাউ কুকুৰা, কথা নিয়ালে চুপে। তেও এৰাও কৈ নিন্দা গালি মন্দ ডাকু, অনেক বুলি উপাসে বল। তেহে

জনকৰ আৰ্হি

গুৰুজনে প্ৰসঙ্গৰ অৱসানে সৱাতে কৈ দি প্ৰমাণ দেখাইছে। সেইখিতে শ্ৰোতদেৱ জনেকৰ আৰ্হি দিছে। একদিনা মিথিলালৈ কৃষ্ণ উদ্ধৱ সৈতে গৈ ৰাজা ঠাইত সোমাল। অনেক ৰজত সুবৰ্ণ ভণ্ডাৰ, ৰথ, গজ, গোৱ, দাসী দাস, দেশ, দি অৰ্চ্চা কৈলে পদ্যে অৰ্ঘেৰে। শ্ৰুতদেএ পোৰা জল, হৰুতকিৰে পূজা সেৱা কৈলে সমে সন্তোষ হৈ আছিল। পাছে ৰিষিৰ মনত কষ্ট কৈ বোলে মোৰ সম্মতি হলে সোমাল হঁতে। প্ৰভু যে মায়া ঐশ্বৰ্য্যতে লাগিল। তেহে একদিনা দুওজনা বহিছে সুখে। তেনেতে অগ্নি লাগি ৰাজাৰ নগৰ দহি নিছে। অনেক ভণ্ডাৰ, ঘোৰা, হাতী, সাল, ৰাজা কটাক্ষকৈ চোৱাই নাই। আৰাৰ লাউকুকুৰা কন্থা পুইলে বুলি কাক বাক লগাই আহি চাই দেখে একো নাই জুই চাই। তেহে জিজ্ঞাসকৈ গুনে, মইহে মায়াত আছোঁ, মোৰ বন্ধু তাৰ ৰাজ হৈ আছে জানিহে মনৰ মন মোৰ প্ৰভু তত সোমাল।

বধূ আতৈৰ জল নিবাৰণ

আৰু বধূ আতৈ গধূলি প্ৰসঙ্গলৈ যাওঁতে বকুলতল পালেই উচাৰ ভয় খাই জল ভৈৰ লোকটে আগচি ধৰে। চকুমকু কৈ যায়। তেহে একদিনা গুৰুজনে বোলে তুমি কিবা

ভয় পোৱা হবলা ? বোলে বাপ, এইৰূপে পাওঁ দেখো। বোলে হাতত চাই সানি তাৰ গালত দি আমাক দেখাবাচোঁ। আজি যোৱাগৈ। সেইৰূপে দি দেখায়; চাই—দেখে আপুনাৰ গালতে আছে। পাচে গুৰু বোলে তুমি পৰম ভাতৃৰ গুনাই যাকে ভাবা তাকে দেখা। তেহে পৰমাত্মাত দৃঢ় হ'ল ডাঠে তেনে দেখিলে, মায়াৰ ভ্ৰম গুচিলে গুৰুজনৰ প্ৰসাদত। আনবো দৃঢ় হ'ল।

আৰু এদিন গুৰুজন, ঠাকুৰ আতা, শ্ৰীৰাম আতা, কালিৰাম, বাকলি ৰাম গৈছে। গৈ জান পাৰ হৈ যায় জইতি গ্ৰামলৈ। তাতে কাতি মহা ভেটা দি দেৱা দিছে, মৎস্য পৰে ধৰফৰাইছে। গুৰুজনে দেখি মেলি নিছে বিলে। আতা মাৰি পাচত পোৱাটি লৈ নিছে। তেহে চিৰাম আতা খেদকৈ সুধিছে, বোলে বাপ, হৰি ভক্তিৰ বিষয় সম্বন্ধী একো তত্ত্ব নেপাওঁ, আপুনি মেলিছে, আতা দেখো মাৰিলে, নিছে ? বোলে সখি হয়নে ? বোলে বাপ হই। বোলে কিয় মাৰা ব্ৰহ্ম জীৱ হিংসা, ধৰ্ম্ম ক'ত শুনিছা ? সেই বেলা ঘোষা কৰিছে বোলে—

মৃগ মীন মহা সাধু নৰে
মনৰ সন্তোষে তৃণ জলে,
হিংসা শূণ্য হুয়া থাকয় জীৱন ধৰি।
তথাপিতো……।

তেহে ঠাকুৰ আতা বোলে নিগুৰ্ণা ভক্তি সেএ হই, কেৱল ধৰ্ম্মত। মোৰ গুৰুজনে কৈছে পূৰ্ণ ব্ৰহ্ম আত্মা অন্তৰ্যামীত পৰিশ্ৰমকৈ অন্ন, বস্ত্ৰ, পশু, মাছ, মাংস, শাক, পাত, মাৰি নি গুৰু ভকুত লগাব। হৰি গুণ গৱা ভক্তি হৃৰি আৰু খৰিয়া জীৱ মহাপ্ৰলয়কে সীমা কৈ বাগৰিছে। যোনী চেপা খাই। সন্ত মহন্তত লাগিলে তাবো জন্ম সাৰি বাসনা লাগে। জিবহিংসা

এতেকে মাৰিছোঁ ; আপুনাৰ ভকতত লাগিব, আত্মা তুষ্ট হব, তাৰো গা ৰব, আমাৰো ভক্তি হব। তেহে গুৰুজনে বোলে যি কৈছে অন্তৰ্বোধে এয়ে হই। ৰব পাইলে কলি যুগত গুৰুভক্ত লৈ সাৰিব, দেহ, ভাৰ্য্যা, পুত্ৰ, খাব, বচন কেৱলিয়া কবহে নকৰিবা, এই আৰ্হি লৈ হিংসা ধৰ্ম্ম ধৰি জীব দুখত পৰিব।

গোপাল আতাৰ ভেদ বুদ্ধি

আৰু খিৰামৰলৰ বেটা তিনি, বৰ গোপাল শ্ৰীশঙ্কৰ দেৱৰ সেৱক, চোট মুকুন্দ মাধৱ চোট আতাৰ, গোপালৰ গুৰুজনত ভাব, চোট আতাক বিস্তৰ নেমানে পেটে। এজুপি কঠাল আছে, বছৰি দুটি দুটি লাগে। সমে এটি লগায় গুৰু কীৰ্ত্তনত, এটি চোট আতাক দিএনি। এবাৰ এটি ধুপুৰীয়া চোট, এটা বৰ পুৰ। মনেৰে বোলে বৰটো বৰ আতাৰ তিথিত লগাব, চোট চোট আতাক দিম নি। পাচে আগে পকিল পুৰাটো। স্বপ্নত বোলে বৰাপো হৃদিতে থাকোঁ' মই ত'ত দিলে পাওঁ আত। তেহে পুৱা চাই দি সেৱা কৈলেগৈ। গুৰুজনে হাষ্য কৈ বোলে গোপাল, সংশয় মৈল মনৰ ? বোলে বাপ, মই মহাপাপীৰ ভেদ বুদ্ধি গুচালে মোৰ গুৰুজনে। আজিতে একমন অভেদ হ'ল, এক ৰ'ল।

আৰু এদিন ঠাকুৰ আতা পৰ্ম্মানন্দ ঠাকুৰ দন্দ্ব লাগিল। আতাক বোলে তুমি বৰ অভাগ্যৱন্ত, অভাগ্যৱন্ত। আতা বোলে ই বৰ ভাগ্যৱন্ত। বোলে মই ভাগ্যৱন্ত, ভাগ্যৱন্ত, ভাগ্যৱন্ত। পাচে আতাৰ শুনি বিৰকত লাগি গল গুৰুজন ঠাই। তেহে গুৰুজনে দেখি বোলে সখি, দহোঁ মুখ শুকান, ভোজন কৰা নাইনে ? বোলে বাপ, পৰমানন্দে এনেকৈ বুইলে, কৰা নাই। তেহে জল স্নান কৰালে। তেনেতে ঠাকুৰ গৈ সেৱা কৈলে। তেহে গুৰুজনে বোলে পৰ্ম্মানন্দ,

মোৰ সখিক তেনেকৈ বোল? মোৰ গুৰুজনে দাস নাম দি মোৰ বুলি গৈছে। সখি অভাগ্যৱন্ত? বোলে বাপ, বুলিবৰ হয় দাসে। বোলে কিমনো বোল? বোলে বাপ, বুইলোঁ কিয়, তাৰাৰ পিতৃ ভকতবীৰ্য্যে জাত হৈছে, আৰু তাৰা বেহা বেপাৰ অন্যায় মিছা নকলে বনিজ নচলে, মহাপাপ সিজিল। আৰু অৰ্দ্ধেক বয়স গ'লতহে গুৰুজনক লগ পাই ধৰ্ম্মক ধৰিছে। এই তিনি অন্বয়ে অভাগ্যৱন্ত বুইলোঁ তিনিবাৰে। বোলে তইনো কেনে ভাগ্যৱন্ত হলি? বোলে তাৰা মহাভক্তৰ বীৰ্য্যে জাত হৈছোঁ, গৰ্ভৰে ভকত আৰু মহাধৰ্ম্মক ধৰিছোঁও, মহাভাগ্যৰ অৰ্থে, আৰু মোৰ শ্ৰীশঙ্কৰ দেৱে পাদ পঙ্কজ শিৰত দিছে, দেৱৰ দুৰ্ল্লভ, মহাভাগ্যে পালোঁ। এই তিনি অন্বয়ে বোলা গ'ল প্ৰভু। তেহে গুৰুজনে বোলে সখি, পৰ্ম্মানন্দে আমাক ঘটালে, উত্তৰ হৰাল, কব পায়। তেহে পিতা পুত্ৰ সম্বোধন সন্তোষকৈ পঠাইছে।

ঠাকুৰআতা আৰু পৰ্ম্মানন্দৰ কথা

আৰু এদিন শিলপোতাৰ গোবিন্দ, দাৰিকাৰ গোবিন্দ, আতৈৰ খানিক লাগি গুৰুজনক গোচৰ দিলেগৈ দুয়ো। তেহে গুৰুজনে এক দৃষ্টান্ত দিছে। বোলে এক সদাগৰৰ চাৰি পুত্ৰ, একটি দুহিতা হল। এটি বৰ চাই পিতা সাদৰে সম্প্ৰদান কৈ মূল মন্ত্ৰেৰে টিক ধৰি বিবাহ দি বোধ দিলে বোলে আমি পিতা মাতা বিঠা কানি ধুলু কৰ্ম্ম কানি তোৰ দৈব্যে এই স্বামী সেৱাতে যদি বৰ পাব, আমাক পাবি, গুৰু দেউৰ নাম সকলো সন্তোষ জীৱৰো কল্যান, জন্মৰো নিবাৰ, জন্ম গৰ্ভবাস সংসাৰো গুখায় আৰু দোষ পাই কান নাক কাটি বেচে, মাৰি উটায়, আমি বাওঁটোৰহে গৰাকী, সেৱাত তুষ্ট কৈ তুতিত সন্তোষেৰে পাৰ সাৰ, মুৱাৰ মৰ, আমাক দোষে গুণে নেপায়। যি বহে সন্তোষ বহে, নবহে পাজৰি খহে। সাম্ভোৰ পাৰ বাহুত বলে, মুৱাৰ যা বসাভঙ্গে।

ভকতৰ বিবাদৰ মীমাংসা

টিক ধৰি বিবাহ দিয়া নিয়ম

আৰু গুৰুজন সাতজনে সৈতে সিহঁয়া বিলৰ কাষে কথা সুখে বহে বিয়লা। এদিন দালি মান কহুয়াতে হৰিণা পশুটি চৰিছে। কৰুবাতে বাঘটি ওলাই ধৰি নলি চিঙ্গি তেজ পি এৰি গ'ল। চিৰাম আতা দেখি খেদ কৈ বোলে এনেহে জীৱৰ দুখ। তেহে গুৰুজনে ভকতলৈ জ্ঞান দিলে। ভকত আহি কাটি ভগাইছে। বোলে শুকাই আমাক চালখানি কহি কহদি দিবা। তেহে ধুই চাচি শুকাই দিলেনি। বহি তাতে নাম গাইছে। এদিন বোলে শ্ৰীৰাম আৰ তলে এখানি বান দিয়া। পাচে আতা গাম্থি বান্ধি দিলে। তাকে দেখি সকলো কঠৰ তলে দিলে। এদিন দেখি বোলে চিৰাম, দেখোঁ ভকত কঠে বান। বোলে বাপ, আপোনাক দেখি দিছে। বোলে বাহিৰটি সকলো ধৰে, অভ্যন্তৰে বিচাৰোতা নাই কাৰণ বা কি, আমাৰ গুচুৱা। তেহে আতা গুচালে। পাচে সকলো গুচাইছে।

আৰু দুটা ব্যাধে হৰিণা এটা ফান্দ পাতি ধৰি সজাত কৈ নিএ সাঙ্গি বান্ধি। আদ্ টকি দি লৈ মেলালেগৈ হাবিত। তেহে সি দুএ সন্তৰ সম্পৰ্কে পাপ খিন কৰ্ম্ম বন্ধ বাসনা নষ্ট হল। অগ্নিৰ আশ্ৰএ তিনটা কাৰ্য্য নাশে, সন্তক দৰ্শনেও গুচে কৰ্ম্ম বন্ধ, অজ্ঞান আন্ধাৰ আগত সংসাৰ ভয়। গৈ বৈৰাগ্য, বিৰক্তি হৈ গৈ গুৰু-জনক ধৈলেহি, পশু যেনেকৈ অন্ধ বন্ধৰ পৰা মুক্ত কৰা গ'ল, আমাকো তেনেকৈ গৃহ অন্ধ অৰণ্য, ভাৰ্য্যা পুত্ৰ মোহ ফান্দ, পৰম তত্ত্ব টকা দি মেলক। তেহে গুৰুজনে গীত কৰি মাতি শুনাই বোলে মই যেনে তই তেনে, সমে সমক দাঙ্গে কেনে। সবাৰে ঘটে ঘটে ৰমাইছে আত্মাৰূপে নাৰায়ণে যত জীৱ ইন্দ্ৰিয় সুচেতনকৈ তাৰা বন্ধ লোহা নেছেদিলে কাৰ শক্তি।

"গোপাল ভাবিও মন সকল যতনে।
হৰি বিনে কেনে আন চিন্তা অকাৰণে ॥"

আৰু এদিন গুৰুজনে চাউটি সিজাই বাহি পাগটি সামৰি মুখ হাত ধুইছেহি। ভালে দিনৰতে কৃষ্ণ পণ্ডিতে লক্ষ্যকৈ আছে ধৰিবলৈ। আহি বোলে মাধদাস এক কথা সুধিবলৈ আহিছো; কৈহে ভোজন কৰিবা। তোমা-লোকে পাক অন্ন ঈশ্বৰক দিব নেপায় দোষ হয়, আমিহে পাওঁ, অদেয় ভোজন কৰিবও নেপায়, কেনেকৈ খাইছা? বোলে চিৰাম, ভকতক মাতা। মাতিলে, আহিল। বোলে ব্ৰাহ্মণে ধৰিছে কোৱাচোঁ কাৰ কি মনে পৰ্শে? বোলে বাপ, আমি কি কম? তেহে গুৰু বোলে বিপ্ৰ, তোমাৰ দাসী দাস আছে নাই? বোলে আছে। বোলে তোমাৰ পাগে খায় নে ৰান্ধি খায়? বোলে আমাৰ মানুহেই সিজাই দিয়ে। বোলে লাগিলে পাতৰে নিদিয়া সিহঁতক? বোলে দিওঁহক। সিহঁতৰ থাকিলে দিয়েনে? উজাৰি উঠি বোলে কিয় খাম একা দাস গোলামৰ! বোলে তেনে আমিও ঈশ্বৰৰ দাস দাসী। ঈশ্বৰৰ এহ্না অৱশেষ খাওঁ মানি, দিম কেনেকৈ? দাসে গৃহস্থক দিব লাগিলে জহা আতপ চাউল, পদিলা, আমৰ খুটি পাগ মাৰি দুগ্ধত পাগ কৰি দিওঁ। তেহে বোলে হো মাধ দাস্য ভাল খাইছা। এই বুলি গুচি গ'ল। পক্বান্ন অৰ্পণ

আৰু এক ব্ৰাহ্মণে ভুঁই কুৰিছে। সেইতে এক বামুণ যায় গুৰু ঠাইলে। সেই ভুঁই কোৰাৰে গুৰু মন্ত্ৰ কাৰি গৈ লগতে আহিল গৈ। ই বোলে দহোঁ লগতে আহিলা? বোলে কি থাকিবি, তোৰ গালত দুই চৰ, মোৰ গালে তিনি চৰ। সি বোলে তোমাৰ এক চৰ বঢ়া কিয় মাৰে? গুৰু বামুণে বোলে তইঁতক কওঁহে হয়, আমি নাচৰোঁ

এতেকে বঢ়াই মাৰে। গুৰুজনে বস্ত্ৰাৱলী পদ চৰ্চ্চিছিল নিন্দাৰ গীত—

"কমল নয়ন চিন্ত চিত্ত চেতন নাই।
চোড়ি ৰাম নাম আমিয়া উপযোগা।
যৈচে পুৰিষ শুকৰ কওঁ ভোগা"॥

আৰু জয়ন্ত আতৈএ দুগ্ধ খৱাই দিএ গুৰুজনক, ডঙ্গৰ কুচিত থাকে। এদিন লৈ আহে খিৱাই দুগ্ধ। মাজতে এটি দ হোলা আছে, হাবি। তাতে এজন পুৰুষ ওলাই সাৱটি ধৈলে আহি, খীৰ দূৰতে থলে। থৈ সেৱা কৈলে। বোলে জয়ন্ত, দুগ্ধ? বোলে বাপ, বৰ্জ্জনীয় হ'ল। বোলে কেনেকৈ? বোলে সেই হাবি হোলাতে জাটাৰ লোক এটা ভব্য ওলাই সাৱটি ধৈলেহি, তাতে সংশয় লাগিল। বোলে আনা, বৰ্জ্জিত নহয়, সজহে হৈছে। আমাৰে বন খানি শ্ৰদ্ধাৰে কৰা দেখি বুঢ়া ভকতে স্নেহত ধৈলে। বোলে ভয় পালানে? বোলে বাপ, গাটি সিহৰি পৈল। বোলে মেৰুণ হব। পাচত চোট চোট লোমৰ গুৰিএ মেৰুণ হ'ল, নাম হ'ল মেৰুণীয়া জয়ন্ত।

মেৰুণীয়া জয়ন্ত

আৰু এদিন বাৰজন জালোৱা আহিল। নিশা ৰল অতে। গুৰুজনে দুগ্ধ চিৰা ভোজন কৰালে। বোলে যেন পৰা পতি হয় এই বুলি সেৱা কৈলে। পাচে গুৰু বোলে বৰ ৰৌ মাছ দুটা পাবা, তেনে মাছ আগেও পোৱা নাই, পাচলৈও নোপোৱা তেনে। সেই মৎস্য দুটা আমাক দিবা। বোলে বাপ, পালে দিয়া যাব। তেহে বৰপেটাত জাল দিলেগৈ। এখানত পৈলগৈ। তাক ফালি গৈল। আৰু খালত পৈলগৈ। তেহে বাৰেও খন বেৰাই দিলে। ৰল, ধৈলে। সাঙ্গি বান্ধি আনি দিলেনি। গুৰু-জনে কটাই দিয়ালে সবাকে। হৰিবল্লভ আতৈক মুৰ

ছুটা দিলে কাৰণে। ভকতে ভোজন কৈলে, গুৰুজনে নকৈলে।

আৰু ডাঙ্গৰিচিতে বৰ গোবিন্দ আতৈৰ গৃহ, আহি মহাপুৰুষক গুৰু বুলিলেহি ছুই ভাৰ্য্যা সৈতে। তেহে গুৰু জনে বোলে, তুমি আগে যত খাৱা দাৱা কৰিছিলা এতিয়া নেখাবা। তেহে কতো নেখায়, নিতে নাম গায়হি, ৰাত্তিও আহে। ছুই ভাৰ্য্যা পাচলৈ অসূয়া কৰিব ধৈলে। বোলে কতুবা চুৰ বেশ্যা কৰেগৈ। তেহে গুৰুজনত কলে, বোলে আমাৰ স্ত্ৰী ছুটা বৰ অসূয়া কৰে বোলে এটা আনিবা চোঁ। তেহে এটা লৈ আহিছে। গুৰুজনে বোলে অনিছানে তোমাৰ মানুহ? বোলে বাপ, অনা হৈছে। বোলে চুৰ কৰা ঠাই দেখিছেহি। সি গৈ বাএকত কলেগৈ বোলে নামহে গায়গৈ, একো নুবুলিবি গুৰুজনত। তেহে ঈশ্বৰ বোধে মানিব ধৈলে। এতিয়া কতো নেখায় দেখি সকলো অসূয়া কৰিব ধৈলে। হিংসাত কলে গুৰু জনত বোলে বাপ, গঞ্জা ঠাকুৰিয়াৰ হিংসাত ৰ'ব নুৱাৰি তাত। যত আলহি মোৰ ঘৰত থয় গৈ ভাৰ খানো দিএহি। গুৰুজনে কি কৰিব অসন্তোষ কৈ থাকে। পাচে এদিন সেই গঞ্জা ঠাকুৰিয়া সুন্দৰী এহেলকে আহিছিল। বামুনাৰ সেই খিতে বৃষ্টি আনিলে। লৰি আহি কীৰ্ত্তন গৃহতে সোমালগৈ। তেহে বিয়লাৰ প্ৰসঙ্গত গুৰুজনে আপুনি নাম ধৈলেগৈ। শৰণ ঘোষা দিলে— গোবিন্দ আতৈ

"ৰাম চৰণে শৰণ লৈলোঁ।

ৰাঘৱৰ অভয় চৰণে"—

সি গঞ্জা ঠাকুৰিয়াও গালে লগতে। গুৰুজনে বোলে সত্য কাড়িবৰ যেন শুনিছিলোঁ। বোলে বাপ, গোৱা হৈছিল ভকত লগতে। বোলে আমি ঈশ্বৰত শৰণ লৈছোঁ।

হৈছোঁ। কান্তে গাঞ, তহতে গাৰ বোল কিয়? তেহে উপায় নেপাই বোলে বাপ, আমিও পশু লৈ লমহি শৰণ। তেহে গুৰুজনে শৰণ পৰিক্ৰিয়া ব্যৱথা কলে। সেই মতে আচৰি ললেহি ঠাকুৰিয়া। তাকে দেখি গঞাখানেই ললেহি। লৈ বোলে আমি গোবিন্দৰ পৰাহে গুৰুজনক পাই ধৰ্ম্ম ধৰিছোঁ। গুচা এই গোবিন্দক পাইক এৰি-লোঁহক। তেহে গোবিন্দ আতৈ হাটী ললেহি দুই পত্নী এৰি।

আৰু এক বুঢ়াই খাৰ জুই দি ঘলৈ আহিল। পথাবত তেনেতে বতাহ বৰষুণ আইলে। বুঢ়া গৈ পাচি ভৰি খৰ ধৰকৈ আনিলে জুএ ছাএ। পাচে সেই পাচিটো গোটেই গাই কিছু কিছু পুইলে। বুঢ়াই বোলে আকে যদি সুন্দৰীৰ মহন্তে কব পাৰে মই শৰণ লম আৰু। এই বুলি গলে গুৰুজনক পাই বোলে বাপ, যাৰ জহত খাৱন জীৱন, তাৰে গাত ভাবুকা ভাবুকি? গুৰুজনে বোলে অ বুঢ়া তই খাৰ জুই দিছিলি হবলা, তাকে আনোতে পাচি পুইলে, তাৰে কথা কৈছহি ঠোৱে? তেহে বুঢ়া দীঘল হৈ পৰি বোলে বাপ, তোম্ৰা মনুষ্য নহয়, ঈশ্বৰ। আমাকো শৰণ দিয়ক। পাচ দিনা দ্ৰব্য বস্তু লৈ গৈ লৈছেগৈ। গুৰুজনে নাম দিছে খাৰাৰাম।

খাৰাৰাম

আৰু এক বুঢ়াই মালভোগ কলশৰ কাটি বোলে যদি পশু লৈ এয়ে পকেহে মইও দি শৰণ লমগৈ। পাচে পকি জকমক হ'ল। বুঢ়া আশ্চৰ্য্য হৈ গ'ল। পাই গুৰুজনক বোলে বাপ, যাৰ মনে দৃঢ় জকৰঙ্গ। তেহে গুৰুজনে বোলে অ' বুঢ়া, তই হৰি ভজিবলৈ নিচয় কৈ কলা কাটিলি হবলা, সেয়ে তিনি দিনে পাকিল? পাচে বুঢ়া দীঘল হৈ বোলে বাপ, তোম্ৰা মনুষ্য নহয়, ছদ্মেহে নৰ দেহা। এই বুলি

জকলাৰাম

আহি-পাচ দিনা বস্ত্র চাউল লৈ শৰণ ললেগৈ। তেহে গুৰুজনে নাম দিছে জকৰা বাম।

আৰু নাম গাই গৈ আতৈ সৱ চৰাতে বহিছে গুৰুজন পাশত। ঠাকুৰ আতা বোলে বাপ, ভকতৰ ভণ্ডাৰ ধান ধন বস্ত্র তত অনা যক। তেহে ভনি পুৰীয়া আতা বোলে বাপ জোখ পৈলে সোধাব মুৱাৰি ভাগিবহে। গুৰু গোধন কামোদ কল্পতৰু। খিৰাব জনা সেৱা অৰ্থে কতোক খীৰ কেহো খীৰিহা কতো কলছুমু, কেহো দৈ, কতো দুগ্ধ, কেহো কাছি দৈ কতোৰ ঘৃত, কতোকো ঘোল, কেহো শৰ্কৰা, কতোএহে অমৃত। কৃষ্ণ শব্দে পৃথিবী বাচক উপকাৰী আত্মা আমি ন বুদ্ধি আঞ্জনীয়া দৰ বধৰা ধৰে। পাত্র চাই যিমান কৰ চহাব পাৰে দেহা পৃথিত ততে কঠিয়া দিছে। যি বাটে যায়, পঠাবা, যি ঘাটে মৰে কঠাবা। কতো এ গুৰু সেৱা বুদ্ধি বলে অনেক সুখি লৈছে, কতোৰ বুদ্ধি মোৰা চাইটি বস্তুতে আছে। সঙ্গ, সত্ব গুৰু দোষ হাত কাছ এই চাৰিতা হলে খৰ বান হস্তী বৰা ধান পাই সাৰিব জীৱ। পালোঁ নেপালোঁ দিলে নিদিলে অভিমান পিয়লত ভাগিব নেলাগে কৰিব।

আৰু এক বামুণৰ ছলি, যৱনৰ ছলি জঙ্গলে খৰি লুৰিছে চত মহা ৰ'দ বনে পোৰা বাৰ মাৰলি বতাহে পাই অগ্নি বেঢ়ি ধৈলে। সাৰিবৰ উপায় নপাই তত্ব নেপাই বাটতে পেট পেলাই পৈল, পুইলে। পাচে ভু পাই পিতা মাতা বামুণ যৱন খেদি পাই চাই চিন হৰালে, সাহি চুব নোৱাৰে। উপায় হৰাই বোলে সুন্দৰী মহন্তত সোধোগৈ, তাবা বা কৰ পাৰে, এই বুলি আৰ্ত্ত হৈ থাকুৰি সুধিলৈহি। তেহে গুৰুজনে বোলে যকগৈ নিলগতে চাব, মুখ মেলাটি যৱনৰ, জপোৱাটি বামুণৰ। গৈ সেই দৰে চাই দেখে দুই পেটৰ

তলত মাটিৰে জাপ খাই নগুণ আছে। বোলে মহাপুৰুষ মনুষ্য নহয়, স্বৰূপ ঈশ্বৰ।

আৰু ঠাকুৰ আতা জনিয়ার্ত্তে আহি চিৰাম আতাৰ বহাতে জাপী, লাঠি থয়। আতা কঠ দি, পাও ধুৱাই, মচি থৈ, হস্ত ধুই গুৱা কাটি দিএ, তেহে গুৰুজন ঠাই যায় নিতে। এদিন গৈছে, দেখে চিৰাম আতা নাই। বোলে কলৈ গ'ল? বোলে ভিক্ষালৈ গ'ল। বোলে মোৰ চিৰামে ভিক্ষাকৈহে খায়! তেহে পাচ দিনা ঠাকুৰ আতা চাউল এটোপোলা পচৰাত বান্ধি কান্ধে লৈ আহে। পথৰুৱা ভকতে সোধে বোলে বাপ, কালৈ নিয়া যায় চাউল? বোলে চিৰামটিএ ভিক্ষা কৈ খায়, তাৰালকে নিওঁ। তাৰা সবে বোলে ঠাকুৰ আতা চাউল দিএগৈ; আমিও দেখো দিব পাৰোঁ? এই বুলি সকলো আনিব ধৈলে চাউল, মাহ, কচু, কোমৰা, আদা দ'ম খালে, যি পাৰে খাইছে, মলঙ্গি গেলি গৈছে। এদিন ঠাকুৰ আতা সোমাই চাই দেখে গেলি পচি গৈছে। বোলে চিৰাম, চাউল কি বস্তু নোপোৱা, অনাদৰ কৰা যে? বোলে পৰাখিনি খাইছোঁ, কিনো কৰিম অকলে? বোলে ভকতক জান দিয়া, ডুকুলি লৈ আহক সকলো। আতা সেই চাউল মাহ, কচু, মৰা আদা, মৰিচ, গুৱা পান ভগাই গুৰু ভক্ত সবাকে দিলে। বোলে বাঢ়িলে এই দৰে দিবা আকৌ। তাৰে পৰাহে সিধা, ভোজনি চাউলৰ আৰ্হি হ'ল। সিধা, ভোজনিৰ আৰ্হি

আৰু ৰামচৰণ ঠাকুৰ ধুমৰিলৈ গ'ল। এদিন খেদকৈ উৰ্ব্বশী আইএ ধৈলে বোলে ৰামচৰণ তোক দদা সকৰে পৰা তুলি পঢ়াই শুনাই শিখাই পণ্ডিত কৈলে। এতিয়া গৈ দদা কেনে দুখে সুখে আছে বিচাৰো নলৱ। তেহে এদিন আহিল। হৰিচৰ্ণ ঠাকুৰলৈ বৈনী উৰ্ম্মিলা আপীক দিছে, ভ'তে বলগৈ। পাচ দিনা হৰিচৰ্ণ ঠাকুৰে সৈতে গৈছে। সেই

সময়ত গুৰুজন বাও নৰাতলি আত্রণ মহা কলিয়া পথাৰতে ভক্তে সমে কথা সুখে বহিছে। তাতে গৈ দুওজনে সেৱা কৰিলেগৈ। কতখানি বৈ বিদায় কৈলে আহিবলৈ। গুৰুজনে বোলে হৰিচৰ্ণ তুমি যোৱা, মাৰই পোৱা, ই ৰামচৰ্ণ যায় কিয় ? মই কেনে সুখে দুখে আছোঁ। ৰামচৰণে কি দেখিলেহি নৰাতলিত ? এই বুলি হৰিচৰ্ণ ঠাকুৰক পঠাই আবাক লৈ গ'ল লগতে, আছেগৈ। ভকতে সভালৈ মাতে গুৰুজনক, ৰামচৰ্ণে যাই পাশতে বহে, কঠখানি পাৰি দিএ। ভকতে সোধে আবা কোন ? বোলে গুৰুজনৰ ভাগিন হয়। তেহে গুৰুজনক টকা, ৰৰকাপৰ, ঠাকুৰক মহা, চেলেঙ দখিনা কৰে। এই দৰে পাই কিছু মন বহিল। আছে মাহ চাৰি।

আক এদিন ঠাকুৰ আতা প্রমুখ্যে সকলো ভক্তক গুৰুজনে বোলে সখি, আমি এভিয়া উষ্ণ, শীত, বৃদ্ধ, কাল, চাউল মুঠি সিজাব নুৱাৰোঁ। চাই এজন ভকত চাউল মুঠি সিজোৱাকৈ দিয়া যক। তেহে আতা বোলে ৰামচৰণে যে বিষয় নেৰে, কেনেকৈ সিজাব ? আতা বোলে ৰামচৰণ, এৰা, বিয়া কৰাব নালাগে, মোৰ ঠাকুৰ চাউল মুঠি সিজোৱা যোলে নোৱাৰোঁ। বিষয় এৰিব। মনে নেৰিলে কি হৰ মুখে এৰিলোঁ বুইলে ? তিনিবাৰ সোধাত তাকেহে কলে। তেহে একদিনা গুৰুজনে চাউল ভোজনি মুগুত কৰিছে ৰামচৰণক ৰান্ধনি লৰলৈ। পাচে ঠাকুৰ আতা· বোলে তোম্রাৰ চিত্ত, গুণ, বাক্য একা বুজিব নোৱাৰিনে। আগে বোলে দেখোঁ স্ত্রিয়ক নেৰিলে চাউল সিজোৱা খাব নুৱাৰি। এভিয়া দেখোঁ লয় খোজে ? বোলে সখি, বিষয় এৰিলোঁ বোলা হলে ধৰাত চাউল সিজাবলৈ নুবুইলোঁ হন্তে, যাতো এক বাক্যকে কলে সেৰো বুলি, গৃহাশ্রমে ভক্তি হানি নকৰে, শুদ্ধমত

গুৰুজনৰ চাউল সিজোৱা লোকৰ ব্যৱস্থা

গ্রহাশ্রমৰ ভক্তিধৰ্মৰ কথা

ধৰ্ম্মতহে থাকিব লাগে, ই সজ। এ শূকৰ বুলিছে গেছেলা। বোলে বাপ, শূকৰ বুলিলো কেনে? বোলে সি শূকৰে আপুনাৰ পুৰীষ ভোজন নকৰে পৰৰ পুৰীষ বিচাৰি ফুৰে। যদি পৰ চুৱা-চক লুটি ফুৰিলে, পেলনীয়া চোৰা বুটলি খালে, সিহে বয়া। ই আপুনাৰ সুবিবাহিতা ভাৰ্য্যাত ধৰ্ম্ম প্ৰবৰ্ত্তিতে ভক্তি ধৰ্ম্ম খলিত নহয়। দেহৰহে দুখ হই, স্বৰূপ পাহৰেগৈ অৰ্থে হীন হৈ। তেহে চাউল দিলে। দি চাউল সিজোৱা পাতিলে ঠাকুৰক। আৰু গুৰুজনে বোলে হৰি ভকত সকল, গঢ়, আঠুৱা তৰি, যুজিলে, শুনে সজ, মহা শক্ৰলৈ নিসংশয়া। আমাকে দেখি সাস নকৰিবা, যাৰ ইচ্ছা আছে বিবাহ কৰা। সিংহে উদয় গিৰিত চৰে, পঞ্চ নখে পাঁচটা হস্তী নি অস্ত গিৰিত খায়, তেও বাৰ বৰ্ষতহে শৃঙ্গাৰ কৰে, ঘন চিৰিকা খুদ কণ খাই দহ আঠ বাৰ সম্ভোগ; আৰু দৈব যুগীএ মন্ত্ৰ ঔষধৰ বলে সম্পৰ্ক নচাই আনে, ৰ বুইলেই ৰক্ষা নাই।

আৰু একদিনা গএগা ঠাকুৰিয়া আহি গোবিন্দ আতৈৰ পাচতে থিয় দি আছে। তাৰ কল ডিল কুটিছে, দেখা নাই, কান্তিতে বহি বদ কাচলিতে দেখি গুৰুজনে বোলে গোবিন্দ, ঠাকুৰিয়াক চৰা দিয়া থিয় দি আছে। ঠাকুৰিয়া বোলে বাপ, গোবিন্দে বেতিয়া পাচত কঠ কমেলি লৈ ফুৰিছিল আমাৰ, এতিয়া হাটী লোমাই বৰ ভকত হ'ল, আমাক কি দিব চৰা; তেহে গুৰুজনে এক দৃষ্টান্ত দিছে, বোলে তিনি জালোৱা মাছ মাইলে, তিনি ভাৰ পালে। জাল বাবে হাত, তাৰে তেৰে হাত ফটা। "ভাল মাইলি বাপৰ বেটা, বৰ দেই গ'ল আৰু সৰকিল, মজালি পাহে পতি ৰ'ল, দলিয়াইও তিনি ভাৰ হ'ল, বাৰ আছে তলি নাই। ভৰাই হেল হেল কৈ দিলে। বাই বিকিবলৈ নিলে, হাট

আছে গৰাকী নাই। গধূলি হাট গৰাকীৰ জট জট বিকি তাতে তিনি কাওন পালে। দুটাই দুকাওণ ললে, এটাক যোলে পোন দিলে। সি বোলে তহঁতে মোৰ ভাবি খালি। এই বুলি বৰ শকীয়াত কলে। সিহঁতে বোলে সেই যোলে পোনেহে একাওণ, লৈ থ। সি মুবুজি ফুকন বৰুৱাত কলে, সিদ্ধান্ত সেইদৰে দিলে। তেহে ৰাজাত কলেগৈ। ৰাজা বোলে তোৰ ববা, শকীয়াত নকৈছ? বোলে মহাৰাজ কৈছোঁ! বোলে সিহঁতে বোলে কি? বোলে সেই যোলে পোনেহে একাৰণ লৈ থ। তেহে ৰাজা বোলে, অ কি মূৰ্খ মন্ত্ৰী ই? গুৰিতে জাল বাৰে হাত, তাৰে তেৰ হাত ক'ত ফাটিলে? আকৌ বৰ দেই গ'ল সক সৰকি গ'ল, মজালী দলিয়ায়, তাত ক'ত তিনি ভাৰ হ'ল? হাটত গৰাকীএ নাই, তাতে তিনি কাওণ ক'ত পালে? ই কথাই নহয়। এই বুলি খেদি পেলালে। তেহে গাওঁ খটুৱা তিনিমুৰীয়া বুঢ়া পাই বোলে দহোঁ চাৰি কাওণৰ ৰ'ল, চাৰি কৰা, তাৰে একৰা ফুটা, একৰা ঘোলা, একৰাৰ বাৰেই নাই, কাড়ি ৰ'লগৈ দহোঁ একৰা মুঠে? গুৰুজনে বোলে ঠাকুৰিয়া তোমাৰ কথা তেনেহে হ'ল। গোবিন্দআটে ভালোৱাৰ দৃষ্টান্ত

আৰু মহাপুৰুষ গুৰুজনে একটি সুবৰ্ণ লৈ চিৰাম আতা সৈতে পঢ়ি কিনিবলৈ জাবৰি কুচিলৈ গলে, পাই চাই দেখে সুবৰ্ণ টকি নাই। বোলে চিৰাম সুবৰ্ণ নাই দেখোঁ, কতোবা পৈল হবলা? পিচদিনা আহিল উলটি, পাই বোলে ৰাম চৰ্ণ সোণাটকি পাইছানে? বোলে মমা আছে। বোলে মোৰ সাৰ্থক ভাগিন হে, যদি পৰিহাস কৈ এনেই বোলা হলে তেওঁ চান্দ্ৰায়ণ প্ৰাচিত্ত লাগিলহঁতে। তেহে লীলাৱতীৰ এক দৃষ্টান্ত কৈছে বোলে এক ব্ৰাহ্মণ তৈল্য মাৰ্জি পিবাস্তে স্বৰ্ণৰ আঙুঠি এৰি গ'ল'। পাছৰি শৌচ স্নান কৈ সন্ধ্যা কৰি লীলাৱতীৰ দৃষ্টান্ত

কৰিবলৈ চায় তৰ্জ্জনী নাই। আহি ব্ৰাহ্মণীত সুধিলেহি। বোলে নাই পোৱা। তেহে কষ্ট পাই বহি আছে। তেহে বোলে পাবা আঙ্গুঠি, গা ধোৱা। পাচে ৰাগকৈ বামুণে বোলে অ' পাপীষ্ঠি, পায়ো পৰিহাস কৈলি নাই বুলি! চান্দ্ৰায়ণ প্ৰাচিত্ত লাগিল। পাগ পাত্ৰে গুচাগৈ। নাই বুইলা হ'তে আমাৰো তেনেকৈ লাগিলহঁতে। পাচ দিনা আকৌ সোণা লৈ শ্ৰীৰাম আতা সৈতে গৈছে। জবাৰিকুচি পাই ছকুৰি পড়ি কিনিলে। লৈ নাওৰে আহিছে উজাই মানহা। দেখে তিনটা লোক দেখাতে নাওঁ খানি বাই নিছে। গুৰুজনে বোলে সেই নাও খানিলৈ আমাৰ খেদি বেগাই বোৱাহক। তেহে বাইছে খেদাকৈ। দেখি সিও বাইছে প্ৰাণৰ কাতৰে। পায় পায় যেন হোৱাত মাৰিব নপাৰি নাওখানি উখাৰি থৈ বাম উঠি লৰ দিলে। চাই গোচামৰ জাবি ৰ'ল। ইটক বোলে সিটে আন, সিটক বোলে আন আন। তেহে এটা লৰি গৈ নিলেহি আজৰ মাৰি। তেহে গুৰুজনৰ নাও পাই চায়, একো নাই। গুৰুজনে বোলে সজকৈ চোৱঁাহক। চাই দেখে পিৰিতলে এমা সূতাৰে জেঠিটি বান্ধি থৈছে। কলে বোলে লাহেকৈ ছিঙ্গি দিয়া। দিলে, দেখে নাই।—দৃষ্টিতে ধোৱঁা দেখে চিতাত তুলি জুই লগাইছিল, উঠি বহিল কলিয়া বুঢ়াটো। সকলো আশ্চৰ্য্য দেখি উচাব খালে। বোলে দহোঁ মৰা জীলে ঐ বহিল পা! তেহে সকলো সুধিলে বোলে কি দেখিলি? কেনেকৈ জীলি? বোলে মোই অ'ত কব নোবাৰোঁ। গা ধুৱাই লৈ যা, গুৰুজন ঠাইতহে কব পাৰোঁ। তেহে আনি ধুৱাই গঞা লৈ গৈছে। তেহে গুৰুজনে দেখি বোলে কলিয়াৰ শুনিছিলোঁ মৰ নপৰা বুলি? বোলে বাপ, শৰীৰেই পৰিল। ছুতে যমৰ ধৰি বান্ধি নিছিল। তোম্ৰাহে ৰক্ষা কৰা গ'ল নৰদেহা পুনৰ।

মৰাজীয়া বনমালী আতৈ

হাত দেখাই বোলে এই গোচামৰ বান্ধে ছিঁগি আছে। গদাৰ কোৱ পিঠি ছিগিল। চায়, হয়। তেহে গুৰুজনে বোলে আমাত হন্তে অকাল মৃত্যুত যদি মুক্ত হ'লা, আমাৰ তুমি হ'লা। বোলে বাপ, তোম্রাৰ চৰণত বিক্রয়-হে যাবলৈ আহিছো দাসে। পাচে মহাপুৰুষক গুৰু দেখালে। নাম দিলে, বন্ধতে মুকুত হ'লত বনমালী। পাচে পঢ়ি ভগাই দিলে ছকুৰি ভকতক ছকুৰি। তাৰে এখানি শ্রীৰাম আতাও পালে ভাগত। তাকে উবি আতা পুহ মহা পানী আনিছে। দেখে বকুলতলে এটি বুঢ়ী চণ্ডালীএ কান্দিছে জাৰত ছুটি ছৱা সৈতে। আতা সেই গাৰ পঢ়ি খানিকে ছুচিটিকৈ পেলাই দিলে। দি উদঙ্গ গাবে আহিছে। গুৰুজনে দেখি বোলে চিৰাম আমি পঢ়ি দিয়া ভাগত নেপাইছিলা? তেহে কালিৰাম আতৈএ বোলে ঘাটৰ সেই চণ্ডালীৰ ছুই ছৱাক ছুখগুকৈ দি আহিছে। তেহে গুৰুজনে বোলে চিৰাম, এতিয়াও দয়া চৰা নাইনে? এ বোলে বাপ, ব্রহ্মজীৱ ব্যব্যা খতৰত মৰে ছুখত।

আৰু এদিন ঢেকীয়া শাক বেচে, মাটিত চাৰি চাৰি কৰাকৈ ভকতে দি ভোজন কৰে। কতোএ প্রসাদ, কল, গুৱা, লোন, লাৰু, আকে দি খায়। আতা একাটি নি খালে, একো দিয়া নাই। পাচ দিনা বুঢ়ীএ সনাতন আতৈত বার্ত্তা কলে, বোলে আতা শাকৰ দহোঁ একো নিদিলে, কৰা যাই। তাৰা বোলে আতা ঢেকীয়া চাইডাল খালে, তাৰে বেচ সাধ? বৰ ধন দিলি? বোলে পূর্ব্বগুণলৈ চালে ছুগুণা হেচি লব লগীয়াহে। গুপী আই সবে কৈছে খেদত

ভুঞ্জি খাই অতিথি গৃহৰ এতে আস।
দগ্ধ অৰণ্যত মৃগে নকৰে নিবাস॥

আৰু হৰিগতি, পুৰান, ঠাকুৰিয়া, বালকদাস, কমাৰ

গৃহে ৰ'লগৈ কেৰাকুচিত। তেওঁৰ হৰিগৃহ আছে। বোলে আতৈ সব, প্ৰসঙ্গ কৰা যক। বোলে আমি:কৰিব নেজানো, আপচুৰা। তেহে গা ধুই গালেগৈ কিছু। অশ্ৰদ্ধা অৱহেলা কৈ সুধিলে। নিশা শ্ৰীশঙ্কৰদেউ গৈ সুবৰ্ণ লাঠি গলত দি হেচি ধৰি বোলে নাম গাব পাইলে মান. মুৱাইলে হেলা গৰ্ব্বকৈ নেমান? চাৰি নাম চাৰি বস্তু হলে ই ভৱ সংসাৰ পাৰ পালে ভজন দ্বাৰে তাৰতম্য ফল পায়। সেৱাইতৰ মনাৰ সম গুণতহে ফল। জনাক মান, নজনাক গৰ্ব্ব কৰ, হেলা কৰ? তেহে সাৰ পাই কাতৰ, কাকুতি, কাৰুণ্য কৰে। কৈ গমচা কৰি দি সম্মানকৈ আগ বঢ়াই পঠাইছে সন্তুনা কৈ।

কৰিভঙ্গা গোবিন্দৰ গৃহলৈ বতি

আৰু একদিনা কৰি ভঙ্গা গোবিন্দে গৃহলৈ যাবলৈ বোলান কৈলে। ঘৰ বৰমানহা উতৰি ভৰলু কাখে চিৰা-কুচিত; ভাৰ্য্যা পুত্ৰ এৰি বিভক্ত হৈ আহি ধৰ্ম্মক লভি হাটীতে আছে হৰিগুণ গাই। কাহিলা পৰি মনটি চলি বোলে বাপ. গাটি দঙ্গাই এমাহমান থাকি আহো যাই। তেহে গুৰুজনে বোলে যি গৃহ অন্ধকূপ তাক পূৰ্ব্বে চাৰি আহিলা, কেলেই পৰাগৈ পুনৰ আকৌ? বোলে বাপ, দিনা চাৰি থাকি গা-টি পূৰাই আহোঁ। তেহে গুৰুজনে এক আহি কৈছে বোলে বৈদ্য সাপৰীয়া চান্দি সৰ্প ধৰি আনি ফেটিত বান্ধি ৰাখি নচাই চাউল খায় বন্ধনত ক্ষুধা তৃষ্ণা বিনাহাৰে কৃষতা হৈ লোভ, মোহ, কাম, ক্ৰোধ, অহঙ্কাৰ, দম্ভ, দৰ্প, তুচ হৈ থাকে, যদি কদাচিত ফেটি কুটি যুগীৰ হাত চাৰি গাত সোমায় গৈ চাৰি পাচেও ধৰি লাঞ্জে বল দিএ কদাচিতে নোলায়, ছিঙ্গিএ আহে। ই মন মাতঙ্গ সন্তৰ সঙ্গ লাঙ্গ পাটতে লাউ কৰা সঙ্গ পালে গুৰু মাৰ্গত জ্ঞান গজাঙ্কুশ সকল গলেই প্ৰমত্ত হয় কুসঙ্গত

পৰি। তেহে আতৈৰ মন ব'ল। মাহু বেঙ্গনৰ উতলন্ত তৈল পৈলে বহাদৰে জাম খায়। আন সৰবো যাৰ চলিছিল, ছয় মুনিহে বায়, ৰূপ ৰস আদি ছয় শত্রু, বুদ্ধি কম্বালি গুৰিয়ালো মাচৰা দৰে ব'ল বাহুৰি।

আক মাহুবাপাৰ গোবিন্দ আতৈএ গুৰুজনক একদিনা প্রার্থনা কৈলে বোলে বাপ, মনক নিয়ম কৰিব মুৱাবোঁ, মন চলে দহোঁ, পৰস্ত্রী, পৰধনত। দুর্জন পামৰ মনে কতুৰা পেলাই মাৰে, খুজি বাঢ়ি বিবাহকে কথাৰ খোজো। দেহ-তহে দুখ হয়, ভক্তি হানি নপৰে বুলি শুনোঁ শাস্ত্র সেৱকৰ মুখে। তেহে গুৰুজনে যোৰা মাতিছে,—বিষয় সম্বন্ধ ইন্দ্রিয়ৰ সুখ, সমস্ত যোনিতে পায়।

পৰম দুর্লভ হৰিৰ ভকতি
মনুষ্যত পৰে নাই॥

প্রহ্লাদ দেউৰ বাক্য সপ্তমত কৈছে—

মনুষ্যৰ আয়ু শত বৰিষ সংখ্যাত, অৰ্দ্ধেক নিদ্রাত যায়, বিংশতি ওমলাত যায়, দহ বর্ষে ধন উপার্জে, কলিযুগত মিছা, বেশ্যা, চুৰি ডাৰি হিংসা দ্বেষত, দুই তিনএ চাৰি, চাৰিকুৰিহে পায়, পৰ্মায়ু, দুকুৰি আৰ্হেকুৰি গলেই, বৃদ্ধৰ ভাগ পৈলগৈ। কোটি কল্পান্তৰে নৰদেহাটি পাইছা, ব্রহ্মাৰ প্রার্থনি. দেৱৰ দুর্লভ, চাৰিৰ সংযোগ হৈছে, কুচিত বিভৎস বিষয়ৰ অৰ্থে নাৰ নকৰিবা, কাচক লাগি মানিক নিবিকা, লাখ টকাৰ যায় হাতে চাপৰ মাৰি। নি সি সিজন্মলৈ সেৱকৰ পাচতে হৰিগুণ গাই যাব, এবেহা দিন কেটা সুখে দুখে মন নৰলাবাইঁক। তেহে যাৰ মন লৰি চলিছিল, গুৰুবাক্য বৃষ্টিএ বাহু অগ্নি নমুৱাদি প্রচণ্ড সাগৰ বাত ঢৌ থিৰ হোৱা দৰে হৈ একচিত্তে নাম গাব ধৈলে। মহুবাপাৰ গোবিন্দ আতৈৰ বিবাহৰ ইচ্ছা

আক হৰিচন্দ্র আতৈৰ গৃহ খাতা পৰঙ্গনাত। আশ্রমী

যাতায় হৰিচৰণ আতৈ

মহাভক্ত, মাহে পক্ষে ভাবে ত্ৰব্যেৰে সেৱাকৈ থাকেহি। এদিন গুৰুজনে বোলে হৰিচয়, হৰিগৃহ, কৰিছানে? বোলে বাপ নাই, নেজানোএ নাম গাব। বোলে সাজি গোৱাগৈ জনা নজনাকৈ, প্ৰমাণ গাবা। তেহে গৈ সাজি গাইছে, নেপায় প্ৰমাণ, লোভ, মোহ, কাম, ক্ৰোধ পূৰ্ব্ববৃত। তেহে এখানি ভাৰ শাকে পাতে লৈ সেৱা কৈলেহি। বোলে প্ৰভু, নাম আজি তিনি মাহ গাইছোঁ শুধে, অশুদ্ধে, একো প্ৰমাণ নেপাঞ দেখোঁ দেহন্ত। বোলে কেইজন মানে গোৱাহঁক? বোলে বাপ, ক'ৰ কেইজন? ঘৰতে দুই ছৱা, বান্ধা, গৰখীয়া, তিনি আলহি, লঠবিয়া, দুই জোঁৱাই চলিএ সৈতে গাহঞক গধূলি বহি। বোলে মাতা কেনেকৈ? বোলে ঘৰ চঞা পুতা নাম ধৰি ঞাহ ঞাহকৈ মাতোঁ। বোলে আজিতে গৈ অমুকা আতৈ অহা যক, পাত পচলা গুৱা কলটি মানকৈ দি গোৱাগৈ, প্ৰমাণ পাবা, যোৱাগৈ। গৈ সেইৰূপে দি মানকৈ গাইছে ছয় সাত দিন। দেহ, ভাৰ্য্যা, পুত্ৰ, ধন, জন, দাস, দাসী, গৰু,ম'হ, বাৰী-ঘৰ সবাকে মিছা মায়াময় দেখি ত্যাগকৈ এৰি লাউ, কন্থা লৈ গুৰু চাতে আহি হাটী বহা লৈ হৰি গুণ গাই বহিলন্ত। নামে সাত কাৰ্য্য নিৰ্ম্মিৰত সাধিলে।

আৰু এদিন বুঢ়া আতা তাম্ভি কুচিতে গৈ এখানি ভাবে সেৱাকৈ বোলে বাপ, দাসক পঢ়ুৱক গুটিচাৰক, চিত্ত যায় দেখোঁ। বোলে তুমি পত্ৰিব নেলাগে। পত্ৰিব পাইলে ছুৱাবে গান সৰকা হয় ভেমত। পাঠেক নাম লগাব পাইলে কাকো মানিব মুৱাবে, গৰ্ব্বতে গেলে। সখি এ কৈছে—
"গায়ণ নভবে, বায়ণ নভবে, নভবে ভাগ বটা।

দেউৰি নভবে, ভবাৰি নভবে, নভবে হাটীমতা॥" দেউৰি, ভবাৰি, ভাগ বটা খাই নভবে, গায়ণ বায়ণ গৰ্ব্বত হাতীমতা

ভকত বস্তু সিংহ বুলি নৰ্ক হয়। মই তোমাক বঢ়া কৰিম, নিতে এটি পৰম তত্ত্ব কম, গীতা ঘোষাৰ অৰ্থ কম পঢ়িব লাগে জ্ঞানৰ কাৰণে, জ্ঞান লাগে ভক্তিৰ কাৰণে ভক্তি বিহীন সবে ব্যৰ্থ। এতেকে হৃদয়ত যি আছে সব ভাণ্ডাৰে সম! পত্নি পাবা কি? তেহে আতা পৰম সন্তোষ হৈ ৰ'ল।

আক অনিৰুদ্ধ আতৈএ নাম পাঠ গাই শুনি গৈ হাটীত ঘোষা পদ কীৰ্ত্তনত অলপ লাগিলে দুগুণ গাই নিন্দাকৈ পিটিঙ্গি বিগতিকৈ হাঁহে। এদিন হৰিগৃহতে নাম পাঠত লাগিছিল, থলত কৈ পেঘেনিয়ালে। তেহে গুৰুজনে বেজাৰ পাই গোধাৰ আৰ্হি কৈছে। বোলে এক গোধা কছাৰি আছিল। এদোন চাউলৰ অনেহে আটে, এহালিচা মাটি কোবে, দহপুৰা ধান বয়, এফালৰতে কুৰি চাহ কৈ নিএ। গোধা ঠেঙ্গেৰে খচি গোটাই যায়, দহ আঠ দিনত বন গজি পুনৰ বতা হয় হস্তী মলিয়া মাউতে নিতে নি নদীত পেলাই লোহাৰ ঘৰ হাৰে চাচি ধুৱাই নি লাঙ্গ পাটত সুমালেই দুনাই ধূলি মাটি কুটা লয়, পূৰ্ব্বৱত হয়। সাৰি মাজি দ্বাৰ মুখে ভৰ্চ্ছিলে সি গৃহে কোন ৰয় তাত? নাম গাৱলৈ খোজ লওঁতেই ব্ৰহ্মহত্যা আপি পাপ নষ্ট হয়, অশ্বমেধ ৰাজসূই সিজি যায়। তেনে পুণ্য প্ৰচণ্ড অগ্নিক অসূয়া বৃষ্টি ঢালি চাই কৰে। পূৰ্ব্বজন্মৰ পাপৰ দুৰ্ব্বাসনাৰ বীৰ্যে বাৰিষাৰ জলৰ দৰে কলসৰ মল বাসনা থাকে লৰি পুনৰ হয়। নামৰ অনন্ত মহিমা বুদ্ধিক নাপেখে বস্তুৰ শকতি। বাহুও বহ্নিএ কেচা পকা সব দহে। তাৰ কোনে ছিদ্ৰ চায়? বায়ু অগ্নিক কাৰ শক্তি আছে নিয়ম তৰ্কিবৰ? তেহে সকলো শুনি এক চিতে শ্ৰৱণ কীৰ্ত্তন কৰিব ধৈলে। নামৰ অনন্ত মহিমা

আৰু খিৰা মৰল বেটা গোপাল সজ, মুকুন্দ মাধৱ দুই ভকত বৈৰ অসূয়া হুল প্ৰায়, নামত বহা ঠাই খানিত কোনো জন বহিলে ভু নেপায়। কেলেহুৱা কেপকৰা চপনীয়া বুলি নিন্দা কৈ উলি নিত্ৰ। তেহে এদিন শ্ৰীহৰি আতৈ বহিল শুদা ঠাই পাই। পাচহ বহি নাম থলত বহু বুইলে মন্দে চন্দে। পাচে সকলো বিমন হৈ পাঠ শুনিছে। তেহে থলত গুৰুজনে বোলে আতৈ সব, অসন্তোষ নকৰিবা, তাৰা দুএ সজ হে কৈছে। কেলেহুৱা অথিত তোম্রা সব হোৱাই। এই বাৰে ব্ৰহ্মাৰ লিখন চাৰি পৃথিবী এৰি বৈকুণ্ঠে যাবা। তাৰা সবে প্ৰকৃতিৰ মায়া শিৰত ফুটি আয়াযাত কৈ থাকিব। সংসাৰ খেলত পৰি ৰব অ'তে, স্বৰূপ হে কৈছে ॥

আৰু ৰাম কাৰ্য্য সাধিবলৈ হনুমন্ত গল গন্ধমাদনে বিশল্যকৰণীৰ হেতু। দক্ষৰ নন্দিনী সুবেষা দেৱসবে পাচি দিলে পৰীক্ষালৈ। সাগৰত দুই প্ৰহৰ পথ জুৰি মাৰুতৰ পথ জুৰি আছে গৈ। মাৰুতী গৈ এক প্ৰহৰ জুৰি দেখি অন্যো অন্যে চাৰি, ছয়, আঠ দহ কৈ পশ্চিমে চল্লিশ পৰৰ হল যাই। তেহে হনুমন্তে মাখিৰ চ হৈ কৰ্ণপন্থে গ'লগৈ। এতিয়াও ৰবে দেব, সকএ সৰকিব, মধ্যবৰ্ত্তী সৱহে পাহত লাগি আয়াযাত হব কল্প সীমাকৈ, স্বৰ্গ, নৰ্ক, গৰ্ভবাস যোনি চেপা খাই ভ্ৰমিব। তেহে সবাৰে শুনি পৰম হৰিষ হ'ল। সূচক, খলুৱাৰ মাথে মাৰ পৈল। তাৰতে অসূয়া এৰিলে।

আৰু বাঢ়ৈ কমলা আতৈ কৌনবাৰত্তে অনালে নাওঁ বন্ধাবলৈ। নাঞ বান্ধি এক বৰ্ষ ৰহি হাটীতে হৰিগুণ গাই আছে সেৱকৰ সঙ্গে। তেহে দুও একা শৰণ বস্তুলৈ প্ৰাৰ্থনা কৈলে, গুৰুজনে ন মাহ্ বাৰ বুলি থৈছে। তেহে একদিনা ধৰাত বোলে একাদশীতে হুব পণ্ডু লৈ। পাচে শলা শৰাই দিছে বঢ়াই। তেহে গুৰুজনে বোলে ই বস্তু বৈকুণ্ঠৰ সৰ্ব্বস,

বাঢ়ৈ কমলা আতৈৰ শৰণ

পৃথিবীৰ লোকে কলিযুগত ধৰিব বহিবলৈ টান। তেলত তৈল জলত জল, দুগ্ধত দুদ অচিন হয়, তেনে হব পাইলেহে বক্ষা পায়, সংসাৰ শুখাই পৰম্পদ বৈকুণ্ঠ পায়গৈ। তই মই মৃত্যু দোষ হলে মনত অধঃপাত নৰ্ক কল্পসীমাকৈ, চন্দ্ৰ সূৰ্য্য পৃথিবী থকালকে। বাৰু তোম্রা সবে যে ধৰিছা এই দুগচি বস্তিৰ ছা এটি কৰি দিয়াইক। তেহে ঢেকেৰা হোজা লোকখানি কুৰি কাটি মুৱাইলে এটা কৰিব। তেহে কৃপালু পুৰুষ গুৰুজন সদয় হৈ পাচ দিনা ভক্তিপ্ৰদীপ চৰ্চ্চি নামমলি, গুৰুমলি, দেৱমলি, ভকতমলি, আত্মাজোৰা, নিগুৰ্ণা, ভাগৱতী অন্তৰঙ্গা, বিৰলা কেৱলা সপ্ৰেমা চৰ্চ্চি জীৱক দেহাৰ বাজ কৈ পৰমতত্ত্ব পৰমাৰ্থ বস্তু অনুগ্ৰহ কৰিছে জনম মৰণ নিবাৰণ কৈ।

আৰু হাবিয়াদিয়াতে গৈ জীৱনা আতৈ ভাৰ্য্যা পুত্ৰ বংশ মিত্ৰ বন্ধুবৰ্গ সবাকে এৰি গুৰুধৰ্ম্ম লভি বহা লৈ সঙ্গতে আছে হৰিগুণ গাই। বিন্দুসাৰ হৈ শৰীৰটি কৃষতা হ'ল। তেহে গুৰুজনত বোলান কৈলে গৃহত গা তঙ্গাবলৈ। তেহে গুৰুজনে তিনটা ঘোষা মাতি এক আৰ্হি কৈছে— হাবিয়া দিয়াৰ জীৱনা আতৈ

(১) "দুৰ্ল্লভ মনুষ্য তনু, লভিয়া পশুৰ যোগ্য
বিষয়ৰ আশা পৰিহৰা।"

(২) "বিষয় সম্বন্ধসুখ সমস্তে যোনিত পায়
হৰিসেৱা একো থানে নাই।"

(৩) "মৃত্যুৰ মুখত পৰি আছে যিটো সিটো নৰ, 'হৰিগুণ কীৰ্ত্তন নকৰে।"

বোলে কুপতীএ আহিনত বেহাৰ তলিতে দুবৰি নি বাস লয় দালত ছমাহ শুখাই, ফাগুনত বায়ুএ নি পৃথিবীত পেলাই, সিপাই পৃথি জটে। দেহবো একাদশ ইন্দ্ৰিয়, ছব্বিশ তত্ত্ব, সোতৰ বিকাৰ, মন কণ, সন্তৰ সঙ্গ দাল, সাধু সূৰ্য্যৰ তাপত

শুকাই নির্ব্বল হৈ থাকে তুসঙ্গৰ সঙ্গ মাটিত পৈলে চিত্ত বীৰ্য্যত অঙ্কুৰ ধৰে। ভাৰ্য্যা পুত্ৰৰ আহ্লাদে সাৰ পৰি ডাল, মূল, সিপা ধৰি জীৱৰ জনম মৰণ আয়াযাত শুদ্ধ নৰ্ক সংসাৰ হয়, নেযাবা। তেহে গুৰুবাক্য ৰ'ল। যাৰ যি মন চলিছিল তাঠকৈ একচিতে নাম ললে।

আৰু বৰবিষ্ণু আতাৰ চাতে গৈ হিৰা দলএ ভাৰ পাচখানি টকা পাচোটি, সেৱা কৰিলেহি। তেহে গুৰুজনে বোলে দলে, তুমি ৰাজাৰ ৰায়তত কি বাব কাৰ্ষণা কৰা যায়? বোলে বাপ, দলৈ, মজিন্দাৰ, চৌধাৰী, পটোৱাৰী মেনা, ঠাকুৰিয়া, পাচোটা কাৰ্ষনা দাস গাত বাব। বোলে এই টকা শিকা কেনেকৈ ওলায়? বোলে বাপ, মাহিলা একৈশ টকা পাওঁ। মেল স্থধি খতি খোচা খাজানা এইৰূপেও দহ বাৰ প্ৰাপ্তি হয়। তেহে গুৰুজনে এক আৰ্হি কৈছে, বৃহৎ পুৰাণৰ বোলে হৰিবৰ্ধত দৰিদ্ৰ আচাৰ্য্য সৌদাস ৰাজাৰ গৃহে গ'ল। দেখি আসনে বৈসাই পাদ্য অৰ্ঘ্যে পূজাকৈ এক লাখ ৰজত সুবৰ্ণ দিলে। তেহে দ্বিজে বোলে আৰ্জিতকৈ নিয়ায়ে বিক্ৰয়কৈ ঈশ্বৰ পূজি দান দখিণা হোম কৰিব, তাৰ ফলো অখণ্ড, প্ৰাৰ্থকৰো গ্ৰহণ পূজ্য, তুমি সপ্তদীপেশ্বৰ দুখী দৰিদ্ৰৰ কৰভাৰ প্ৰাণীৰ আনি দিছা। দাতাৰো নিষ্ফল, নিয়াৰো অসাৰ্থ। তেহে ৰাজা বেশছন কৈ কহাৰ পালি কোবাই এক মাহে খাই লৈ এটি সুবৰ্ণৰ চৰতিয়া পাই গল। তেহে পুনৰ সেই আচাৰ্য্যক অনাইকৈ দাম দিছে।' বিপ্ৰে বোলে মই আকে এক হাজাৰ পাইছো। এই বুলি লৈ গৈ পত্নীক দিলেনি। ভাৰ্য্যা ৰাগকৈ বোলে, লাখ, হাজাৰ দিলে নানে। চৰতিৰে কি হোম দিম? বুলি পিৰালিলৈ দলি মাইলে। পৰি গজি কমৰা হৈ বগাই চালে একাদশ গোটা ধৈলে। পুষ্ট হলত আনি কাটি চাই দেখে গোটে পতি এক এক হাজাৰ

হিৰা দলৈ

বিষয়া আৰু বিষয়াৰ উৎপন

বৃহৎপুৰাণৰ আৰ্হি

সোণা আছে। তেহে দ্বিজে পূৰ্ব্বে বোলা হাজাৰ বাখি অযুত ৰাজাক দিলেনি গুণ ব্যৱস্থাকৈ। ৰাজা শুনি আশ্চৰ্য্য অদ্ভুত হ'ল। তেহে ৰাজা দেশৰ কৰভাৰ তিনি ভাগ এৰি এভাগ লৈ আপুনি আৰ্জিতকৈ প্ৰবৰ্ত্তিলে। তেহে গুৰুজনে বোলে তোমাৰ টকা ভাৰ আমাৰ কাম নাই, অন্যায় খতি বিত্তত। তেহে হিৰা সব বিষই এৰি আৰ্জি দুখকৈ প্ৰবৰ্ত্তি গুৰুভক্তক সেৱা শুশ্ৰূষা কৰি একচিতে নাম গালে আতাৰ সঙ্গ।

আৰু জীৱনি যদুমণিৰ বাপেকৈ পুতেক গুৰুজনক লাগ পাই ধৰ্ম্মক ধৰি আছে। পাচে যদুমণি আতৈক মেনা, ঠাকুৰীয়া, লগুৱা দিলে ৰূপাবৰ লস্কৰ লগত। গুৰুজনে বোলে যদুমণি, তুমি যে লগত থাকা কেনে লোকটো? বোলে বাপ, কিহক সোধা যায়? সি অভক্ষ্য খায়, গোটে অনা-চাৰীটো। বোলে সি আমাক নজানে হবলা? বোলে বাপ নজানে, নকঞও। বোলে ইবাৰ সোধে যদি কৰা। পাচে গ'ল যদুমণি আতৈ। বোলে কলৈনো গৈছিলি, ঘনে ঘনে যা দেখো? বোলে মহাপুৰুষক গুৰু বুলিছো। আমি তাতে গুৰুজনক সেৱাকৈ আহোগৈ। বোলে মহাপুৰুষ কত আছে? বোলে বুঢ়ী লুইতৰ কাখে সুন্দৰীতে সত্ৰ। সেই কথা শুনি লস্কৰ খেদ লাগিল মনে। তেহে ৰাজা এক সময়ত ঢেকেৰি পিয়লিবলৈ পাঞ্চিলে। বোলে ৰোগীৰো যি ব্যাধি বৈদ্যেও সেই ঔষধকে দিছে। পাচে দুত-পাচি কলে বোলে বুঢ়ী লুইতৰ কাণে সুন্দৰী ওচৰতে ৰাহৰ কৰক। কৈলে, হ'ল। তালকে আহিল। নিশা বৈঞ পুৱা গুৰুঠাইলৈ আহিল। গোটে পিন্ধি উৰি টাৰ হাৰ পেচন্দাৰ, কৰমফুলা ভাৰ ভেটিঞ আহিছে চালে কঠে। চৰাতে বহি গুৰুজনে চোৰধৰা নাট সূত্ৰ গীত কৰিছিল।

লস্কৰে ধৰ্ম্ম ধৰে

(সুন্দৰীত) চোৰধৰা নাট ৰচনা

দেখিএ ভিতৰ সোমাল। শ্ৰীৰাম আতা ওলাই বোলে ডাকুৱাৰ পো কিয় আহিছা? বোলে আমি যাক সেৱা কৰিবলৈ আহিলোঁ। তাৰাই ভিতৰ সোমাল, মই অভাগীয়া পাপীক দেখিএ। আতা বোলে এনে বেশেৰে আহি কিয় পাবা দেখা? বোলে কেনে বেশে নো পায়? বোলে আঠু মুৰে ভুনি, চৰিয়া পছৰা, ছুপকীয়া টনা। বোলে ভকতবো তেনে বেশেইনে? বোলে সবাৰে। গ'ল কষ্টকৈ। পাচ দিনা সেই বেশ লৈ আছিল। পাএ গুৰুজনক সেৱা কৈলেহি। গুৰুজনে বোলে ডাকুৱাৰ পো, কালি আহিএ আজি ভক্তৰ বেশ ধৰি আহিছে। অ পুতনা ৰাক্ষসী, সিও ভক্তৰ বেশ লৈ গোকুলত তৰিছে। বোলে কিয়নো আহিছা? বোলে বাপ, এই দুই অভয় পদতে বিক্ৰয় যাবলৈহে আশাকৈ আহিছোঁ। বোলে তোম্ৰা আছা গৰ্ব্ব পৰ্ব্বতে উঠি আৰু ত্ৰি ব্যাধিএ অন্ধকৈ থৈছে। আমাৰ যি গুৰুধৰ্ম্ম দেখিছা, ই পিতৃ মাতৃ এৰা ধৰ্ম্ম আৰু উচ্ছৃত ওখৰা ভূমিত জল নৰয়, দ চোটতহে ৰাগৰি ৰয়। সৰু হৈহে সৰকিব পাৰি। তোমাৰ বা দেহৰ সম্বন্ধৰ আছে কোন? সেই সবে বা এই ধৰ্ম্ম ধৰি লগ লয় নলয়? পাচে তাক নললে এৰিব লাগিব। বোলে বাপ, লয় যদি লব, নলয় হঁতে তাৰ আশা ভৰষা এৰিলোঁ আৰু। তেহে শুদ্ধ পৰিক্ৰিয়া কৈছে। পাচ দিনা হৰিচে থাকি চাউল, মাহ, বস্ত্ৰ লৈ আহি মহাপুৰুষক গুৰু বুলিলেহি। বুলি এক দৃষ্টান্ত দিছে বোলে ৰাজাৰ পাটহস্তী সুবৰ্ণৰ তম্ভত গল দি বান্ধি থয়। ৰাজাৰ ভোগে ভোগাই, সেই বলীকৈ যুদ্ধ কৰাই যায় মত্ত হৈ, ৰাখিব নুৱাৰে। গৈ হাবি বনে পৰ্ব্বত গহ্বৰে ধূলা পঙ্কে, বদে, বৃষ্টিত ফুৰি শ্ৰেষ্টা পাই গুণে মনতকৈ 'বোলে গৃহে সুবৰ্ণৰ তম্ভে বদ বৃষ্টি বাত

নেপালো ৰাজভোজ খাইছিলোঁ, এতিয়া কি দুখ হ'ল। এই বুলি নিশা আহি তম্ভতে গল দি আছেহি। পুৱা মাহুতে দেখি ৰাজাত কলেগৈ। ৰাজা সন্তোষ হৈ বোলে সজকৈ ধুৱাই মোৰ খাব লগৰ ভোগ দি থাকগৈ। তেহে গুৰুজনে চৰ্চ্চিছে বোলে ৰাক দৃষ্টান্ত দিলা, আমাৰ দুই পদ পাতিলা সুবৰ্ণৰ তম্ভ। তোমাৰ মন হ'ল হস্তী, গুৰু বাক্যজ্ঞানে হ'ল অঙ্কুশ, পৰমাত্মা মাহুত ৰাজা পৰম গুৰু মোৰ শ্ৰীশঙ্কৰদেৱ, বুদ্ধি সৌকা চিত্তে কই, এই ক্ৰমে সেৱকে প্ৰৱৰ্ত্তিব। পুনু প্ৰাৰ্থনা কৈলে বোলে বাপ, গৃহ, বাৰী, গো, মহ, কাঁহ, পিতল, ৰজত, সুবৰ্ণ এই সৱত বৰ স্নেহ। আপোনাৰ বাক্যত কিৰূপ ৰম? গুৰু বোলে তোমাক ৰাজাই ফালনৈ ফালনৈ নেপাচে? বোলে বাপ, পাচে। গলে পৰ গৃহে ব'লে কেনেকৈ প্ৰবৰ্ত্তা? বোলে বাপ, নবীন পাত্ৰ দুসজকৈও দিএ। বোলে খাই লৈ আহা নে এৰি আহা? বোলে এৰি আহোঁ। বোলে সেই মতে গৃহৰ ভোৰো। ভৰা নাএঃ খাই শুদা নাএ শুৱা, ঢৌ, বজোৱা চৰ এভেকে নেপাই শোক মোহে। আৰু বোলে বাপ, চৰা চলি দাসী দাস অনেক। ৰাৰীৰ ন দ্ৰব্যখানি হলে আগে খাব গৃহৰ, খাই লৰা টৰহকৈ ৰাখিলেও আশাকৈ চুৱা কৰে। আপুনাত, সেৱকত ঈশ্বৰ সেৱাত কি ৰূপ লগাম? বোলে ভণ্ডাৰ কেইটা? বোলে বাপ চাবি ছটাও আছে। বোলে তাত নিগনি, সলিয়া কিমান? বোলে বাপ আদ খান খাই তুহ কৰে। বোলে তানৈ আৰ্জ্জেনে কোনোবাই, দেহ প্ৰবৰ্ত্তিবলৈ আৰ্জ্জে? তুমিও গুৰু ভকতলৈ মনে মানি কৰিবা, সিইত জানিবা নিঙ্গনি ইন্দুৰ, খাব বি খায়। আৰু বোলে দুটা ভাৰ্য্যা আছে বৰ মমত। তাতো কৈছে বোলে গলকন্থা শীত গলে কেনেকৈ থোৱা? বোলে বাপ, জপা বান্ধি ৰজু দি

টোপলি আৰি থৈছোঁ। বোলে কিয়? বোলে কুটে নিঙনি উএ। বোলে মাসান্তে শীত কাম ভোগকৈ মন চিত্ত গুৰু বাক্য জপা বান্ধি থবা নচলাকৈ।

কমললোচন আতৈৰ খেদ আৰু গুৰুজনৰ আশ্বাসবাণী

আৰু পূৰ্ব্বে সুন্দৰী স্ত্রীএ সুধিলে স্বামীত বাণিজ্যে যাওঁতে, পৰা খানি তোমাকে চিন্তি থাকিম। যদি কৰ্ম্মৰ গতি বুজিব নপাৰি কি কৰিম? বোলে মই পৰদেশে যাওঁ, বিদেশে মৰণে সম। পৰাত ৰবিএই, নুৱাৰ যদি বহু অন্তৰে যি লোকে শৌচাচাৰ কৰেগৈ. সেই পুৰুষ সন্ত, ধীৰ গহন, মহন্ত, ধৰ্ম্মাত্মা, তাকে ভজিবি। এই বোধ দি গ'ল। তেহে দহ আঠ বৰ্ষে বাট চালে নাহে। ৰব নুৱাৰি যৌবন শৰীৰ, চান্দিছে বহুদিন, দেখে সুকোমল গৌৰ সৰিহফুলসম ভৰ ডেকা। কমললোচন আতৈ ছাগ মৰা হাবিত শৌচে যায়। বহুদিন লক্ষ্য কৈ একদিনা ধৈলে। আতৈ অনেক ৰূপে কৈ আহে বলে এৰাই। তেহে অনেক বহু দিনে তাকো নগনি আহে। পাচে ডাব চাকু আগত দি বোলে অনেক দিন আমি তোমাক আশা কৰিছোঁ, নুপূৰিহে যদি যোৱা তোমাতে বধ দি গল ছেদি মৰিম। পাচে আতৈ বুদ্ধি হৰাই ইটোতকৈ সিটো টান দেখি বোলে মই আৰু ভু নেপাওঁ, তই যি কৰ কৰ। পাচে তাই কাম ভোগ আচৰিলে। আহিছে আতৈ গুৰু বাক্য মনকৈ, বাট নেদেখে ব্যাকুল হৈ লোটক জৰি স্নান ধূলালৈ কান্তিতে নাম গালে। পাচে পাঠ অৱসানে গুৰুজন গৈ চৰাত বহিলহি। আতৈ খলাতে দণ্ডৱতে পৰি কান্দি বোলে বাপ, বাঘিনীএ খালে, সবে খানি কলে। গুৰুজনে খেদকৈ বোলে, সজহে, ৰ'ল। মৰা হলে তোমাতে বধ দি দোষ ইটোতকৈ সিটো পাপহে টান হ'ল হঁতে। এ তোমাক ৰাখিবই পাৰোঁ, ইকৰা পাতৰো আঁৰ নকৈলা মোত। তোমাৰ ক্রমে নহৱ, এই আহিঁকে পাচলকু লব। এতেকে আশ্রমী হাটীতে বহা লৈ পাচ শাৰীত নাম গাবা। গুৰু

বাক্য লৈ গাইছে। দুই তিনি দিনে এসন্ধ্যা, তেল, তামোল মাচ, শয়ন, সবাকে এৰি লোটকে ছেদ নাই, খেদকৈ বিবর্ণ মলিন হ'ল, শোকাকুল লাৱণ্য শৰীৰ। এদিন গুৰুজনে দেখি বোলে কি হ'ল তোমাৰ? ভকতে কলে এই ক্রমে নিদ্রা আহাৰ এৰিলে বাপ অবিছেদে ক্রন্দন। তেহে গুৰুজনে হাটী মুৰে বহা দি উদাসীনৰ ভাগ দি থলে।

আৰু পঢ়িয়া আতৈৰ নিবাস উৰপোতত। জগন্নাথ সন্ন্যাসীৰে পচিম ক্ষেত্র সকলো তীর্থ বাৰ বর্ষে বেৰাই নেপাল দেশ গৈ হিমালয়ৰ দখিণে জমদণ্ড পর্ব্বত উঠি যাওঁতে এজন ভব্য পুৰুষে উপদেশ দিলে বোলে আৰতে পৰি মৃত্যু হলে ৰাজ ঐশ্বর্য্য, ধনপতি, ভোগ, ভুকুতি, স্বর্গসুখহে পায়গৈ, জনন, মৰণ, আয়াযাত, পাত ভয়, গর্ভবাস, সংসাৰে নেৰায়। এতেকে তুমি পূব দেশে যোৱাগৈ, বিশিষ্ট গুৰু পাবা। এই ঘোষাটি মাতি প্রার্থনা পৰমার্থ লভিবা জন্ম, মৃত্যু, আয়াযাত সাৰি পৰম্পদ বৈকুণ্ঠ পাবাগৈ, যোৱা।

উৰপোতৰ পঢ়িয়া আতৈৰ তীর্থভ্রমণত উপদেশ লাভ

"হৰিগুৰু পদ সেৱা খাণ্ডা ডাটি ধৰা।
মন বৈৰি কাটি সুখে ভবনদী তৰা

মার্কণ্ডেয় সদাশিৱ মতে উপদেশে ভেদি আতৈ বিৰক্ত হৈ উভতি আহি—উজাই কামৰূপে গৃহ পালেহি। পাই চোতালতে বৈ আছে। জ্যেষ্ঠ, চোট ভাতৃ, বৌএক দেখিএ ভিতৰ সোমাল দ্বাৰ মাৰি। এওঁ বোলে আমি আহিছো। বাৰ বর্ষে অনেক তীর্থ বেৰাই পবিত্র হৈ, অনেক আমাক দর্শন পর্শন মান সৎকাৰকৈ পবিত্র হৈছে। আদৰ সাদৰ কৰিবৰ চাৰি দহো দ্বাৰ মাৰিহে সোমালাহক? সিইঁতে বোলে তোমাৰ নিচিনা এনে বেশধাৰী লোক দেখিবই নাপায়। মোৰ গুৰুজনে ঘোষাত কৈছে—

"কৃষ্ণৰ পৰম নির্ম্মল চৰিত্র,

কথাৰ যৈত প্ৰকাশ।
গঙ্গা আদি কৰি যত তীৰ্থ আছে,
তৈতেসে কৰে নিবাস ॥"

তেনো কোটি গঙ্গা গয়া কাশী বাৰাণসী গুৰুজনৰ পাশতে স্নান কৰোঁ, হৃদিতে নিতে কৰোঁ। বোলে সেই গুৰুজননো ক'ত আছে? বোলে সেই সিপাৰে সুন্দৰীতে। তেহে ছও সেই দিনাই ব্ৰহ্মপুত্ৰ পাৰ হৈ আহিল। জগন্নাথ সন্ন্যাসী সোমাল, যজ্ঞ মূৰ্ত্তি বাসুদেৱৰ ঠাইতে সুধি এওঁ গ'ল। সুন্দৰীত বাট গৃহতে বৈছে। তেনেতে ঠাকুৰ আতা পালেহি মনথৈৰ পৰা। সুধিব খৈলে বোলে ক'ৰ বৈৰাগী, কৰতে আহা, কিয়? বোলে হেৰেমদৰ তিনিকুৰি ঘৰ-পৰিয়া যি ভকত হৈছে আমাৰে বংশ, সবে তীৰ্থ বাৰে বৰ্ষ বেৰোৱা কলে। এতিয়া বোলে আহিছো আশাকৈএ। আতা বোলে তোমাৰ এনে বেশেৰে গুৰুজনক কিয় দেখিবা? বোলে কেনেকৈনো দেখি? বোলে এই ভোৰ গুচোৱা। তেহে জট, কন্থা, খন্তা, পক্ষা উটাই পেলোৱালে নৈতে। শুনি গুৰু বোলে সখিৰ মাত যেন শুনোঁ। কাৰে কথা হৈছে। ভকতে বোলে বাপ, সেই সন্ন্যাসীটোৰ জট, খন্তা, কন্থা মৰাপক্ষ সবাকে কটাই উটাইছে। বোলে পাইছেহি কাজীএ। তেহে স্নান কৰাই আতা আতৈক ভেন্টাই দিছেগৈ গুৰুজনক। "হৰিগুৰু" ঘোষা মাতি সেৱা কৈলে। গুৰুজনে সুধিছে বোলে কি তীৰ্থ বেৰাইছিলা কত বৰ্ষ? তেহে পূৰ্ব্বৰে পৰা সবে খানি কলে। আৰু বোলে বৰ মেলখানত থাকিলে নেদেখে, দমিব নপাৰে, যাৰ মুঠিত যি থাকে দূৰতে কব পাৰোঁ। গুৰু বোলে বাৰু বৰ্ষ বেৰাই লুকি মুঠি শিখিলা? এই বুলি গুৰুজনে ঘোষা মাতিছে। লুঁকি মাৱা আৰু ভক্তিপথ

'সমস্তে তপক আচৰোক, পৰোক পৰ্ব্বতে উঠি যত।
বেদাগম আদি কৰি যত, বিস্তৰ তীৰ্থত নাহি কাৰ্য্য।'

আতৈৰ ঘোষাতে মন মজি মহাপুৰুষক গুৰু বুলিলে। তেহে গুৰু মাধও নাম দিছে। পাচে গুৰুজনত বিদায় লৈ উৰপোতলৌ নগলে, ভাতিজাৰ ঠাইতো নবৈ, হেৰেমদতে ৰ'লগৈ। গোসাঁইঘৰীয়াৰ পো কৃষ্ণাই আতৈ বোলে, তেওঁ লগতে আছে। গুৰুজন থকা গৈ হৰিগৃহটিতে নাম গুণ গাই থকে। কৃষ্ণাই আতৈৰে আলধৰা খৰাই লগা হৰি আতৈ, পঢ়িয়া আতৈৰে একেলগে শোএ। পিঠিতে আঁকি বাকি থয়। পঢ়িয়া আতৈএ বোলে তই মোৰ পিঠিটো কিয় আঁক বাক কৰ? বোলে স্বপ্নত সুন্দৰ স্ত্ৰী এটা আহি বোলে তই লিখ লিখ বুলি লিখায় দহোঁ। কৃষ্ণাই আতৈএ বোলে সৰস্বতী কণ্ঠোগত হ'লনে? মহাপণ্ডিত হব। তেহে পঢ়িয়া আতৈক পঠাই—লুইতৰ উতৰে চিবহাটীত যাদইন্দ্ৰ ভট্টাচাৰ্য্যৰ তত দিলেনি পঢ়িবলৈ। পঢ়িছে ব্যাকৰ্ণ, কাব্য কোষ। পঢ়িয়া আতৈক মাহেপক্ষে কৃষ্ণাই-অতৈইএ পঠায় চাউল পাত দি। এষোপ গৈছে আহিন মহা, শৰত কালে পূজি হাঁহ, পৰ ছাগ কাটি--ঢাৰি আঁৰ দি থৈছে। আতৈএ ভু নপাই লাঠিৰ আগেৰে ঢাৰি বহিবলৈ চায়। যাদইন্দ্ৰে বোলে পঢ়িয়াৰ পো, তাক নালাৰিবা, তোম্ৰাসবে নালাগে চাব; তেহে সেই ভোৰ দেখি হৰি আতৈকো লৈ আহিল নপঢাই। সেই কথা গুৰুজনে শুনি দায় জগৰ ধৰি—বাজ কৈলে সেৱকৰ। বোলে মোৰ গুৰুজনে দিছে প্ৰথম কন্ধত—

চিবহাটী (শ্ৰীহাটী) যাদইন্দ্ৰ ভট্টাচাৰ্য্যৰ ওচৰত শিক্ষা

অন্যদেৱী দেউ পূজা অবিধি

"অন্য দেৱী দেউ, নকৰিব' সেৱ,
মূৰ্ত্তিকো নচাইবা তাৰ।
গৃহো নপশিবা, প্ৰসাদো নখাইবা,
ভক্তি হৈব ব্যভিচাৰ॥"

পঢ়িয়া আতৈএ সেই কথা শুনি আপুনি গৈছে পাৰহৈ

সুন্দৰীলৈকে। শৌচলৈ যোৱা ভকতে দেখি আহি বোলে বাপ, পঢ়িয়া আতৈ আহিবৰ দেখি আহিছোঁ। গুৰুজনে বোলে আমাৰ এহেলৈ নাহিব। যিখানি পাইছে, কোৱাগৈ ত'তে ৰক। কলেগৈ। আতৈএ গুৰু আজ্ঞা শুনি সৰিহ ৰথা পজা এফেৰি পাই তাতে ছমাহ পৰি অনাহাৰে আছে, হাৰ চালহে আছেগৈ, দাৰি চুলিএ বিবৰ্ণ পৰিল গোটে, আকাৰহে আছে। একদিনা ঠাকুৰ আতা সুধিলে, গৈছিল সেইতে। দেখিএ কক্‌বক্‌কৈ বগুৱা বাই পাৱত পৰিলহি। আতা দেখিএ বোলে কিয় এনে হ'ল? কলে, মাতে নোলায়। আহা বুলি ধৰি আনি বাট গৃহতে থৈ আতা গল সোমাই। গৈ বোলে জীৱৰ এনে দুখ হলে ধৰিব কোনে, ৰব কোন? গুৰু ধৰ্ম্ম লোপহে হব আগলৈ আৰু? বোলে সখি কি? বোলে বাপ, সেই পঢ়িয়াৰ পো আতৈৰ শৰীৰ পৰেহে। ছমাহ আজি অনাহাৰ। বোলে আহিছেনে? বোলে নঙ্গলাতে থৈ আহিছোঁ। বোলে আনাচোন। আনে। দেখে, চিনিবই নুৱাৰি। দুখ দেখি গুৰুজনৰ দায়া জন্মি দোষ দণ্ড এৰি দাঁড়ি মূৰ খুৰাই খাৰে টেঙ্গাৰে স্নান কৰালে। লগতে চাউল সিজাই প্ৰথম দিনা লেটেকুৰ মান দিলে। পাচলৈ ক্ৰমে আম অমৰা টেঙ্গা, আউৰ মান দি বঢ়াই তিনি পক্ষেহে একঠি কৰিলেগৈ, গাও পূৰ্ব্ববত পুৰ্ব্ব হ'ল। বিদায় কৈ পুনৰ হেৰেমদৰ কৃষ্টাই আতৈ হৰি আতৈৰ লগত আছেহি। কৃষ্টাই আতৈৰ বেটিখানি পৰিচৰ্য্যাকৈ লগতে আছে। তেওঁৰে আতৈৰ কথা বাঢ়িল। সেইখানি দেখি হৰি আতৈএ গুৰুজনত কলেগৈ বোলে বাপ, থাকিবলৈ নহয় সজ। তেহে সকলো জনাজানি হ'ল। তেহে কৃষ্ণাই আতৈএ গুৰুধৰ্ম্মত বাদপৰে দেখি বোলে আমিএ ঘৰজীয়াকৈ দিছোঁ। তেহে দুষ্ট সুচকৰ মুখে চাই পৈল। গুৰুজনে তিনিকুৰি টকা লৈ লগ সঙ্গদি

(margin: পঢ়িয়া আতৈৰ শাস্তি)

(margin: আতৈৰ প্ৰতি গুৰু জনৰ দয়া প্ৰকাশ)

সামৰিছে। পুত্ৰ হ'ল বৰ গোপাল আতৈ, ভোলা মধ্যম, নিৰঞ্জন চোট, মুৰাৰি সৰু। মুৰাৰি খাৰু, টাৰ, হাৰ, পাট, ভুনি, পিন্ধি জজ্বল চলে গৈছিল, খাটে ধৰি মাৰি নিলে, আৰা তিনি হেৰেমদতে ৰ'ল।

আৰু এদিন গুৰুজনৰ পিতৃতিথিলৈ তিনদিন অছাত মনত পৰি বোলে গোপাল, আজিএ বাবাৰিলৈ গৈ কলা আনি জাগ দিয়া, দিন নাই, শীঘ্ৰে। গৈ স্নান ধূলা লৈ বিদায় সেৱা কৰিবলৈ গৈ দেখে কথা সুখে বহিছে। ৰস ভাগে বুলি নমাতি পাচে আণ্ঠু লৈ আছে। চাই দণ্ডিয়াত সম্বৰি দেখি বোলে কিয় নগলা? বোলে কথা সুখ ভাগে বুলি আছোঁ বিদায় কৈ যাবলৈ। বোলে গধূলি কেতিয়া যাৱা? বেগেই গৈ আনি গাত জাগ দিহে ৰাতি চাই দণ্ডিয়াত সেৱা কৰিছেগৈ। বোলে পালানে? বোলে বাপ, আনি দিয়া হ'ল। তেহে গুৰুজনে বোলে তুপৰ বাট, ৰাতি দিনে পৰতে কৈলা, এই বুলি সন্তোষ হৈ বৰ দিছে বোলে আমাক যেনেকৈ কলা আনি কৰ্ম্ম কৰাই সন্তোষ কৰাইছা তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা যশে জগত জুৰি ৰব। বাবৰি

আৰু উদাৰ গোবিন্দ আতৈৰ গৃহ ঢুমৰিত। তৈৰে পৰা বিৰকত হৈ গৃহ বাৰী ভাৰ্য্যা পুত্ৰ এৰি শ্ৰীশঙ্কৰ দেৱৰ দিনৰে পৰা হাটীতে হৰি গুণ গাই আছে। শৌচ শুদ্ধিলৈ যাওঁতে জিহ্বাতে ধৰি থাকে। ভকতে দেখি কলে গুৰুজনত বোলে উদাৰক মাতাচো। মাতিলে, আহিল। বোলে তুমি হুনু শৌচতে জিহ্বাত ধৰি থাকা হয়নে? বোলে বাপ, ফুৰা গাত নাম আহে দেখি থাকো হয়। তেহে গুৰুজনে ঘোষা মাতিছে,— ঢুমৰিৰ উদাৰ গোবিন্দ আতৈ "হৰিনাম কীৰ্ত্তনত নাহিকাল, দেশ, পাত্ৰ" ইত্যাদি

হৰি নাম কীৰ্ত্তনত নাহিকাল, দেশ, পাত্ৰ
নিয়ম সংযম একো বিধি।

হৰিত শৰণ লৈয়া, কেৱলে হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে সিদ্ধি ॥”

বোলে আন বিম্ব্রি চুৱা, নামেহে শুদ্ধ কৰে, মহা কদৰ্য্যকো পৱিত্ৰ কৰে। নামক কোনে কৰে চুৱা? আহক, নধৰিবা আজিৰ পৰা। তেওঁৰ গৃহত অনেক পৰিয়াল—পত্নী, পুত্ৰ, বধূ, নাতি, বেটী। তাৰা সবে দহ আঠ দিনে চাউল, মাচ, খৰি, দুগ্ধ, লোন তৈল বস্ত্ৰ, দি সুখি থাকে। এক দিনা আতৈৰ জ্বৰ। নাতিয়েক আহি দেখি গ'ল পৰি থকা। পাচ দিনা বুঢ়ীএ নাতিনিয়েকে সৈতে তেল, টেঙ্গা, চাউল, গাখীৰ লৈ গ'ল। আতৈ সব বিয়লা নাম গাইছেগৈ পাচ ফালে আছে আতৈ। পাই ওচৰে বহিছে। বোলে কালিৰে পৰা চাউল সিজাব পৰা নাই, গা বিষে ফুটে বিন্ধে। আএ বোলে আমি কি কৰিম? চুব, দিব, খুৱাব, ভজা খুন্দা নোখোৱা। কলে কি হব? সাত নিলগীয়া কৰুবা কোনোবা যেন হলু। বোলে

গোবিন্দৰ লৈ মন

আতৈ সবো নাই। তৈল টেঙ্গা দি মোৰ গা-টো হেচ। হেচিলে। কিচু সস্তা পাই মনটি চলি বোলে যা কালৈ গুৱা পান দি লৰা এটা পাঁচি দিবি। মই গুৰুজনক বিদায় কৈ যাম মাহ চাৰকলৈ ঘল'কে। বুঢ়ী আনন্দে গৈ পাচ দিনা দি পঠালে নাতিএকক, ঘৰ চোতাল চাঁচি সাৰি, মচি ধৌত কৈলে। নাম অৱসানে গুৱা শৰাই লৈ আতৈয়ে গুৰুজনত বিদায় কৈলে বোলে বাপ, গাটিও বিষম, দিনচাৰক গৃহলকে যাব খোজা। গুৰুজনে বোলে উদাৰ, মোহ সি গৃহ চাৰি মোৰ গুৰুজনৰ দিনেৰে পৰা সেৱকৰ সঙ্গতে আছা অতকাল গৃহ অন্ধকূপলৈ কেলেই যোৱা আৰু? তেহে মৌনে আতৈ আছিল। আকৌ গৈ প্ৰাৰ্থনা কৈলে, বোলে বাপ, মনটি দহো চলিছে, যাবকে খোজো। গা-টি সজ হলে আহিম আকৌ। তেহে গুৰুজনে গীত ধৰিছে—“নামে পৰম ধন,

চিন্তছ মন ভাই।" ঘোষাও মাতিছে—

"বিষয় সম্বন্ধ সুখ সমস্ত যোনিতে পায়,
হৰি সেৱা একো থানে নাই—।
হৰিৰ সেৱাৰ যোগ্য কেৱলে মনুষ্য তনু,
জানি ফুৰা হৰিগুণ গাই॥"

বোলে নোযোৱা হলে সজ, যাব যে খুইছা, যোৱা বাক। তেও এই ম'ৰা চকা দুটি নিয়া, ইএটিৰে তোমাৰ গৃহে ছৱা, পুতা ভাত খাওঁতে বাৰ যদি চাবা। এইটিৰে আমাৰ কীৰ্ত্তন গৃহতে আতৈ সবে নাম গাঞতে চাবা। পাচে আতৈ সবাকে সেৱাকৈ গ'ল। পালত সবেও আহি পৰি সেৱা কৈলে। বহাৰী জীয়াৰী হতে যেন স্বৰ্গকে পালে ঢুকি, আনন্দৰ পাৰ নাই। তেহে বুঢ়ীএ আঠু লৈ সুধিলে বোলে, চাউল সিজাব কত? বোলে পাগ পাত্ৰ গুচাই ততে সিজাগৈ। আতৈ শৌচ শুদ্ধি হৈ বান্ধনি গৃহৰ গাতে তুলসীৰ গোবে ঠাই মচাই ধূলা লৈ গুৰু সেৱা কৰিছে। বুঢ়ীএ চাউল সিজিছে বুলি কলেহি। বোলে মোলৈ আগে বাঢ়ি থৈ চৰু আগে, লৰা ছৱা বহাৰী জীয়াৰী সৱাকে একেবাৰে দে। তএ মএ পাচে খাম। বিমনকৈ বুঢ়ীএ দিছে বাঢ়ি। সবেও একেবাৰে খাইছে। ঘৰ জুৰি পাত লৈছে। আতৈ গুৰু বাক্য মনকৈ ইকৰা এডালি ভাঙ্গি চকাদি চাই দেখে, বুঢ়ী শুকৰী জনী হৈ হক হক কৰে বাণ্টকৈ দিছে, ই ভোৰে নোক্ নোককৰে খাই নিছে, পোৱালি হৈ। সেইতে জাকি দি লোম সিহৰি হক হক কৰে কান্দি সেইতে লৰি আহিল। সিহঁতে চুৱামুখেই কি হল, কিয় যায় বুলি কান্দি কাটি পাচত লৰি গৈছে বাহেই। দেখি আতৈ এ বাটতে আঁক দি জেঙ্গ পেলাই শপত দি বোলে মোৰ তলৈ যা, ইফাল হ যদি মোকে দেৱ। শুনি থৰকা খাই ৰ'ল। আতৈ বেগতে আহি দেখে কীৰ্ত্তন গৃহে ঘোষা গৈ কীৰ্ত্তন দিছে।

গুৰুজনৰ আজ্ঞা

গোবিন্দ আতৈ গৃহত অদ্ভুত দৰ্শন আৰু গৃহত্যাগ

গুৰুজনৰ ঠাইত দিব্য দৰ্শন

"কৃষ্ণ নমো ৰাম নিৰঞ্জন হৰি" চকা দি চাই দেখে মণ্ডলাকাৰে কৃষ্ণ, বলোভদ্ৰ মধ্য হৈ—চতুৰ্ভূজ গোপবালক ভোজন বেহাৰ খেলা ভগাইছে। সবেও দেখি দণ্ডৱতে পৰি অনেক কান্দিলে। গুৰুজনে ৰাখে, মই পাপীএ এনে সুখকো চাৰি যাওঁ! নাম থলত গুৰুজনে দেখি, বোলে উদাৰ দহোঁ আহিলা? কান্দি অ'ক ত'ক দেখা কলে। শুনি আতৈ সবে হৰি-বিষ্ণু স্মৰি আশ্চৰ্য্য হ'ল। যাৰ কিছু মন চলিছিল নিচই ডাঠ হ'ল আৰু। ঘটি, বাটি, বাচন, আঙ্গচ, বস্ত্ৰ, গুৰু সেৱা কৰাতে থাকিল। সবাতে ফটা কাপৰ খুজি কন্থা সি চৰিয়া লাউ লৈ ভিক্ষাকৈ হৰিগুণ গাই প্ৰবৰ্ত্তিলে সেৱকৰ সঙ্গতে।

দিনবৈ গাওঁৰ ভোবোৰা আতৈৰ নামত প্ৰেম

আৰু ভোবোৰা আতৈৰ গৃহ দিনবৈ গ্ৰামে। মহা বিৰকত বিষয়ত বৈৰাগ্য হৈ হৰি গৃহ এটি কৰি হৰিগুণ গাই থাকে। নামতে প্ৰেম উপজি হাঁসে, কান্দে, ব্যাকুল হয়, হৰি হৰি বুলি আনোতেই লোম শিহাৰি কঠাল যেন হয়। এটি ভগীএক আছিল পৰিচৰ্য্যা কৰি। ভোজন কৰোঁতে আতৈ তেওঁ গৈ নঙ্গলাত থাকেগৈ ৰাম বোলেহি বুলি। বুলিলেই ভোজন এৰি সাবটি ধৰেহি বান্ধও বুলি আধাভুজাতে। গুৰুজনৰ বাৰ্ত্তা পাই আহি ধৰ্ম্মক লভি হাটী লৈ সঙ্গতে ৰ'ল। তাৰাতে গুৰুজনে নিতে আনন্দতে সোধে বোলে ভোবোৰা আজি পাঠত কি গৈছিল? এ বাপ, কি যাব আৰু একাদশ। বোলে কোন খানিত? বোলে মোৰ বান্ধৱ কৃষ্ণ অশ্বত্থৰ তলে উদ্ধৱত জ্ঞান কৈছে। পৰে যে দশম বা কীৰ্ত্তন, ঘোষা ৰত্নাৱলী বা আন পদ পুথিকে। গুৰু বোলে দহো ৰাম অমুক দেএ, বাপ হুই হুই। এই মতে তেওঁৰ প্ৰেম ভাও আনন্দতে নিতে সোধে। আৰু গুৰুজনে নিতে সোধে বোলে ৰাম, ভোজন কিহেৰে কৰিছে? মই সোধোপতি দেখো পঞ্চামৃতৰহে কথা কয়। শ্ৰীৰাম আতা চাই গৈ, দেখে,

চালতে পুৰৈ এজুপি আছে তাৰে নিতে চাউল বহাই পাঁচোটি পাত দিএনি। হলে চেকা জল এটুপি সানি—ৰাম ৰামকৈ এসন্ধ্যা ভোজন কৰে। দেখি আশ্চৰ্য্য অদ্ভুত হৈ কলেহি। শুনি গুৰুজনে ঘোষা মাতিছে—

"শুনিও সজ্জন সাস্ত্ৰ সাৰ, সকলো সম্পত্তি জানা তাৰ
হৰিভক্তিৰসে সন্তোষ মন যাহাৰ।"

"চৰ্ম্মৰ নিৰ্ম্মিত পানৈ জুৰি।"

আৰু একদিনা গুৰুজনে বোলে শ্ৰীৰাম, আজি বৈকুণ্ঠ পথ চাচিব লাগেগৈ। আতা ভূ পাই সবাতে কলে; খলা কান্তি মাজি সাজি সবাৰে ধৌত কৈলে। গধূলি ঠাই তৰিয়াত গৈছে গুৰুজন. ঠাকুৰ আতা আগত, শ্ৰীৰাম আতা পাচত কমণ্ডলু লৈ গজগতি গমনে মালা সেৱাকৈ পাও চলাইছে। বহাটি পাই এফেৰি বৈ, কাৰ বুলি সোধে, যাৰ যি চলে গামচা গুৱাপান কতো কৰি দি সেৱাকৈ পাচতে যায়। এই ক্ৰমে গৈ পূব হাটীতে ৰাম আতৈৰ বহা পালেগৈ। দেখে বহা কান্তি খলা বনে বাতে কেচু মটা হাবি হৈ আছে। গুৰু বোলে এইটি কাৰ বহা? তেহে আতৈ ওলাই আহি অভয় পদত পৰি সেৱা কৈলেহি। বোলে ৰাম ঠাই ঠুই খানি সজকৈ অঁতাব লাগে। বোলে এবাপ, সংসাৰ বৃক্ষৰ শাখা এঘাৰ ইন্দ্ৰিয়, পাত পঞ্চতত্ত্ব, মূল পঞ্চ প্ৰাণ, এই দেহা অৰণ্যৰ হাবি, ভাঙ্গিএ পাৰ নেপাওঁ, বাহিৰৰ নো ভাঙ্গো কেতিয়া? তেহে গুৰুজনে বোলে আতৈ সবৰ বাজেহে মুকলি, অন্তৰে হাবি মোৰ ভোবোৰাৰ একা অন্তৰে মলমলিয়া বাহিৰেহে হাবি। এই বুলি গুৰুজনে ঘোষা মাতিছে,—

"জয় জয় ৰাম করুণা সাগৰ এ
মোক নাৰায়ণ ইবাৰ কৰিও দায়া।"

তেহে বহি বন চিঙ্গিব ধৈলে। গুৰুজনক দেখি আতৈ

সবে হাতে হাতে চিঙ্গি অতাই পেলালে। আগে ধুতিএ পাও নিদিএ।

আৰু আতাৰ লাউটি ভাগিল, উপাসে ৰ'ল, পৰি পা, লোটা এটি দিলে জল খাবলৈ। গুৰু বাক্যে নি ওবে নিশা আগত থৈ কান্দিছে বোলে, মোৰ মনক আনে যি নজানে গুৰুজনেও যে নুবুজে, মায়াৰ হাতে বন্ধ কৰে, এই বুলি গুৰুবাক্য ৰাখি এদিন জল খাইছে। ওচৰ ভকতে কলে বোলে বাপ, আতা লোটা আগত লৈ ওবে নিশা কান্দিছে দহো? যদুমণিক বোলে মাতাচোন। তেহে মাতি আনিছে বোলে কান্দিছিলা হুনু কিয়? বোলে বাপ, তোম্রা মোৰ জীৱৰ ঈশ্বৰ, আত্মাৰ বান্ধৱ। গোপী সবে বুলিছে কটাক্ষে মাৰিলে বন্ধন লাগয়, অস্ত্রে কাটিলেসে বধ। এ তোম্রা দেখো মোৰ মনৰ মনক জানা, মায়া জাল দি কেলেই বন্ধা যায়? লাউ কচুৱা এৰি এৰি নামযাৰ গাওঁ তোম্রা চৰণত মন থৈ একমনে. এতিয়া লোটা মায়া পাশে বান্ধিলা, তাত সে মন বাত খাই লাগিব, নাম গাম কেনেকৈ আৰু? তেহে গুৰুজনৰ আতাৰ বাক্যত দয়া জন্মি বোলে যদুমনি, লোটা আনা গৈ।

আৰু একদিনা আতৈ সবে বাগি হাঙ্গি ধৰি বোলে আমি হলে বন বাৰি ৰৈয়া হৈয়াকৈ ফুৰোঁ, চিৰাম আতা সমান ভাগ খায়। একো নকৰাই গুৰুজনে! এই কথা শুনি গুৰু মৌনে আছে। তেতি সময়তে বগৰি এপাচি ভেটিলেহি বোলে যদুমনি, চাইটিকৈ বগৰি সবাকে দিয়া দিলে। বোলে আতৈ সব কেএ নেদেখাকৈ খাবা। গুৰু বাক্যে কতোএ খালে কাপোৰতে আৰকৈ, কেহো খালে বহা সোমাই। শ্ৰীৰাম অতো কাপৰ ভিতৰকৈ চায়, দেহৰ চৈধ সাখী দেখে, বহা সোমাই চায় খাবলৈ, দশ দিগপালে দেখে, হাবিলৈ গৈ দেখে উলু কুহুৱা। গুৰুজনৰ চৰণত পৰি প্ৰেমাকুল হৈছে,

নেখাই আহিল। তেহে সবাতে গুৰুজনে সুধিলে বোলে, এই ক্ৰমে খোৱা হ'ল। বোলে শ্ৰীৰামৰ একা? তিনিও ঠাইৰ সেই মতে কলে, বোলে বাপ, খাবৰ ঠাই নেপালোঁ। সেই বেলাত ঘোষা মাতিছে, - কৰুণাসাগৰ মোৰ বান্ধৱ এৰাম। বোলে মোৰ শ্ৰীৰামেৰেহে বাগি ধৰা ইক?

শ্ৰীৰাম আতাৰ বোধ

আৰু বাঢ়ৈ কমলা প্ৰীতিসুখত মহা নিপুণ। এক নিশা দশমৰ "আপুনি ভকতে ভৰি ই ছোৱাতে গৈলা এৰি।" এই পদতে দুই মুই উচ নীচ বাদ লাগি শুলে-কষ্টকৈ। বামুনত, হৰি, চিৰে, বলাই, বলো চাৰিও আতৈৰ মুখে পৰমাৰ্থ বুজিছিল গুৰুবাক্যে। চত মহা বিহানে হাল গৰু লৈ আহে। পথে এজন সুন্দৰ দিব্য পুৰুষ লাগ পাই বোলে, ক'ৰতে অহা যায়, যোৱা যায় কলৈ? বোলে কি সোধা যায়? বাঢ়ৈ কমলাৰ বহাতে আছিলোঁ, আজি নিশা ৰাত মাতুলি পচোৱা পাই বহা ভাঙ্গি খেৰ খুটা কতুৰা পেলালেগৈ, গুচি আহিলোঁ। পাচে তাৰা সবে শুনি খেদকৈ উভটি খেৰ বাঁহ, খুটা লৈ গৈ পাই দেখে স্নানকৈ বহি আছে নাম সেৱাকৈ দুও। বিস্ময় হৈ কলে খেদকৈ সকলোখানি। তাৰা দুএ শুনি আশ্চৰ্য্য অদ্ভুত হৈ বোলে ঈশ্বৰহে গ'ল হৃদয়ৰ পৰা আমাৰ দুৰ্ভাগ্যহেতু। তেহে কৈ তাৰা চাৰিকো বোধাই আৰা দুও গুৰুজনত কৈ দণ্ড মৰাই বস্তি দি মাগিছে প্ৰাৰ্থনা কৈ। তাৰতে মাটিকে সোনা বুইলেও হয় বোলে মহাপ্ৰীতি হ'ল, আনৰো বোধ হ'ল যাৰ মন লৰিছিল।

শ্ৰীৰামৰ দৈত্য দানৱ দৰ্শন

আৰু শ্ৰীৰাম আতা শুদ্ধিলৈ গৈছিল সন্ধ্যাবেলা বৰবিল মূৰত হাবি জুপিৰ আৰতে শুনে চুৰিয়নি হোলাতে অনেক দৈত্যদানৱ যক্ষে মেল পাতিছে বোলে আমাৰ সাত সাত পুৰুষ আতে আছো এতিয়া কি জাগা ইটে গাত জুই দিয়া দিহা ...... অত থাকিব মুৰাৰি, ছাগমৰালকে যাওঁহঁক।

তেনেতে আতা ৰাম বুলি দিলে, গিৰ গিৰ কৰে তৰা নৰা এৰি বিলত পৈলগৈ, কাদোৱনি পানী হৈ পৈল। আতা আহি লুইতত স্নান কৈ গ'ল। বোলে শ্ৰীৰাম দেখো বেলা হ'ল? বোলে অনেক দৈত্য মেল পাতিছিল, ৰাম বুইলত লৰ মাৰিলে। তেহে পাচ দিনা গুৰুজনে বাউসীৰ, গনকুচিৰ, ৰাবাদিৰ, তান্তিকুচিৰ, ডাঙ্গৰিকুচিৰ, মুলাজতিৰ সবাকে জনালে আহি দিনে নিশা হৰিকীৰ্ত্তন পাতিলে সাদিনলৈ, বৰবিলৰে, বুঢ়ীলুইতৰে মাজতে বৰি এটা আছিল, যখ যাওঁতেই জান হৈ গ'ল, নাম হল ধলজান। ছাগ মৰাত পৈলগৈ। পৰি বিচাৰ লগালে কোন আহিল নাহিল। লেখত খুৰীয়েক এটি নাই, বিচাৰি চাৰিগুলৈ আহি পালেহি। দেখে বান্ধি থৈছে। বামুনৰ নাৰায়ণ আতৈ টঙ্গিত আছিল। দেখে, কোমোৰাটো যোৱাদি বাগৰি যায়। উঠি আচলাৰে টঙ্গিৰ খুটাত বান্ধি থলেনি। মনুষ্য গাঁথি মেলিব মুৰাৰি আতৈক ধৰি পাৰে মানে মাৰি গ'ল। উঠিব নবাৰি পাৰি আহিল। ঘৰ পৰা আনিছে গৈ ধৰিহে। গুৰুজনৰ ঠাই সেমাই কব ধৈলে বোলে বাপ, সেই মহা ৰামৰ কীৰ্ত্তনতে উৰ্দ্ধতে স্বৰ্ণৰ পক্ষীটো কন্ধতে ঈশ্বৰ পাক ফুৰি এই থানতে সোমাল। মই জাগি বহি আছিলোঁ। নিব মুৰাৰি পৰিহে আছিলোঁ। গাৱ চক উষহিছে। গুৰু বোলে, সেইটো বান্ধি থৈ বিলটো ৰখালা, মেলি দিয়া। মেলিলত কোমোৰাটো বাগৰা দি গ'ল। গুৰুজনে নাম দিব ধৈলে, বৰকৈ উঠিল। ঈশ্বৰ আকৌ গৰুড়ৰ কন্ধে আহি ঘুৰি ফুৰিছে খেৰ বাৰ পাখীৰ বা লাগি জঁাত জঁাত লৰিছে। শুনি গুৰু ওপৰলৈ হস্তকৈ উঠি ঘুৰি নাম দিছে বোলে বাপু সব, নাম নেৰিবা, ঈশ্বৰ আহিছে, গৰুড়ৰ পখা বাজিছে। ঈশ্বৰ সোমাব মুৱাইলে, ভকত এঙ্গা জেঙ্গাকৈ বহিছিল বাট মাৰি। পূৱা দেখে আঁহতৰ দালতে পৰিছিল,

গৰুড় কন্ধত ঈশ্বৰাগমন

ভাগি পৈল, নখ বহি আছে। তেহে গুৰুজনে বোলে, মোৰ মহাপুৰুষ গুৰু আজি সিংহাসন আসন হোৱা হলে তাতে বহি জিৰাই নাম ভকতৰ আনন্দ চালেইঁতে। তেহে আসন পাতি দি গা পথালি বহাৰো শাৰি লগাই চৈধ গোটা প্ৰসঙ্গ পাতি মূৰ্ত্তিমন্তকৈ চৰ্চ্চি ক্ৰম লগাইছে, বৈকুণ্ঠৰ পৰা অনন্তলৈ। আৰু বোলে আলহি, অথিতি ঘৰুৱা বমুৱা, পথৰুৱা লোন কৰি গুৱা প্ৰসাদত বাজে লাগিবা, নাম খাৰতলৈ অভ্যন্তৰে লাগে।

আৰু জিলৈ বুঢ়া বুঢ়ী আছিল দাউকী গ্ৰামত। বুঢ়াই পাচি, কাউলি, ডলা, পলা, কুলা, জকাই, খাই পল, জুলুকি, এই বৃত্তিকৈ প্ৰবৰ্ত্তে। বুঢ়া সাজে বুঢ়ীএ সলায়' গৈ ফুৰি। একদিনা হাটী পালেহি। আতৈ সবে ডুকুলি লৈ লোণ, তৈল, চাউল, গুৱা, প্ৰসাদ আৰু আনিবি বুলি সৰহকৈ দি পঠালে। বুঢ়া দেখি বোলে বুঢ়ী দহোঁ আন কালতৈ ফাইকত পালি আজি? বোলে বুঢ়া যিহে সন্ত মহন্ত ঠাই পাইছোগৈ আজি। বোলে নিতে তাতে সলাবিগৈ। সেই মতে নি সলাই খাই আছে। একদিনা বোলে বুঢ়ী, তোৰ কোন আছে? বোলে মোৰ বুঢ়া আৰু মই। বোলে এনেকৈ ফুৰাতকৈ আল'কে আহগৈ। তই খলা মাৰিবি, শাৰীৰ ভাগ দি মাহ প্ৰসাদেই জুৰিব, বুঢ়া নাম গাব, ভাগ খাব, জীৱৰো কুশল হব, দেহৰো জীৱিকা মিলাব গুৰুজনে। আশ্ৰমী হাটীতে বহা খুজি দিম আহগৈ। বুঢ়ীএ আনন্দ হৈ গৈ বোলে বুঢ়া, ভকতে মাতিছে, বলা যাওঁ। বুঢ়া বোলে কৰ ভকত ঠাই যাব পাৰোঁ? বোলে বুঢ়া নেযাহে মই পাচি কাউলিও নসলাও, এৰি মই যাম হে পা। শুনি বুঢ়া বিবুদ্ধি হৈ বোলে ব'ল বাৰু। গৈ বাহিৰতে বহা দিছে, তাতে আছে। বুঢ়ীএ বোলে বুঢ়া, তই নাম গা, তই একোলৈও চিন্তিব নালাগে, মই পুহিম বান্ধি বাৰি খাবি মাত্ৰ। বোলে কি নাম

দাউকীগাওঁৰ বুঢ়াবুঢ়ী

ভু কে নেপাওঁ। বোলে পাচতে থাকগৈ। বুঢ়ীয়ে পচাত বহিছে এপক্ষমান'। বুঢ়ীএ ৰান্ধি বাৰি থয়, খুৱায় পঠায়। আকৌ এদিন বুঢ়ীএ খেলে বোলে আজি প্ৰসঙ্গত কি গাইছিল, কচোঁ? বুঢ়া বোলে পাহাৰিলোঁ। বোলে যা ভাত নাই। বুঢ়া দুখ কৈ গৈ কান্তিতে পৰি অছে। বলোভদ্ৰ আতৈএ দেখি বোলে বুঢ়া, দহো আহিলি, কি হ'ল? বোলে নাম কব নুৱাইল বুঢ়ীএ ভাত নিদিলে।

"বোলে বিষয় বিকলে নমৰ মন।
সদায়ে চিন্তিয়ো হৰি চৰণ॥"

যা, কৈ ভাত খাগৈ। বুঢ়া বাটতে বোলে বুঢ়ী নাম শিকি আহিছোঁ। বোলে গা চোঁ গালে। তেহে ভাত দিছে। বোলে নিতে মোক এই দৰে কৰিহি, তই ভাত কাপৰ চিন্তিব নালাগে। মই মাগি মুনিহ দি খুৱাম। বুঢ়া আতৈক নিতে খৰি পাত শাক মাছ টি পায় নি ঘোৰা শিকে গৈ। বোলে তোমাৰ পৰাহে ভাত কেটা পাইছোঁ। সেই ক্ৰমে শিকি সেৱা ধৰি পৰমাৰ্থত লাগিলগৈ। গুৰুধৰ্ম্ম লভি আতৈক আগুনীয়া কৈ হৰিগুণ গাই বুঢ়া বুঢ়ী বৈকুণ্ঠে গ'ল।

অমৃতাকৰ দলৈৰ নিমন্ত্ৰণ

আৰু অমৃতাকৰ দলৈ সেৱকীয়া গ্ৰামী ভকত। গুৱা শৰাই দি প্ৰাৰ্থনা কৈলেহি গৃহলৈ নিবলৈ ভক্তে সমে। বোলে বাৰু যোৱা। পাচদিনা গুৰু জনে ভক্তে সমে হৰি কীৰ্ত্তনকৈ বুঢ়ী লুতে নৌকাৰে গৈ ঘাট পাইছন্ত। বাট চাৰি পাত পাৰি ৰূপ কাপৰ শৰাইতকৈ আগ বাঢ়ি নিছে। একপক্ষ ভক্তে সমে ৰাখি বৰ সভা পাতিলে মহেখোৱা বৰিত ৰভা খোলাকৈ। একুৰি চাউল, দহ পুৰা মাহ, ঠাকুৰ আতা, গোপাল আতা, বিষ্ণু আতা, বুঢ়া আতা, হৰিহৰ আতা, শ্ৰীৰাম আতা, ৰাম বনগঞা গিৰি, আনো ভক্ত গ্ৰাম সাত খন জোৰা সাতোটা গাইছে। গুৰুজন গৈ ভক্তে সমে বহিছে। অনেক ভকত

গ্ৰামবাসী, চৌধুৰী পাটোৱাৰী, মেনা, তালুকদাৰ, ঠাকুৰীয়া অনেক লোক লস্কৰ বহিছেহি, সভা টলবল কৰিছে। মনথৈ পৰা ঠাকুৰ আতা গৈ সোমাই বোলে ঠাকুৰ, সভালৈ জনাইছেনে যাও আহা। বোলে আতা আমাৰ দুখৰ কালত কোনে গোনাই, এই বুলি ন ঘোষাটি মাতিছে—"যাৰ শীল পিক্ষা পাই।" শুনি আতাৰ মনে দুখ আহি বোলে অহা যক, ময়ে সৈতে যাওঁ। তেহে জয়হৰি বলাই, ৰাম, হৰি, শ্ৰীহৰি সনাতন এই পাঁচজনে কঠ লোটা, শৰাই ললে, আতা আগত ঠাকুৰ দেউ পাচত গৈছে। এটি সমীপে দহো মাজতিয়া আছে। বোলে তোম্ৰা আতে খানেক বহক। মই সভাতে আহোগৈ। মতাত গুৰুজনৰ পাৰত বহি অভয় পদত সেৱাকৈ দেখে সভাখান দলদোপ কৰিছে প্ৰজা। গুৰুজনে গুৱা দুখানি দি ভোজন দুখৰ বাৰ্ত্তা সুধি বোলে সখি সভাখান কেনে হৈছে দেখা যায়? বোলে বাপ, কোনে সৰ্ব্ব গুণাকৰ সুন্দৰ পুৰুষক বত্ৰিশ অলঙ্কাৰে কচাই তাৰ শিৰ নহলে যেনে অশোভন দেখি এই সভাও তেনে হৈছে। গুৰুজনে মৌনে কষ্টপাই শুনি বোলে তোম্ৰা, আতা, আমি আছো আৰু গুৰুজনৰ সেৱক আতৈ সবো আছে, গ্ৰামবাসী সবো আছে, কিয় অশোভন বোলা গ'ল ব্ৰহ্ম সভা খানক? তেহে আতা বোলে বাপ কাৰ বস্তু সৰ্ব্বসেৰে তোম্ৰা চহকী বোলাইছা? এ মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱক বিতৰে তিনিও ৰাজ্য সুখী হল। এতিয়া তাৰাৰ পুত্ৰ নাতিক সোধোতাও নাই দুখ কালত। সেই ৰাম ৰায়, ৰামানন্দ ঠাকুৰ লগতে নাছিল? কিয় ধৰ্ম্ম নথৈ তোম্ৰালৈ কৈ গ'ল, তাৰাকে দি গ'ল। এতিয়া তোম্ৰা সেই গৃহস্থৰ বস্তুকে নাতি পুত্ৰক দি প্ৰতিপালন কৰিব নেপায়? এতেকে সেই গুৰু নাতি দুটি শঙ্কৰ পুৰ্ষোত্তম ঠাকুৰ হলেহতে, তেহে শিৰ হয়।

তেহে গুৰুজনৰ প্ৰেম জৰি ঘোষা মাতি বোলে, সূৰ্য্যক কুহলিএ, অগ্নিক ভস্মে ঢকাদি আমাক সেই মতে শ্ৰী, ব্যাধি অবিদ্যা মোহকৈ ভুলালে—

"যি হেতু তোমাৰ, চৰণ পঙ্কজে
নভজিলোঁ নাৰায়ণ,
সি হেতু অনাদি অবিদ্যা আন্ধাৰে
কৰিলে জ্ঞান উচন্ন ॥"

প্ৰহ্লাদৰ বাক্য মোৰ গুৰু দিছে অষ্টমত,—

শ্ৰীব্যাধি পাইলে যাক জীৱন্ততে মৰা।
মাতন্তে নমাতে যেন আতুৰ নপৰা ॥
শুনিও নুশুনে যেন বহি থাকে কলা।
দেখিও নেদেখে যেন দিনতে অন্ধলা ॥

বলি যেন মহা ভক্তক ঢাকিলে ; মই কি ?

পাণ্ডৱৰ ৰাজসূইত ভীষ্মৰ বাক্য—

বুদ্ধিহীন আমি যত সমস্তে অজ্ঞান।
তুমি শেষ বাক্যে মহা জ্ঞান দিলা দান ॥
হেন ঈশ্বৰক মুৱাৰিলো তৰ্কিবাক।
তুমিসে কৰিলা আজি উদ্ধাৰ আমাক ॥
আজি যেবে সবে আমি তোমাক নাপাঞ।
অজ্ঞান সাগৰ মাজে পৰি তল যাঞ ॥
পৰম ঈশ্বৰ জ্ঞান নৌকা দিয়া দান।
তুমিসে কৰিলা সমস্তকে পৰিত্ৰান ॥

সখি, মোক ঠাকুৰক কোনে দিব আনি এতিয়াই ? বোলে বাপ, আমি অনা গৈছে, জোৰা এটি দিয়া যক আনোঁগৈ। দিছে ; নি আন্নিছেগৈ। ৰভাৰ মুৰলকে ভক্তেসমে গুৰুজনে আগবাঢ়ি আনি সেই বহা ভিটি ঢাবি কঠে, গাৰু, শৰাই টেমা, তাতে বহালে নি। দেখি সভাৰ লোক আশ্চৰ্য্য হল।

গা বদলে বহালে বুলি। আক তেজ শক্তি ৰূপ বশ্মি দেখি ধ্যান লাগিল সভাৰ প্ৰজা। শিৰ ছত্ৰাকৃত্য, কেশ আকুঞ্চিত, শংস প্ৰায় গ্ৰীবা কম্ৰ আয়ত লোচন, ভ্ৰুবযুগল মদনৰ চাপ, নাসা তিলফুল, অধৰ বাতুল, চন্দ্ৰমা বদন, দাৰিম্ব দশন, সিংহবক্ষ কন্ধ, বাহু আজানুলই শোভে, তাতে নখচন্দ্ৰ চয়। বস্তুৰ মোলান আঙ্গুলিৰ ঠান, বাহু বক্ষস্থল, ডম্বৰু কঙ্কাল, কতি উৰুস্থল, উৰু দামকল, বলিত জঙ্ঘন দুখানি চৰণ, অৰুণ বৰণ পাট পিচোৰাই অধিক সুহাই ; হেন অদ্ভুত চমৎকাৰ বিৰাজ ৰূপে ঠাকুৰ দেৱ উজ্জ্বৰিত বহিছে, যাৰ যেই অঙ্গে দৃষ্টি পৰে নভাৰে চক্ষু। তেহে মহাপুৰুষ শ্ৰীমাধদেৱ মাত লগালে সবে সভা কাংস পৰিল। বোলে সভাসদ লোক সমস্তে আছা। আক আমাৰ আতৈ সবো আছা। এটা কথা সোধোঁ, ন্যায়, উচিত, শাস্ত্ৰ দেশৰ যি সমুচিত তাকে কৰা হঁক। চহকী আঢ্যৱন্ত বৰ সদাগৰ থাকে। কালৰ প্ৰমাণে আয়ু অনুক্ৰমে চলিবৰ কাল পৰে। পুত্ৰ নাতি যি থাকে চোট, ছৱা অবোধ, তেওঁৰ কোটি লাখ বত্ৰিশ লাখ টকাৰ বস্তু থাকে সবাতকৈ অমূল থাপ হিৰা, বস্ত্ৰ, মুকুতা, মাণিক সবাকে গৃহস্থৰ মন বুদ্ধি ৷োৱা দাস ভৃত্য সুজান ঘৰগিৰি থাকে, তেওঁতে থৈ বৈকুণ্ঠে উঠে। তাৰাৰ পুত্ৰ নাতি বুজন সুজন ৰাখি খাব পৰা হলে দিব পায়নে মুহিব পায ? তেহে ৰায়ত সভাসদে সবেও বোলে তাৰাৰ বেটা নাতিত শোধাব পায মোহিত কৰা উচিত নহয়। তেহে গুৰুজনে ৷ৈগ কণ্ঠমালা ঠাকুৰ দেউ শিৰত দি বোলে মহাপুৰুষ ৷৷ মোৰ শ্ৰীশঙ্কৰদেৱ যি শুদ্ধধৰ্ম্ম শক্তি ভক্তি বল, পৰাক্ৰম আমাক ভৰাৰ পাতি থৈ গৈছিল তাকে আমি গুৰুত্ব বস্তু ৰাখ ঢাক কৰ গছিল। আজি ঠাকুৰত আমি সবে খানি শোধালো। উৰ্দ্ধ বাহুকৈ বালে সভ বিগুমানে তিনিও শ্ৰীমাধৱ দেৱে ঠাকুৰ দেউৰ শিৰত কণ্ঠমালা বস্ত্ৰ শোধায়

ৰাজ্যৰ বাপুসৰ আছাইঁক, শঙ্কৰৰ পুত্ৰ নাতি যাৰে থাকে পৃথিবীত তাবাসে ঈশ্বৰ হৈব, আমি হৈবো ভৃত্য। এই বুলি হৰিধ্বনি কৰালে। শঙ্খ ঘণ্টা দবা বাদ্য কৰালে উকলি উৎসৱ সাধু ধন্য ধন্য মহাপুৰুষ শ্ৰীমাধৱদেৱ প্ৰশংসা প্ৰজাৰ বোল শব্দ উঠিল। শ্ৰীশ্ৰীমন্ত স্তুতি শঙ্কৰ ঠাকুৰ দেৱ যোল্ল বৰ্ষত ধৰ্ম্মৰ আচাৰ্য্য হল, তেৰ বৰ্ষত শ্ৰীশঙ্কৰ দেৱ বৈকুণ্ঠে গ'ল, মমাৰ গৃহে ছমাহ, পাটবাউসীত এঘাৰ বৰ্ষ, জনিয়াত পাঁচ বৰ্ষত আচাৰ্য্য হৈ ভক্ত সত্ৰ সভা পাতিছে। তেহে সভা গান বান হ'ল, বিসৰ্জ্জি বিদায় দিলে, ৰায়ত দিশা দিশি গ'ল প্ৰজা। পাচত অমৃতাকৰে ৰূপ কৰি কাপৰ কমল গুৱাপানে গুৰুজন ঠাকুৰদেৱক দখিনা কৈলে। সভাসদকো কৰাই আতা সৱাকে সম্মানকৈ পঠাইছে। পাচত ঠাকুৰ দেউ, আতা গুৰুজনক সেৱাকৈ আহিছে। ভক্তে সমে গুৰুজনক গৃহে নি এপক্ষ ৰাখি অনেক দ্ৰব্য বস্তু দি সাদৰে নি সুন্দৰীত থৈছন্ত। গ্ৰাম বাসীএও, ভকতেও অমৃতাকৰক অনেক প্ৰশংসা কৰিবৰ শুনি তেওৰে ভাতৃ কলিয়া দলৈ গা নসয়। মহা দাম্ভিক গৰ্ব্বমনে বোলে, মই তাতকৈ বঢ়াম গুৰুজনক আনি। এই বুলি অনেক সম্ভাৰ যত্নকৈ গুৰু ভক্ত সমে প্ৰাৰ্থনা কৈ জনালেহি। পুনৰ ভক্তে সমে গুৰুজন গৈ নাৱেৰে ঘাট পাইছন্ত। বাট অভাই পাট কাপৰ পাৰি ৰূপ কাপৰ জোৰা খেৰি গাইবাই আগ বঢ়াই তুলি নিলে। পাওগতিকৈ গুৰুজন গৈ বহিছে। বাসা গৃহ দি সবাকে থৈছেনি। তেল, ন চাউল, নকৈ মাছ, ন শাক, সাজে পতি ভিনে ভিনে দিছিল। সেই ক্ৰমে সভাও কৈলে ৰায়ত জোৰা চপাই, তিনি পক্ষ ৰাখি অনেক সাদৰ সম্মানকৈ ভক্তে সমে গুৰুজনক নাওত আগ বঢ়াই থৈ দহমহা সোনাৰ সাত শিৰীয়া হাৰ গচ দি সেৱাকৈ বোলে, বাপ, আজিহে অমৃতাকৰ ভাইৰ মান

কালিজাৰলৈয়ে গুৰুজনক সন্মান দেখুৱাব

শুবিলো। তেহে গুৰুজনে এক দৃষ্টান্ত দিছে বোলে এটা ধৰ্ম্মাত্মা লোকে অনেক পুৰুষাৰ্থ কৈ গৃহ কৰালে। চদাব্ৰত চলাই দিবলৈ নদীৰে হাটৰে বাটৰে ঘাটৰে তিনি আলি মুৰে চল বন্ধ লগাই সাজি চাউল, লোন, তৈল, খাৰ, পাত, শাক খৰি, মাছ ঘৃত, মধু, দাইল, চক, সবে সম্ভাৰ জন্তাই থৈ দ্বাৰ মুখতে বৰ্চ্ছি গল, গৃহবস্তু চদাব্ৰতৰ বাৰ্ত্তা পাই অনেক লোক যায় দেখি উভতিয়াই সব বস্তু তাতে পেলনি নাৰ গ'ল। এতিয়া তোমাৰো তনেহে হল, কৈলা। ভকতে পৰম সন্তোষ পাইছিল তিনি পক্ষে সেব্ৰাত, একেষাৰে ভ্ৰষ্টকৈ পেলালা। এই বুলি আহিল।

অক এদিন খৰতিয়া গোপালে বিদায় কৈলে দুই মাহ মান গাওঁলৈ। গুৰুজনে বোলে সি দুঃসঙ্গলৈ কেলেই যোৱা? এ শিল পৰ্ব্বতে কাষ্ঠ পৈলে শিলা হৈ গৈ ক্ৰমে মাটিত পৈলত মৃত্তিকা হয় গৈ। ছয় মাজে যাৰ যি সঙ্গ বৃত্তি সম জাত গুণ লয়, হয় গৈ। সোনকালে আহাগৈ যোৱা। গৈ ভাই, বন্ধু, জ্ঞাতি গঞা সঙ্গে এক বৰ্ষ হ'ল মন চলি স্ত্ৰী পৰিকৰ দেখি বিবাহ কৰাই আছে। তাতে ভাৰ্য্যা, পুত্ৰ, দুহিত্ৰী হৈ অন্ন বস্ত্ৰৰ বৰ দুখ হ'ল। এবাৰ এখনি ভাৰ লৈ গুৰুজনক সেৱা কৈলেহি। দেখি গুৰু খেদ কৈলে, কেনে লোকক কেনে কৈলে বিষয় বতাসে পাই। সকলো হায় হায় চি চি খেদ হাস্য বিগতি কৈলে। তেহে ঠাৰে আতা নিবাৰি বোলে মায়াৰ হাত কোন সাৰিছহঁক? স্ৰষ্টা পুৰুষৰ বাক্যে ব্ৰহ্মাৰ আজ্ঞা লিখিতা কাৰ শক্তি এবাবৰ? কতো লোকে বয়স বাৰিষা চাঙ্গ পাতি শোৱে; বেঙ্গ, সৰ্প, পিম্পৰ পোকৰ দৰে, কতোএ মাটিতো শোৱে। আক নগনি চাঙ্গ উদাস ধৰ্ম্ম সুখ দেহবস্ত্ৰজীৱৰ নিদ্ৰা বাগৰত মন, কায় চলি পৈলে হাৰ, বাৰ ভাঙি নৰ্ক সংসাৰ হৈ লোভ, মোহ, কাম, ক্ৰোধ. সাপ, বেঙ্গ পকৱা,

খৰতিয়া গোপাল গাওঁলৈ যায়

পোক, দেহৰ হে দুখ, বিষয় পৰিবৰ নুত্তই "আনক নিচিন্তি ৰাজা চিন্তা আপুনাকে।" নাৰদৰ বাক্য। এনে খেদ হলে মনে হক্ বিষয়েই, ভক্তি হানি নপৰে দুখহে। হৰি হৰি আমাৰ দৈবে এনেহে লিখিলে বিধি! দুসঙ্গ'ৰ সঙ্গ লোহা গঢ়ি পিন্ধিলো, এই বুলি ৰাজাৰ, গুৰুৰ, ভাৰ্য্যা পুত্ৰে তিনি তাপে তাপিত হৈ ধন ধান আৰ্জ্জি তিনি ভাগকৈ লগায়। পূৰ্ব্বে গুৰু মুখে শুনা তাকে চিন্তি ভাবি গাই বিচনাত পৰি, খেদকৈ শুব। সেএ ভক্তি শয্যা। উদাস উদাস যাৰা সবে বোলে হৰি হৰি মোৰ দৈবে এই হে লিখিলে, এই জন্মতে একঠা আনি খাই আৰু দিন নগলে নাই! এখান কানি লোকত আশা বিষয়ে কৈ সুখে আৰ্জ্জি ভাৰ্য্যা পুত্ৰৰ সঙ্গে নাম গোৱা হলেও লোক দৰে হ'ল হতে। এনে মনে যাৰা সবৰ আহে, সি বাজেসে উদাস অন্তৰে মায়া শয্যাত নিদ্ৰা অনে ৰত। এ আতৈ সব, নিন্দিলে বন্দিব লাগে, বৰাই ব্ৰহ্মা হৰ অৰ্জ্জুন ৰুক্মিণীৰ সোৱা নাই, বৰাই আনৰ কি সব? মুনি, সিদ্ধ, যোগেশ্বৰো মায়াক তৰি আছে।

আৰু নাম পাঠ হলে আতৈ সবে খাৱা দাৱা কথা পাতে, দুই চাই জনে গোট হৈ। তেহে গুৰুজনে বোলে এ আতৈ সব, সৃষ্টি, স্থিতি, প্ৰলয়, মাধৱৰ লীলা, যত আৰু বহিৰ্ভূত যানে কুকথা, সমস্ত মোৰ গুৰুজনে দিছে, যমৰ বাক্য দুতক প্ৰতি অজামিল উপাখ্যানত—

"কৃষ্ণ কথা এৰি, সাত পাঞ্চে বেঢ়ি,
আন কথা কৈ থাকে।
অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গাণ্ডি শূকৰৰ জাকে॥

আৰু দশমত অক্ৰূৰৰ বাক্য, কৃষ্ণক নিবলৈ কংসে পঁচাত গোকুললৈ, বিষ্ণুপুৰীএ দিছে ৰত্নাৱলীত—

"কৃষ্ণ গুণ মিশ্ৰিত যতেক বাক্য-চয় ।
সেহি বাক্যে জগতক পবিত্ৰ কৰয়"
সমস্তকো সহি বাকে জিৱাএ সকল ।
শোভন কৰাএ সেহি মিলাৱে মঙ্গল ॥
নাহি একো চিত্ৰ শুনিবাক মনোৰম ।
জানিবা তথাপি সিটো মৰা শৱ সম ॥
বস্ত্ৰ অলঙ্কাৰে যেন শৱক কচাএ ।
তথাপিতো অপবিত্ৰ জানিবা স্বভাৱে ॥
মৰা শ লৈয়া যেন ফুৰে আতিশয় ।
উত্তম সুখকো আতি অধম কৰয় ॥"

এ আতৈ সব, হৰিগুণ, হৰিকথা, মুশুনা, নোগোৱা যদি এনেই থকা সজ ।

আৰু ঘাঘৰ মাজি ডফলা মাৰণত অচমবাজাৰ পৰা ভটিয়াই কামৰূপে গোমুৰা সৰ্থেবাৰিতে বৈ খেতি কৃষিকৈ আঢ্যৱন্ত হৈ আছে। সেই দেশৰ লোকে অহমীয়া বুলি বাছে, আতি গুৰি নপাই। গুৰুজন ভাটিয়াবৰ অলপ ভু পাই ক'ত বৈছে থিত নাই, আছে। গুৰুজনেও যাবৰ শুনে, ক'ত আছে ভু নাই, পৰম উপকাৰী আপদ কালৰ দেখি বালকদাস, চতুৰ্ভুজ, নাৰায়ণ আতৈ, তিনিকো গুৰুজনে বিচাৰিবলৈ পঠালে। তাৰা সবে গৈ ফুৰি ফুৰি তিনি দিন বিচাৰি নেপায়, কওঁতা নাই, গধূলি ৰ'লগৈ। গৃহস্থে বোলে, চাউল চক দিওঁ ভোজন কৰা। এৰা সবে বোলে আমি নিশা এতিয়া নেখাও, ভকত মানুহ। বোলে ক'ৰ? বোলে মহাপুৰুষত হৈছোঁ। তাৰানো ক'ত আছে? বোলে মুন্দৰীতে আছে। মাজিএ পূৰ্ব্বৰ কথা কব ধৈলে উজানৰ আৰা সবেও বোলে তোমা-কেহে বিচাৰি পঠাইছে গুৰুজনে আমাক। খান দান কৈলে চিন হৈ। তেহে সেই লগতে মাজি আহি অনেক প্ৰাৰ্থনা

ডফলা মাৰণত ঘাঘৰমাজি অচম বাজাৰ পৰা কামৰূপ ভটিয়াল

কৈ ভক্তে সমে গুৰুজনক নিছেহি গোমুৰালকে। পাই চোতালত ভড়াল আগে বহিছে। মাজিএ প্ৰাৰ্থনা কৈলে গৃহবৰ্ত্তী সবলৈ চাউল সিজাবলৈ লগতে। বুঢ়া আতা পাচ ফালে দেখে চহৈ খাপৰে জালে কুতাই বান্ধি থৈছে। আতা আহি কলে গুৰুজনত। মাজিক বোলে হয়নে? বোলে বাপ হয়। বোলে বাপ, আমি গৃহবৰ্ত্তী লোক, দেশত থকা ধাৰাই বাজে আছে, আৰা সবৰ বা অভ্যন্তৰে আছে নাই? সেই বেলাতে গুৰুজনে গীত কৰি চৰ্চ্চি দেহতে দেখাইছে—

গীত "কমনেপাইবো হৰি"

"কমনে পাই বো হৰি চৰণ তোৰে।
এ দুখ সাগৰে উদ্ধাৰ মোৰে॥"

বুঢ়া আতা বোলে বাপ, জোৰ পহৰাই লঘু কৰিব নালাগে। আমি ভোজন কৰিম। অনেক আদৰকৈ ভক্তে সমে দুমাহ ৰাখিছিল। আৰু গোসানী মাতৃএ চতুভুৰ্জ ঠাকুৰ দেউক বোলে যোৱাচোঁ, মোৰ বাপু গ'ল, নাহে দহো, আনাগৈ। আমাৰ আশা ভাৰষা তাৰাতহে। গ'ল, গৈ কলে যায়। কলতে দায়াকৈ কোলাত বসায়। গোমুৰা কাৰাকুচি হাৰিয়াদি, সৰথৈবাৰি, তিনি তিনিকৈ বাৰে বুৰা চাৰি খানি গাওঁ দিছে লাৰু কনা খাবলৈ, অনেক দ্ৰব্য বস্তু ভাৰ সঙ্গি দি পাঠাইছে পাচত আহিছে। আগিলাতে এচলা শিলা আছিল, তাতে গুৰু স্নান কৰিছিল। চিহ্ন বৈ পাচত মাহাত্ম্য ওলাল। গুৰুজন থকা গৃহটিতে মাজিএ পাতি সেৱা কৰিছিল। সবে ৰায়তক চিনাই পুণু সুন্দৰীলৈ আহিল।

আৰু অসুৰালি ব্ৰাহ্মণক ৰজা পাঁচিলে হাজো, নিলাচল, পাণ্ডুত, অশ্বক্ৰান্ত, উমানন্দ, শুক্লেশ্বৰ এই সৱত পূজা সেৱা কৰাবলৈ। গুৰুজনে সৈতে সজ যাওঁতে বোলে বাপ, বামুণে যে অসূয়া কৰি ৰাজাত লগাই বাৰম্বাৰ কাকো নেমানে বুলি আমি যাওঁতে তোম্ৰা গ'লে সজ সবাৰে মুখ

মৰে। তোম্রা পবিত্র হব লাগিছেনে, আপুনাক দেখিহে অনেক জীৱ তৰিব। বোলে বাক, সেৱকৰ অৰ্থে যাম। পাচত ভক্ত সমন্বিতে নৌকাৰে গৈচন্ত। প্ৰথমে নীলা-চলতে উঠি নাট মন্দিৰতে বহিছে। গুৰু তুলসীৰ ঢোপটি পিন্ধি গৈছে। নীলকণ্ঠ তুলসীক নিন্দি মালতীৰ ফুলক শ্রেষ্ঠ কৈলে কাব্য আগমেৰে। গুৰু শুনি আছিল, কিছুমান থাকি নানা পুৰাণ সংহিতা, শ্রুতি, চন্দ্রতন্ত্রৰ শ্লোক আনিব ধৈলে, নানা পুষ্প তুলসীক বাজা পাতি পানী তিয়নি গামচা দিয়া ভৃত্য পাতিলেনি। নীলকণ্ঠে বোলে কি যি তইখৰি লোক পণ্ডিত। অম্বুৰালিএ বোলে যি তইখৰিহে বুলিছ, তোমাক আমাক দহ বৰ্ষে আবাত ছাত্তৰ হৈ পঢ় যদি তেও পঢ়াব পাৰে আৰা। বৰ পূজাৰীক এটকা দখিণা কৈলে, পাটভুনি সৈতে। এহেলৈ আতোলা, মহা, আদমহা, চৰাতি, খাতি এইৰূপে চাই দিছে। নীলকণ্ঠে ৰামচন্দ্ৰ ঠাকুৰক বোলে, আমিও সেই শাৰীতে পাব পাওঁ। বোলে তুমি কোৱাহি গুৰুজনত, কৃপালু পুৰুষ দিব। লাজ হৈ নগল, থাকিল তেনেই। ৰৰদেউৰীএ বোলে ভগৱতী দৰশন হৈ যক। গুৰুজনে বোলে পুৰানৰ শ্লোক আনি, কোন পাপীষ্ঠে মাতৃৰ যোনীদ্বাৰ চায়! এই বুলি উঠি নৌকা চৰি আহিল। নীলাচলত গুৰুজন

ভটিয়াই হাজোত উঠি নাট মন্দিৰতে বহিছে। পূজাৰী দেউৰী, নাচনিয়াৰক দখিনা দি দৌল প্ৰদক্ষিণ কৈ দখিন ফালে চক্ৰশিলতে তত্তিছে। তাতে পঙ্কত বহা দি পদ পঙ্কজৰ চিহ্ন বৈছে। হয়গৃৱ মাধএ দিব্য ৰূপ দেখিছে, দৰ্শন পৰ্শন হৈ আহিছে। হাজোক নামে ব্ৰহ্মপুত্ৰে দৰশন দি সেৱা কৰিছে। গুৱা কাটি গুৰু টৈমামুৰে কোচত আশীৰ্ব্বাদ কৈ দিছে। হাজোত গুৰুজন

তাৰ পৰা বুঢ়া আতা ৰামচন্দ্ৰে পাও পোনাই বালা উঠি

গৈছে। গৈ গৰা হাবিত পৈলগৈ, নাওঁ চপাব দিএ, গুৰুজনে টিপ দিলে নচপায়। মাতেহে, তেও নিনিএ। উপায় হৰাই বিবুদ্ধি হৈ গীত মাতিছে—ভায়া একেৰি দুখ দেখি এ জীৱ যায়

বাখহু পাপী প্ৰাণ।

কেশৱহে হামাকেৰি ৰাখহু প্ৰাণ॥

শুনি খেদকৈ বোলে কালি ৰাম, চপোৱা। চপালে, উঠি গৈ সেই দিনা জাবৰি কুচিতে ৰৈছে নিশা। নাম গাই পাঠ পঢ়িছে, কোচ মুৰাৰিএ জয় জয় গাই। গুৰুজনে বোলে ৰামচন্দ্ৰ চোৱাচোঁ। চাই দেখে হয়, বোলে মমা আছে হুই উৱৰহে। বোলে কোনে লিখা। মুৰাৰি কোচে বোলে আমিএ লিখা। বোলে পুতখোৱা মদাহি কোচ, তই পূৰ্ব্বতো বেদ খোৱা ৰাক্ষস আছিলি, এতিয়াও ধৰ্ম্ম লোপ কৰিছহি। আমি একোটা অক্ষৰ অনেক অৰণ, কাটি উলিয়াইছোঁ। তই ক ফলা পঢ়িব নেজান ৰত্নাৱলী চাব? বেচ দিলি খাব পায়েই বুলি খঙ্গি দূৰ কৈলে। তেহে কতো ঠাই নেপাই দামোদৰ ঠাইতে সোমালগৈ। গুৰু সোধাই পঠাইছে বোলে সেৱকৰ, গুৰুজনৰ, আমাৰ, বৰ্জ্জনীয় হলে তেওঁ ৰাখিব পায়নে? কলত দামোদৰে বোলে, তাৰাক ধৰ্ম্মৰ আচাৰ্য্য পাতিছে, এৰিবও পাৰে, সামৰিবও পাৰে, আমি তেনে নেএৰিবৰো সামৰ্থ নাই। সোমালেহিও খেদিব নোৱাৰোঁ, সবেও মোৰ আপুন ভকত বন্ধু। সেই ক্ৰমে কলেহি নাৰায়ণ শ্ৰীহৰি আতৈএ। তেহে গুৰুজনে এক দৃষ্টান্ত দিছে। বোলে শতধনু ৰাজা অসন্তৰ সঙ্গে অভকতৰ ধূল ললে পুৰোহিতৰ জন্ম লাগিল, কূৰ্ম্ম, বায়স, মৰা, ছয় জন্মে ভবিছে।

জাবৰিকুচি

মাধৱদেৱ আৰু দামোদৰদেৱ

পাচ দিনা আহি সুন্দৰী ওচৰতে বৃষ্টি আনিলে তিনি-পুৰীয়া আতা বোলে মহাপুৰুষ গুৰু সোমালে আনিব,

বৃষ্টি। গুৰু শুনি বোলে গোপাল, কিয় বুইলা ? আতা পদ মাতিছে—

হনুমন্তে বোলে মই সূৰ্য্য সম নিতে যাইবো।
গোসাইক জিনিয়া গৈ অস্ত গিৰি পাইবোঁ॥

গুৰুজনে বোলে সি কথা সি জন্মতে গ'ল, অন্য কেউ নম্রতা বিভিচাৰ বাক্যৰ, মোৰ মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰ দেউ ৰাখি যোৱা নাই, আগে তুমিএ নামিবা নে আমিএ নামিম ? বোলে বাপ, আমিএহে নামিব লাগে। বোলে নামা তেনো। তেহে নামিল। পাচে কিছু আহি শ্ৰীৰাম আতাৰ স্নেহ হৈ বোলে বাপ, গোপালটি থাকিল পানীতে। বোলে বাৰু, নাওঁ ৰাখা, সোধাগৈ জীয়া নে মৰা। আতা উঠি গৈ সুধিলে বোলে গোপাল, গুৰু যে এৰি গ'ল, মৰানে জীয়া ? তুমি নমালেই মৰিমনে, জীয়া! এই ক্ৰমে বৈ বৈ তিনিবাৰ সোধালে। তিনিও বাৰত তাকেহে কলে। তেহে গুৰুজন আহিল, পাও মেলি। আতা দেখে গ'ল হে এৰি। বোলে মাধদাসে ব'ঠাৰ পাতেহে বহিছে, সেইহে যদি গোপাল হম, নালেৰেই বাম। সেইতে ভনিপুৰীয়া গাওঁতে উঠি থাকিল। তেহে আতা সদা সৰ্ব্বদা খেদকৈ মৌনে থাকে। আতৈ সবে বোলে এনেই থকা সজ নহয়, গুৰুজনক মতি বুলি সন্তোষ কৈলে হে সজ, বিতুষ্টে সংসাৰ। তেহে ভাৰে ভেটিএ চন্দা টকালৈ আতৈ সবেৰে দণ্ডৱতে কাতৰ কৈ পৈলগৈ। গুৰুজন সন্তোষ হৈ দায় এৰিলে। গৈ ন বাৰি কৈ তিনিশ তিনিকুৰি কলা পুলি কলে সমনীয়া। একে দিনে একেবাৰে থোক মেলি বুৰা হ'ল একে লগে। কাটি পকাই সভা পাতিলে বৰকৈ গুৰুজনক ভক্তে সমে মাতি বুলি নিলে ৰাতি দিনে গাই বাই খুৰন ধুৰন কৈ। বস্তু অপাৰ খাই ভাগৰিল ৰায়ত সমে। ৰজত সুবৰ্ণ বস্ত্ৰ, কম্বল গুৰু ভক্তক দান

দক্ষিণা সেৱা সন্মানকৈ পঠালে। পূৰ্ব্বৱতে আহি গৈ আছে। আৰু লচাকনীয়া গোবিন্দ, ছমুনি পৰ্ব্বতৰ সমীপে থাকে। তাৰে পৰা আহি মহাপুৰুষক গুৰু বুলিলেহি। বুলি গুৰু-জনৰ সঙ্গতে ৰহিল। গৃহৰ পত্নী পুত্ৰ, দাসী, দাস সবেও ধৰ্ম্ম ধৰিলেহি। গুৰুজনক তুতি প্ৰাৰ্থনাকৈ আতৈক নিৱলৈ থৈলে। গুৰু সিহঁতৰ কাতৰ ভাব দেখি বোলে যোৱা গৃহলকে। বোলে বাপ, গৃহ অন্ধকূপ চাৰি অহা গ'ল নেযাওঁ আৰু, এই তযু পাদপদ্মতে ৰাখিবহে লাগে' পাপীক। বোলে আমি পাঁচিছোঁ যোৱাগৈ, সেৱকলৈ কৃষি কৰা যাই। বোলে বাপ, গৰু, গাহৰি, ভাৰ্য্যা পুত্ৰহে পোষা হব আৰু। বোলে গৃহস্থৰ ভাণ্ডাৰত অনেক এন্দুৰ শলিয়া, নিগনি আদি খায়। তালৈ কোনে আৰ্জ্জে? খাবলৈহে আৰ্জ্জে, সি মাজতে খায়। তুমি গুৰুভক্তলৈ আৰ্জ্জা গৈ। সিহঁত জানিৱা তেনে হ'ল খাব; একা দাসী দাস সৱক সেৱক কৰি দিব। আপুন প্ৰাণকো কৃষ্ণ পাৱতে অৰ্পিব। এই ক্ৰমে সবাৰে একে মন হৈ হৰিক চিন্তিলে সিহঁতে সমান ভকত হ'ল পোহ পালন কৰি এৰিলে, দোষ পাই, মাৰ কিল, বাক্যো বুলিব নপায়। এই খানিহে হে হুব লাগে। "হৌক বা গৃহস্থ, হোক বা উদাস দুইহানো হব নিচই। যোৱা আৰ্জি তিনি ভাগ কৰিবা, টান, মাহ, সৰিহ, গুৰ, কছু, কোমৰা, কপাহ, যি পোৱা এভাগ ভাৰ্য্যা পুত্ৰৰ। এখানি নাও ভৰি বৎসৰি ভাদ্ৰৰ গুৰু কীৰ্ত্তনত আহিবা। গৈ সেই ক্ৰমে আৰ্জি লৈ বাৰ চাৰেক আহিল। তেহে গৈ গৃহ অন্ধকূপত মত পৰি পাহৰি অনেক মাচ পশু, মাৰিব থৈলে। পশুত খাপৰ হা'নি বোলে গুৰুজনৰ আজ্ঞাত হে মাৰোঁ, মাচত পচা মাৰি বোলে গুৰুজনে মাৰে। হিংসা ধৰ্ম্মত গুৰুজনে শুনি অসন্তোষ পাই বোলে, মই কাহানি মাৰিব দিছোঁ তাক? এবাৰ নাও চপালে গৈ, জান দিলে,

লচাকনীয়া গোবিন্দ থটৰা গোবিন্দ, গোসাৰ গোবিন্দ

গৃহস্থ আৰ উদাসীন

বস্তু তুলিবলৈ নগ'ল। উঠি গল। গুৰুজনে পিঠি দি বহিল। বোলে অনাচাৰ কৰ তই, অপযশ পাওঁ মই? গুচ, তোৰ মোৰ দেখা দেখি নাই। তই আহ কিয়? শিষ্য বুলি কৰ কিয়? যদি আমাক গুৰু বোল, ৰাজাৰ দোহাই, এৰা। বোলে তোমাক গুৰু এৰি যদি আনক গুৰু বোলো ৰাজাৰ দোহাই, তোমাহে মোৰ গুৰু। এনেকৈ তিনি বাৰ দুও জনে বোলা বুলি কৈলে। তেহে গুৰু, মহন্ত, গৰ্মলি, গৰ্জি সমুখহৈ বোলে, জান যে এনে অনাচাৰ কৰি ফুৰ কিয়? এই বুলি ঘোষা মাতি দ্ৰব্য বস্তু তোলাইছে।

"মোহোৰ পৰম ঈশ্বৰৰ দুৰাচাৰোভক্ত মুহি নষ্ট, কিন্তু সিটো ভক্ত কৃতাৰ্থ আতি হোৱয়।" বোলে মোৰ শ্ৰীশঙ্কৰ-দেৱৰ শুদ্ধ মত ধৰ্মত কুটা গুচাই শুদ্ধ সদাচাৰে প্ৰবৰ্ত্তি হিংসা-বৃত্তি এৰি নাম ল গৈ।

আৰু লচাকনীয়া গোবিন্দ আতৈ চাইবাৰলৈ গৈছিল। ধনমেৰিয়া মুগতে বৈ ভাত খাইছিল কাঁহী, কলহ, লোটাটো দেখি তিনিকুৰি খাটে বেৰি ধৰি হানি মাৰিব খোজে। বোলে মেমাৰিৱি সকলো পাবি। ভাত কেটা খাওঁপা। খাই সুবুদ্ধি দিলে। দি অনেক শাস্ত্ৰৰ সাখীৰে কৰ ধৈলে— তহুতে গো, ব্ৰাহ্মণ, ভক্ত, বৈষ্ণৱক মাৰি যি আন, সব জীৱে কেনেকৈ? আৰ দোষ লব কোনে? নৰ্ক স্বৰ্গ দুখ সুখ কলে। সেইতে মন সোমাল। জীৱৰ নিকাৰ হৰি বিমুখৰ শুনি তেওঁকে গুৰু মানি শৰণ ললে তিনিও কুৰি খাটে। সেইতে দৰঙ্গাত সত্ৰ কৈ ব'ল খটৰা গোবিন্দ। দৰঙ্গৰ খটৰা সত্ৰ

আৰু একদিনা ৰামচন্দ্ৰ ঠাকুৰ শুভঙ্কৰ মৰল গৃহে গৈছিল। তান্তি, গ্ৰামী, সেৱকীয়া ভকত, ঠাকুৰত পাট ভুনি পচৰা এজুাৰ দি পৰমাৰ্থ সুধিলে। পৰম ৰহস্য গুহ্য তত্ত্ব কৈ আছিল। পাচতে গোপাল আতা পাই বহিছে। মৰলে

বোলে আতা ঠাকুৰে এই কথা খানি অনুগ্ৰহ-কৈ গৈছে, হয়, নহয়? আতা শুনি মনে ভাবি বোলে এনে পৰম তত্ত্ব পাই হুই মুই কৈ মোতে কৈছে। এই ক্ৰমে আনতো নকৰ? ভাণ্ড ভাঙ্গিবহে। এই গুণি বোলে—জানিছা মৰল, ৰামচন্দ্ৰ গোটেই বলিয়া, যেনে তেনে নলবা, পূৰ্ব্বৰ কথাইহে কথা, ই কথা নহয়। আহি পাই গুৰুজনক সেৱা কৈলেহি। বোলে গোপাল দহো বেলা হ'ল। বোলে বাপ, ৰামচন্দ্ৰে শিমলু নৌকাত নাহৰ কত্তুৰ শাল মাৰি আহিল যেন তেন কৈ সোলোকাই মদাৰ কৰ শাল মাৰি আহিছো। তেহে গুৰুজনে ফকৰা দিছে–

ভাণ্ড পৰশি লৱনু সবা,
শিষ্য-পৰশি জ্ঞান কৰা,
প্ৰমাণ নকৰি যিটো হঠাতে কহয়,
গুৰু-দ্ৰোহ বিশ্বহত্যা তাহাতে লাগয়।”

পাত্ৰ চাইহে দান, ই ৰামচন্দ্ৰে মোক পাট পচৰা পাএ বেচি আহে।

খটৰাগোবিন্দৰ দণ্ড

আৰু খটৰা গোবিন্দ আতৈ দুষ্ট দুঃসঙ্গৰ সঙ্গত পৰি শিক্ষা, জ্ঞান, গুৰুজনক পাসৰিলে। খাটে সৈতে জাল দি পশু দেখি খাপৰে হানি মাৰি ফুৰে। একদিনা সন্ধ্যা কুহিয়াৰণিত জাল দি বৰা খেদিছে, ক'লা গৰু আছিল পৈল গৈ। পশু বুলি খাপৰ হানি মাইলে। গুৰুজনে শুনি বৰ্জ্জনি কৈলে। খাটে সৈতে গোবিন্দ গৈ প্ৰাৰ্থনা কৈলে দণ্ড দিবলৈ, গুৰু নেৰাখি, নচালে। উপায় নপাই সবাতে ধৈলে। এদিন নাম অৱসানে সবেও গোবিন্দৰ হৈ প্ৰাৰ্থনা কৈ মাতিলে, দণ্ড লৈ ৰাখিবলৈ। বোলে বাপ, আমি যেনে দাস শিষ্য, গোবিন্দো তেনে, ৰাখিলে সজ। গুৰুজনে বোলে, কিয় বোলা? শ্ৰীশঙ্কৰ দেৱৰ তুমি আমি সবে শিষ্য, মোৰ সঙ্গী, তোম্ৰাৰ ৰাম চৰণ হে শিষ্য।

গোবিন্দ একো উপায় নপাই গল। গুৰুজন চলিলত ৰাম-চৰণ গোসানীত পৈলগৈ চাৰিশ টকা লৈ। তেহে গোসানী, ৰামচৰণ ঠাকুৰে ধৈলে চতুৰ্ভুজ ঠাকুৰদেউক। বোলে এ চাৰি হাতে মাৰি গৈছে, মই দুহাতে কেনেকৈ তুলিম?

আৰু একদিনা মনুষ্যৰ ৰূপ ধৰি নাৰদ যায় বামুনা ফাললৈ। বাটত প্ৰশংসা কৈ গৈছে শঙ্কৰ মাধৱ তুমি তৈ ঈশ্বৰ হোৱা পূৰ্ণব্ৰহ্ম। আৰু ই ৰাজ্যৰে বুঢ়া ভকত ৰষাই গুৰু ভিক্ষা-লৈ গৈ পুলি ধানে বাট যাবলৈ হাক দিলে। তেও গলত ভকতৰ দেখি খিৰামৰলৰ দুই ভাতৃ মুকুন্দ মাধৱে ধৰি গলে দলি মাৰি দি পকাই ফুৰালে। পৰি আঠুৰ ছাল গৈ গুৰুজনক দেখালে কান্দি কান্দি। দেখি খেদকৈ ঘোষা মাতিলে,

হৰিৰ পৰম প্ৰিয়তম নাই
নিজ ভকতত পৰে।
হেন ভকতক যিজনে নিন্দয়
হৰিকেসে নিন্দা কৰে॥

বোলে তোমাক কৰা নাই, আমাকহে দুখ দিছে। যি ৰাজ্যত ভকতক দ্বেষ কৰে তাত ৰবলৈ নহয় সজ। তেনেতে আহিল মহা ৰঘু ৰাজা। কথা শুনাইছে সত্ৰে পূজা কৰক বুলি। দুও কথা লাগি গুৰুজন কষ্ট পাই মৌন দুখ মনে আছে। সেই নিশা স্বপ্নত দেখে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ সুবৰ্ণৰ ডখলা মানিকে হিৰা খচিত বৈকুণ্ঠতে দি নামি আহিল। [illegible] দিলে, তাতে বহি অনেক পৰমাৰ্থ দুখ সুখ কথা কৈ [illegible] সম্বোধন কৈ যায়। গুৰুজনো গৈছে পাচতে উঠি [illegible] চাই বোলে বৰা পো [illegible] আহিলা? [illegible] বামুণৰ নিন্দা বাদে সূচকৰ নিমিত্তে প্ৰাণ [illegible] গুৰুজনে বোলে, এ বৰা পো [illegible]লৈ [illegible] ৰঘুৰাজা

নাৱ মাছ কুমোৱাদি কমাইছে, তোমাত হস্তে আমাৰ ভাগ জীৱ অত উদ্ধাৰ লাগিছে, তোম্রা পৃথিবীৰ কল্পতৰু ভক্তিবৃক্ষ, অনেক শাখা ডাল পত্ৰ বাঢ়িব। সেই সবেও ভক্তি যোগ জ্ঞানকৈ অনেক তাৰিব। এতেকে বঢ়া পো, তোম্রা পৃথিবীত থকা যাক বৰ্ষাচাৰেক। বোলে বাপ, ব্ৰহ্মাণ্ডৰ জীৱৰ গুৰুতৰ গুৰুভাৰ দি তোম্রা গা সাৰিল, ভৰত শ্ৰেষ্ঠা নেপাওঁ, সহিব নপাৰোঁ একোৰূপে একলে। বোলে মই এজন পুৰুষ পঠাম গৈ ভাৰ ধৰা, পাতল হব; তোম্রা থকা যক। তেহে অভয় পদত মাথা দি সেৱাকৈ গুৰু বাক্য শিৰে ধৰি আহিল নামি। তেহে চেতন লভি গুৰুজনৰ গুণ বৰ্ণাই ব্যাকুল বিহ্বল হৈ প্ৰেমমত্ত মজি কান্দি ঘোষা পটল কৰি গাই দুখ নিবেদন কৰিছে।—

এ হৰি হৰি হৰি হৰি
হৰি হৰি হৰি কি কাম কৰিলোঁ আমি।

তোমাক নভজি সাধু সঙ্গ নৈ ভৈলোঁ কিনো অধোগামী”
—এই ৰূপে গাই কাতৰকৈ কান্দোতেই নিশা পুৱালগৈ। প্ৰাতসে ঠাকুৰ আতা পাই অভয় পদত সেৱাকৈ ৰহিল। সেই বেলা গীত কৰি গাইছে—

নাৰায়ণ মাগোঁ চৰণে তেৰা
ই তিনি ভুবনে তুমহি ঠাকুৰ
নাহি জানত মতি মেৰা।”

বোলে সখি, আজি এক স্বপ্ন দেখিলোঁ। ফলিতা দিব। বোলে বাপ বাগ উঠিব, দিব পাৰোঁ। বোলে তোম্রালৈ যে উঠিব কলে স্বপ্ন, বোলে বাপ, তোম্রা গুৰুবাক্য এৰা গ'ল। তেহে গুৰুজনৰ বাগেই নাই, জলত যেন অগ্নি উঠে। আতাৰ বাক্য ৰাখি বাগকৈ বোলে অ' নটৰ ন-টা কথা। ভালেহে বলিয়ে বোলে মই হে কপটী, তুমি হে উজুৱাই কথা আনত বোধা

আপোনাৰ ভৰি আৰ কৰি পৰকেসে বোলে গোধা" গাৰ দোষ কোমে দেখে পা। তোৰ নল ধৰাই লৰা নধৰে, আৰু জোকোৰা ভাত খাই ঘুমাই গুৰু বাক্য ৰাখিছ? আমি গুৰু বাক্য ধৰি গীত, ঘোষা পদ, নাট, ভটিমা ভক্তে সৈতে নাম ধৰ্ম্ম, মোৰ নিশা নিদ্রা নাহে, গুৰু বাক্যত কেনেকৈ ৰক্ষা-পাওঁ, ৰয়, বুলি, তেও মএহে এৰিলোঁ? আতা বোলে মই আগেই কওঁ ৰাগ উঠিব বুলি। তেহে শান্ত হৈ সেই বেলা ঘোষা মাতিছে—

মই অজ্ঞানীৰ যতেক অজ্ঞান হৰি হৰি হৰিএ
ইটো মোৰ ঘোৰ দোষ পৰিহৰাএ।

বোলে সখি, আমিনো কোনখানি গুৰু বাক্য এৰিলোঁ? বোলে তোম্রা যি কেৱল ধৰ্ম্মক ধৰিছা, গাইছা, আৰ মোলক কোনে জানি ধৰিব? তাতে আতা দুটা দৃষ্টান্ত দিছে, বোলে এক সদাগৰে বণিজে গৈ এক লাখ টকাৰ জাতিহিং আনিলে। তাৰ ৰাতিতে দুই তিন টাকা যায়, মোল দেখি ধৰোঁতা নিওঁতা নাই, আছে পৰালি পৰি। তেহে এক বুদ্ধি-মন্ত গঞ্জে খটুৱা ধৰাই বুদ্ধি দিলে হস্তীৰ কুম্ভ থলে মাৰিবলৈ। সেই ৰূপে থলেগৈ 'সেই নিশ্চই হস্তীক মাৰি খাই তেনেই হিংময় হ'ল। নিশাই সদাগৰে আনি বিকিব ধৈলে, দুখী, ভিখী, ৰাৰীএও দহৰা পাঁচৰা দি নি পচলা খায়। মূলে দুনা লাভে তিনি গুণ হ'ল, পালে। এতিয়াও তোম্রা যি জাতি হিঙ্গ ধৰা গৈছে শুদ্ধ সত্ব কেৱল ধৰ্ম্মক আৰ মোল জানিব, দিব, ধৰিব, কোনে? এতেকে বাজে হাতী হিঙ্গকৈ ৰৰঘৰ গায়ন বায়ন, নটুৱা, যাত্রা, মহোৎসৱ, ভাৱনা, এইভোৰ কৈলেহে তাকে চাই দেখি আহি গৈহে পৰমাৰ্থত লাগে জীৱ। এইৰূপে থাকিলে দামোদৰে দেশ চলাই নি গুৰুধৰ্ম্ম পাছলৈ লোপেই ৰগৈ। বোলে সখি মোক পূর্ব্বে গুৰুজনে বাধা কৈ গৈছে

কেৱলধৰ্ম্ম সম্বন্ধে দৃষ্টান্ত

ই কামলৈ বৰঘৰ, বৰমেল, নায়কী এইভোৰ। বোলে "হৰি ভকতিৰ পাতিলন্ত হাট শঙ্কৰে জগত জুৰি। ৰাম নাম বস্তু, বেসায়া জগতে, চলয় বৈকুণ্ঠ পুৰী ॥" পূৰ্ব্বেই গুৰুজনে মোৰ হাট দোকান পাতি গৈছে তোমাক অধিষ্ঠাতাকৈ। তাতে তোম্ৰা হাট খোৱা পাতি বঢ়াবহে পায়। ভাগিলে ৰজা ধন, জীৱ কিহেৰে শোধাবাগৈ? এতেকে এইখানি আমি দাসে গাত লৈছোঁ, গুৰু যশ, ধৰ্ম্ম বাৰক, গৃহস্থত প্ৰাৰ্থনা কৰিমহঁক। বোলে এ সখি, সহায়, সাৰথি নাই, মইনো একলে কি কৰিম? বোলে বাপ, আপুনাৰ আজ্ঞাহে লাগে ভৃত্যক, সাতদৰিয়া মই জৰকা তৃণ স্বৰূপ, আপুনি বাৰও অগ্নি বহি ঠাইতে দাহ কৰা যক চিন্তা কি? আনন্দ সুখকৈ গ'ল আতা সেৱাকৈ। তেহে পূজাৰ খেদা টকনা টান হ'লহি বিচাৰ, ভকতো নাম গাব নপাৰি গাঞে গিৰিএ গ'ল দিশা দিশি। গুৰুজনে বোলে ভকতকো দ্বেষ কৰে নামেই। এই উপদ্ৰৱত কোন থাকে আত, গুৱাকচালকে যাওঁ, চিৰাম কি বোলানো? বোলে বাপ, সজ তেনো, ভাৰকে বান্ধা। আতা বান্ধি উলিয়াইছে। তেনেতে বুঢ়া আতা পাই সেৱা কৈলেহি, বোলে গোপাল আবোলাই হে যাব লাগিলহঁতে, বাক হ'ল, পালাহি। বোলে বাপ কলৈ? বোলে আত যে ৰব নুৱাৰি গুৱাকচা ৰামচন্দ্ৰ তালকে যাব খুইছো। বোলে বাপ যোৱা সক। বহু গুৱা ভোজন কৰিবলৈ পাব, পশু মাংস ভোজন কৰিবলৈ পাব, এ ভকতৰহে জ্বৰত লাউখোলা যেন মুৰ টেকেলি যেন পেট হব! এনেকৈ বুলিএ ভাৰখানি লৈ উঠি গ'ল। শ্ৰীৰাম আতা বোলে বাপ ভাৰ নিলে। বোলে লোটা, বাটি টউ, আঙচ পাতি সকলো নাছিল? বোলে আছিল, গ'ল। বোলে এনেহলে আমিনে কিহেৰে খাম? বলা-কলাক যাওক [illegible] দেখ বাটৰ জানতো নাওখানি হেচুকি থৈ গৈছে। পা[illegible]

ন গৃহ এটি আছিল, আঠাৰ জনে হাতে হাতে ধৰি বেৰিলে, তিনি পুলিকৈ, চাউল সিজোৱা, শৰণ কৰা, বহা, নামঘোৱা। কৰি এতাঁইছে, গুৰুজন গৈ সোমাইছেও। সন্ধ্যা হ'ল, গুণ, গীত গাই প্ৰসঙ্গ কৈলে। আঠাৰেও জনে পদ গাইছে, লক্ষণে ওজা শিশু লীলাৰ। গুৰুজনে লোটক টুকি মৌন হৈ নমাতি আছিল। আমাৰ কিলাৰে বৈশ্ন কৈলে। এই বুলি ওজাক মাতিলে। কীৰ্ত্তন থৈ আতা সমে পৰি সেৱা কৈলে। গুৰুজনে বোলে আজি যেন প্ৰবাসলৈ অহা নাই হে, সুন্দৰীতেহে আছোঁ। বোলে আমাক যেনেকৈ সন্তোষ কৰাইছা তুমিও আমাৰ ভক্তি-বস্তুৰে সন্তোষ লভিবা। এই বুলি আশীৰ্ব্বাদ কৈলে: প্ৰসাদ আতা বাটি দিলে। গুৰুজনে বোলে গোপাল, প্ৰসাদ আমাৰ দহোঁ নিদিলা? বোলে বাপ তোমাক আমি কি সাহেৰে দিম, কাহানি দিছোঁ? বোলে লৈ আহা। বোলে নাই আৰু, দিলোঁ বাপ। বোলে ডুকলিটি লৈ আহা। দিলে। তাকে চকিয়াই জোকাৰি চাইটিমান ভোজন কৈলে। তাতে এক পক্ষে বহি একদিনা গুৰুজনে বোলে গোপাল, নাম গাবলৈ বৰ ঠেক পাওঁ। এ ফেৰি হৰিমন্দিৰ কৰিব লাগিল, কিবা ৰবই পাবোঁ, দেখোঁ ঠাএই নাই। বোলে বাপ, উদঙ্গ আৰু নাই, পাৰবলৈ। আমাৰে পেহা পেহী হয়, ৰাম লাকৱা বুঢ়া বুঢ়ী, বজা প্ৰাণী বৰ বাৰীখান, দিএনিকি আপুনি ধৰি চাব। তেহে বুঢ়াক মতাই আনি বোলে বুঢ়া, তোৰ বাৰী এচুক দিব পাৰ, হৰি-গৃহ কৰোঁ? বুঢ়া বোলে বাপ, অপুত্ৰ দুটি প্ৰাণী, তাতেহে জীছোঁ, খৰি-কাঠডাল বিকি, দিলে আৰু জীৱৰ উপায় নাই আন। তেহে গুৰুজনে গীত কৰি মাতি শুনালে বিৰকত লগাই—

বুঢ়া ভাই হৰি গুণ গাই নাচা।

কোন দিন চলি শৰীৰ পৰয়,
এভো বাট চাই—আছা।

বোলে তোমাৰ চাউল হৰ, মোৰ শ্ৰীশঙ্কৰদেউৰ প্ৰসাদত জীৱ পাৰিবা। আত শত সহস্ৰ নাম হৰ নিতে, জীৱবো কুশল হৰ, চাউল কানি যি হৰই। চিন্তা কৰা কিহলৈ? বুঢ়াই বোলে বাপ, দিছোঁ আক। বোলে দিছাহে হয়, তুমি আছা অভজনে, হৰি বিমুখৰ তুমিও হৰিমন্দিৰ কৰিব নপায়। বোলে বাপ, কাইলৈ লমহি। ব্যৱস্থা কৈ পঠালে গুৰুজনে। সেই ক্ৰমে উপাসে ব্ৰতে থাকি পাছ দিনা মহাপুৰুষক গুৰু বুইলেহি। বুঢ়া আতা গ'ল ঘৈয়াখান লৈ গাচ নিৰ্জন। সকভোৰত দোকোচাৰে কোব মাৰি বৰ গছ কাটি পেলাই দিএ। সি সৈ সকভোৰ দলি নিএ গিৰ গিৰ কৰে। বুঢ়ীএ এটাহ পাৰিব ধৰে। গুৰুজনে বোলে জীৱ পাৰিবা থাকা। গুৰুজনে বোলে খুটা চ'তি মাৰলি ডাঙ্গ বাখিলে, গুৰু জোখা দিলে। জোখাকৈ এটাই হল, এটা চ'তিহে নহ'ল। বিচাৰ কৈ আনিলে এক গৃহস্থৰ বাৰী খুজি কাটি চাচি আনি জুখি চায়, এহাত কম হ'ল। কলেহি গুৰুজনত বোলে বাপ, বহু শ্ৰমকৈ চ'তিটো কাটি চাৰি অনা হ'ল পুৰুষাৰ্থ কৈ এহাতৰ কম হ'ল। বোলে সজকৈ জুখি চাব লাগে। বোলে বাপ, জোখা হৈছে, কত ওলাব আক তাত? বোলে শ্ৰীৰাম চাওঁগৈ আহাচো। গুৰুজন গৈ পদ পঙ্কজে পৰশি বোলে জাখা চোঁ চাওঁ। জুখি চাই দেখে এহাত বঢ়াহে হ'ল। দেখি সকলো আশ্চৰ্য্য অদ্ভুত হৈ ৰাম হৰি সুমৰিব ধৈলে। শ্ৰীৰাম আতা বোলে দুহাত কাঠ বঢ়াইছে, আত কি আশ্চৰ্য্য মানা হঁক, ৰাক দাম জৰিএ মুজুৰিলে ব্ৰজৰ বান্ধিবলৈ সিহে আশ্চৰ্য্য। দখিণত্তে পৰ্ব্বতীয়া কৃষ্ণাই আতৈক অনালে! তেওঁৰে বেটা ৰাম কাৰিকৰ, বিভীষণ আতৈও ৰাচৈ, তিনিও সুতাৰ—

লাগিল। বিভিষণ আতৈক বোলে এই বঢ়া চ'তি হাত কাটি এখানি পীৰা কৰি দিয়া চাউল সিজাবলৈ। ঘিলাখুৰীয়া কৈ কাটি চাচি দিলেনি। চাই গুৰু জনে বোলে সজ হোৱা নাই আৰু চাচা গৈ। অল্পমান হাত দি ফুৰাই দিলেনি। বোলে আৰু কিছু চাচা। বোলে বাপ, আমি চাচিবলৈ নাই আৰু। আনি জাওঁ ফুৰাই দিলেনি। বোলে বিভীষণ, এতিয়া এৰা। আগৰ বাৰেই হ'ল, তেওঁ যে তিনিবাৰ চচালোঁ। এ বোলোঁ। ভক্তি বস্তু যি সবে কৰ মন বুদ্ধি লখি তিনিবাৰ পঢ়ি লিখিহে কৰ? এক আহিঁ কৈছে। বোলে আদি নিৰঞ্জনে মহামায়া প্ৰকৃতিক বাজ কৈ, অণ্ডজ, স্বেদজ, উদভিজ, জৰায়ুজ, উৰণ, বুৰণ, গজন, ভ্ৰমণ, চাৰি মুঠি জীৱ হাতে দিলে। মায়াত ঘূৰি আয়াযাত কৰিছে। পূৰ্ণ পুৰুষৰ হস্তে যি সৱ অংশ-জীৱ আহিছে, হৰি ভক্তি, হৰি-গুণ গাইছে, তাৰে চাৰিবিধ উৰণি, জিৰণি, চুপনি, মাখি। উৰণি বিধে ভক্তি ধৰিবও এৰিবও, মহা প্ৰলয়কে সীমাকৈ উৰি ফুৰিব মৰ্ত্ত্যবাস দুখ ভুঞ্জি। জিৰণি বিধে একা কিছু কথা লভি শ্ৰদ্ধা নিছুই নাই, এৰে, পুনৰ এজনত সোধে, তাতে কিছু বুজি চাই এৰি উৰি আকৌ এজন ভজি চাই গৈ। এই ৰূপে ফুৰে। চুপনি বিধে একা গুৰু মুখে গুপ্ত ৰহস্য একলা বুজি-পৰি তাতে চুপি চিন্তি ভাবি গাই স্মৰি পৰম্পদ বৈকুণ্ঠে যায়। মাখি বিধে একা উৰি ফুৰে নিন্দা বাদ, ঈৰষা, অসূয়া, পৈশুন্য, টোটক এই ক্ৰমে। এতেকে মোৰ মহাপুৰুষ গুৰুৰ শুদ্ধ মত ধৰ্ম্ম পৰীখি কৰ। সেই আহিঁৰ পৰাহে এতিয়াও আছে। বৰ-পেটাৰ মঠত আসন, খুটা, চতি সকলো হ'ল। হেৰেমদলে বাৰ্ত্তা দিলে খৰি, মাটি, ৰাঙ্গপতা, বালিচন্দা, আনিবলৈ। খৰাই, হৰি কৃষ্ণাই, মাধ তিনিও আতৈএ আনিলে। মনপুৰ ভাণ্ডাৰিক বোলে সজকৈ থগৈ, কাকো নিদিবি। হৰিচন্দ্ৰ বৰপেটাৰ মঠ

ঠাকুৰে তাৰে এথুটুৰি নিলে। মনপূৰে হাক দিলে, নগনি গুৰুজনত কলৈগে বোলে বাপ, ঠাকুৰে খৰি মাটি নিলে আপুনাৰ কথা কৈ। হাক দিলো, তেওঁ নিলে, মই কৰিম কি? বোলে মাটি দি তাকে কৈছেহি? বোলে বাপ, কাঢ়ি লব পাৰো নে? বুইলেও লাগিব বোলে যা, ঠাকুৰে মাটি এফেৰা নিলে, তাকে কৈছহি মোত। অ হৰিচন্দ্ৰ, পুৰ্ষোত্তমে এফাললৈ বিলন দিব মুৰাৰে হৰলা আমাক? তেহে ভু পাই গুচি আহিল। তেহে সকলো হল; বাঁহ নাই। উত্তৰে বজালি পৰঙ্গনাতে গুৰুজনৰ মমায়েক হয় সমন্ধীয়া হয়, ভক্তে সমে নাৱেৰে গুৰুজন তালকে গল বাই লৈ। পাই উঠি বহিল গৈ। বুঢ়াই সেৱাকৈ সুধিলেহি বোলে, এটি হৰি মন্দিৰ কাৰব থুইছোঁ, আমাৰ ফালে বাঁহ নাই, বাঁহ কিছু দিয়া, তাতে আহিছোঁ। বোলে বাক কিছু নিয়ক। বুঢ়া আতাক টিপাই দিলে বোলে তমালহে এৰিবা, পৈনতখানি কাটি একেবাৰে উলিয়াবা। আতা আতৈসবক লৈ গল। মোমাই বুঢ়া খানি এটিও নেৰিলে। বুঢ়া বুঢ়ীএ দেখি আটাহ পাৰিব খেলে। সেইখিতে গুৰুজনে ঘোষা মাতিছে-

শিশুৰ বিষয়-আশা আগ··· ।
বালকে কৰোক বহু মান,
যুবায়ে সেৰোক পাৰে মান,
ভোগ কৰিবাক নপাৱয়, তথাপিতো আশা
নচাৱয় হৰি হৰি—

"দশন-বিহীন কুৰ্তা যেন" এই তিনটা ঘোষা মাতি খেদকৈ বোলে দেহা পৰে কাহানি, বাঁহলৈ কান্দা? ই কটাৰ বংশ, গোৰে মাটি দিবা। তুই বৰ্ষে পূৰ্ব্বৱত হব। বোলে গোপাল। জেঙ্গ খানি ভিতৰে সুমাই দিয়া। দি বাঁহ উলিয়াই ভুৰ বান্ধিলে। বুঢ়ী লুইতে গৈএ ভকতলৈ গুৰি

কৰাই খুন্দিব দিছিল। বাঁহ কাটিলত বুঢ়ীএ ছুকঠিমানৰ দিলে খুন্দি, তাকে লৈ উঠিলহি, গুৰু ভকত নাও তুবে বোলে বাপুসব, গুৰা ভোজন কৰা হঁক। বোলে সেইকেটা কাৰ নাকত দিম, কোনে খাব, কোনে চাব? বোলে ছুটি চাইটিকৈ পানী সৈতে খোৱাইঁক। সবেও পৰি বুৰ দি গামচা পাতিলে, গুৰুজনে দিব ধৈলে, খাইছে। বোলে কাক লাগে? বোলে বাপ, সবাকে জুৰিলে তত উকালহে হব আৰু। ভুৰ মেলি আহি বৰপেটা পাই তুলিলে। ফালি কৰা কামি কৰি গোৰালে, তুলিলে, ধুই শুকাই ৰঙ্গাকৈ বোলালে। খুটা পুতি চতি খুৱাইছে। এটা চতি ঠহ ধৰি নোলাইও নোসোমাও। গুৰু বোলে যত্নমণি, কি কৰিব পাৰা? বোলে ভাল আপনাৰ প্ৰসাদে চাওঁ। চাঙ্গে উঠি গৈ কাপ পাতি ধৈলে। দাঙ্গি পৰ্ব্বতীয়া কৃষ্ণাই আতৈএ কৰতে বেলি কাটি খুৱালে। গুৰু বোলে বিষ্ণুৰ বেটা ভীমৰ সদৃশ বলে নেপা। বোলে বেল কিছু লাগিব। বুৰাএ ভাগৈ চকীয়া মাজিৰ বাৰীৰ পাৰি এপাচি পকা বেল মুৰতকৈ আনি থোলে, কোনে ফল লয়। গুৰুজনে বোলে হামু লৈবেক। মুৰতে এটি এটিকৈ দি আছিল। গুৰু হাতে লৈ থৈ নিছিল। বোলে গোপাল, তোমাক দহোঁ আমি পচা নাই? বোলে বাপ, ভৃত্যাক কিয় পাচিব লাগে? কাক লাগি নো কোৱা গৈছে। বোলে গোপাল, যাব যত নিচই পৰি মানিব, মনৰ মনক বুজি নপচাকৈ যি কৃত্য সেৱা বন কৰিব সেই জন উত্তম। পচাত যি কৰে মধ্যম, পচাত যি নকৰে প্ৰাকৃত মোক্ষৰ ফলো সেই তাৰতম্যে পায় গৈ। এ বেল আনি যেনেকৈ আমাক সন্তোষ দিছা, তুমিও আমাৰ ভক্তি বস্তুৱে সন্তোষ লভিবা। তেহে কৰা পাৰি গছিয়াই সিতলী পাৰিলে। চালে পাৰ্ব্বতী খুৱাই হ'ল। মুঠিক চক আনি বাৰ দি কামি গাঁথিয়াইছে।

উত্তম, মধ্যম ভৃত্য

আট ললতে গুৰুজনে ঘোষা কৰি মাত্তি তিনটি মাৰ মৰাইছে একেবাৰে—

"গোপাল গোবিন্দ হৰি ৰাম ৰাম।
ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম ৰাম।"
"পৰম পুৰুষ শিৱ সনাতন।"
"অনন্ত অচ্যুত নিত্য নিৰঞ্জন।"

হ'ল। তাত কুদ্ৰাক্ষৰ জালা দিলে, ৰাঙ্গপতা, বালিচন্দ, মোৰি এটালে। গোটে গৃহ ৰজত সুবৰ্ণৰ যেন হ'ল। বিচিত্ৰ ঘৰ হ'ল। বিভীষণ আতৈ, পৰ্ব্বতীয়া কৃষ্ণাই আতৈ, দুই কাৰিকৰে পাতদ্বাৰত লতা ফুল কাটিছে। গুৰু দেখি বোলে কি কাটিছাহক? বোলে বাপ, লতা কাটিছোঁ। বোলে বাক তোমালোকেও লতা কাটা, আমিও লতা কাটি ঈশ্বৰৰ গুণ বৰ্ণাওঁ। এই ঘোষা কৰিছে—হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি এ—"

বজাৱন নাম গৃহ নিৰ্ম্মাণ

লতাকটা ঘোষা

তাৰা দুএ বোলে বাপ, আমি যি লতা কাটিলোঁ, কাইলৈ ঘুনে খাব, তোম্ৰা অবিনাশী ব্ৰহ্মৰ লতা গন্থা গ'ল অনেক জীৱ আতে ধৰিব, পৃথিবী, চন্দ্ৰ, সূৰ্য্য থকালকে জলি থাকিব। তেহে জয় বিজয়, কাটিছে, দ্বাৰপাল। দুটি ছৱা চাই বোলে জয় হব লাগিল ইফাল, বিজয় বামে, নহল দামোদৰ বলাই। গুৰুজনে চাই দেখে, হয়। গোপাল আতাক বোলে তুমি দামোদৰলৈ আশা নকৰিবা, বুঢ়া আতাতো কলে চিৰ-কাল নৰহে। দুও অল্পতে গ'ল। জয় বিজয় আছিছিল।

আৰু একদিনা গুৰুজন আগে উঠা পৰত বেলা হ'ল আজি। আৰু আৱৰা মধুআতৈত কটত পাও লাগিল বৈকুণ্ঠ আতৈৰ। আৱৰা দেখি অৱহেলাকৈ নকলে। পাচে তেওঁ খাব শুৱ নোৱাৰি খীনাই গ'ল। এক দিনা গুৰুজনে দেখি বোলে তোমাৰ কি হ'ল? বোলে বাপ, শুৱ খাব নোৱাৰোঁ,

ভকতৰ অপৰাধ

ব্ৰহ্ম অগ্নিএ পোৰা দি পোৰে। বোলে মন কৰাচো ভকতত কিবা অপৰাধ হৈছে বা? বোলে বাপ, আবৰা মধু আতৈৰ কটত ভৰি লাগিল, সেৱা কৰিবলৈ নহ'ল হয়। বোলে সেয়েহে, ঘোৱা, পচৰা, কাপোৰ এখনি দি মাতাগৈ কাতৰ কৈ। সেইৰূপে দি মাতিলন্ত তাপ পোৰণি গুচিল। তেহে আৰু একদিনা বুঢ়া আতাৰ পত্নী আও বলাইক আনিলে স্নান কৰাই দবা। গুৰু জনে কোৰ জুৰি পিন্ধি শয়ণ কৰিছে। কচুপাত দি পাচিলে, কোৰ জুৰি সোলোকাই পাতত থৈ বাৰৰে মাটি একেৰি আনি পায়তে ঘৰি পাতটি তলে পাতি কমণ্ডলুৰে জল এতুপি বাকি দি আনগৈ যা। আই নঙ্গলা মুখে আছেগৈ। তেওঁ গৈ কোৰ জুৰি সোলোকাই বাৰ মাটি আনি ঘষোতেই গুৰুজনে হাতে চাব দি ধৰি বোলে—"আলো শুন গোৱালৰ জায়া, এনেয়ে গোপাল। হামাৰ গাএ ধূলা দিলে তোমাৰ ছৱাল।" সেই বেলা গীত এই কৈলে। আও ত'বতে স্তুতি কৰিব ধৈলে, বোলে বাপ, আমি দাসী বান্দীত হে অপৰাধ। এৰিলে তেহে। তেহে বঙ্গায়ন গৃহ চাবলৈ দেশৰ প্ৰজা ভাগি আহিব ধৈলে, নিতে কৰি উপাধি দ'ম হয়, চাটু, লোক সব শৰণ লব ধৈলে। এশ ছকুৰি একেবাৰে আঠু পাৰেছি। সবাৰে আগে আতা আঠু পাৰে। গুৰুজনে আতাত গুৰুবাক্য মাতে, আতা সিহঁতত মাতে। সেই ক্ৰমে হৈছে। গুৰুজনৰ লগৰ ছয়কুৰি ভকত ভাৰ অনা কান্ মাৰিবেই জাবে ভাত খাবলৈ খৰি নি তবনিত্তে আগে অহা সবে আলহি পোহা গৃহে খায়, কীৰ্ত্তন ঘৰে শোত্ৰ, পাচৰ সব সিধালৈ উপাসে ঠাই অভিয়ানে। এই কথা গুৰুজনে শুনি বোলে গোপাল, তুমি এ অতিথ ভকতৰ পাগ পাত্ৰ গুচাই দিবা, পাচৰ সবে ভোজন কৰিবলৈ। বুঢ়া আতা গুৰু বাক্যে মহাপুৰুষাৰ্থে কৰিছে কতো দিন। দেখি ভকতে

অসূয়া কৰে। বোলে এইটো আৰু একো নাই, গোটে দোল মোল চুৰা পেলাব যাবে হয় তাৰে, ৰকৰানি আওতাব চুপৰলকে, খাব, শুব, নাম গুণ একো নাই আৰু, এৰিলে। এনেকৈ বুলিবৰ আতা শুনি কল থহুৰাৰ এখানি কটকৈ নাম গাইছে। আকৌ হ'ল আলহি ঘৰ বাট পন্থ ৰকৰানি চুৰা, ভকত গ্ৰামী সব আহি লঘনে থাকে। একদিনা পৰম চতুৰ্ভূৰ্জ আতৈ আহিল, চাউল চৰু দিলে' ঠাই নপাই কীৰ্ত্তন গৃহে শুই থাকিল। বিহানে গুৰুজন গৈ দেখে চৰু চাউল শিথানে আছে। বোলে কালি ভোজন কিয় নকৈলাহঁক ? বোলে খাবলৈ ঠাই নাপালেঁ। অথিত ঘৰে গলু, চুৰা চৰু তৰু তেনেই আছে। বোলে গোপালক কৰিব দিছিলেঁ। দহোঁ এনেহে ললে। ভাগৱত লৈ দণ্ডৱৎ হৈ বোলে বাপ, ঠাকুৰ জগন্নাথ গুৰুজনক বোলে তোত্ৰা সাখী হবা, ক্ৰিয়াকৈ বোলে ভক্তত শৰণ। গুৰুজনে বোলে দেউ থাকিল, নাম থাকিল,

শৰণ ভক্ততহে ললা দহোঁ ? বোলে বাপ ই দায় অৰ্জ্জুনক ধৰা ৰক। "কৃষ্ণক পাইবাৰ জানা ভকতেসে পন্থ।

ইয়াক কহয়ে গীতা ভাগৱত গ্ৰন্থ ॥"

আকৌ ললে নামত। বোলে ঈশ্বৰ দহো থাকিল, নামত যে ললা আগকৈ ? বোলে এই দায় হনুমন্তক ধৰক। "হে হে ৰাম, তোমাতো অধিক নাম।" ঈশ্বৰত শেষতেহে ললে। তিনি শৰণহে ললে। তেওঁ হৰি হৰ আতা ভাগৱত মুগুনে। পৰিচৰ্য্যা কৰিছিল তেও আতা মুগুনে। মৰ্ম্ম ধৰাতহে শুনিছে শ্ৰদ্ধাৰে।

## ভাটোকুচীয়া আতা

আৰু ভাটোকুচীয়া আতাৰ উপৰি বংশতে টেপাই কাথৰ ঘৰ বুলিছিল। তানে পুত্ৰ বংশধৰ চিৰামখা, তানে বেটা বিৰাম খা, তানে নন্দন হৰাম খা, তানে সুত গাভূৰ খা, তানে গৰ্ভে দীঘলা কাথ তানে সন্তান টেপু কাথ, ভাতৃ

চতুভূ‍ৰ্জ, টেপুৰ বেটা আতা। বণ্ডকাত গ্ৰাম দেশ আছিল। বাৰে ভূঞাৰে জীয়তি, পুৰতি জাতি ইবাজে পাচতে আহিল উজাই। হাতীধৰা জগৰত চোট আতাক হৰি জমাইক নি ছেদিলে। ছমাহে ৰাখি পঠালত গুৰুজন খেদকৈ ৰৰগীত সুধি ৰাতিএ ভটিয়ালত যি ব'ল শুনা পাই পাছত যাই বুলি স্বৰ্গনাৰায়ণ ৰাজা সতাই কেমেৰা চাউডাঙ্গৰ ৰৰা দি উজাই নিয়াইছে। বুঢ়া আতা চাউল ভিক্ষা গ'ল। বালিহা গ্ৰামৰ কঠালকুচীয়া বামুণে চাউল লোন দি বুদ্ধি দিলে, উজান দেশ কটকিনা, ছুখ পাবা, ৰব পাবা যদি পৰাখানি আমি শুশ্ৰুষা কৰিম। তেহে গৈ খৰগৰনি ভাও লৈ ৰ'ল তাতে। তাতে মধুৰী আপী জন্মিছে। চত মহা মনতাল বিল মাৰিবলৈ গৈছে। আএ পাচিলে বামুণৰ ভগা পল এটা লৈ গৈছে। তাতে লঙ্গৰৰ বেটা পত্নখা সি ৰজ্যৰে অহা কাথ। কথা ওলাই চিনাচিনি হৈ বিলৰ পাৰে বহি দুখ সুখৰ কথাতে মাছ মৰা উঠিল। লোক দুজন ৰায়তে দেখি এটা এটা সবে পেলাই গ'ল। নেযাওঁতে বোলে তোমাৰ বেটালকে আমাৰ আপীখানি দিছোঁ। তেহে মিত্ৰ হৈ ধান কটাৰ ঠেক পাই দুয়ো আলচি উত্তৰ পাৰ হৈ ভগা ঢেকীয়াৰ বাৰীতে গৃহকৈ পত্নখাৰে বেটা জৰাম আতৈলৈ মধুৰী আপীক বিবাহ দিছে। আতাৰো তাতে জন্ম হ'ল। পাচে দহ বাৰ বৰ্ষ, তাতে হ'ল। পূৰ্ব্ব ৰাজ্য বণ্ডকালৈ যাব খুইছে জী জমাই ততে আইক লৈ। আৰু কতো মুখে কয় দৰঙ্গ ৰৰভাগে বেচেকা দ্বাৰে কৰিয়া পাৰেৰ গুকা পৰভাপুৰীয়াকে প্ৰতাপ ৰায় বোলে, কতো কয় বেহাৰ উত্তৰ পশ্চিমকৈ বুলি। লক্ষ্মীনাৰায়ণ ৰাজাৰ হাজোৰ দল নিৰ্ম্মাণ

আৰু লক্ষ্মীনাৰায়ণ ৰাজা চিৰাখা ৰিৰাম খা গাভুৰ খা, দগাই খা, চাৰি ৰকৱাক দিলে হাজোৰ দ'ল কৰাবলৈ কুলি ধৰি ভেৰ বৰ্ষ কৰালে, হ'ল। চাৰিও আলচি বোলে

প্ৰতিষ্ঠা কৰাবলৈ আমাকহে পাচিব পুনু। কৰাএ যাওঁ, এই বুলি কৰালে। ৰাজা দগৰা ধৈলে। চাৰিও শুনি গৈ বেচেকা দ্বাৰে ভোটপাৰে আছে। বুঢ়া আতা পুত্ৰ সমে তাতে পাই জ্ঞাতি বংশ বৈছে। কতো কয় বণ্ডুকালকে গৈছে। তাতে আঢ়ৈ বৰ্ষ ৰহি বুঢ়া আতা চলিছে, দশা কাম হ'ল, কাজলৈ উপাধি বিচাৰি গৈ ভাগৰ লাগি বালিকুচিৰ চতাই চৌধাৰী নাও শালে কঢ়িতে শুলে, পদ ওলমি আছে, ৰদ পৈল গৈ শুক্লা সৰ্পে টেকুলাৰ মান ফেট তুলি ছাঁকৈ আছে। হাৰৈ বুঢ়ীএ দেখি চাপি গ'ল অন্তৰ্হিত হত হ'ল। জগালে, সুধিলে। আতা কলে, বুৰী বোলে তোম্ৰা শুধা শক্তি নহয়। অবাহত কাম হব যোৱা যকগৈ। তেহে কাজ ভোজ সভা হ'ল, গ'ল। তাতে চতুৰ্ভূজ আতৈ খুৰাকে ধৰি কেতাইখাৰ বংশৰ সৰুধন কাথৰ দুহিতা আতালৈ বিহা কৰাইছে। চাৰিও বটি আনিছো নেৰো বোলে মোৰ কাওন এৰিলোঁ, সিহঁতৰ কাওন দি যোৱা। আতা দি গৈ দধিৰ সত্ৰতে আঠ দিন বৈ তবে পৰা পৰম কমাৰ ভকত গৈছিল বিষ্ণু আতাৰ মাতৃৰ তিথিলৈ। তাৰে লগ ধৰি কাঠসিলৈ গল। আতা সুধি পৰম শ্ৰদ্ধাকৈ ৰাখি লৈ আহিল গুৰুজনৰ মাতৃৰ তিথিলৈ আহেঁাতে টুপলীয়া হৰি আতৈ জোলোঙ্গা নিছে, আতাৰ নিছে। আলমৰা আতৈএ গৈ পাই গুৰুজনত ভেটাইছেনি, বোলে বাপ, আৰাটি চতুৰ্ভূজ আতৈৰ ভাতিজা হয়, মলখৰ্ত্তে আপোনাৰ গুণশীল মহিমা ডৰি লগাই আনিছে এই চৰণতে বিক্ৰয় যাবলৈ, বৰ গম্ভীৰ লোকজন। তেহে গুৰুজনে বোলে পেটুৱা, মোৰ বস্তুকে ভেটুৱা। বোলে বাপ, লাটু-চাটুকৈ এ দিন কাল যক আপুনাৰ চৰণতে। পাচ দিনা মহাপুৰুষক গুৰু বোলাই শেষ শয়ন, সহস্ৰ বয়ন, যাতো এতেকে কেশ চৰণ নাম দিছে গুৰুজনে।

আতাৰ বিবাহ

কেশ চৰণ

আৰু লক্ষীকান্ত আতৈ ঘোৰা ঘাটতে আছিল। ৰঘূৰাজা সেই গ্ৰামখান দেউৰি কৈ হাজোলৈ দিলে। লক্ষীকান্ত আতৈএ সৈতে গাওঁ খানেই মহাপুৰুষক গুৰু বুলিলেহি। বুলি উঠি গল হাজোৰ ওচৰলৈ। গৈ সবেও আলচকৈ বোলে আমি মহাপুৰুষক গুৰু বুলিলোহক। সেৱা শুশ্ৰুষা কৰিব লাগিল, দূৰ হলু হক যে। এই লঠৰিয়া অনন্ত আতৈ খাটনি মাতাচোঁ। মাতি আনিলে। বোলে আমি যে বন খানি কৰিব দিছিলোঁ, কিয় নকৰা? বোলে বাপ, ভকতে অসূয়াকৈ বোলে এইটোৰ নাম গুণ নাই একো, চুৰা পেলাব, বকৰাণি অঁতাব, খাব। তাতে এৰি নাম লৈছেঁ। বাপ। তেহে গুৰুজনে বোলে চাৰি সন্ন্যাসীৰ পৰিচৰ্য্যাকৈ নাবদ মহা ঋষি হ'ল, কোননো অধমে দাস ভাব তেজি উচ্চ পদ প্ৰাৰ্থয়। অ' আমি য'তে সন্তোষ ভকতৰ ত'তে অসন্তোষ' তুমি যোৱা কৰা গৈ। কৃষ্ণ অৱতাৰে পূৰ্ণ আদি তিনিখান বৈকুণ্ঠ পৃথিবীলৈ নমাই অনেক লীলা কৈলে। গোকুল, মথুৰা, বৃন্দাবন মোৰ মহাপুৰুষ গুৰু সেই তিনি থানকে আনি তিনি ৰাজ্যে থাপি কেৱল ধৰ্ম্ম প্ৰকাশ কৈলেহি। তুমি যোৱা কৰাগৈ। সেই বন আমি কৰিব লাগিল; বৃদ্ধ কাল বলে বুদ্ধিএ নপাৰোঁ। তুমি আমাৰ গা বদলে কৰাগৈ। তোমাৰ হৈ আমি নাম গাম। তেহে আতা অহোপুৰুষাৰ্থ কৈ কৰিব ধৈলে। সকলো অথিত ভক্তে সন্তোষ পাই যায়। তেহে গুৰুজনে দেখি পৰম সন্তোষ হৈ বোলে এই মথুৰাপুৰ শুদ্ধ কৰিছা, তোমাৰ নাম মথুৰা দাস দিছোঁ। আমাক যেনেকৈ কৃত্য সেৱা কৰি সন্তোষ কৰিছা, তুমিও আমাৰ ভক্তি বস্তুবে সন্তোষ লভিবা, তোমাৰ যশে জগত জুৰিব।

দাস্যভাবৰ উচ্চতা

কেৱল ধৰ্ম্ম

মথুৰাদাস

আৰু কৰ্ণপূৰ নামে তেওঁ ভাগৱত কয়, লাল বস্ত্ৰ, ৰঙ্গা চন্দনৰ অৰ্দ্ধচন্দ্ৰ ফোট লয়, শুক ভাগৱত শুনিবলৈ সঙ্কোচ

কৰ্ণপূৰ ভাগৱতী

পায়। একদিনা সুধিলে, বোলে গুৰু ,ভাগৱতত অমল শৰণ আছে নাই, আমাক গুৰুজনে স্বপ্নত সুধিব দিছে। বোলে বাপ আছে। লব নালাগে? বোলে লাগে। বোলে তুমি লোৱা আছে নাই? বোলে বাপ পশু´লৈ লমহি। আহি ললেহি,' এৰি এওঁকে দিওঁগৈ, সবেও আহি দিলেনি। তেওঁ এইখানি সেৱা ধৰিছে। গুৰুজন পাওখানি ধুৱাই গমচাৰে মচি পাটত থয়, কোৰ যুৰি পিন্ধাই—কট তুলি থয়, পাট চলি ধুই থয় নিতে এইখানি সেৱা ধৰে।

আৰু লক্ষ্মীক্ষান্ত আতৈৰ পিতৃ পুস্কৰ আতৈ ঘোৰা ঘাটতে আছিল। বেটা লক্ষ্মীকান্ত জন্মি প্ৰসূতাৰ দোষে এক মাসতে মাক চলিল। পুস্কৰ আতৈএ কলা দুগ্ধ খুৱায়। পুস্কৰ আতৈএ বোলে বাপ, লক্ষীকান্ত হে আমাৰ পিতৃ অন্ধকৰ চক্ষু। তেহে গুৰুজনে ফকৰা মাতিছে—"আগে উপজিল ছোট ভাই পাচে উপজিল কাকা।

কেৰমেৰ কৈ মাক উপজিল তেহে উপজিল বাপ॥ তেহে মহাপুৰুষক, গুৰু বুলিলে। কিছু অৰ্থ আছিল, তাৰে গৈ লোন আনি ছয়কুৰি জন ভকতক ছকুৰি সেৰ দিলে। প্ৰথমে ভাটোকুচীয়া:আতাও তাৰে এসেৰ পাইছে।

আৰু মেঘ চাৱলিয়া গৃহস্থি লোক গৈ সেৱাকৈ বোলে বাপ, দখিণলৈ যাব খোজোঁ আত প্ৰবৰ্ত্তিৰ সুৱাৰোঁ দেখোঁ। বোলে বাৰু যোৱাগৈ, গাৰ ছাঁটি আমাৰ বাট ঘৰতে থৈ যাবা। গৈ বাট গৃহতে অনেক ৰূপে কলে তুতি নিবেদনকৈ গুৰু আজ্ঞা, ছাঁ নেথাকে, অনেক গালি অহঙ্কাৰ কৈলে। তেও নৰয়; তেহে মাৰ কিল কৈ চালে তেও যায়; পাচে অস্ত্ৰ ধৰি ঘৈয়ালে, তেও যায় দেখে পাচে পাচে। তেহে উপায় নেপায় উভতি কলেগৈ। বোলে বাপ, অনেক প্ৰকাৰে কৈ কৰি থব নুৱাইলোঁ আৰু আপুনাৰ আজ্ঞা। বোলে সুখে

কৰ্ম্মফল

দুখে সেই গা লগৰ হুঁা, পূৰ্ব্বৰ প্ৰাপ্তন আৰ্জ্জিত ফল ভুঞ্জিব লাগে। দখিণলৈ গলে দুখ গুচিব কিয় ? ছয় উৰ্ম্মি, আত্মা সাতধাতু ছাল, শাখাএ আঠ প্ৰকৃতি। দশ বায়ু পাত, ঈসে, জীৱ দুই পক্ষী থাকে তাত তিনি। আন সব বৃক্ষত ভক্ষ্য ফল লাগে, তাক ভুঞ্জে। এই সংসাৰ বৃক্ষত ঈশ জীৱ দুই পক্ষী জিৰাই, বাসকৈ সুখ দুখ দুটা ফলমূলে দি অৰ্জ্জিত যেই সেই এটা ভুঞ্জে। লোক সবে সকলো প্ৰাণীএ সুখকে বাঞ্ছে, দুখটো কৰ্ম্মাৰ্জ্জিত, দৈব্য মিলায়হি আনি।

আৰু একজন ভকতে মাছ বাটে, খুটৰা মাছ গাৰ ফালে থাপি থয়, ফিচা মূৰ নিএ বাহিৰ, বাহিৰ খানি ভকতে নিএ, তেওঁলৈ গাৰ সৰহ ভাগ নিএ। কালৰ প্ৰমাণে তাৰা চলিল। ভকতৰ কষ্টে ছিলা পক্ষী হ'ল, মাছ নিওঁতে ভগাওঁতে ধুতি ভকতক থাপ মাৰি চোৱে, ওলাবই নপাৰে। গুৰুজনত কলে বোলে বাপ, দুষ্ট চিলাটোৰ নিমিত্তে ভকতে মাছ ভগাব ওলাব নুৱাৰি থাপ দি চোৱে। তেহে গুৰুজনে ঘোষা মাতিছে। "যতেক অনৰ্থ আছে সংসাৰত তাতে তিনি বিধ সাৰ। কাম, ক্ৰোধ, লোভ, আপুন নাশন জানি কৰা পৰিহাৰ॥" আত্মা নাম হেতু কাম ক্ৰোধ লোভ নৰকৰ তিনি-দ্বাৰ। জানি আক তেজি কেৱলে কৃষ্ণৰ ভকতিক কৰা সাৰ॥" তেহে খেদকৈ গুৰুজনে বুদ্ধি দিছে বোলে খেৰ সুপি এটি কৰি জকদি জুই আঙ্গাঠি এটি দি মুৰে মাছ খুটুৰা বান্ধি থবা, থলেনি খলাতে। দেখি থাপ মাৰি নিলেহি। পখাৰ বা লাগি আকাশতে পখা পুৰি মৈল, বোলে সেই দুষ্ট চিলাটো পুৰি মৈল আজি। বোলে ভগুাৰ গমছা এখানি দি পুতি থোৱানি। থলে নি। গমচা দি পুতি সেই নিশা জয়হৰি আতৈএ স্বপ্নত দেখে দ্বাৰত ধূলা লৈ ফুৰিছে' বোলে মোক আজিহে গুৰুজনে মুক্ত কৈলে। ভকতচিলা

আৰু একদিনা হৰিহৰ আতা গুৰুজনে ফন্দকৈ দায় ধৰিছে কীৰ্ত্তন গৃহে ওলাব সোমাবৰ ভাও নোপোৱাত। তেহেঁ সবেও আতৈক দেখি ভয় হৈ বিচাৰকৈ লৈছে। গুৰুজনে সেই বেলা ঘোষা কৰিছে—"আপুনি মহন্ত মুহি, মহন্তক মুপাসিলে কদাচিত। তাৰ উপদেশে, আনো নতৰয় আপুনো ভৈল বঞ্চিত ॥

ঘোষা

আৰু বুঢ়াপো গোবিন্দ আতৈৰ ককাএকৰ ঘৰ বৰকৈৰবাৰীত। সুদাম আতৈৰ জীয়েকৰ নাম ৰতি, দিছিল গোবিন্দ পুৰত, জন্মি চোচৰা হেঁাতে পিতৃ চলিল। ককায়েকে আহি নাতি জীয়েকক নিলেহি। কৰৈবাৰীলৈ নি ধুতিএ নোচোৱে, শাৰীতো ভাত নিদিএ, নোচোৱে দেখি মাকে বোলে পিতা, মোৰ বেটাখানি গুৰুজন ঠাইত দিয়ানি, ভকত হৈ পৰিচৰ্য্যাকৈ থাক গৈ, আতৈএ লৈ আহি দিলেনি ; গুৰুজনে বোলে ক'ৰ ছৱা এইটি ? বোলে বাপ, মোৰে নাতি হই, বাপ নাই, মাকে পঠাইছে আপুনাৰ চৰণলকে দি। বোলে নিয়া। বৎস বান্ধি থয়, ধেনুএও হেম্বেলিয়ায় কেতিয়া মেলে বুলি স্নেহত, বচেও থাকে খিয়াই কাহানি যাম মনে। লৈ আহিল। মাকে কান্দি খেদকৈ বোলে পিতা সাতে দুও যাওঁ থৈ আহাগৈ। বুঢ়া ভকতে লৈ আহিল জীএক নাতিএক দুইকো, পাই উৰ্ব্বশী আইৰ গৃহতে ৰৈ পাচ দিনা গুৰুজনে শৰণ কৰালে দুইকো। ব্ৰতে থৈ গোবিন্দ আতৈৰ মাকে সেৱা ধৰিলে, কান্তি লিপে, খলা সাৰে, ধান বানে, বুঢ়া ভকতৰ কাপৰ ধোএ। ককাএক পুনৰ গ'ল। মাহে পতি যাই গুৰু সেৱা কৰৈগৈ। গোবিন্দ আতৈএ বোলে ককা, মোকো গুৰুজনত কৈ সেৱা বন এফেৰি খুজি দিয়া, দুও গৈ আছোঁ লৈ বোলে বাপ লৰাটিএ এফেৰি সেৱা বন প্ৰাৰ্থিছে। বোলে ই দেখো গোটে লৰা, কি বন কৰিব বাৰু? গধূলি পুৱা দুটাৰি

বুঢ়াপো গোবিন্দ আতৈ

জোঁৰ আনি দিব। তেহে ককাএকে নাও এখানি, কটাৰি দিলেহি। তাতে উঠি গৈ পানী তল বোৱাতে নল খাগৰি কাটি আনি শুকাই চাঙত তুলি থয়। তাৰে গধূলি পুৱা ছুটাৰি বান্ধি দিএ। গুৰুজনে চাউলটি সিজাই সজ পায়। এইখানি সেৱা ধৰিছে গোবিন্দ আতৈএ।

আক একদিনা আএ খলা সাৰি কঁকাল ঠৰ হল। পোন হৈ বোলে বান্ধৱ কৃষ্ণ। গুৰুজন চৰাত আছে ভক্তে সমে। শুনি বোলে শ্ৰীৰাম, বুঢ়ীত কোৱা, আজিৰ পৰা আমাৰ খলা কান্তি মচিব সাৰিব নালাগে আৰু। অ জগত ঈশ্বৰ কৃষ্ণকহে বান্ধৱ পালে গৈ, কেনেকৈ সৰাম আৰু? আতা কলে। বুঢ়ীএ কান্দি দুখকৈ গল শুচি। ভাত পানী এৰি খেদকৈ বোলে মই অভাগীএ মনতো মুসুমাৰিলো, কৃত্য সেৱা খানি গুচিল মোৰ। দহ বাৰ দিনো সৰা নাই, তেও ঠাই সজ হয় পূৰ্ব্বত কৈও। বোলে শ্ৰীৰাম ঠাই কোনে অটাইছে? বোলে বাপ জানোঁ! বোলে বুঢ়ীএ বা অটায় সোধাচোঁ। সুধিলে গৈ; বোলে মই গুৰু আজ্ঞা পেলাই থৈ কিয় সাৰিম? বোলে বাপ নাই সৰা হয়। বুঢ়ীএ বোলে আজি চোন নিশা মন কৰা কোনে সাৰে মচেনো চন্দ্ৰ কৈ? আতা তিনি পৰ মান নিশালৈ আছিল. নাই দেখে। বোলে বাপ, তিনি পৰমানলৈ আছিলোঁ একো নেদেখিলোঁ। বোলে আজি পুৱতিয়ালৈ খটখটিতে পৰি থাকিবা, কি দেখা। আতা গৈ আছে পৰি। দেখে বুঢ়া বুঢ়ী দুটি বিজুলীত যেনে আন্ধাৰ প্ৰফুল্লিত হয় সেই মতে শৰীৰ জ্যোতি প্ৰকাশে। আতা কম্পমান হৈ সঙ্কোচিত ভাবে বোলে তোমাসব কোন, এনে চন্দ্ৰ কৰাহি? বোলে পা, আমি কৃষ্ণ আৰু ৰাধা। বুঢ়ীৰ খেদ ভক্তিএ বশ্য কৈলে মোক। তাতে বুঢ়ীৰ হৈ গা বদলে কৰোঁহি। এই

গোবিন্দ আতৈৰ বাতুৰ ঠাই সৰা কথা

বুলি আগতে অন্তৰ্দ্ধান হল। গাৱ বশ্মিএ আতাৰ গাত প্ৰেম জৰি, দ্ৰবি, লোম শিহৰি সেইতে গুৰুজনত পৈলগৈ। বোলে কেনে শ্ৰীৰাম? বোলে বাপ; অদ্ভুত আচৰিত কি কম? এই ক্ৰম দৰ। তেহে সেই বেলা ঘোষা কৰিছে—

ঘোষা ৰচনা

মাধৱৰ নাম বৎস প্ৰায় ভৈল, ভক্তে তাঙ্ক লৈয়া যান্ত। বেদৰ ঈশ্বৰ হৰি ধেনু যেন, তাৰ পাচে পাচে ধান্ত॥ বোলে বুঢ়ীত কোৱাগৈ কৰক বন পূৰ্ব্ববত। আতা কলেগৈ। কৰিছে। বুঢ়ীক আগকৈ হে আতাৰ নাম, বুঢ়ী ৰৰলোক।

আৰু যদুমনি আতৈএ চিৰা কুটে গুৰুজনলৈ উৰালত দোৱা ভাজি:ধান তুহ বাচি দুটিমান চাকি চায়। শ্ৰীৰাম আতা দেখি বোলে যদুমনি কি কৰা? আগে খাই লৈ গুৰুজনলৈ শেষ হয়, অপৰাধ হব। গুৰুজনে বোলে কি? যদুমনি আতৈএ বোলে বাপ, মই আগে নেখাওঁ। দুটিমান অস্তৰাই চাকি চাওঁ আপোনালৈ সজ হয় নহয়। নহয় যদি পুনৰ ভাজোঁ, তেহে গুৰু বৈষ্ণৱানন্দৰ শ্লোকৰ পদ মাতিছে—

ভকতৰ অৱশেষ

বৈষ্ণৱানন্দৰ শ্লোকৰ পদ

ভকতৰ অৱশেষ মোৰ জীৱ প্ৰাণ।
ইহাক এৰয় যিটো বধৰ সমান॥
ভক্তৰ শেষত পৰে বস্তু শ্ৰেষ্ঠ নাই।
তাক ভুঞ্জিবাক সখি মোৰ বাঞ্ছা যায়॥

অৰ্জ্জুনত কৈছে কৃষ্ণ দেৱে॥ এ যদুমনি আমালৈ সজহে। ভকতত দিওঁ, নকৰিবা আজিতে আৰু।

আৰু পহাৰি ৰাম আতৈৰ পত্নীৰ পহাৰ দিএ, চিৰা, কল, দুগ্ধ, ঘৃত, গুৰ, চেনী, গুৱাপান এইসব। আনতকৈ ভকতৰ একৰি কৰি এৰে। আতৈএ বোলে পৰৰ খোৱা উদাসীনৰ একৰা বঢ়াই লৰৰ চাৰি এৰহে আকৌ? আই এ তেও এৰে, সি কথা নলয়, বলেও নুৱাৰে, মাৰিবলৈ মনতে ক্ৰোধকৈ থাকে। সেই ক্ৰোধতে শৰীৰ পৰিলগৈ। ভকতলৈ

পহাৰিৰাম আতৈ

ক্ৰোধে ফেটী সৰ্প জন্ম হ'ল, নামৰ বাসনাই জ্ঞান পৰশি নিতে নাম শুনেছি। কীৰ্ত্তন গৃহৰ কাম্তিতে বিৰ বান্ধি থাকেগৈ। নাম হলে প্ৰসাদ নিৰ্ম্মালি দিয়ায় গুৰুজনে। খাই যায়। একদিনা চাৰিজন ভকত আছে বামুণাৰ কালতে, চ'ত মহা চপৰানিএ। পাচলৈ চাই দেখে সাপ বেগাই খেদি আহিছে গা লকে। খাই বুলি চাৰিও চপৰাৰে মাৰি পেলালে। আহি নাম গুণ গালে, হ'ল। গুৰুজনে বোলে সৰ্প ভকতটী নাহিল দেখোঁ, ঢুৰাৰো। বোলে ই বোলাকে কাণ নকৰে এবাৰত সুধিলে। বোলে বাপ, কি সৰ্প ভকত? বোলে সৰ্প এটী আছে নিতে শ্ৰৱণ কৰেহি, আজি নাহিল দহোঁ? তেহে ই-বিলাকে বোলে বাপ, সেই চপৰানিতে বৰ সাপ এটা পাচে পাচে খেদি আহিছিল গাল'কে, চপৰা মাৰি থৈ আহিছোঁ খাই বুলি। তেহে গুৰুজনে খেদকৈ বোলে যোৱা ভণ্ডাৰৰ গমচা নিৰ্ম্মালি দি দকৈ পুতি থৈ আহা গৈ, যোৱা খৰকৈ, চিলা কোৱা নিব। গমচা নিৰ্ম্মালি দি থলেনি পুতি। নিশা স্বপ্নত ভকতে দেখে দ্বাৰে দ্বাৰে সেৱাধুলা লৈছে। বোলে মই ক্ৰোধতে সৰ্প জন্ম পালোঁ, গুৰুজনৰ প্ৰসাদেহে নিস্তাৰ হলু। এই বুলি বিমানে চৰি বৈকুণ্ঠে গল। পুৱা কলে স্বপ্নৰ কথা তেহে গুৰুজনে পদ মাতিছে। সৰ্প ভকত

বোলে, যেন মাথে বোজা লৈয়া, আথা জলে নামে গৈয়া
উটে বোজা নপাএ উমান।
সেহি মতে দান ব্ৰত আজন্মে কৰিছে যত
ক্ৰোধে কৰে স্বৰাকে নিৰ্ব্যান॥

নিশেষ জন্মৰ অন্তে যিএ নৰদেহা পায়, তাৰে কোটিৰ মাজত কোনো জনে অনেক জন্মত পুণ্য কৰিছে হৰি ভজি হৰি গুণ গাব পাৰে। এ তাতো দেখা ভকতক ক্ৰোধে

আপুনাকে নাশ কৈ জন্ম লগালে, এনে নামৰ মূৰ্ত্তি ভকতকো। হেন জানি কাম ক্ৰোধ লোভ মোহ দ্বাৰ চাৰিখান মাৰি আতৈ সব নাম লৈ ভক্তি কৰা।

ভক্তৰ সঙ্গ মাহাত্ম্য

আৰু একদিনা ৰৰগুৰু আতৈ স্নানলৈ গৈছিল। গৈ জানত বগৰি বাৰীতে চাৰিজন ভকত আহি বৈ আছে, নাও আছেই পাৰে। বোলে আতৈ, নাও খানি হেচোক মাৰি দিয়া। নেমাতে বোলে দিয়া যক, আমি গুৰু ঠাইকে যাওঁ। নেমাতি যায় হে গাধুই'। বোলে দিয়াহে, তোমাৰ বৈকুণ্ঠত বাসা হৰ যাওঁ। আতৈএ চাই বোলে হেৰ, কিয় গালি পাৰ? তোত মই কাহানি বৈকুণ্ঠ খুইছো, বুলি আহিল। তাৰা সবো উঠি আহি গুৰুজনক সেৱা কৰিছে হি। আতৈও আছে তাতে। দেখি বোলে বাপ, নাওঁ খোজাত আৰু আতৈএ এনেকৈ বুইলে আজি। বোলে হইনে? বোলে বাপ, হয়। তাৰাত আমি কাহানি বৈকুণ্ঠ খুইছোঁ, ঈশ্বৰতে খোজা নাই। খুজিলে বা কিয় দিব, কি আপাহ কৰিছোঁ আমি। যদিবা দিলেই যি ঈশ্বৰত ভাৰসা নিচয় কৰিছোঁ সেই বৈকুণ্ঠত তাৰা নাই, তাত আমাৰ কাম কি? বলি, প্ৰহ্লাদ, অম্বৰিষ, সিদ্ধ যোগেন্দ্ৰ সবেও আসি বিধ ন বিধ ভক্তি কৰি সন্তৰ সঙ্গ প্ৰাৰ্থিছে পৃথু, ভৰত আদি এই সবে। তেহে গুৰুজনে বোলে নাগ পত্নী সবে বুলিছে কালীৰ ভাৰ্য্যা, কৃষ্ণক—

"মোক্ষকো অভিলাষ নাহি হৰি।
তোমাৰ চৰণ ৰেণুক এৰি॥" সাৰ্ব্বভৌম, স্বৰ্গ, ব্ৰহ্ম-
পদ কাতো ইচ্ছা নকৰে একে ভক্তৰ সঙ্গ চৰণ
সেৱাৰ বিভিবেকে, কিয় বোলানো তেনেকৈ?

ভকতৰ, খিলাখিলি

আৰু দুজন ভকত গৈছিল খৰিলৈ একে সধৰ্ম্মী, একোপা দুখান খৰি দেখি এওঁ বোলে মোৰ, তেওঁ বোলে মই দেখিছোঁ।

আগে। তাৰে পৰা কিলাকিলি লাগিল। এজনে মাইলে কিল এটা, ইজনো আহিল দাঙ্গি খেদি। এওঁ বোলে মোক যে ক্রোধ কালীয়ে খাই, বিহ খালোঁ, তোমৰা নেখাই ৰাখা জীয়টি। তেহে ৰল হুও। আহি গুৰুজনত কলেহি। বোলে মৰা জন আৰু নাশেই গ'ল, ইজনো তেওঁ খেদি আহিছিল হে মাৰিব ল'কে। মোৰ মহাপুৰুষ গুৰু দিছে, চাৰি সিদ্ধৰ বাক্য—

"ৰাখে হৰি নামৰ দ্রোহীক হেন কক্ষা।
ভকত দ্রোহীক নামে নকৰন্ত ৰক্ষা॥"
পাচে দুও জনক নেৰাখি খেদিছে।

আৰু এক অখট বুঢ়া প্রাতসে গৰু নিছে হাল বাবলৈ। সি মুতি গ'ল কেৰমেৰ কৈ। বুঢ়াই বোলে আকে যদি বৰপেটাৰ মহন্তে কব পাৰে মৱো তেওঁতে শৰণ লম। এই নিচয় কৈ বুঢ়া গৈ গুৰুজনৰ আগত মাগ্রিত আঁক দি বোলে বাপ, এই কি? বোলে বুঢ়া, হাল বাবলৈ গৰু নিছিলি হব লাগে। সেয়ে বাটত চেনাই গ'ল, তাকে কৈছহি। বুঢ়া দণ্ডৱতে পৰি বোলে বাপ, তোমৰা মনুষ্য নহয়, ঈশ্বৰহে, চম্মকৈ আছাহি। পাচ দিনা বুঢা কুৰ'লিত বিহানে গৰু নিছে। আয়ু থকাতে মিছা বেশ্যা, গুৰুভক্ত নিন্দাত অকাল মৃত্যু হ'লহি। বাৰী চুকতে তিনটা যম দুতে দৃশ্য হৈ নিবলৈ খেলে বলেৰে। এটাই বোলে ই মোৰ চাৰি কাওণ কৰি দিব লাগে। এটা হয় সাক্ষী বোলে হয়, মই জানোঁ দিব লাগে। এটা হ'ল টেকেলা। বোলে ব'ল ব'ল। তিনিও বুঢ়াক ধৰি জোটা পোতা লগাইছে টনা আঝোৰা। বুঢ়াৰ জীয়েকক বৰপেটাৰ ভকতত দিছে. মহাপুৰুষক গুৰু বুলিছে, তেওঁ আছিল গৈ। শুনি খেদি গ'ল বোলে মোৰ বাপেকক কোনে ধৰি নিয়ে। ৰামতি নাম দিছিল গুৰুজনে। দেখিএ লৰ মাইলে যমদূত। বুঢ়া তাতে পৰি মৈল বুৰবুৰি কাঢ়ি।

এক বুঢ়াৰ শৰণ

কত বেলিত তত পাই বোলে ই যম হুতেহে, ক'ৰ ধৰুৱা মোৰ ? জীয়েৰুক বোলে তোক দেখি যে লৰ মাইলে মোক নো কিয় ধৰে ? তই নহলে মাইলেইহঁতে। বোলে আমি মহাপুৰুষক গুৰু বুলিছোঁ, তাতে পলায়। তই হৰিবিমুখ অভকত, তাতে ধৰে। বোলে কালৈ যাওঁ ব'ল, ভকত হওগৈ, পাচ দিনা জীয়েকে সৈতে গৈ মহাপুৰুষক গুৰু বুলিছেহি।

জনাৰ্দ্দন আতৈৰ নিষ্ঠা

আৰু একদিনা শ্ৰীৰাম আতা, হৰিহৰ আতা, বুঢ়া আতা, ঠাকুৰ আতা, বিষ্ণু আতা, গোপাল আতা, আনো ভক্তে নিশা কথা সুখে বহিছে। অনন্তৰ পৰা অচ্যুতলৈ পাতি বৈকুণ্ঠে সমে প্ৰেমৰ খেলা গুৰুজনে কীৰ্ত্তন কৰিছে। আতৈ সবে তল্ বল্ তদ্ গদ্ হৈছে বসে। দ্বাৰ মাৰি থৈছে। জনাৰ্দ্দন আতৈ পাচ পৈল। কাণ লৰি—ধ্যান ভঙ্গ হয় বুলি দ্বাৰ তলে পেট পেলাই চুচৰি সোমাই শুনিছে। কথা সম্বৰণ কৈ গুৰুজনে বোলে চোৰ সোমাইছে বহাত। আতৈ দণ্ডৱতে পৰি বোলে, বিভুক্ষিত প্ৰাণীৰ নিসিদ্ধয় কোন পাপ।

মৌন ব্ৰত ভঙ্গ ভৈল ক্ষমিয়োক বাপ॥" স্নেহকৈ গুৰুজনে বোলে—"মাধৱৰ কথাত অনুক্ষণ প্ৰীতি বাঢ়ে।

যেন কামাতুৰে স্ত্ৰীৰ আলাপ নচাৰে॥" শুকদেৱে পৰীক্ষিতক বুলিছে ধন্য ধন্য মহাৰাজ, তোমাৰাও ধন্য জন্ম, হৰি কথাত এনে খেদ শ্ৰদ্ধা ?

আৰু দুজন ভকতে ধনুখণ্ডাৰ দুপাৰে কৃষি কৰিছিল, এজনৰ গৰু গৈ ধান খালে। শুনি খেদি গৈ সহৰ শোকত গতাৰ ভাও দেখালে। ইপাৰে বোলে আজি পোৱা হলে এনেকৈ মাইলোহঁতে, সিপাৰতে বোলে হেৰা বান্ধ, মই য মৰিলোঁ।

দুই ভকতৰ দণ্ড

জানি শুনি এতেক তথাপি নপাওঁ সাখী।
দেখিও নেদেখো যেন খাইলোঁ দুও আখি॥"

দুৰ্জ্জন মনৰ সঙ্গে ভৈল সৰ্ব্বনাশ; তুমি নমৰিবা, এই বুলি সাৱটি ধৈলে। সিপাৰে তেওঁ ঠৰ হৈ ৰ'ল বান্ধ খাই। তেহে দুও সুষ্ঠ হৈ গুৰুজনত কৈ পৰিলহি। সেই বেলা ঘোষা মাতিছে গুৰুজনে—

আপুনি আপুন শত্রু, আপুনি আপুন বন্ধু
আপুনি আপুন ৰাখে মাৰে।

বোলে এৰা আহি সহৰ স্নেহে গতা মাইলে, পৈলা, থাকিব লাগিল; উঠি কিল জোৰা কিয় আকৌ? যদি বিল নহইলে মাইলাইঁতে। এওঁহে বোধ দি ৰাখিলে তোমাকো, দণ্ড বিহি ৰাখিছে দুইকো। হেচোকাৰ দহ, কিল যচাৰ কুৰিটকা লৈ, ভণ্ডাৰত চাউল সিধা সভা তৈল বস্তি খৰ্চ্চাকৈ।

আৰু পৰ্ব্বতীয়া কৃষ্ণাই আতৈক ৰাঙ্গয়ান গৃহ কৰিবলৈ আনিলে। কৰি হাটীতে গুৰুজনৰ সঙ্গে নাম লৈ আছিল। জোলোঙ্গা বান্ধি বিদায় কৈলে গৃহলৈ। বোলে বাপ, জীৱৰ সৰ্ব্বস এক কণিকা প্ৰাৰ্থনা কৰিছোঁ। তেহে গুৰুজনে বোলে আজি পাচ বৰ্ষ আছা আতে, বিচাৰ নকৰা, এতিয়া ওলাই থৈলা বান্ধি এতিয়াহে পৰমাৰ্থ সাধা? তেও ৰাৰু যোৱা চেতন লভি মৰণ কাচে দেখি আমাক নপাসৰিবা। কৃষ্ণাই আতৈৰ শৰণ

আৰু নাৰায়ণ নিৰঞ্জন দুই ভাই বৰকৈবেৰাগীত গৃহ। তৈৰে পৰা আহি বাউসীত দুনিয়া দাইছিলহি। অৰে ভকত বাউলা গৃহে বৈ তাৰা সবৰ সঙ্গে আহি গৈ থাকে গুৰুজন ঠাই। বোলে আমাকো নি শৰণ গুৰুজনক কৈ কৰোৱাগৈ। তাৰা নি গুৰুজনত ভেটালে গৈ বোলে বাপ, আৰা দুই বৰকৈ বাৰীত থাকে, দুখানি পায়তে বিক্ৰয় যাবলৈ আহিছে। পাচ দিনা ব্ৰতে গৈ ধৰ্ম্মক লভিছে। প্ৰাৰ্থনা কৈ বোলে বাপ, অলকে আহিব খোজোঁ, গঞ্জাৰ নিমিত্তে নোৱাৰো, চাই থাকে। গুৰুজনে বুদ্ধি দিছে, বোলে দুটোপলি মান ধান নাৰায়ণ নিৰঞ্জনৰ শৰণ

নিবা, পতানো দহ টুপলি লবা, বৰকৈ বান্ধি নি সিহঁতক দেলাই চাঙ্গত থবা, ঘৰ বাৰী ধাপ, পদূলি অটাই বাঁহ কল পুলি কাটি কুৰা গৈ। সেই ক্রমে কৰিলে, পথাৰতে সীমাৰহে দ্বন্দ কৰে। দেখি গঞা গিৰিএ বোলে ইহঁতৰ মন বহিল, ধানো আনিছে দমাই, এই বুলি গঞা ঠাকুৰীয়া এৰিলে কাণ। ইবিলাকেও বুজি ধানৰ চাউলকৈ নাও এখানি লৈ তাতে উঠি বুঢ়ীকো লৈ নিশাই উজাই গুচি আছিল। বাউসী আগ ঠাইতে বৈ গুৰুজনত সুধিলেহি বোলে বাপ, তোম্রাৰ পাশলকৈ আহিব খোজোঁ। গুৰুজনে বোলে ঠাএ নাই বহা কৰিবলৈ। বহালৈ মাটি তোলা, হাতীএ মাউতে লুকুৱা গাঁত এটা আছে। বোলে বাপ, এই গাতটিকে দিওক। বোলে ইয়াত কিকৈ বান্ধিবাহঁক? বোলে আপুনাৰ ধূলাই পাৰিম বাপ। গুৰু বুদ্ধি দিছে বোলে বিলৰ সিপাৰে বাৰাদিৰ কাখে নল আছে, তাকে বুন্দ কাটি উটাই আলিত দি দূৰতে মাটি আনি পুতি ভিটা কৰা। সেই ক্রমে আনি কৈলে, খাগৰি আনি চাল বান্ধিলে। মাৰলি উতৰে গৈ বজালি পৰঙ্গনাৰ বাঁহ দুটি আনিলেগৈ, থৈছে। কীৰ্ত্তন গৃহৰতে গুৰুজন গুলাই দেখি বোলে কাৰ বাঁহ এই দুটি? আতৈ সবে বোলে সেই তাৰা দুই ভাইৰ। বোলে গুৰি খানি আমি বহা খুটালৈ সজ। তাৰা দুএ শুনি কাটি কুমলি ধুই বহাতে পুতি পাত বান্ধি থৈছেনি। গুৰুজনে দেখি বোলে আমি ক'লুহে, কাহানি খুইছোঁ? আৰা দুএ আঠু লৈ বোলে বাপ, মাৰলি হৈছে। বহা সাজিলে, হৰি কীৰ্ত্তন কৰাই ললে।

বাৰাদি

আক এদিন ধান সিজাই মেলি দিছে, বৰ বৃষ্টি আনিলে; তুলিবলৈ চায় পাচি কোনোবাজনে দিছে। নাৰায়ণ আতৈ খঞ্জকৈ বোলে মোৰ দুকলি কোলে নিছাইঁক, লৈ আহা

এহেলৈ। ননাত খজ উঠি আহিছে, ধান তিতাত। নিৰঞ্জন অতৈএ তেহে ঠাবে মুখত সোপা দি দেখালে একো নুবুলিব, যেই মেঘে তিয়াইছে, সেই মেঘেই শুকাব; বুলিলে বৈকুণ্ঠৰ পথে ভেঙ্গ পৰে। পাচে নেপাই কাপৰতে ধান তুলিছে। পাচ দিনা নল আনি ভকত মুৰি পাচি একোটি মাছ খোৱা খৰা গা পাতি দিলে সাজি। গুৰুজনে শুনি পৰম সন্তোষ পালে।

আৰু একদিনা ভকতে সৈতে বুঢ়া লুইত পাৰ হৈ খাগৰি আনিছিল। সবেও আহি বালাতে জিৰাইছিল, আন সব আহিল, আৰা তুই চৰিত্ৰ কথা সুখতে গধূলি চাই দৰিয়াতে নিশা গৈ দিনৰো চাই চণ্ডে উঠিল, ভুকে পোৱা নাই, নিমেষ মান লাগিছে, আৰা তুই আনন্দ সুখত মজি। ত'ত গুৰুজনে বিচাৰ কৈলে। ভকতে বোলে হাবিতে আহি একে লগে বহিছিলোঁ; আমি আহিলোঁ। পাচত হ'ল কি কৰ নোৱাৰোঁ। তেহে গুৰু তুজন ভকত দিছে বোলে তোমা-লোকে নামাতিবা, খাগৰি লৈ আহাগৈ, পাই খাগৰি নিলতহে চেতন পালে। আহি শুদ্ধি স্নানকৈ ধূলা গুৰু সেৱা কৰিছেহি। গুৰুজনে তুগ্ধ, চিৰা, চেণী, কল বাটি সজাই শ্ৰীৰাম আতাক পাচি মতাই অনাই একভাএ ঘোষা কৰি মাতি প্ৰেম ৰসৰ ভাগ খুইছে নাৰায়ণ, নিৰঞ্জন, নিৰাকাৰ নিৰাময় স্মৰি হৰি হৰি ৰাম।

আৰু কতো দিনৰ অন্তে কালৰ প্ৰমাণে নাপৰা পৈল। টান হ'লত গুৰুজনে ভকত চাৰিজন দিলে পৰ দিবলৈ। নিৰঞ্জন আতৈও আছে বহি। তাৰা সবৰ থাকি নিদ্ৰা ধৈলে। আতৈ বস্তুত ধৰি ৰাম ৰাম বুলি চলিল। নিৰঞ্জন আতৈএ আতৈ সবক নজগালে দুখ পাই বুলি। বোলে মোৰ স্বামীৰ কৃত্য মই ভৃত্যোহে কৰিব পাওঁ, এই বুলি কোৰ,

দা, বাঁহ, কাঠ জোৰ, জুই লৈ আতৈক নি নাওঁতে তুলি পাৰকৈ বাৰাদিৰ কাষে খলাকৈ চিতা নির্ম্মি তুলি জুই লগাই ককাল সেও লৈ বহি আছে। হৃদি ৰাখি সজা ভৱগ্নি লগাই, জ্যোতির্ম্ময় হৈ টলবলাইছে মাজ নিশা অন্ধকাৰ। ই পাৰলৈকে প্ৰকাশ হৈ। আৰা চাৰিজনে সাৰ পাই চাই গুৰুজনত কলেগৈ বোলে বাপ, নাৰায়ণ আতৈ চলিল। নিৰঞ্জন আতৈএ আমাক নজগাএ একলে নি সিপাৰে দহন কৰিছেগৈ দেখোঁ। গুৰুজনে বোলে মথুৰা দাস যোৱাচো। যাবাহে নামাতিবা। তিনটি দলি নিয়া, নেমাৰিবা। এটি নিলগাই মাৰিবা, বঢ়াই নেমাৰিবা। আতা গৈ এটি মাইলে। বোলে কুনি? আকৌ এটি মাৰিলে। সেইটিত বোলে কোনে বিহ খাইঁক? পাচে মৰাটিত ক্ৰোধকৈ বোলে কোনেনো গৰল বিহ খায়? খা যি অমৃতত চাল কিয়? আতা সেইতে সঙ্কোচিত কম্পমান হৈ গুৰুজনত কলেহি, বোলা ক্রমেই। গুৰুজনে বোলে আমাৰ বাক্যত মাইলা

লোকবাদ, বেদ

গুণেহে, স্বতন্ত্রে মৰা হলে পাপৰ সীমা কি! আতৈক দহন সম্বৰণ কৈ আহি এক ভাৱে প্রবর্ত্তি মহাসুখে শুলে। ভকতে কলে গুৰুজনত বোলে নিৰঞ্জন আতৈৰ এই কৰ্ম্ম। গুৰুজনে পুৱা মাতি আনি বোলে তোম্রা কিয় এনে কৰা? লোকবাদ বেদ ৰাখিব নালাগে? বোলে বাপ, মোৰ আতৈৰ জৰা, মৃত্যু, শিশু, যুবা, আদি অন্ত অযোনী জাত পুৰুষ হৃদিপদ্মে আত্মা পাই আছো, জল নহলে মৎস্য জীয়েনে, মোৰ আতৈ আত্মা নহলে মই জীওঁনে? গুৰুজনে বোলে তোম্রাৰ নিষ্ঠা নিচইত হয় সেএ, পাচৰ লোক বচন কেৱলীয়া হব, তেওঁ এই আহিঁ ধৰিব, বেদ ধৰ্ম্ম এৰি গুৰু ধৰ্ম্মত বাদ পৰিব। এতেকে পাগ পাত্ৰ দূৰ কৈ কাপৰ কানি নিকোৱাগৈ। সেই বেলা যোৰা কৰিছে শ্ৰীৰাম বশিষ্ঠত দি চিয়া সেৱকলৈ

"অন্তৰত এক ঈশ্বৰক, দেখিওক্ নানা বাহিৰত, অন্তৰত বোধ বাহিৰত জড় প্ৰায়।"

আৰু ৰাম গুৰু আতৈ আছিলগৈ জগন্নাথত সমুদ্ৰ তীৰে লোকনাথে বাসকৈ। দেখে সুন্দৰ পুৰুষ দুজন, চান্দমুখ। দৰ্শন হৈ যায় ফিৰি, গোটে থুলন্তৰ দিব্য ৰূপ। আৰা বোলে তোম্রাসব আহা কৰপৰা, যোৱা কলৈ? বোলে বদৰিকাশ্ৰমতে আহিছিলোঁ ঠাকুৰ দৰ্শনে, যাওঁ তল'কে। বোলে আমাক নিয়া যক। বোলে এই কেনেকৈ যাবি? বোলে তোম্রা সবৰ কৃপা হলে পাচতে যাম, এই বুলি পাচে পাচে গৈ আছে, কতো দিনে গৈ নাজিক পালাগৈ। দুফালে দুখান পৰ্ব্বত আছে, মানভঙ্গ, চিত্ত শুদ্ধ। বোলে এই আহিছ যি আহিছ, ইফাল সিকালকৈ নেচাবি, চক্ষু মুদি আমাৰ কাপৰতে ধৰি আহি থাক। চালেই পৰ্ব্বতৰমান সিংহ, ব্যাঘ্ৰ, সৰ্প, এনে ভোৰ হৈ খাবলৈ খেদি আহে। কাপৰত ধৰি উঠি পালেগৈ। নিশাই ডেৰ পৰত নাম থৈ ভাগৱত কৈছে। ঘৰটোৱেই কোটি সূৰ্য্যৰ সমান প্ৰকাশিছে। আতৈক কান্তিতে থৈ তাৰা দুই ভিতৰলৈ গ'ল। উদ্ধৱ আছে ভিতৰত ভাগৱত কৈ, থলে জয় দি। একো মুঠি প্ৰসাদ দিছে। তোৰা দুএ কলে আমাৰ চাতে এজন যাত্ৰী আহিছে। দিলে, আনিলে আৰাক দিবলৈ। এওঁ বোলে মই অস্নানে আছোঁ। বোলে সেই সৰোবৰতে স্নানকৈ আহগৈ। এৰা গৈ কাপৰ, জাপীথৈ বুৰ দিলে, জগন্নাথত ওলালহি। দেখে সেই জাপী কাপৰ টুপলিটি আছে, প্ৰসাদটি নাই, মহাদুখে অনেক কান্দি সেইতে নিদ্ৰা আহিল। স্বপ্নত জগন্নাথে বোলে এই মহন্তৰ সঙ্গলৈ যা। বোলে প্ৰভু মহন্ত কেনে কি জানোঁ? বোলে তোৰ লাউ পাতি অ'তে থ? বুৰ দি, যাৱে ঘাটে পা সেএ মহন্ত; উজাই গৈ থাক। তেহে

ৰামগুৰু আতৈৰ বদৰিকাশ্ৰম আৰু উদ্ধৱ দৰ্শন

আহি আছে। এঠাইত দেখে এশ মান সন্ন্যাসী আছে। বুঢ়া সন্ন্যাসী এটি বৃক্ষৰ তলে দূৰে আছে বাসাকৈ। সেইটিৰ ওচৰতে ৰলগৈ। বোলে ক'ৰতে আহা? বোলে তোম্রা সব মহন্ত ঠাইলকে আহিছোঁ। বোলে কাক বোলা মহাজন? বোলে তোম্রা সবেই মহন্ত। বোলে সেই খৰি ডালি লগৈছো যা। গৈ ললে। খন্তা হানি পঠালে, কাতিহৈছে এৰালে। লৰ মাইলে পেলাই।

মহন্তৰ সন্ধান

বুঢ়া বোলে দেখিলা মহন্তৰ চিন? আতে খাই শুই আছে। ৰাতিগৈ ছুঘৰো আনে লুৰি, আকে মহন্ত বোল, ডাকু হাৰা দাতা? আহিল তাৰতে উজাই। আহি আহি দামোদৰ ঠাই পালেহি। বাটৰ খপুৱা পাই নিলে ধৰ্ম্মৰ আচাৰ্য্য আৰাহে বুলি। শঙ্কৰদেৱ থৈ গৈছে। আৰা গৈ ধনুখন্দা ঘাটে বুৰ দি চাই নাই। বোলে এওঁ মহাজন নহয়। বোলে আৰু জন ক'ত থাকে? বোলে সেই জেৰেঙ্গা গাছেই গৃহ আহি দেখে গুৰুজন বাটগৃহতে ওলাই বহিছে। সেৱা কৈলে। গুৰু বোলে ক'ৰ লোকটি? বোলে জগন্নাথতে আহিছো। সেই সময়তে ভকত খৰিলৈ ওলাইছে। এৰাও

গুৰুত শৰণ

কটাৰি এখানি খুজিলৈ গ'ল সেই লগেই। বৰ খৰি এবোজা বান্ধি আনি গিৰিখাই পেলালেনি। গুৰুজনে বোলে তুমি অথিত ভক্ত তোমাক এনে খৰি বোজা কেলেই। বোলে বাপ, থাকোঁ যে মএ পুৰিম, যাওঁ যদি ভকতে পুৰিব গুৰুজনে বোলে ভালেহে কৃষ্ণদেএ কৈছে নলকুবেৰ আগত—

"মোৰ ভক্তক দৰশনে গুচে কৰ্ম্ম বন্ধ।"

যেন সূৰ্য্য দৰ্শনে চক্ষুৰ গুচে অন্ধ॥" আতৈ সবক দৰ্শনেই বাসনা লাগি শুদ্ধ বুদ্ধি হ'ল। গুৰুজনৰ কৃপা জন্মি বোলে যোৱা স্নানকৈ প্ৰসাদ খোৱাহি। গ'ল স্নানে, বুৰদি দেখে ৰৰপেটাৰ ঘাটে লাউ পাটি আছে, জগন্নাথ এৰা দৃঢ়

নিচই কৈলে বোলে এৰাই মহাজন হয়। পাচ দিনা হৰিষ কৈ দাড়ি মুৰ কমাই ভকত হ'ল। হৈ হাটীবহা লৈ হৰিগুণ গাই গুৰুজনৰ সঙ্গতে ৰহিছে।

আৰু চৈধজন ভক্ত লৈ মাগুৰিলৈ গৈছে গুৰুজন। কণ্ঠ-ভূষণ মহাশ্ৰদ্ধাকৈ তিনি পক্ষ ৰাখিছে। ৰাম ৰাম গুৰু ছুহিতৃ অন্ন সিজোৱা ভোজন কৰিছে। গীত কৰি-তাতে চৰ্চ্চিছে মাহুৰ—'দেখো মাই আয়ত নন্দলাল।' ভুবনেশ্বৰী আএ সুজান বুদ্ধি, ছুশাৰী পাত দিএ, মাজে আগ্গা দিওঁতে বস্ত্ৰৰ বা যাই বুলি আঠু সমে গাতাকৈ লৈছিল। একদিন স্বপ্ন দেখিলে গোপ বালক সমে ভোজন বেহাৰ খেলা সমে দধি, ছুগ্ধ, খীৰ, লৱঙ্গ, খীৰিহা, ঘৃত, মধু, পৰমান, আখৈ, চিৰা, চেনী, ফেণী, মাণ্ডা, মনোহৰা, পুৰি; লুচি, জেল্লি, মোদক, জৰা, পুৰা, কলা, পিঠা, অনেক নানা উপায়নকৈ একাদশীত ভোজন বেহাৰ খেলা পাতি চৰিত্ৰ কৈ খেলাৰ গীত গাই চাতুৰি চোৰ প্ৰেমানন্দ সুখে ভুঞ্জিছে। নিতে আএ পাচ খানি আগ্গা কৰে। তিনিজন ভক্তে জৰে ধৰি বেলেগে পাগকৈ খাইছে। ছুটি চাইটিকৈ তিনি চাৰি বাৰো অন্ন আগ্গা দিএ। গুৰুজনে বৃন্দাবনৰ খেলাৰ ৰাধাকৃষ্ণৰ চৰিত্ৰ তোলে, ভোজনতে নিতে অমৃত বৰ্ষে। এইৰূপে সুখানন্দে তিনি পক্ষ ৰহি আছিছন্ত। মাগুৰিত গুৰুজন

আৰু একদিনা খৰীকটীয়া ৰাম আতৈ ভক্তে সমে খৰি লৈ গৈ হাবিত পশুৰাও দিলে। পশুৰ মাত শুনি আহি ভকতে গুৰুজনত কলেহি। গুৰু বোলে দিয়াচো বোলে পশুৰাও দিছিলা বোলে হয়। দিলে আতৈএ। গুৰুজনে বোলে জাত মাত সকলো খানি হৈছে, ৰূপটিহে হবলৈ আছে। গুৰু বাক্যে জন্ম লাগিছে। বাক্য খতৰত উজানত হামৰা ভেটিত বাহুলা আতা গতি দিছে। ৰতন চোমদাৰে

পশু মাৰি ভক্তক দিছেহি, ভকতক কটাই দিছে। আতা ভোজন নকৈলে।

কণ্ঠভূষণ. আৰু একবাৰ কণ্ঠভূষণ ঠাই মাগুৰিলৈ গৈছে গুৰুজন। পাই চৰাতে বহিছে। তেওঁ গোসাঁই পূজা কৰিবলৈই বহিছে গৈ। ৰঘুৰাজা পাচোটা পাইক দিছে, ফুল তুলসী বোএ, তোলে নিত সেৱাত প্ৰতি দিনে পাচ পাচি ফুল তুলসী লাগে তিনি পৰত চাই দণ্ডৰ পৰা পূজা ভাগে অনেক মূৰ্ত্তি বিষ্ণুৰ দাৰু, ধাতু, পাথৰময়। সেই দিনা গুৰুজন যাবৰ শুনি পাচিএ সৈতে বাকি কৃষ্ণায় নমো বুলি গৈ অভয় পদত পৰি সেৱা কৈলে। গুৰুজনে বোলে তোম্ৰাৰ পূজা সেৱা তিনি পৰতহে ভাগে হুনু, কিয় এৰি আহিলা? বোলে বাপ, উৱা নেপাইহে ভুৱা। বলি নিগদতি যদুপতি, গৃহত থাকিয়া দেখিলোঁ তয়ু চৰণ।

"যাহাৰ মূৰ্ত্তিক যজ্ঞত যজো।
হেনয় কৃষ্ণক সাক্ষাতে দেখো॥" শ্ৰদ্ধা

সাদৰে সাদিন ৰাখি পাঠাইছে।

আৰু ন শিকাৰু পোৰাম দাস আতৈএ গুৰুজনক প্ৰতি একাদশীত একো আখা কলা দিএনি পকাই। এজোপ শুদা হাতে আহিছে, দেখি গুৰুজনে বোলে কলা নানিলা? বোলে বাপ নাপালোঁ চাই। কিয়, তোমাৰ দেখো গৃহতে লাগি এঠোক পকিএ আছে? গৈ চাই দেখে হয়। কাটি এ আখি আনি দিলেনি। গুৰু বোলে আগে দেখো বোলা নাই? বোলে বাপ, আগে তিনিবাৰ চালো তাতে। তোম্ৰাৰ বাক্যেসে পাচতে পাকিল।

আৰু, পনৌয়ানি পো ৰাম আতৈ বোলে, তেওঁকে গুৰুজনে বোলে আমাক আজি দুটিমান পোনা মৎস্য আনি দিয়া। বোলে বাপ, পুহ মহা অকালত ক'ত পাম? বোলে

সেই পুখুৰীতে আছে যোৱা। ৰাম আতৈ গৈ দেখে, হুম্ম গৰৈ পোনা ৰাহি দিছে। ধৰি আনি দিছেহি বোলে বাপ, তোম্রা ঈশ্বৰত কি অবিদিত আছে ?

আৰু চিনী পগাব নাই। আতৈএ গুৰুজনক মাসে মাসে চিনী পাগি দিএ। একোপ পাগি আনিছে বোলে বলাই চেনী দহিল। বোলে বাপ দেব নপায়। বোলে দেইছে চোৱা। ভাঙ্গি চাই, দাহিল হয়। বোলে একুৰা জাল বঢ়াকৈ দিলা। আৰু একবাৰ নিছে ; বোলে বলাই চেনীৰ ভিতৰত শূন্য আছে। বোলে বাপ, নাই। বোলে আছে, ভাঙ্গি চোৱা। ভাঙ্গি চাই হয়, এটা ঔৰ মান আছে। আশ্চৰ্য্য হ'ল। দেখি বিমৰিষাকৈ তধা দি আছে। বোলে বৰ প্ৰচণ্ড বায়ু বলাব পায়, কাঢ়োতে ? অ হয়, বলাইছিল বাপ। বোলে তাব ফেনৰ মাজত সোমাই ওলাব মুৰাইলে, ঘুৰি ঘুৰি সেইতে শূন্য হ'ল। তেহে তেওঁৰ মনত পৈল, বোলে বাপ, হয় পচোৱা বলাইছিল, মনত পৰিছে।

আৰু ক্ষেত্ৰ বিলাইৎৰ লোক প্ৰাৰ্থনাকৈ গুৰুজনক ভক্তে সমে নিছে, গৈছে। আগ বাঢ়ি বাঁহৰ কৰিছিল, তাতে ৰহিছন্ত। ৰাজা সিধা দিলে ভোজনলৈ। দি বোলে বাপ, আমাৰ আতে সজ মহন্ত ভকত এজন আছে। অনেক লোক আহে যায়, বিদ্যাধৰ নামে। বোলে মাতি আনাচোঁ। আনিলে মাতি, বহিলহি। গুৰুজনে বোলে তই কাক চিন্ত, কাৰধাম লগ পাইছ, কাক গা, কি ভক্তি ? সি বোলে হামু কাক চিন্তিম, বাবে গুৰু মন্ত্ৰ চিন্তো, গাও, ভাবোঁ। তেহে গুৰুজনে বোলে ৰৰপেটাৰ, বাবে মাজী গাওঁ শুনিছোঁ, বাবে মাহ, বাহ্র বৈষ্ণৱ, বাবে কন্ধ, বাবে সূৰ্য্য, বাব ৰাশী এই ভোৰ শুনিছোঁ, বাবে গুৰু শুনা নাই। এজনত নিচই বিদ্যাধৰ মহন্ত

কৰিৰ মুৰাৰি, কলিযুগত অৰীতি, বৌধমতে দেশ নষ্ট, বেদ এৰি। সেইখিতে ঘোষা মাতিছে কৰি গুৰুজনে—

(১) অন্নযোণী যিটো নকৰে বিচাৰ, জাতিকুল ভৈল ভ্ৰষ্ট,
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়, বেদপথ কৰি নষ্ট।।

(২) "হৰিনাম ধ্বজ কৰি, বেদপথ পৰিহৰি"

(৩) "শাস্ত্ৰৰ বিচাৰে নজানে ভকতি, পৰমাৰ্থ মতি মূঢ়",

(৪) হৰি হৰি হৰি কিনো ভৈল ইটো কৃষ্ণৰ মায়াৰ বল।

এই চাইটা ঘোষা মাতি বোলে আৰে সৈতে প্ৰবৰ্ত্তি আলকে লৈ আমাক আলকে বলা যাওঁ আতৈ সব। তেহে বিদ্যাধৰ গনক তেতিক্ষণে খেদি দগুৰতে পৰিছে গৈ ভাৰ ভেটি নি। সাদিন ৰাখি সেৱা সম্মানকৈ পঠাইছে।

শ্ৰীৰাম আতা আৰু একদিনা শ্ৰীৰাম আতাক গুৰুজনে বোলে সখিৰ বাৰ্ত্তা লৈ আহাগৈ। গ'ল। পাই সেৱা কৈলে ঠাকুৰ আতা গুৰুজনৰ, আতৈ সবৰ, বুঢ়া আতাৰ, গোসানী মাতৃৰ, বাৰ্ত্তা সুধি নমস্কাৰ কৈলে। বোলে তোমাতো নমস্কাৰ। বোলে ভাল। বোলে শ্ৰীৰাম গুৰু ভক্ত বাৰ্ত্তাত ভাল বুইলা সৰেই, তোমাক নমস্কাৰ বুইলোঁ, ভাল কেনেকৈ বুইলা? বোলে আতা তোম্ৰা মোক বুলিছানে?—

যিহেতু চৈতন্য পূৰ্ণ পৰমাত্মা ৰূপে হৰি,
হৃদয়ত আছন্ত প্ৰকাশি।
এতেকে ইন্দ্ৰিয়গণ ভূত, প্ৰাণ বুদ্ধি মন
প্ৰবৰ্ত্তে যতেক জৰ ৰাশি॥

মই জড় প্ৰায়, গুৰু আত্মা এৰিলেই দেখাত স্থান আছে। গুৰুজনক কৰিছা দেখিছে হয় বুইলোঁ। তেহে ঠাকুৰ আতা বোলে মোৰ ধন্য ধন্য শ্ৰীৰাম সাৰ্থক।

আৰু এদিন দিবৈ নাৰায়ণে গৈ খেদ অসন্তোষকৈ বোলে আতা আমি চাইটি বস্তুৰে আগ গুৰি নিচিনিলোঁ এভগীয়াই।

বোলে ভকতত আপুনিয়া কৈ নোসোধা কিয় ? বোলে প্ৰভু, কাৰ শুধিলে যাম, কোনে কব, বিত, হীন প্ৰাণী, দিব থব পাইলেহে ? তেহে গুৰুজনে এক লোকাচাৰ আহি কৈছে। বোলে এক লোকে বাৰ্ত্তকি কইছিল, হাবি হৈ আছে, চ'ত মহা পাচি লৈ যায় তুলিবলৈ। লোকে ভাবে বোজে নিছে, লাগি দ'ম খাইছে। ই বোলে মোৰ হুত হ'ল, নেলাগ, লোকৰ দল। শুনি সিটে বোলে, বেঙ্গেনা বোলে যদি, তই জানো লাগিছিলি ? এতেকে চিত্ত বিত্ত কৃত্য নম্ৰতা, সাৰ, কোৰ, বেৰ, আঁৰ, যাৰ, সৰ্ব্বসিদ্ধি তাৰ।

শুকদেৱে সাদিন সাত নিশা বাহু কন্ধ কলে পৰীক্ষিত জম্বুদীপৰ ৰাজা, কি দিলে কি নিলে॥ এতেকে যাৰহে শুদ্ধ চিত্ত, শুদ্ধ ভক্ত তুষ্ট বৈকুণ্ঠে গৈ থিত।

আৰু চাৰিজন ভকত গোট হৈ আশ্ৰমী হাটীত ধান বানি আনেগৈ। তাতে গুৰুজনে উৰাল বাৰি কৰি দিছে নোযোৱাকৈ।

আৰু বৰপেটাত খটখটিত উদাসীন, আশ্ৰমী, একে ঘাটে গা ধোএ, জল খায়। শ্ৰীৰাম আতা গা শুধিতে গৈ দেখে স্নান কৰিবলৈ। হৰিজীইঁতে কাপৰ দাঙ্গি জল ভৰিছে। সুধুই আহি বোলে বাপ, সুন্দৰীৰ আহি কলৈ গ'ল ? বোলে শ্ৰীৰাম কি ? বোলে বাপ দুটা ঘাট আছিল, আশ্ৰমী উদাসীনৰ এতিয়া একে ঘাটে কোন ৰক্ষা পৰিব তাত ? বোলে আৰ মাজতে যিটি ৰক্ষা পৰিব সেইটিহে আমাৰ। বোলে বাপ, এটিও ৰক্ষা নপৰে এনে হলে। বহ্নিৰ সংযোগে ঘৃত ৰয় নিকি ? তেহে দুটা ঘাটকৈ দিছে। শ্ৰীৰাম আতাক মায়া নিবাৰনি ঘোষাকৈ দিছে বিশ্বাসে। আশ্ৰমী উদাসীনৰ স্নানঘাট

আৰু এক আশ্ৰমীৰ এজনে, উদাসীন এজনে আয়াযাতকৈ গুৰুজনত জনালে ইষ্টমিত্ৰ কৰিবলৈ। বোলে তাৰা যাব হালে পাথাৰে মাছ ধৰি লৈ, তাতে তুমি যাবা। পত্নীএ

আশ্ৰমী আৰু উদাসীনৰ ইষ্টতা

তেওঁৰ পিৰা ঢৰা দিব, গুৱা দিব, তাৰে কাটি আপুনিও খাবা তেওঁকো দিবা। চাইটা চক্ষু একত্ৰ হৈ কেনেকৈ ৰক্ষা পাবাইঁক। "ত্বক্, চক্ষু, মন, মুখ, নাসিকা, শ্ৰবণ।
ছয় গোটা শত্ৰু জানা পৰম দুৰ্জ্জন ॥"

এনেই বৈৰী, তাতে মায়া বলৱন্তৰ আশ্ৰয় পালে কোন ৰব? ই কথা নকৰিবা, অশ্ৰমী আশ্ৰমীএ, উদাসে উদাসে কথা হোৱাইঁক।

নিকিনিখোৱা ভকত

আৰু নিকিনি খোৱা নামে ধনশিৰীয়াৰ কাষে গৃহ আছিল, ৰৰ চৌৰবৃত্তি আছিল। একদিনা গৈ খাৱৈত পৰি আছে গৃহঁত শুবলৈ চোপালে। তাৰ স্ত্ৰীটো গৈ গা-তে ভৰ্ছিলে। ধৰে বুলি নিশাৰে বৈ স্নান কৰি গৈ মহাবিৰকত লাগি ভাৰ্য্যা পুত্ৰ সব এৰি গুৰুজনত ভকত হৈ হাটিতে আছে নাম লৈ। সিকথা এৰিলে, তেও স্বভাওটি আছে। ভকত নাম গাবলৈ গলেই আৰ লোটাটি নি সিজনৰ বহাত থয়, ই জনৰ বাটিটি তত থয়নি। আহি ভক্তে বোলে কোনে এনে কৰেনো? এদিন কলে গুৰুজনত বোলে বাপ, হৰাবৰো নহৰায়, কোনো বা জনে এনে খানি কৰে, আহুকাল পাওঁ ৰব। বোলে নিকিনি খোৱাক মাতা। মাতিলে আহিল। বোলে ভকতৰ এনে খানি কোনে কৰে? তেহে দণ্ডৱতে পৰি বোলে বাপ, পাপীৰেহে বন। বোলে কিয় কৰা? বোলে বাপ, আগে বৰ চোৰ আছিলোঁ। এতিয়া সেই ভোৰ গুচিল, তোমাৰ অভয় পদত শৰণ লবৰ পৰা। তেও এই বৃত্তিটি এৰিব পৰা নাই। সেই বেলা ঘোৰা মাতিছে বৰ আহুনীয়া নাৰায়ণ নামে নৰ সমস্তৰ প্ৰসিদ্ধচোৰ বিশেষ।
অনাদি জন্মৰ সাঞ্চিত পাতক স্মৰণে হৰে নিশেষ॥"

বোলে নাম গাইছা তুইদিন চোৰহে, ৰৰ গভাইতত আশ্ৰয়কৈ চিনি নাৰায়ণ নামে চৌৰত স্মৰণকৈ সেৱা স্থখ

বৃত্তি শিকা। এই জন্ম দুৰ্ব্বাসনা হৰিব পৰজন্মখো নিব। যৰ চোৰে গৃহতৰ দুই তিনি পুৰুষক বস্তু একে ৰাতিএ নিএ। এই বৃত্তি শুচক বুলি আজিৰ পৰা আশীৰ্ব্বাদ দিছে।

আৰু ধীৰাই আতৈ কীৰ্ত্তন গৃহতে আছিএ খাই চৰিউ হাটী ফুৰে, বোলে হ'লনে নৌ? আতৈ সবে বোলে নৌ, বহাইছোঁহে। বোলে মোৰ দেখো হ'ল একা? একে চাতে আহিছোঁ একা? এদিন গুৰুজনত কলে বোলে বাপ, ধীৰাই আতৈৰে একে লগে আহোঁ নাম গাই, আমি বহাওতেই খাই ওলায়! তেহে গুৰুজনে বোলে শ্ৰীৰাম যোৱাচো দ্বাৰ মেলিএ ৰাম বুলি দিবা। আতা বাৰ জুমি দেখে শাংস থাকৰে সুন্দৰী স্ত্ৰীটে ৰান্ধি বাত্ৰি থৈছে। সোমাএ ৰাম বুলি দিলে। সেইতে হৰিল, ভাতত হাৰ কেচু, কুমটি, জোক বগাব থৈলে শিশি কৰে। কলেহি আতা। গুৰুজনে বোলে সিজন্মে বলীৰ দৈত্য আছিল, অনেক ছায়া বাজি মায়া জানিছিল চক্ৰৰ ভয়ত নাম ললে কপটে, চিত্তে ভজে ছায়াকেহে, পাষণ্ড কপট নামৰ ফল পালেহি, চিত্তৰ বাসনাই ক্ষেত্ৰৰীত বিশ্বাস নেৰিলে, এই বুলি খেদি পেলালে। ধীৰাই আতৈক বৰ্জন কৰে

আৰু এদিন মেঘ চাৱলীয়া আতৈ জ্বৰে ধৰি অস্তা নাইকিয়া হৈ বিদায় কৈলে বোলে বাপ, মাছ, দুগ্ধ, ভজা, পোৰা নহলে ভাতেই নেযায়। দিওতা পাবলৌ নাই, গ্ৰামতে দিনাচাৰক থাকি টঙ্গাব খোজো গৈ। ত'ত হলে পাওঁ, বিচাৰকৈ দিওতা আছে। তেহে গুৰুজনে ঘোষা, কৰি মাতিছে—

"পিউ পিউ অমিয়া মাধুৰী হৰি ৰাম ৰাম ৰাম,
দূৰতে তেজিয়া থৈয়ো আন যত মান কাম
ৰাম ৰাম॥"

বোলে আমি দহো খৈছো, দধি দুগ্ধ, ঘৃত, মধু, চেনী কোটি অমৃত একান্তিক শুদ্ধ সেৱকৰ সঙ্গত ৰাম নাম। শ্ৰীশঙ্কৰদেউ দিছে প্ৰথমৰ উপদেশত—

শুনা যেন গুণ আছে ৰমৰ নামত।
উচ্চৰন্তে উপজে পৰম পুণ্য যত।
মৰাকো জীৱা এইসে পৰম ঔষধ।
কোটি অমৃত বৈকুণ্ঠৰ সুখকো তেজি শিষ্য

উদৰ অৰ্থে মায়াময় জিহ্বাৰ ৰচনা গাখীৰ, গুৰ, মাছ, বিচাৰি-গাওঁলৈ যাব খোজা ? আতৈ ৰ'ল। আনৰ যাৰ মন চলিছিল ডাঠ হৈ ৰ'ল, দুখে সুখে এক নাম গাব খৈলে।

আৰু এক সময়ত গুৰুজনে বোলে তোমা সবে দুজন দুজনে সঙ্গ প্ৰীতি হবলৈ লালনা ইষ্ট ইচ্ছা কথা হোৱাইঁক। তেহে ঠাকুৰ আতাক আজ্ঞা কৰিছে পৰমাৰ্থ মাতিছে কৃষ্ণাই আতৈ নাটিল, উদাসৰ বাহিৰ হাটীৰ কৃষ্ণাই আতৈৰে মাতিলে কথা। গৈ সেৱা কৈলেহি বোলে সখি, হ'ল বস্তুৰ প্ৰকাশ। বোলে বাপ, সকলবো হ'ল, জয়ানন্দ আতৈহে কাৰেও কথা নহল, আৰু কৃষ্ণাই আকল হ'লত বাহিৰ কৃষ্ণাইৰে কথা হৈছিল, থোৱা হ'ল। বোলে সম্পন্ন হলে অমাকেই লাগে আশ্ৰমীৰে মেলেই দিলা, কতুবা দোষ কৰে ? তাৰা আহিব, আঁৰা নাযাব ঘনে।

আৰু দ্বাৰত দ্বাৰী দি নিৰ্ব্বন্ধ কৈলে বোলে নাম পাঠ থলেই পৰত দ্বাৰ মাৰিব আটকি। বাহিৰ কৃষ্ণাই সপ্ৰেম ভক্তি সুখত ৰসিক, ৰাজৰ্ষে ভলুকা বাঁহ পৰিছেহি। তাতে উঠি তাতি পাৰ হৈ কথা সুখে থাকেহি তিনিপৰ, চাই তৰিয়াত যায় ৰগাই পুনৰ। তাকে সূচক খলুৱা লক্ষ্যকৈ কলে গুৰু-জনত। মভাই আনি সুধিলে বোলে বাপ দুই দিনতো বিষয়ৰ তিনি তাপে পুৰি দগ্ধ কৰে জীৱক। তত্ত্ব নেপাই বাহেই

গৈ শীতল চৰণ ছত্ৰৰ ছায়াত জিৰাওগৈ। কথামৃত সাগৰত বুৰ দি সুশান্ত কৰে। পৰম সন্তোষ হৈ বোলে মোৰ গুৰুজনে দিছে নৰসিদ্ধত হৰিৰ বাক্য—

কৃষ্ণপদ পঙ্কজ অৰুণ নখ পান্তি।
যাৰ মনে চোঞাৰ সুশীতল কান্তি॥
যেন হিম পৰি জুৰায় তাহাৰ হৃদয়।
আউৰ তিনি তাপে তাক কৰিবে উদয়॥

যি অমৃত ঔষধ পান কৈলা বিষয় বিষহে হলাহলেও তোম্রাক কি কৰিব আৰু। এই বুলি দ্বাৰীক কথা শুনাই দিছে বোলে মই আনলৈহে দ্বাৰ মাৰিছোঁ, কৃষ্ণাই যদি ৰাতি দুপৰতো আহে যায়, তেও দ্বাৰ চাৰি দিব।

আৰু জয়ানন্দ আতৈ নৰিয়া পৈল। আতৈ সবে বাজতে বোলে আতৈ ভাত নেৰিব, ভাতেহে বল শক্তি। এই ক্রমে সবেও বোলে কয়, দ্বাৰত পাৱ নিদিএ, আতৈ বৰ টান হ'লহি। গুৰুজনত কলে বোলে বাপ, বুঢ়া আতৈ বৰ কাহিলা, ভাত পানী এৰিলে। শ্ৰীৰাম আতাক বোলে যোৱাচো, কাত আশ্রয় কৰিছে সোধাগৈ। সুধিলত বোলে দুজন দুজনে হ'ল, আমাৰ নাই, গুৰুজনতহে আশা। গৈ সেই মতে কলে, বোলে আকৌ সোধাগৈ দয়া স্নেহ কাৰো-বাৰে কৰিছেনে। আতা পুনৰ সোধাত বোলে মই তাৰাকেহে আশা কৰিছোঁ। সেই ক্রমে আতা কলেগৈ। বোলে পুনৰ সোধাগৈ পান, চুন, শাক, পাত কাৰে দিয়া নিয়াকৈ খায়। সুধিলত বোলে কাকো নিদিওঁ নেখাওঁ, তাৰা বিনে মোৰ বন্ধু নাই নাই। তেহে গুৰুজনে হাতে লোটা মাথে গামচা লৈ উঠিল বোলে আমিহে যাব লাগে। শ্ৰীৰাম আতা আঠু লৈ বোলে বাপ, সি জীৱৰ নিস্তাৰ নাই, নিকাৰহে হ'ল বোলে বাপ, কন্দৰ্পৰীৰক যুজিবলৈ কৃষ্ণদেৱে শৰধনু লৈলত বিশ্বকেতু

জয়ানন্দ আতৈৰ নৰিয়া

আগ্ৰৈলৈ বুলিছে ভৃত্যত হস্তে যি কাৰ্য হয়, স্বামীৰ কি প্ৰয়োজন? আমি গোলাম থকাত গৃহস্থৰ কি প্ৰয়োজন? বোলে শ্ৰীৰাম পাৰিবানে? বোলে কিয় বাপ? গৈ দেখে পেট চলি পৰি আছে, তাতে পাটি কাপৰ ধুই ধুতি কৈলে, পাণী তপতাই গা ধুৱাই ধুতিকৈ বিষ্ঠা মূত্ৰ আজলি পেলাই চাচি মাচি গোবৰ মাটিএ স্নানকৈ, চাউল সিজাই খুৱাই শুৱাই তেল টেঙ্গা দি গধূলিলৌ থৈ গ'ল। জনালে গৈ বোলে শ্ৰীৰাম,

শ্ৰীৰাম আতাৰ পৰিচৰ্য্যা

ভকতক পাই যাৰ নভৈল হৰিষ,
হৰিক পাইনো কৰিব কিস॥
কৃষ্ণৰ ভকত পাই ঠায় ঠায়।
ভকতৰ ভকত পাবলৈ নাই॥

বোলে শ্ৰীৰাম, মোক আজি কিনিহে ললা তুমি। তাৰা গা টাঙ্গাই সজহে গুৰুজনক সেৱা কৰিলে গৈ। বোলে তোম্ৰা আনক নাপালা? বোলে বাপ, মোৰ পূৰ্ব্বৰে পৰা তোম্ৰাৰ চৰণত পৰে কাৰেও লালনা, আশা, ভাৰষা নাই। লোক দুজনকৈ হ'ল, মই কাৰে হ'ম বাপ? বোলে তুমি কাৰবাৰ কৰা হলে তিনি জনীয়াকৈ জানো নাই? বায়ুক, অগ্নিক আঁচলত কোনে বান্ধে। এই বুলি খঙ্গ কৈলে।

আৰু জয়হৰি শ্ৰীহৰি দুইৰ ইষ্ট মিত্ৰ আছিল। কাকিৰল এহালি খুজি আনি থৈ ভিক্ষালৈ গ'ল। আৰা আনি ভাজিকৈ ভোজন কৈলে। তাৰা গধূলি আহি আগ পচলা খুজি খালে। দেখি কাখৰ ভক্তে কলে গুৰুজনত এনে স্বভাৱ বুলি। মতাই আনি বোলে এনেহে কথা। চাৰিওটি যে খালা নি তেওঁলৈ থলা কি? দুটি খাই দুটি থব পোৱা, খাই আনকে নি থব পোৱা, কি খালা পালা বুলি মুখেৰেও নেমাতিলা, এনে নিৰ্দ্দয়া ভকতৰ ক'ত আছে? এই আৰ্হি লৈ

জয়হৰি শ্ৰীহৰিৰ আহি

লৈ আনো নষ্ট হব দেখা দেখিকৈ। তাব বান্ধি খেদাগৈ। বান্ধি খেদালে, গ'ল। তাৰা গ'লত আৰাও গ'ল জোলোঙ্গা বান্ধি পাচতে। দেখি কলে ভক্তে বোলে বাপ, তাৰা যি গ'ল এওঁ গ'ল পাচতে। দেখি কলে ভক্তে। বোলে মাতাচো। মাতিলে, আহিল। বোলে মই তেওঁকহে খঙ্গিছোঁ৷ অনির্ব্বন্ধে প্ৰবৰ্ত্তে গুণে, তুমি যোৱা কিয় ? বোলে বাপ, পূর্ব্বে একৈশটা সম্বন্ধ ঘটাই তযু মুখে পৰম তত্ত্ব বস্তু দিছে— ভকতি সে পিতা ভকতি সে মাতা চর্চ্চি। এতিয়া যদি এৰিলোঁ৷ ভৃত্যৰ বস্তু গৃহস্থে খোৱাতে, আপুনাৰ বাক্যত কত বলু ? তেহে গুৰুজনে অম্বৰিষ দুর্ব্বাসাৰ অৰ্হি কৈ পদ মাতিছে।—

মই হৰি চৰাচৰ, মই বশ্য ভকতৰ
দুর্ব্বাসাৰ আগে দামোদৰ।
একান্ত ভকতে পাই মোক বশ্য কৰিলেক
মই হৰি নোহো স্বতন্তৰ॥" বোলে মই চাৰিলোঁ৷

তোমা ৰাখিলা, মই অধিকাৰ নহওঁ, দুও এখানি গুৱাকে বাটি খাই থাকা হৰি গুণ গাই শ্ৰদ্ধাৰে।

আৰু একদিনা গুৰুজনে বোলে মোৰ মহাপুৰুষ গুৰু দিছে চেমন্তহৰণত ঘোষা—

ভাই মুখে ৰাম বোলা হৃদয়ে ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলোঁ৷ স্বৰূপ॥ ভায়া

সব, নাম গাইও মুকুতি পাবা, ভক্তি দুর্ল্লভ। শুনি আতৈ সবে নাম এৰিলে। বোলে শ্ৰীৰাম দেখো নাম ভকতে নেগায় ? বোলে বাপ, তোমা যে বোলা গ'ল, নাম গাইও মুকুতি পাবা, তাতে এৰিছো। বোলে যদুমনি ফাইকৈ মাছ অনোৱা বৰ, সৰু মধ্যম এনে চাই। অনালে। খলাতে দমালে নি। আতৈ-সবক বোলে আজিৰ মাছ বাটিব নালাগে, যাৰ যি ইচ্ছা বলে

নিৰক গা গাই। নি তিনি খানি আজ্ঞা কৰিবা হ'ক। তেহে নিব ধৈলে যাৰ যি মন যায়, ছবা ছবিকৈ বৰ ভোৰ নি ধুকালে, কুৰ্হি, চেণী, মালি, খৰিয়া এনে ভোৰ আছে, তাকো নিছে। শ্ৰীৰাম আতা গুৰুজন পাশতে আছে। বোলে শ্ৰীৰাম তুমিও নিব নালাগে ? বোলে বাপ, নিয়া হব। সকলো নি ধুকালে. মাছো ধুকালে। বৰ মাছৰ গাত লাগি বহা, মোচা, ছন্দা, তনিকা, টোৰা এনে মাছ এমুঠি মান পৰা বিচাৰি নি পতৰা কৈ গুটি চাৰি টেঙ্গা সানিলে, দুটি মানত খাৰ, তৈল, শুদাই দুটিমান ভোজন কৈলে তিনি খানিকৈ। কৰি সবেও চ'ৰাত বহিছেহি। গুৰুজনে বোলে কাৰ কেনে হৈছিল আজ্ঞা ? বোলে শ্ৰীৰাম তোমাৰ একা ? বোলে বাপ, পতৰাকৈ তিনি খানি কৰা হ'ল আপুনাৰ বাক্যে। বোলে কেনে হৈছিল ? বোলে বাপ. ভাল হৈছিল। বোলে তাক কিহক ভাল বোলা ? যেই মুখে খাই পুনৰ সেই মুখে চাদিলে চাব মুৰাৰি, কিহক প্ৰশংসা ? আমি দেখো ভাল থৈছোঁ ?

ভাল উপায় প্ৰাইলোঁ ভাই ভাই এ···

ৰাম নাম নিগমে ৰহস্য মোৰ শ্ৰীশঙ্কৰ দেউ থৈছে লীলা-মালাত—পিউ পিউ ৰাম নামে অমৃত”

খাৱা দাৱাৰ প্ৰশংসা বৃথা কথা সংসাৰ পথ দ্বাৰ। ৰাম নাম সৃষ্টি থিতি লীলা গুণ কৰ্ম্ম প্ৰশংসা সেৱকৰ বৈকুণ্ঠৰ পথ-দ্বাৰ। জিহ্বাৰ ৰচনা নাম হলেই মিছা, কি সজ বোলা। তেহে বোলে মুকুতি কাক লাগে আজিহে জানিলোঁ। খটাঙ্গে দুই দণ্ডে গতি পালে। বহুগনে মুহূৰ্ত্তে পালে গতি। আতৈ সবে বোলে এতিয়া তেনে জীৱন্ত মুকুত আছে নাই বাপ ? বোলে কিয়, আমাৰ লগতে নাছে ? হাতত ধৰি দেখাব পাৰোঁ। আতা বোলে বাপ, নলাগে জোৰ পহৰাই লঘু কৰিব। যেই ঘাটে মৰে কঠাবা যেই বাটে যাই পঠাবা।

যাৰ মন যি চলে তাতে থাওক, হেচুকি গাছত কোনে তোলে? পিচলি গীদা চোচৰোতে আছে। আৰু আতৈ সবে প্ৰৰ্থনা কৈলে বোলে বাপ, কতো আমি শ্ৰীশঙ্কৰ দেউ দিনতে, কতো আপুনাৰ সঙ্গতে দহ, বাৰ, কুৰি, দুকুৰি বৰ্ষ হৈছে, নাম গাইছোঁ, সংসাৰ তৰাৰ একো প্ৰমাণ নেপাওঁ, লোভে মোহে, কামে, ক্ৰোধে দম্ভে, দৰ্পে, অহঙ্কাৰে গৰ্ব্বে বেৰি আছে। তেহে গুৰুজনে বোলে তিনি বিধ ভক্তি. উত্তম, মধ্যম, প্ৰাকৃত, নিৰ্গুণা, কেৱলা, ভাগৱতী। গুৰু বাক্যত বৈ, তলে প্ৰবৰ্ত্তি নাম গালে উত্তম, শাস্ত্ৰ তলে মধ্যম, মনৰ তলে প্ৰাকৃত, সাধু সেৱাকৈ আমাৰ বাক্যত থাকিলে গো সিঙ্গত ঠাৰিহটো দিবৰ বেলি নালাগে সংসাৰ তৰিবলৈ প্ৰয়াস কি?

আৰু খিৰামড়লৰ বেটা মাধৱ। গুৰুজনে মিতা বোলে, একদিনা আহি সেৱা কৈ বোলে বাপ, প্ৰবৰ্ত্তিবলৈকে টান হ'লহি, অত আজোৰোঁ তেও নাটে চাউল কানিএ তোমাৰ চৰণত সেৱা তেৰি কাস্তে। বোলে কিবা আন্যায় কৰা হবলা? বোলে বাপ, দহো সজেহে প্ৰবৰ্ত্তো। বোলে কিয়, তিনি পৰলকে হাল বোৱাই এটা অন্যায় ধৰ্ম্ম আৰু নিশা দুই তিন দণ্ডতে ৰান্ধনী গা ধুই ভাত ৰান্ধে পুৱা বাহি গা নহয়? ইও এটা অন্যায়। তিনি পৰতে দামুৰি বান্ধি দুবাৰ গাই দোৱা, এই এটা অন্যায়। তাতে নাটে। আন সবে নিয়মে কৰিও দহো প্ৰবৰ্ত্তিছে? বোলে তুমিও চোৱাগৈ ইবেলি। চাই দণ্ডত ৰান্ধি গা ধুই চাউল সিজাব, হাল দুই দণ্ডে নিব দুপৰ হবলৈ দুই দণ্ড থকাত মেলিব দামুৰি এবাৰ দুবা, মাটিও দুভাগ লৈ এভাগ কৰাগৈ আটে নাটে। গৈ সেইৰূপে কৃষি কৰি চালে, আগন্তকৈ বাঢ়িলহে। অনাচাৰত অনাটন

আৰু এজন ভকত নামতে উঠি আছে। একদিনা গুৰুজনে বোলে তুমি দেখো ঘনে ঘনে যোৱা কিয়? বোলে

বাপ, পাচটি টকা আছে মোৰ, পাটি তলে বান্ধি থৈছোঁ, তাতে গৈ মনটো থাকে। কোনোবা নিএ যেন দেখোঁ; তাতে যাওঁ। বোলে আমাক দিব পাৰা? বোলে বাপ বৰ দুখ দিছে, পাৰোঁ দিব। দিলেনি আনি। ভণ্ডাৰত দি বোলে যদুমণি আজিতে খৰ্চ্চাকৈ চাউল, মাহ, লোন, তেল, বস্তি, মূলে আটে মানে দিবা। যদুমণিএ দিছে খৰ্চ্চাকৈ। তেহে তাৰে পৰা একচিত্তে নাম গাব ধৈলে। গুৰুজনে বোলে তোমাক টকা কেটিএ বৰ দুখ দিছিল। ভালেহে মহাপুৰুষ গুৰু দিছে দশমৰ উপদেশত—

ধনচিন্তা

"যতেক বাঢ়য় ধন, ততেক মৃত্যুসে বাঢ়ে,
আপদ নাহিকে অতে পৰে।"

আৰু এজন ভকত খিনাই শুকাই যায়। গুৰুজনে বোলে তোমাৰ কি হৈছে, দহো খিনালা? বোলে বাপ, চৈধটি টকা আছিল। সেয়ে হৰাল, কোনোবা নিলে। বোলে ক'তনো-থৈছিলা? বোলে বাপ, কানিৰে বান্ধি শোৱা ঠাইতে থৈছিলোঁ। ইফাল সিফালৰ ভকতত সুধিছানে? বোলে বাপ, সুধিছোঁ, পোৱা দেখা নাই বুলি কয়। বোলে ঘাটে কাপোৰ ধোৱাত সুধিবাচো। সুধিলেগৈ। বোলে সলিয়াটে কিবা মুখতে বগা লাউ ফুল যেন নিতে নিএ দেখোঁ। গুৰু জনত কলেহি। বোলে তেনে যোৱা, বৰ পেটাৰ সিপাৰে নলৰ মাজত টেঙ্গা জোপা আছে। তাৰে মাজে সলিয়াৰ বাহটি আছে। তাতে টকা নি থৈছে, আনাগৈ। বাহ, পোৱালি একো নকৰিবা। আতুৰ হৈ গৈ দেখে সাটোটি পোৱালি হৈছে, তাৰে তলে টকা থৈছে নি। মাইকী দুটা লৰ মাইলে, টকা হৰ্ষ মনে লৈ আহিল। আনি থুই দিলেনি গুৰুজনক। বোলে থোৱা তোমাৰ হাতেই। পাচ দিনা বোলে আজিও চোৱাগৈচো। গৈ চাই দেখে মাইকী পোৱালী

ধনচিন্তা

বাহতে সৰি আছে। আশ্চৰ্য্য অদ্ভুত হৈ কলেহি বোলে বাপ, মাইকী পোৱালি বাহতে মৰি পৰি আছে। তেহে গুৰুজনে বোলে তোমাৰো ন'হল হঁতেন তেনে? সি অজ্ঞান জন্তু, খাব পিন্ধিবৰ একোৰো নহ, তেও যে সিয়ে মৈলে তোমাৰো ধনৰ মোহত তেনেহে হ'ল হতে অৱস্থা? কেলেই নো মোহকৈ বান্ধি ৰাখিছিলা? মায়াময় মিছা সংসাৰ দ্ৰব্য হলেই গৰ্ব্ব বিনাশী বস্তু।

ৰাম নাম্ লৈয়া মায়াক কৰা দূৰ।
মিছা দিয়া সঞ্চা লৈয়ো ই বৰ চতুৰ॥

সেৱকত লগালে মিছাতে সচা পায় পৰ জন্মত। বোলে বাপ, শেষ কালত লগাবলৈহে থৈছিলোঁ। বোলে শিশুকালে ভাঙ্গি যি ধৰ্ম্ম কৰ্ম্ম ভক্তি কৰে তাৰ ফল তিনি গুণ হয়, পায়; মধ্যকালে দুগুণ পায়, বৃদ্ধ কালে এগুণ হে পায়। মৰিলেও ভকতৰ দ্ৰব্য ভকতত হে লাগে পায়ও তাৰ ফল কিছু নাই। জীয়াতে যে লগাব খুৱাইলে; এৰাত পাই তাৰ কি হব?

আৰু এদিন মাঘ মহা মেঘাচ্ছন্ন, ডাৱৰ, জাৰ, হৰি কথা শুনিছে ভকতে, অৱসানত জীৱনা আতৈএ বোলে কি আজি দুৰ্দ্দিন, সূৰ্য্যৰ প্ৰকাশ নিচয় নোলালে। তেহে গুৰুজনে ঘোষা কৈলে— ঘোষা ৰচনা

সেহিসে দিনক ভাই দুৰ্দ্দিন বুলিয়া মানি
মেঘাচ্ছন্ন নোহয় দুৰ্দ্দিন।
হৰি কথা অমৃতৰ সম্যক আলাপ ৰসে
যিটো দিন হোৱয় বিহীন॥

আৰু এজনৰ উনৈশ টকা আছিল। পুথি থৈ কাতো নকলে মোহত থাকি। তেনেতে শৰীৰ পৰাত উন্নহ বুলি চলিল। যমদূতে নি ৰাজাত যোগালে গৈ। চিত্ৰগুপ্তক বোলে যোৱা। চাই চিন্তি বোলে আৰা আহিবকে নেপায় টকাৰ-মোহত বদ্ধ ভকত

আলৈ। টকা অনিত মোহকৈ বিশ্বাস কৈলে, কতো নকৈ মনে তাতে ধৰি আছিল। এতেকে জন্ম লাগিল যাতনা নাই, থৈ আহগৈ পুনৰ। তুতে লৈ আহিল, দেহা দহিলে, এৰি প'ল। ভাকুলি স্বৰূপ হৈ টকাৰ উপৰে পৰি আছেহি সেই বহাটি দাৰিকাৰ গোবিন্দ আতৈক দিলে। এদিন গুৰুজনে তেওঁতে সুধিলে বোলে তোমাৰ বহাত কিহবাৰ গম পোৱানে? বোলে বাপ, বেঙ্গ এটিএ ৰই শুনু। বোলে ক'ত কৰে নিয়ম বুজিবাচো। মন কৰে ভাত বাঢ়িলেই মাতে তপত পাই। বুজি কলেহি সেই ক্রমে। বোলে খানি যি পোৱা তাতে আনাগৈ। খানি চাই দেখে ভুৰুকাটি মুখতে ভাকুলিটি আছে। আনি তেনেই গুৰুজনক দেখালেনি। ভাকুলিটি মৰাই গমচা এখানি দি পোতালে নি। টকাটি হত ভণ্ডাৰলৈ দিলে খৰ্চ্চাকৈ সেৱালৈ। সেই নিশা স্বপ্নত ভকতে দেখে শুক্ল বস্ত্রেৰে দ্বাৰে দ্বাৰে ধূলা লৈ ফুৰিছে। বোলে মই গুৰুজনৰ কৃপাতহে দুখৰ পৰা মুক্ত হৈ আজিহে যাওঁ।

আৰু এদিন শ্রীৰাম আতাক পাঁচিলে বাউসীলৈ গোসানী মাতৃৰ বাৰ্ত্তা লবলৈ। লৈ আহি কলেহি।

"যাৱত কৈতব নেৰস মন।
তাৱত নপাইবা হৰিচৰণ॥"

বোলে বাপ, চৰ্চ্চা যক। বিশ্বাসৰ কাৰ্য্য বহুল দেখি নেমাতে, আতা নেৰে। বোলে শ্রীৰাম অকালৱপ্রচতাৱত নাহৰ ফুলেনে, বোলে বাপ, ফুলে। কথাৰ বেগতে বুইলে। আতা সাৰা নিশা বাগৰি উঠে পৰে উস্ আস্ কৈ বাজ ওলায়, ভিতৰ সোমায়। বোলে মই কিয় বুইলোঁ গুৰুজনৰ আগত। তেহে পুবে ৰেণু দিওঁতেই উঠি গ'ল। গৈ ফুৰি বৰ হাবিত সৰু নাহৰ ডালিত—পাচোটি ফুল ফুটিছে। দুটি ঢোপা, দুটি মধ্যম, এটি প্রফুলিত, ডালে সমে আনি দিলেনি, বোলে শ্রীৰাম

পুহ মহা ই ফুল নিকিন সুখে ফুলিছে। তেহে ৰহস্যে ফুল ঘোষা গুৰুজনে চৰ্চ্চি দেখাইছে।'

আৰু গোন্দী নামে এক তাম্ভি ভাৰ্য্যা স্বামী, সৰ্ব্বত্রে বনাচ লৈ কাপৰ বয়, হাতত পোনে কৈ লয়, তেও চাউল কানিএ নাটে। একদিনা গুৰুজনত চাউল, লোন, তেল খুজিলে দিএ তাৰৈ বুলি বেথাকৈ। বোলে দেখো নেৰি বনাচ বোৱা ধনে কি কৰা? বোলে বাপ কৰোঁ চাৰি প্ৰবৰ্ত্তিবই নুৱাৰোঁ, দুটা পেট, ধৰিহে আছে লোকৰ। বোলে কিবা ধৰ্ম্ম কৰা তেনো। বোলে বাপ দেখো অধৰ্ম্ম কৰিবৰ মন নপৰ্শে। বোলে কিয় এনেচা এনেচা সূতা ৰাখা কাপৰ খনে পতি? বোলে বাপ, থকাত আদিকে এক দুনেচা ৰাখোঁ হয়। বোলে এতিয়াৰ পৰা, মহুৰাটোকো নাৰাখিবা, দি বৈ চোৱাচো। সেই মতে নাৰাখি বব ধৈলে, ধন বস্তু অভ্যদয় হ'ল। খাইও বাঢ়েগৈ ধাৰ সুজিও ধাৰ লগাব ধৈলে।

মাসেকত দুই তিনিবাৰ পঠায় গোসানী ঠাই বাৰ্ত্তা লবলৈ। এবৰে পাচিছে। আতা গৈ সেৱাকৈ বাৰ্ত্তা সুধিলে। গোসানিএ ও সুধিলে গুৰুজনৰ। বোলে শ্ৰীৰাম, বাপুত কৰা ঘৰটি ঝৰে। আহি আতা কলেহি। বোলে বাপ, আত্র কলে গৃহটি উৰুখে হুমু। তেহে গধূলিতে ভকতক কলে, কালৈ কোনে যাবাহক, গুৰু পত্নীৰ ঘৰটি বান্ধিব লাগেগৈ। প্ৰাতসে শৌচ শুধি হৈ স্নান গুৰু সেৱা নাম প্ৰসঙ্গকৈ ওলাল গুৰুজন। বাট গৃহতে বহি বোলে মথুৰাদাস, ভকতক মাতি আনা। বোলে বাপ, কি বুলি জনাম? বোলে এই বুলি মাতা কানাই, কানাই, বলাই, বলাই, গোপৰ বালক জাক। যন্দ যশোদাৰ দোহাই লাগে যি ভাই ঘৰত থাকে। শুধা হাতে নাহিব কেও। আতা সেই ক্ৰমে জনালে। সেইৰূপে ওলাই আহিল সকলো গোপাল আতৈএ এশ খেৰ বান্ধি লৈ

গোসানীৰ আগত গিৰিসাই পেলাই হাঁহিব ধৈলে। আও বোলে কি ৰঙ্গিয়াল ভকতটি। এমান ভাৰ খেৰ আনি তেও ৰঙ্গহে পাইছে। নাম জন্মিল ৰঙ্গিয়া গোপাল। গুৰুজন গ'ল, ভকতো গ'ল হাতে হাতে খেৰ বাঁহলৈ। তিনি পুৰীয়া গোপাল শুদা হাতে আহিছিল। মলিয়া নাৰায়ণ আতৈৰ খেৰ এটি খুজি লৈ আহিছে। গৃহ ধৈলে, বস্তু যত কীৰ্ত্তন ঘৰৰ কাম্তিতে থলেনি। গৃহটো তেনেই নি খলাতে থলে বাৰে খোৰে। তাতে আও চাউল সিজাইছে ভকতলৈ। বুঢ়া আতা গৈ ৰৰপেটা সিপাৰৰ খাগৰি আনিলে, হাতে হাতে ধৰি ঘৰ চাল কৰি তুলি চালে, দুপৰ হ'ল, ভকত গা ধূলে, ভোজন কৰিছে গুৰুজনে সমে ভোকৰ বেলা, নকুৰি ভকত বাহ্নি দিছে তিনিও আও, খাই নিছে। তত কৰচ বাজিল চকুত। শুনি গুৰুজনে হাত দাঙ্গি ভোজন যেহাৰ চৰিত্ৰ শুনিলে, সকলো হাত দাঙ্গি শুনিছে। আও বেগতে চাউল ধুই বহালে হ'ল। চৰিত্ৰও ৰ'ল, চাউলো বাকি দিছেহি, ধোৱা বলিছে। খাই পাচ বেলা বাৰ চাঙ্গ চিলিঙ্গা কৈ বস্তু জাত সুমাই থৈছে। পাচত গুৰুজনে সেৱাকৈ বিদায় কৈলে। আও বোলে বাপু, আজি বনত চোপ দিয়া দুৰ্ব্বাসা সাগৰত যেনেকৈ কৃষ্ণে ৰাখিলে, তোম্রাও আজি মোক ৰখা গ'ল মৰ্য্যাদা। এই বুলি আশীৰ্ব্বাদ দি পঠালে, বোলে পাৰা যে লাউ দিয়া। আও বোলে জানো লাউ দিবহে দিছে, পুলি পুলি এটি দিলে, বগাই লাগিছে। শ্ৰীৰাম আতাক পাচেলৈ বাৰ্ত্তা লবলৈ। আতা আহি তেৱ বাৰ্ত্তা সুধিলে, আয়েও গুৰুজনৰ সুধি বোলে বাপুলৈ কি দিওঁ। এই চালতে লাউ লাগিছেনে চোৱা উঠি। চালে, তিনটি লাগিছে। দেখালে বোলে বৰটিকে আনা। আনি সেৱাকৈ আহিল। পাই সেৱা কৈলেহি। গোসানীৰ বাৰ্ত্তা সুধি বোলে লাউ পালা

ক'ৰ ? বোলে বাপ, আয়ে দিছে। আয়েনো পালে ক'ত ? বোলে লাউ এজুপি চালতে উঠিছে। বোলে লাউ দিবলৈ হাককে দিলো, ভকতে নাম গুণ খটিকৈ দিনটে ঘৰটি সাজিলে, ভাগিলে সাজে কোনে ? মথুৰা দাস যোৱা, লাউ জুপি কাটি আহাগৈ। আতা আহিছে শুনি ভাবি, কাটিলে পাব আয়ে অসন্তোষ, নেকাটিলে গুৰু বাক্য পৰে। গজ হস্তী মান খাৱৈ দুই ধৰিয়া খাণ্ডা হ'ল। পাই সেৱা কৈলে। বোলে মথুৰা আহিছা ? বোলে মাতৃ, লাউ ডালি কাটিবলৈ পঠাইছে গুৰুজনে। বোলে হয়, ভকতে কত শ্ৰমকৈ দিনতে ঘৰটি সাজিলে, পচিলে আকৌ কোনে দিব সাজি, কাটাগৈ, নিদিলোএ হতে। বোলে দেখো লাউ দিয়া, তাতেহে দিলোঁ। এ তিনটা বিধৱা আমি পাতৰো, খাৰ গোটৰো শাক ফেৰি দুটা বাহলকু থৈছোঁ। তাতেহে তেওঁ বাপুত্ৰ বুলিছে কাটা। মই চাউল সিজাওঁ গা ধুই যাবা। বোলে মাতৃ দা খানি দিয়ক, দিলে। লৈ বৰপেটাৰ খাগৰি আনিলেগৈ, কোটহা বাঁহ কাটি আনি হেদালি দি তালকে লাউ আঁত লগাই পূৰ্ব্বৱতে দি বোলে মাতৃ চক্‌চোন। চাই আয়ে বোলে বাপু, বৰ সজ হ'ল, মাটিৰে পৰা পাত গোট পাম, পাৰোঁতা নাই। আতা গুৰু বাক্যে চিছা ডাল এটি কাটি ভোজন কৈ সেৱা কৰি আহিছে। এখেত গুৰুজন খেদ কৰিব লাগিছে। বোলে মই বেগতে পাচিলোঁহে হয়। কাটেহে যদি আয়ে অসন্তোষ পাব, আইৰ কষ্টে সৰ্ব্বনাশ হে হলু, এই বুলি খেদকৈ বাটলৈ চাই আছে। বাটতে দেখিয়ে বোলে মথুৰা, লাউ কাটিলানে ? বোলে বাপ, অসন্তোষ পাই বুলি হাদালি কৈ আস্তে আস্তে তুলি দিলোঁ। আয়ে দেখি বৰ সন্তোষ পালে। আপুনাৰ বাক্য ৰাখি সৰু ঠাল এটি কটা হ'ল। বোলে মথুৰা দাস,

আমাক আজি ভাল ৰাখিলা। আজি সৰ্ব্বনাশে হলুহতে। আইৰ ক্ৰোধ অগ্নিএ দহি ভস্ম কৈলে হঁতে আজিএ। বোলে মথুৰা দাস, মোৰ মনৰ মনক বুজি লাউ ৰাখি যেনেকৈ সন্তোষক লভাইছা তুমিও আমাৰ ভক্তি বস্তুৰে পৰম্পদ হৈ বৈকুণ্ঠত সন্তোষ লভিবা, এই বুলি আশীৰ্ব্বাদ কৈলে।

ভূষণ গুৰুৰ দ্ৰব্য ত্যাগ

আৰু হৰিচৰণ ঠাকুৰ দখিনলৈ ভূষণ গুৰু ঠাই গ'ল, গবৈমাৰীও বোলে, পলাশ গুৰিও বোলে, তাতে ৰ'লগৈ। তাতে সৰু গুৰুৱে নি তিনিখান নাও ভৰাই দিলে, ধান, চাউল, কোৰ, কপাহ, মাহ, সৰিহ, কচু, কোমৰা আদা এয়েৰে। বৰ আদৰ সাদৰ কৈলে। ঠাকুৰ দেউ সন্তোষে আছিল। আহিবৰ দিনা নাওতে বহি বোলে জানিছা ঠাকুৰ, শ্ৰীশঙ্কৰদেৱৰ শৰণে আমাৰ শৰণে বৰ বিলক্ষণ। তেহে ঠাকুৰ দেউ বোলে ই বামুনী পুতেকে কৰ সুলক্ষণ শৰণ পালে? গুৰু ধৰ্ম্ম নিন্দকৰ দ্ৰব্যত কি কাম? এই বুলি নাও বাৰত পাও দি বুৰাই উবুৰিয়াই পেলাই ধুই গুচি আহিল। বৰ পেটাত সোমাই গুৰুজনত কলেহি সেৱাকৈ। গুৰুজনে পৰম সন্তোষ হৈ বোলে মোৰ শ্ৰীশঙ্কৰ-দেৱৰ পুত্ৰহে হোৱা। বোলে কৃষ্ণদেৱে বিপ্ৰ দামোদৰক চাউল, চিৰা খাওঁতে বুলিছে, গুৰুজনে কীৰ্ত্তনত দিছে। ভকত সকলে পূজে ফুলে জলে তুষ্ট হয় তাকে খাই। অভকত যদি নানা দ্ৰব্য দেয়, তাতে মোৰ স্পৃহা নাই॥ অভকত নিন্দকৰ দ্ৰব্য গ্ৰাহ্য নকৈলা, কি বৰ কথা কৈবা? এই বুলি নাও চাৰিখান ভৰাঁলৰ বস্তুৰে ভৰাই দিয়ালেহি বাউসীতে।

বিষ্ণুআতা

আৰু এদিন দক্ষিণৰ্ত্তে বিষ্ণু আতা আহিল। গুৰুজনে বোলে বিষ্ণু মহি কিছু আনিবা। আহোঁতে আল ধৰা

গোবিন্দ আতৈৰ ভাৰত মহি দি আনিছে। আতা পাই গুৰুজনক সেৱা কৈলেহি। বোলে বিষ্ণু, মহি আনিছানে? বোলে বাপ, অনা হৈছে। বোলে আনাচোন। আতা বোলে গোবিন্দ, আনা। চাই দেখে মহি নাই। বোলে বাপ, মহি কুতবা পৰিহে আহিল। গুৰুজনে বোলে যোৱা, সেই বাৰাদিৰ কাখে বিৰিণা জুপি আছে, তাতে মহিৰ চুঙ্গাটি ঠিয় দি আছে, পৰা নাই, আনাগৈ। গোবিন্দ আতৈএ চাই সেই ক্রমে পাই আনি দিলেহি। সবেও দেখি বোলে ঈশ্বৰহে কার্য্য কথা আশ্চর্য্য।

আৰু একবাৰ বিষ্ণু আতা আহি নিশা দল পথাৰ, অন্তৰে হোলঙ্গা পৰাতে ৰলহি, সেই ঘৰ গুৰুজনৰে গ্রামী ভকত বোলে বুঢ়া, গুৰুজনৰ বার্ত্তা কোৱা। বোলে আতা, তুমাহ যাব পৰা নাই। বোলে আতৈ সব, ই জীয়াশ, আৰ গৃহত ৰবমৈ সজ নহয়। তাৰ পৰা গৈ ফটিকবিহাৰ ঘৰত ৰৈছিহি।

আৰু হেৰেমদৰ জয়ৰাম আতৈ পশ্চিম ক্ষেত্রে যাওঁতৈ ভার্য্যাক বোলে তুই বর্ষলৈ মোলৈ বাট চাবি। নাহোঁ যদি স্বামী ভাএ ভজ, গুৰু বোধে ভজ, বিশিষ্ট লোকত ভজিবি। পাচে চাৰি বৰ্ষো নাহে। তেহে মায়াময় বিষয় বিভংস সুখ পশু শৰীৰতো পায় যাক, এই মনে নিচয় কৈ বিষ্ণু আতাৰ মুখে মহাপুৰুষক গুৰু বুইলে। তেওঁ আহি পালত সোমাব নিদিএ, বাজত ভাত দিএ। খেদ জন্মি আতাতে বস্তু লভিছে। বোলে পত্নীৰ পৰাহে বিপ্রৰ ভক্তি।

আৰু একবাৰ বিষ্ণু আতা আহিছিল। বৌৰৱাৰ কাখে পৰম কমাৰ গৃহে ৰৈছে। গ্রামী ভক্ত সাতজন ভক্তেৰে বোলে গুৰুজনৰ বার্ত্তা কোৱাচো। বোলে আতা, সবাৰে

কুশল, কালি গৈছিলোঁ আমি। সেই নিশা ভোজন নহ'ল। পুৱা আতা শৌচ শুদ্ধি স্নান গুৰুসেৱা কৈ চাউল সিজালে। চৰনিয়া গাই খীৰাই অল্পমান দুগ্ধ পাই আতাক দিলেনি বোলে সবাকে দিয়া। বোলে আতা নাটে, আপুনি লক। তেহে পানী কিছু দি মিঠৈ সানি অন্নৰে মিলাই সবাৰে খাৰ তৈল দিয়াদি দিলে। খাওঁতে বোলে মই অকলে খোৱা হলে বিষ প্ৰায় হয়। এতিয়া সবেও লৈছোঁ, এয়ে অমৃত সম।

আৰু একবাৰ আতা আহি সেৱাকৈ কীৰ্ত্তন গৃহতে ৰহিছে, গুৰুজনো আছে। তাতে কৃষ্ণানন্দ আতৈএ নাহৰ ফুল বাৰটি দিছে। তাৰে বিষ্ণু আতাৰ গালৈ মাৰি পূজিলে, বোলে মনুষ্য শৰীৰ পাই বিষ্ণুক নভজে এহি দোষে ঘোৰ নৰকত মজে। এই যোষা মাতিছে।

আৰু আতাৰ বেটা গোপাল চৌধাৰী সৈতে মেল সুধি লফা খাই মিছাকে সঁচা কৰে, ন্যায়কে অন্যায় কৰে। আতা দেখি উচপিচকৈ মৰে, হাক দিএ নলয়। আহি গুৰুজনত কলেহি বোলে বাপ, ৰৰবেটা গোপাল নিমিত্তে ৰব নুৱাৰি। বোলে কিয় নুৱাৰা? কলে আমাৰ কথা নলয়, চৌধাৰীৰে গোট খাই চায়া খতি খাই অন্যায়কৈ জয় কৰে, সত্যক মিছা কৰে, অধৰ্ম্ম কত দেখি থাকিম তাত? বোলে তেনেহলে অজামিলোপাখ্যান যাত্ৰা কৰিব লাগে; যোৱা সখিক নিয়াগৈচো কৰকগৈ। হলে আমাক নিবাহি। আতা আহিল ঠাকুৰ আতাক লৈ, পাইছে। লগা-খানি সাজিলে, হল। আতা গুৰুজনক ভক্তে সমে নিলেহি। গৈ যাত্ৰা পাতিলে। তিনি যম দুতৰ ভাৱ এজন গোপালক দিলে, চাৰি বিষ্ণুদুতৰ বিষ্ণু আতাক পাতিলে। এজন বোলে তুমি ভালকৈ গোপালক এই ভাৱতে ধৰিবা। আতা

অজামিলোপাখ্যান যাত্ৰা

ভাও উঠি পাৰে মানে মাইলে গদাৰ মাৰত গোপাল আতাহ পাৰে। বোলে পিতৃ মই মৰিলো। বোলে উপা কি মৰিবি, লোকৰ লফা খাব লাগে। তেহে উমান পালে বোলে সেই কথাতহে মাইলে। সি দুইক বেনে মাইলে তাৰে পৰা এৰিলে আৰু। তেহে তাৰ পৰা আতা চামুৰিয়ালৈ গ'ল। তাতে আতাৰ বেটা হৰিচন্দ্ৰ একেৰি হাবি আছে, তাতে গা শুদ্ধিলৈ গৈছিল। সি মুৰে করুবা স্ত্রী এটা ওলাই গল। কেলেই বা সোমাইছিল আৰা ভুকে নেপাও। তাকে দেখি হালুৱা পথৰুৱা কলে আতাত। আতা বোলে ই দখিণত থাকিবই নলাগে। নাও অনালে। মোৰ গুৰুজনে মোত কৈছে শ্ৰীশঙ্কৰদেউ কৈ গৈছে শুন্ন **উদাসৰ পৰদাৰা হাতলৰ কাচলৰ, আশ্ৰমীৰ অন্যদেউ বিভিচাৰ এই দুইৰ মই গুৰু নহওঁ।** পাচলৈও যাৰা সবে জীৱৰ কুশলৰ হেতু ইচ্ছা কৰিব এই শুদ্ধ মত ধৰ্ম্ম লৈ, সিও নকৰিব, কৰাবো গুৰু নহব।

হৰিচন্দ্ৰ আহি গুৱাকচাতে আছেহি দুখকৈ। গুৰুজন পাত কৰাই বলিছলন পুথি লিখিবলৈ লিখক বিচাৰিছে। শ্ৰীৰাম আতা বোলে বাপ, আছে লিখক। বোলে ক'ত বোলে বাপ, বিষ্ণু আতাৰ বেটা হৰিচন্দ্ৰ গুৱাকচাতে আহি আছেহি। পয়োনিধি আতৈক পঠাই অনাইছে। পুথি লিখিলে, হ'ল। বিচক্ষণ অক্ষৰ, গুৰুজনে বোলে কিয়নো ইপাৰে আছাহি? বোলে বাপ, এই অজিজ্ঞাকৈ আতা অনা-দোষত চাৰ সুখে নিকালিলে। তোম্ৰা সৰ্ব্বসাখী মই চাই কৈছোঁ। তেহে গুৰুজনে জয় কৃষ্ণাই হৰিআতৈক লগে ঘোষা দুটি কৰি দি পঠাইছে— ঘোষা ৰচনা

(১) "হৰিত শৰণ লৈয়া যিটো জনে এ
হৰিৰ চৰিত শ্ৰৱণ কীৰ্ত্তন কৰে।"

(২) "অপবিত্র যিটো আতি পবিত্র হোক বা যদি
সমস্তে অৱস্থা আছে পায়া।"

আতৈ সবে নি গুৰু বাক্যে ঘোষা মাতি আতাত কৈছে বোলে মই সুধি পুচি চালোঁ একো দোষ নাপালোঁ। বিষ্ণুৱে হৰিনক ৰাখক। আতা বোলে মহাপুৰুষ গুৰু তাৰা বাৰও অগ্নি সৰ্ব্বভক্ষ বহ্নি সবাকে দহে, কেচা পকা। শ্ৰীৰামে সীতাক নিৰ্দ্দোষী বুলি জানেই, তথাপি লোকবাদ শঙ্কাএ নিৰ্ব্বাস দিছে, কৃষ্ণদেৱে অপযশত মনি গৰ্ত্তত পৰি আনি দিছে। উত্তম সবে কৰে যদি গৰিহিত কৰ্ম্ম পাচৰ লোকে তাকে মানে ধৰ্ম্ম। আমি যদি ৰাখোঁ নিৰ্দ্দোষী বুলি পাচ-লকো এই আৰ্হিকে লৈ দোষীকো ৰাখিব। তেও বাৰু গুৰুজনে বুলিছে, গুৰু বাক্যও ৰক, সীমাও ৰক, আশ্ৰমীৰে উদাসীনৰে মাজতে বহাকৈ থাৱক, তোম্ৰা সৱে ভাগ যোগ দিবা তেওঁৰ নেখাবা।

আৰু আতা একবাৰ তিনিখনি নাওঁৰে গৈছে মাৰি ঘোষা দি—

ৰাম হৰি এ
ৰাম জয় হৰি এহে।

দেখি ভকতে বোলে গুৰুজনৰ পয়াণে আতাৰ পয়াণে সমান হ'ল। আতা বুলিবৰ শুনি বোলে আমাক গুৰুজনে সৈতে সমান হে কৈলে, যদিহে পালস্তা হম, গা-তে লুকাম। সেই কথা লৈহে পাচত অলপ বাতুলৰ লক্ষণ ধৰি জোকাৰ মাইলে। কুৰুৱানখীয়া কোমোৰা গেলাহে ৰ'ল। বগৰি পকা চিনামুখীয়া সৰিল। ভাৰ পাতলাই একে জাপে গ'ল।

আৰু ভবানীপুৰতে গোপাল আতাৰে, কৰিলা গুৰুৰে গৃহ। একেলগে আছিছে গুৰুজন ঠাইলৈ। বৰপেটাৰ

পশ্চিমে জাবনি একেৰি আছে। তাতে সুন্দৰ লম্বা গুল্লা বানৰটে ওলাই পুহ মহা এটি আম দিলে। বোলে শ্ৰীৰাম আতাক দিবাগৈ। আতা আনি দিলেনি। আতা চাই গুৰুজনক দিবলৈ, নখৰ আঞ্চুৰ গৈছে। খুন পৰা দেখি আহ্না বুলি নিদিলে। তাবে একালি খাই শোৱা চাঙ্গৰ কৰনিতে থৈ চাউল সিজাই ভোজন কৰিছে। তেহে গুৰু-জনত কি অবিদিত, গৈ ভোজন কৰি বোলে শ্ৰীৰাম, পুহত আম পকেনে? দেখি আতা কাও বাও কৈ বোলে বাপ কিয় এনে কৰে, মৈলোঁ। বোলে শ্ৰীৰাম, এনে দেৱযোগ্য অমৃত তুমি খাব পোৱা শিষ্যৰ বস্তু, আমি হলে নেপাওঁ। বোলে বাপ, চাৰ দ্ৰব্য কিয়লৈ মাৰে ভৃত্যক? বোলে দেখোঁ কৃষ্ণ কৈছে অৰ্জ্জুনত—

"ভক্তৰ শেষত পৰে, বস্তু শ্ৰেষ্ঠ নাই।
তাক ভুঞ্জিবাক সখি মোৰ বাঞ্ছা যায়।"

কাতৰ কৈ ৰ'ল, কি কৰিব। তেহে আতা গুৰুজনে আমৰ গুটি নি ৰোপণ কৈলেগৈ, আপোন হস্তে কেতেকী ফুলে সৈতে সেই জোপাহে আছে এতিয়াও বৰপেটাত। উভতি আহোঁতে বাটৰ গৰু খোজত বামুণ ভকলা এটা পৰি আছিল। গুৰুজনে তিনিবাৰ পাও ফুৰালে। আতা বোলে বাপ, ই বেঙ্গে কতনো ভাগ্য কৰি আছে।

আৰু গায়ণ কেহো আতৈএ গীতৰ প্ৰসঙ্গ কৰে নিতে। এহেৰ পৰা গাই ভণিতা খানি এৰে। শুনি গুৰুজনে বোলে কেহো, ভণিতা গাবৰ মুশুনো। বোলে বাপ, তোম্ৰা মোৰ কোটি ব্ৰহ্মাণ্ডৰ ঈশ্বৰ, তোম্ৰা যো দাস, মুকুখ, গাবলৈ কেনেবা লাগে, তাতে এৰোঁ। বোলে মোক যিখানিএ তিনিও ৰাজ্যত প্ৰকাশ কৰিছে, তাকে ঢাকা তুমি? তেহে গাব ধৈলে তাবে পৰা। গীতৰ ভণিতা

আৰু একদিনা টিটিয়া জগন্নাথ আতৈএ বোলে সকলো বেদৰ তত্বক কহয় মাধৱ মূৰুখ মতি, এনে বুলি যে মিছা মাতে, আগম, নিগম, পুৰাণ, ভাৰত, গীতা, শ্ৰুতি, কাব্য-কোষ, সংহিতা, ব্যাকৰ্ণ সবাকে কয় জানে, তেওঁ গীতত বোলে মূৰুখ দাস বুলি কয়।

গুৰুজনৰ সম্বন্ধীয়া ভাগিন হয় মহা পণ্ডিত অগ্ৰগণি, বামুণক উলি নিব খোজে, গুৰুজনে হাক দিহে ৰাখে। বোলে তোক উত্তৰে কোনে সমুখ হৈব নেপাৰিব পা।

আৰু একদিনা সমূহ বাপুসবে সভা পাতিছে লাকৈ। গুৰু ভাঙ্গি টেকেলি উলিয়াই নিছে। কীৰ্ত্তন গৃহৰ দ্বাৰ মুখে ডোল ছিগি পৈল। গুৰু সৈতে মনপুৰ ভণ্ডাৰি লাজ হ'ল, সবেও দেখিলে। সেই বেলা গুৰুজনে ঘোষা কৰিছে—

"ৰামকৃষ্ণ ৰামকৃষ্ণ বোল ভাই এ
পৰম যতনে তে'জয়ো যত অন্যায়।"

তোমাকেসে ভাণ্ডো, তুমি মোক ভাণ্ডা এ, চৈধ্যয় সাখীক ভাণ্ডিবা কোন উপায়।

আৰু কনিকা গুৰুএ একদিনা গোপাল আতাক বোলে মোৰ এতোলা স্বৰ্ণ আছে, গুৰুজনক ভেটাই সেৱা কৰাবা। বোলে ৰাক লৈ আহা। ছয়োজনে গৈ সেৱা কৰিছেহি। গুৰুজনে বোলে গুৰু আমাৰ স্বৰ্ণ তোলা আনিছানে ? বোলে বাপ অনা হৈছে। বোলে দিয়া দিলে। উভতি ষাওঁতে আতা বোলে আগে জানা কৈছা। মোক ভেটাবলৈ কোৱা কিয় ? বোলে মই কাহানি কৈছোঁ, আপুনি খৈলে দেখো দিয়া বুলি ? তেহে জানিলে বোলে মই কৈছেহে বুলিছিলোঁ, তাৰা সৰ্ব্বসাখী ঈশ্বৰ, আলো ক'ত আৰ কৰিবা ?

আৰু বৰ বৈকুণ্ঠ আতৈৰ গ্ৰাম গৃহ কুৰাপানী কাখৰত আছিল। একেটি পত্নী প্ৰথম কালে প্ৰমত্ত হৈ পৰি আছে।

আতৈ পথাৰতে আহিছে। চত মহা ক্ষুধাতুৰ হৈ পাই চাই দেখে নৰ্ক পুৰি হৈ আছে, সোমাৰই মুৱাইলে। দুখ বিৰকত লাগি মুখ গৃহে মুৰ ঘুমাই বহি আছে। তেনেতে আগতে শ্ৰেঠি কনিটো পৰি ভাগি পোৱালিটি ওলাল। তন্তি লাল বীৰ্য্যখানি খাই বগাই মাখি এটি ধৰি খালে। কিছু শকত হৈ বগাই বেবেদি চালত উঠিলগৈ। দেখি শুনি বোলে, আৰ ক'ত মাও বাপ আছে? কোনে তুলিলে আহাৰ পানী দি? ব্ৰহ্ম জীৱ ঈশ্বৰ অংশী, আপুনি জীৱ। সবাবো বাপ মাও পোষক ঈশ্বৰ। আত লাগি এই মায়া পাশত মৰো কেলেই? এই বুলি ৰূপ দহোটি আছিল, পাঁচোটি থৈ ওচৰতে শহুৰেকত কলে বোলে আমাৰ কালে গৈ আহিব। কৈ গুচি আহি মহাপুৰুষক গুৰু বুলি হাটীলৈ নাম গাই আছেহি। পাঁচ বৰ্ষ অন্তে ছৱাটি বুজনকৈ তুলি, বিচাৰি পালেগৈ। পত্নীএ নাম গাই গুৰুজন আহে, আতৈ পাচতে। কীৰ্ত্তন গৃহৰ মুখতে থৈলে বোলে এনে স্ত্ৰী বধী, শিশু বধীকো নাম গাবলৈ ঠাই দি চপায়? জানা যে এৰা পূৰ্ব্বে চায় কিয়? অনাথকৈ এৰিলে নো মহাপাপ দোষ নাইনে? শুনি গুৰুজনে তবধ থৰকা খাই বৈ বোলে কাক বোলে? আতৈএ বোলে বাপ, আমাকে বুলিছে। বোলে কিয়? তেহে কান্দি কাটি সকলো খানি কলে। বোলে প্ৰভু, মৰা অথান্তৰত এনে অৱথাকৈ মাৰি আছিল। গুৰুজনে বোলে হাতে টকা কৰি কি আছে? বোলে বাপ, দহোটি টকা আছিল, পাচোটি তাৰে ৰি আহিছোঁ। পাচোটি আমি আনিছোঁ, আছে। বোলে তাৰে তিনটি দিয়াহি, ছুটি আওক তোমালৈ। দিলেহি। গুৰুজনে অনেক বোধ দি কৈ পঠালে হৰিগুণ গোৱা ভকতক অসূয়া নকৰিবা বুলি।

বৰবৈকুণ্ঠ আতৈ

অক একদিনা ককিলা গুৰুএ ববকলা ওচৰলৈ আছো।

কফিলা গুৰু

দিগ যোৱা বিজয় পুৰতে চাৰিজন ভকত আছে। গোপাল আতাও তাকে পালেহি। তাৰা চাৰিএ বোলে তিনি সন্ধ্যা উপাস, ক্ষুধাত গা বহি হাঠিবই নুৱাৰোঁ। আতা বোলে আতৈ তাৰে বাৰেটি কলা দিয়া আতৈসৱক, জলে সৈতে খাওক। বোলে মই গুৰুজনলৈ আগকৈ আনিছোঁ, নোৱাৰোঁ দিব। বোলে হক দিয়া গুৰুজনেও ভকতকহে দিব। নিদিবাহে গুৰু ঠাই লগাব পুৱাৰা তুমি। এৰা হ'ল বুলি গুৰুজনক নিদিলে। পাচদিনা আতা সৈতে গৈছে। গুৰুজনে ধৈলে। বোলে গুৰু আজি আমাক মহাপুৰুষ গুৰু স্বপ্নত বোলে কফিলা গুৰুৱে কলশ্বৰ আনি হাটীত থলে। তাৰে বাৰেটি কলহে পালোঁ, ই খানি নিদিলে। বোলে বাপ, এই ক্ৰমে দিয়ালে। শেষ দেখি নিদিলোঁ হয়, হাটীতে থৈছোঁ। বোলে কৃষ্ণদেউ কৈছে, "ভকত জনেসে মোৰ হৃদয়।

মই ভকতৰ হিয়া নিচয় ॥
মই বিনে ভকতে নিচিন্তে আন।
ভকত বিনে মোৰ নাহি ধ্যান ॥"

আনাগৈ সহজে হৈছে। আনি দিলে, সবাকে কাটী দিয়াইছে, আপুনিও পাচত লৈছে।

নন্দনন্দনে গাখীৰ খায়

আৰু কফিলা গুৰুৱে নিতে স্নানকৈ, মুখ বান্ধি, দুগ্ধ খীৰাই দিএহি গুৰুজনক। একদিন মুই দুখ বান্ধি আৰি থলে, অহিব নুৱাইলে। পাচ দিনা দিলেহি। বোলে দুগ্ধ আনিছা হয়, এন্থা। বোলে বাপ, তেনে কিয় আনিম? বোলে বাৰু মেলাচো। মেলি চাই দেখে, ল'ৰাই খামোচা মাৰি খোৱা আঙ্গুলিৰ চিন হৈ আছে। সেইতে অত্ৰাহি হ'ল, বোলে বাপ, গৃহত ছৱা পুতা নাই, দুই আমি বুঢ়া বুঢ়ীহে, ক'ৰ ছৱা খালে, অদ্ভুত কথা! কালিএ মুখ বান্ধি আটালে তুলি থৈছিলোঁ দহো। দেখোঁ মনত পৰিবই পাই, নিশা কিবা দেখিলানে?

বোলে বাপ, হয় স্বপ্নত ব্ৰাহ্মণৰ ছৱাটিএ সুবৰ্ণৰ হাতে লক, আৰে পৰা খামোচা খামোচে উলিয়াই খাবৰ দেখিলোঁ, মনত এতিয়াহে পৰিছে। গুৰুজন বোলে আন নহয়, নন্দৰ নন্দনহে এহ্না নহয়, সহজে হৈছে।

আৰু খিলাই বামুণে ছাত্ৰশালে পঢ়োতেই আদ বয়স গ'ল একদিন 'যেবে', তেবে' অৰ্থ সুধিলে অধ্যাপকত কব নুৱাইলে। আৰু অনেক ভট্টাচাৰ্য্য, কন্দলী, অধ্যাপক, ঠাকুৰত সুধি ফুৰিছে নুৱাৰে কব। ফুৰি ফুৰি গুৰুজনক পালেহি। সুধিলে। সেইবেলা ঘোষা কৰি মাতি অৰ্থকৈ ভাঙ্গাইছে —"সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ, দ্বাপৰ যুগত পূজা, কলিত হৰিৰ কীৰ্ত্তণ বিনাই, আৰৰ নাহিকে দুজা॥" ঘোষা খিলাই বামুণৰ শৰণ

মিনতি বচন, বোলোঁ সৰ্ব্বজন, শুনিও শাস্ত্ৰৰ মৰ্ম্ম। আপুন কুশল, চোৱা যেবে তেবে, নেৰিবাহা যুগ ধৰ্ম্ম॥

"হৰিভজি হৰি নাম নোলোৱা সাক্ষাত।
আপুনাক আপুনি কৰিছা আত্মঘাত॥"

শুনি বিপ্ৰ ভঙ্গ গ'ল অৰ্থ পাই, বোলে আৰে অৰ্থ অতদিন বিচাৰি নেপাও, অকাৰ্য্যত বিফলে বয়স নিলোঁ, শাস্ত্ৰ বিচাৰি। আৰাই দহো ঈশ্বৰ, জীৱৰ ভজন পথ দেখালে। এই বুলি দ্বিজে শৰণ ললে।

আৰু গোপাল আতা ঠাইলৈ গৈছে গুৰুজন তিনিকুৰি ভক্তে সহিতে। তাৰে তিনজন কহিলা পাই তেওঁৰ কীৰ্ত্তন গৃহতে বহি কথা সুখতে গধূলি হ'ল। সম্বৰিলত আতা উঠি ভিতৰে গৈ বোলে দামোদৰ মাক, ভকতলৈ কি কৰিছা, কি আছে? বোলে চাউল চক, তেল, লোন, খৰি, পাক শাক, মাছ যুগুতকৈ দিয়া হৈছে। বোলে নৰিয়া তিনজনলৈ কৰিছা? বোলে তাৰাসবকো দুগ্ধ চিৰা ভোজন কৰালোঁ, খাইও শুলে। আতা পৰম সন্তোষ পালে। গুৰুজনক খুৱন ধুৱনকৈ পৰম শ্ৰদ্ধাকৈ ৰাখি পঠাইছে। গোপাল আতা

আৰু একবাৰ গৈছে দখিণে। বাট ঢাপ তাত কুৰৈ নল, তাৰ কাখে কৈসনা কৰি দিছে গুৰুজনক। ভাটি বেলা বহিছে গৈ। তেনেতে দামোদৰে গো চাবেঁাতে সৰু ছৱা এটীমইলে লোকৰ। সেই লৰা মাকে হাত ধৰি লৈ আহিছে বলকি এটাহ পাৰি। দামোদৰ আএ হাত ধৰি আগ বাহিঁ গৈ বোলে, আমাৰ অনাথৰ জীৱৰ নাথ আছেহি, তোৰ নাথ নাই, তল যা, ওপঙ্গ। এই লৰাকে দিছোঁ। এই লৰাকে দিছোঁ, যি লাগে কৰ নি দূৰহৈ যি লাগে মাৰ নি। তেও বঢ়া বচন বুলি ৰেকনেৰেকাবি যা মাকহে। গুৰুজনে শুনি পৰম সন্তোষ হ'ল। স্নানকৈ গুৰু কীৰ্ত্তন গৃহত বহিছোহি। আতা কলুবা গৈছিল, পাই সেৱা কৈলেহি। গুৰুজনে বোলে গোপাল, তোমাৰ দামোদৰ মাকে পৰম সন্তোষ লভালে। বোলে বাপ, কি বা? বোলে এনে বাক্য বুলিলে। আগ বাহিঁ গৈ সি মনুষ্যক মাতি বোলে আমাৰ নাথ আছে, তোৰ নাথ নাই। পাচত আতা আই চলিলত কান্দিছে খেদকৈ। বোলে আতৈ সব বোলা জানো স্ত্ৰীলৈহে কান্দে মায়াত মৰ্ম্মত। আমি তালৈ নাকান্দো মায়াময় বিভৎস বিষয়, সবে যোনীতে পায়। এ ভকত গুৰু আহিলে কোন খুৱাই ধুৱাই আল জঞ্জাল মাৰিব? মই ভু নোপোৱাকৈ তালৈ মনকৈহে কান্দিছোঁ, বৰ কাৰ্য্যৰ লোক আছিল।

জন্ম যাত্ৰা

আৰু একবাৰ জন্ম যাত্ৰাৰ পাচটিৰ গীত নাট সূত্ৰ কৰি গুৰুজনক ভকে সমে প্ৰাৰ্থনাকৈ নিছেহি। অনেক দ্ৰব্য বস্তু কৰি ৰাতিএ দিনে তিথি যাত্ৰা কৰাইছে। পাচদিনা ৰোকা যাত্ৰা পাচটি গাইছে, গীত। গুৰুজনৰ প্ৰেম জৰি দ্ৰও হৈ টলবলাই ঢুলি আছিল। কুসুম, জল, লৱণু আপুনি সিঁচি দিছিল ঘোষা কীৰ্ত্তন গালে দলদোপ হৈছিল বৈকুণ্ঠলকে। অৱসান স্নানকৈ আতা সেৱা কৈলেহি বোলে, তোম্রা মোৰ

হৃদয়ৰ বস্তু জীৱৰ আত্মা আদি যি অনুমতি দি ই কৃত্য কৰালা আৰু ফলে সমে তজু অভয় পদত অৰ্পণা কৰিলোঁ, জীএ সমে হাতে দান্তে তৃণ ধৰি কাৰুণ, কাপুৰ্ণ্য কৈ প্ৰাৰ্থনা কৰিছোঁ, তোম্রাৰ সেৱকৰ সঙ্গ ইহ পৰলোকে। মুখে তোম্রাৰে নাম, হৃদয়তো তোম্রাৰে ৰূপ, এই বুলি পাৱত মাথা দি লোটকে আতাৰ গুৰুজনৰ পাদ পদ্ম ভিজি গ'ল' গুৰুজনে মহাস্নেহে সাৱটি ধৰি ঘোষা মাতিছে—

"গোপাল গোপাল পালয় কৃপাময়
তুৱা পাৱে মোৰ মতি ৰতি যেন নচাৰয়।
কৰিছোঁ আশা যিটো চিৰকাল।
নকৰিয়ো ভঙ্গ তাক গোপালে॥"

বোলে গোপাল আজি মোৰ অমৃত-পান কৰাই যি সন্তোষ লভাইছা তোমাৰ ভক্তি বস্তুতে সন্তোষ লভিবা, যশে তোমাৰ চন্দ্ৰসূৰ্য্য প্ৰকাৰ কৰা দি কৰিব, নদী বোৱা দিব। এই বুলি আশীৰ্ব্বাদ দিলে। তেহে আতা প্ৰাৰ্থনা কৈলে বোলে বাপ, তোম্রাৰ চৰণে অৰ্পিলোঁ, তবু কৃত্য এটি মাজতে গীত কৰি দিওক, তযু মুখপদ্মৰ বাক্য থাকিলে প্ৰবৰ্ত্তিব, শৃগালক ডিঙিতে সিঙ্গপাএ আৰি লক। বোলে গোপাল মোৰ কি দিম? মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দিওঁ। তেহে গীত দিছে—"হৰিক বয়ণ হেৰি মাই"। তেহে সাদিন ৰাখি দান দাখিণাকৈ থৈ গৈছেহি ভক্তে সমে গুৰুজনক।

আৰু এদিন আতা আহিছে গুৰুজন ঠাই। আতাৰ পুত্ৰ দামোদৰ বৰ কমল লোচন, চোট পদ্ম প্ৰিয়া দুহিত্ৰী সক আপীএ বোলে আতা মই যাওঁ গুৰুজনক সেৱা কৰোঁগৈ নিয়া। বোলে বাৰু নিওঁ, যদি খলা সৰা, কান্তি মচা, গুৰুজনৰ দাসীৰ সেৱাকৈ ধূলা লব পাৰে, ব'ল। বোলে লম, যাওঁ। এই বুলি গৈছে খলা সাৰিছে হৰি জীএ, পৰি সেৱাকৈ

ধূলা লৈছে। চৰাতে গুৰুজনে দেখি বোলে গোপাল, এইটি ক'ৰ আপী ? বোলে বাপ, আমাৰে বেটী দাসী। প্ৰশংসাকৈ বোলে সজ বুদ্ধি খানি।

আৰু একবাৰ গৈছে। গুৰুজন স্নান কৰিবলৈ গাতকৈ পাৰি দিছিল। আহিল বেই গতিতে কল পুলি কলে। তাৰে বৰ দি গজোৱা ঠোক পৈল, কাঠি পকাই গুৰুজনলৈ লৈ আহিল। গুৰুবোলে গোপাল, কল আনিছাহে হয় বৰ্জ্জনীৰ ভকতলৈ সজ নহয়। বোলে বাপ, সজ। বোলে তোমাৰ চোতাল সৰাইহে জানে। গৈ তেহে সুধিলেহি বোলে ঠাই সাৰোতে ফুৰা গাত লাগিল। তেহে আশ্চাৰ্য্য অদ্ভুত হ'ল। বোলে তাৰাই ঈশ্বৰ, কোনখানি অবিদিত আছে বাহিৰে ভিতৰে ?

আৰু একবাৰ গৈছে, নাম প্ৰসঙ্গ কৰি চাউল সিজাইছে, হ'ল। জয়হৰি আতৈ পাত লৈ গৈ ধুতুৰা ফুলীয়া পাত বিচাৰি ফুৰিছে, বেলা হ'ল। আতা ওলাই বোলে তোক আজি, এই বুলি আঙ্গুলি ঠাৰ দিলে। গুৰুজনে বোলে গোপাল অন্য দেশে কৃত পাপ, পুণ্যদেশে বিনস্যতি, পুণ্য দেশে কৃত পাপ, ব্ৰজলেপ ভবিষ্যতি। এ অনেক জন্মত পাপ পুণ্য কৰি নৰতনু পাই হৰিগুণ গাইছা। যত পাপ মানে ক্ষয় হল। এই পুণ্য দেহাত ভকতত দ্ৰোহ কৈলে, ভবিষ্যৎ পৰজন্মতো মুগুচে ব্ৰজলেপ হ'ল আৰু। সান্তান বৈকুণ্ঠত সপ্তম দ্বাৰত চাৰি সিদ্ধক ঠেলি খচিছে বৈকুণ্ঠ বাসীৰ পতন, ভক্তত হাত ঘালনে, অঘটনো ঘটিল। বোলে বাপ, কিনো হব গতি দাসৰ ? বেগতে ভু নে পাই ওলাল, দণ্ড বিহক। বোলে আৰ মূল্য আন প্ৰায়চিত নাই। আঙ্গুলিটো ছেদ কৈলেহে সজ দণ্ড হয়। আতা গৰ এটা আনিলে, দা আনি তাতে আঙ্গুলি থৈ, ৰাম বুলি দাঙ্গি কোব আৰো

বোলোঁতেই গুৰুজনে বোলে হা হা নেমাৰিবা হ'ল আৰু। মনৰ নিচএ ছেদৰ সমান প্ৰায়চিত্ত। আৰু শুনিলে বোলে গোপালে দশম চৰ্চ্চিছে। বোলে শ্ৰীৰাম আহাচো চাওঁ ষাওঁ কেনেকৈ চৰ্চ্চে। এই বুলি গৈ সন্ধ্যা বেলা যিটো খুটাত বন্তি লগায় তাতে আঁৰ হৈ আছে। আতা বহি চৰ্চ্চিব মুৰাৰে ভুলি আসে, ভাগে, পুনৰ তোলে, পাহৰে, আকৌ পাতি আনে তোলে। একোৰূপে নোৱাৰি বোলে কোনোবা ভাঙৰ লোক এজন আহিছে, গা গধূৰ লাগিছে, চোৱাচো বা গুৰুজন আহিছে বা? চাই বোলে নাই দহো? বোলে চোৱাইঁক সজকৈ, আহিব পায়, গাত গম পাইছোঁ, আহিছে। চাই দেখে খুটাৰ আঁৰতে থিয়দি আছে ভক্তে সমে। আতা পাৱত পৰি অনেক কাতৰকৈ স্তুতি কৰি বোলে বাপ, এনে ছদ্ম কিয় কৰা যায়? বোলে দেখো গোপালে দশম চৰ্চ্চিছে। বোলো কেনেকৈ চৰ্চ্চে চাওঁ গৈ। তাতে আহিলোঁ চৰ্চ্চাচোন। এ বাপ, সূৰ্য্যৰ আগে কি বাঁতি, চন্দ্ৰৰ ৰশ্মিত কি খদ্যোতৰ প্ৰকাশ, বাহ্নও অগ্নি, কি ক্ষুদ্ৰ ফিৰিঙ্গতি? তোম্ৰা পুনু আত্মা অন্তৰ্য্যামীৰ আগে মই পতঙ্গে চৰ্চ্চিম? বোলে গোপাল, মই তোমাত পৰম স্নেহত থাকি কৃত্য যুগৰ কথা চৰ্চ্চি মাতিলো আকে তুমি বাৰ গুচাই ব্যক্ত কৈলা? আকে ধাৰ পাচৰ লোক বৌদ্ধাচাৰ হব নিষ্ঠা কৰি কাষ্ঠা এৰি বিপথে তোমাৰ পন্থত ঝণ্টা জেঙ্গা পৰিব। মিশলীয়া ভক্তি গাই কতো যাব, কতো বৈ ভ্ৰমিব আয়াযাত দুখ ভুঞ্জি সংসাৰত। প্ৰথমে পাটুকা অনা তিনি সকলেৰে সভালৈ নিয়া সৈতে এই আঠ বাৰ গৈছে আতাৰ গৃহে গুৰুজন।

আৰু গুৰুজনে নাট সূত্ৰ, গীত, চোঁ কৰি পাঁচ নিশা ৰাম ভাৱনা কৈলে জন্মৰ পৰা পয়ানলৈ। ঠাকুৰ আতা, দশৰথ, পৰ্ম্মানন্দ, ৰামাই, ৰামচন্দ্ৰ বলাই, ৰাম, লক্ষ্মণ, ভৰত,

শত্ৰুঘ্ন, বুঢ়া আতা, গোপাল আতা, হনুমন্ত, জাম্বৱন্ত, শ্ৰীৰাম আতা জনেক, হৰিহৰ আতা, হৰিগুৰু, বশিষ্ঠ, বিশ্বামিত্ৰ, হৰিবল্লভ, সীতা, পয়োনিধি, সুগ্ৰীৱ, ঈশ্বৰালি ভাও, তদগদ্ সেই ৰাম অৱতাৰেই স্বৰূপ হৈছিল। অদ্ভুত আশ্চৰ্য্য হ'ল দেখি লোকে। ই কৰ্ম্ম মনুষ্যৰ নহয়। বোলে কৰাইছেও ঈশ্বৰে, কৰা সবো সেই বৈকুণ্ঠৰ ৰাম সেনাই পূৰ্ব্বৰে। অৱসানকৈ অদ্ভুত ঈশ্বৰালি কৰ্ম্ম দেখি মনে জিজ্ঞা কৈ বোলে ই ভাও পাচলৈ কোনে গাব, কৰিব? এই বুলি নাট, গীত, সূত্ৰ পুৰি পেলালে। ভকতৰ মুখে দুটি গীত ৰ'ল— সিন্ধুৰা, বেলোৱাৰ—"জয় জয় ৰাম ৰঘুকুল পঙ্কজ দিনকৰ ৰাম মুৰাৰি।'

ৰাম ভাওনা

'দেখুৰে নয়ন ভৰি লোই।
পৰম পুৰুষ ৰাম ৰাজা হোই।'

আৰু ঠাকুৰ আতা তিয়হ, চিৰাল ৰুইছিল জনিয়া বিলৰ কাখে এঢলিয়া মাটি খানিত। শ্ৰীৰাম আতা সইতে গুৰু-জন গৈ মাজতে বহিছে ৰামলৈ পিঠি দি। আতা জালি তিয়হ, পকা চিৰাল চাই আনি দিছে। কমণ্ডলু জলেৰে ধুই বটাৰ মুৰে দিছে, কাটি আতাকো দিছে, গুৰুজনেও ভোজন কৰিছে। ত'ৰতে ঠাকুৰ আতা দেখি কোন বুলি গোৰিয়াই আহিছে বোলে কৰ চোৰ তিয়হ খায়? ওচৰ পাই দেখে গুৰুজন। সেইতে পাৱতে পৰিলগৈ। গুৰুজনে দশমৰ পদ মাতি বোলে, "গুৱালে আনন্দে বেঢ়ি। চোৰ বুলি পাৰে গেৰি। কৈক যাইবা কৃষ্ণ নিবো ধৰি। মাতন্ত ধূৰ্ত্তালি বাক, ডকুৱাস আসি কাক? তই চোৰ মই সদাগৰি। ঠাকুৰ আতা বোলে হই বাপ, আমিসে চোৰ, তোম্ৰা গৃহস্থ। মোৰ জীৱবো ভেলবো অধিকাৰ, গৃহস্থ, এই বুলি সেৱা কৈলে, অভয়পদত শিৰ থৈ সুখে সন্তোষে থাকি আহিছে।

আৰু আতা পৰ্ম্মানন্দে সৈতে আল কৈলে বোলে গুৰুজন কতোবাৰ আহি মাছ পায়হি, কতো শুদা খায়। মাছ কিছু ধৰি জীয়াই থওঁ। গৰৈ নাগুৰ, কাৱৈ আনি জীয়াই থৈছেহি। গুৰুজন গৈ বহিছেহি, শুনে ভিতৰত খুলুক খালাক কৰে। বোলে সখি কিহে কৰে খুলুঙ্গ খালাঙ্গ? জীৱদয়া বোলে বাপ, মাছ কিছু আনি নবীন কলহত জীয়াই থৈছোঁ। বোলে আনাচোন। আনিলে, দেখে মূৰ ডাঙৰ, ইফালে চিচা হৈ গৈছে। বোলে আৰু এনেকৈ কিয় জীৱ বন্দী কৰিছা? মাছে কলহে জনিয়া বিলত মেলানি, ফুৰা হ'ল এটাই। পেলালেনি। ভোজন কৈ আহিছে সুখে সন্তোষে।

আৰু এজোপ শ্ৰীৰাম আতা সৈতে গুৰুজন চোতালতে বহিছে গৈ। আতা বোলে পৰ্ম্মানন্দ, নাও সিঁচাগৈ। বোলে নাও তুলি থৈছোঁ বামলৈ। বোলে চাবাগৈ। বোলে নাও আছে বামত, কি চাম গৈ, নযাওঁ। তেহে খঙ্গকৈ বোলে পাঁচ বাৰ। পৰ্ম্মানন্দে বেজাৰকৈ খাৰাটোলৈ চাটি মাৰি গ'ল। বিলে দেখে ব্ৰহ্মাণ্ডৰ পানী কাউৰি, দৈ কলা, ভেৰা, ৰাম পাৰ, গঙ্গা চিলা, গইবেজীয়া, ঘোফ কলোৱা বটলা, সাতৰূপ হৈ পৰিছে। তাৰ খেদাত তৰতে নাওঁত জাপ খাই সোমাইছেহি। সিঁচি এখৰা ধৰি আনি চোতালত হুৰ হুৰ কৰে বাকি দিলেনি। গুৰুজনে বোলে আগে দেখো নোযোৱাও বোলে, নাও তুলি থৈছিলোঁ বামত? তোম্রাৰ বাক্যত হে হৈছে।

আৰু একবাৰ আএ তাত খানি বৈ আছে। গুৰুজন গৈ বেগত শাল কাটি গুচি আহিল, একো নেমাতিলে আৰু। মৃতৰ পৰীক্ষা আএ বোদে পৰি জোৰাইছে। আতা আহি বোলে কি কৰিছ। বোলে গুৰুজন আহি দেখো তাঁত খানি কাটি গ'লহি। তাকে জোৰাইছোঁ দিনটো। বোলে কিবা

বুইলিনে ? বোলে কি বুলিম, মতাই নাই। বোলে তেনো জোৰা।

আৰু একবাৰ জগতানন্দ ঠাকুৰ চোট ছৱা। আএ ে লিতে শুৱাই পানীলৈ গ'ল। আতাক বোলে লৰাটি ৰান্দে নিকিন চাবা। আতা বাৰী পাচে কোৰ পাৰি মনকৈ আছে। লৰা কান্দিব ধৈলে। কান্দি নিজম দিলে। বোলে তই আহিলিনে ? দেখে নমাতে। আতা আহি দেখে গুৰুজন শিথানতে বহি তৰ্জনি আঙ্গুলিটি দিছে ছপ্ ছপ্ কৰে খাব লাগিছে চুম্পি। আতা পৰি সেৱাকৈ বোলে বাপ, তোম্রা দেখোঁ আৰ বাহিৰ ? আৰো যে তত্বক জনা যায় একা ? বোলে সখি লৰা কান্দিলে এই আঙ্গুলিটি মুখত দিব লাগে। যোৱা নাই। আতা বোলে ঠাকুৰ আহিল, পাগ পাতিলা কত জোৰে, আমাৰ হল ঔশচ ? বোলে সখি তোম্রাৰ যে অশচ, আমাৰো নহয়। দহ প্ৰচেতা জলত তপ কৰোতে উৰ্দ্ধজনেহে নিশ্বাষ ভোজন কৰিছিল। অদ্ধৰ নও জনৰ হৈছিল। তেহে পাগ পতিলা জুৰি ভোজন কৈলে। মাহেকেৰ অন্তে গাগ পতিলা পেলাই কাপৰ কানি নিকাই শুদ্ধি হৈছে।

আৰু একবাৰ একাদশীত গৈ কীৰ্ত্তন গৃহতে বহিছে। আতা আইত কলে বোলে তই সান্দহলৈ যুগুত কৰ। আএ ঢেকী শাল অটাই খলা উধান যত্নকৈ কান্তিতে বহিছে কথা সুখে মহাপূৰ্ণ প্ৰেম ৰহস্য ৰাধাকৃষ্ণৰ, গুৰুজনে গীত কৰি ৰহস্য পৰমানন্দ খেলা সমে চৰ্চ্চিছে। আএ শুনি প্ৰেম ৰসে মজ্জি লোটক ধাৰাসাৰে জৰিছে, চিৰা কুটিবলৈ পাসৰিলে। ভাটিয়ালী ৰাগ—

গোপাল পলায়া আছা মাএ মাৰিবাৰ তৰে।

শ্ৰী—মাই, ভূষণ কৰাৰ হামাৰি।

গৌৰি—ৰাধা কু আগু গোবিন্দ বোলত চাতুৰি।
আসোৱাৰী—গোবিন্দ কু ৰাধা বোল ভবানী
ধনশ্ৰী—মাৱক আগু গোবিন্দ কৰত গোহাৰি।

এই পাঁচোটা গীত কৰিছে সেই বেলা। তেহে কীৰ্ত্তন চৰিত্ৰ সম্বৰিলে। আতা আহি বোলে চাউল কুটা হ'লনে? আএ বোলে সবাকে যুগুতকৈ থৈছোঁ, কথা সুখত জঞ্জাল হৈ কান লৰে বুলি কৰা নাই, হব, এতিয়া কৰোঁ ন্নিমিৰে মই। ৰাগকৈ কেতিয়া কৰ বুলি বাৰি এডাল লৈ খেদা মাইলে। পাছত গুৰুজনো গৈছে খেদি, বোলে নাৰায়ণ দাস, পৰ্ম্মানন্দৰ মাকক মাইলে তোমাকো শুদাই এৰা নাযায়। আতা পাচলৈ চাই দেখে গুৰুজন। পাৱতে ঠাইতে পৈল ঘোষা মাতি—

অপৰাধ বিনাশন তযু নাম নাৰায়ণ
জানি নামে পশিলোঁ শৰণ
আৰ মোৰ নাহি ত্ৰিভুবনে।

বোলে বাপ, দাস ভৃত্যকহে আপুনাৰ নিজ স্বামীএ খেদি যায় এনেকৈ। আমাকো তেনেকৈ ভৃত্যকৈ লোৱা গৈছে জানিলোঁ। বোলে তুমি শুনিব লাগে, পৰ্ম্মানন্দ মাকে শুনিব নালাগে? তেহে আএ ভাজছে। আতা ঢেকি দিলে, পৰ্ম্মানন্দ চোৰ চাতুৰি খেলাৰে ভোজন কৰিছে। আৰু আতা আইত কৈছে বোলে ঠাকুৰ আহিলে সজকৈ ঘৰৰ চাউল দিবি, আনৰ নিদিবি। গুৰুজন গ'ল শ্ৰীৰাম আতা সৈতে। কহৈ ঠাকুৰিয়াৰ আক বুঢ়ী আএ সৈতে আয়াযাতকৈ থাকে। তেৱেঁ ধৈলে আইক বোলে আমাৰো গুৰুজনত একঠি চাউল লগোৱা। বোলে তাৰা আমাক হাক দিছে। বোলে তুও কচি দিওঁহক। ডল্লাত পেলাই আএ সৈতে তিনিবাৰ বাঁচি চাই দিলে। গুৰুজনে পাগ কৈলে। শ্ৰীৰাম আতা

পাত দিছে। বাহ্নিছে। গুৰুজনে বোলে শ্ৰীৰাম সেই খানি কি দেখা। বোলে, বাপ, শামুকৰ ঠুলি খানি। বোলে চাউল পাগ ফুৰা হ'ল, পেলোৱানি। ঠাকুৰ আতা শুনি আইক বোলে ক'ৰনো চাউল দিছিল? বোলে কহে ঠাকুৰীয়াৰ মাকে এমাহো ধৰে। তাতে তিনি বাৰ বাচি দিলোঁ দেখো। বোলে মই হাককে দিছোঁ, কিয় দিয়? খেদকৈ পাগ পাত্ৰ পেলাই পুনৰ দিছে। স্নান কৈ সিজাই ভোজন কৰিছে। ঈশ্বৰ শক্তি দেখাইছে।

আৰু একবাৰ উথায়ন একাদশী দিনা আছে গৈ। শ্ৰীৰাম আতা সৈতে গুৰুজন কীৰ্ত্তন গৃহতে শয়ন কৰিছে। ব্ৰাহ্ম মূহুৰ্ত্তে উঠি গৈ বাজৰতে এক ভাৱ গীত কৰি মাতিছে—

উঠৰে উঠ বাপু গোপাল হে
নিশি পৰভাত ভেল নাৰায়ণ।

চোঅত থৈ যশোৱাত চিয়াদি। আতা উঠি আহি পাৱত পৰি কান্দি অনেক কাতৰ, কৈ আনন্দ সুখত মজি দুই দণ্ড হ'লগে।

আৰু একবাৰ গুৰুজন গৈ আতা নাইকাত আএ চাউলটি সিজাইছিল দ্বাদশী, শিৱানন্দ ঠাকুৰ, বহা চোতালা আছিল। পান জুপি চিঙ্গিলে। ঠাকুৰক ধৰি পুৰুষাতি কোব এটা মাৰিএ, চাউল উতলিছিল, সোমাই দলি মাৰি ফুলাই গুচি আহিল শ্ৰীৰাম আতা সৈতে। আএ অৱসৰ কৈ চক্ষু লো তুকি পাগ পতিলা পেলাই লিপিছে। আতা দাসী দাসে পথাৰতে পালেহি দুপৰীয়া। দেখি বোলে কি হল? দেখো পাগ পাত্ৰ দূৰ কৈলি? বোলে কি সোধা যায়? গুৰুজন আহি দহো পান জুপিও চিঙ্গিলে, লবাটোকো মাইলে, চকটিও ভাতে পানীএ ভাঙ্গি গলহি। তোম্রা খেলা কুষিত, নিতান্তে নেযায়, কিবা অপৰাধ পাই দোষ গুণে দণ্ড

কৰি গ'লহি। বোলে তই কিবা বুলিলি নে? বোলে ভয়ত চুকত সোমাই আছিলোঁ। অত্ৰাহি হৈ, কি বুলিম? বোলে মই মহাপাপী, সদা সৰ্ব্বদা তাবাৰ চৰণ পাসৰিবই নেপাওঁ, তেওঁৰ মায়া সেৱা চোৰ পাই পাসৰাই ঘুৰাই লৈ ফুৰাইছে।

"কৰিছোঁ দোষ মই পাপী চণ্ড।
বিহিলে ইহাৰ উচিত দণ্ড।"

আতা স্নানকৈ তেনেই ৰ'ল, কি কৰিব? জিৰাই আছিল। গুৰুজনো উপাসে আছেহি, দুগ্ধ, চিৰা, চেণী, কল, বাটি সজাই চাই আছে বাটলৈ। দেখি আগবাঢ়ি গৈ স্নান কৰাই শ্ৰীৰাম আতা সৈতে তিনিওজনে আনন্দ সুখত ভোজন কৈ বোলে সখি, আজি তিনি কাঠ শৰ মৰা হ'ল, কি উমান পালা? বোলে বাপ, দুকাঠৰ উমান নাপালো, একাঠ কাণৰ গুৰিএ সোঁ সোঁৱাই গ'ল। লৰা পথকৰা দুপৰীয়া দ্বাদশীয়া ভাত কেটা গুচিল। বোলে সো সোৱাবই নো লাগিল কিয়? সেই খিতে গুৰুজনে একভাএ ঘোষা চাইটা মাতি প্ৰাৰ্থনা কৰিছে দোষ মৰিষণ—

(১) "মই দুৰাচাৰ" (২) "তুমি মোৰ অন্তৰ্য্যামী"
(৩) "অপৰাধ বিনাশন" (৪) "তুমি চিত্ত বৃত্তি মোৰ"

আৰু একবাৰ শ্ৰীৰাম আতা সৈতে গৈছে গুৰুজন। দুটা সমান বাটি জগতানন্দ ঠাকুৰে সুমালে। আতা একো-ৰূপে উলিয়াব নোৱাৰি এটা ভাঙ্গিবলৈ আইলে। দেখি গুৰুজনে বোলে সখি নাভাঙ্গিবা। বোলে মই একোৰূপে উলিয়াব নুৱাইলোঁ। বোলে পান্নী এচক আনা, তাতে উবুৰিয়াই দি জোকাৰাচো দি জোকাৰিলে দুটাই ওলাল। বোলে বাপ, তোত্ৰাৰ পৰাহে বাটি ৰ'ল, কৰ্ত্তা পুৰুষেহে সৃষ্টিৰ মোল বুদ্ধি জানে।

আৰু একবাৰ গৈ আছে। শ্ৰীৰাম আতা সৈতে গুৰুজন কীৰ্ত্তন গৃহতে হৰি কথা সুখে আতাৱে বহিছে। পুৰ্ষোত্তম লস্কৰ বেটা জিনা ৰাম ছৱা পৰ্ম্মানন্দ জগতানন্দ সৈতে উমলিছে। আএ কলা-খাবলৈ দিলে, গোটে গিলি পঠালে। বুকত লাগি উশাহ নেপাই সেইতে ঠৰমৰ খালে। আতা দেখি অত্ৰাহি হ'ল। বোলে লোকৰ লৰা কল দি জগৰ লগালে। গুৰুজনে বোলে সখি গলধনতে বৰকৈ ভুকু মাৰাগৈ। আতা বৰ ভুকু মাইলে, ওলাই উফৰি পৈলগৈ। বোলে বাপ, তোম্ৰাৰ অতনো বুদ্ধি চলে একা ?

আৰু একবাৰ শ্ৰীৰাম আতা সৈতে গুৰুজন গৈ আতা সৈতে বৈকুণ্ঠৰ প্ৰেমানন্দে খেলাত সুখে সন্তোষে বহিছে। কৰি খেদিছিল, শিৱানন্দ ঠাকুৰ একৰা নাকত সোমাই একো ৰূপে নোলায়, উশাহ নিশাহ নেপাই ছৱা বিশ্ৰেষ্টা হ'ল। আএ কান্দিব ধৈলে। তেহে গুৰুজন গৈ আকন এঠা খৰিকাৰেই নাকে দিলে হাঁচি মাইলে, ওলাই উফৰি পৈলগৈ। আতা বোলে বাপ, তোম্ৰা পৰমাৰ্থ যি সৰ্ব্বতত্ত্বক জানে, বিষয়ৰো এই ভোৰবো ভু পায় বুলি আজিহে জানো।

আৰু একবাৰ গৈছে, শ্ৰীৰাম আতা সৈতে গুৰুজন। আতা পদুলি মুৰতে চাই ঢাপকৈ দি গজোৱা সোন্দা, মালভোগ, বৰতমণি, গোবিন্দ, তুলসী, বগীতৰা, পুৰা, এনে কল ৰুইছে, ঠোক মেলিছে, কতো আধা চলিয়া হৈছে, কেহো তিল মেলিছে। তাতে আতা কোৰ পাৰিছে। দেখি বোলে সখি, কি কৰিছেনো ? তেহে আতা অভয় পদ পঙ্কজত পৰি সেৱা কৈলেহি বোলে, বহি নাম সেৱা কৈ দিহা বুদ্ধি দি লৰাইতক কৰাব লাগে, তোম্ৰা এভোৰকে হাই ফাই কৈ থাকে। বোলে বাপ, মইনো কাৰ ভৃত্য দাস, তোম্ৰাৰহে। কালৈনো কৰোঁ ? এ আপোনাত আৰে দুটি পাত, পচলা, খাৰ কচু

ফুল লাগিবলৈহে পুৰুষাৰ্থ কৰিছোঁ? বোলে আমালৈ হে কৰা গৈছে? বোলে আৰু নো কালৈ তোম্রাত পাবে? মোৰ পৰম বান্ধৱ উপকাৰী শ্ৰীশঙ্কৰদেউ দেখাই গৈছে। বোলে, শ্ৰীৰাম দা খান আনা। আমাৰ হে যদি অত দুখ দিএ সখিক। দিলেনি। একালৰ পৰা জুৰি কাটি নিছে দপৰি। আতা দেখে কন মাৰেহে। বোলে বাপ, সেৱকলৌ কৰিছিলোঁ। বোলে ভকতৰ হলে মই গিৰি নহওঁ।—

যিজনে ফুৰে নাম সুমৰি।
তাৰ পাচে পাচে ভ্ৰমন্ত হৰি॥”

এনে ভকতৰ হলে আগে নোকোৱা কিয়? তেহে গৈ আনন্দ সুখে ভোজন পাতি কৈ আহিছে গধূলি।

আৰু একবাৰ গৈছে গুৰুজন শ্ৰীৰাম আতা সৈতে। আতা বেঙেনা, মৰিচ, কাকিৰল, লাই, লফা কৰিবলৈ কোৰ পাৰিছে। দেখিএ ৰত্নাৱলীৰ পদ মাতিছে।—

“বিষয়ত অতি আশকতি ভৈল যাৰ।
কৃষ্ণক পাইবাৰ আশা নিবৰ্ত্তিল তাৰ॥”

সখি আৰে দৃষ্টান্ত দিছে।

“যেন বায়ু পূবক বস্ত্ৰ লৈ যায়।
পশ্চিম খেদিলে সি কি বস্ত্ৰ পায়॥”

তেহে আতা কোৰ মুৰ ওপৰে তিনি পাক ঘুৰাই দলি মাৰি আহি অভয় পদত পৰি সেৱাকৈ বোলে—

“সংসাৰ সাগৰে আমাক উদ্ধাৰ কৰিবেক যিটো জন।
পৰম কৃপালু বান্ধৱ তোমাতে লৈলোঁ শৰণ॥

তেহে গৃহে নি খুৱনকৈ ধুৱনকৈ সুখে সন্তোষে বহি আতা বোলে বাপ, মোৰ গতি কি লব, বিষয়ৰ ইন্দ্ৰিয়ৰ বৃত্তিএ মনক আক্ৰমিলে দহো? তেহে গুৰু বোলে সখি, উদ্ধৱত কৃষ্ণে কৈছে—

"বিষয়ত আতি আশকতি নাই যাৰ।
সাধু সঙ্গ লৈয়া কৰে আমাক বিচাৰ ॥
সৰ্ব্বধৰ্ম্ম এৰি মোৰ ভক্তিত তৎপৰ।
মোহোৰ সম্মতে সখি সেহিসে ঈশ্বৰ ॥"

তোম্রা মোৰ পৰম ঈশ্বৰ, তোমাক কি কৰে বিষয়ে, হাতীক যো মকৰা জালে বাখে ?

আৰু একবাৰ গৈছে শ্ৰীৰাম আতা সৈতে গুৰুজন। আতা অভয় পদত সেৱাকৈ চায় দোহাটি হত হৈছে, আতা জাতিছে আএ তৈল দিছেছি খুৰিত কৈ আতা শিৰৰে পৰা উৰুলকে তেল দিছে, আএ সেৱাকৈ পাৱত দিছে শ্ৰীৰাম আতাক দিবলৈ ধৈলে, নিদিএ একোৰূপে। তেহে গুৰুজনে ঘোষা মাতিছে—

ভক্তৰ সেৱাই ঈশ্বৰ সেৱা

যিহেতু চৈতন্য কৃষ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
এতেকে ইন্দ্ৰিয়গণ ভূত, প্ৰাণ বুদ্ধি, মন,
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি ॥"

এ শ্ৰীৰাম, কি কেৰমেৰ কৰ ? তোমাক মোক দিএ কৰেনে ? এই দুইএহে চিত্ত আত্মা, এই বস্তু এৰিলে জড় ইন্দ্ৰিয় এতিয়াই মৰা শ হয়, দেখিলে স্নান আহে। এতেকে আপুনি আপুনাক বন্দে, তোমাৰ কি হ'ল ? এই মনে মানা গা এৰাই।

আৰু একবাৰ গৈছে গুৰুজন শ্ৰীৰাম আতা সৈতে চোতালত থিয় দিছে। আতা বাৰীত কোৰ পাৰিছে। আএ আঁঠু লৈ আসন দিছেহি বোলে মোৰ ঠাকুৰক মাতাচোন। তেহে আএ লাজে ভয়ে তললৈ মাথা কৈলে, ক্ৰোধ ভাৱে বোলে নামাত নামাত চোন, মাত। আএ উপায় নেপাই গুৰু বাক্য পৰে দেখি লাজ কাজ মৰ্য্যদা এৰি একভাৱে বোলে ঘলৈ অহাৰক, তোম্রাক গুৰুজনে মাতে। তেহে মতাএ

শ্ৰীৰাম আতা সৈতে গুচি আহিল। আতা বাৰীতে আহি বোলে কোনে মাতিছিল আমাক ? আএ পাৱতে পৰি প্ৰেম জৰি গদ গদ বাক্যে বোলে তুইবাৰ গুৰুজন আসি মাত মাত খঙকৈ বুইলে। উপায় নেপাই গুৰুবাক্য পৰে দেখি লাজ ভয় এৰি তোমাক হৃদয়ত লৈ দাসীএ মাতিলোঁ। আতা পৰম স্নেহ একভাএ লৈ আলিঙ্গি চুম্বন কৈ বোলে মোক আজি তুমি বৰ ভাল ৰাখিলি। আজি যদি লাজে ভয়ে নামাতিলিহতে, মোৰ গুৰু বাক্যহে পৈলহতে, নিচয় তোক চাৰিলোহঁতে। ভাল আজি মোক ৰাখিলি, তিনিও তত্বত বলি। ধন্য ধন্য, ভাৰ্য্যা নহ মোৰ সঙ্গী। পাচ বেলা আতা ভোজনকৈ গ'ল। তেহে গুৰু জনে গুৱা শৰাই আগত দি ঘোষা কৰি মাতি প্ৰাৰ্থনা কৰিছে—

“দাস হুয়া তযু সেৱা নকৰিলোঁ হৰি
তোমাক পৰম ঈশ্বৰ নমানি হৰিএ—
এই অজ্ঞানীৰ যতেক অজ্ঞান হৰি এ”

আৰু অকদিনা আতা পৰ্ম্মানন্দত সুধিলে, বোলে তই ইষ্ট মিত্ৰ আশা ক'ৰবাৰ কৰিছনে ? বোলে আতা, দহবাৰ জনেৰে—লালনা আশাকৈ আছোঁ। একদিনা আতা বাৰী চুককিছে। গাত এটা কৈ জাবৰে সৈতে পুতি কলা বাৰণি এডাল গৰুলাজ ক্ৰমে উলিয়াই থৈ পৰ্ম্মানন্দক আতা মাতিলে, বোলে উপা বেগাই খৰকৈ আছে। গৰুটি মাইলোঁ, অতে পুতি থৈছোঁ, জগৰহে লাগিল, দণ্ডো লব, যা লৰ মাৰ, তোৰ ইষ্ট মিত্ৰত কৈ মাতি আনগৈ, কি বুদ্ধি দিএ সোধগৈও। ঠাকুৰ আতুৰ হৈ লৰি লৰি লৰি গৈ কলে, কতএ কলে আতা জনা বুজা লোক কি কৈলে ? কেহো বোলে ভাত খাই যাওঁ বলা। কতো বোলে ব'লা যাওঁ; কেহো বোলে যি কৈলে কৈলে, প্ৰাচিত হৈ বৰ সভা কৰুক, কতো এ বোলে ক'তো নকৰ,

কেহো বোলে গৈ নো কি কৰিম গৈ। এই ক্রমে সবেও বুইলে কলে। কেও নাহিল। ঠাকুৰ বিমন হৈ আহি হেলাই-হেপাই পালেহি। আতা বোলে কি কৈলি পা, নাহিলনে কেও? বোলে আতা সবাকে কলু গৈ, এই এই ক্রমে বুলিলে, নাহিল। বোলে এই হে ইষ্ট মিত্র আশা ভাৰষা কৰিছ, মোৰ ঠাকুৰত কৈছিলি নে? বোলে নাই কোৱা। তেনো যা লৰ দে কগৈ। লৰি গৈ পাই দ্বাৰ মুখতে আঠু লৈছেগৈ। গুৰুজনে চাউলটি সিজাই বাৰী খতিলা সামৰি হাত পা ধুই গৈ চলাটিত বহি তিনিটি আঙ্গুলিৰে অনকেটি তুলি নিওতেই পৰ্ম্মানন্দক দেখি এৰি বোলে পৰ্ম্মানন্দ দহো, কিয় পঠাইছে সখিএ, কিবা হৈছে নে? বোলে বাপ, চাউল লক কম। বোলে ক কি হৈছে? বোলে আতা এটি লোকৰ বৎস কোব মাইলে, মৈল। তাকে কব দিছে; কি হব? বোলে তেনো আমি হে প্রাচীত হব লাগে। অল্প হাস্যকৈ বোলে বল উপা বাপেৰে গৰু মাৰিছে, তাকে কৈছ হি? এই বুলি শ্রীৰাম আতা সৈতে গৈছে। ত'ত আতা দুগ্ধ, চিৰা, চিনি, যুগুতকৈ থৈ আগ বাঢ়ি আছে হি। গুৰুজন পালেগৈ। আতা অভয় পদত সেৱা কৈলে। বোলে দহো পৰ্ম্মানন্দে মাতিছে বুলি কৈছেগৈ। বোলে বাপ হয়, ইয়াৰ হুন্থু ষাঠি জন ইষ্ট মিত্র আশা কৰিছে, তাৰ প্রমাণ কৰা গ'ল। গৈ স্নানকৈ তিনিও জনে প্রেমানন্দ সুখে সন্তোষে ভোজনকৈ আতা প্রার্থনা কৈ ঘোষা মাতিছে—

ইষ্ট-মিত্রৰ পৰীক্ষা

"কতনো অমোঘ···"
"কিনো অপৰাধ···॥"

অনেক আদৰকৈ আতা আগ বঢ়াই থৈছেনি।

আৰু একবাৰ শ্রীৰাম আতা সৈতে গুৰুজন গৈ মহা প্রেম ৰহস্য নিগুৰ্ণ সুখত পৰীক্ষা কৰিছে। আতা পাচ বেলা গৈ

গুৰুজনৰ পাৰত পৰি কান্দিব ধৈলে। ভালেহে গোপী আই সবে বোলে" পতি পুত্ৰ এৰি ভৈলো চেৰী—

কিনো মতে প্ৰভু গৈলা এ
কিনো নিকৰুণ নাৰায়ণ
কিনো বজ্ৰে বান্ধিলেক হিয়া,

আমি দাসৰ এই মানতো চিত্তক নাপালে আত পৰীক্ষা কৰিব লাগে। তেহে গুৰুজনে পৰম সন্তোষ হৈ কৃপা জন্মি শেষ অন্ত কালৰ পৰম তত্ত্ব ৰহস্য সৰ্ব্বস কীৰ্ত্তন কৰিছে। এই কুৰিবাৰ ঠাকুৰ আতাৰ গৃহে গৈছে। আকে সূক্ষ্ম সি ৰাজ্যে অনেকবাৰ যোৱা কয়। মহা প্ৰেম, কেৱল ৰস, পূৰ্ণৰ খেলা এই লীলা চৰিত্ৰ। কুৰিবাৰ ঠাকুৰ আতাৰ গৃহলৈ গমন

আৰু এদিন ঠাকুৰ আতা আহি শ্ৰীৰাম আতাৰ বহাতে জাপী, লাঠি থৈছেহি। আতা পাও ধুৱাই গামচাৰে মচি কটিত থৈ গুৱাপান দিএ, কাটি খাই, আতাকো দিএ, গুৰুজন ভলৈ তেহে যায়। এই ক্ৰমে প্ৰতি দিনে সেৱা ধৰে শ্ৰীৰাম আতা। এদিন পাও ধুৱাইছে, বিৰিনাপাতে কাটিলে, তেজ নৰয়, তাতে বাৰৰ মাটি দিছে। গুৰুজনে দেখি বোলে শ্ৰীৰাম কি হৈছে সখিৰ? বোলে বাপ; বাটত আহোঁতে বিৰিণা-পাতে কাটিলে, তেজ নৰয়, তাতে বাৰ মাটি দিছোঁ। বোলে মন্ত্ৰ গাই ধৰণী ধৰি দিয়া ৰব। বোলে বাপ নেজানো যে। বোলে জানা শ্ৰীৰাম নামে নিজ সমস্ত মন্ত্ৰৰ গুণ বীৰ্য্য। বোলে নামেই মন্ত্ৰ সখিৰ খাগুাৰ কাৰণ আছিল, মোৰে শ্ৰীশঙ্কৰ দেৱৰ সেৱাত খণ্ডিল, তেও এই খানি চুই গ'ল। শ্ৰীৰাম আতা চাৰা নিশা উস্ আস্‌কৈ বাজ ওলায়, ভিতৰ লোমায় এনেকৈ আছে। পূবে বেণু দিলতে দা কোব লৈ গ'ল। বব পেটাৰ পৰা একেবাৰে মনথৈ লকে ছুফালে দুখান কোৰ পাৰি চাৰি হাতে চাচি গ'ল। আহোঁতে দাবে ছুফাল উলু বিৰিণা টঙ্গা কাটি

চলাই আহিল নাম গাই। গুৰুজনে বোলে আজি দেখো শ্ৰীৰাম নাই, কলৈ গ'ল? হৰি আতা বোলে বাপ, তাৰা বৈকুণ্ঠৰ পথ চাচি গোৰ চুই ভকতি কৰিছে গৈ।

তেহে গুৰুজনে সন্তোষ হৈ ঘোষা কৰিছে—

"অজ্ঞান আন্ধাৰে, পৰীয়া জীৱৰ, জ্ঞান পথ ভৈল নাশ।
নাম অঞ্জনীয়া, বিনে আনমতে, নপায় হৰিৰ পাশ॥"

"াাতা আহি স্নান গুৰুসেৱা কৈলেহি। চাউল সিজোৱা দি বোলে এনে অঞ্জনীয়া গুৰুৰ সেৱাতহে হৰিক পায়।

আৰু একবাৰ ভাদ্ৰৰ গুৰু কীৰ্ত্তনত গুৰুজনে নাট, সূত্ৰ, গীত চো কৈ দিনত ভোজন বেহাৰ কৈ নিশালৈ দধি-মথন পাতিছে। প্ৰাতসে আতা পৰ্ম্মানন্দে সৈতে আহিল। শ্ৰীৰাম আতা বোলে বাপ, আপুনি অহা যায় বাৰে বাৰে আও চাবলৈ নেপায়, এবাৰো। আমি এইবাৰ ঘৰ ৰাখো গৈ, আও চকহি কীৰ্ত্তন যাত্ৰা। গ'ল। আতা দেখি আও বোলে শ্ৰীৰাম আহিছা দেখো। বোলে আই আমি ঘৰ ৰাখোঁ, তোম্ৰা কীৰ্ত্তন যাত্ৰা চকগৈ। বোলে বুপা, বাৰু তেনো। আই আহিল, কোচতে ছৱা, আগতো লৰা, গৈ পাই কান্তিতে বহিছেহি। আতা গৈ বোলে দেখোঁ আহিলি, ঘৰ একা? বোলে শ্ৰীৰামটি গৈছে, তেওঁকে থৈ আহিছোঁ। আতা পাচতে কোৰ লৈ চোতাল বাট ঘাট বিললকে বাৰী পাচ চোতাল কৈ খলা চাঞ্চি চুৰুকি সাৰি, মচি চোতাল ঘৰ ধৌত কৈলে বঙ্গা মাটি দি। আতাৰ কৈ সনাৰ মুখ·হাত ধোৱা, আইৰ বেলেগ কৈ সনা মুখ হাত ধোৱা কৰি বহাদি মচি থলে, গা ধোৱা আতা আইৰ ভিনে গাতকৈ পাট পাৰি দিলে, মাটি পানী ঘহিবলৈ পাট পাৰি মাটি থলে। পানী আনি খাৰ সতাত জল দিলে, চাউল ধুই থলে। কৰিও আটাইছে, গধূলিও হৈছেহি, আইও পাইছে গৈ। বাটলকে আগ বাঢ়ি

শ্ৰীৰাম আতাৰ সেৱা

গ'ল। আএ বোলে বাপু, কোনো দ্ৰব্য খানিও দিবলৈ না পালোঁ। লৰালৰিকৈ আহিলা। বোলে নালাগে মাতৃ যক। তেহে পামগৈ। পৰেও দিব নিম। এই বুলি আতা দাউৰি আহিল। আএ আহি দেখে ঘাট বাট চৌতাল ধৌত কৈলে। পাচ ফালে চাই বাৰী চোতাল কৈ সনা মুখ হাত ধোৱা কৰি মচি থৈ চৰু আগে চায়, সবে কৰি থৈছে। কাপৰ পাতি পাত নি চায় তিয়াই জুতি কৈ থৈছে। গুলাই গালে মুৰে হাত দি বহি বোলে মই কটাক্ষীএ কেলেবা গলু, এনেকৈ ছলিলে, এই বুলি দুখকৈ আছে। তেহে আতা আহি পাই বোলে কি কৰিছ? বোলে কি সোধা যায়? আজি আৰু আমাৰ একো ৰক্ষা নপৈল। বোলে কি হ'ল? বোলে শ্ৰীৰামে গোটে একো কৰিবলৈ নথলে। মুচুব নকৰিব লগাকো চুই কৈলে। বোলে কি অসন্তোষ কৰ এতিয়া? শ্ৰীৰামে জানো ঘৰ ৰাখিবলৈ আহিছিল? আকে কৰিবলৈহে আহিল? তেওঁ খেদকৈ উপাসে পৰি ৰ'ল। কি কৰিব? পূৱা ভোজনকৈ আহি গুৰুজনত কলেগৈ, বোলে শ্ৰীৰাম কালি ঘৰ ৰখোঁ বুলি গৈ একো নথলে আৰু, সকলো সৰ্ব্বস্ব লুট কৈ আনি। শুনি সন্তোষ হৈ স্নেহত গীত কৰিছে ৰহস্য অন্তৰ বোধে—"ৰামক বাণী জপহু মন ভাই।"

আৰু একদিনা আতা পৰ্ম্মানন্দক মাৰিবলৈ খেদা মাইলে বাৰি লৈ। ঠাকুৰে লৰ মাৰি বাগি লৈ বোলে তুমি মোক খেদা হে মাৰিব নপৰা। মই ভকত পূৰে সেৱ তুমি আদ খনীয়া আদসেৰহে, কিয় খেদা? তেহে আতা স্নান ধূলা লৈ তেনেই আহিল গুৰুজন ঠাইলৈ। পাই অভয় পদত সেৱা কৈলেহি। গুৰুজনে মুখলৈ চাই বোলে সখি ভোজন কৰা নাই হবলা, মনটি দেখোঁ কষ্ট? বোলে বাপ, আজি পৰ্ম্মানন্দে এনেকৈ বুইলে, নাইকৰা। তেহে দুগ্ধ, চিৰা,

ভোজন কৰাইছে। ধঞ্জয় আতৈক পঠাই পৰ্ম্মানন্দক নিয়াই বোলে মোৰ সখিহে আদখনীয়া বোলে হয়নে? সখি যো আদ সেৰ মোৰ শ্ৰীশঙ্কৰদেউ যাক পূৰে এঘৰকৈ গৈছে? সেই বেলা ঘোষা মাতিছে—"বেদৰ গুপুত বিত নাৰায়ণ এ দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত। আদি অন্ত জন্ম মৃত্যু শিশু যুবা জৰ নাই, আনাদি শ্ৰীৰ পূৰ্ণব্ৰহ্ম সনাতন পুৰুষ-কহে তেনেকৈ বোল? বোলে বাপ, অন্তৰ বোধে হয়, তেও আমি মল চক্ষুৰে নৰ ভাও দেখাক লৈ আতা বেহা বাণিজ্যত আঢ়ৈ কুৰি বৰ্ষ গ'ল। তেহে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক লগ পাইছে চুনাপৰাত। আমি তাৰাৰ বীৰ্য্যত হন্তে গৰ্ভৰেপৰা ভকত নহওঁ? এতেকে পূৰে সেৰ আমি, তাৰাক আদখনীয়া আদসেৰ বুলিবৰ হয় বাপ, দাসে। গুৰুজনে বোলে সখি পৰ্ম্মানন্দক উত্তৰ কৰা যক। মই উত্তৰ নপালো, হৰাল। তোমাক আমাক ঘটালে। তেহে পিতা পুত্ৰক সম্বোধনকৈ পঠালে বোলে আন কালৈ নুবুলিবি।

আৰু আতৈ সবে ইজন সিজনে কয় গুৰুজনত বোলে বাপ, আতা আৰু গৃহ, বাৰী, খেতি, কৰি, ভাৰ্য্যা, পুত্ৰ, দেহৰ ফালেহে প্ৰবল হ'ল। ইফালে অৱহেলাকৈ শ্ৰদ্ধা এৰিলে এহেলৈ। গুৰুজনে একদিনা শ্ৰীৰাম আতাক বোলে যোৱাচো সখিএ কি কৰিছে? আতা গৈ দেখে তিহ, চিৰাল তলিত কোৰ পাৰিছে। পাচতে শুনে নিজ যশ, ৰস, গুণ, চৰিত্ৰ, গাব লাগিছে, পূৰ্ণৰ খেলাতে আছে। শুনি প্ৰেম জৰি বিস্ময় হৈ পাৱত পৰি সেৱা কৈলে। তিহ পাচোটি দিছে গুৰুজনলৈ। আহি গুৰুজনক দি সেৱা কৈলেহি। বোলে শ্ৰীৰাম, সখিএ কি কৰিছে দেখিলা? বোলে বাপ, আতা যি খেলাত আছে কম কি? মুখে নাম কৰ্ণে কথা মনে ৰূপ চিতে পাদপদ্ম বুদ্ধিএ নিয়ে হন্তে কৃত্য, তোম্ৰাক

হৃদয়ত লৈ ব্ৰহ্ম মুহূৰ্ত্তৰ পৰা নিশা দুপৰ চাই শৰণ লৈ গুণ চৰিত্ৰ যেতিয়াৰ ভাও কাৰ্য্য গাব লাগিছে। আতা আপুনাৰ চৰণতেহে আছে, তত যি দেহহে, জীৱ অ'তহে। তেহে গুৰুজন হৰমোহনৰ কীৰ্ত্তন মাতিছে, দৃষ্টান্ত দিছে গীতো কৰিছে।

যিজন ভকতি হীন, যি দেখে হৰিক ভিন, হৰিৰ মায়াএ তাক মোহে……

এ শ্ৰীৰাম তোমাৰ আছে গুণে হে তুমি মোৰ সখিৰ গুণক দেখিলা, যাৰ নাই মহাগুণ লোকৰো দুৰ্গুণ হে দেখে।

অধমে কেৱল দোষ, লৱয়, মধ্যমে গুণ দোষ লৱে কৰিয়া বিচাৰ।

উত্তমে কেৱল গুণ লৱয়, উত্তমোত্তমে অল্পগুণ কৰয় বিস্তৰ॥

ৰাজসুইত কৃষ্ণে ভকত চাব দিওঁতে গাৰ গুণ দুৰ্য্যোধনে নেদেখিলে, দুষ্টহে পালে, যুধিষ্ঠিৰে সবাকে হৰিময় দেখিলে, হৰে অল্প গুণকে বিস্তৰ কৈলে, দক্ষে দোষকেহে কল্লিলে। দুগ্ধ থালিত মাখি পিপৰাটো পৈলেই চক নেপেলাই বাচি খালে হয়।

"নাৰায়ণ কৈতো গুণ জানব তোই।
কৰহু কৰণা নাথ মোই॥"

আৰু একদিনা ঠাকুৰ আতা আহি ৰ'ল। শ্ৰীৰাম আতাক গুৰুজনে বোলে পাৰাবাসী কেনে সুখে আছে চুপে চাই আহাঁগৈ। আতা গৈ বাজৰতে শুনিছে। আএ ছৱা চলি ঘুমাই চাউলটি বহাই খেদ কৰিছে—এ মই অভাগী গৃহ অন্ধকূপে পৰি ৰলো আজি, আমাৰ ঠাকুৰ আছেগৈ। গুৰুজনে অমৃতৰ ভাণ্ড মেলিছে, আমাৰ তাৰা দক্ষিণে বহিছে, শ্ৰীৰাম আতা পুবে, হৰিহৰ আতা পচিমে, বুঢ়া আতা উত্তৰে, ভবানী পুৰীয়া আতা নৰিতে, দখিনৰ আতা বাবে, বেহাৰ আটা

অগ্নৌ, ভাটৌকুচীয়া আতা ঐশান্যে এইক্রমে দশ দিগপাল ভক্তি সৰোবৰে ৰাজহংস বহিছে, ব্রহ্মসভা দিগপাল দৰে। আনো ভক্তচয় ভ্ৰমৰে অনেক শাৰীহৈ মধুপান কৰিছে, মোৰ মহাপুৰুষে গুৰু মধ্যে বসি কীৰ্ত্তনকৈ মুখ পদ্মে বাটি দিছে। মোৰ আতা আতৈ বন্ধু সবে ঢোকা ঢোকে গণ্ডগোলে কৰ্ণপদ্মে পান কৰিব লাগিছে।

মই অভাগীহে পৰি ৰৈলোঁ। মোহ পাশ নিহলত হা হা কি দৈব বিধি বিড়ম্বিলে। তেহে শ্ৰীৰাম আতা শুনি আছে খেদ প্ৰেম ভক্তি, আশ্চৰ্য্য অদ্ভুত হৈ লোম শিহৰি দ্ৰবি প্ৰেম জৰি পাচ ভৰিকৈ মনে কোটিবাৰ নমস্কাৰ কৈ আহিল। গুৰুজনক সেৱা কৈলেহি। বোলে শ্ৰীৰাম, কেনে দেখিলা শুনিলা? বোলে বাপ, আইৰ প্ৰেম, খেদ, ভক্তি এই মুখে কৈ অন্ত নেপাওঁ, এনে কাৰ্য্য কাৰ্ধনা দেখা শুনা নাই সপ্ৰেম ভক্তি, এইৰূপে ভাবি খেদ কৈছে। তেহে গুৰুজনে সন্তোষ হৈ বোলে দ্ৰৌপদীৰ ভক্তিয়ে পাণ্ডৱৰ বশ্য হৈ ৰথৰ সাৰথি হল, আমাকো বাঢ়া বাহিৰ ভক্তিএ বশ্য কৈলে।

আৰু একদিনা পৰ্ম্মানন্দে সৈতে আতা গৈছে। গুৰুজনে দেখিএ বোলে ভকতৰ মুখৰ পৰা কাঢ়ি খাবলৈ বাপেক পুতেক দুয়োটা পালেহি। শুনি আতাৰ মনত বেজাৰ লাগিল। আন খন আতা নাম গায়, ঠাকুৰে চাউল সিজায়। সেই দিনা নিদিলে সিজাব। নাম গাই গুৰুজন বাট ঘৰতে বহিছে। আতা সেৱাকৈ যায়। গুৰুজন বোলে সখি কিয় যোৱা? বোলে বাপ, দুটাই আহি সদায় ভকতৰ মুখৰ কাঢ়ি খাই থাকেহি, তাতে খালে ধুকাবহে, নখাওঁ আৰু যাওঁ। বোলে দেখো এই মানেই বিঙ্কিলে। ঘোষা মাতিছে—"ৰামকৃষ্ণ নাম অভেদ কবচ সদায়ে যিটো পিন্ধয়।

তিনিগুণ বৃত্তি অস্ত্ৰৰ প্ৰহাৰে তাক আৰ নিবিন্ধয়॥

বোলে যা পৰ্ম্মানন্দ চাউল সিজাগৈ। সিজাই ভোজনকৈ গৈছে সুখে সন্তোষে।

আৰু দেউৰী কৃষ্ণাই আতৈক গুৰুজনে সঙ্গ কৈলে, আগলৈ নোলাই ভয়ত ঠাকুৰ আতা ততে পৈলগৈ, বোলে বাপ গুৰুজনক মাতক, আমালৈ যেন সদয় হয়। আমাৰ কি আছে কি দিম? তোম্রা যলকে পাচে তলকে যাম, লাগে মৰিবলকে হয়। তেহে আতা নি গুৰুজনক মাতিলে। সন্তোষ হ'ল। শ্ৰীৰাম আতাৰে কৃষ্ণাই আতৈৰে মাজতে ঠাকুৰ আতাৰ বহা। ষেতিয়া হয় থাকে। পুহ মহা ডাৱৰ। সেই দিনা যাব মুৱাইলে, শ্ৰীৰাম আতা কৰি মেলি দিলে, চাউল সিজাইছে বোলে কৃষ্ণাই চাউল বহালোহয়, পাত নাই। শুনি শ্ৰীৰাম আতা দিলেহি, তাতে বাঢ়িছে। তেও পাত থুইছেহে। বোলে কৃষ্ণাই আমি দিনতে দেখিছোঁ তোমাৰ বাড়ীতে পাত এখানি মেলিছে, তিয়নি পিদ্ধি আনি দিয়া, বুৰ দিবা নানাইঁতে পানী দিব এৰোঁএ। মাতিবৰ শুনি সেইতে নিতাল মাইলে গা ধুবৰ ডৰে নেমাতেই। আতা ভোজন কৈলে। শ্ৰীৰাম আতা পাত পেলালে। মুছুদি কৈ কৃষ্ণাই আতৈক মাতি আনি বোলে ৰৈচাৰি পো, কিয় মিছা কথা ক তাহানি? বোলে দেখো মৰিবলৈ পঁচা নাই তেকে। লাগিলইঁতে বুৰটোহে, তালকে দহো সহিব মুৱাইলি? বোলে এই পুহ মহা আন্ধাৰ নিশা ডাৱৰ জাৰত ভকতক গা ধুৱাই পাত অনাই ভাত খাম? এৰিলেও নকৰাও। তেও যে তই যাম বুলি গাত লব মুৱাইলি মৰিবলৈ যোৱৰে এই হে চিন? তেহে ঘোষা মাতিছে—

বচনে কেৱলে মাত্র হৰিত শৰণ লৈয়া
চিত্তে আন দেৱক ভজয়।
জানিবাহা কদাচতো সিদ্ধি সিটো নলভয়
হৰি তাৰ সন্তোষ নহয়॥

আৰু এটা লোকে আসন ভিৰি আলগতে যায়, ছায়া বাজি। তাকে চাবলৈ গোটে দেহ ভাগি যায়, ভকতো যায়। এদিন গুৰুজনে শুনি বুঢ়া আতাক পচিলে দা খান দি, বোলে তলে ঘুৰুৱাগৈ। আতা গৈ তলে ঘুৰালে, গিৰিসাই পৰিল। তাৰে পৰা নুৱাইলে আসন ধৰিব, ভাগি গ'ল। চোৱা সবক দোষণ ধৰি কীৰ্ত্তন গৃহ নমাইছে দণ্ড শৰাই তৈল বস্তি দিহে উঠিছে।

আৰু গাবো গোবিন্দ আতৈ আছিল। গুৰুজনে সুধিলে গোবিন্দ দেখো আহিছঁা। যাওঁতে ভকতে বোলে গুৰুজনক "তই" কিয় বোলা? বোলে তুমি তোমা এনেকৈ বুলিব লাগে। গৈ চাৰিখন ভাৰ লৈ আকৌ আহিল। বোলে গোবিন্দ দেখো আকৌ আহিছা? বোকে বাপ, তোকে তুমি বুলিবলৈ আহিছো। বোলে এ গোবিন্দ, তই বুলিলে যিমান সন্তোষ পাওঁ আনে তুমি বুলিলেও তিমান নপাওঁ। তেহে গ'ল আতৈ।

আৰু গোমাৰ গোবিন্দ, লচাকণীয়া গোবিন্দ একে বস্তু, দুয়ো দুখানি নাওত মাৰকৈ বছৰি গুৰু কীৰ্ত্তনলৈ আহে বস্তু দ্ৰব্য লৈ। একবাৰ আহিছেগৈ। জানত পানী শুকাল, মাৰ ভাঙ্গি দুখানকৈ ঘাটে বৈ সেৱা কৈলেগৈ। গুৰুজনে পিঠি দি বহিল। মনে বোলে দুখানিকৈহে আহিছে, দুইৰ মাজত খানিক লাগিল হে। তেহে দুও গুণি মৰষি বোলে বাপ মাৰকৈ অনা হৈছিল, জানত নাহে দেখি মেলি আনিছেঁা। তেহে গুৰুজনে সন্তোষ হৈ মুখে চাই মাতি বোলে গোবিন্দ দুইৰ মাজে খানিক ঝুণ্টা বুলি বিশ্ৰুতি হৈছিলেঁা। এই বুলি ঘোষা মাতিছে—

"দৈৱকী নন্দন ৰাম নাৰায়ণ ভকত বঞ্জন ৰাম।
সৰ্ব্বদেৱ শিৰোমনি সমস্ত সুখৰ ধাম॥" বোলে আন

ঠাইত লাগিলে ৰয়, সৰ্ব্বসুখৰ শিৰোমনি ধামতে পৰিলে হাৰ মুৰভাগি হয়, ৰবা কত, চাই থাকিব। গীত ৰচনা

আৰু এদিন বঙ্গদেশী বাঙ্গালা গীত গাইছেহি খেলা লীলাৰ, ভকত নিশেষ চাপিলগৈ। গুৰুজনে বোলে ভকতৰ লীলা শুনিবৰ মন যায়। তেহে গীত কৰিছে—

"ব্রজ জীবন" দয়াল দীনবন্ধু এ নন্দকুমাৰ"

মনমোহন, এই গীত পাচোটাকৈ, লীলা, পৰমাৰ্থ, বিৰহ, বিৰক্তি, চোৰ চাতুৰি এই ৰস গীত।

আৰু আঢ়ে আতৈএ কুৰ্হি মাছ তিনটা ৰান্ধি খৰিকা দি থৈ, নাম ধৈলত গাবলৈ এৰি আহিল। গাই পাঠ শুনিছে, অল্প নিদ্রা আহিছে, বোলে চুহ্ চুহ্। পাঠ থলত গুৰুজনে বোলে কিয় তুমি চুহ চুহ্ কৰিছিলা? দণ্ডৱতে পৰি বোলে বাপ, কুৰ্হি মাছলৈ চাউল সিজাই থৈ আহিছোঁ। নাম ধৈলত গাবলৈ, মেকুৰীএ খায় বুলি তাতে মনটো ধৰি আছেগৈ। তেহে গুৰুজনে বোলে আজিতে এৰি নাহিবা, বহালে খাইহে আহিবাহক, লাগে নামেই গ'ল। মোৰ গুৰুজনে দিছে একা দেশৰ উপদেশত— মনবিৰাল

"বিষয় বিষম মাংস আছে তোৰ মাজে।
তাক জাম্প দেই মন বিৰাল নিলাজে॥"

সি বিৰাল নহয়ে, তোমাৰ মনহে বিৰাল, কৃষ্ণ পঞ্চামৃত চুৰকৈ খাব লাগিছে বঞ্চি নিতে আন মনকৈ মোহ নিদ্রাত পৰি চেতনেহে নোপোৱা।

আৰু মাঘ মহা ৰাম দাস আতৈ বৃদ্ধ, নাম গাইছে টোপনিয়াই। গুৰুজনে দেখি বোলে সেই টোপনিয়াইছে। তেওঁ বোলে মাখিহে খেদাইছোঁ। বোলে মাঘ মহা যো মাখি আছে? ঘোষা মাতিছে গুৰুজনে—

চেতন লভিয়া ভাই ভজিও হৰিক।

আন পৰিহৰি হুয়ো ভকতি ৰসিক ॥”

আৰু পুহমহা নাম গাওঁতে ৰমাই গুৰুৱে টোপনিয়াইছে গুৰুজনে দেখি বোলে সেই টোপনিয়াইছে। বোলে হাঁৰজী ভুৰাটো দে পানী খাওঁ। বোলে পুহ মহা যো তৃষ্ণা লাগিছে তেও আহিছিল বুলি গাত নলয়। নাম জগতৰ বাপ বৈকুণ্ঠৰ সুখ, টোপনি মহাপাপ, নৰ্কৰ পথ, দুখ। তেও যে তাকে হিত মাৰ্গে ঢাকে। সেই বেলা গীত কৰিছে—“ৰে মন ৰাম চৰণে ৰতি লাৱত ; ঝুণ্টা।

ভকতৰ অজগৰ বৃত্তি

“দুখ ইন্ধন মহ, বিষয় অমিয়া ৰস, ওহি ভব গহণ অনলা।
তেজি তথিএ আশ, কৈছন লালস, অন্ধ মুগুধ বিড়লা ॥”

আৰু বোলে ভকত হলে অজগৰ বৃত্তি হব লাগে। তেহে হৰিগতি আতৈ গৈ বাহৰ খাৱৈত পেট পেলাই পৰি আছে। গুৰুজনে বোলে হৰিগতি কলৈ গ'ল, তিনি দিনে নেদেখোঁ দহোঁ ? ভকতে বোলে বাহৰ খাৱৈত পৰি আছেগৈ। বোলে মাতাচোন। মাতে, উঠিবই নুৱাবে, ধৰিহে দুজনে আনিলে। গুৰু বোলে তাতে সাপে বাঘে খালে হঁতে একা ? কোনে তেনেকৈ থাকিব দিএ ? আমি কলু বোলাকো সুবুলি নিন্দাকো নুশুনি যেই মিলে সুখতে আগতে মিলে তাতে সন্তোষ হৈ খাই লই মনক বুদ্ধি খাৱৈত পেলাই আত্মাক চিন্তি হৰি গুণ গাব। সুবুজি লঘনে ভোকে পৰি থাকেগৈ।

আৰু দুজনৰ মিত্ৰ, একে বহা থাকে, এজন বৃদ্ধ, এজন ডেকা। তেওঁ বিশ্বাসে টকা বাৰটা পুতি থৈছে। নাম অবসানে বুঢ়াজনে মুখ হাত ধুবলৈ গলে পাচতে ডেকা জনো গ'ল, পাঠ এৰিএ ৰূপ খানিছে বুলি। আহিলত গুৰুজনে ঘোষা মাতিছে—

ৰাম কৃষ্ণ হৰি বোল শুন ভাই অন্যায় নকৰ মনে।
চৌধ সাখী সমে যমৰ দেৱান দেখিওক সৰ্ব্বক্ষণে ॥
কপট আচাৰ তেজিয়া মন, যাৱত কৈতব নেৰস মন ॥”

বোলে কিয় গৈছিলা ? তেহে দণ্ডৱতে পৰি ডেকাজনে কলে। বুঢ়া জনে বোলে বাপ, মই ভুকে নেপাওঁ, আজিহে জানোঁ। তেহে ঘোষা চৰ্চ্চি বাৰ গুচাইছে গুৰুজনে।

কৰ্ম্মজৰি ছেদন

আৰু একদিনা গুৰুজনে বোলে ভকতে কৰ্ম্ম জৰি ছেদিব লাগে। শুনি নৰনি গৰাই ধৰাইছে। ভকতে কলে গুৰুজনত বোলে বাপ, গাহৰি আতৈএ দেখোঁ নৰণি ধৰাইছে ? বোলে মাতাচোন। মাতিলে, আহিল। বোলে কেলেই ধৰাইছে ? বোলে বাপ কলৰ মাজত থাই কৰ্ম্ম জৰি ছেদিব খুইছোঁ। গুৰুজনে বোলে আজিএ নমৈলিহঁতে ? আমি কলু হৰি গুণ গাই পৰিচৰ্য্যা কৃত সেৱা কৈ আনাদি জন্মৰ মোহ, মনৰ দুৰ্ব্বাসনা, সত্ত্ব, ৰজ, তম তিনি জৰি, কৃতা সেৱা ধনু, নিজ নামে জোৰে, গুৰু শিক্ষা অস্ত্ৰৰে ছেদিবলৈ। অ' নৰনি খাইহে কৰ্ম্ম জৰি ছেদ ? বিষ্টাক চন্দ্ৰ প্ৰায় দেখিব লাগে ভকত হলে ! হৈ ৰাম আতৈ শুনি গৈছে মানি। হৰি গৃহে আহে দেখিকলে গুৰুজনে চৰ্চ্চি কৈছে খেদকৈ হোজা বুলি।

ভকতৰ মোহ-পাশ ছেদন

আৰু এদিন গুৰুজনে বোলে মোহ পাশ ভকত হলে ছেদিব লাগে। ৰঘু আতৈৰ ভাগিন এটি আছে তাতে, বৰ মোহ তেওঁৰ। তাকে ছেদিবলৈ দা খান ধৰাইছে। ভকতে কলে বোলে বাপ, ৰঘু আতৈএ দা খান ধৰাইছে দেখোঁ ? বোলে মাতাচো। মাতিলে, আহিল। বোলে তুমি হনু দা ধৰাইছা ? কেলেই ? বোলে বাপ বোলা যায় দেখোঁ মোহ পাশ ছেদিব লাগে ভকতে। মোৰ আনত মোহ নাই, একটি ভাগিন আছে, তাকে ছেদি গুচাওঁ। গুৰুজনে বোলে ভকত দ্ৰোহ কৈ আজিএ নমৈলিহঁতে ? আমি কলু মোহেই নিদ্ৰা, আশা পাশ ৰজু, অজ্ঞানে, আন্ধাৰ তাতে পৰি জীৱৰ চেতন জ্ঞান হৰাল। শ্ৰৱণ চেতন লভি নৱ বস্তুৰ যন্ত্ৰকৈ ভকতি প্ৰদীপ লগাই, অজ্ঞান তিমিৰ গুচাই সেৱকে, পৰম তত্ত্ব বস্তুক দেখি বৈকুণ্ঠে যাব।

অ তুমি ভকতক ছেদিহে মোহ পাশ ছেদ? আমি থৈছোঁ।—

"হৰি গুৰু পদ সেৱা খাণ্ডা ডাটি ধৰা।
মনবৈৰি কাটি সুখে ভৱ নদি তৰা॥"

বৈৰ শত্রু নেকাট, মিত্র ভক্তহে কাটি মোহ ছেদ? এই বুলি ৰাগ কৈ বোলে কি ঢেকেৰা লোক, হোজা ঐ!

ভকত দ্রোহীলৈ গুৰুজনৰ খেদ

আৰু বৰপেটাৰ উত্তৰ ফালে এটা লোক আছিল, মহা দুষ্ট ৰণ্ডা গোটে। ভকত সেই ফালে যাবই নুৱাৰে। দেখিলে নিন্দি গালিত অতিকাৰ কৰে সি। অনেক যাত্না ভুঞ্জি আমাত হৈ মৈল শুনি গুৰুজনে খেদ কৰিছে। ভকতে বোলে, বাপ তালৈ কি খেদ কৰা যায় দুষ্টলৈ? পৰম ডাকু ভকতৰ শুল গল, ভালেই হ'ল। তেহে ঘোষা মাতিছে গুৰুজনে। বোলে বৈষ্ণৱ নিন্দক সূচক বিষ্ঠা লুটা গ্রাম শুকৰক, বোলে বিধাতা তাক ভকতৰ দয়াত পূৰ্ব্বেই স্রজিছে। সেৱকৰ সাত দৰিয়া জবকা আছিল, তাৰ ভয়ত ভকত কুচি আছিল। সি শুকৰ মতে শোধনকৈ আছিল। এতিয়া মৈল গোটে ভকত উদণ্ড হল। সি উপকাৰীহে। এতিয়া সেই ফালে উদঙ্গ হল।

আৰু এদিন জোনাই ঠাকুৰীয়া খামুচীয়া মালভোগ কল একচৰা গোৰাঞালৈ দিলেহি। তাৰে আঠুটি কল থৈ ই খামি দিলে শৰাইত। পাচ দিনা গুৰুজনে বোলে কৃষ্ণাই, মহাপুৰুষ গুৰু আজি স্বপ্নত বোলে আঠুটি কল নাপালোঁ, ই খানি দিলে। দণ্ডৱতে পৰি বোলে বাপ হয়।

আৰু উৰ্ব্বশী আই নপৰা পৰিছিল। তলকে গুৰুজন গৈছে শ্রীৰাম আতা, বুঢ়া আতা, যদুমণি লগে। পথে বোকা হোলা এটি আছে। গুৰুজনে বোলে যদুমণি কি কৰিব পাৰা বাপ, লঘিমা গুণকহে যদি আশ্রয় কৰে পাৰি কৰিব, যদিহে গৰিমা ধৰা যায় কি কৰিম? বুঢ়া আতা পাৰ হৈ বোলে কি কৰে চাওঁ, বুলি হাবি এজুপিৰ আঁৰহৈ চাইছে।

দেখে যত্নমনি গৰুড় হল, গুৰুজনক কন্ধে লৈ পাৰ কৈলে। আতা গীত মাতিছে—আএ গৰুড় কেতু কও পৰবেশ। তেহে গৰিমা গুণ ধৈলে হেৰাই নমাই থলে থৰ হৈ।

আৰু এদিন মহাৰাষৰ কীৰ্ত্তন দিছিল। দেউৰী কৃষ্ণাই আতৈ টোপনিয়াইছে। গুৰুজনে বেজাৰ কৈলে। আগলৈ নোলায় কেবাদিনো। এদিনা যত্নমনিক গুৰু বোলে কৃষ্ণাইক বান্ধি আনাগৈ। তেহে জাৰি বিচাৰিব ধৈলে। বোলে নহয় প্ৰেম ৰজুৰে বান্ধি আনাগৈ।

আৰু একবৰ্ষ বৃষ্টি নাই দেশত। সকলো গুৰুজনক ধৈলে বোলে বাপ, দেশত বিকলহে হব বৃষ্টি পৰা, শস্য নহয়। গুৰুজনে বোলে গোবৰ্দ্ধন যাত্ৰাটি কৈলে হব। বুৰী লুইতৰ পাৰ হৈ সুন্দৰী ওচৰতে ৰভা খলা কৈ পৰ্ব্বত চো সাজিলে, আখৈ চিৰা, কল, দুগ্ধ, চেনী তুলি বোলে গোঁসাই হব কোন? গুৰুজনে বোলে ব্ৰাহ্মণহে হব পায়, কৃষ্ণ পণ্ডিতেই হওক। সি গোটে অসূয়া নিন্দক, নসয় গুৰুজনক গোঁসাই পাতিলত হৰ্ষ পালে। যন্ত্ৰোপতি চাঙ্গত বিপ্ৰ উঠিলগৈ। মেঘ মণ্ডলৰ ৰাগ আৰম্ভি আনোতেই মেঘ দি আনিলে। চৰিও ফাকি পূৰাই দিলে। গোটে পৃথিৱী টলবলকৈ বতাহ ৰৰষুণ শিলে খুন্দি পেলালে। সকলো লৰ মাৰি সুন্দৰী সোমালগৈ। বামুণ তাতে থাকিল। ৰৰষুণ এৰিলত গুৰুজনে বোলে ব্ৰাহ্মণ থাকিল পৰ্ব্বতৰ উপৰে, যোৱা যোৱা, বমুণক আনাগৈ। ভকতগৈ চাই দেখে পৰি আছে; গোটে কলা ধাতুহে আছে। শিলে খুন্দি চেপেটা কৈলে। নমাই আনি সেও দি তেহে মাত ওলাল। সজ হৈ নিন্দা অসূয়া এৰি সজ হৈ পৈল গুৰু ভক্তলৈ। গোবৰ্দ্ধন যাত্ৰা অভিনয়

আৰু দৈৱজ্ঞ বলোভদ্ৰ আতৈএ ভকতৰ দিন বাৰ গনি কয়, মৃত্যুৰ কথা, মহা দশা, নিৰ্য্যান দশাত বোলে তোমাৰ এক

বৰ্ষহে আছে, কতো কয় ডেৰ বৰ্ষ, কতোৰ বোলে ছমাহ আছে, খনোক বোলে দুমাহ আছে। ভকত খিনাই যায়, খেতি কৃষি, বন এৰি। গুৰুজনে দেখি সোধে বোলে তোমাৰ কি হৈছে, দেখো খিনালা? বোলে বাপ, আমাৰ দিন অধিক নাই, আতৈএ চাই কৈছে। বলোভদ্ৰ আতৈক অনাই বোলে তুমি ভকতৰ কিয় দোলাইমান লগোৱা? সেই বেদ শাস্ত্ৰখানি ৰবপেটা বিলত পেলোৱানি, পেলাবলৈ নিছে। তেওঁ বোলে ৰবা, লৈ আহাচোঁ। বোলে ভকতৰ আউসী, একাদশী, তিথি, বাৰ, নক্ষত্ৰ, সংক্ৰান্তি, বঢ়া টুটা চাই কৰা, উপবাস নপৰাকৈ। তাৰে পৰা কাবো নকয় আৰু। একদিনা গুৰুজনে বোলে বলোভদ্ৰ, তুমি ভকতৰ যে কোৱা মৃত্যু কথা, বাৰু মোৰ মন গোট কত আছে কোৱা। বোলে বাপ, বিড়ম্বন নকৈলে কব পাৰি। বোলে নকৰোঁ কোৱা। বোলে বাপ, বৃন্দাবনে গোপ বালক সমে তাম্বিৰ তলে পূৰ্ণ কৃষ্ণৰ খেলাতে আছে। বোলে এতিয়া চোৱা, ক'ত আছে। চাই বোলে বাপ, তিনি পঙ্কজতে, পঙ্কৰ ভেদি ৰন্ধ্ৰে যশৰস মধু পানকৈ শুদ্ধ ভ্ৰমৰ স্বৰূপে আছে। বোলে তোমাত আৰ হবৰ ঠাই নাই। বোলে আমাৰ দিন কোৱাচোঁ। বোলে বাপ, কামৰূপতে গৈ বেহাৰে পাঁচ বৰ্ষৰ মূৰত ভাদ্ৰ মাসে পঞ্চমী কৃষ্ণাত বৈকুণ্ঠ প্ৰয়াণ হব পায়।

দৈৱজ্ঞৰ বলোভদ্ৰ আতৈ

আৰু এদিন বলোভদ্ৰ আতৈক বোলে আমাৰ কলা দিন মাহ, তোমাৰ একা? বোলে বাপ, আমাৰ দুই বৰ্ষ অন্তে পুহমহা পূৰ্ণিমাত নিশা সৰ্পে দংশিব, বাহি শ হব লগা সাদিন। আপোনাৰ সেৱাত চাইদিন খণ্ডিল, তেও তিনি দিন আছে। তেহে সেই পুহত দুই বৰ্ষ অন্তে দংশিলে হয়। পাটিতে তিনি দিন আছে। গুৰুজনে বোলে বলোভদ্ৰ তিনি দিনো দেখা নাই। বোলে বাপ, ছাৰ বন্ধা, কলুৰা গৈছে।

বোলে দ্বাৰ কাটি মেলাগৈচোঁ। মেলি দেখে পাতিতে বাৰ বুলি আছে, তাতে সাপটিও আছে" বিৰ বান্ধি ফেটা। নি কণ্ঠে সহাস্কাৰ কৈলেগৈ।

আৰু একদিনা বুঢ়া আতাক বাৰাদিৰ কল আনিবলৈ পাঁচিছে গুৰুজনৰ মাতৃৰ তিথিলৈ। স্নান ভোজনকৈ আহিল সেৱাকৈ যাবলৈ। গুৰুজন কথা সুখে আছে; পাচ কালে বহি বৈ আছে। দেখে বেলা চুটা হ'লহি। পাচলৈ চাই দেখি সুধি বোলে কিয় নোযোৱা? বোলে বাপ সেৱাকৈ যাবলৈ বৈছোঁ। নামতা কিয়? বোলে কথা সুখ ৰস ভাগে বুলি। তেহে বৰ স্নেহ কৰিছে।

আৰু মুৰাৰি আতৈৰ ঠাইলৈ হৈদাহ চৌধাৰী আহি গৈ আছে পৰমাৰ্থৰ আশাৰে। এদিন আহিছে পুহ মহা ৰৰথুন, তিতি। আতৈ আছে ভিতৰে জুই পুৱাই গুৱা খাই বহি। এওঁ বোলে আতৈ দ্বাৰ মেলক। বোলে বাৰু। বোলে তিনি আহিছোঁ; মোৰ জাৰত দেহ যায় মেলক। বাৰু মেলোহে। বোলে নেমেলেনে? বাৰু বাৰু কৈ এ তেওঁ তিতি জাৰে বতাহে ঠৰ হৈ কাতৰ কৰিছে মেলক বুলি। আৰু বুলি নেমেলে দেখি খৰ্ব্ববাক্য বুইলে বোলে ৰৰপেটাত ভকত তুমিহে আছা হবলা তোমাৰ মনেৰে? আৰু যাবৰ ঠাই নাইহে। বোলে বাৰু মেলোঁ! পা। মেইলে। গা কাপৰ সেকিলে, দুখানি তামোল দি বোলে আজিৰ পৰা আমাৰ এখেলৈ নাহিবা, আমি তোমাত ৰৰপেটাত ভকত আমিহে বুলি কোৱা নাই। এই বুলি খেদি পেলালে।

গোবিন্দ আতৈৰ সৰ্পদংশন

হেৰেম্বৰ ৰজাক নামৰ প্ৰমাণ লয়

ভকতৰ ভক্তি

আৰু গোবিন্দ আতৈক সাপে খালে মধ্য নিশা ফেটা গোমে, ঔষধ বৈদ্য নিবিচাৰি নাম লৈ গুচালে। তেওঁ হেৰে- ম্বদলৈ গ'ল। লোকে কলে হেৰেমশ্বৰ ৰজাত বোলে এৰাকে সাপে খাইছিলে, নামেৰে বিষ মাইলে। ৰাজা বোলে সাপৰ

বিহে বৰবিহে সমান। বিহ এটা খুৱা, নামেৰে গুচক চাওঁ। বাতি আতৈক খুৱালে। দেহ গোটে কলা পৰি গ'ল, নাম লব ধৰিলে, এবাৰ কলা হৈ যায়, এবাৰ ফটফটীয়া হয়, লওঁলে লওঁতে গুচিল গৈ বিষৰ জাল। ৰাজা দেখি অদ্ভুত আচৰিত হ'ল। প্ৰশংসাকৈ বোলে নামো সত্য, গুৰু সত্য, ভকতো সত্য, এই বুলি সন্মানকৈ পঠালে। গোবিন্দ আতৈ বৰপেটালৈ আহিল দখিনতে́। গুৰুজনে বোলে পূৰ্ব্বে নাৰদে কলি যুগত নাম, ভকতৰ মহিমা কলাপ গ্ৰামলৈ নিলে, তোমাক সৰ্পে খালে, তাক বৈদ্য লগাই চাব পা, নামেৰে গুচাই এতিয়া বৰবিহ খুৱাই নেমাইলে হ'তে? নাম, ভকত গুৰু ধৰ্ম্মত কিয় বাদ পেলোৱা? তুমি প্ৰসন্ন আহিঁ লৈ প্ৰণত সবকো খুৱাব, দুষ্ট খাট নমৰিব? এই বুলি খঙিছে। গুৰুজনৰ কটাক্ষতে শেষ কালত উকতে কোঁহা এটি হ'ল। তাতে ঔষধ দিলে, পকি জহি খহি হৈ ৰাম বুইলে আতৈ।

আৰু এজোপ দেশত বৰ একাল পৈল। গুৰুজনে খেদকৈ অসন্তোষ ভাৱে আছে, ভকতক কেনেকৈ প্ৰবৰ্ত্তাওঁ, প্ৰবৰ্ত্তে বুলি। তেনেতে ঠাকুৰ আতা পাই সেৱা কৈলে অভয় পদত মাথা দি। বহি বোলে দেখো মনটি কষ্ট কিয়? বোলে, এ সখি, দুখীয়া ভকত কেটি প্ৰবৰ্ত্তাব মুৱাৰিম হব লাগে দেশত, দেখো বৰ বিকল, টকাও নাই, খুজিলেও নেপায়। তেহে আতা বোলে আপোনাৰ দাস দাসীক মুঠি ভঁড়ালেই কুলাব, গুটি জিম চাৰক আছে, সেয়ে জুৰিব ভকতলৈ; অনাহক। বোলে তোম্রাহে বুলিছে হয়, পুত্ৰ, ভাৰ্য্যা, বহাৰী বা বোলে কি? সোধাগৈচো? আতা আহি মৌনে বহি আছেহি। আএ বোলে স্নান কৰা ষকগৈ। বোলে কিনো ধুম, ভকতৰ খাবলৈ নাই, গুৰুজনে খেদ কৰিছে। তোম্রা কি বোলা গ'ল? আতা বোলে মই কি বুলিম? বোলে আমাক দহো

গচিতেই কুলাব, গুটি খানিকে নিদিলা কিয় ? বোলে তইঁতে কিবা বোল বুলিহে নুবুইলোঁ, বাক তেনো। পৰ্ম্মানন্দৰ গিৰি ঘৈনীতো সুধিলে ; সেই ক্ৰমে বুইলে। আতা উঠি হৰিষে বাহু তুলি নাচি বোলে নাৰায়ণ দাসৰ সবাৰে এক বাক্য একমুখ। আতা গৈ গুৰুজনত কলেহি বোলে বাপ, এই ক্ৰমে বুলিছে। শুনি গুৰুজনে মহা হৰ্ষে হাস্যকৈ বুলিছে বাৰা বহি পৰ্ম্মানন্দ বহাৰী ৰজত সুবৰ্ণে ৰত্ন উধান, মোৰ সখিহ'ল তাতে ৰাম নামৰ আলি, অমৃতৰ পুৰ। ঘোষা গীতকৈ মাতিছে—
"হৰি ভক্তি মহা থালি ৰাম নাম অমৃতে আছে ভৰিয়া —।"
"নাৰায়ণ মই তুৱা দাসকু দাস।"

আৰু কলিয়া পথাৰত সাত জনে সৈতে কথা সুখে শুৰুজনে বহিছে সাদিন সাত নিশা, অবিছে দে পূৰ্ণৰ খেলা বৈকুণ্ঠৰ সুখত দেহক পাসৰি ছদ্ম ভাৱে। গুৰুজন গৈ শ্ৰীশঙ্কৰ দেৱৰ বৈকুণ্ঠ পাইছে গৈ। ততে কৰুণামই ঘোষা কৰি গাই এজন পুৰুষ পৃথিবীলৈ নমাই আনি পঠাইছে।

আৰু অম্বৰালি ব্ৰাহ্মণ অহি কীৰ্ত্তন গৃততে বহিলহি। ভকতে কলেগৈ বোলে বাপ, ভটাচাৰ্য্য আহিছে। গুৰুজন ওলাই বহি ফুল চন্দন পাত তুলি দিলে মানকৈ। দি সুধিলে বোলে গুৰু, কিয় আহিলা ? বোলে বাপ, মহা পৰিশ্ৰমকে ভাগৱত পঢ়িলোঁ, তাকে আৰা মান মহিমা কোনে পায়, জানে। তাতে বোলোঁ, তাৰাৰ আগতে গোটা চাৰি শ্লোকো মাতিলে। মাতি ৰৈ আছে, জুৰিব নোৱাৰে, হামিয়াই, হেকটিয়াই, চাল বাব চাই একোৰূপে বুজিব নোৱাৰে অৰ্থ। গুৰুজনে বোলে জোৰা জোৰা, নোৱাৰে জুৰিব। তেহে ঘোষা মাতিছে কৰি— ব্ৰাহ্মণৰ বিদ্বেষ বজাৰ আগত খল

আপুনি মহন্ত নুহি, মহন্তক নুপাসিলে কদাচিত। তাৰ উপদেশে আনো নতৰয়, আপুনি ভৈল বঞ্চিত ॥

"সেহিসে চতুৰ আতি পুণ্যৰ নিদান ভূত,
নাৰায়ণ নামক উচৰে।
অচুতৰ সিটোআতি পাপৰ নিদান ভূত
নামে অৰ্থবাদ যিটো কৰে॥"

ভাগৱতৰ চক্ষু টীকা বাদদি গৰ্ব্ব কৈ তাক বোলে নালাগে, মোৰ মুখেই টীকা, এতিয়া সুৱাৰ, কি মূৰ্খ ঐ বামুণ! বোলে মূৰ্খ বুইলানে? বোনে গোটে জাদা মূৰ্খ। লঘু হৈ গিৰিষাই উঠি গ'ল টৰক টৰক। গৈ ৰাজাত খল দিলে বোলে বাউসীত এজন মহাজন আছে, নামত মাধও, ৰূপে সুবৰ্ণে এটা গৃহ কৰি যৌবন স্ত্ৰী নচাই, সাবটি সভাতে লয়, ব্ৰাহ্মণক নমানে, ভাগৱত নমানে' শ্ৰাদ্ধ বেদ বিধি এৰিলে, গঙ্গা, গীতা, তুলসী, শালগ্ৰাম সুপূজে, নমানে, কুল ক্ৰিয়া নবাছে, তোমাৰ দেশত এনে অধৰ্ম্ম অনাচাৰী হলে ছত্ৰভঙ্গ প্ৰজাক্ষয়, দুৰ্ভিক্ষ মিলে। ৰাজা ৰাগকৈ সুৰানন্দক দিলে বোলে দুহাজাৰ টকালৈ ধৰি আনগৈ। আহিছে উত্ৰাৱল হৈ। অ'ত গুৰুজনে বিহানে বোলে আজি বাম অঙ্গ ফন্দিছে, কিবা বৰ এটা বিষাদ পাম। সুৰানন্দ নৌকাৰে পালেহি বৰপেটাৰ ঘাট। ভকতে বোলে বাপ কোনবা ডাঙৰীয়া এটা আহিছে, কপাবৰ লস্কৰো আছেহি। বোলে তুমিএ যোৱাহিচো কোন আহিছে চোৱাগৈ। চিনি পাই সুধিলে বোলে কিয় আহিছা? বোলে ৰাজা পাঁচিছে, হাজো, নীলাচল, অশ্বক্ৰান্ত, শুক্ৰেশ্বৰ, পাৰু, উমানন্দ, দিগেশ্বৰী এই সবত পূজা কৰাবলৈ, তাতে এইতে মহন্তক সেৱা কৈ যাঁও। লস্কৰে কলেহি বোলে বাপ, ই ৰাজাৰ বল্লভ, খাটনিয়াৰ, আক ভালকৈ সম্মান কৈলেহে সজ। বোলে ৰামচন্দ্ৰ তুমি এ তুলি আনাগৈ ভকতকৈ। আনিলে গৈ তুলি। আহি কীৰ্ত্তন গৃহতে বহিলহি। গুৰুজনে ওলাই

বহিল। বোলে বাপ, গোৱা চাব খোজোঁ। গুৰুজনে বাধানাচ নাচিব দিলে, নাচিছেহি। তাবে এটি ধৰি আনি চালে। দেখে কাঠৰ তল খোপা গমচাৰ, স্ত্ৰী নহয়, এই দুটা মিছা পালে, মুঠিকচক্ৰ কুন্দবাক্ষৰ জালা ভাঙ্গি চালে, ৰূপ সুবৰ্ণ নহয়, বালিচন্দা। তাকো মিছা পালে। গোৱা বোৱাতে লগৰ মেচে ভকতৰ ঘৰ লুৰি আনিলে। সৰ্ব্বস্ব আগ্ৰহি কীৰ্ত্তন গৃহতে দমালে নি। শ্ৰীৰাম আতাৰ বহাটি সোমাব সুৱাইলে। পেট চলা বুলি জুলীয়া গুৰ ঘষি বাট ভেটি ধৰি আছিল দ্বাৰ মুখে মাখিএ ভেন ভেন কৰে। ভকতৰ দ্বাৰে পতি মেচ হৈ ধৰি বান্ধিছে। গুৰুজনে বোলে সুৰানন্দ, বিতক ইচা কৰনে? লাগে যদি সেই খিতে খান, তেও মোৰ ভকতক নবান্ধিবি। খানি তিনিশ টকা পালে। তেহে কিছু ঢিলা কৈলে। সেই দুৰতে উদাস ভকত পলাল দিশা দিশি। গঙ্গালকে গ'ল চৈধ জন। বোলে বাপ, ৰাজ আজ্ঞা শুনিব লাগে, আপুনি থাওক কঠতে, ভকত সবে আঠু লক। গুৰুজনৰ মুখ পদ্মলৈ চাব সুৱাৰে, তলমুণ্ডে কথা শুনালে, ৰাজাৰ আজ্ঞা যাব লাগে। দুই হাজাৰ টাকা দিব লাগে। গুৰুজনে বোলে ৰাজাৰ আমি হাট, ফাট, ঘাট একো বিষয় খোৱা নাই, দিয়া নাই। ৰাজাক যদি ধনে আটা নাই, লৈ যা তন্তে ডা ডাঙ্গৰীয়াত খুজি ধাৰে হই দিমগৈ। বোলে তেনো ভোজনকৈ লক। বোলে কিহেৰে কৰিম, ৰান্ধনি আছে সুদাত, বোলে ৰান্ধনি কোনটি চিনি নিয়ক, লোটা বাটিও নিয়ক চিনি। তেহে ৰামচন্দ্ৰ আহি মুৰাৰি তাতিৰ গৃহতে চাউল সিজালে, গৃহলৈ নেৰিলে, চাউল সিজোৱা দিওঁতেই ঠাকুৰে থকবক কৰে। গুৰুজনে বোলে ৰামচন্দ্ৰ তই থাকিব নালাগে যা সেই নিশাই গ'ল। আন সব গুৰুজনক এৰি চাট মাইলে। সেই নিশা মহা খেদকৈ

বাধানাচ

গীতৰচনা

শ্ৰীশঙ্কৰ দেৱলৈ তুতি প্ৰাৰ্থনাকৈ তুৰ ভাঠিয়ালি বসন্ত ছুটি গীত কৰিছে—

এ নাথ তাৰিও তাৰিও যদুমনি

"কৈছে নৰহৰি তৰণ উপায়" পুন্না গুৰুজনক দুটা মেছে নি নাৱত তুলেলেনি। লগত গোপালে জনাৰ্দ্দন আতৈ গৈছে, সি বোলাক অল্পকালে সোমাইছেহি, দাবি গোফ হৈছেহে, ছৱা জাতে, গুৰুজনে বোলে গোপাল, জনাৰ্দ্দন তোমালক থাকা ছলি ভকত কতুবা দুখ দিব, যোৱাগৈ। অনেক কৈ পাঁচিলে, তিনিবাৰ বাধা কৈলে। তেও নুৱাইলে নমাব, বোলে তোমাৰ লগে বাপ যেই হয় সেই হব, আপুনাৰ গতি আমাৰো গতি। তেহে গুৰুজনে বোলে কতোৰ দুকুৰি, কতোৰ তিনকুৰি, দহ বাৰ, ষোল্ল আঢ়েকুৰি বৰ্ষ আমাৰ লগে খাই লৈ আছিল, জীৱলৈও আশা কৰি। এতিয়া টানৰ বেলি কোনবা কলুবা গ'ল। "**কহনি আছে ৰহনি নাই, নটা নাই পাচ হাল বায়।**" গৰু এটা মুঠে, প্ৰেমৰ বজু হলে জীৱলৈ আশা কোনে ছিঙ্গে, খাব লবৰ আশাৰ জৰি পচি ছিগি গ'ল। কালি আহিছে দুটি কোচৰ চলি, আজি তলহি দুখৰ সন্তৰি। সেই বেলা ঘোষা মাতিছে—

"ৰাম জয় হৰি জয় ৰাম হৰি জয় ৰাম কৃষ্ণ"

যিটো সততে সুমৰে তাৰ আৰু কাক ভয়? তেহে নিৰ্ভয় দিলে বোলে আহা সিনো আমাক কি কৰিব পাৰে? কাক কোনে কৰে, কোনে কাক মাৰে? অৰণ্যত মৃত্যু নাই ৰাখন্ত ঈশ্বৰে হৰি, নৰাখিলে মিলে গৰ্ভৰ ভিতৰে। সবাৰে কৰ্ত্তা শ্ৰীনাৰায়ণ যাক যি কৰে এই বুলি দিলে নাৱ মেলি। গুৰুজনক নি বাখৰ ভণ্ডাৰতে ঠাই দিলেনি। গন্ধৰ্ব্ব মাজী নাও বঠা দহ হাজাৰ উপৰি বৰুৱা ৰঘু ৰাজা পাতিছে বৰ-স্নেহৰ। হৰিকৃষ্ণৰ মুখে মহাপুৰুষক গুৰু বুলিছে। তেওঁ

নজনাকৈ পত্নীৰ ভায়েকে দুগ্ধ খুজি নিলে, তাক হৰিকৃষ্ণ আতৈ এ শুনি বৰ্জ্জনীকৈ থৈছে। তেৱেঁ চৈ চৰাদি ভণ্ডাৰ আগ তিনি পুলিকৈ দিলে। কৈ সনা কৈ চৈৰে বেৰি দিলে। মুখ হাত ধুবলৈও ওটাকৈ দিলে চৈৰে বেৰি। স্নান কৰিবলৌ গাতকৈ পাত পাৰি উপৰে চৈ ঘৰ কৰি দিলে। চাৰওিফালে চৈৰে চকোৱা দি দিলে। তেহে গুৰুজন নৌকাতে উঠি গৈ তাতে ৰহিচন্ত। ছুও মাহনিতে গন্ধৰ্ব্বমাঝীএ কৈসনা মুখ হাত ধোৱা অঁটাইছিল। গুৰুজন তেওঁৰ ভক্তিত বৰ সন্তোষ হ'ল। আৰু চাউল, লোন, তেল, মাছ, খৰি, চৰু, ঘৃত, মধু, চেনী, চুৰা, গুৰ, গাখীৰ শাক, পাত, বস্ত্ৰ সবাকে ৰোজ ধৰি আছিলে। কতু নিবিচৰাকৈ গুৰু ভক্তক কেউ মাহ দিলে। ব্ৰাহ্মণ আহি বহেহি দুওফালে গুৰুজন ওলাই বহে ডাবৰত মুখ ধুইছিল। তেতিয়া এ ডাবৰ হয়। জনাৰ্দ্দন আতৈএ কঁকালত গমচা বান্ধি পেটত মুখ দি চাপৰি বামুণৰ সাজেই গৈ পেলাই গদাধৰত স্নানকৈ আহে। বামুণ গলত গুৰুজনে বোলে জনাৰ্দ্দন কি সাৱধানী কটাৰীত এবাৰ বিচলিত এবাৰ তিনিবাৰ বুলিছে। তেনেতে ভাটৌকুচীয়া আতা বেহাৰ যদুমণি বৈকুণ্ঠ এই তিনিজন বিজয়পুৰতে নাওঁ খানি থৈ গুৰুজনৰ লগ লৈছেগৈ। পাঁচজন হ'ল। যদুমণি এ বোলে বাপ তোম্ৰা দহো খানেকো শাস্ত্ৰ নেচায় সি বামুণে হা শাস্ত্ৰ হু শাস্ত্ৰ ৰাতি দিনে চাব লাগিছে হকা হুনা দেখি আকৌ সোধে বোলো যদুমণি কি শাস্ত্ৰ? বোলে হা শাস্ত্ৰ হু শাস্ত্ৰ। বোলে যদুমণি নাও নাইকিয়া শাস্ত্ৰ কাকলাদৰ সদৃশ তাক চুলেই স্নান আহে। সেইখিতে গীতাৰ আনি ঘোষাকৈ মাতিছে—

শবদ ব্ৰহ্মৰ পাৰ হৈল যিটো কৃষ্ণত ভকতি নাই।
তাৰ শাস্ত্ৰ শ্ৰম শ্ৰম মাত্ৰ ফল যেন ৰাখে বাজী গাই॥

বিৰৱৰাল এ তাৰ শাস্ত্ৰতে আমাৰ সিদ্ধান্ত আছে। তাৰে পটা পোৱে তাকে দান্ত ভঙ্গা যাব। সেই বেলা বিল্বমঙ্গলৰতে আনি গীত কৰিছে—"শুনলো পণ্ডিত" সেই সময়ে বিচাম দ্বাৰে ভোট নামি দেশ ভাঙ্গিছে। চিপাহী দি হাজৰা আতৈক ৰণলৈ দিলে, গৈ লাগিল ৰণ। বহুত চিপাহী চাকৰি কাটিলো কেহো আতৈ কথমপিহে সাৰিল। আহি বিৰকত হৈ হৰিকৃষ্ণক ধৈলেহি শৰণ লবলৈ। তাৰা সবে বোলে আমাক তুমি মানিবও মুৱাৰা আমিও যোগ্য নহওঁ। গুৰুজন আছে ব'লা নিওঁ। ভেটি ভাৰে নি মহাপুৰুষক গুৰু বোলাইছেনি। পাচ দিনা আএ গোপীনাথ বেটা সৈতে গৈ গুৰুজনত বস্তু লভিছেহি। তেহে এতিয়া যি ডা—ডাঙ্গৰীয়া আছে গুৰুজনৰ সেৱকীয়া বিজয়পুৰৰ সকলো খাটি ফুৰিছে। হাজৰা আতৈ শুইছে। আএ বোলে গোপীনাথৰ বাপা তুমি দেখো সেৰেৱা সেৰেৱা ঘুমাইহে আছা তোমাৰ লগৰ ভায়া হৰি ভায়া কৃষ্ণ খাটি ফুৰিব লাগিছে? তুমি দেখো পেট পেলাই পৰি আছা? বোলে মই গৈছিলো, ভাগৰ লাগিহে শুইছোহি। আএ বেহাৰে গলত ভকতক সুধিছে। সকলো ডাঙ্গৰীয়া ৰজাৰ কুৱৰীক ধৈলে। মধুৰী বৰকুৱঁৰীক সূক্ষ্ম লাগি ৰঙ্গৰ বেলা ধৈলে ৰাজাক বোলে সংসাৰত ভোগ কোনটো চাৰ? ৰাজা বোলে আমি ৰাজাৰ গৰ্ভে জাত হৈছোঁ। ভোগ নকৰা আছে কি? তেও তোৰমোৰ এই সদৃশ সুখ ভোগ নাই। বোলে আক যি বিষ্ঠাতুল্য দেখিছে একা? বোলে আক বিষ্ঠা তুল্য দেখোতাই নাই। আহাৰ, মৈথুন, নিদ্ৰা এই তিনিৰ যি বাজ হব তাৰাই ঈশ্বৰ, মনুষ্য নহয়। বোলে সেই বাউসীৰ মহন্তে আক বিষ্ঠা তুল্য দেখি থৈছে। তেনে ঈশ্বৰক আনি কিয় ৰাখি থৈছা? বোলে যোৱা নাইনে? বোলে তুমি পাচিছানে? তেহে ৰাজা সুৰানন্দক মতাই আনি বোলে মহন্তক নি পূৰ্ব্বৰ

ঠাই বাউসীতে থৈ আহগৈ। ৰখীয়া টকলা নিতে ধৰি ওলগনি দে দে। সেই বেলা বাসুদেউ বিপ্ৰ পালেহি। বিচাৰি শ্ৰীশঙ্কৰ সেৱক ৰাজাত বৰ খাটনি গুৰুজনক সেৱাকৈ বোলে তইঁতৰ ওলগনি মই দিম ৰাজাতকৈ, নধৰিবি যা গুচ, ৰাখিবও নালাগে, মই ৰাজাত কৈছোঁ। বৰ খাটনিয়াৰ দেখি একো মুবুলি এৰি গ'ল। গুৰুজনে বোলে জনক নন্দিনী সীতাৰ যেনেকৈ তৃজটা আপদ কালত সখা হ'ল তুমিও মোৰ দুখৰ কালত আজি ৰাখিলা দুষ্টৰ হাতত।

আৰু সুৰানন্দৰ বাপেক বাগীশ ভট্টাচাৰ্য্য বোলে; আহে যায় গুৰুজন থকা ওচৰে বাটত থিয়দি শুনে। গুৰুজনে পদ্মপুৰাণৰ কলি পাতনৰ পাতালী খণ্ডৰ শ্লোক আনি অধ্যয়ণ কৰি লৈছে ব্ৰাহ্মণ কৰিবলৈ ধৰিছে। ভয় পাই ৰাজাত কলেগৈ বোলে মহাৰাজ বাউসীৰ মহন্তক কিয় ৰাখি থৈছে? বোলে তোৰে পুতেৰে দেখো কয় বোলে অনাচাৰ কৰে? বোলে আৰা অনাচাৰী নহয়, পৰম সদাচাৰীহে। সেই খলাৰ মাধৱহে অনাচাৰী। ৰাজা বোলে তই বোল সদাচাৰী। পুতেৰে বোলে অনাচাৰী ত হঁত বামুণৰ একো তত পাবলৈ নাইনে। আৰু বোলে ব্ৰহ্মণৰে শূদ্ৰৰে ক'ত বাদ আছে? ৰাজা বোলে অত তোৰে সিংহাই বোলে ধৰ ধৰ, তই সিংহাই বোলে এৰ এৰ। সুৰানন্দক বোলে তোক মহন্তক থব নিদিলোগৈ? বোলে আজি যাম। তেহে সুৰানন্দে গৈ বোলে বাপ, ৰাজ আজ্ঞা হৈছে যাব লাগে। গুৰুজনে বোলে শ্ৰীশঙ্কৰদেৱৰ প্ৰসাদত তোক বামুণক তুলা ধুনা দি ধুনিবলৈ নাপালোঁ, ক'ত বামুণত শূদ্ৰৰ বাদ নাই কয়, তাকে। বামুণে বোলে সুৰানন্দ তইনো কেলেই যা? ৰাজা পাঁচিছে যাম আমি। বোলে বাপ নহয়, থবহে গৈছেগৈ। তেহে গুৰুজন দুমাহ ৰহি আছিবলৈ হ'ল। গন্ধৰ্ব্ব মাজী এ টকা পাঁচোটি বাগীশ ভট্টাচাৰ্য্য

বস্ত্র এজুৰি দি সেৱাকৈ প্রার্থনা কৈলে বোলে বাপ, হৰিকৃষ্ণ আতৈৰ কটাক্ষ পৰি আছো, সেৱা চোৰ হৈ। যেন আপুনাৰ অভয় পদ শ্বেত ছত্রৰ তলতে ঠাই দিব দাস জীৱটি। তেহে গুৰুজন মাজীৰ ভক্তিত সন্তোষ হৈ বোলে প্রহ্লাদক নৃসিংহ বুলিলে—

"সৰ্ব্ব কৰ্ম্ম বন্ধে হৈবি হীন।
অন্তকালে মোতে যাইবি লীন॥"

পাচে গুৰুজন নাৱত উঠিলহি। মেলি বিজয়পুৰ পালেহি গদাধৰ ঘাট চাচি খহাই দিছে। নৌকাতে কৃষ্ণভাই জয় লস্কৰ দুজন কন্ধে হস্ত দি গুৰুজন উঠি যাওঁতে ঘোষা মাতিছে—

"মোক কৃপা কৰা হৰি এ
দান্তে ধৰোঁ তৃণ মাথে ধৰোঁ তৃণ,
তুমি কৃপাময়ক নাজানো অতদিন।"

বোলে দুকঠীয়া চকটি বহোৱা হ'ল। তাৰ ফুট অহাৰে পৰা পিটিকিবলৈ খেলে। গৈ বিজয়পুৰতে ৰহিছন্ত। তাতে গ্রামী ভকত হৈছে তিনিশ তিনি কুৰি ঘৰ। হৰিকৃষ্ণ সুখে মহাপুৰুষক গুৰু বুলিছে। স্ত্রী, বাল, বৃদ্ধ সকলো আহিছে গুৰুজন ঠাই সেৱা কৰিবলৈ। স্ত্রী সব বেলেগ-গৃহে বহিছে। বৈকুণ্ঠ আতৈ গৈ বোলে গুৰুজন দুখৰতে আহিছে দে হুঁক খাৰু, মনি, বিৰি, আঙুঠি, কৰিয়া, যাৰ যি চলে দি সেৱা কৰ। গুৰুজনে বুলিবৰ শুনি ঘোষা মাতি এক দৃষ্টান্ত দিছে।

"হৰিৰ নামৰ কীৰ্ত্তন সুখ। নজানে যিজন হৰি বিমুখ।"

বোলে এক স্ত্রীপুৰুষৰ সম্ভোগ হৈছে। তেনেতে তাৰ গিৰিএ দেখিলেহি। তাক ধৰি বান্ধি ঢেঁকী খোবাৰে মৰিয়ায়। সি ই সুখ নাজানে, স্বেই সুখকেহে জানে। এতিয়াও বৈকুণ্ঠে আমাৰ তেনেহে কৈলে। আৰু নাম থলত বিজয়

পুৰীয়া হৰিকৃষ্ণ আতৈক বোলে মই গন্ধৰ্ব্ব মাজীৰ অৰ্থে ইবাৰ মাতিছোঁ। তেহে কৃষ্ণাই আতৈএ বোলে বাপ, তোমা সন্তোষ হোৱা গৈছে। তাৰাৰ এনেই কুশল। তেওঁ আপুনাৰ নিৰ্ব্বন্ধ আপুনি ভঙ্গা গ'ল আগলৈ। তেহে গুৰুজনে নিজম দিলে, বিমৰষা কৈ। পাচে সেই কথা মাজীএ বুলিবৰ শুনিলে গুৰুজনেই ক্ষেমে তেওঁ যে ভকতে নেক্ষেমে পা তেহে পাচত হৰিকৃষ্ণ আতৈএ শুনি বৰ ভয় হ'ল। ৰাজাৰ বল্লভ পাচত বা কি কৰে? তেহে ৰাজাৰ মাজীএ তিনিখান নাৱঁৰ গুৰি দিয়ে। ই খানৰতে তেওঁ দি বঠা দিছিল, টিঙৰতে পৰি তল গ'ল। ৰাজা খেদকৈ এ-মোচৰ লৈওথাৰ বতি সাল বোৰাই চালে, নেপালে। গুৰুৰ শুদ্ধ সেৱাৰ বলে তেনেই নিলে সেই শৰীৰে, ভকতত অপৰাধ হয় বুলি খানিক লগায়।

আৰু সুৰানন্দৰ মাক বাপেকৰ গৃহ, তাতে দুও শৰণ ললে। লৈ গুৰুজনক নিবলৈ ধৈলে। বোলে বাৰ একাদশী দিনা যাম। তেহে গৈ ভক্ত সমে বহিলগৈ। অনেক সম্ভাৱে সেৱা কৰিলে। গুৰুজনে একো নললে। কেচা পুৰাকল কাটি এচকলি ভোজন কৈলে তাৰা সবৰ খেদত। তেহে গুৰুজনে তাৰা দুইত কলে বোলে সুৰানন্দত সুধিবাচো আৰু কিবা ৰাজা কৰিব দিছেনে, সি যে আহিছে আকৌ? পাচে বাপেকে সুধিলে বোলে একো কৰিব দিয়া নাই, থৰহে দিছেগৈ। তেহে গুৰু বোলে সুৰানন্দ, তোৰ মানচৈত যাব নুৱাৰো। আমি বেলেগ নাওতহে যাম, তই যা। তেহে আগ হৈ গৈছে। পাচত গুৰুজন ভাটোকুটীয়া আতা নিয়া গমাৰি নৌকাত আহিছে। আতা, বৈকুণ্ঠ আতৈ, গোপাল, যদুমনি, জনাৰ্দ্দন, পাঁচজনে সৈতে আহিছে পাচত। তেহে কুমাৰ গাৰী
[illegible] গোপাল জনাৰ্দ্দন দুইক নাওত থৈ

গ'ল। তিনিজনে সইতে গুৰুজন গ'ল, বলাই নৰসিংহৰ ততে ৰ'লগৈ। সেই নিশাই বৰ বতাস বৰখুন ধুমুহা গল। আৰা তুএ নাৱ কান্ধে লৈ ৰাখিলে। পুৱালৈ থৰ হ'ল জাবে বতাহে। তেহে গুৰুজনে পুৱা ভকত পাঁচি নিয়ালে। জুই সেও দিহে মাত পাইছে। চাউল সিজাই আহিবলৈ ওলাল। গুৰু বোলে তোম্রা সব গৃহবৰ্ত্তী ডাঙৰীয়া গুৰু ধৰ্ম্ম কি কৈ ৰবা। তেও আমি সীমা দি তিনি পৰ বেলা ভাৰ্য্যা পুত্ৰ দেহ প্ৰবৰ্ত্তিবলৈ বস কৰিবা, দিবা এপৰ, নিশা এপৰ জীৱৰ অৰ্থে নাম গাবা এই বাক্যতে ৰব পাৰা যদি আমাক পাবা। নবলে কাতো দোষ নাই, চন্দ্ৰ, সূৰ্য্য বসুমতী সাখী সবাই। পাচে ভাৰতে আহি জিগিৰি ঘোপা পালেহি। দেখে তাতে সুৰানন্দ আছে। বোলে দেখো আছ তই? বোলে বাপ, এই যুগীটক আনিব পৰা নাই, সি এখন তুখান নাও হলে, নাহে, এশ চকুৰি হলে তুলি যি হয় দিএগৈ, সি আহি বাঘ ছাল পাৰি বহে পানীতে। জুৰ হৈ পৰে, চাকনৈয়া ভকা নিত্ৰ। বোলে আমাৰ নাওঁ মেলি দিয়া। ভাটোকুচীয়া আতা গোৰোমলি দেখে পানীঘোৰা জপিয়া দিছে। তেহে গুৰুজনে ঘোষা দিলে—

জীৱৰ অৰ্থে নাম গোৱা

গুৰুজন জিগিৰি ঘোপাত

ৰাম হৰি জয় ৰাম হৰি। গোপাল গোবিন্দ ৰাম হৰি জয়॥ আৰু সবে গালে, পানী নিৰ্ম্মল হল পাচলকু, ঘোষাও চিয়া হ'ল নাও বৈচা। পাচে সেই যুগীয়া লাজ হৈ গুচি গলগৈ পাচে এশমান নাও আছিল, সব গ'ল। আহি সুৰানন্দে বোলে বাপ, মই যাওঁ গৈ আহোঁ। গুৰুজনে বোলে সুৰানন্দ, মোৰ দুখীয়া ভকত কেটি আছে দুখ নিদিবগৈ। বোলে বাপ, মই কৈহে আহোঁ যাই। পাচে গৈ ভকতক ধৰি বান্ধি এক এক টকা ললে। গৈছে বৌৱৰাৰ মুখ গুৰুজন পাইছেহি। দেখি তাক সুধিলে

ভকজন বৌৱৰামুখত

বোলে বাপ, কথা শুনাই কৈ আহিছোঁ। পাচে তাতে নাও ৰাখি স্নান কৰিছে একাদশী গধুলি ওলাই। এমুঠি চাউল কাৰো নাই অত্ৰাহি ক্ষুধাও, গুৰুসেৱা কৰি নাম গাই থৈছে। তেনেতে ভাঠিতে দুজন লোকে ছোট নৌকাতকৈ দুগ্ধ, চিৰা গুৰ, কল, গুৱাপান থৈ বেগতে গ'ল, কেৱে তৰ্কিবই নুৱাইলে। গল ভাঠি মাৰি, চকমক দেখ নেদেখকৈ গ'ল। আতা দেখি ৰুৰ বোলোতে অন্তৰ্দ্ধান হ'ল। বোলে বাপ, ছয়াময়াকৈ দেখো যেন কৈলে, নাই দেখো? বোলে ঈশ্বৰে দিছে, গুণ লুভী ভগৱন্ত, হৰি গুণ সেৱা দেখি দিছে কৃষ্ণে, ভগাই দিয়া। দিলে সকলো লৈছে। তাৰতে উজাই গৈ বৰপেটা গই জান সোমাই উঠিল। ভকতে পাৱত পৰি কান্দিব ধৈলেহি বোলে বান্ধি এক এক টকা ললেহি সুৰানন্দে। গুৰুজনে খেদকৈ বোলে ত'তে ক'লু, তেওঁ ভকতক দুখ দিলেহি পাপীষ্ঠে! কি কৰিম? অসন্তোষে ৰ'ল; কি কৰিব? তাতে আছে হৰিগুণ গাই। তেনেতে বিজয় পুৰতে তিনিজন ভকত আহিছে, সাদিন অনাহাৰ, দেহ যায়। বগৰিবাৰীতে মাদল কোবাই সভা গাইছে। তাৰে দেহ লৰতে এজনে প্ৰসাদ কল খুজি খালে। আক দুয়ে আহি গুৰুজনত কলেহি। বোলে হয়নে? বোলে বাপ হয়। বোলে অসঙ্গী অভকতৰ দ্ৰব্য খালে জীৱৰ সৰ্ব্বনাশ অৰ্দ্ধ হয় নৰ্ক। বোলে বাপ ডেও দি দি হৰিগুণ গাইছিল দেখি তোমাত অৰ্পি তযু পাদ প্ৰসাদ বুলি দেহ নোৰোৱাত খালোঁ। বোলে দখিন সৰোবৰ আছে, সিপাৰত আছে যায়। এজনে দেখিএ ভয় হৈ উভটি আহিল। এজনে বৎস খোজ এটাৰ মান দেখিলে, এজনে মূলে নেদেখিলে। প্ৰসাদ খোৱা জনে আহি কলেহি। পাচে গুৰুজনে এৰা

ঈশ্বৰে খাত দিয়ে

মাদলকোবাই সভাগায়

দৰে নহলেই কাম নকৰিব। ৰুদ্ৰক দেখি বিষ খায় আনে।

“ঈশ্বৰ মুহি যিটো মূঢ় মতি।
ই কৰ্ম্ম কৰি যাইবে অধোগতি ॥”

এদিন গন্ধিয়া ঘৰে মৰধে মাইলে পত্নীক। বৰ হুৰ লাগিল। সুৰানন্দ পালেহি। আকৌ সব লোক ভাগিল বনে জঙ্ঘলে। গুৰুজনো নিশাই ভাগিল, ভয় হৈ, ৰামচন্দ্ৰ ঠাকুৰ গৃহে সুন্দৰীতে ৰ'লহি। তাতে গুৰুজনে খেদকৈ গুৰুবাক্য মনত পৰি শিৰে ধৰি দিনত পাট গোহালিতে ঘোষা কৰে। নিশা উৰ্ব্বশী আপীএ সকলো কৰি থয়. এসন্ধ্যা ভোজন কৰে, চৌপৰ নিশা লাস নাম সেৱা কৰে। দুখে কষ্টে এমাহ হ'ল গৈ। ঢাপৰ কাখে কুৱৈ নল কাখে পৈসনাকৈ দিছিল। তাতে বিহানেগৈ বহিছে মুকুন্দ মাধ দুই ভাই খিৰামৰল বেটা পিস্ত্ম ঈৰিষা কৰে। পুৱা গৰু নিছে হাল বাবলৈ। কেনোবা শৌচ কৈলে দেখি বোলে এই উদাসীনহে ভৰ্চ্ছিলে, এপাচি খায়, এখানি হাগে, য'তে থাকে ত'তে বিঘিনি হয়। অ'ত চাপেছেহি, কিবা এটা হবহে আপদ আকৌ। শুনি গুৰুজনৰ বজ্ৰ পৰা দি খাপৰ মৰাদি মাইলে বুকে। গৈ গুৰুসেৱা নাম গাই চাউল সিজালে অসন্তোষকৈ। তেহে নিশা থাকি পুৱা গোপাল জনাৰ্দ্দন আতৈক বোলে অ'ত থাকিব মুৰাৰি দুষ্ট খলুৱা সূচকৰ নিমিত্তে, বাক্যে হিয়া ভেদি গ'ল।. ৰাজা ঠাই যোৱা কোৱাগৈ, আমাক এফেৰি খুটা মাৰি নিজ্জাল মাটি দিয়ক, ডা ডাঙৰীয়াত কবাগৈ। তেহে গ'ল। গৈ ঘৰঘৰি জানতে স্নানকৈ ধূলা লৈছে নগৰ সমীপে। তেনেতে অসুৰালি ভট্টাচাৰ্য্যে লাগ পাই বোলে কলৈ যোৱাহঁক? আৰা দুই হোজা মতে কলে বোলে বড়া লস্কৰ সবত কব দিছে এফেৰি মাটি ৰাজাত

গুৰুজন সুন্দৰীত ঘোষা কৰে

কৈ দিবলৈ পঠাইছে। বামুণ আগৰে হ্‌ল অসূয়া, বোলে মই কৈ দিওঁগৈ আহা, তালৈ কব লাগিছে কাত? পাচে গৈ ৰাজাক বোলে মহাৰাজ, সুন্দৰী মহন্তে একেৰি পুণ্য ভূমি থুইছে। বোলে কতনো আছে পুণ্য ভূমি আমাৰ দেশত? বোলে মহাৰাজ, গোকুল, মথুৰা, বৃন্দাবন, এই সব পুণ্যভূমি। বোলে তেনো তালকে থকগৈ। তেহে কথা শুনাই দিলেহি দোপদৰত। সবে শুনি খেদকৈ বোলে কিয় খেদিলে গুৰুজনক? তেহে হাজৰা আতৈ, কণীয়া, কাজী, হৰিকৃষ্ণ, গুৱালু কাজী, মৰ্দ্দন কাজী, বঙ্গ ৰূপাবৰ লস্কৰ, পদ্মনাভ লস্কৰ, বলাই, নৰসিংহ, দীঘলা বৰুৱা এই সবে শুনি আহি খেদকৈ দেখে আৰা তুই আছে। সোধে কয়; আদি অন্তে কলে। বোলে ভাল কৈলা, সি অসুৰালি গুৰুজনৰে অৰি। বৃন্দাবনলৈ খেদিছে, যোৱাগৈ এতিয়া। তেহে সকলো ধন ভৰি খাটি ৰাজাৰ বৰ খাটনি, ভোগ ৰান্ধনি তেওঁকে ধৈলে। সি গৈ ৰাজাক বোলে যি দেশ ঠাইত সন্ত মহন্ত নথাকে শাস্ত্রে শ্মশানশাল বুলিছে। আনে চপায় আপুনি খেদে দূৰকৈ? বোলে হুনু পুণ্য ভূমি থুইছে? বোলে দহো আমাৰ দেশত আছে হাজোএই পুণ্য ভূমি। বোলে হয় তেনো তাতে তুও মাধও মতা নমতা থাৱকগৈ। পাচে কথা শুনালেহি। আৰা সবে আহি কলেহি। তেহে গুৰুজনে ভাটোকুচীয়া আতৈক বোলে ই কামৰূপ, ভকত ৰব পাৰিব, অধৰ্ম্মী থলুৱা দেশ উজান অসমত হুনু বংশী যদুমনিৰ ঐশ্বৰ্য্য হৈছে, আমাক নাও মানুহ দিয়াই নিব পাৰে বা কোৱাগৈ যোৱা। পাছে সেৱাকৈ গ'লগৈ। হাজোৰ নামে শোৱালকুচি। তাতে কুমাৰ গৃহে কতো তাঁতিৰ কয়, থৰ গৰলি ধৰি পৰি আছেগৈ। তেহে গুৰুজনে তুখ কষ্টকৈ বুৰী লুইতত নাও

হাজো পুণ্যভূমি

শোৱালকুচি

ভৰা দিছে। তাতে এজন কলা ভকতে মাটি কাটিছে। ভকতে মাতে বোলে আহা, কি মাটি লাগিছে, তেওঁ কাটেহে। তেহে গুৰুজনে তিনি কলাৰ আৰ্হি দিছে।— এক কলা ঠাকুৰিয়া, এক কলা কোৰ ধৰিছে। এককলাৰ ছাগ হৰাল। বিচাৰি গৈ কোৰধৰা কলাত সুধিলে বাৰ্ত্তা। সি বোলে সেই মোৰ মাটিৰ সীমা। ই বোলৈ ছাগৰহে বাৰ্ত্তা কৈছে। বুলি গ'ল। গৈ পালেগৈ। আনি তাক খুৰী ছাগটি দিলেনি তোৰ কথাই পালোঁ বুলি। সি বোলে মই তোৰ ছাগৰ ঠেঙ কাহানি ভাঙিছোঁ। ই বোলে তোকে দিছোঁ। এই বুলি দন্দ কিলা কিলি লাগি কলা ঠাকুৰিয়াত গোচৰ দিলেগৈ। সি আকৌ তাৰ ঘৰে দন্দকৈ লঘনে আছে। বোলে তইঁতে যতেক মাত লাগে নেখাওঁ ভাত মই। ইইঁতে নেৰে। তেনেতে এটা গাওঁ খটুৱা পাই বোলে তাত ছাগ বান্ধি থৈ চাউল, লোন আনগৈ যা, তই কোৰ পাৰ যায়, ইটোক বোলে ভাত খাগৈ যা। পাচে সি লই গ'ল গুচি ছাগ। এতিয়াও তেনেহে হৈছে। তেহে গুৰুজন বুৰী লুইতে উজাইছে। দুপাৰে ভেটি বস্তুৰে নিমিত্তে আহিবই মুৱাৰে। আৰ্ত্তহৈ পানীতে পৰেগৈ। লক্ষ্মীকান্ত, সনাতন আতৈ এ বোজ ধৰিছেহি, তাতে তিনি পক্ষ হ'ল। তেহে হাজোৰ নামে ৰামদিয়া বালাতে চৈ গৃহকৈ বৈছে। পাচদিনা মাধৱ হয়গ্ৰীৱলৈ উঠিছেগৈ। দৈ কলা পোকা নাই, আতৈৰ হাতে কৰি চাৰি কাওন বামুনলৈ দি নিছিল। বোলে সি খলুৱা সূচক বামুণে পালেহে সজকৈ শলাগে, দিবা। তাৰে তেওঁ দুকাওণহে দিলে, দুকাওণ নিদি আনিলে, বোলে ই হৰিবিমুখীয়া লোক, দিলে কি হব, সেৱকত লগাব লাগে এই বুলি একাদশীত গুৰ দুকুৰি আনি ভাঙিছে। তেহে গুৰুজনে বোলে এই

তিনি কলাৰ আৰ্হি

ৰামদিয়া

কৰ চুবা? বোলে বাপ, তাবে ছুকাওন বাখি দিয়া হৈছে। অবাবত তাক দিলে কি হব? তেহে গুৰুজনে বোলে হৰি বিমুখীয়া অভকতৰ এবাকো খুৱাইছে আমাক ভক্তক ভক্তি কৰে কানাএ। এ আতৈ সৰ ঘিহে গুৰুবাক্যত থাকিব সি পৰ্ব্বতৰ গুহাতে যদি থাকে, আমাৰ কটৰ কাখে থাকে। বাক্য চৰা সব যদি কলাবে খুলাবে সাৰি খায়, তেওঁ সি পৰ, অন্তৰ। তাতে নাম কীৰ্ত্তন কৰি আছে। ডিমা বায়ণ, জগন্নাথ গায়ন, দিনে নিশা গাই বাই নতুৰা নাচ কাচ কৰে। গোটে দেশ ভাগি আহিব খেলে। ভাৰ অনা কান মাৰিবে বহা সাজে, চাউল সিজায়, দ্ৰব্যে অৰ্ব্বুদ হ'ল খাব নুবাৰা বামুণৰ দেখি চকু মৰি যায়। বোলে আমাৰ হয়-গৃৱ গোসাঁই ঢাকিবলৈহে আহিল।

আক হিৰাৰ ঘৰৰ সুমালিনী বুৰী ধৰ্ম্মক ধৰি গুৰুসেৱা কৰিছে। এদিন কল একখৰ নিছে পকাই দিগযোৱা। বামুনে লগ পাই বোলে বুৰী কল লৈ আহ মাধৱলৈ। বোলে আগত থৈ তহঁতে খাই নিবলৈ? বোলে তহঁতৰ জানো মূৰ্ত্তিএ খায়? বোলে কিয়? এই যি মূৰ্ত্তিৰ আগে দিয়, নাখায়, নলয়। "মৃতকৰ আগে যেন পিণ্ডক বঢ়ায়।" আমিহে যি মূৰ্ত্তি পূজা সেৱা কৰোঁ, চিন্তো, চৈতন্য, স্বৰূপ, নিত্য, শুদ্ধ, বুদ্ধ, নিৰ্ম্মল নিগুৰ্ণ, দিলে লয়, যি বাঞ্ছে, ফল হয়। পাচে বুঢ়ীএ দি সেৱা কৈ কলে বামুণৰ লগ পাই বোলা কথা। তেহে গুৰুজনে বুঢ়ীৰ বাক্যত সন্তোষ হৈ ঘোষা কৰিছে— সুমালিনী বুৰী

'মায়া আদি কৰি যত মানে, সমস্ত জগত জৰ
কৃষ্ণেসে চৈতন্য আত্মা শুদ্ধ।
চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে
কিনো লোক অধম মুগুধ।"

তেহে খেদকৈ বোলে আমি কাক মাতো, মোৰ গুৰু-ধৰ্ম্মে কোনো দ্ৰব্য খান আনে, তাত দুষ্ট দুৰ্জ্জনে দেই মৰে। আৰু হাজোৰ গায়নে গৈ গুৰুজনত প্ৰাৰ্থনাকৈ থৈলে বাজনা শিকিবলৈ। তেহে গুৰুজনে গীত কৰি দিছে। তাতে ৰাগ তাল মান, ঘাত, বাজনা সকলো উঠিছে। সিইঁতে চাই দেখি আশ্চৰ্য্য অদ্ভুত হৈ বোলে আৰা মনুষ্য নহয়, সাক্ষাত ঈশ্বৰ, ছদ্মহে নৰদেহা। ৰাগ গৌৰি॥ "ৰে ৰে বিৰিন্দাবনে মোহন গোবিন্দ বিজয় নন্দকু বালা"

উদাৰ গোবিন্দ

আৰু চুমৰিতে উদাৰ গোবিন্দ আতৈ আহিল, উদাৰ গোবিন্দ মাথাত শ্ৰীশঙ্কৰদেউ বহা কম্বলৰ টুপিটি মাথাত লৈ সেৱা কৈলে। তেহে গুৰুজনে দুখ কৈ, বোলে উদাৰ, আমাৰ এতিয়া বৃদ্ধ কালত প্ৰবাস কৰিব লগীয়া হ'ল। বোলে বাপ হব পায়, তোম্ৰা এতেক ডকাইতেৰে থকা যায়? বোলে কি কৰিম, নহলেও মুৰাৰি যে? আৰু পৰম তত্ত্ব বস্তু কথা বাৰ্ত্তা হ'ল। হৈ গুৰুজনৰ পাও দিয়া পাটচলি খুজি শিৰত লৈ গল। পাচে আৰা সবে বোলে বাপ, এনে সন্ন্যাসী সবেৰে দহো কথা নহয় আন খন! বোলে আৰাহে শ্ৰীশঙ্কৰ দেৱৰ মহাভক্ত, যি পৰীক্ষাত উঠিল। বোলে তেনে যে আমাক দহো অস্পৃশ্যাকৈ ডকাইত বুইলে? বোলে নহয়, তোৰা সৱক নোবোলে, আমাৰে লোটা বাটি কাঁহী, কলহ বটা, চৰিয়া, ডাবৰ এই সব দেখিহে বুইলে। তাৰাৰ লাউ আৰু কানি, নিৰ্গুণ ভক্ত। লৈ গৈছে। আতৈ মনিয়াৰি বোলে, তাতে হৰি গুৰু আতৈএ কেতুৰিয়নিত ইলাজ বিচাৰিছে। পত্নীৰ লেঙ্গ হৈছে। দেখি উদাৰ আতৈএ বোলে হৰি কি চাইছে? বোলে আতৈ ঔষধ বিচাৰিছো। বোলে মোৰ গুৰুজনে দহো থৈছে ঔষধ কীৰ্ত্তনত, ঘোষাত। "ও হৰি ৰাম নাৰায়ণ যাদৱ, দূৰ কৰা মোৰ মায়া। বিষম

ব্যাধিৰ ঔষধ মাগো ভকতি অমিয়া॥" বোলে আতৈ আপোনা সবৰ হয়, আমি যে দেহধাৰী, কি কৰিম?

আৰু হৰিগুৰু তলৈ তিনিজন ভকত গ'ল, কুলত শালৈ। ভোজন কৰালে। পত্নীক বোলে পাত খানি গুচা। বোলে মই এনে সব নুৱাৰো। বোলে অ পাপীষ্ঠী, তই আৰ যোগ্যই নহ, এই বন আমাৰহে। এই বুলি চপাই মাথাতকৈ পেলাই বোলে গুচ দুষ্টা, "তোৰে কথা নহয় ভালৈ। হৰিভকতক বোলে শালৈ॥" কুলবিচাৰ

অৰ্জ্জুনত গীতাত কহিলা দেৱ হৰি।
কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ঠ কৰি॥"

আৰু উদাৰ আতৈৰ নাতিনীএক এটি আছিল গ্ৰামে। এদিন বাটে পাই বোলে আপী এটি পাকৰি দিবি কন্থা শিবলৈ। বোলে পাকৰি যে লাগে আবুক এৰিলা কিয় এথানিকৈ বোলে আই, মোক নেলাগে, বোধহে দিলি। পাচত খেদি যায় নিয়া বুলি, নেচালেই আৰু। কলা চোচনিৰে কন্থা শিলে। পাচে বামুণে ভেটি ভাৰে দেখি মৰা মাধৱ, জীয়া মাধৱ বুলি অসূয়া কৰিব ধৈলে। গুৰু শুনি খেদকৈ হৰিগুণ গাইছে হৰিক চিন্তি। তেহে বেহাৰতে আই ঠাই প্ৰমুখ্যকৈ সবেও শুনিলে দুখ কষ্টৰ কথা। ৰাম ৰাম আতৈ, তেলী কৃষ্ণ, মহিতৰা, গোপাল, হাজৰা, হৰিকৃষ্ণ, বলাই, নৰসিংহ, সুৱালু কাজী, কলিয়া কাজী, ৰঙ্গৈ কাজী মৰ্দ্দন কাজী, দীঘলা বকৱা, নাৰায়ণ লস্কৰ, পদ্মনাভ লস্কৰ সকলো একত্ৰ হৈ কৃষ্ণ মতৰিয়া আতৈক আই ধাএ টেমা ভৰি কেশ ছিড়ি কাতৰ কাৰুণ্য কৈ সবাৰে সম্মতে পঠালে দান্তে তৃণ ধৰি মাতি। আতৈ উজাই আহি সবাৰে প্ৰাৰ্থনা কলেহি। তেহে গুৰুজন ছমাহ হাজোত ৰৈ গ'ল ভটিয়ায়। গৈ প্ৰথমে মনদিয়া ঘাটে ৰ'লগৈ। মনদিয়া পথিয়াজতে

তাতে পৰিয়া আতৈ সেৱা কৰিছেহি। কৰি বোলে বাপ, আমি যাওঁ। বোলে যাব নালাগে, তুমি থাকা। বোলে বাপ, কাৰে থাকিম? বোলে তিনিকুৰি ঘৰ পঢ়িয়া দিছো লগ। বোলে বাপ মুৰাৰি। বোলে ছকুৰিকে দিছো। বোলে বাপ মুৰাৰি। বোলে একুৰিকে দিছো। বোলে বাপ, এখৰো নপাৰো। বোলে তেনেহলে আমি জিহ্বাকে দিছো। বোলে বাপ, চৰ্চ্চি দিয়ক। দিলে। দি বোলে সদা সৰ্ব্বদা নাম নেৰিবা। তেহে বোলে মেঘ থাকে এক লক্ষৰ উপৰত, মৰা থাকে পৃথিবীতে। মেঘে গাজিলে মৈৰা নৃত্য কৰে। মিত্ৰ ঘটিছে তেও। আৰু সূৰ্য্য থাকে এক লক্ষৰ উপৰে, পদ্ম থাকে একলক্ষৰ তলত, তেওঁ সম্বন্ধ ঘটিছে। সূৰ্য্য উদয় হলে পদ্ম ফুলে, আৰু চন্দ্ৰৰ মণ্ডল

গাবোখৰামীৰ ৰণ

দুই লক্ষৰ উপৰে, ভেট উংপল দুই লক্ষৰ তলত, তেও মিত্ৰ ঘটিছে। চন্দ্ৰৰ উদয়ে ফুলে। এতিয়া ঠাইতে বস্তু চিনাই দিছোঁ, **নেৰ পাষ চাৰ ভাষ**। পাচে সদা সৰ্ব্বদা নাম লৈ আছে। বৃদ্ধকাল হলহি। তৈতে গাবো খৰামীৰ ৰণ লাগিল। আতৈৰ পুত্ৰ গোপালবৰ, ভোলা মধ্যম, নিৰঞ্জন ছোট মুৰাৰি সক, খাটে মাইলে হাৰিত। এৰা তিনিত্ৰ আতৈক নি জঙ্গলত সাল বৃক্ষৰ গুৰিত থৈ আছিল গৈ। তাতে নাম লৈ আছে ৰহি। নিশাবৰ বৃষ্টি বাত আনিলে, শাল বৃক্ষ ভাঙ্গিল দুহাত মানৰ উপৰে। এফাল মূঢ়াৰে পৈল, আতৈ নাম লৈ আছে। এৰা সবে পুৱা গৈ দেখি বোলে গাছ ভাগি মৰাহা পৰি, আহা। ধৰি আনিলতহে জানিলে। পাচে তাৰতে গৈ কাঠমি ঘাটে বৈছে। বিষ্ণু

কাঠমিঘাট

আতাৰ বেটা যদুমণিক পাচিলে পাত পছলা আনিবলৈ। তেওঁ গৈ বাৰী সোমাই কাটিছে। গোপালৰ ভাৰ্য্যা বউকে দেখি কলে। তেহে আতৈএ কাটি বান্ধি থৈ আতাত কৈ

সেৱা কৈলে গুৰুজনেৰ বাৰ্ত্তা আহা। পাচে আতা বস্তু দ্ৰব্য লৈ নাও ভৰি গৈছে। গুৰুজনে দেখি বোলে বিষ্ণুৰ নাও সেইখিতে লাগিবহি, তোমালকে একুৱাই দিবাগৈ। আৰু বিষ্ণুক সেবা কৰিবা। তেহে তাতে লাগিলহি। গৈ আতৈ সবে একুৱাই দি সেৱা কৈলে। তেহে আতা মাৰি দি আহিছে নাও বৈঠা ঘোৰা দি। শুনি ভকতে বোলে গুৰুজনৰ পয়াণে আতাৰে সমান হ'ল। আতা বোলে যদিহে পালকৰ অংশে হও, গাতে আৰ হব। পাচত শেষ কালত বাতুল ভাও দেখালে। পাচে গুৰুজনে কি খুজিলে দহো আঙ্গুলি দেখালে। বোলে যত্নমনিক দিছে। পাচে তাৰতে গৈ গজিয়া ঘাটত ৰ'ল। বাৰ্ত্তা কলে বাউসী, বৰপেটা, সুন্দৰীলৈ। তেহে শুনি পুৰ্ষোত্তম ঠাকুৰ, চতুৰ্ভুৰ্জ ঠাকুৰ, হৰিচন্দ্ৰ ঠাকুৰ, ৰামচন্দ্ৰ ঠাকুৰ, ঠাকুৰ আতা, বুঢ়া আতা, মনপুৰ ভণ্ডাৰি সকলো সমূহ গল আগবাঢ়ি। আতা বোলে বাপ, আমাকো নিয়ক। বোলে সখি, তোম্ৰা যাব নেলাগে থাকা। তুমি গলে ইৰাজ্য সিৰাজ্য তিনিও ৰাজ্যৰ সেৱক বস্তু সুধিব লাগে। গজিয়াঘাট

আৰু শ্ৰীৰামচন্দ্ৰ বৈকুণ্ঠে গ'ল, হনুমন্তক থৈ গল, ভক্তি বস্তু ৰাখি। কৃষ্ণদেউ বৈকুণ্ঠে গ'ল পৰমতত্ত্ব থৈ উদ্ধৱত পৃথিবীত। এতিয়াও গুৰুধৰ্ম্ম প্ৰবৰ্ত্তাই থকা যক। আৰু উপৰতো সূৰ্য্যৰ তাপ মূৰতো জয় চক তলতো পেঙ্গুলীয়া সৰ্পে খায়। তেওঁ পিতৃৰ সাহন নেৰে। এতেকে তোম্ৰা থকা যক। সত্ৰ নাপাতিবা, উদাসীন ঠাই নিদিবা। তেহে ৰামচন্দ্ৰ ঠাকুৰে খেদকৈ বোলে আগে জনা হলে এক উপায় কৰা হ'ল হন্তে। তেও কামৰূপৰ লোকৰ বিধিবন্ধ হ'ল। গোকুলৰতে মথুৰালৈ যাওঁতে যেনেকৈ গোপীৰ দুৰ্দ্দিন, মথুৰা নাগেৰীক সুদিন, আমি অভাগ্যৰ তেনে হৈছে। তেহে

ৰামচন্দ্ৰ ঠাকুৰক সাতশিৰীয়া দহ মহা সোণাৰ হাৰগচ দিলে কলিয়া দলৈএ দিয়া।

আৰু গুহ্যতম ৰাজগুহ্য আতাত থলে, ললে। আৰু ৰামচন্দ্ৰক বোলে মোৰ গুৰুজনে কীৰ্ত্তন ঘোষা খানি গোটাব দিছিল, নুৱাইলোঁ। গুৰু বাক্য ৰাখিব। তই গোটাই নিবি।

ৰামচৰণক কীৰ্ত্তন গোটোৱা আদেশ

আৰু মনপুৰ ভণ্ডাৰিএ গুৰুজনৰ সিঘিৰি পঢ়ি খানি খুজিলে দিয়ক বুলি। আমি এতিয়া বৃদ্ধ কালত প্ৰবাস কৰিব লগা হ'ল। আন পঢ়ি দুখানো দিওঁ, তাক নধৰিবা। বোলে বাপ, তাকে হে লাগে মোক। তাক এপিঠিএ ললে জাৰত ঘাম লাগে, এপিঠিএ ললে জহত শীত হয়। বোলে আন কাপৰ কানি দিওঁ, নে! বোলে বাপ, আন কাপৰ দহখান দিলেও নেলাগে! বোলে জাৰে শীতে আমাক লাগে, নধৰিবা। বোলে বাপ, দিলেহে সজ। বোলে মনপুৰ মন পূৰি মোৰ বন খানি কৰিছিলা এতিয়ানো কিয় নিৰ্দ্দিয়া হল? পাচে দি বোলে কি ঢেকেৰাদেশী নিদাৰুণ, গাৰ ছালকো কাঢ়ি লয়। পাচে ঠাকুৰ দেউসাক শিকাই বোধাই আতাক প্ৰবোধ কৈলে। আতা পদত পৰি সেৱা কৈ বোলে "আউৰ কি আসিবা নন্দৰ পুৰ। কৈ সানি দেখিবো মুখ প্ৰভুৰ॥" তেহে গল মেলি। গৈ খাগৰি কটাৰ ঘাটে ৰ'লগৈ। বৈ ভকত খৰি-পাত বিচাৰি হাবি সোমালগৈ! মাখি মউ এপাহি পাই লৈ আহি দিলেহি। গুৰুজনে বোলে হৰিবল্লভ, গুৱা কিছু খুন্দা। আতৈএ কুটিলে, উৰালতে মিহলাই বাটলু গুটি মানকৈ সবাকে দিলে, ললে। বোলে তোম্রা সবে মৌ ভোজন কৰিলাহঁক, আমিও মৌ ভৰিয়া ঘোষা কৰোঁ, এই বুলি ঘোষা পটল কৰিছে—

খাগৰিকটা

মৌ ভৰিয়া ঘোষা

"ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম হৰি হৰি।
ৰামতে ৰমোহোঁ অবিৰাম ৰাম ৰাম॥"

বোলে বাপ, আমি পালোঁ, খালোঁ, গ'ল; বিদ্যাৰ ৰচনা আপুনি চন্দ্ৰ সূৰ্য্য থাকে মানে থাকিব। তাৰতে গৈ

ঠাপোজা ঘাট

বঠা পোতা ঘাটে ৰ'লগৈ, ভকত গা শুদ্ধিলৈ গৈ নলনি ডোবাত শুকাই জাগিছেহি, মাছে পানীএ সমে অসংখ্য পক্ষীএ ধৰি

ভকৰ্বত হিংসাৰ্থ বাধা

খাইছে উদাসিয়ালে বৰ ভোৰ আছে। দেখি বলে পৰা একো বোকোচা আনি দ'ল কৈলেহি। দেখি গুৰুজনে বোলে মোৰ গুৰু ধৰ্ম্মত পশু, পক্ষী, মাছ, হিংসা ধৰ্ম্ম বাধা, আমিও কোৱা নাই তোম্ৰাসবত, কিয় কৈলা জীৱ বধ? বোলে বাপ, শুকাই ক'লি পশুলৈ মৈল হতে, অনেক চৰাএ খাইছে। তেহে গুৰুজনে এক দৃষ্টান্ত দিছে।" এক বৃদ্ধ ব্ৰাহ্মণ নপৰা হৈ বাজ উলিয়াইছে চিপছিকটি হৈ আছে। তেনেতে এক লোকে টাঙোন মাৰি মাইলে। এতেকে ব্ৰহ্ম বধ নেলাগেনে তাৰ? বোলে বাপ, সেৱক গুৰু অৰ্থেহে অনা হৈছে দেহৰ

সাৰধানিঘাট

অৰ্থে অনা নাই আক। বোলে এই পোনে হলে গা বৈছে। "ভকতৰ পদে ৰামে কৰন্ত অন্যায়।" ভোজন কাজ কৈ গৈছে। তাৰতে গৈ সাৰধানি ঘাটে ৰ'লগৈ। গুৰুজনে বোলে সকলোটি যোৱাইঁক, খৰিপাত শুধি কৈ আহা। গ'ল। পাচত খৰি পাত চৌকা খলা কৰি শুধি স্নান কৈ টৌবাটি ধুই লেও দি চাউল শাক বুটি ধুই যত্ন কৈলে। আতৈ সব আহি অভ্ৰাহি হৈ দণ্ডৱত পৈল বোলে বাপ, এনে ছল কিৱ কৰা যায়? মৈলোঁ, সৰ্ব্বনাশ হলু। তেহে গুৰুজনে গীত কৰিছে—"ৰাম গোঁসাই চিন্তহু মন মেৰি"

ভকততত্ত্ব

"ৰামক বাণী জপহু মন ভাই।" "মই সেবোহোঁ ৰাম চৰণ। হুজাত কৰি চৰ্চ্চিছে। বোলে কৃষ্ণদেৱে কৈছে,—

"মোৰ গুৰু, ভকতেহে স্বৰূপ স্বভাৱ।
যেন বায়ু আকাশৰ নাই ভিন ভাৱ॥"
"সৰ্ব্ব তত্ত্ব ভকতক মই গুৰু মানো।
ভকত গুৰুত পৰে আনেক নেজানো॥"

ভোজনকৈ গ'ল। মেলি গৈ গুৰুজনে বোলে ভাত খৱা ঠাই অটালা? বোলে বাপ নহ'ল, তভে খাম গৈ নে? বোলে বলাইক উজাই। বোলে এমোচৰ আহিল বোলে বলা। তেহে উজাই গৈ অঁতালে। বোলে আতে লাগি কত গুটি জীৱ দুখত পৈলইতে, বুলিব অমাৰ্গী লোক বৈছিল। এতিয়া বুলিব সন্ত মহন্ত বৈছিল। পাচে গৈ আৰিকাটি

লুহিয়া বটাবাৰি ঘাটে ৰ'ল। তাকে লুহিয়াও, বোলে বটাবাৰিও বোলে। আৰে পৰা বামে উঠি গ'ল, দোলা খানিৰে দুলীয়া তুলসীৰাম আতৈ, দিনবৈ নাৰায়ণ, গঙ্গাৰাম, ঢঙ্গিয়া গোপাল, চাৰি দুলীয়া। এই চাৰিৰো গুৰুজনৰো যদুমণি আতৈ ভাৰী লৈ গৈছে। তেহেৰতে ৰঘুৰাজা আহে। এটি হোলা জেতিয়া, তাতে দোলা খানি থৈ বহিচন্ত, কাপৰ আঁৰ দি। তেহে বলাই নৰসিংহ আতৈএ গুৰুজনক দেখি ঘোৰতে দূৰতে নামি সেৱা কৰিলেহি। চত মহা বৰ ধুপ। মুখ শুকান দেখি টেঙ্গা ৰবি দিছে, দুও খালে। তৃষ্ণাত তত পাই বোলে বাপ, দাস, ভৃত্যৰ বহাতে যেন আজি ৰবগৈ। বোলে আমি যাওঁ, বিচাৰ কৰিব। এই বুলি গ'ল দুও। তেহে গুৰুজন ততে ৰলগৈ। সেই দিনা একাদশী, ভোজন নহ'ল। পুৱা তাৰা দুই স্নানকৈ গ'ল। সেৱাকৈ বোলে বাপ, কালি নহ'ল চাউল সিজাবলৈ, একাদশী; এতি এমুঠি সিজাবলৈ হক। গুৰুজনে বোলে বাক, এটি বস্তু খুইছোঁ, দিম বোলা। বোলে বাপ, তোম্ৰাতকৈ কি বস্তু আছে? দেহেই আপুনাৰ চৰণতে সমৰ্পিছোঁ, বোলে তোম্ৰা দুইৰ মাজত যি অসুয়া গোট আছে, দিয়াযক বুলি আঁচল পাতিলে। তেহে আৰা দুয়ে বোলে বাপ, দিছোঁ বাক। তিনিবাৰ বোলাই চপাই, কোচাই লৈ টোকৰ মাইলে, জুই ধোঁৱা উৰি গ'ল। বোলে আজিতে তোম্ৰাসবৰ অবিদ্যাগোট আমি লৈ চাই মাটিকৈ

আমাৰ শুদ্ধ মত ধৰ্ম্মবস্তু গোট দিছোঁ। তেহে দুয়োজনে পৰি সেৱা কৰি দুও দুইক কৰে। তাৰে পৰা শুচিল; কন্দল সজ হ'ল। দুও ঘোৰাত যায় ৰাজা ঠাই, একে সমে এখানি গুৱাকে কাটি খাই একে গমচাৰে। পাচে সেই সীমাৰ ভলুকা বাঁহ, জাৰ কটাই পোৰালে।

আৰু একদিনা গুৰুজন কেহো হাজৰা গৃহে গৈছে। তাৰা আগ বাঢ়ি নি বহাই পদ পখালি পাদোদক লৈ পন্ধে, পুষ্পে ধূপ দীপে পূজা সেৱা কৈলে। প্ৰাৰ্থনা কৈ বোলে কি আগমন? বোলে তোম্ৰাৰ বিত্ত বস্তু যি আছে দিয়া সবে। তেহে হৰ্ষে সোণা ৰূপা কাঁহ পিতল বস্ত্ৰ যি আছিল আগতে দমালেনি। বোলে আৰু আছে নাই? বোলে বাপ, দাসী সবৰ হাতে কাণেহে আছে আৰু। বোলে তিনিভাগ কৰা আৰে। বোলে কেনৈ, নিয়া যক। আকৌ তোম্ৰাৰ ধূলাৰে প্ৰসাদে হব। বোলে তুমি কৰা। তেহে কৈলে। তেহে কৈলে। বোলে এভাগ ৰাজ্জাৰ জঞ্জাল মাৰিবা, এভাগ পুত্ৰ ভাৰ্য্যা প্ৰবৰ্ত্তিব, এই ভাগ আমাৰ। আৰে তিনিও ৰাজ্যৰ দুখীয়া ভকতক সুধিবা। এতিয়া থোৱা নি, পালোঁ আমি। পাচে দুখ কৰিব ধৈলে, কেলেই উলিয়ালোঁ, কিছু নিয়া যক। স্তুতি নতিকৈ নেৰাত তাৰে মুঠি মাৰি পাঁচ টকি ৰূপ লৈ গ'ল! থলে সামৰি। এতিয়াও গুৰুজনে দিয়া ভাগৰহে মানি লয় যেয়ে দিলে লাগে। তেহে গুৰুজনে বলাই নৰসিংহক বোলে ই ৰঘুৰ দেশত নেথাকোঁ [illegible] বেহাৰ গমন বুলি আছিছোঁ। কেনেকৈ পঠোৱা বেহাৰ লক্ষী ৰাজ্যে? তেহে তাৰা সবে ভৃগুৰাম্ভাক ধৈলে বোলে গুৰুজন যাৰ খোজে চকিত একৱাই দিয়া। সোনকোচতকৈ; দুই ৰাজাৰ সীমা টান। ভৃগু দুও ৰাজাৰ পুৰোহিত। ধৈলে। কেইজন? বোলে ছজন। দুলীয়া চাৰি ভাৰী এক গুৰুজন। পাচে

গৈ ভৃগুএ চকিদাৰক ধৈলেগৈ বোলে আমাৰ বৃদ্ধ শহুৰ হয়, ঘৰ মানুহে চাব খোজে, আনোঁ, কি বোল? বোলে কেইজন? বোলে দুইজনহে সবহ নহয়। বোলে বাৰু নিশা কোকমোকতে আহিব। তেহে নিশাই আহিছে গুৰুজন। বলাই, নৰসিংহে নাও যতাই থৈছে। পোহৰ হোৱাত বেগাই গৈছে। যদুমণি আতৈৰ ভাৰ টান হ'ল। হেচি ধৰিছে, পাচত গৈছে। বোলে আহ বেগাই। বোলে বাপ, ভাৰে টান, গধূৰ ছয়জনৰ। বোলে তেনো আমাৰ পটাখানিকে পেলোৱা। পাচে থৈ গুৰু বাক্যে ভাৰতে উলিয়াই পেলালে। গুণি ভাবি বোলে বৃদ্ধ কালত বটন ফেৰি নহলে ভোজন নহয়। তেহে গাতি বোকোচাত লৈ গৈছে। পাই নাওত উঠিল। সিপাৰতে চকিয়ালে দেখে গোটে জলথল। তেহে উতৰি গৰা একেলাফে উঠিল। তত আদিত্য উদয় হৈ আহিছে, গুৰুজনকো সূৰ্য্য যেন দেখিলে। সি অদ্ভুত আশ্চৰ্য্য হৈ বোলে দুই ভাস্কৰ নেকি? বৰ মহাত্ম্য দেখিলে। একো নলৈ সেৱাকৈ পঠালে। সেই দিনা গৈ ভৃগুতলে ৰ'লগৈ। উপাসে ৰ'ল। বিহানে যাবলৈ ধৈলে। ৰাজগুৰুৱে সেৱা কৈলে পাঁচ টকা বস্ত্ৰ এজুৰি দি। গুৰুজনে বোলে তোমাকহে দিব পাওঁ? বৰ কাৰ্য্য কৈলা আমাক আনি, এই সব দিছা কিয়? বোলে বাপ, স্বভাৱতে আমি পৰৰ খোৱা ব্ৰাহ্মণ, তোম্রাক দিবলৈ যেন আগলৈ হাতটো বলে। এই বুলি সেৱা কৈলে। তেহে গৈ ভৃগুৰে

ঘোঁৰা বান্ধা ভাতৃ সন্তোৰ গৃহতে ৰহিছেহি। ততে কপিলকেষো আতৈএ ধৰ্ম্মক ধৰিছে। গুৰুজনে কৰি পাঁচোটা ঘোৰা দিছে বোলে পুৱা শোধাবা আওবাই।

শাস্ত্ৰ গুৰু সবে, শিষ্যক কৃপাএ, শুদ্ধ উপদেশ দিব।
শিষ্য সবে শুদ্ধ, ভাএ নাচৰিলে, তাবা সবে কি কৰিব ॥"

আৰু চাৰি তলে। চাই—শোধাইছে। তেহে চাউল সিজাবলৈ যতনকৈ ধৈলে বোলে কবিৰ মুৰাৰি, বৃদ্ধকালত বটন নহলে ভোজন নহএ, যতুমণিএ ভাবে বলে নপৰাত পটা পেলাই আছিল, নকৰোঁ। তেহে আতৈএ আঠু লৈ বোলে বাপ অনা হৈছে। বোলে দহোঁ, আমি পেলাৰ নিদিছিলোঁ? বোলে বাপ, আপুনাৰ বাক্যে মাটিত থৈ শুনি বোলো কেনেকৈ চাউল লব, হোৰাত কৈ অনা হ'ল। তেহে বোলে মোৰ যাতুমণিএ মনৰ মনক বুজিলে। গোপী সবক কৃষ্ণে বুলিলে—

"ভৈলোহো বশ্য মই তোমাসাৰ।
সুচিৰ কালে শুজা নযাই ধাৰ॥"

তেহে ভোজন কৈ গৈ তেলী কৃষ্ণ আতৈ তত্তে ৰহিচন্ত। তেওঁ মহা ভক্তি ভাৱে সেৱা ধৈলে। তিনি দিন ৰহি তাৰ পৰা গৈ মাইতৰা গোপাল ঠাই ৰহিচন্ত। তেওঁ বিৰু কাজীত বৰ খাটনি। কলে বোলে তোমাৰ দেশলৈ এজন মহা মহন্ত আহিছে কামৰূপতে। সি সন্ন্যাসীক মানে। বোলে কেনে মহন্ত? বোলে মৎস্য, মাংস, পশু, তৈল, খাৰ উষ্ণ চাউল নেখায় আৰু খনা, খন্থা, পঙ্কা, ডাহ্রি, নিৰভুক্ষ, নিৰামিষ প্ৰবৰ্ত্তন, বিশিষ্ট লোক। বোলে বাৰু জমি ব্ৰহ্মত্তৰ কৈ ৰখা যাব। পাচে আহি কলেহি বোলে বাপ, আপুনাৰ অৰ্থে খাটি আহিছোঁ বিৰুত, ৰাজা ৰাজা নহনে, কাজীএ ৰাজা। বোলে কি:কলা? বোলে বাপ এই ক্ৰমে কলু। বোলে গোপাল দহো মোৰ গুৰু ধৰ্ম্মে সৈতে ঢাকিলে, বৃদ্ধ শৰীৰ, বায়ু টান কৰে আতপ চাউল খালে। বাংশ নহলে তৈল ভোজন নহয় এ আঠ আঠ দিনে, নখ, কেশ মুণ্ডচালে নহয় স্নানেই, এই বুলি ৰাগকৈ পিঠি দিলে, দিঁ গ'ল ভাৰপৰা, ৰাম ৰাম আতৈৰ বাৰিত ৰহিচন্ত। আতৈএ পৰম শ্ৰদ্ধাকৈ

তেলী কৃষ্ণ

গৃহ বান্ধি দিলে, তাতে আছে। লাউ দিছে হেদালি দি। তাৰ তলতে মচে নিতে, তাতে গুৰুজন পাচ বেলা হৰি কথা চৰ্চ্চে ভক্তে সমে। তেহে গোপালে সবাকে ধৈলে মাতিবলৈ গুৰুজনক। পাচে একাদশৰ পদ সুধিলে, গুৰুজনে বোলে ই গোপালে কি পদৰ অৰ্থ সোধে, ভকতিৰ গোৰ ডুহতীয়া কুৰান লগাই থৈছে। ৰাম ৰাম আতৈএ বোলে আমিহে প্ৰাৰ্থিছোঁ বাপ। বোলে তুমিএ লাউ দালি কইছা গোবৰ জাবৰ দি। আৰে ভকতে গোট পাত ভোজন কৰিছে; চাইটা বাহলৌ বুৰা কৰিছা জল খাবলৈ। এতিয়া আক গোবৰ পানী দি লৰাই কলে জীবনে আৰু? সকলো তেহে প্ৰাৰ্থনাকৈ হেৰাই ধৈলে বোলে তৰ্কিব মুৰাইলে, ভালক বুলিহে কৈলে মন্দত পৈল, ক্ষমা কৰক বাপ। তেহে ধৰাত বোলে বাক।

আৰু বেহেকুৱা বিষ্ণু আতা আচাৰি ভকতে সহিতে গুৰুজনৰ লগৰতে ৰ'ল, চকীত যাবঃমুৰাৰি বিজয়পুৰে ৰাত্ৰিএ হাবিএ ভূৰে বান্ধি সোনকোচ পাৰ হ'ল। হৈ এজোপা গাছৰ তলে বহিল পিঠি দি চাৰিওফালে। ক্ষুধাত গা ৰহিল সবাৰে, উঠিব মুৰাৰে। বোলে কাৰ লগে কি আছে বিচাৰ কৈ আতাৰ কঁকালৰ গাটিতে একটি চাউল আছিল। তাৰে ছুটি চাইটিকৈ সকলো জলেৰে খালে। ঠাণ্ডা হৈ পুৱাতেহে গৈ তিনিপৰিয়া গুৰুজনক সেৱা কৰিছেগৈ। ৰাম ৰাম আতৈএ সবাকে সিধা পত্ৰ দি ভোজন কৰালে।

# বদুলা আতাৰ চৰিত্ৰ

বদুলা আতাৰ চৰিত্ৰ

**বংশাৱলী**—আতাৰ উপৰি পুৰুষ মুনৈকুণ্ডিল গৃহ। তানে পুত্ৰ সুৰবাজ, তানে নন্দন যুৱবাজ তানে সুত নলকুহৈ, তানে বেটা সাম চোমদাৰ, তানে তনয় গোপাল চোমদাৰ, তানে সন্ততি তিতা চোমদাৰ, তানে অনুজ নৰ চোমদাৰ, তান পুত্ৰ চম্পা চোমদাৰ, তানে পুত্ৰ আতা বৰজন শঙ্কৰদাস। আতাৰ জন্মভূমি বৰনাৰায়ণপুৰত, খেল বাকৰতি। আঢ়ৈ বৰ্ষত পিতৃ চলিল। মাকে ছও পুত্ৰ লৈ ভায়েকৰ গৃহ গহপুৰে গ'ল। তাতে ডাঙৰ হ'ল। গৰু চাৰিছিল মমায়েকৰ। এদিন ৰাখিছিল সুভাই ৰৰতলে গৰু মেলি শুলে। গৰুৱে গৈ হয়ৰৰ কাথৰ ধান খাইছেগৈ। সি খেদি আসি ধৈলে! সব লৰা কলে বোলে হৈধন ঘৰ গৰুএ ধান খালে, গৰখীয়া তাতে শুই আছে। সি ৰাগকৈ ভৰ্চ্ছি যায়। দেখে বতাহী সাপে ডলাৰ মান ফেট তুলি ছাঁ কৈ আছে। মাৰক-চাৰি অত্ৰাহি হৈ লৰ মাৰি গৈ মাকত কলে। সাপে খাই মাইলে বুলি। মাক দদাএক হিয়াধাকুৰি গৈ দেখে, গ'ল অন্তৰহৈ। আতা সাৰ পাই বহে কি হ'ল বুলি। তেহে কৈ চাই চিন্তি লৈ আছে।

জন্ম বৰনাৰায়ণপুৰত বাকৰতি খেল

আক এদিন ব্ৰহ্মপুত্ৰ চাপৰি লুহিয়াত গৰু মেলিছে। কুমাৰে নাও ৰাখি চৰু সলাইছে। তাৰে আতা গোৰ টিঙ্গতে উঠি শুলে। চ'ত মহা বৰ ধূপ। কুমাৰ আহি দেখে, অনন্তে ফনাৰে ছাঁকৈ আছে। তেহে মাতে। আতা উঠিল, ফণাও জলতে লুকাল, আশ্চৰ্য্য অদ্ভুত হৈ বোলে আৰা শুদা লোক নহয়, ঈশ্বৰ অংশ কোনবা আহিছে।

আক এদিন হবাই বৰ গুৰিত শুলে। বোলে ঝুৰি ৰ'দ পৈল জেঠ মহা। বিয়াগম পক্ষীএ পখাৰে ছাঁয়া ছত্ৰ ধৰি

আছে। নগৰ নৰা গৰু ভেটি আহি দেখি আৰাও কৈলে। তেহে উৰাও কৈলে, আশ্চৰ্য্য অদ্ভুত হ'ল। সকলো মানি দলৈ পাতিলে, আগুৱাত চলিব ধৈলে।

আৰু এদিন শুকনা মাটিত গৰু মেলিছে, আহিন মহা বৃষ্টি আনিলে। সব ছুৱা স'ৰা তলে সোমালগৈ। আতা বোলে আৰ ছায়া লব নেপায়, নেষাও মই। সবাৰে ভিজি কাপৰ জোল বলে। আতাৰ গা নিতিতিল। সকলো বোলে আৰা নব নাতি গোসাই মনুষ্যভাও ছন্নহে।

আৰু এদিন হবাই দত গৰু চাৰিছে, বৰ দ গাছ গছানি নাই, ফাকা, শিশুসবে ছঁা কৈ আছে। পাচে মেঘে ছঁা পেলাই ছত্ৰ ধৰাদি ধৰি আছে, দেখি নৰনাতিএ কিবা জানে হবলা।

আৰু আৰা সদা সৰ্ব্বদা বালি ধূলি মাটিৰ কৃষ্ণ মূৰ্ত্তি প্ৰতিমাকৈ ফুলে ধূপে পূজি যেই আহে নামহে গায়। প্ৰসাদ বতৰ বস্তু আম কঠাল, টেঙা, জৰা দি গাই সবেও বাটি খাই ধায়। তাৰতে লাঙ্গলীয়া ডফলা গাওঁ ভঙ্গাত, আইৰ নাম সত্যা, ভনীএক মইন্দ্ৰী, কন্নপুৰত পৰিছিল। ত'লকে গই ছুই বৰ্ষ ৰহি চলিল। আতা ববজনে সৈ-ত কৰ্ম্ম ক্ৰিয়া কৈলে। তেহে গাওঁৰ ওজা বৰা সকলে গৈ ছুও ভাতৃক আনি পূৰ্ব্বৰ বাৰীতে গৃহ মকৰাহিতে বান্ধি দি আদপহীয়া পাইক ধৈলে। সকলো ধৰি ববজনৈ এটি কন্যা বিহা কৰালে। তেহে আতাক খাটিবলৈ নিলে, দাদাএকে পঠালে। ছাৱা ছোট দেখি দায়াকৈ বহাতে থলে। চাউল সিজাই সবাৰে হিদল মুকুতা পৰ্য্যন্ত গা গা দিএ, বান্ধি দিএ, উচ্-পিচ্ কৈ মৰে। দি ধৈ গা ধুই তিনি চাৰি দিনে টৌ মাৰি এসাজ খাই, চাউল পাত খায়, উপাসে থাকে। তেহে উপায় নেপাই এদিন পুৱা গা ধুই আছে। বাৰিৰ আগত

লগাই কুৰ্তাৰ বিষ্ঠা আনিছো সকলো দেখি বোলে কেলেই আন, হিঙ্গহিঙ্গাই উঠিল। বোলে তইঁতে খোৱাভোৰো আৰে লগৰেহে ? বোলে ই কালিৰ ছুৱা কুৰি লোকক নিন্দা কৰে দায়াকৈ খবৰ জহুত। ছপোৱা পাইক দূৰে ধৈলোঁ। খাটক ওলক হজলৈ, হৰাই থাকক, বহাত চাওঁ, মতাৰ চিন বাকৱতি দিছোঁ। আক। হিংসাকৈ দিলে নি। খাটিছে ছয় মাহে। এশ লবাৰ মাজতে আতা পাকে চক্রে কোৰেও চাটে বাকএ বাঢ়িল সবাতকৈ। পাচে এদিন চন্তা বকৱা নি প্ৰশংসা কৈ শলাগিলে আতাক, কিছু নামহি নাই তাৰে নাসৰি নাই।

আক এদিন লেখ দিছে গৈ, খাতৰো চাউল শোধাইছেনি। লেখি ৰঙ্গতে ফুকনে বোলে আৰে বাক চাট মাৰি দাস্তেৰে কামুৰি চাই ছুনীয়াটোপাটো যেয়ে পাৰে তাকে কাকত কাটি পাইক এৰিম মই। তেহে বিনাএ চাট মাৰি মাইলে, পানীপাচ পালেগৈ। পাচে হিনাএ মাইলে, মাজ পাচত পৈলগৈ। তেহে আতা উঠি পাক ধৰি বাক চাট মাৰি কামোৰ মাৰি পঠালে, চৰাতেই পৈলগৈ। ফুকনে প্ৰশংসাকৈ কাকত কাটি পাইক এৰি পঠাই দিলে। আহি আছেহি হৰিগুণ গাই। পাচে ৰাজ্যে সভাইক ওজা ৰবা ভাঙ্গি বোলে পুৰ্ব্বৰ বাপেক ককাএক বিষয়ালৰা পাতে। এই বুলি বৰজন কলি ওজা ৰবা পাতিলেনি বকৱা আগকৈ।

দোপোৱা লিচকৌ পাইচে খেতি কৃষি কৰে, আতা যতে নাম লয় ত'তে ফুৰে হৰিগুণ গাই। তেহে ডফলাৰ ৰণ লাগিল চোৱাৰে নামি দেশ মাৰিছে। উদয়াদিত্য ৰাজা ভেৰা ফুকনক দিলে, ঘূৰিয়া বাকয়তি হাজাৰো দিলে। আএ শুনি খেদকৈ কান্দিব ধৈলে বোলে তুমি হলে বাক, পাকে চক্রে টান পৈলে গা ৰাখি আহিব পাৰা, দদায়েৰ হোজা ডফলাৰণ উদয়াদিত্যৰজা

লোক, কটা মৰা ঠাই কি কৰে? বোলে বৌ, যাৰকে দিয়ানে? বোলে বাপু, গলে সজ। তেহে গৈ পঠাই দিলে, আহিল। বণুৱা গৈ বুৰৈ আগাৰিত ৰণ লাগিল। কাটি শৰেৰে ৰগৰাই আনিলে, বহু প্ৰাণী কাটিলে, ভাগিল। ৰি নাই হি নাই আতা আছে ৰাক খেলায়। সি হুএ কাটিলে হুকুৰি মান। আতাক কাটিব কাটিবলৈ আহে। তৰোৱাল আগে ঠেলি পঠায় ৰাক চাট মাৰি। কৰে জাঠি চপাৰই মুৱাবে। গা বৈ আছে। তেহে সিহঁত হুওক কাটিলেহি আগতে। পাচে এ ফলীয়া হৈ হাবি সোমাই আহিল, নিশাই দিনে, তিনিদিনে পালেহি। এখত দদা বউকে কান্দি ফুৰিছে। পাই সন্তোষে আছে এক বৰ্ষ বহুলা৾ভিটাতে। তেহে বহুলা উপাস ধৰি আতা থাকে। এদিন মাচমৰীয়া গৈ আতাক দেখি বোলে তিৰিৰ মুখ নেদেখা দেখিলো মাচো নেপাও, শুনি বএকৰ হুখ লাগি সূৰ্য্য বাঢ়েৰ হুহিতা খুজি বাটি বিবাহ কৰালে। সূৰ্য্যে চন্দ্ৰে দৃষ্টিপাত ৰহে, মহা ৰূপৱতী, আতা তাক চকুৰে নেচালে। পাচ দ্বাৰে সোমালে আতা আগ দ্বাৰে ওলায়। মহাবিৰকত বৈৰাগ্য হৈ নাম লৈ ফুৰে; খেত কৃষি এৰি। দদাএকৰ মনে খঙ্গ। নিশা হুপৰ ডেৰপৰত সোমায়হি লোকে খাই শোএ। আএ ৰহি থাকে, আহিলে খাই শোএ। এদিন ৰৰজনে শপিলে বোলে মোৰ খেত কৰিছে গৈ, খৰি পুৰি ৰহি থাকে, আজিতে থাকিলে শুদাই নেৰোঁ। তেহে আতা আহি পালেহি। আএ হুখকৈ বোলে বাপু, কি কৰানো অত নিশা? লোকৰ খৰি খেৰ নাইকিয়া। তেহে আতা জানিলে শপিলে বুলি। বোলে বৌ আজির্তে নেথাকিবা, মই বেলেগেই খাম। তেহে পাচ দিনা মজিয়াৰ চকুতে চক মাৰি খালে। একমাহ

খাইছে। আতা নিশা ৰাগকৈ ইয়ালৈ লোন, মাছ, শাক, পাত চাই থবলৈ কোন বন্দী আছে আৰ বান্ধি বাঢ়ি খাবলৈ? এই বুলি কুটা বেৰত দি চকটি মাইলে। নিশা আহি চাই দেখে ছিংসাকৈ মাইলে। পাচদিনা গৃহৰ মুৰতে ৰিহা ভিটাতে বহাকৈ আছে ও মাহ! গৰুকিনা এবাহ ৰ'লহি, তাতে ঠাই দিলে। সি ভাঙ্গি চিঙ্গি খাই চকটি মাইলে। নিশা আতা আহি বোলে তইঁতক কোনে ঠাই দিলে মোৰ বহাত? বোলে গৃহতে দিছে। তেহে এৰি হাতীশাল ভিটাত বহা কৰি আছে। চাউল পাত আএ থয়নি, আতা খায়। বৰজনে নসয় ৰাগকৈ। এদিন আহিন মহা ছাগ আনিছে দুৰ্গোৎসৱলৈ; ৰ'লহি, তাতে ঠাই দিলে। সি গোটে চুৱা কৈলে ৰণ্ড ভণ্ডকৈ। আতা দেখি বোলে দাদা আমাক বাৰীতো যে থাকিব নিদিএ, এই বুলি এৰি মোকালগুৰিতে বহা কৈ ৰ'ল। এদিন বৰজনে বোলে আত থাকি খাবলৈ উপৰতে পৰেনে? এই বুলি বাঁহ কাটি পেলাই ভাঙি পেলালে। তাৰ পৰা নি কৰদৈ গুৰিত সাজি ললেগৈ। তাতে হৰি গুণ গায়, দুই তিনি সাজে এসাজ খায়, মনৰ দুখে কষ্টে আছে। আৱণ মহা সেনচোৱা মেললৈ ৰ'ল যাই। বোলে সেইটি মোৰে বহা, থাক তাতে। আতা নিশা আহি দেখে যৱন সোমাই সৰ্ব্ব সাঙ্গ কৈলে। পাচে খেদকৈ তাৰতে নবীন বাঁহ খেৰ কাটি কচক গুৰিতে বান্ধিলে নি। তাতে বৌ মাএ লুকাই চাউল পাত দিছিল। তাৰে ভু পাই এৰিপাত ঠাল কাটি ভাঙ্গি পেলালে। আতা আহি দুখকৈ সব এৰি বোলে আত নেথাকোঁ আৰু। এই বুলি গৈ হৰি পুখুৰী পাৰতে এটি গৃহকৈ বহিচন্ত। তাতে মহা বিৰক্ত বৈৰাগ্য হৈ ঈশ্বৰক চিন্তি হৰি গুণ গাই আছে, লাউ কচু পাৰলৈ

কিছু নাই, মনেৰে যেন সুখ, হাজাৰ টকা গিৰিহে, বিপ্ৰ দামোদৰ দৰে ভক্তি যোগত সদায়। তাতে আহি জগন্নাথ চৰণ আহি লাগ ললেহি, আতাৰ ভাগিন হয়। পৰিচৰ্য্যা সেৱা আছে। তাতে গৈ পানী কলহত নি আও চাউল কঠি দিছিল। পাচে আঘন মহা ধান দাবলৈ কাচি চালে, লেখত এখনি নেপালে। বোলে দহো এখান নাই কাচি। আও বোলে ছিগিল। বোলে আন যোৰাই কুটাই আনিম। বোলে বাপুও ধৰাই শাক কুটিছে নি। বেগেই গৈ বোলে জগন্নাথ চন্দ্ৰ, ছিগা কাচি ফেৰাদে। বোলে মমা আমাৰ সেয়েহে শাক কুটা মাছ বছা, তামোল খোৱা তাৰেহে। বোলে আন, বতৰকালি কাচি খানে মানুহটো ৰাখে, দে। আতা বোলে বেজীৰৰ্তে বৰখিলৈ মই এভাগ পাওঁ, তেওঁ পায় এভাগ। সব এৰি আহিলোঁ, তেওঁলকে। তেও যে ছিগা কাচি ফেৰাইহে জোৰে তেও দিয়াহি। দিলে। পাচে ভোজন নহ'ল আৰু, উপাসে ৰ'ল অসন্তোষকৈ। সেই নিশা স্বপ্ন দেখিলে সুচুলি কমাৰে, ঈশ্বৰে গৈ এখানি কটাৰী খুজিলে। সাৰ পাই বোলে পুৱা আজি থাকে দেখোঁ তাকে দিম, এই বুলি প্ৰাতসে শাল পাতি গৰিছে গৈ। আতা পুৱা উঠি বোলে জগন্নাথ সুচলি কমাৰ ঘ'লৈ যাব পাৰা? এখনি কটাৰী কথা কেৱাগৈ আমাৰ। তেহে আতৈ গৈছে সিও গৰি উলিয়াই পাগ ধৰিছে। কলে, সিও বোলে তাৰালকে হে গৰিছে। দি বোলে কালৈ খুটি খৰি কটাকৈ দা এখানি গড়ি থম, নিবাহি যোৱাগৈ। আহি কলেহি দি। পাচে আতা বোলে জগন্নাথ, আমাৰ ছিগা গুলি নহৈছে? ঈশ্বৰে দিছে, নন বঢ়াব নেলাগে আৰু, আশা নদীৰ কোনে তৰ পেলাব? আৰু মনক হয় মানে নাটে আৰু।

আৰু একবাৰ জেঠ মহা বৰ আকাল দেশত, ধনলৈও পাবলৈ নাই, বৰ বিকল প্ৰাণীৰ। তিনটা লোকে ধান বিচাৰি নেপাই, ধনলৈও, ক্ষুধা তৃষ্ণা পুখুৰী পাৰে বকুলতলে পৰি আছে ধেৰাই মেৰাই অনাহাৰে। তেহে তাৰে এটি লাহে লাহে আতাৰ গুৰিত পৈলগৈ বোলে কৰ লোকটি? বোলে দেৱ তিনি দিন উপাসে দেহ যায়, টকালৌ বিচাৰি নেপালোঁ, কিবা খুদ কণ পাওঁ বুলি আহিলোঁ। বোলে জগন্নাথ কি আছে? বোলে একটি চাউল পাই ধুই থৈছে দত্তজনৰ নাজত। বোলে তাৰে এপোহা দিয়া, দুইলৈ দোপোহা থাকক। দিলেনি. লৈগল। সিটিএ বোলে দুটিমানদে। বোলে নোৱাৰোঁ পা খালোঁ।। পাচে সিও গ'ল খুজিলেগৈ। বোলে জগন্নাথ চয়, এপোহা দিয়াহি, আমি আৰু নবহাওঁ, চোৰাএ খাম সেই পোহা॥ দিলেনি, গললৈ খাই। সিটিএ দেখি সিও আহিল, দণ্ডৱতে পৰি কলে প্ৰাৰ্থনাকৈ। বোলে জগন্নাথ, আজি আমি আৰু নামকে ভোজন কৰিম দিয়াহি সিও পোহা। তেহে আতৈএ বেজাৰ বাগকৈ দিলেনি জলে সমে। খাই তৎ পাই গ'লগৈ। আতা হৰিগুণ গাই হৰিক চিন্তি বহি আছে। তেনেতে গোপী বাজখোৱা ঘোৰাৰে যায় হুকৰে গাওঁলৈ। দেখি বিগুতি কৈ বোলে নৰনাতি গোঁসাই, ই বেলি পাক সবাৰ পাৰিবানে ধৰিছা দহো বাৰকৈ? বোলে বুপা, খৰিয়া জীৱ, সংসাৰত বাগবোতে যোনী চেপা খাই অনাদি জন্মত পাক খাই শ্ৰেষ্টাতৎ ভু হেৰাল। আশা কৰিছোঁ চিৰকাল. কি কৰে জানো প্ৰাণ গোপাল পা। বুলি গৈ আগ বাট যাই জৰে বিৰে ঠৰ হৈ উভতি গৈ ঘৰত অচল হৈ পৈল। কিছু তৎ পাই চুলিয়া ঘৰগিৰিক মাতি বোলে নৰনাতিক এনেকৈ বুইলোঁ, কি পা, নি, মাতগৈ, দেহা যাবহে মোৰ বা শীঘ্ৰে। সি চাউল এভাৰ

গোপীবাজ খোৱাৰ জগবাধ

কোমৰা, লোন, তেল, কাপৰ জুৰি লৈ গৈছে। পাই আগে খৈ দণ্ডৱতে পৰি অনেক স্তুতিকৈ বোলে বাপ, আমাৰ ডাঙৰীয়া অপৰাধ হ’ল, এৰি আশীৰ্ব্বাদ কৰক ক্ষমাকৈ। বোলে দেখো বৰুৱা সজহে বুইলে, কলে দহো? যদি ঈশ্বৰে ধৰিছে ক্ষমা কৰক গুৰুজনে। তেহে গ’ল, সজ হ’ল। আতা বোলে জগন্নাথ অখনি খঙ্গ কৰা? কলে দায়, দিলে পায়। খাব নপৰাকৈ দিছে ঈশ্বৰে, খোৱাহি এতিয়া।

আৰু আতা শুতে স্বপ্নন মুখত অমৃত পৰি থাকে, নিতে শুনি থাকে দিএ কি ঈশ্বৰে। তেহে আতাৰ নামৰ প্ৰভাএ কৰি, চাউল দ্ৰব্য মিলিব ধৈলেহি। একদিনা বাসুদেৱ বিপ্ৰ গ’ল ভিক্ষা চাবলৈ। বোলে গুৰু তোমাৰ বেটা কেইটা? বোলে আতৈ ভাতহে নাই, পাচোটি। বোলে এটি দিব পাবা আমাৰ লগত? বোলে পাবোঁ, চাৰি কাওণ কৰি লৈ বন্ধুৱা আছে। কৰি হলে আনি দিব পাবোঁ। বোলে জগন্নাথ, কৰি চোৱাটো। তেহে গনি দিলো। নিলে দেখে গেবেলা মেবেলা ওকনিএ লাক। আতা পানী তপতাই খাবে টেঙ্গা ঘহি গাটি ধুৱাই লৈ ওকনি মাৰি আমনি হ’ল দ’ল। পাচে পিৰত পেলাই বচুভাবে দলি মাৰি তেল দি ফনিয়ালে। তেহে আতৈ নিতে ন কৈ শ্ৰী ধৰি আছিল, লেখৰ চিনৰ জীৱ পূৰ্ব্বক। পাচে তাবে পৰা অমৃত নপৈল আৰু। বোলে স্বপ্নৰ অমৃতৰ ফল ডিঠকত হল।

আৰু লোণ্ডটি ঘৰৰ গৈ দামোদৰ আতৈ লগ ললেহি, আৰু কন্থিণি মাধচৰণ আতৈ চাপিলহি, আৰু ৰামভদ্ৰ আতৈ আহিলগ ললেহি। সকলো হৰিনাম কীৰ্ত্তন কৰে, দ্ৰব্যবস্তু অভ্যুদয় হ’ল। যাব যেই মনে আগ কৰে প্ৰমাণ মিলি আহিব ধৈলে।

আৰু জয়শ্ৰী বুৰীএ সদায় আতাৰ ঠাই আহি গৈ চাউল,

পাত, মাছ, শাক, যি পায়, সেয়া ধৰি থাকে। আতাও ছুই তিনি দিনে বুৰীগৃহে বহেগৈ। এদিন গৈ বহি বোলে তোৰ হেনো গৰুটি মাইলে হয়নে? বোলে আতা হয়, দিলাও আপুনি, বাঘ হৈও তোম্রাই মৰা গ'ল। তোম্রাত পৰে দিএ কোনে নিএ কোনে? তোমাৰ সৃষ্টি, স্রজন পালন, সংহাৰণ সৰ্ব্ব কৰ্ত্তা। আতা বিমন হৈ বুৰীৰ বাক্যত কষ্ট পাই উঠি আহিল। পাচ দিনা বুৰী আহিল দ্ৰব্য বস্তু লৈ, সেয়া কৈলেহি। আতা বোলে বুৰী, তোৰ বস্তু নে, নেলাগে। বাঘ হৈ আমি গৰু মাৰোগৈ তোৰ? তেহে বুৰীএ কান্দি কাটি বোলে মোৰ মানত ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ তোম্রাই মোৰ আত্মা, কাকনো বুলিম? তেহে বুৰীৰ বাক্যত সন্তোষ হ'ল॥

## ভাটৌকুচীয়া আতাৰ বংশাৱলী—

টেপাই কাথৰ গৃহ বলিছিল। আদি চিদানন্দ ভূঞাৰ গুৰিত এই একে মুখৰে শুনা। তানে পুত্ৰ হ'ল ৰঘুবৰ তানে বেটা ৰামেশ্বৰ, তানে সুত হ'ল হৰিবৰ, তানে নন্দন কৃষ্ণবৰ, তানে অনুজ জয়বৰ। তানে সন্ততি শিৱবৰ, তানে বীৰ্য্যে জয়চন্দ্ৰ, তানে পুত্ৰ আতা কেশচন্দ্ৰ, ভাটৌকুচি গ্ৰামে কাচিকটা নদী কাষে গৃহ। গুৰুজন হাতীধৰাত ভটিয়াত স্বৰ্গনাৰায়ণ ৰাজা যি থাকিল ভূঞা সবৰ নি সলখত পাতি-লেনি। আতা, পত্নী চিত্ৰমালী সৈতে ভঙ্গাঢেকি ৰামুণৰ গৃহে ৰ'ল পলাই ৰামুণৰ বুদ্ধিৰে গৰনি ভাও লৈ। সাত মাহৰ অন্তে আতাৰ জন্ম, সাত বৰ্ষত আয়ু অন্তে আই আতা চলিল। শুনি চতুৰ্ভুজ আতৈ খুৰাএক নিলেহি সলখতে গৰু চাৰিছিল ৰামুণৰ। আতৈৰ মুখে গুৰুজনৰ গুণ, শীল, মহিমা শুনি চতুৰ্ভুজ আতৈক ধৈলে, তাৰাৰ মাতৃ কাহিলা শুনে পলম হয় দেখি বনমালী কটকীৰ নাও ধৰি দখিনৰ

ভাটৌকুচীয়া আতা

কাচীকটানদী

আতাৰ দ্বাৰে বৰপেটাতে গুৰুজনক পালেহি। গুৰুজনে
সুৱালকুচি
বংশী যদুমনি ঠাই পচাত গৈ সুৱালকুচিতে গৰনিএ ধৰি পৰি আছিল। আতা গুৰুজনৰ গুণ, শীল, মহিমা আকৃতি কৈ থাকে। গুৰুজন উজাই গৈ বালাতে বৈ স্নান কৰাত, কুমাৰ পত্নীএ দেখি গৈ বোলে তোম্রা যেনে পুৰুষ জনৰ লক্ষণ কৈছিলা তেনে পুৰুষ এজন দেখি আহিছোঁ। নাও ঘাটে। তেহে এবা শুনি ল'ল লাহে লাহে উঠি। দেখে চায় হয় গুৰুজন। সেইতে পাৱত পৈলগৈ। কলে নপৰাৰ কথা। পাচে গুৰুজন চাউল সিজালে, ভোজন কৈলে। কৰাই হৰাই নাওতে দোপাটি কাপৰ, টৌ, বস্ত্ৰাৱলী, নলীয়া কটাৰী, চাইটি বস্তু দি পঠালে উজাই। বোলে যোৱা, তিনটা ভয় পাবা। সেৱাকৈ গৈ গাঙ্গৰতে উঠি গ'ল। যাওঁতে গৈ মহত পৈলগৈ। তাৰতে হস্তীয়ে বাট ভেটি আছে। বোলে গুৰুবাক্যত আহিছোঁ, তেও আছ? অনাদি পুৰুষ বাক্যত, অন্তৰ হপা। শুনি গ'ল অন্তৰ হৈ। তেহে বাঘত গৈ ভেট হ'ল। বোলে তয়ো সৰ্জন সদাশিৱ পাৰ্ব্বতীৰ, আমিও ফুৰিছোঁ গুৰু-বাক্যত। পথ দেপা। তেহে এফাল হল গলগৈ। কেয়া কঠাল বামুণ চিনাকি। ততে বস্ত্ৰৱালী থৈ গ'ল। বোলে মোৰ গুৰুজন সৰ্ব্বজান পুৰুষ। তিনটা ভয়ৰ কথা কলে, ঠাৱৰে হ'ল। পাচে গৈ দেবেৰাপাৰেদি
দেবেৰাপাৰ কৰঙ্গ
কৰঙ্গৰ কাখে বংশীগোপালৰ সত্ৰ, তাতে সোমালগৈ। বা বাৰ্ত্তা গুৰুজনৰ আদৰকৈ সুধিলে, কলে, দুখ, নিবেদন, প্ৰশ্ন, কাৰণ। খেদকৈ নাও মাজী দি অনাওঁ বুইলে শ্ৰদ্ধাৰে। সিধা পত্ৰ সমগ্ৰে দি স্নান কৰালে। গোঁসাই গৃহৰ মুৰে। এক ঘৰ আছে, তাতে দিছে। চাউল সিজাইছে, ফুট আহিছে। গোসাই মুক্ত চাৰি পাত্ৰ, ধোবা, মুখী, কৰি, কুখী চাৰিও গৈ ভিতৰত থৈলে বোলে প্ৰভু, তোম্রা যে

গুৰুজনক আনিব খুইছে, তাৰাৰ আগত খাৰ নাইকা হিলৈ, কুলাৰ আগত তুহ, সোলোকা ঢেকী থোৰা, দান্ত ভগা সর্প তেনেহে হবা ; সূর্য্যৰ আগত দীপ জলোকা কি জলাবা, বোলে আনো বুইলোঁ অনাহে সজ। বোলে এনেকৈ কবা, অসম ৰাজাৰ বিষম কথা, পূর্ব্বে পাই গৈছে, অহা সজ নহয়। পাচে একো নেমাতিলে বিপ্রে। আতা শুনি বোলে মনে কৃষ্ণ দেউ যুধিষ্ঠিৰ ৰাজাৰ দূত হৈ গ'ল কৌৰৱ গৃহে, কার্য্য নহ'ল একো দ্রব্য মোৰ নুবুলি বিদূৰ ভগা গৃহে ৰ'লগৈ। বামুনী পুতেকে ঐশ্বর্য্য গুৰুজনৰ গুণ পাহৰিলে, আৰ চাউল লৈ থকা সজ নহয়। এই বুলি চৰু মাজেই ফুলাই গুচি গ'লগৈ নেমাতি। গৈছে, হামৰা কাখে আতাৰ ভগীএক আছে। বিহানে ভগিনীএকে বোলে মমা, মমা। আএ বোলে আজি ছয় সাত বর্ষ মমায়েৰ বা কলৈ গল! যদিহে আহে মানিকী গুচাই সোনামুঈ নাম থক। তেহে গৈ তিনি পৰিয়া সোমাল। দেখি কান্দি বাউল হৈ, ধান হাতাইছিল, সমার্জ্জনী হাতে ধৰেগৈ। বোলে আমাক নুচুবা। আসন দিলে, বোলে খেৰ পাত বাজতে দিয়া। দিলে, বহিল, বার্ত্তা বিদ স্থধি ভোজনলৈ যুগুত কৈ বোলে বাপু, চাউল কত হব? পিৰা, ঢৰাতে নবহা দহোঁ? খা কি? ভোজন কত হয়? বোলে আই, কৰিব নুৱাৰো আত, গৃহ লৰা লুৰিএ বিয়োগ, নাম গোৱা আত ভকত বৈষ্ণৱ আছেনে কতবা? বোলে হৰিপুখুৰীৰ পাৰতে বহাকৈ নৰনাতি গোঁসাই ভক্তে সমে হৰিগুণ গাই আছে তাতে। বোলে আমি গুৰু ধর্ম্ম ধৰিছোঁ, অসন্তোষ নকৰিবা, তালকে যাওঁ তেনো। সব দিলে। লৈ গৈছে। আতা জয় ভৰাৰী ঘৰৰ ৰত্নাৱলী আনি লিখিছে তাকে পূব মুখে। আতা পছিমর্তে চায়, পুথি অশুদ্ধ। আতাও চাইছে। পাচতে দেখি গা গধূৰ পাইছে। শাৰী মুৰ

পৈলে চাই মাতিব খুইছে। পাচবতে বোলে হৰি পো, হয় পুথি লিখিছো, অশুদ্ধ। তেহে চাই বোলে তোমাৰ নো কৰতে অহা যায়? বোলে এই শাস্ত্ৰ যি পুৰুষে কৰিছে, তবে পৰা অহা গৈছে। তাৰা পুৰুষনো আছেনে পৃথিতে? আতা বোলে আছে। যেন মনে স্বৰ্গকে ঢুকিপালে। মৰাৰ মুখত অমৃত পৰাদি। তেহে আথে বেথে আসন আনি বসায়। প্ৰণামকৈ আদি অন্তে সোধে। আতা সকলো থানি কলে বোলে আমাক নিব পাৰিবনে গুৰুজন ঠাই? বোলে কিয়? তেহে খুৱন ধুৱন কৈলে, বিচনাকৈ তৈল টেঙ্গা দি পদ মৰ্দ্দিলে। পুথক আনি দিলে শোধন আহিঁ। বোলে আৰে লিখা আৰু আমি সলখৰতে আহোঁ যাই। তোম্ৰা এখানি নাও কাটি চৈ বঠা চাউল যত্ৰ হৈ থাকা, আহি যামহি। তেহে দুদিন জিৰাই গ'ল উজাই। সলঘ পাই খুৱাএকক উতৰা বাৰী জৰাম বাৰি দীঘলা কাথ, অৰ্জ্জুন মুদৈ মৰল নাৰায়ণ, গোপী আতৈ সকলো চাপি গুৰুজনৰ বাৰ্ত্তা বিদ সুধিলে। যাৰ যি চলে টকা মহা গমচা পচৰা দিলে, লৈ আহিল। এপক্ষে পালেহি ঘুৰি। এখেত নাও বঠা যত্ৰকৈ থৈছিল। সাদিন থাকি গল বৰগুৰু কটকী লগে। জগন্নাথ চন্ন, হৰি আতৈ হৰি আতৈ, লোগুটি দামোদৰ আতৈ, কণ্ঠাৰি মাধ চন্ন, ৰাম ভদ্ৰ আতৈ, আতা দুজনা সৈতে সাতজনে গ'ল ভটিয়াই। হাজো উঠি দধিৰ লক্ষ্মীকান্ত আতৈৰ মুখে বাৰ্ত্তা পাই অত্ৰাহি হ'ল, গুৰুজন বেহাৰে ভটিয়াই গ'ল। তেহে কটকীৰ লগ এৰি গল। তেহে গদাধৰ সোমাই তোৰোচাৰ শেষে দৈ ঘাটে নাওঁ ৰাখি কেশআতা সৈতে জগন্নাথ চন্নেৰে গৈছে। আতা কিছু আগ হৈ গৈ গুৰুজনক সেৱা কৰিছে। ৰাম ৰাম আতৈৰ নক্ষলাৰতে মাত লগালে। আতা হৰি কোনটিএ ৰাম? বোলে এটেই অহা যক।

হাজো দধিৰলক্ষীকান্ত আতৈ

গুৰুজনে বোলে কোনে মাতে কাক ? বোলে তুমিও উজানে গৈ আতা নাম ললা ? বোলে বাপ, আমি কি আতাৰ পাত্ৰ ? এ বংশী যদুমনিএ সি বাক্যে উলিয়াইছেগৈ, আৰু তাক ই সি আতা বোলে। বোলে নহয়, তুমিও আতাৰ মানুহ হোৱাই তেহে উজান দেশৰ বংশী যদুমণি সদৰৰ বাৰ্ত্তা সুধিছে, সকলোখানি কলে আতা, য'ত যি বুইলে, দিলে। বোলে এইটিনো ক'ৰতে আহিছে, নাম কি ? বোলে জনচাৰেক লোক আহিছে এই চন্নকে আশাকৈ ধৰ্ম্ম ধৰিবলৈ। এবাটিৰ নাম জগন্নাথ চন্ন। বোলে উজান অসমদেশত নাম লোকৰ— ভগাজকাই, মুঢ়া, খালৈ, হাগু, এনে।

এনুৱা কালতে আৰ এনুৱা প্ৰভাও।

কিনো তপ কৰিলে আহাৰ বাপাও, সজ সুবৰ্ণ কুক্ষী মা, খা জগন্নাথ, সোবহজা সদায় স্মৰে, ব্ৰহ্মহত্যা আদি মহা মহা পাপ নাশে ; ভাগ্যৱন্ত জীৱ। একে লগে আহি আগে দৰশন হ'ল। তেহে জগন্নাথ আতৈএ নাম ধৈলে, গালে। অৱসানে প্ৰসাদ দিছে মন্থু দেউৰীএ ; লৈ ভোজন কৰিছে সবেও। আতৈএ লোৱা নাই। গুৰুজনে বোলে দেখোঁ লোকটিএ প্ৰসাদ লোৱা নাই ? বোলে বাপ, যাবাৰ চাতে আহিছোঁ, তাবা সৈতে আমি লমগৈ। বোলে সজ লোকটি, বুদ্ধি লগৰজনৰ আৰু ডাঠহে। তাবা সবলৈ প্ৰসাদ দিয়া যক দিলে। লৈ গৈছে আতৈ। আতা দেখি আগ বাঢ়ি আহি আলিঙ্গি বোলে কৃষ্ণপদ পৰশি আসি আছা বাপ। তোমাক পৰশি হওঁ আমিও নিষ্পাপ॥ এই বুলি নি বলো অতাই প্ৰসাদ লৈ গুৱা পান শৰাই থৈ গুৰুজনৰ বা বাৰ্ত্তা সুধি লৈছে প্ৰসাদ। বোলে তোবা আমাতকৈ ভাগ্যৱন্ত জীৱ, একেলগে আসি আগে দৰশন হ'ল। তেহে শৌচ শুদ্ধি স্নানকৈ গৈছে নদলা সবকি। আতা তুলি নি

ভেটাই দিছে। গুৰুজনে বাৰ্ত্তা বিত সুধি বহা সিধা দিয়ালে। ভোজনকৈ নিশা উপাসে ৰ'ল। পুৱা মহাপুৰুষক গুৰু দেখাইছে সবাকে। পাচদিনা জগন্নাথ চন্ন আতৈ লাগ পাই গঙ্গা স্নানে গল। তাৰ পাচ দিনা কাপৰ কানি সব তিয়াই দিছে। পাচৰতে গাঁথি দেখি বোলে সেই গাঠিত কি? তিতা নাই? বোলে বাপ, এক বুঢীএ জালুক ভুটামান দিছিল গঙ্গাত লগাবলৈ। বোলে যাম বুলি অহা গৈছিল নে? বোলে বাপ, চকা ফাটতহে কোৱাইছিল, নেৰে দেখি। ই ঠাইলৈ আহিছোঁ। বোলে নহয বাক্য ব্ৰহ্ম পূৰ্ব্বে বোলা গৈছে, গলেই সজ। বাক্যত চন্দ্ৰ, সূৰ্য্য, পৃথিবী, সাগৰ গতিকৈ ৰৈছে, নগলে সজ নহয়। বোলে বাপ, এই পদ পঙ্কজত দেবদেবী, গঙ্গা, গয়া, কাশী, বাৰাৰ্ণষী, আন যত তীৰ্থ আছে শুদ্ধ হওঁ বুলি সদাযে ভ্ৰময় ভকতৰ পাচে। বাপ, তোম্ৰাৰ এই অভয় পাদপঙ্কজ বিনে গঙ্গাত কি কাম? এই পদপঙ্কজতে গঙ্গা উৎপত্তি হৈ জগতক পবিত্ৰ কৰিছে, কোটি গঙ্গা খাটে যত, আৰু কি আছে তীৰ্থত কাম? গুৰুজনে বোলে সত্য, শৌচ, ক্ষমা, দয়া, চাৰি ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ, চাৰি। সতে ঊৰ্দ্ধ, পুণ্য, অসত্যে অধঃ পাপ, ক্ষমা সম্পদ, ৰাগে আপদ, শৌচ নিচই যি বুলিব নেৰিব, নকৈলে নুবুলিবই তাক ভূত প্ৰাণী সবৰ দয়াত মহাধৰ্ম্ম সিজে, পায, হয। এতেকে যোৱা যক, গলেহে সজ। পুনৰ কব খোজাত শ্ৰীৰাম আতা বোলে হৰিপো, গুৰু বাক্য ভুবাৰ খৰ্চ্ছিলা, শিৰ পাতি ধৰা যক। তিনিবাৰত জীৱৰ সৰ্ব্বনাশ। পাচে আতা শ্ৰীৰাম আতাক সাদৰে পাৱত পৰি সেৱাকৈ বোলে ৰাজসূইত যুধিষ্ঠিৰে যেনেকৈ মোহ সাগৰে তত্ত্ব হৰাল মোৰো ভুলোকত পৰি ভু হৰাল। আজি সৰ্ব্বনাশ হলুহতে। তোম্ৰা জ্ঞান দীপে গুৰুবাক্য বোধাই ৰক্ষা পৈলোঁ। তেহে আতা বাবলৈ হ'ল

বাক্য ব্ৰহ্ম

তীৰ্থ আৰু ভকত

লগ ভাৰী নাই। গাভুৰখা, ৰামখা, ৰূপখা, চতুখা, কেন্তাই খা, হৰিখা বাৰেও ভূঞা দুৰ্গোৎসৱত নাও খেলাইছে আৰি কৈ দহ দহ টকাৰ। পাচ পৈলে বৈচা সামলৈ। গাভুৰ খাৰ যদুমনি গুৰিত ছাহিআল নাও পাচ হৈ হাৰি লাজ পৰি বাগকৈ পানীতে কলাকটাৰ পেলালে মৰক বুলি। পাচে সান্ধুৰি উঠি দুখ লাগিল, গল।

আৰু গজলা সুস্থি গৃহে বাৰাদিতে গুৰুজনৰ লগতে আছে পৰিচৰ্য্যাকৈ। সলখতে ভূঞা সব যাওঁতে চাই। আতা বোলে এটি আমাক লোক দিয়া খৰি পাত চোৱাকৈ। বোলে বাপ নাই, সব গৃহস্থী, ঘৰ বাৰী আদি। যিহে পঠৰীয়া এটি লোক আছিল, নাও খেলত পানীত পৰি মৈল। বোলে দিয়ানে হলে? আতা দিলোহত আৰু। তেহে আতৈক মাতিলে, আগলৈ আহিল। দেখি স্বস্থ হ'ল, বোলে মৈল বুলিহে আছিলোঁ, দিছো প্ৰভু। পাচে তেওঁক আতাৰ লগে জোলাঙ্গা দি দিলে সেৱা বিদায়কৈ, দুওজনা গলগৈ।

আৰু বেহাৰ ৰাম ৰাম আতৈৰ বাৰীতে আছে। ভকত শৰণ হ'লহি, পাটে ঠাই। তেহে ঠাইতে খৰিখা দলৈৰ গৃহ, তেওঁতে কলে গুৰুজনে। তেওঁগৈ ৰাজা লক্ষ্মীনাৰায়ণত কলে যাই। বোলে মহাৰাজ তোমাৰ দেশলৈ মহামহন্ত এজন আহিছে কামৰূপতে, পাতক মাটি বাৰী দি। বোলে ৰাক মোৰ বাঘ দ্বাৰ মুখতে গৃহ সত্ৰ কৰি দিও আওক। বোলে তাৰা মহা নিৰ্ব্বিকাৰী নিৰ্ব্বিষয়, নিৰসা, নিৰঙ্কুশ, নিৰ্ম্মৎসৰ। আত কটা মৰা হাই হিহনি কেনেকৈ ৰব? তাৰাক লাগে নিজস্থান ঠাই হৰিগুণ গাই থাকিবলৈ ঈশ্বৰক চিন্তি। বোলে তেনে নিজস্থল ঠাই ক'ত আছে? দলৈএ বোল তোমা দিলে আমাৰ বাৰীতে আছে। দিলি ভই, তোৰহে ধৰ্ম্ম হব, মোৰ হ'ল কি? বোলে মহাৰাজ কিয় বোলা যায়

ভেনেকৈ ? আমিনো কাৰ মাটিনো কাৰ, দেশ জমি, দহো তোম্ৰাৰে সকলো ? বোলে সেই পোণে হলে হয়, দেগৈ তেনো মাটি তাতে। তেহে ৰাজা কীৰ্ত্তন গৃহ চাপকৈ দিলে, দলৈএ সাজি দিলে গুৰুজনৰ গৃহ। পুতেক দামোদৰ দলৈ হাটী চাইটি সজাই দিলে। চতমহা গজা ধানতে মাৰি সাজিলে, বহাৰ পোনে বিন্ধা আলিত কলা কলে। সবাকে গুৰুজনে বহা বাটি দিলেগৈ। গঙ্গালৈ যোৱা চৈধ্য জন চৈধ্যটা বহা থলে। তেহে গুৰুজন কাৰ্ত্তিতে চ'তলৈ ছমাহ বৈ ৰামৰ বাৰীতে ভক্তে সমে ভেলা মধুপুৰলৈ গৈছে। গঙ্গাৰ কেজনে বাৰ্ত্তা পাই সেইতে বহি বেহাৰ বিনাজপুৰে পালেহি দিনে নিশা আহি। হৰিহৰ চিৰাম দেখো নাই ? গুৰুজনে বোলে। বাপ খৰ গৰনিএ ধৰিছে, আমি বাৰ্ত্তা পাই আহিছোঁ, আৰু তাৰা দুই মাজে গ'ল কানি কন্থা। গুৰুজনে বোলে কি তীৰ্থৰ জালে একা চিৰাম হৰিহৰ মাজতোয়ে লাগিল, এনেহে তীৰ্থৰ ফল ? দুইৰ মাজত এইখানি লাগিল। হৰিহৰ ককালত এবুৰি কৰি আছিল। তাকে এটাই খোজে একৰা, নিদিলে। সি লৈ থাকে খুন্দা মাৰি মৰে। চিৰাম আতা দিব দিএ। আতা বোলে দেহ প্ৰবৰ্ত্তিব লাগে নিদিএ, এই খানিও কিছু খানিক লাগিছিল। তেহে গা সজ হ'ল। পাচত আহি পাই সেৱা কৈলেহি। গঙ্গাজল মৃত্তিকা ললে। বহা দিলে বল হৰি গুণ গাই গুৰু সঙ্গে। পাচে দেশত বৰ একাল পৈল। ভকতৰ টকা মহাও নাই। চিনা জনাও নাই, নগৰ মাটি কট্‌কিনা ঠাই। প্ৰবৰ্ত্তাই টান হ'লহি। দিনটো মাগে গৈ, দুকঠি, তিনি কঠি পাই আছে। জয়হৰি শ্ৰীহৰি, দুও ভিক্ষা চালে গৈ, দিনটো ফুৰি কিছু নেপালে। গধূলিও উপাস, অত্ৰাহি হৈ আহিছে। ৰাম ৰাম আতৈএ পদূলিতে লগ পাই বোলে কলৈ গৈছিল ? বোলে আতৈ

মাগিবলৈ গলু দিনটো কনটো নেপালোঁ। গধুলিও নাই এনেইহে। এভিয়াও হ'ল উপাস। বোলে অহা বক। নি চাউল একলহি লোন আদপোৱা, চাল কোমোবা এটি দি পঠালে। আহি পাই স্নানকৈ, পাগকৈ, ভোজনকৈ ভাগৰ লাগি জুই শালে পৰি শুলে। শুকজনে নাম অৱসানে বোলে দেখো জয়হৰি শ্রীহৰি কলৈ গল, নাই? আজি মাতাচো। মাতিলে, আহিল। বালে কলৈ গৈছিলা। দহো দিনে নিশা নাম খতি? বোলে বাপ, দিনটো ভিক্ষাকৈ পকা পান এগুচি মান পাই আহো, ৰাম ৰাম আতৈএ পাই নি চাউল এদোনমান লোন, তেল, শাক দিলে আহি। পাগকৈ খাই পৰি নিদ্রা আহিল বাপ। তেহে শুকজনে খেদকৈ বোলে শ্রীৰাম কা'লৈ ডাঙৰীয়া, ৰবৰকৱা সবাকে জান দি আনা। আতা সবাকে জান দিলে। কেহো, হৰিকৃষ্ণ, বলাই, নৰসিংহ হাখোৱা লস্কৰ, ৰপাবৰ লস্কৰ, পদ্মনাভ লস্কৰ, নাৰায়ণ লস্কৰ গুৱালু কাজি, ৰঙ্গই কাজি, বিৰণ কাজি, ধনঞ্জয় কাজি, সঞ্জয় কাজি, মৰ্দ্ধন কাজি, দীঘলা বকৱা, আই ধাই তিনি-কৃষ্ণাই বাৰে বিলাইতৰ কৃষ্ণাই, খৰিখা দলৈ, দামোদৰ দলৈ, মাইদৰ গোপাল, ফটা গোপাল, ৰাম ৰাম আতৈ, সকলো চাপিল। তেহে শুকজনে বোলে এ আমি তোম্রাসৱক দেখি ই ৰাজ্যে অহা গ'ল ভক্তে সমে, দেশতো পাবলৈ নাই, টকা শিকাও নাই, আক চিনাজনাও নাই, নগৰ মাটি কটাকিনা ঠাই, ভকতকেটি প্রবৰ্ত্তাব মুৱাৰৌ কি উপায় কৰাইক? তেহে সকলো বোলে এই ছমাহলৈ ভেনো আমি নিওঁচই। পাচে চাৰি ছয়, সাত আঠ ন দহ, বাৰ গা গা ললে। শক্তিএ বি যেনেকৈ পাৰে, ললে ভাগকৈ। শুক জনে বোলে আমাক হে কেৱে নিওঁতা নহল। বোলে বাপ, তোম্রাক নিওঁ বুলিবৰ কাৰ শক্তি আছে? তেহে ছুটা দৃষ্টান্ত দিছে।

বোলে পক্ষীর পাখি কাটিলে কলৈ যাব পাৰে? এতিয়া আমারো পথা সথা ভকত বহুতে। ভকত নিলে কোনেৰে থাকিম হৰি গুণ গাই? আৰু এক ৰজা মৃগয়া কৰিবলৈ গৈছিল প্রজা সৈতে। অৰণ্যত জ্যেষ্ঠ মহা ৰব ধূপ। তাতে এজোপা আম পাই পৰাই তামুলীএ কাটি সবাকে দিলে। ৰাজা বোলে পাত্র, মন্ত্রী, বৰুৱা, ফুকন, আম কেনে পাইছা-হঁক? বোলে মহাৰাজ ৰাজযোগ্য আম। তেহে ৰাজা মন্ত্রীক আদেশ কৈলে বোলে মানুহ লগাই যতহি কেৰো জুবি থনাই নি ৰৰচৰা গাতে কই কে। তেহে বুঢ়া মন্ত্রীএ বোলে মহাৰাজ, বুঢ়া গাছ খানিকে কিয় জীব, অমঙ্গলিৰ, গুচিৰ। ৰথীয়া, পৰীয়া দি ভতে আম যোগাম মই, আতে থাওক। বোলে ৰাব তেনো। এতিয়াও যি যেইটি নিওঁ বুলিছা, থৰ্চ্চা দিলে অতো কিনি দিব পাৰোঁ। সিংহৰ গৰথীয়া কোন ৰাখে? পৰ্ব্বত গহ্বৰত হে থাকে। ভকত বহু সিংহ, গৃহ কলত্ৰ কুকথা কাটত ৰব কিয়। মোৰো হেৰাব তোৰো গুচিব। বোলে সেইদৰে হলে পাৰোঁ দিব। হুমাহৰ দৰটিকি চাবি পুথীয়াকৈ দি নিলে, যি যেটিজন নিওঁ বুলিছিল। তেহে গুৰুজনে বোলে বাপ, মোৰ গুৰুজন উবুৰি হাতে গল, আমি ভকতৰ পদে চিত্ত হস্ত কৰোঁ। দিব খৈলে, টকা, শিকা, আধলি, শৰাই ভবি গ'ল। তেনেতে জীৱনি যদুমণিৰ বাপেক পুতেক আছিল, খৰি, পাত, পচলা, ফল ফুল, উলু ছুতাৰি লৈ দুৰতে আঠু লৰেহি নজলাতে। গুৰুজনে দেখি বোলে সেই দুই কোন? বোলে বাপ, জীৱনি যদুমণি বাপ পো। বোলে এহেতৈ মাতা। মাতিলে, আছিল কিছুমান। বোলে আৰু আহোক। তিনি ৰাবেহে ওচৰ চাপিলহি। বোলে মাহা কিয় ওচৰে? বোলে তাজৰীয়া সবে আজলিকৈ টকা দিছে, আমাৰ নাই কিছু

লাজত নাহো তাতে। বোলে কিনো পাইছা? বোলে খৰি পাত, পচলা, ফলফুল, উলু। বোলে হৰিবল্লভ, দিয়া ভকতক ভগাই। দিলে, খৰি পাত সবাকে। গুৰুজনে বোলে এ ৰাম বৰ লাগিব দিনা চাৰি পলমে, তোম্রা সবৰ সত্তো লাগিব। বোলে ৰামচন্দ্র সেতু বন্ধতে বৰ বৰ বীৰে বৰ পৰ্ব্বত দুই তিনি সাত হনুএ নিছে, কেৰকেতুৰা পক্ষী সৈতে বাহ পাত মুখে লৈ গ'ল, ভালুক বানৰে দেখি হাস্য কৈলে। শ্রীৰামে নিষেধি বোলে তোমালকেনো বলৰ বাহিৰে কি কৰিব পাৰা, আনিব পাৰা হক? তাতে মোৰ সন্তোষ, শুদ্ধচিতে আনিছে বিতেহে চিত্তক লেখে। এই বুলি আশীৰ্ব্বাদ কৈ পঠালে সমে।

আৰু গুৰুজনে বহাৰ পোনে মাটি দিছে। তাকে চহাই কল, তামোল, পান, শাক, বৈছে, কইছে। দুইজনৰ মিত্র ৰামদাস, দুইৰো সীমাতে দুটি কলা পুলি কইছে। এওঁৰ দুটিতে তেওঁৰ এটি পুলি মেলিছে।

হৈদাহ দুখিত ভিক্ষাকৈ প্ৰবৰ্ত্তে, দুকঠি পালে একঠি দিএ, একঠি পালে এফালি দিএ। এদিন ভিক্ষালৈ গুলাই বোলে আতৈ, চাউল একঠি আছে। নাই যদি আনি ভোজন কৰিব, মাছে সৈতে আনি। মাছ, চাউল, পচলা আনি ভোজন কৈ আছে। তেওঁ দিনটো ফুৰি একো নেপালে। আহি চাই বোলে মাছ চাউল হ'লনে পচলা সৈতে? বোলে হ'ল। আগ চাগ একেৰি আছেনে আমালৈ? বোলে থৰলৈ ন'হল আমাকেহে কুলালে। তেহে স্নানকৈ উপাসে পৰি ৰ'ল। তেহে দেখি ভকতে গুৰুজনত কলে অনিৰ্ব্বন্ধৰ কথা। মতাই বোলে তোমাৰ চাউল নাই? বোলে আছে কঠি চেৰেক। তেওঁৰ একঠিকে আইলা? বোলে কলে দেখি আনিলোঁ। বোলে মাছ পচলা, চাউল সবাকে আনি

হেদাহ আতৈৰ নিষ্ঠা

খালা যে তেওঁলৈ নথলা কিয় ? ৰান্ধি নি যে খালা ? তেওঁ দহো একঠিৰে আদ কঠি দিএনি অনিৰ্ব্বন্ধ ? এনেকৈ হলে দেখা দেখিকৈ জীৱৰ দুখহে হব, আৰাক আমি ৰাখিছোঁ। এওঁক চাৰিছোঁ দ্বাৰ বান্ধি। খেদকৈ বান্ধি খেদিলে গ'ল। পাচত তেওঁ গল জোলোঙ্গা বান্ধি। দেখি ভকতে কলে বোলে বাপ, এৰাও দহোঁ গ'লগৈ। বোলে মাতাচোঁ, মাতিলে, আহিল। বোলে তেওঁৰ অনিৰ্বন্ধে প্ৰবৰ্ত্তে দেখি খেদিছে, তুমি যোৱা কিয় ? বোলে বাপ, পূৰ্ব্বে তোম্ৰাৰ বাক্য, তাৰাৰ দুখে দুখ, সুখে সুখে, যৰণি ভৰণি গৰনি নেপালে তৰণ দুষ্কৰ আপুনাৰ বাক্যে নগলে নপৰে ? বোলে আমি চাৰিলোঁ, তুমি ৰাখিলা। এখনি তামোল পানে কেউটি খাবাহঁক।

আৰু দুজনৰ মিত্ৰ। এজন ভিক্ষাকৈ প্ৰবৰ্ত্তে, এজন টকাৰে প্ৰবৰ্ত্তে, এওঁ যি পায়, ভিক্ষাৰ দিএনি এভাগ। এদিন ফুৰি কণটো নেপালে ; কৰ দিব তাৰাক ? লঘনে পৰি ৰ'ল। এৰা খালে ৰান্ধি। কি পালা খালা বুলি সুসুধিলে। ভকতে দেখি কলে গুৰুজনত বোলে এনে নিদ্দয়া দেখা শুনাই নাই। দুইকো মাতাচো। মাতিলে, আহিল। বোলে এওঁহে ভিক্ষাকৈ দুকঠি পালে একঠি দিএ, একঠিৰে আদকঠি দিএ। তুমি ৰান্ধি খাই, উপবাসে থাকে, কিয় নিদিলা, তাৰা যে দিয়ে নিতে ? এনে নিৰ্দ্দয় হলে দেখা দেখিকৈ আনো জীৱ দুখতহে পৰিব, খেদকৈ বোলে থাকিব নেলাগে। বোলে বাপ, একপহা পাই পাগকৈ খালোঁ, মতা নহ'ল নটা দেখি। বোলে চিৰাম বহা চোৱা গৈছোঁ, চাই গৈ দেখে একলহি আছে। কলেহি বোলে আগে এগুণহে হৈছিল পাপ, এতিয়া আমাতো মিচাকৈ দুগুণহে হ'ল, যকগৈ। দ্বাৰ বান্ধি খেদিলে। গ'ল। পাচতে এওঁ গ'ল। ভকতে

বোলে এবাও দহোঁ গ'ল। বোলে মাতাচোঁ। মাতিলে আহিল। বোলে মই তেওঁকহে খেদিলোঁ। তুমি যোৱা কিয়? বোলা যায় সুখে সুখে মৰণে গৰ্হণে এৰিব নাপায়, এই মাসতে এৰিলে আপুনাৰ মুখামৃত বাক্যৰে নপৰে? বোলে বাক থাকাগৈ। এনে নিৰ্দ্দয়া, এৰি এমুঠি এখানে গুৱাকে বাতি খাবাইক।

আৰু দিয়া ধন বলধি পাবাতে ভণ্ডাৰ এটা কিনি লৈ বোলে যদুমণি সবাতে কোৱা আতৈ সবে ধান আনি খালেহে হৈ মই কিহেৰে অনাই দিম? সবাতে কলে বোলে বাক যা। বিষ্ণু আতা বোলে আমি যাব নোৱাৰোঁ, কবা। গুৰুজনে বালি চাহিতে হস্তীলৈ পোষণ পালন কৰিছে। মই এটা চৌৰাঙ্গী বিষ্ণুকহে পুহিব নোৱাৰে, নেযাওঁ। বোলে যদুমণি কলানে? বোলে কলু, সকলো যাম বুলিছে, আমাৰ দদাহে নেযাও বুলিছে। বোলে নেযায় যে থাক। তেহে ভকত ওলাল। যদুমনি আতৈক দোন দি বোলে যি যিমান পাৰে জুখি দিয়া চাৰি তিনি পুৰা চৰাতে থবানি। সেইদৰে দিলেগৈ জুখি। আনি দমালেনি। বোলে যি যেটি পুৰা আনিছে সেইদৰে দিয়া জুখি। পাচে দিলে, জুখিলে, চাৰিপুৰা বাঢ়িলে। বোলে বিষ্ণুক দিয়া, দিলেনি। সকলো আশ্চৰ্য্য অদ্ভুত হল।

আৰু কাতিমহা চিৰাম আতা গুৰুজনত প্ৰাৰ্থনা কৰিলে কামৰূপে আহিবলৈ। বোলে কেলেই নো যায়? বোলে বাপ, গোসানী মাতৃ, ঠাকুৰ আতা, বুঢ়া আতা, দক্ষিণ'ৰ আতা, ভনিপুৰীয়া আতা, হৰিচন্দ্ৰ ঠাকুৰ, পঢ়িয়া আতৈ, লক্ষ্মীকান্ত, আতৈ, আনো সেৱক সৱ আছে নৱ নৰ প্ৰীতিপদ সাক্ষাৎ চাই আহোঁ যায়। বোলে বাক যোৱা। তিনিমাহে ফুৰি ঘুৰি চাই আহাগৈ। সেৱাকৈ আহিল। সকলো ঠাই

সেৱাকৈ চাই তিনিমাহে ঘুৰি ভবানীপুৰ পাই আতাৰ সঙ্গে
শ্ৰীৰাম আতা হৰিকথা শুনি আছে। নিতে খাই চক সামৰি ওলাই আহে
যাবলৈ। আতা কথা তোলে, অমৃত বৰষে, ক্ষণ নিমিষত গধূলি
হয়, ভু-কে নেপায়, ভুলি দেহা পাহৰি থাকে, কথাৰ সাগৰ
গুৰুজন ভুলি ছিল বসত হাতৰ তামোল হাতে ৰয়। এদিন
তেহে চ'তমহা মনত পৰি বোলে আতা, মোৰ গুৰুবাক্যে
পৈল'। বোলে কেনেকৈ? বোলে তিনি মাহত যাব দিছিল,
সকলো ঠাই হ'ল তিনিমাহে, আতে যায় তিনিমাহ। বোলে
নোযোৱা কিয়? বোলে নিতে খাই যাবলৈ আহোঁ, তোমৰা
কথা ভোলা যায়, ভুলি ভুকে নেপাওঁ, গধূলি হয়। এই
ক্ৰমে গৈছে আজি তিনিমাহ। বোলে তেনো আজিও মই
বিদায় দিছোঁ, খাই সেইতে যাবা কালৈ আৰু। তেহে
শ্ৰীৰাম আতা সেৱা কৰিলে বোলে আতা, কেৱল সনাতন
ধৰ্ম্ম যাৰাসবে একা শৰণ শুদ্ধভাৱে আচৰি প্ৰবৰ্ত্তি গ'ল,
অহিকতো যাৰা সবে প্ৰবৰ্ত্তিছে, আগলৌ আশা কৰিছে, তানে
বীৰ্য্য গৰ্ভত যি স্থিত হৈছে এই চাৰিতো নমস্কাৰ সেৱা,
তোমৰা সমে যোৱা যক। নিশা বৈ ভোজনকৈ বিহানে
গ'ল অনুক্ৰমে বেহাৰ, মধুপুৰ পাই সেৱা কৈলেগৈ। ৰাগকৈ
গুৰুজনে পিঠি দি বোলে, আমাত কি কাম? য'ত ৰাজ্য
ত'ত কাৰ্য্য। তেহে আতা বোলে মই মহাপাপীক হেলা কৈ
সবাৰো পিঠি হ'ল। বাৰ্ত্তাহে ললে। তেহে সমুখ হৈ খেদে
বোলে সখি, গোসানী, গোপাল, মথুৰা বিষ্ণু সবাৰে বাৰ্ত্তা
কোৱা। ভাল সুমবালা কমললোচন, আজি সৰ্ব্বনাশ হলো
হতে তোমাৰ বেজাৰত। কলে সবাৰে বাৰ্ত্তা বিত। নমস্কাৰ
কৈ বোলে তুমিনো এই ছমাহ কি কৰিছিলা ক'ত? বোলে
সকলো ঠাইতে হ'ল তিনিমাহ, অকল আতে হ'ল তিনিমাহ।
অ ভালেহে, কথাৰ সাগৰ গোপালে পালে আমাকে ভুলায়।

আৰু কৃষ্ণবল্লভ বিষ্ণুবল্লভ দুজনাৰ মিত্ৰ এজনে এটি কলাপুলি কইছে, পুৰাকল, সাৰ জাৰৰ দি। এৰা গৈ দেখি বোলে আৰে সমে আমাকো দয়া কৰিব। তাৰা বোলে তাৰ মান যো তোমৰাক দায়া কৰোঁ, তোমৰা মোৰ জীৱৰ সৰ্ব্বসাৰ। তেহে দুমাহত গৈ বৰ কলঠোক মেলি এটা চলিচা হৈছেহি। এৰা গৈ দা খুজি কাটি গ'ল। শুনি কঁপি, জলি বোলে পুষ্ঠ হোৱা হলে গুৰুভক্ত তাৰাত শেষ চাইটা আমাতো লাগিল হতে। অপতা কাটি নিনিলে কিয়? এই বুলি বাগৰি নি ঘাৰ মুখত গিৰিপাই পেলাই বোলে খা, আমাক কোনো কথা কৰিবলৈ নেপায় হে। অপস্থা কলা কাতি আহ। তেৰা চাউল সিজাইছে, বোলে স্নান কৰা যক। যায়হে দুজনে তাক। গৈ আগচি জানি স্নান ভোজন কৰাই বহি শুৱা দি বোলে তেতিয়া দহো বোজায় কলৰ মান যো আপোনাক দয়া কৰিম, এতিয়া দহো কলৰ মানো নৰলোঁ একা? পাচে জ্ঞানচ্যুত হৈ তললৈ মুৰ কৰিলে, মৌনে ৰ'ল। আৰু আঠ ধাই এ সেৱা কৈলেহি তাৰে ভাইএ, দুই নাতিয়েকে সৈতে, বীৰনাৰায়ণ, বজ্ৰনাৰায়ণ। আএ বোলে সেৱা কৰা হঁক। বজ্ৰনাৰায়ণে কৈলে। গুৰুজনে বোলে বীৰ নাৰায়ণ ৰাজাও হয় তকতো হব। ই বজ্ৰনাৰায়ণ তকত ৰাজা দুও হব নোৱাৰে। তেহে হ'ল বীৰনাৰায়ণ ৰাজা লক্ষ্মীৰ পুতেক তকতো হ'ল। বুঢ়ীও গোবিন্দ আতৈ ঢ্ৰাহ কৈলে পুতেক প্ৰাণ নাৰায়ণ আৰু নৰনাৰায়ণক শনিএ পাওঁতে
নৰনাৰায়ণ চিলাৰায়
ৰৰনগৰ, দিল্লা নগৰে থাকি গোৰত শনি হ'লত পণ্ডিতে কোৰাত বেশচন কৈ অসম দেশ ফুৰাত শুক্লা হস্তী মাণিক দেখি গৈ, পদুমথা, আবুথা, চিলাৰাই, গাভুকথা এই চাৰিক উত্তৰে দখিণে চিপাহী চাকৰ দি ৰাজা উদয় আদিত্য ফুৰ্দখুজে
উদয় আদিত্য
চৰাই খোৰোঙে থেদি মাণিক হস্তী লৈ ৰাওঁতে দলং গাওঁৰ

সেই থিতে জীয়ৰী পাই সজ লক্ষণ দেখি লৈ গল।

আৰু খহটা সন্ন্যাসীক খেদিলত কোপ হৈ হেৰা দি গৈ হাজোতে আছেগৈ। নৰনাৰায়ণ দিগ্‌বিজয় কৰি নমাহে গৈ পাই শুনি আৰ্ত্ত হৈ কান্দি খেদকৈ বিচাৰ কৈ অনালে। সি বোলে হেৰা দি আহিছোঁ, চালে বহু পাম দ্ৰব্য ভঙ্গাই। পালত উগ্ৰ হৈ দুই নাওত দুই ভৰি বান্ধি বৈচা দি মৰালে চেকৰা ফালি। তেহে ৰাজা ৰঘুক বৰ আদৰ স্নেহ কৰে। নিতে গোসানীৰ মাঙ্গা পূজাৰীএ দিলে মাউৰা ভাতিজ বুলি পিন্ধায়। পাচে দুৰ্গোৎসৱৰ মালা লক্ষ্মীক দিলে এদিন। তেহে এওঁ বাপেকৰ তৰোৱাল, বন্দুক, টুপি, ধৈলে একলাখ টকাৰ। নিদিয়াত তাৰে পৰা পেটে বিৰাজী। তেহে ৰূপাবৰ আতৈএ বুদ্ধি ভাৰসা দিএ। তেহে ৰোহকৈ ফুৰি আহোঁ বুলি বিজয়পুৰে ৰ'ল বাহৰকৈ। তেহে পাত্ৰ মন্ত্ৰী ৰাজা পঠায় স্নেহত আনিবলৈ। নাহে। পাচে ৰাজা দায়াত আপুনি গ'ল আনো বুলি। তেহে আতৈত সুধিলে ভয় পাই বুদ্ধি। বোলে মাৰ সৰক আগকৈ দে ঘোৰাত তুলি। গৈ বোলে ৰাজ পাটলৈ খেদিলে নিকালি দেশৰ, অৰণ্যত আছেহি আতো ধৰেহি। আমিএ বা ভাই শত্ৰুৰেই। তেহে ৰাজা লাজ হৈ গ'ল খেদকৈ। গৈ নগৰ, গৃহ, গৰ কৰাই সোণকোহকে কলিয়াবৰ সীমাকৈ ৰাজা দিলে কন্দল ভাঙ্গি। পাচে ৰাজা চলিল। লক্ষ্মী নাৰায়ণ ৰাজা হৈ যুদ্ধ ধৈলে পাচাত কৈ চাকৰ চিপাহী আনি। ৰূপাবৰ আতৈ আহি মন্ত্ৰী হ'লহি। তেহে ৰঘুএ সুধিলে কি কৰিম বুলি। বোলে লেহোই দিওঁ, এক পলটন যৱন বঙ্গাল, সি কি কৰিব। ধৈলে যুদ্ধ সি ঢালি ধৈলে ৰাজাক। আতৈ ঘোৰা মেইলে পাচত খেদি নিলে। কোটোহাত পৰি প্ৰাণ ৰক্ষা নপৰা, আভা ভাইত পাচোটা ৰাক চাট মাট মাৰি কাটোতেই

ৰঘুৰজাৰ দেশ

ৰঘু আৰ লক্ষ্মীনাৰায়ণৰ যুদ্ধ

ধৈলে, হাতীৰ শুৰ দি ৰাজা। জীয়াই নি গাত্রাকৈ জিখিৰি দি বোলে বুদ্ধি শিকা এয়ে হে ঘাগি, আবে পৰাহে যুদ্ধ। তেহে লক্ষীএ ৰঘুৰাজাক লগাই পাচাত নিয়াই বেৰি দিবলৈ দিলে, চিপাহী মৰা দোষে। লোহাৰ অনাত ৰাজা বোলে বোলে পাচাৰ বীস্তাৰ ৰজত স্বুৰ্ণ নেপালে দৰিদ্র আমি হেন বিশ্বসিংহৰ নাতি লো দিওঁ? তেহে সোণাৰ হাতৰ বলয়া পেলাই দিছে তাৰে দিছে গৰি। তুই মাহুত গৃহৰ্তে মইন্দ্রী মাদৈ গৈ টকা ন শ ভৰি এৰাইছে। তুনাই ৰাজা পাতি বটা দি পঠাইছে। এক তুপৰ বাট অহাত কপিল পুৰে কপাল খোঁচা গণকে চাই পথে মৃত্যু কলে দিন বাৰ তিথিএ সৈতে। তেহে তাৰতে উভতি গৈ গঙ্গাত দান দখিণাকৈ নন্দীঘাটে একণ্ঠ জলত প্ৰাণ এৰিছে। ৰাণীএ অনেক টকা নিয়াই ভাঙ্গি ক্রিয়া কৰ্ম্ম কৰি আহিছে। তেহে বেটা মুদ নাৰায়ণ ৰাজা হৈছে। আচাৰি কুৰি বৰ্ষ ভোগকৈ চলিছে। বেটা হ'ল তুই ধ্বজ নাৰায়ণ, পৰীক্ষিত নাৰায়ণ। বিবাদ লাগি ৰাজ্যতে মাণিক ধাই শুক্লা হস্তী নিয়া বাৰে দৰঙ্গে মঙ্গলকৈ কিনাৰে হাউলিকৈ ছমাহ আছিল শুক্লধ্বজ। তালকে পৰীক্ষিত আহিল। যুগিৰি ঘোপা মানহাতে কলিয়াবৰলৈ কামৰূপত ৰাজা হ'লহি। কামাখ্যাক নচাত কেন্দুকলাএ ৰাজা ছদ্মকৈ চাওঁতে শাপিছে। অচমৰ তল কৰতলীয়া হ'ল। কেন্দুৰো মুৰ চিঙিছে। মুদনাৰায়ণ ধ্বজনাৰায়ণ পৰীক্ষিত নাৰায়ণ

আক কপাবৰ আতৈ ছমাহ তুখতে আছি পৰি। হৰিদ্বাৰতে বিভাগু মাল আহি ৰাজাত মাল থুজিলেহি। বৰ সি লম্বা, মোটা, গোটে ভব্য। দেখি ৰাজাৰ মাল আৰ্ত্ত হৈ বোলে মহাৰাজ এনে মাল দেখা শুনা নাই। এই চণ্ডাই আমাৰ ষাঠিজন পানী কৰিব পাৰে। তেহে লস্কৰ আতৈক লোৱা কটাই স্নান ভোজন কৰাই আনি বোলে তুমি পিতা

খুৰাৰ মন্ত্ৰী ৰাখিব পাৰা দুৱাৰা লাজটো ? বোলে ভাল মহাৰাজ, চাব লাগে। তেহে পাচ দিনা আন্তে ৰাক চাট মাৰি একেবাৰে সাতোটা তেনে তকিৰই দুৱাইলে কেও। তেহে অদ্ভূত আশ্চৰ্য্য দেখি বোলে অনেক দেশ জিনি আছিলোঁ, এনে মাল শ্ৰমী দেখা শুনাই নাই পা। কোনে পাব পাই বুলি ভঙ্গংমানি গুচি গ'লগৈ। তেহে ৰাজা সম্মানকৈ বোলে তোমাৰ দৰে ৰাঙ্ক পাকে চক্ৰে এশ লৰা শুদ্ধ মনে শিকাই দিয়া। তেহে মহা পৰিশ্ৰমকৈ একখৰ শিকাই তুলি ৰাজাক খেলাই দেখাই সোধালে সৰাতেকৈ ভাবে পাকে চক্ৰে তিনটি উঠিল। জয়হৰি, ৰামহৰি, শ্ৰীহৰি। তেহে ৰাজা খাক, উম্ভি, পাটভুনি, মাটি একুৰি দি পঠাইছে। একপৰ বাট আগ বাঢ়ি শএকে আছি বল। সিহঁত তিনি দুপৰ পথ গৈ প্ৰাৰ্থনাকৈ সুধিলে। তেহে কপাৰৰি পাকটি আছিল, দেখাই সম্বোধনকৈ গৈছে। এটিৰ'ল ছুটি গ'ল। তিনিপৰ বাট গৈ এক বৃক্ষতলে বসি দায়াকৈ সোনাৰৰি কোৰটি দেখাই বোলে নাই আক থাক পা। তাৰে এটি ৰ'ল, এটি গৈ গৃহ পালেগৈ। পাই পৰিচৰ্য্যা কৈ দিনা চাৰি থাকি প্ৰাৰ্থনাকৈ সুধিছে। তেহে পৰম সন্তোষ হৈ দায়াত এক আৰ্হি কৈছে পুৰানৰ। বোলে সূৰ্য্যসেন অধ্যাপক হৰিদ্বাৰত এশ ছাত্ৰপঢ়াই তুলিলে; তেহে চ'ত ফুৰি ভিক্ষাকৈ এশ টকা পাই দখিণাকৈ সেৱা কৈলে। তেহে গুৰু বোলে মনপুৰি দখিনা দে হঁক। বোলে তোম্ৰা মহা পৰিশ্ৰমকৈ পঢ়াইছে। আমাক, দিমহঁক। বোলে উং,জাতে´ সৰাবে মাংস খাইছোঁ, মনুষ্যৰ খোৱা নাই। তাতে চিত গৈছে। এটি ছাত্ৰ সবে মিলি যাক হয়। বোলে গুৰু কালৈ আলচি দিমহঁক। তেহে শুনি সেই নিশাই আঢ়ে ফুৰি পলাল। পাচ দিনা বোলে দেইক। বোলে কা'লৈ নিয়ম কৰিব

পৰাৰৰ আৰ্হি গুৰৰ ছাত্ৰ ভোজনৰ কথা

নপাইলো, কাইলৈ হব। পাচে বোলে এনে দেখা শুনা নাইপা, প্ৰাণৰ আশা কোনে এৰিব পাৰে? এই বুলি ৰাত্ৰিএ পঞ্চিজন পলাল। পুনা বোলে কেনে? বোলে কা'লৈহে পাৰিম। সেই দিনা গ'ল পোন্ধৰজন। তেহে বোলে কেনে? বোলে কালৈ এক বেৰথা হব। সেই নিশা গ'ল তেৰজন। তিনটি ৰ'ল। পৰদিনা বোলে এনেই সোৱাই ঢকালা চা। বোলে কালৈ হব। সেই দিনা দুটি গ'ল, এজনহে ৰ'ল। উঠি বিহানে বোলে আহা। তেহে তেওঁ বোলে গুৰু সৰটি পলাল জীৱৰ আশাই, আমাকে লোৱা যক। তেহে দা ধৰাই গৰ দি গা পা ধুই পৈল। দা দাজি ঘা মাৰিব খোজোতেই চক্ষুৰ লোতক বাহি গল। তেহে বাগৈক দা পেলাই বহি বোলে খেদ কৰ কদলিয়া দখিণা কি গ্ৰহণ কৰিম আৰু। তোমো অসাধ মোৰো অসাৰ্থ। তেহে অনেক কাতৰ কাপুৰ্ণ্যৰৈক বোলে গুৰু, আতেহে খেদ আছিল, এণ লৰা পঢ়িলো, প্ৰাণৰ ভয়ত সবেটি পলাল। থকা হলে কুটি বাচি বাজি বাঢ়ি দিলেহতে, সুখে বসি ভোজন কৰা গ'ল হতে। আপুনি শ্ৰমকৈ লৰ লাগিল, কি মোৰ অভাগ্য, এই বুলিহে খেদ কৈ লোহ ওলাল। তেহে বাৰু চাই মেলি বোলে মনুষ্যক যো মাছুহে খায়? ৰাক্ষহে খায়, মই চিন্তক হে লেখিলো। তেহে সাধী, চাল, মেদ, অপ, তেজ, মাংস, অস্থি, মজ্জা, সাত আৱৰণৰ ভিতৰৰ পৰম তত্ত্ব, মহাভাৰত, দায়াত স্নেহকৈ পান কৰালে। মনোময় অবাদিত গতি হলা যেই বাঞ্ছে সেই হয়। এই আৰ্হিকে আতৈএ একাদ্বৰি কোৰটি আছিল, শিখাই পঠালে। এণ হকুৰিএ বেঢ়ি থৈলেও ৰাক চাই মাৰি সাৰি আছে। তেহে আতৈএ অনেক দ্ৰব্য বস্ত্ৰ চপাই ভাৰ সাজি কৈলৈ সেৱা কৰিহেগৈ। যা বাৰ্ত্তা সুধিহে গুৰুজনে সকলোখানি কৈহে

আদি অন্তে। তেহে গুৰুজনে চৰ্চ্চি বোলে আমাৰ গুৰু-ধৰ্ম্মৰো এই আৰ্হি, একান্তৰী যাৰ। জন্ম নিবাৰ তাৰ।

আৰু গোঁসাই ঘৰীয়া পো কৃষ্ণৰে খৰাই লগা হৰিবে মিত্ৰ কৃষ্ণৰ টকা শিকা অনবস্ত্ৰে সম্পন্ন আঢ্যৱন্ত। কষ্টৈবে প্ৰৱৰ্ত্তে, সেৱকতো নলগায়, তাৰাকো নোসোধে। তেহে এদিন কুট ছাম কৈ-গৈ বোলে আতৈ আজি আমি স্বপ্নত নিশা গৈ বৈকুণ্ঠ পাইছোঁ গৈ, সেৱক সমে গুৰুজন আছে দেখো। তোমাৰ পিতা তাৰৈক দেখি গলু ওচৰে। বয় বাৰ্ত্তা সুধি বোলে আমাৰ লৰাত কৰাগৈ, এই বৈকুণ্ঠত সবপায়, বেজী নাই পাবলৈ। আতৈ এ প্ৰাণ পৈলে মনতকৈ এটি বেজী আনিব, বস্ত্ৰ ভুনি ফাটি গল, বৰ দুখ পাইছোঁ, দহোকুৰি কৰা যাই। তেহে বাৰ্ত্তা শুনি অধো মুখে শুনি বোলে আতৈ, মৃত্যুকালত মহা মহন্তৰহে ৰাম নাম ফুটি হে যায়। আমাৰ বেজী চাৰি শ্ৰেষ্টাত তত পাওঁ নেপাওঁ, ৰাম নাম শ্ৰুত হুই সুই। বোলে তেনো অত দ্ৰব্যনো কিয় সাঁচিছা, গুৰু ভকুত নলগাই? গুৰু বাক্যত দিছে—

মিলিবে মৰণ হাটে কি বাটে, যত দেখা ধন ধান। যায় তেতিক্ষণে প্ৰাণ, সঙ্গে এক ৰাতিও নযায়।

উজনিয়াবাপু ঘৰে কৈছে কলে দায়, দিলে পায়।
যম পুৰী নিদান ঠাই। অত দিলে ত'ত পায়॥

"আমাৰ সংসাৰ জ্ঞানীগণে কয় যিবা দেই, যিবা খায়, সেই মাত্ৰ ৰয়॥" তেনে বাক্য বজ্ৰে ভেদি সব টকা কড়ি গুৰু সেৱকত লগাই পেলালে ভাঙ্গি, তাৰাকো দিলে কিছু ৰাখি শেষত প্ৰৱৰ্ত্তিব পৰাকৈ।

আৰু বাউলাৰ নৰহৰি আতৈএ প্ৰসঙ্গ থলে খাৱা, দাৱা বিয়ে কথা কয়, কতো সবে শুনেই, কতো কোটোহ কাটাহ কৰে। এদিন গুৰুজনে শুনি বোলে আতৈ সব, বৃত্তি কৰচ-

লুৱা মৌ সিটাৰ যন্ত্ৰকৈ মূৰ্ত্তি পাত্ৰটি কৰি মৃত্তিকাৰ লেও দি বন্ধ্ৰটি থয়। তেহে ৰজত সুবৰ্ণ, তাম, কাঁহ, পিতল, ৰাঙ্গ সহিত তাৰ ৰস কৈ বাকি দিএ, বন্ধ্ৰে সৈ সিটা পুৰি সব অঙ্গপূৰ্ণ হৈ পাত্ৰ বা মূৰ্ত্তিখান হইলে ভাঙ্গি বাজ কৰে। আমাকো আদি নিৰঞ্জনে মহাপ্ৰলয়ৰ অন্তে অণ্ডজ, চেদজ, উদ্‌ভীদ্‌জ, জৰায়ুজ চাৰিমুঠি জীৱ অংশে দেহৰতে বাজকৈ মহাপ্ৰকৃতিৰ হাতে দিলে সৃষ্টি পাতিবলৈ। কটাক্ষে পুৰুষৰ মহামায়াৰ গৰ্ভ হ'ল, হৈ মহত্ত্ব উৎপন্ন হ'ল। তাস্তে হস্তে তিনি গুণে তিনি দেৱতা জাত, ৰাজ সভা সম সত্ব, গোল-সবিষয় অধিষ্টা, তেৰকুৰি গুণে, তাতে এঘাৰে ইন্দ্ৰিয়, চবিশ তত্ত্ব, সোতৰ বিকাৰ, পঞ্চ ভুতে সপ্ত আৱৰণ অষ্ট প্ৰকৃতিএ সৈতে ব্ৰহ্মা দেহাটি স্ৰজন কৈলে পূৰ্ব্বে। বালি চাহিতে গজ হস্তীলৈ অনন্ত কোটি ব্ৰহ্মাণ্ডত চৈধ ভুবন, স্বৰ্গ, মৰ্ত্ত্য, পাতাল, সাত দ্বীপ নিশি সিজন্ম ভ্ৰমিছোঁ যোণী চেপা খাই। গৰু মহ, পশু, পক্ষী, কীট, পতঙ্গ পৰ্য্যন্তে শিৰত পৰি গৰ্ভে সাচত পৰে। কানে নাকে আকৃতি স্বৰূপ সেই হয়। ভ্ৰমণত পৰি মনুষ্য তনু পাইছাহঁক। তিনি বিধ লোক দেশতনৰাকাৰ, নৰাধম, নৰোত্তম, দেৱৰ বাঞ্ছনি, ব্ৰহ্মাৰ প্ৰাৰ্থনি, ধন্য কলিযুগ ভাৰতবৰ্ষ, ৰাম নাম, গুৰু, নৰতনু, এনেত কলিমল মৌ সিঠা অবিদ্যাৰ পঞ্চপৰ্বা, হৰিনভজা সব নৰাধম, নৰৰ অধম। তিনিবিধ লোক
বত্নৰ দ্বীপ ভাৰত হাত সাধু দোকানত নেবেসাই দুখী দৰিদ্ৰ, নগা, মিৰি, সি ভুকে নেপায় নৰৰ আকাৰহে গোটে ৰাক্ষস পিশাচ, তোমৰা সব নৰৰ উত্তৰ জন্ম পাইছাহঁক, কৰ্ণপথে ৰাম নাম ভৰি মিছা পাপ পুৰি চিদানন্দ হুই বৈকুণ্ঠে চলাহঁক, কুকথাত তাম ৰাঙ্গত মৰা কিয় হিৰা বত্ন এৰি? সেই বেলা গীত মাতিছে গৌৰী—বোলে মোৰ গুৰুজনে দি গৈছে—

কমল নয়ন চিত্ত চেতন লাই

চোরি বাম নাম অমিয়া উপযোগা
যৈচে পুবীয় গুকবে কবে ভোগা।

আৰু এদিন শ্ৰীৰাম আতা তিকালে গৈ খাত্তাপাবে ছটা বুঢ়া লগ পাই। বোলে আতা কলৈ অহা গৈছিল ? বোলে ভিক্ষা চাওঁ। আমি এদিন ধান চাউল এগালি দিব লাগিছে, আজিলৈ যক। আকৌ লাগ পাই সেইৰূপে বুইলে এদিন পথে। আৰু এবাৰত ভাব পদূলি মুবে দেখি বোলে আতাক একঠি চাউল লগাব লাগিল, বিষয়াদি লোক, জঞ্জাল অবজৰ ঠিকনাত, পৰা নাই, এদিন দিব লাগিছে। তেহে আতা বাগকৈ বোলে বৈ বৈচালী পো চেলাব বেটা চেলা, তোত আমি কাহানি ঘবে গৈ ধান চাউল, খুজিছোঁ। তিনদিন তুতুহা তই ? ইওহছু বিষয়া। শুনি খিন হে লাগে। আদি স্রষ্টা পুৰুষে সৃষ্টি পাতি তিনিজনা বিষয়া পাতিছে স্রজন, পালন, সংহাৰণ, ব্ৰহ্মা, বিষ্ণু, রুদ্র, ৰজ, সত্ব, তম কৰ্ম্ম অনুসাৰে পালিছে মুল দোৱাল তেৱাল 'সেই ৰূপে চৰ্চ্চি আছে মহা-প্ৰলয় সীমাকৈ। ই নৰাধম পাপী, ইও যে বিষয়া হয়! কি অদ্ভুত শুনিলোঁ। দুৰ দুৰাচাৰ। গৃহ অন্ধকূপ, নৰকৰ পথ, টতো গৃহ বাস। পুত্র ভাৰ্য্যা নিস্ফলত পৰি আছে, লৰা তিৰোতা গৰু, মহ, বান্দী, গোলাম ওপৰত বিষয়া. আৰে জঞ্জাল ভাজিবই হুৱাব তই ? তিনিবিধ বিষয়া ৰাজাথাৱা কাবীৰ, চৰাব ৰাজখোৱা চকুৰি লিকচৌ থাই, দোলাতো ফুৰে, তিনিহাজাৰ সোদপোচ পায়, ভেটি মান পাই খায় উত্তম: খাত ৰাজখোৱা হুপুৰা দোপোৱা পাইক পায়, মান মধ্যম। ঘাট ৰাজখৱা গতা কিল পায় প্ৰকৃত্য সিও বোলে মইও ৰাজখৱা॥ মুদৈবো তিনিবিধ-উত্তম হাজনিয়া দোকাণী, হিৰা বত্ন ৰজত, সুবৰ্ণ, বাথৰ, পোৱাল, মানিক যেচে পায়। মধ্যম চামৰ, কমলবানাত্ত, পটুলুহি, চাটন সিংথাপ, ভাও, বাজিচবি

বথা

মখমল, পাটচিট দিকে পায়। প্ৰাকৃত্যে লোন খাৰ দিকে, সিও বোলে মইও মূদে।

আৰু জীৱনী যদুমণি আতৈএ চৈধ্য প্ৰসঙ্গৰ মূৰ্ত্তি প্ৰাৰ্থনা কৈলে। গুৰুজনে দায়াকৈ মূলবস্তু মুঠে কীৰ্ত্তন কৈলে। পুনৰ এবাৰ আহি বোলে বাপ, চৰ্চ্চি মূৰ্ত্তিবস্তু কৈ অনুগ্ৰহ কৰক। তেহে বোলে বাক, পাচোটি টকা, কাপৰ এজুৰি, শৰাই, শলা আনা। তেহে দিছে সেইৰূপে। পাচে আদি, অনাদি, দেউ, গুৰু, নাম, ভকত অন্তৰোবা, অন্তৰঙ্গ কৰণ এই সাত প্ৰকাৰে জুৰি কলে মূল তত্ব, তাতে ৰ'লগৈ খেয়ালি টিকনি ক্ৰমে। তেহে টকা বস্ত্ৰ দি এ আৰ্হি কৈছে ব্ৰহ্মাণ্ড-পুৰানৰ। হৰিদ্বাৰত হৰবিন্দ নাম এক ৰাজাৰ যক্ষ্মা ব্যাপাৰ হ'ল। অনেক বৈদে লাখ বিলাখ টকা ভাজি ঔষধ কৰাই খায়, একো নাই। তেহে সুৰ শৰ্ম্মা নামে এক সন্ন্যাসী আহি এক ঔষধ দি গ'ল। ৰাজা অৱহেলে খালে। পাচে এক বৰ্ষৰ অন্তে সন্ন্যাসী আহি বোলে অ' মহাৰাজ, অৱহেলে খালি অন্ন বুলি তাতে সিদ্ধি নহ'ল, এইবাৰ শুচিৰ, এক হাজাৰ টকা দে। দিলে। তেহে দাৰু কৈ বোলে মহাৰাজ মোৰ হ'ল দাৰু একলাখ টকা দি কিনি লৈ খা। দি পাচে খালে বেদনা ছত্ৰভঙ্গকৈ নষ্ট কৈলে। সেই দাৰু এই, খেদ-মানকৈ নিচই যাবে। এতেকে নিচএ পাব, অনিচত্ৰে সংসাৰ॥ উপকাৰী আত্মনীয়া জীৱে খাই এৰে তবিম বুলি বৈ বিচাৰি ৰাচুক পুহু। লাউ, কোমৰা লতা পদে সুত মাৰি বৈছে বস্ত্ৰি আগলৈ পৈ। হৰিভক্তিৰো সেইদৰ মহলে সংসাৰ তৰণ দুষ্কৰ। তেহে যি ব'তে আহিল তাতে নিচয় হ'ল। আতৈএও নিশ্চয় হৈ টকা বস্ত্ৰ লৈ গৈছে।

ব্ৰহ্মাণ্ড পুৰাণৰ আৰ্হি

আৰু তাৰ্ত্ৰৰ গুণ-কীৰ্ত্তণ কৰি কাকত কুটাত তক্তে সমে সেৱা কৰিবলৈ গৈছে। বাটৰ কাষে শোৱালু কাজীএ ধান

কইছে। সজ হৈছে দেখি কান খচৰা গোবিন্দে বোলে সজ হৈছে। গৈ বহাতো ত'ত কলেগৈ, আহোঁতে পুনু বুইলে। তেহে গুৰুজনে বোলে গোবিন্দ, তোমাৰ জন্ম হব, থাকি, পকিলে এসাজ খাই আহিবা। বোলে বাপ, কলিত কায়তহে পাপ, মন বাক্যত জন্ম পাপ নাই বুলি শুনো। বোলে হয়, এবাৰত নাই বজ, তমত কিছু চোএ, তিনিবাৰ তমত পৈলে বান্ধি লাগে আয়াযাত। এতেকে থাকা, বুঢ়া কালৰ দুখ লৰাতে গুচাই আহা, পাচে বৈ এটি পজাকৈ দুমাহ থাকি কাৰ্ত্তিৰ সাদিন থকাত দুদৰিত কাজীক কৰি এপোন দি আগ টিঙ্গি নি খুন্দি চেকি গুৰুজনকো দিছে গৈ পচলাৰ আঞ্জা। দি ভোজন কৰাইছে। আপুনিও কৰিছে। তেহে গুৰুজনে সবাতে কৈছে বোলে বাক্যতে তৰি, বাক্যতে মৰি, একো বাক্য খাগৰি খৰি, মনে ভ্ৰমাই, বাক্যে গজাই, কাএ মোক্ষ দেয়। এতেকে আতৈ সব, হঠাৎ নুবুলিবাহঁক। কৃষ্ণদেৱে ধোবাক বধোতে আগ পাচ চাই প্ৰহাৰ কৰিছে। চাই, বুলিবা কৰিবাহঁক।

মন, বাক্য, কায়

আৰু নাৰায়ণ লস্কৰে জ... আতৈত কথা সুধিছিল গুৰুবাক্য। এদিন গুৰুজনত প্ৰ ... কৈ বোলে বাপ, আতৈএ কথাবাৰ্ত্তাটি নকয়, পেটে ভা নেপায়, আমাৰো অৰুচি, মুকুন্দ আতৈক আজ্ঞা কৰিলে ২তে আগ গুৰি দেখাবলৈ। তেহে এক আৰ্হি কৈছে। বোলে কাকৰিএ দ চাই ভাদ্ৰ মহা গাতা কৈ গহণ জলত পৰি থাকে। গাটি মাংস জুৰে শান্তেবে। ফুৰা কেকোৰাৰ সকল খানে খানি বগাই ফুৰে, গাও কৃশতা, জল, থল, থিত নপাই। কুৰ্ত্তা, শৃকালে, কাকে পালে ভক্ষে। একে ঠাইতে খান্দিলে সজ, বহু ঠাইত শ্ৰম। খানিলে যদি বালা পৰিজল শুখায় তেবে বিচাৰিব তেওঁকে হুদিত লৈ। বিষত দেৱৰ বাক্য—মনকৈ সিজমেও ষি

আছিল হৃদয় ভণ্ডাৰত আকে দিলোঁ; নিচয় হলে জীৱ তৰে। তেওঁ শেষ কালৰ টুপনি কথা বিচাৰ কৈ লবা। আমি বিচাৰ কৰিবলৈ নহ'ল পূৰ্ব্বে। যদি পাৱা আমাকে দিবাহে। পুত্ৰ উপাৰ্জে অনেক শ্ৰমকৈ ধুৱাই ধুৱাই, পাচে সামৰ্থ হ'ল, হলে যায়। সেই বেটাই প্ৰতিপাল ভৰণ-পোষণ কৰে পুনৰ। এই ৰূপে হলে জীৱৰ কুশল সাধে। সেই আজ্ঞা লৈ বিশিষ্ট সন্ত লভি শিখি বুজি সেৱাকৈ হুয়ো সাৰে সংসাৰ।

আৰু আই ধাএ নিতে তুজন তুজন ভকতক চিৰা ফলাহাৰ কৰায়। এমুৰৰ্তে বুঢ়া ভগীয়া অনা নিয়া কৰে। কৰি চাৰি চাৰি পোন, পছৰা তুই, দখিণা দি থৈ আহেগৈ পুনৰ আকৌ গৈ ভকতক। তেহে শ্ৰীৰাম আতাৰ পাল পৈলহি। আতা ওলাই আহিল, গামচা কপিঙ্গ পিন্ধি। গুৰুজনে বোলে চিৰাম, এনে বেশে যোৱানে? বাটৰ লোকে বাট দিব নিদিব? তেহে গুৰুজনে ভুনি পচৰা এমুৰি, টনা এগচি, দিলে। তাকে উৰি গৈ বহিলগৈ তুণ্ডজন, চিৰাভোজন কৰা গৃহতে। বুঢ়াভগিয়া ধাইতকৈ চিৰা দিলেনি তুগ্ধ, মিঠৈ, কলা সৈতে। তেতোল আমুলে সৈতে কৰিলে ভোজন। বোলে এফেৰি ৰ'ব, আমি আহোঁ ভিতৰতে বুৰাভগীয়া বোলে। আতা বোলে জলপান কৰিবলৈ মাতিলে কৈলোঁ, ৰ'বৰ বাৰ কি আত? এই বুলি গলগৈ। পাচত পছৰা তুই, কড়ি আঠপোনে, বুঢ়া ভগীয়া দি গলহি ঘহাতে।

আৰু কায়ৰা কৃষ্ণাই আতৈ বিদেশে গঙ্গা, গয়া, কাশী, বাৰাণসী, প্ৰয়াগ বেৰাই হৰিদ্বাৰত কাহিলা পৈল। পাচে তঙ্গাই সজ হ'ল। গাত বৰ হুতাহ মাছৰ। সি দেশ কচ্ছ, মৎস্য নেখায়, খোৱাকো মাৰে পালে। তেওঁ চাউল, চক, লোন, তেল, জই লৈ সঙ্গা বিল কাষে গৈ বলা কৈ নামিল, বিলে মাছ দ'ল। ছুটা বৌ মাছ ধৈলে। আনি বাচি খুই

কাৰবা কুকাই আতৈ

বহালে, এপুৰা চাউল, দুই বৌ সৈতে সিজাই বাঢ়ি বহিছে খাবলৈ। তেহে গাওঁতে ধোঁৱা দেখি খেদি গৈ ছটা কেয়া হানি মাৰিব খোজে, মচুলি খোৱা বন মানুহ বুলি। এওঁ উপায় নেপাই ভাত মুখে লৈ ফুত ফুতকৈ ধুৰি গালৈ মাৰিব খেলে। সিহঁতে বোলে ই কাৱৰীয়া তত্ নাই বুলি এৰি গ'ল, এৰা খাই শুচি আহিল উজাই, মধুপুৰে গুৰুজনক পাই ধৰ্ম্ম ধৰি হাটীতে আছে। তেওঁৰে পাল পৈলহি সান্দহ খোৱা। হৰিবল্লভ আতৈৰে গ'ল। দুগ্ধ, চিৰা, গুৰ, কলা এঠোকা, বৰবক এটা ভৰাই দিলেহি। বলে দুইবো নে মোলৈহে? আগে বুজ পোৱা বোলে তাৰাকেহে দিছোঁ। এৰলহ দুগ্ধ পুনু দিলেনি। বাকি কল গুচাই লৈ কিলাকটিলৈকে হাত সুমাই সানিলে, আদখান মান খালে, খাই ঠিয় হ'ল। একেৰ বৈ সিও খানি খালে। লৈ হাত মুখ ধুই মুখ শুধিকৈ বোলে এটি পাটী দিয়া দিলে, পাৰি শুলে। উঠিলত কড়ি পাছৰা, দখিনা কৈলে, আহিল।

পুৰ্ষোত্তম গজপতি নাম মালিকা

আক বিৰু কাজী হাতত নাম মালিকাৰে শ্লোক পৈল। পূৰ্ব্বে গজপতি পুৰ্ষোত্তম নামে মোহনী মায়াতে সদাশিৱৰ বীৰ্য্যহস্তে হ'ল জন্ম। তেওঁ বুইলে ব্ৰাহ্মণক বোলে যেএ নামৰ মহিমা খ্যাতি দিএ একোটকা সুবৰ্ণ দিম। ব্ৰাহ্মণ ধনৰ লোভত অনেক পুৰান, ভাৰত, ভাগৱত, গীতা, সংহিতা, কাব্য কোষ, শ্ৰুতি, তন্ত্ৰ, বেদ, বেদান্ত, বিচাৰী নামৰ মহিমা দিলে। ৰাজা গোটাই থৈছিল। জয়দ্বাৰে হৰিপুৰিয়া ৰাজা। বিষ্ণুশৰ্ম্মা ভট্টাচাৰ্য্যে আনি বিৰু কাজীক দিলেনি অনেক শাস্ত্ৰৰ কোঠৰ নাম মাহাত্ম্য পদ কৰিবলৈ টান। তেহে কাজীএ সৌৰষ্ট্ৰ ব্ৰাহ্মণক দিলে পদ কৰিবলৈ। ছমাহে কৰি দিলে নি। পাচে পঢ়াই চাই শৃঙ্খল অৰ্থ নহ'ল ভাল। আক এজন কায়থক দিলে ভদ্ৰ কালী নামে। সি কৰি দিলেনি তিনিমাহে,

প্ৰশস্ত নহ'ল অতি পদ। পঢ়াই চালে তাতোকৈ অভাল হ'ল, হ্ৰস্ব, দীৰ্ঘ ছন্দ শৃঙ্খল কিছু নাই। তাকো এৰি গুৰুজনক দিলেনি ছখানি ভাব সেৱাকৈ বোলে বাপ, এই নাম মালিকাৰ আমাক শ্লোক ভাঙ্গি পদ পয়াৰ কৰি দিয়ক, ছুই ঠাইতো কৰালোঁ, মনৰ ৰুচি নেপালোঁ। ভাল, আপুনিহে মনৰ জোখাৰে পাৰিবা। তেহে গুৰুজনে শ্লোক ভাঙ্গি তিনি পদে পদকৈ দিলে নি। কাজীৰ উছাহ বঢ়াই মহাত্মা ভলন্ত দি। পঢ়াই চাই বোলে ঈশ্বৰেহে ঈশ্বৰালি কৰ্ম্ম, মনুষ্যৰ কাৰ শক্তি আছে কৰিবৰ! প্ৰসূতিএহে পুত্ৰৰ মোল জানে, বাজীএ কি জানে? মনুষ্য ভাওহে ছদ্মে, ঈশ্বৰ গোটে। এই বুলি টকা পাছে বস্ত্ৰ এক দি সেৱাকৈ গ'ল। নাম মালিকাৰ পদ

আৰু মুকুন্দ আতৈ বাঃ খতৰত আশ্ৰম হ'ল। চলি বেটা চাইটি হ'ল। মইনা গুৰিতে আছে। হৰিহৰ আতা ধৈলে বাহিৰ বন্দৰে ৰাম নাৰায়ণ ঠাই যাবলৈ। বোলে আতা ছৱা ছলি মৰিব, খাবলৈ নাই অ'ৰ ত'ৰ আনিহে খাইছোঁ। বোলে এই আদ্টকি দিছোঁ কিনি দিয়া যাব, নাৰাওঁ। লৈ কিনি দি গুৰুজনত বিদায় কৈলেগৈ। বোলে নেযাবা। তেওঁ যাই সেৱক ঠাই, তুমি পাবা কি? বোলে যাম ধুলি আধলী, ললোঁ। বোলে মুই টকা দিছোঁ থাকাগৈ। কোচ নেমেলে। তেহে গুনি টকা বন্ধা বকৰানি মাৰি বোলে অনিত্যৰতে বস্তুত লাগেগৈ। পাচে গ'ল। আহি সেৱা কৈলেগৈ। বোলে যদি আমাৰ বাক্যে ৰাখি ৰ'লাহঁতে, তোমাক চৰা গ'লহঁতে। যাতো আমাৰ পেলাই, হৰিহৰ বাক্যে গ'লা, তুমি মোৰ হৃদয়তে আছা। মুকুন্দ আতৈ

আৰু কামৰূপতে ঠাকুৰ আতা পৰ্ম্মানন্দক পাচিলে গুৰুজনৰ বাৰ্ত্তা জানিবলৈ। ঠাকুৰ গৈ মধুপুৰে পাই সন্দেশ এজুৰি কাপৰদি সেৱা জনালে। গুৰুজনে আতাৰ গোসানীৰ

বুঢ়া আতাৰ সবাতে বাৰ্ত্তা সুধি খোলে হৰিবল্লভ, আমাৰ ভোজনৰ লগৰ চাউল দিয়াহি ঠাকুৰক। দিলেন বোলে পৰ্ম্মানন্দ ভোজনকৈ আহাগৈ সখিৰ বা বাৰ্ত্তা সুৰিধ লাগিছে সজকৈ। ঠাকুৰে আহি ভোজনকৈ ভাগিৰে ধৈলে, শুলে, পুৱাহে পালে। তেহে শৌচ শুদ্ধি স্নানকৈ গল। বোলে পৰ্ম্মানন্দ, ভোজন কৰিলা কালি ? বোলে বাপ, কিবা ছোট চাউল দিলে, কৰা হ'ল। বোলে হৰিবল্লভ কিনো চাউল দিলা ? বোলে ভোজনৰ লগৰে মাণিকী মধুৰী দিলোঁ। বোলে ভালেহে, ঠাকুৰে বাউসীৰ মোটা চাউল খোৱা। আজিতে উষ্ণ চাউল দিবা। তেহে এক দৃষ্টান্ত দিছে, বোলে এজন লোক বিস্তৰ দিনে ৰাজাৰ খাটনিৰৰ্ত্তে আহিল গৃহলৈ। খাই দাই শুলে, ভাগকৰা, পুৱাহে সৰে পালে। বিহানে পত্নী তাৰ পানীঘাটে গ'ল। চুবুৰীয়া দুই তিনিজনী হ'ল। বোলে কালি তোৰ ভাথৰ আহিল হবলা ? বোলে আহিল নাহিল, কিহত লাগিল ? গধূলি শুই পুৱা জাগিল। আমাকো পৰ্ম্মানন্দে তেনেহে কৈলা ? বাট চাই আছিলোঁ সখিৰ বাৰ্ত্তা সুধিবলৈ। শুই নাহিলা। বোলে বাপ, শুলোঁ ভাগৰ ধৈলে, চেতন নেপালোঁ। তেহে গুৰুজনে ডা-ডাঙৰীয়া যি আছে ৰবা বকৱা, সবাকে জ্ঞান দিলে, বোলে কামৰূপতে সখি আহিছে টকা মহালৈ আহক। বাৰ্ত্তা বিদ শুনি সুধি যি আছিল, বকৱা বড়া লস্কৰ কাজী সকলো আহিল লৈ। গুৰুজনৰ কাচে ঠাকুৰ বহিছে। দেখি সকলো আসি বস্ত্ৰ আৰকৈ ফাহা ফুহা কৰে। গুৰুজনে বোলে তোম্ৰা সবে কি কৈছাহঁক ? বোলে দেখোঁ কোম্ৰা গৈছিল আমাৰ সখি বৃদ্ধ। এতিয়া দেখো যুবা ! বোলে সখিৰ দুখতে পৰ্ম্মানন্দৰ জন্ম। ত্ৰধাৰ দিনা শুদ্ধি গলতে শ্ৰীশঙ্কৰদেৱৰ পাৱত পেলাই দিছেনি। গুৰুজনে পদৰ বৃদ্ধাঙ্গুষ্ঠিৰে টিপা মাইলে। সেই ভৃগুপদৰ দৰে

শুক্ল চিহ্ন হৈ আছে এতিয়াও। আৰু গুৰুজনেহে নাম দিছে পৰ্ম্মানন্দ, মাকে তুখীয়াহে দিছিল আগে। এয়েঁহে সখিৰ প্ৰতিনিধি বৰবেটা যানিবা সখিএহে আহিছে। তেহে সকলো টকা শিকা দি সেৱা কৈলে। পাচ দিনা স্নান ভোজনকৈ গুৰুজনত কৈ হৰিহৰ আতা ঠাকুৰ আতাৰ গোসানীৰ বুঢ়া আতা বাৰ্ত্তা সুধিলে। কলে বোলে পৰ্ম্মানন্দ, মোৰ গুৰুজনলৈ তোৰ মনত পৰেনে? বোলে আতা পৰে। বোলে কেইবাৰ কেনেত পৰে? বোলে বিহুত পৰে, ভাত্ৰৰ কীৰ্ত্তনত পৰে, আৰু ভোজন কৰোঁতে মাছ, ভাত, আঞ্জা দি থাকে এই তিনিবাৰত মনত পৰে। বোলে অ খাবলৈ পাই তিনি সময়ত পৰে? তেওঁ বোলে মই ৰবসদাগৰৰ বেটা তেহে গোপীসবৰ খেদ মাতিছে—

কণ্ডলৰ লাগি কান্তি, গণ্ডস্থলে কৰে পান্তি ॥
জলে মুখ কুঙ্কুমে ৰঞ্জিত।
মহা অনুৰাগ ভাএ সুমৰি সুমৰি গাত্ৰ
সিটো প্ৰাণ কৃষ্ণৰ চৰিত্ৰ ॥

তই সদা সৰ্ব্বদা পাসৰিবই নেপা, বোলে তিনিবাৰহে মনত পাৰে খাবলৈ পাই, গোপীভাব নাহে, সংসাৰ তৰণ পথ। তেহে আতাক সেৱা কৈ আহি মধুপুৰ পাই গুৰুজনক সেৱা কৈলেহি। আতাৰ বাৰ্ত্তা গুৰুজনে সুধিলে। তেহে যাবলৈ হ'ল মনথৈলৈ। গুৰুজনে বোলে যত্নমণি, সখিলৈ এযুৰি কাপৰ আনা, পৰ্ম্মানন্দলৌ আনা এযুৰি। তেহে আনি দিলে মঠা কাপৰ, সখিৰ বস্ত্ৰ যোগ্য নহয়, সজ আনা চাই। তেহে একে যোৰকে ঘুৰাই সলাইছোঁ বুলি। দোখ খেদকৈ বোলে আমি এতিয়া বৃদ্ধ কাল, কি কৰিম পৰাধীন, নিয়া, যি দিছে। তেহে ঠাকুৰে বোলে আমাৰ যুৰিকে দিম আতাক। বোলে পৰ্ম্মানন্দ মাকলৈ এখানি মাৰ কাপৰ আনা। আনি দিলে। তাকে

পৰ্মানন্দৰ হাতে দি বোলে “বান্ধিব নালাগে, বাঢ়িব নালাগে, চুলিয়া নেদে ফু।

মাজত বহি খায় বেটী চান্দ যেন মু।” বোলে গৈ এইষাৰ দি ককবাটি মাতিবা। আৰু বোলে শেষ কালত এজন লোকে লাগ পাই যাব পঠাম আমাৰ সকলো থাপ হিব, বস্ত্ৰ মাণিক সব কৰাগৈ। পৰ্মানন্দে পাচে গুৰুজনক সেৱাকৈ বস্ত্ৰ দিলে। আতাও বাৰ্ত্তা বিদ সুধি বোলে কেনে সুখে দুখে আছে, কাপৰতে পাইছোঁ প্ৰমাণ। আইক দি সেৱা কৈলে বোলে মৰিবৰ সৰ্ব্বস পালোঁ। আৰু খেদকৈ দুই ধাৰা লোতক বহি গ'ল আইৰ।

কীৰ্ত্তনৰ আদৰ

আৰু পদ্মনাভ লস্কৰ বোলে,—তেওঁ আহি গুৰুজনক খৈলেহি প্ৰাৰ্থনাকৈ, বোলে বাপ, দশম পুস্তকখানি দিয়া মক, লিখিবলৈ আশা কৰিছোঁ পাত কৰি। এটকা সুবৰ্ণ দি খুজিলে। পাচে গুৰু বোলে বাক সাৱধানে নিবা। পাচ দিনা আহি গায়নে বায়নে শিৰতকৈ নিলেহি। গুৰুজনেও আগ বঢ়াই শিৰত কৈ দি বোলে আজি তোমাৰ ঘৰলৈ শ্ৰীশঙ্কৰ দেউ যায়, সাৱধানে নিয়া থবা। নি থৈ এপাতি এপাতিকৈ লিখিলে হ'ল। আতোলা সোনাৰ শলখা ঢকা দি, ভোগ শৰাই দি সাগৰ চউ কাপৰ গিলিপ দি পুনৰ গাই বাই আনিলে। গুৰুজনে আগ বাঢ়ি গৈ শিৰতকৈ আনি থলেনি।

আৰু পদ্মনাভ, নাৰায়ণ লস্কৰ দুও ডাঙৰীয়া নিতে গুৰুজনক একচাতে সেৱা কৰেহি। পদ্মনাভক ঢৰা গুৱা দি সেৱা সোধে শ্ৰদ্ধাকৈ। নাৰায়ণ আঠু লৈ থাকে, নেমাতেও, গুৱা নিৰ্ম্মালি প্ৰসাদ নিদিএ। পাচত ধৰে ভকতে বোলে বাপ, সমান ডাঙৰীয়া দুও, এজনক প্ৰসাদ নিৰ্ম্মালি গুৱাদি মাতে, এজনক মুখেৰেও নেমাতে, মাটিতে পৰি থাকে, কিয় ভাল পাব তেওঁ? গুৰুজনে বোলে তোমালোকে দু-নোপোৱা মনৰ মন,

যি যি মনেৰে আহে আমি তাক জানিছে দিওঁ, পদ্মনাভ যি আহে মানক ইচাৰে, নাৰায়ণ আহে আমাক আশাকৈ কুশলৰ হেতুৰে। মাতো যে তেওঁ সন্তোষ, নেমাতো যে তেও সন্তোষ।

গুৰুতৰ প্ৰতি ভিন্ন ব্যৱহাৰ

আৰু একদিন চিৰাম আহি হৰিহৰ আতা গুৰুজনত বিদায় কৈ বাহিৰ বন্দৰলৈ গ'ল। গৈ নিশা হৈ পুৱা শ্ৰীৰাম আতা বোলে যাওঁহঁক বলা। হৰিহৰ আতা বোলে শৌচ, শুদ্ধি, স্নান, গুৰুসেৱাকৈ নাম গাই ভোজন কৈও গৈ পাম যাই। চিৰাম আতা বোলে মই যাওঁ, কালিৰ্তে গুৰুজনক নেদেখাত এক যুগ যেন গ'ল, যাওঁ মই, বোলে গুৰুজনো ক'ত আছে, গাৰ্তে ৰাতি চেতন নাই, গৃহত অগ্নি, বাহিৰত বিচাৰে ক'ত পায়? হিয়াত হৰাইল হৰি বাহিৰত ক'ত পায়? বোলে তেনো আপুনি চাউল সিজাই আহক। গুৰু-জনক নেদেখি ৰ'ব নুৱাৰোঁ মই যাওঁ। এই বুলি বায়ু বেগে লৰি গ'ল গৈ, পালেগৈ। দুপৰ বাট পৰতে পাই গুৰুজনক সেৱা কৈলে। বোলে হৰিহৰ একা? বোলে তেৰা ভোজনকৈ আহিব। মই আজি নেদেখাতে যেন যুগ গ'ল, আহিলোঁ বিহানে, তেহে ৰাগকৈ গুৰুজনে বোলে গুচ, উঠ, উঠ। অ, সাহ এৰিবাহ, মুকুতা এৰি শুকুটা চাবলৈ আহ খেদি? গুচ। তেহে আতা অন্তাহি হৈ লৰ ধৈলে পুনু। ত'ত আতা শুদ্ধি শৌচ হৈ নাম পাঠ গাই দুকঠি চাউল লৈ বহাই দুখানি পাত পাৰি বাঢ়ি চকটি সামৰিছে। তেনেতে আতা পাই দণ্ডৱতে পৰি কান্দিব ধৈলে। তেহে আতা স্নান কৰাই ভোজন কৰি দুওজনা গৈছে আনন্দ সুখে। বাটত আতা কয়, বোলে গুৰুজনে মোক একোদিনে ৰাগ কৰা নাই। আতা বোলে মই তেতিয়াই কওঁ। পাচে পাই দুওজনে সেৱা কৈলে। তেহে গুৰুজনে বোলে—

লাখ টকাৰ ভাই, মনত যি নাই, ঘৰতো নাই। মই

এইৰূপে দেখিলেহে সন্তোষ মনত। যাৰ যি মনত অনিচয় আছিল, আতাৰ খঙ্গত সবাৰে দাঠ হ'ল।

আৰু গলা মাছ খোৱা ৰাম আতৈএ কৰি চাবি কাওন লগাইছিল ওচৰতে। তালকে গ'ল। পাই বোলে আমাৰ কৰি খানি দিয়া। সি বোলে নাই দিবলৈ। বোলে নাই যে ঢুকাওন দে। বোলে সিও নাই এইবাৰ দিবলৈ বোলে কিছু নাই। বোলে নাই যে আঠ পোনকে দে পা। বোলে নাই চাবিপোনকে দে ধাৰে নিবে। তেনে আনি দিলে কৰ্জাকৈ। বোলে বিচনাকৈ দিয়া। দিলে। পাৰি শুই বোলে পদূলি মুৰে যোৱ। মধুপুৰ ভকত পোৱা যে মাতি আনা, আমাৰ শৰীৰ পৰেহে। সি গৈ দুজন ভকত পাই মাতি আনিলে। তাৰা দুইক দেখি ৰাম বুলি গ'ল। তেহে গুৰুজনে শুনি বোলে এ আমাৰ বহিৰ লগটি গুচিল আজিতে, আছিল।

দশম কীৰ্ত্তন গুৰুজনৰ মূৰ্ত্তি ঘোষা-ৰত্নাৱলী মাধৱদেৱৰ থান

এদিন গুৰুজনে বোলে দশম কীৰ্ত্তন গুৰুজনৰ মূৰ্ত্তিৰ সমান, ঘোষা, ৰত্নাৱলী আমাৰ থাকিবৰ থান। যাৰা সবে ভক্তি কৰিব, ঘোষাতে পাব। শুনি বৈকুণ্ঠ আতৈএ পাচ ফালে কান্তিত বহি ঘোষা খান মেলি পাত পাতকৈ থাকে। ভকতে দেখি গুৰুজনত কলে। বোলে বাপ দেখোঁ বৈকুণ্ঠ আতৈএ ঘোষা খান নেচানেচ কৰে, নপঢ়েও। বোলে মাতাচোঁ। মাতিলে, আহিল। বোলে হুমু ঘোষা খান মেলি চোৱা, কিয়? বোলে তোম্রা বোলা যায় দেখোঁ, ঘোষাৰ মাজত থাকোঁ, দেখো বুলি চাওঁ তাকে। তেহে গুৰুজনে ঘোষা মাতিছে—

অজ্ঞান আন্ধাৰে, পৰিয়া জীৱৰ
জ্ঞান পথ ভৈল নাশ।
নাম অঞ্জনীয়া বিনে আন মতে,
নেপায় হৰিৰ পাশ॥"

এ চোৰে এঠাইত গভাইত নহলে চুৰ কৰিব নোৱাৰে। ১২০ (খ)
গিৰিহঁতেও ৰিপুৱা নধৰিলে চোৰ ধৰিব নোৱাৰেগৈ। ভকত আপ্তনীয়া আশ্ৰয় লৈ নোসোধ, এনেকৈ ক'ত পাবা ?

আৰু বৈকুণ্ঠ আতৈক ঠাকুৰিয়া সুধিলে কাপৰখানি কোনে দিলে। বোলে গুৰুজনেহে দিয়াই আৰু দিব কোনে ? তেহে শিয়ৰৰে বোলে হয় তুমি ৰামচন্দ্ৰ দৰে কৈছা, গুৰুজন কি বস্তু চিনাই নাই দহোঁ ? আতৈএ এদিন গুৰুজনত প্ৰাৰ্থনা কৰিলে বোলে আপুনাক কি বস্তু দেখি মানি সেৱা কৰিম ? বোলে এই কথা সুধিবলৈ তোমাত কোনে কলে ? বোলে বাপ শিৱৰৰে সংশয় লগালে। বোলে জনাৰ্দ্দন ঠাই অহাযোৱা কৰিবা। তেহে মাছটি, খৰি, পাত, শাক, গুৱা-পান, দি থৈ পাচ মাহ আছে। এদিন কাস্তিতে আছে। জনাৰ্দ্দন আতৈ ভোজনকৈ পাচ দ্বাৰে কাস্তিৰ ওটাতে মুখ ধুইছে। এৰা আগ দ্বাৰে পাত খানি পেলালেনি। আহি দেখি ৰাগকৈ বোলে তোম্ৰা ব্ৰাহ্মণ তনু, মাছ, শাক, খৰিদাল দিছা খাইছোঁ দায়া অৰ্থে। এই বনখানি কৰা কিয়, অযোগ্য। ৰোলে গুৰুজনত এই ক্ৰমে সুধিলোঁ, দিহা কৈলে। তেহে আতৈৰ গুৰুবাক্য শুনি দায়া জন্মি পৰম তত্ত্ব কীৰ্ত্তন কৈলে। পাচ দিনা কৰি ত্বও গৈছে। গুৰুজন চ'ৰাতে ওলাই বহিছে ভক্তে সমে। জনাৰ্দ্দন আতৈ মুখৰ পোনে আঠু ললে, বৈকুণ্ঠ পাচে আঠু ললে গৈ। পাচে গুৰুজন ঘুৰি বৈকুণ্ঠলৈ সমুখ হ'ল, জনাৰ্দ্দনলৈ পিঠি দি। মনতে আতৈএ বোলে পৰমাৰ্থ ক'লতহে অপৰাধ হ'ল হবলা! এই বুলি ঘোষা মাতিছে।— বৈকুণ্ঠ আৰু জনাৰ্দ্দন আতৈ

"কিনো অপৰাধ কৰি আছোঁ আমি মাধৱ বান্ধৱ প্ৰাণ।
নাম ধৰি ডাকো, হিয়াত থাকিয়া, কেনে নেদা সন্নিধান॥"

"কতনো অমোঘ অপৰাধ মোৰ"—শুনি গুৰুজনে সমুখ হৈ বোলে মই তোমালৈ পিঠি দিলোঁ, ঘোৰাহে সমুখ

কৰাইছে। তোমাৰ হৃদয়তে এখিনি দিন আছিলোঁ। আজি
শ্ৰবণ স্থান ভকতৰ হৃদি
তোমাৰ হৃদিৰ্তে বৈকুণ্ঠৰ হিয়াত গৈলু। সেইতে আতা
ঢাচাই পৰি কান্দি বাগৰি অত্ৰাহি হৈ বোলে মই পাপীষ্ঠ কেনে
ক'লু! তেহে কৃপালু পুৰুষে দায়াকৈ বোলে উঠা উঠা, মই
তোমাৰ হৃদিতো থাকোঁ, বৈকুণ্ঠতো থাকোঁ ॥

আৰু বৰহৰি আতৈ স্নানে গ'ল তেৰোচতে, সিপাৰতে
আই দায়াল আহে তেলীকৃষ্ণ আতৈ পত্নী, গুৰুজন ঠাই।
বোলে আমাক পাৰ কৰা যক। নেমাতে, গা ধুইছে।
বোলে গুৰুজনৰ ঠাইলৈ যাওঁ, পাৰ কৰা। নেমাতি যায়হে।
তোম্ৰাৰ বৈকুণ্ঠত বাসা হৱ, পাৰ কৰা হে। বোলে কিয়
গালি পাৰাহে? তোৰে হক বৈকুণ্ঠত বাস, এই বুলি
আহিল। পাচত পাৰ হৈ গুৰুজনক সেৱা কৈলে। বোলে
এজন বৰ লম্বা ভক্তে পাৰ কৰা বোলাত এনেকৈ বুইলে দহোঁ?
তেহে বোলে যদুমণি, হৰিগুৰুক মাতা। মাতিলে, আহিল।
বোলে হয় নে এৰাই? বোলে বাপ, হয়। বোলে এৰা সবে
এনেকৈ বোলাত গালিপাৰা বুইলা, হয়নে? বোলে বাপ,
হয়। ঈশ্বৰত আমি বাহানি বৈকুণ্ঠ খুইছোঁ? দিব বা
কেনৈ? কি আপাহ কৰিছোঁ আমি? মৰোদৰ মাতা
পদ্মাৱতীএ কৰাটো দিনে গুৱা খানি দিএ, জান জুৰিটি পাৰ
কৰোঁতা নাই চাউলকঠা গুৱাটি নহলে। অপাৰ সংসাৰ,
পাৰেই নাই, কি গুণত পাৰ কৰিব আমাক।

"লোভে মোহে কামে ক্ৰোধে পাতি আছে জেঙ্গা।
বৰাখুণৰ পাণীত যেন টানি মৰোঁ হেঙ্গা॥"

ভকতৰ কামনা
আমাৰ এনেহে হৈছে। চুকৰ ভেকে ক'ত পায় পায়স?
আমাৰ কৰ্ম্মদোষে যৈতে জন্ম হক প্ৰাৰ্থনা, মুখে নাম, হৃদি
ৰূপ, সঙ্গ ভকতৰ, এই হে আছে। আৰাসবে বিগতি কৰে
দেখি বুইলোঁ।

আৰু ভকতক মাটি বাটি দিছে বহাৰ পোনে বাঁহৰ চাপ-লকে। গা গাই অভাই চহাই বাৰ্ত্তকি একালি কাকিবল শাক বৈছে। জনাৰ্দ্দিন আতৈৰ পাচি হাবি হৈ আছে। তেহে গুৰুজনত ভকতে কলে বোলে বাপ, জনাৰ্দ্দিন আতৈৰ পাচিএ আমাৰ মাটি ফেদেলা কৈলে, তেহে গুৰুজনে বোলে জনাৰ্দ্দিন, ভকতে অসুয়া কৰে, মাটি নতোৱা কিয়? বোলে বাপ, আজৰিকে নেপাও দহো? বোলে কিনো কৰা? তেহে কৈ নিব ধৈলে বিহানতে। বোলে প্ৰাতযে ঠাই অতাই শৌচ শুদ্ধ হৈ স্নান, গুৰু সেৱা গুণ গাই কৰি গৈ চ'ৰাত আহি একেৰি বহোঁ, হৰিকথা শুনোঁ। তাৰতে গৈ কীৰ্ত্তন গৃহত নাম গাওঁ। পাঠ শুনি আহি চাউল সিজাই খাই একোৰ শোওঁ। ধুতিএ উঠি নাম সেৱাকৈ বহোঁ। বহি বিৰলা নাম গাই পাঠ শুনি গৈ আপুনাৰ পাশে বহি ঘোষা গীত চৰ্চ্চা শুনোঁ, গধূলি হৰি গুণ, লীলামালা, শুনি নাম গাই পাঠ শুনিগৈ কথা প্ৰসঙ্গ কৰা যায়। আপুনি গৈ বহি নাম সেৱাকৈ বহা যায়। তাৰতে গৈ শুই ছয়, সাত, কীৰ্ত্তণ গাই আপুনাৰ পদ পৰশনি ছায়াত নিদ্ৰা আহে। তেহে গুৰুজনে বোলে জনাৰ্দ্দন, বাৰিহে হাবি বাজে, অন্তৰে বৈকুণ্ঠ লকে জুৰি মুকলি হৈ আছে। তোম্ৰাসবৰ বাহিৰেহে মুকল, অন্তৰে জট। জনাৰ্দ্দিন আতৈ

আৰু বিজয় পুৰতে হৰিকৃষ্ণ আতৈ ভাৰ দুখানি টকা একুৰি সেৱা কৈলে গৈ ৰামহৰি, শ্ৰীহৰি ভক্তেৰে। গুৰুজনে বোলে এৰা দুটি ক'ৰ থাকে, কৰে কি? বোলে বাপ, আমাৰ ঠাইতে আছে। এইটিৰ আৰতেহে আছোঁ। গুণ-মালা লীলামালা, গীত, ঘোষা, কীৰ্ত্তন চাৰিও প্ৰসঙ্গ কৰে। আৰু দেউৰী বলো মাহ চাউল, ফুল, তুলসী, মচা, সৰা সকলো খানি কৰে। সিটি একা? বোলে তেওঁ বুঢ়া ভকত সৱৰ খৰি পাত পৰিচৰ্য্যা কৰি এৰা তিনিৰ সৰা, বনা, খৰি, বিজয়পুৰ হৰিকৃষ্ণ আতৈ

পাত, শাক, মাছ, ৰন্ধা বঢ়া মচা সৰা সকলো খানি কৰে। এটি একা? বোলে তেওঁ একা গোটে ভোটঙ্গ, ধূলা ফেৰিও নলয়, হৰিগৃহ বাৰেবৰ্ষ বাট, জধা মূৰ্খ। বোলে কিনো কৰে? 'বোলে তেওঁ তিনি হালচা মাটি লৈছে। প্ৰাতযে কোদাল পাৰি দুপৰীয়া আহি গা ধুই ভাত কেটা খাই, আকৌ যায়, বেগেই টঙ্গলৈ যায়। বোলে এৰা যি নাম লয় এপোৱা, পৰিচৰ্য্যা কৰা জন আদসেৰ. তাৰাহে তিনিপোৱা গোট। তিনি উধানতহে চক ৰয়, ভকতিৰ গুৰি তেওঁতেহে, আমি সন্তোষ। আতৈৰ বেটা যদুমনিএ গুৰুজনক বাৰ বৰ্ষ পৰিচৰ্য্যা সেৱা কৈলে, নিতে শয়ণৰ বেলা পুৰা কল তিনি চকলি, আদা তিনি চকলি, গুৱা তিনি খানি কাটি শৰাইত থয়। গুৰুজনে দুপৰ চাই দণ্ডত নাম সেৱা সুমৰি, ভোজনকৈ উলু, পানী, মুখ, হাত ধুই শোৱে। এদিন নিদ্ৰা আহিল, পাহৰিলে থবলৈ। গুৰুজন চাই দেখে নাই। কিছু কষ্টকৈ শুলে। যদুমনি সংসাৰেহে হব এই বুলি গুৱা তিনি খানি আদা কল কাটি শৰাইত থৈ বোলে যদুমনিএহে দিএ এই বুলি লৈ কৃপালু পুৰুযে মুখ হাত ধুই শুলে।

যদুমণি

আক কামৰূপলৈ যদুমনি আতৈ আহিবলৈ জোলঙ্গি বান্ধি গৈ গুৰুজনক সেৱা বিদায় কৈ বোলে বাপ, এ তিনিও ৰাজ্যৰ লোক সুখী হ'ল, আমি এভগীয়াহে এক কণিকা জীৱৰ সৰ্ব্বস নাপালোঁ। তেহে গুৰুজনে বোলে আজি বাৰে তেৰ বৎসৰ আছা পৰিচৰ্য্যাকৈ, তেও মনত নাই সুধিবৰ, এতিয়া থৈলা বান্ধি ওলাইহে সোধা, এতিয়া জো ই বস্তুৰ বেলা। তেওঁ বাক পা থুম হৰ্ষ বিষাদ মান অপমান গাই গঞ্জিয়াম পেটে ভণ্ডাৰ এই ছটা কথাৰ বাহিৰে থাকিবা, মৰনক কাচতে দেখিবা, আমাক নেপাসৰিবা, যোৱা যক। পাচে গ'ল। গ বৰপেটা বুঢ়া আতা ঠাই চাপিলগৈ। আতা গুৰুজনৰ

বা বাৰ্ত্তা সুধিলে। ভোজন পাতি কৰালে। গধূলী হ'ল। পাঠত ৰামায়ণ পঢ়িছে, লঙ্কা পোৰা গুলাল, তাম কাঁহ, ৰজত সুবৰ্ণ, পাথৰ কিৰূপে অগ্নি লাগি দহিলে। সকলো আতৈত সুধিলে সংশয়। আবা বোলে মই ভু নাপাওঁ। শুনা নাই। তাৰা সবে বোলে বাৰ তেৰ বৰ্ষ গুৰুসেৱা কৰিছে, নকয়হে। বোলে আমি ই কথা সোধা নাই গুৰু-জনত। তেৰা সবে বোলে হয় পাত নেখায়ে ছত কাটিছে আপুনি। কালৈ কব আজিলে ৰক। পাচে কীৰ্ত্তন গৃহতে শুলে। নিশা শুণি বোলে কালৈ ধৰিব কি কম? লাজহে হম, যাবহে লাগেগৈ। গৈ উঠি বাট ঘৰ পাই বোলে গুৰু বাক্য পৰে। বিষাদ অপমানতহে যাওঁ। গুৰুজনে দেখোঁ আৰ বাহিৰ হৈ থাকিব দিছে একা? এই বুলি উভতি আহে শুণি, আকো থিত কৰিব নোৱাৰি বোলে বৰ লঘু হন, যাবহে লাগে বুলি যায় উঠি। এই ক্ৰমে সাৰা নিশা আহে যায়, পালাধৰী। সবে বোলে এৰাৰ কি হ'ল আজি? তেহে পৰেকীয়া প্ৰসঙ্গ কৈ থৈলে আকৌ। পাচে পালা-ধৰীয়া সবে বোলে আজি কি হৈছিল নিশা, আহিগৈএ পুৱাল দহো আবাৰ? আতৈএ বোলে আমি বাবে বৰ্ষ গুৰু সেৱা পৰিচৰ্য্যা কৰা হ'ল, পৰমাৰ্থ সুধিবলৈ নহল। থৈলো বান্ধি গুলাই প্ৰাৰ্থনা কৰা হ'ল। গুৰুজনে বোলে এতিয়া যো ই কথাৰ বেলা, আগে কাণ নকৈলা, তেও পামথুম, হৰ্ষ, বিষাদ, মান অপমান গাই গজিয়া পেটে ভণ্ডাৰ আৰ বাজ হৈ থাকিবা, মৰণক কাচতে দেখিবা, আমাক নেপা-সৰিবা। তাতে নিশা কব মুৱাবাত অপমান বিবাদত যাওঁ গুৰুবাক্য মনকৈ আহোঁ পুনৰ। শুনি বুঢ়া আতা চৰ্চ্চি বোলে চাৰিও তত্ত্ব বেদৰ তোম্ৰাৰ, এনে গুৰু বাক্যত ৰহিছা। ভকতি পৰমাৰ্থ নকৰিবলৈ মুসুধিবলৈ নহল আৰু। এই

বুলি অনেক সাদৰ-সম্মান প্ৰশংসাকৈ পঠাইছে। দখিন পাৰ হৈ বিষ্ণু আতাক সেৱাকৈ পুনু আহিছে গুৰুজনৰ ঠাই।

আৰু হৰিকৃষ্ণ আতৈ এ কীৰ্ত্তন গৃহত বিয়লা জঞ্জাল পাই বাকৰা জঙ্ঘলে গৈ হৰিকথা সুখে বহেগৈ। হাজৰা আতা বিজইপুৰে ৰঘুৰাজা ঠাই থাকে। শুনি অসূয়া, নিন্দা কৰে। বোলে আমাৰ সেই ছুটা কিবা অৰীতি মত ললে, কতুবা পাই

হৰিকৃষ্ণ আতৈ

গুৰুধৰ্ম্ম হৰিকথা চৰ্চ্চা হলে, হৰিগৃহ হাটীত কৰ গাব নুৱাৰে হাবিত বৌদ্ধ মাতহে শুনিছোঁ, প্ৰবৰ্ত্ত কয়, পথ নহয়, পাষণ্ড মতহে কিবা ধৈলে। পাচে সেই কথা গুৰুজনে শুনি খেদকৈ, মোৰ গুৰুজনে দি গৈছে পাষণ্ড মৰ্দ্দনত—

বিষ্ণু ভকতক দেখিলে হাসৈ।
আপুনিও নষ্ট আনকো নাশৈ॥
কীৰ্ত্তন শুনিয়া সম্যকে মৰৈ।
জানিবা নিতে মহাপাপ কৰৈ॥

এই বুলি ৰ'ল খেদকৈ।

আৰু হাজৰা আতৈ দুই এক মাহে দহ, বাৰভাৰ সাঙ্গি লৈ

বিজয়পুৰৰ ৰঘুৰাজাৰ হাজৰা আতৈ

গুৰুজনক সেৱা কৰে যায়। সেই বাৰো লৈ গৈছে। দেখি গুৰুজনে পিঠি দি বোলে শুচ, তই মোৰ শিষ্য নহ, মই য'ত সন্তোষ তই তাকে নিন্দা কৰ, মোৰ য'তহে অসন্তোষ তোৰ ত'তে সন্তোষ। শুনি আতৈ অত্ৰাহি হৈ দণ্ডৱতে পৰি কান্দি অনেক স্তুতি কাৰুণ্য-কাৰ্পণ্য কাকুতি কৈ বোলে বাপ, মই মহা মূৰ্খ বিষয়া, হোজা, একো ভু নেপাওঁ দোষ গুণ। খোৱাৰ খোজপতি দায়। তেহে গুৰুজন সন্তোষ সমুখ হৈ বোলে শুনচো, এক আহি কওঁ। ব্ৰহ্মাণ্ডত বিষয় পৰমাৰ্থৰ চাৰিবিধ লোক, উত্তম, উত্তমোত্তম, মধ্যম, প্ৰাকৃত, উত্তমোত্তমে প্ৰাতসে শৌচ, শুদ্ধি, স্নান, গুৰুসেৱা কৰে, বিনয়া হলে মেলকে চৰ্চ্চে, চিৰা চেনী পগা গাখীৰ খাই

ডেৰ পৰত ভোজন কৈ শোএ, উঠি বাম্ব কাৰ্থনাকৈ মাল ভোগ চাউল কল দৈ চেনীৰে ভোজন কৈ বিয়লি বহে, গধূলি নানান দ্ৰব্যেৰে ভোজন কৈ অনেক প্ৰাত্ৰৰে মন্ত্ৰণা কৰি গৈ, দুপৰ চাইদণ্ডতো মাণ্ডা, মনোহৰা, বাতাচাৰ, ফেনি, লুচি, জেলেপি খাইহে শোএ। এ মোৰ শ্ৰীশঙ্কৰ দেৱৰে ধৰ্ম্মবস্তু তেনে ক্ৰম আছি চাইটি প্ৰসঙ্গ যাৰা সবে কৰে উত্তম, তিনিটি বহিলে মধ্যম, দুটিত বহি কৈলে নবম, এটিত কৈলে প্ৰাকৃত দুখী। চাইটি কৰিও যাৰা সবে কথা সুখে বহে উত্তমোত্তম সন্ত, সাধু কৃষ্ণদেৱে কৈছে হৰি কথা শ্ৰৱণত আৰ হব নোৱাৰোঁ, মই দৃঢ় হৈ থাকোঁ বেকত হৈ সাখী প্ৰমাণ আৰ মেৰুমূলে ব্ৰহ্ম সভাত ব্ৰহ্মা, বিষ্ণু, হৰ, ইন্দ্ৰ, চন্দ্ৰ, দশ দিগ্‌পাল, ব্ৰহ্ম ঋষি, দেউ ঋষি, গন্ধৰ্ব্বে, চাসুৰ, কিন্নৰ, সকলো বহিছে। তেহে বৈকুণ্ঠতে নাৰদ দেউ পালেগৈ, জগতৰে উপকাৰী, অবাদিত গতি, ভূত, ভবিষ্যৎ, বৰ্ত্তমান তিনিও লোকত অবিদিত, চৈধে ব্ৰহ্মাণ্ডত। চাই দেখে কৃষ্ণৰ নিজ শক্তিটো নাই। খেদকৈ মনে, এনে সভাৰতে কলে গ'ল? তেহে ধ্যান কৈ চাই দেখে শ্ৰুতদেউ, জনক একে বস্তু, কেৱল ৰচ বাম, প্ৰেম, ভক্তি আচৰণ, কথা সুখে বহিছে, দুইৰ মাজতে ব্যক্ত হৈ আছেগৈ, তাৰে শেষ দশমৰ শ্লোকৰ আমি ঘোষাত দিছোঁ।—

একান্ত ভকত যবে নিৰ্গুণ কৃষ্ণৰ গুণ (শেষ দশমৰ শ্লোকৰ ঘোষা)
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত॥

আৰু ভগিৰথৰ আগে গঙ্গাৰ বাক্য।

ভকতৰ হিয়া এৰি যাইবাক নপৰা হৰি
লগাই আছে পাএ প্ৰেম জৰি

এক মই হৰি চৰাচৰ, মই বশ্য ভকতৰ,
দুৰ্ব্বাসাৰ আগে দামোদৰ।

এতেকে চাইটি বস্তু এ মূল, সহস্ৰ নামে শিলা, পুৰান ভাৰত ভাগৱতে ইটা, বেদ, বেদান্ত, উপনিষদ শিৰোৰত্ন, কৰাল চুন, গুৰ, মাহ, মাছ, বাইশ অৱতাৰে গা দশ অৱতাৰে চাল, শতনামে গলধা, আশীবিধ ভক্তিএ চৰিয়া, চাৰিবিধ শ্ৰৱণে পাঁচ বিষ, কীৰ্ত্তনে এই ন বিধে বৰবুটা, ন বিধ ভক্তিএ কলচি, আঠাৰ ৰসে ছোট বুঢ়া, চৈধে প্ৰসঙ্গে কলচি, নিগুৰ্ণা ভাগৱতী, অন্তৰঙ্গা, বিৰলা কেৱলা, সপ্ৰেমা, দহটকা খপিলে একটা কৰ খালে সুবৰ্ণ হয়, সেই খপিনে দহ হেম বোলে, তেনে দহে ৰত্ন। তেনে দহে হিৰা, তেনে দহে খপিলে বাৰ্থা হয়, তেনে দহে মাণিক হয়, কলচিৰ পূৰ্ণে এই ছয় বিধ ভক্তি, পঞ্চৰসে ৰহণ, পঞ্চতত্ত্বে জৌতি, মূলমন্ত্ৰ কথা প্ৰসঙ্গে শ্ৰৱণে চক্ৰ, নিজ নামে ধৰে, পাপ মাখি দোহাৰ কৰে। এনে পৰম তত্ত্ব হৰিভক্তি সুখত মোৰ হৰিকৃষ্ণে বহে। তেনেকৈ তই অসূয়া কৰ, ৰামকৃষ্ণ বাণি। ৰাশালি ধানৰ আগত নগল গুৰিএ নুচুলে পানী” তই বৰ নহলে মোৰ হৰিকৃষ্ণহে জেষ্ঠ, চাৰিতোকৈ ছোট জন্ম তোৰ। শুনি কেহো আএ অত্ৰাহি হৈ পৰি কাতৰকৈ বোলে বাপ নেজানো, মই গৰু পশুৰ লগৰ, কি জানো মূৰ্খ পাপীএ অজ্ঞান দোষ ক্ষমা কৰক দাসৰ। আহি ভাৰে পৰা অসূয়া এৰি মান সংকাৰ সেৱা কৰিব খৈলে বোধ হৈ। তেহে হৰি কৃষ্ণ আতৈ গৈ মাতি বুলি গুৰুজনক সন্তোষ কৈলে।

আৰু গুৰুজনে সবাকে চপাই বোলে বৃদ্ধকাল এতিয়া উষ্ণে শীতে চাউলি মুঠি বহাব নুৱাৰোঁ এজন ভকত দিয়াযক। তেহে সমূহে আলচি বলাই আতৈক দিলে,—উত্তম কায়স্থ দেখি। পাচে এসাজ চাউল সিজাই চেলেঙ্গ কান্ধে হাতে

বিচনি বেতৰ লৈ গুৱা খাই হাটী কান্তি খলাত ফুৰিছে। গুৰুজনে দেখি বোলে, এ আমাৰ চাউল মুঠি সিজাই আঠু মুৰ দি তুলিবই নেলাগিল, অপৰাধ অচিত্রে কেনেকৈ সিজাওঁ বুলি। অ লোকক দেখাইছে কিনে মই বান্ধনি হ'লু। ই নালাগে আমাৰ চাউল সিজাব। এসাজৰে নাম হ'ল বান্ধনি বলাই আতৈ। বান্ধনি বলাই আতৈ

আৰু যদুমণি আতৈক গুৰুজনে পাচিলে বোলে সবাতো কোৱাগৈ ৰিষা এৰি প্রীতি ভক্তি কৰোক। গৈকলে যাই চাৰীও হাটীত গুৰু আজ্ঞা। সকলো শলাগিলে। বিষ্ণু আতা বোলে এ যদুমণি তই গুৰু বাক্য কি শুনাই কুৰ? তোৰ কথা কোনে ৰাখি ধৰিব কৰিব? আহিলত সুধিলে বোলে কলানে, কোনে কি বুইলে? বোলে সকলো শলাগিলে দদাহে এনেকৈ বুইলে। বোলে আনৰ শলগাইহে যাব, ধৰে যদি বিষ্ণুএহে। পাচে নাম গাইছে দুদিন মান। এদিন গাৰ বস্ত্রকে দি পাচিলে যদুমণিএ নিছে মাথাতকৈ, বোলে বস্ত্র আহিছে গুৰুজনৰ। তেহে সকলো আঠু ললে। বোলে যদুমণি, কিয় আমাক মাৰ? আমলৈ যো গুৰুজনৰ গাৰ বস্ত্র লৈ আহ! বোলে মই দুবাৰ খাৰ্চ্চিলোঁ প্রাৰ্থনাকৈ, তিনিবাৰত গুৰুবাক্যে পৈলে সৰ্ব্বনাশ হওঁ দেখিহে আনিছোঁ, দুধৰিয়া খণ্ডাতে পৈলোঁ, ইও ধাৰে কাটে, সিও ধাৰে কাটে কি উপায়? অ'ত ৰাগ কৰা, ত'ত বাক্যে পৰে, প্রীতিভক্তি কৰবি দিছে সবাকে। বোলে মই যে এক কণিকা গুৰু বাক্য ক'লু, দোষত পৈলোঁ, মোক ৰাখক।

আৰু কামৰূপতে বুঢ়াআতা গ'লে আঠাৰে জনে সৈতে, গৈ বৌ মাৰিত ঢেকেৰী এঘৰত ৰ'লগৈ। সি সিধা পত্র দিলে, ভোজন কৈলে। পুৱা বোলে চাউল সিজাই য'ক, আতা বোলে কালি কৈলোঁ; অথিতে এসাজ খাব পাই, বেদৰ সম্মত বুঢ়া আতা বৌমাৰি ঢেকেৰী এঘৰত

অবিচাৰে ; যাৰে হয়, দোষ নাই। এতিয়া আমি মহাপুৰুষকে গুৰু বুলিছোঁ, তুমি আছা অভজনে, চাউল খাব নেপায় অধলৈ জীৱক টানে। তেওঁ বোলে আমি ও হৈছোঁ ভকত। বোলে কেহানি, ক'ত? কাৰ মুখ প্ৰমাণ আৰ? বোলে গুৰুজন বৃন্দাবনলৈ যাওঁতে বাৰে জন ভক্তেৰে বৈ ভকত কৰাইগৈছে, এটা গীত কৰি দি গৈছে। বোলে আনাচো। আনিলে চাই,

"ৰাম, মেৰি হৃদয় পঙ্কজে বৈছে !
ভাই চিত্ত না চিন্তস কৈছে"

বাটিমৰা
হাকমা
বঙ্গামাটি
বলিচন বৰুৱা
গদাধৰলৈ
বৰণ ডোবা
ৰামৰায় কুঠি
ঘৰঘৰি জান

আতা বোলে আতৈ সব, আওৰাই থোৱা গীতটি। ললে, তেহে ভোজনকৈ গৈছে। গৈ বাটি মচাত কৈ হাঁকমাত বৈ, পাচ দিনা বঙ্গামাটিত বৈ বলিচন বৰুৱাৰ বাঢ়ীত বৈ গদাধৰ উতৰি বাচণ ডোবাত বৈ গৈ, ৰামৰায় কুঠিত বৈ পাচদিনা মধুপুৰ নগৰ সমীপে ঘৰঘৰি জান পাই। আতা বোলে পালেই গুৰুজনে চাউল সিজাবলৈ ধৰিব। আতে স্নানকৈ চিৰা ভোজন কৰা হল। তেহে কৰি গৈ গুৰুজনকে পাই সেৱা কৰিলেগৈ, তেহে গুৰুজনে গোসানী, ঠাকুৰ আতা, সেৱকৰ বা-বাৰ্ত্তা সুধিলে কলে বোলে ক'ত বৈছিলা-হ'ক? বোলে প্ৰথমে এঘাঢ় ঢেকৰি বাঢ়ীত ৰ'লু, পুৱা ভোজন নকৰাত বোলে ভকত হৈছোঁ বুলি এই গীতটি দিছে, মাতি দেখালে, বোলে হয়, মহাপুৰুষ গুৰু কৈছিল, আমাত,

লক্ষ্মণ ওঝা

লিখিবলৈ, থাকিল। তলতে লিখি থলে। তেহে গুৰুজনে বোলে মথুৰাদাস সংকীৰ্ত্তন কৰা। পাচে উঠিল আতা, লক্ষ্মণ ওঝা পদ বুলিছে। আতা ঘোষা ধৈলে—

মথুৰা আতাৰ

ৰাম চন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যা পুৰী সবে শূণ ভৈলা॥"
"কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নামধৰ্ম্ম কৰিলা বিদিত॥"

"মাধৱক দৰশন পায়া।
আনন্দ কৰি হৰি গুণ গায়া॥"
"মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি॥"

এই চাইটি ঘোষা গাই সেৱা কৈলে। তেহে গুৰুজনে বোলে দেখোঁ এই ঘোষা আমি কৰা নাই? বোলে বাপ, তোমাৰ পাচত খেদ অনুভৱ কৈ কৰা হৈছে। তেহে সন্তোষ হৈ আশীৰ্ব্বাদ দিছে আতাক। বোলে আমাক ঘোষাত সন্তোষ কৈলা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভা, আতা দিনা চাৰি আছে, জীৱনা নৰত্তম আতৈএ গুৰুজনে পৈখনালৈ যাওঁতে সেৱা কৈলে। বোলে নৰত্তম যোৱা নাইনে? বোলে বাপ, যাৰাত আশা ভৰষা, তাৰাকে ৰখা গৈছে, আমি কাৰে যাম? বোলে আমাৰনো পোৰা ভিটাত বন্তি জলিছেনে? বোলে বাপ, সেই দিনাই চাই গুচাই বালাই মাক আএ লগালে, একনিশা দিয়া খতি নাই, আপুনাকেহে দেখিবলৈ নাই। তেহে বুঢ়া আতাক বোলে তুমি থাকিব নালাগে যোৱা, থান ভক্ত প্ৰবৰ্ত্তাব লাগে শলা বন্তি। বোলে বাপ, কিহেৰে প্ৰবৰ্ত্তাম? বোলে হৰি বল্লভ, টকা দুটি লৈ আহা। আনি দিলেনি। পাচে মালতি ফুলৰ ঢোপ, টকা, দি বোলে তোমাক অধিকাৰ পাতি বৰপেটা থানৰ এই টকা দিছোঁ শলা বন্তিৰ, তিনিও ৰাজ্যৰ লোকে সেৱাতে কৰ দিব। তেহে আঠাৰেও জনে প্ৰাৰ্থনা কৈ বোলে বাপ, আমাৰ সকলো সৰ্ব্বস ধূলা, মালা, কীৰ্ত্তন গৃহতে পুৰিলে, অনুগ্ৰহ কৈলেহে হয়। তেহে গুৰুজনে বোলে বৰ ঠাকুৰ গুৰু নাতি দুটি শঙ্কৰ যেনে, তাতে নল'লা হঁক কিয়? বোলে বাপ, আপুনি পৃথিবীত থকাত কিয় কৰিম সি কথা! কৈলে বা বগীৰ পোৱালি

কলী, কি মৰম জানিব, জানিলে বা পিব কিয় ? তেহে বোলে শ্ৰীশঙ্কৰদেউ, পূৰ্ব্বে আমাত শক্তি ভক্তি বল পৰাক্ৰম থৈ বৈকুণ্ঠে গ'ল। গুৰুবাক্য পালি গুৰুত্তৰ গুৰু ভাৰ স'লু, ব'লু। গুৰু নাতি সামৰ্থ হ'লত সোধালোঁ। কলিয়াদলৈ সভাতে কণ্ঠমালা দি, যি আছিল ভাগে ভাগে দিলোঁ। সাহ দি বাহ চোহোদ্দ'াত কি পাবা ? ততে লোৱাগৈহঁক। নাম ঘোষা বোলে বাপ এই তয়ু পদ পঙ্কজ বিনে কাক জানোঁ আপুনি অনুগ্ৰহ নকৈলে। লাগে এনেই থাকিলোঁ। আনত আশা ভাৰষা নাই নাই নিচই। তেহে গুৰুজনে বোলে মই গুৰুসেৱাকৈ যি পালোঁ, তাকে ঘোষাতে থৈছোঁ, অনেক শাস্ত্ৰ বিচাৰি যি ৰস তত্ত্ব পালোঁ, তাকো ঘোষাতে থৈছোঁ, আৰু পৰমাত্মা ইষ্টে হৃদিত থাকি যি বুদ্ধি দিলে তাকো মই ঘোষাতে থৈছোঁ। এতেকে পদাৰ্থে ভাবাৰ্থে, তত্ত্বাৰ্থে, নিজাৰ্থে, গূঢ়াৰ্থে, পৰমাৰ্থে, অন্তজোবাসৈতে, সন্তৰ কৃপাত পাব, আমাক সম্পূৰ্ণে দেখিব। তেহে আতা আতৈ সবে, ঘোষাতে বিচাৰি নিচই কৈলে বোলে—

"কাঠৰ মালা ফুটে ফাটে। মনৰ মালা কাহা চুটে ॥"

পাচে তেলীকৃষ্ণ আতৈএ চাব দিএ, লোৱাগৈ। গ'ল, দেখে, বোলে তাৰা কলৈ গল ? বোলে লাগ নপায়, "বঙ্গদেশী" বিশ্বাসত আছে, বোলে কিনো বিশ্বাস ভকত বস্তুক নেমাতে ? বোলে লৰা শৰণ কৰাইছে। বোলে কি আশ্চৰ্য্য, সেই খিতে গুৰুজন থাকে, এই খিতে লৰা সেৱা কৰায়, কি বঙ্গদেশী লোক ! পাচে সেইটে সকলো গৈ বাজাৰ দোপদৰে হৰিবোল ডাকিলেগৈ। বোলে কৈৰ লোক ? বোলে বৰপেটাৰ অধিকাৰ, বোলে কি হৈছে ? বোলে খত লাগে যাবলৈ। বোলে বাক দিয়ক। তেহে দিলে, চাব লৈ আহিল। গুৰুজনক সেৱাকৈ বোলে বাপ, এই খিতে অছা গৈছে ;

সেই খিতে কৃষ্ণে লবা সেৱা কৰায়। বোলে ই বেহাৰ ৰাজ্যৰ লোক এনেহে এটাইতো বোলাবন্ধা কথা। এ ৰাম ৰামৰ ভকত খানিহে পাগিছোঁ। তেহে আতা সমে সেৱা বিদায় কৈ আহি বৰপেটা পালেহি। শুনি ঠাকুৰ আতা, ৰামচৰণ ঠাকুৰ আতাত বাৰ্ত্তা সুধিলেহি। আতা সকলোখানি কলে। তেহে ঠাকুৰ আতাৰ ঠাইলৈ যি যায়, বৰপেটালৈ দিএ, জগতে ভাগি পৈলহি।

আৰু ৰামচৰণ ঠাকুৰ গল বেহাৰে। পাই সেৱা কৈলেগৈ। বা বাৰ্ত্তা সবাৰে সুধিলে। সুধি বোলে ৰামচৰণ কীৰ্ত্তন ঘোষা পুথিখান আনিছানে গোটাই? বোলে অনা হৈছে। হৈছেহে, বিজয়পুৰতে বলে নুৱাৰি থৈ আহিছোঁ। বোলে যদুমণি, দুজন ভকত দিয়া চাউল লোন দি বিহানে যাব, দিনতে গৈ পোৱাকৈ দিলে। গ'ল বেগাই লৈ, সন্ধ্যা পালেহি। দেখি গুৰুজনে আগবাঢ়ি গৈ মাথাতকৈ আনি থৈ পাচদিনা হৰি গৃহত মেলি চাই দেখে, যি ছোৱা য'ত দিব হব লাগে সেই ক্ৰমে হৈছে, দিছে। অমৃত মথনৰ প্ৰেমকলহৰ কীৰ্ত্তনহে জঁইতা কছাৰীত থাকিল, নেপালে। পাচে প্ৰশংসাকৈ বোলে মোৰ গুৰুজনে গোটাৰ দিছিল, মই নুৱাইলোঁ, গুৰুবাক্য পৰি আছিল সাৰ্থক, ভাগিনধন, গুৰুবাক্য ৰাখিলে মোৰ। তেহে দহ বাৰ দিন বৈ প্ৰাৰ্থনাকৈ বোলে পিতৃ মাতৃ বৃদ্ধ কাল আৰু বেটা পুত্ৰও নাই আমাতেহে আশা, যাবই খোজোঁ। তেহে ৰামচন্দ্ৰ, তোৰ পিতাৰ মোৰো পৰম উপকাৰী, শঙ্কৰদেৱক তাৰাৰ পৰাহে প্যালোঁ। এ তোৰ পিতা মাতাএৰ দহবৰ্ষতো একো নাই। এই তিনি মাহ থাক, যাব নেলাগে, ৰ'ল।

ৰামচৰণ ঠাকুৰে কীৰ্ত্তন গোটাই আনে।

প্ৰেমকলহৰ কীৰ্ত্তন

আৰু লক্ষ্মীকান্ত আতৈ গ'ল ঢোপৰ গুৰিতে বেটা সনাতনে সৈতে। মধুপুৰ পাই নাৰায়ণী টকা এটি বস্ত্ৰ এযুৰি

ঢোপগুৰিৰ লক্ষ্মীকান্ত আতৈ

নাৰায়ণী টকা

দি সেৱা কৈলে। আতাৰ, গোসানীৰ, বুঢ়া আতাৰ, বিষ্ণু আতাৰ বাৰ্ত্তা বিদ সুধিলে, কলে। মনপুৰ নহাত সভাত খেদকৈ এক আৰ্হি দিছে। বোলে কোনো লোক মহা আধ্যৱন্ত, কোটিলাখ হাজাৰ টকা আজে´ হাট বাটে বেপাৰ কৈহে। পাচে সেই পুৰুষতে খুনী, চুৰী মোকৰ্দ্দমাত পৰি সব টকা ভৰিও ধৰ লাগে। পুত্ৰ নাতিএ দুখ কালত খ'ক চাৰি—সদ্যে সি থকাতে দুখ হয়। এ আমাৰো মন পৰিচৰ্য্যা খানি কৰিছিল একে ক্ৰমে তিনিজন্মৰ বাৰ্ত্তা পৰজন্মত আহি পুনু ভূলোকত নৰ্ক সাৰি ভুঞ্জি চাৰি সদ্যে থকাতে দুখত মোহ তুযে পেলালে, কি কৃষ্ণমায়াৰ বল উপা। তেহে পাঁচ দিনা সনাতনে ধৰ্ম্ম লভি আছে। এদিন প্ৰাৰ্থনাকৈ বোলে প্ৰভু, একে ব্ৰহ্মজীৱ, ব্ৰহ্মাৰ স্ৰজনা স্ৰষ্টা পুৰুষৰ বাক্য সৃষ্টি বালিচাহিতে গজলৈ চাৰিও মুষ্টিতে চৈতন্য প্ৰভু আত্মা ৰূপে সবাতে সমভাৱে আছে ৰমাই দহো উত্তম মধ্যম, প্ৰাকৃত্য সুখী দুখী চক্ৰবৰ্ত্তী বাই বই কতো হস্তী, হএ দোলে, কেহো বৈ ভাত নেপায়, এই কৃষ্ণৰ বিষম শ্ৰেষ্টিত হ'ল। তেহে গুৰুজনে বোলে হিৰণ্যকে প্ৰহ্লাদক বোলে সবাতে বিষ্ণু আছে বুলি যে ক, সকলো একে সমান কিয় নহয়, সুখী, দুখী, ভিক্ষাৰী অনেক বিধ দহোঁ? বোলে পিতৃ কল্পতৰু যেনে সবাতে সম তথাপি মাগন্তাইহে ফল পায়, এতেকে ভজনি ভক্তিয়ে হে বিষম কৰাএ কৰ্ম্ম অনুসাৰে বাসনা দুখ সুখ ধনী মানী, ঈশ্বৰ, দৰিদ্ৰ ৰাজা ৰায়ত হৈ আৰ্জ্জিত ফল ভুঞ্জি ফুৰে সংসাৰত আয়াযাতকৈ যোনী চেপা খাই গৰ্ভবাস নৰ্ক ভুঞ্জি ভ্ৰমে, ঈশ্বৰত হন্তে জীৱ অংশে হৈছোঁ, তাৰাকে ভজিলে তৰোঁ, নভজি মৰোঁ, ভ্ৰমোঁ। আকে যি-এ মনৰ সঙ্গ এৰি মোহনিদ্ৰাৰ চেতন লভি গুৰুকে ঈশ্বৰ মানি হৰি ভক্তিকৈ ভজিলে সাৰে, ভূলোকত পৰি ভু হৰায়, দেহ, গেহ,

পুত্র, দাৰা, ধন, জন, ত্বক, চক্ষু, নাসা, শ্রৱণ, এই বাহু ছয়ত ছএ মজাইহে বেৰাইছেনি সি সিজন্মত যিএ।

আৰু ঘোৰাঘাটতে অনন্ত আতৈ আহি ধৰ্ম্ম ধৰি আছেহি হাটীতে। সেই দ্বাৰে ঠাকুৰিয়া, মেনা, দলৈ আহি গুৰু ধৰ্ম্ম ধৰি বোলে এই লঠাৰিয়াক দেখিহে বস্তু লভিছেঁ। আমাৰহে পৰিচৰ্য্যা কৰিব, আমি পাইক এৰি দিছেঁ। তেহে আতৈএ অহো পুৰুষাৰ্থ কৈ সেৱা বন কৰিছে। গুৰুজনৰ নিশা দোভাগলৈ পাও জ্বান্তে, বিচে, তৈল টেঙ্গাদি। তেহে লক্ষ্মীকান্ত আতৈ এদিন বোলে আমি আজি কৰোঁ দিয়া। বোলে মোক গুৰুজনে ৰাগ কৰিব, নুৱাৰোঁ। বোলে দিয়া' গোপী সবে ভুগিছে কৃষ্ণ অধৰামৃত সৰ্ব্বস সবাৰে, তুমি সৰ্ব্বতেঁ কৰা, ইটো অমৃতত আমাৰো দায় আছে। তেহে দিছে। সহজে অভ্যাসে কোমল, অনভ্যাসে মোটা আতৈৰ। সাৰ পাই বোলে অনন্তে দুঃখ পালা? বোলে বাপ, তাৰা নিদিএ, আমিহে প্রার্থনাকৈ কৰা হৈছে, এ খৰিয়া কোৰে কটা বগৰা জীৱ, কিবা বাসনা লাগে। বলিএ এই পদ অৰ্চ্চি মহা ঐশ্বৰ্য্য পালে, গঙ্গা জলত উৎপন্ন। ইটো হস্ত বহো মৃতকৰ প্রায়, কিবা এফেৰি কৰ্ত্তব্য কৃত্য হয় বুলি কৰা হৈছে। তেহে গুৰুজনে হনুমন্তী কাব্যৰ এক আৰ্হি কৈছে। বিকুসিং দেশৰ বিৰমল ৰাজা চাকৰক দিএ দৰমহা এক এক টকা লিগিৰা পাঁচনি তামুলীক দিএ পাঁচপঞ্চ টকা। ৰাজা মাদৈ সোবন্নিকা বোলে ৰাজা তোমাৰ বৰ অধৰ্ম্ম হৈছে, মাহেকে মাটি কটা পাই—এটকা বহি কথা চলাহি কৰাক দিয়া পাঁচ টকা। ৰাজা বোলে মই যাৰ যি যোগ্য অনুসাৰে দিছেঁ। বোলে দুই পাঁচ কঠিয়া পেটত দিবা একঠা একঠিয়াক দিবা, পাঁচ কঠা ধৰ্ম্ম কৰিছা। তেহে হয়কৰ দেশৰ হইবৰ সদাগৰ গৈ জ্ঞান দিলে শ্ৰৱণ কৰিবলৈ। তেহে তাৰ দুই চাকৰ পাচি দিলে ৰাজ

গুৰুপদ সেৱা

হনুমন্তী কাব্যৰ আৰ্হি

আজ্ঞা কৈ। সি দেখি দৰ কৰ দিয়ক চাবি নেমাতিলেই। কলেহি, তেহে ৰাজা হৰি গৌৰী দুই বৰ তামুলী পঠালে আজ্ঞাকৈ। দেখিএ সম্মান কৈ দুইক দশ ৰাজ লৈ চাৰিশ দি পঠাইছে। তেহে ৰাজা ৰাণীক বোলে চা। বোল অন্যায় কৰা, তাক নেমাতিলে দিয়ক চাবি। ইহঁতে তাৰো মেলালে মোলৌ আইলে শে। এতেকে মই যোগ্য অনুসাৰে দিছোঁ। এই জ্ঞান কি শাস্ত্র তত্ত্ব, এ তোম্রাও মোৰ পাঁচ টকীয়া।

আৰু ৰঙ্গয় কাজী গৈ টকা বস্ত্র দি চৈধ প্রসঙ্গৰ মূর্ত্তি প্রার্থনা কৈলে। তেহে গুৰুজনে এক আৰ্হি কৈছে। বৰ সদাগৰে হিৰা, ৰত্ন, মাণিক, পৱাল, ৰজত সুবর্ণ কৰি অনেক চিজ ৰাখৰ দি খাত পাম হালগিৰি পুত্র নাতিক দি থৈ যায় পৰলোকে। পাচত পুত্র নাতিএ সেই সেৱক মাটি বিধান ভক্তি দি যোগ্য অনুসাৰে দ বাম চাই বৰ, লাহী, ফৰমা, ফাফৰি, বৰা, জহা, বাও মঠঙ্গা, মাইগুটীয়া, এই ন বিধ ভক্তি দি লগাই আৰ্জি প্রবৰ্ত্তি প্রবৰ্ত্তাই যায়। উদ্ধৱত কৃষ্ণে একাদশতে কৈছে দুষ্ট, শঠ, দাম্ভিকত বাধা, খিতিঙ্গা, সৰপা, চোৰ, মচল এই সবত কলে থলে হ'ল চাৰিকটিয়া মূলে হৰাই। এতেকে সাধু সবে মন বুদ্ধি অনুসাৰে কয়, পাত্র চাই লয়নু থয়।—

ন বিধ ধনৰ নাম (ন বিধভক্তি)

ভক্তি লয়নু সৎপাত্রত থয়

প্রমাণ নকৰি যিটো হঠাতে কহয়।
গুৰুদ্রোহ বিশ্বপাপ তাহাতে লাগয়॥
বিশিষ্ট শ্রদ্ধালু পাই নাম নকহয়।
জানিবা জীৱৰ বধ তাহাতে লাগয়॥

এ তোম্রা সব খিতিঙ্গা, সৰপা, বিষয়া, তিনিতাপে তাপিত, ৰাজা, ভাৰ্য্যা, পুত্র, হৈ বৈএ বিশ্রেষ্ঠা, কি কৈ ৰাখি পালিবা। ই বস্তু যোগীন্দ্র সবৰহে যোগ্য। আৰু তোম্রা সবত যি কৈ থৈছোঁ, সংসাৰ দ্রব্য বস্ত্র টকা শিকা দিছা, এএহে সেৱকত

কোৱা একা যদি কৰ্ম্ম গতি ভ্ৰমণেই হয়, সেই সবে দাঙ্গিব পৰা লোকত, তেও বাৰু যোৱা, শৰত, বহ ভাটি দিলে বিষয় এৰি সাধুসঙ্গ লবাহি, মহা গুহ্যতম বস্তু পাবা পূৰ্ব্ব পুণ্যে হ'লে লভিবা।

আৰু দীঘলা বৰুৱা চাউল সিধা ফলাহাৰ দি, পাচ টকা, পাট ভুনি পছৰা দি প্ৰাৰ্থনা কৈলে হংস নাম। তেহে গুৰুজনে ৰাগকৈ বোলে গৰ্ব্ব পৰ্ব্বত বিষয় চাঙ্গত উঠি আছ, উচলতে বৃষ্টি জল কাহানি ৰয়? দ খালতহে ৰয়গৈ। চাইটি বস্তুৰ আগগুৰি জঞ্জাল নাই মৰা, জকাই, বাবৰ নৌ, পল খোজ? কোনে কলে তোত? বোলে বাপ, গুণ মালাত শুনিহে সোধোঁ। "তুমি মহা হংস, আমি নিজ অংশ, বধিলাহা কংস।" গুৰুজনে বোলে সত্যযুগে দেৱতা সবে আগম কৰাই ই বস্তু ঢাকিলে স্বৰ্গ লোভ দেখাই, তপ জপ, হোম দান ব্ৰত, তীৰ্থ-যজ্ঞ আনো তন্ত্ৰ মন্ত্ৰ কৈ। মোৰ পৰম গুৰু কলিযুগত দুখীয়া জীৱক কৃপাকৈ বেদৰ গোপ্যনি প্ৰচাৰ কৈলে বিহঙ্গম, পিম্পালায়ণ দুই যোগ, ভক্তিৰ সিঙ্গাল, বিহঙ্গমে অঙ্কুৰতে চৰে পুনেই ঝাপ মাৰি এ, পিম্পলানৰ একা, পিম্পৰা শিফাদি ক্ৰমে মূল লয়গৈ। পশু পক্ষীয়ান দুই গতি সম্প্ৰদা পশু গুৰুএ বীৰ্য্যবান কৈ তোলে, আহাৰ আধাৰ দেখায় বুজায়। পক্ষী পিতৃ গুৰু মাতৃভক্ত সংযোগে দুই পুত্ৰ জীৱ দুয় আহাৰ জ্ঞান তত্ত্বকৈ তোলে। অমূল্য বস্তুৰ মোলেই নাই। গা জোখে টকা দিলেও বোলে টকা বস্ত্ৰ আনিছোঁ মোল, অনেক কাল কৃত্য সেৱাকৈএ বৃদ্ধ হৈছেগৈ প্ৰাণে পোৱা নাই ই বস্তুৰ। শুনি আশা কৰিছোঁ আগলৈ হে। ভক্ত গুৰু চৰণ, কৃত্য বিত চিত সেৱাকৈ থাক-ভাগ্যে ভাগিৰথী, ভাগ্য হলে পৰে পাবিগৈ। হংসনাম

আৰু ফটা গোপাল আহি তেলী কৃষ্ণাই ত'তে ৰ'লহি,

পুৰা আতৈৰ পাচ চোতাল বান্ধি স্নান ধূলা লৈ গুৰুজনক সেৱা কৈলে গৈ। গুৰুজন নাম গাই গৈ চ'ৰাত বহিছে। বোলে নামত দহোঁ নেদেখিলোঁ, বুলি গৈছিলা, বোলে আতা আতৈৰ আগিলা বান্ধিলোঁ। বোলে নাম গাই কৰিব লাগে খেতি কৰা কিয়? বোলে সেবাৰে মুখে শুনোঁ নাম মূৰ্ত্তি ভকতৰ কৃত্য সেৱা কৈলে হয়। বোলে সিও হয় প্ৰপন্নৰ প্ৰণতৰহে টান। নৰৰ উপৰে ৰজা নৰোত্তম, ঈশ্বৰে গীতাত বিভূতি কৃষ্ণে কৈছে 'পাত্ৰ, মন্ত্ৰী পাতে অনেক' তিনি গোহাইৰ দৰমহা লগুৱা লিকচৌ, গা বিলাতীয়া, চহা জাৰৰ চাৰি চাৰিশ গা গাহি, বৰবৰুৱাৰে চেঙ্গা সোনধনি, ৭৫ ৰজিয়া সুকনৰ তুশ, ৰাজখোৱাৰ ৭ টকুৰি, মেলদগিয়া বৰুৱাৰে ৪৫ কুৰি, নেওগ শইকীয়াৰ ৫৩টা, বৰাৰ গা ভাগী দোপাৱা, টাৰৈ বাৰিকৰ কিছু পাই, গাহে ৰয়। ভাৰী পছা দিএ দাই কৰিব পাইলে গাটি ৰ'ল, বৈ কিছু লাভ নাই। এ যাৰহে বন কৰিছা, কৰাইছে তোমাক ঢাকি লাভ দিয়ক চাৰি তেওঁৰ বা গা বৈছে নবৈছে, পেট চাই ভাত, মানুহ চাই মাটি, যি দই আঠ পুৰা ৰোএ, বস্ত্ৰ, তাৰ খয়া বলেহে খাই হালছা পায়, সিএ হালছা কলে বলে তাৰ বন কৈলে, তাৰে গা নৰম, তাক দিব ক'ৰ পাব খাব ক'ৰ! এতেকে ভকত বস্তু সিঙ্গ এক শৰ্ণ পৰিপাকহৈ সেৱা সুখে নিপুন, ৰাজগুহ্যত যাৰা সব প্ৰবৰ্ত্তিছে, আপুনিও বৈছে, আনকো নিব ভাৰষা কৰাক উপদেশ দি পুৰুষো তাৰিব এতেকে চাই কৰিব কৰাব লাগে।

আৰু জনাৰ্দ্দন আতৈএ প্ৰাৰ্থনাকৈ সুধিলে গুৰুজনত বাহু বৈষ্ণৱৰ নিৰ্গুণা কেৱলাৰ ভাগ। পৰম সন্তোষ হৈ গুৰুজনে বোলে চাৰিও ভাগ বাহুতে, ব্ৰহ্মা, মনু, ভীষ্ম ভাগৱতী; কপিল, কুমাৰ, শুক নিৰ্গুণা; যম জনেক,

(১) ভাগৱতী
(২) নিৰ্গুণা
(৩) কেৱলা
(৪) সপ্ৰেমা ভাগ

**প্ৰহ্লাদ** কেৱলা ; **হৰ, নাৰদ, বলি** সপ্ৰেমা। সবাৰে চাৰি চাৰি বিধ ধৰ্ম্ম প্ৰবৰ্ত্তন, শ্ৰীৰামৰ ৰামাউত, নিমাউত, **খাৰি,** দিগম্বৰী। সন্ন্যাসীৰ হংস, মহাহংস, কোটিশ্বৰ, বহুবুদ এই চাৰি। ব্ৰহ্মচাৰীৰ গিৰি, পুৰী, ভাৰতী, বনসি এই চাৰি। চৈতন্যৰ গৌৰাঙ্গ, অদ্বৈত, নিত্যানন্দ, মাধআচাৰ্য্য এই চাৰি। হ।ৰ ব্যাসৰ হৰি, হৰাঙ্গ, হৰমেশ্ৰ, হৰশ্ৰুত এই চাৰি। সদা শিৱৰ—গৃহী, বানপ্ৰস্থ, সন্ন্যাসী, ব্ৰহ্মচাৰি এই চাৰি। আমাৰ গুৰুজনৰ চাৰি ভাগে প্ৰবৰ্ত্তিব—**ব্ৰহ্মঘটি, পুৰুষ ঘটি, নিকা ঘটি, কালঘটি** এই চাৰি। কালঘটিৰ নিগুৰ্ণা ভক্তি হব—গুৰুত নিষ্ঠা ; ব্ৰহ্মঘটিৰ ভাগবত ধৰ্ম্ম—গাব ; পুৰুষ ঘটিত নামত নিষ্ঠা হব। কেবল নিকাঘটিৰ গুণ, যশ, একান্ত ভক্তত নিষ্ঠা সপ্ৰেমা হব। শৰণো হব চাৰিবিধ শৰণো চাৰি ভাগে চাৰি বিধ হব, গাব, যাব। ব্ৰহ্মাৰ দেৱত নিষ্ঠা, কণিকা শৰণত, মলয়া শৰণ, কালঘটিৰ হব গুৰুত কাষ্ঠা, পুৰুষ ঘটিৰ কেৱল শৰণ হব, নাম মালাত ৰত, নিকা ঘটিৰ অমল শৰণ হব, গুণ যশ, কথন, শ্ৰৱণ, হব, গাব। আৰু শ্ৰৱণৰ চাৰি সিঙ্গাল, ভুজঙ্গম, দাহুৰি, বৈঠগোবচান। কীৰ্ত্তনৰ ছবিধ ৰাজসতামসংসতি কৰিব নিৰিব কেৱল। বৈৰাগ্যৰ চাৰি যতমান বৃত্তিৰেক একন্দ্ৰিয় বশীকৃত্য। নাম চাৰি, জয় চাৰি, বেদ চাৰি, মূল শৰণ, জ্ঞান বিজ্ঞান, তদঙ্গ, ৰহস্য চাৰি, ভজন চাৰি, সঙ্গ, সচঙ্গ, শৰণ, ভজন ; প্ৰসঙ্গ চাৰি আনন্দ, থাপন, বন্দন, খেলা। ভক্তিৰ ছয় নিগুৰ্ণা, কেৱলা, ভাগৱতী, সপ্ৰেমা, অন্তৰঙ্গা, বিৰলা। প্ৰাণী সবো চাৰিবিধ চাৰিভাগ, উত্তম, উত্তমোত্তম, মধ্যম, প্ৰাকৃত্য, ভাগ নৰোত্তম, নৰাধম, নৰাচাৰ, নৰাকাৰ। নৰোত্তমে লোকত হে লগায় লোকৰ নেখায়, উত্তমে লোকৰো খায় দিয়েও ; মধ্যমে নেখাও, নিদিএও, প্ৰাকৃত্য খায়হে

চাৰিবিধ ধৰ্ম্ম শ্ৰীৰামৰ, সন্ন্যাসীৰ, ব্ৰহ্মচাৰীৰ, চৈতন্যৰ, হৰিব্যাসৰ, সদাশিৱৰ, শ্ৰীমন্তশঙ্কৰ ভজন

ধাৰ। নৰোত্তমে হৰি ভজি বৈকুণ্ঠে যায়, নৰাধমে নৰতনু পাই নভজে হৰি আয়াযাত, নৰাচাৰে ধৰে, এৰে, নিন্দে, বন্দে, নৰাকাৰ একা আকাৰ হে নৰৰ, ৰাক্ষস।

আৰু হাজৰা আতৈৰ পত্নী হৰিপৰ্ব্বা, দয়াল। এক দিনা ৰাজাৰ ঠাইতে খৰ সিন্দুৰ, মণি আনি দিছে। দি বোলে আমালৈ আনিছা এইভোৰ গুৰুভকতলৈ আনিছা কি? বোলে আৰে যি হয়, দিবি তএ। বোলে মই দিলে মোৰ হে

হৰিপৰ্ব্বা

হব ভাগ্য, তোমাৰ কি হ'ল? বোলে তইনো কাৰ? বোলে থিৰ কৈ বিচাৰি চালে কাৰো কেউ নহয়, ঈশ্বৰ অংশীজীৱ, বৃক্ষ ছাঁত জিৰোৱাদি জিৰাইছোঁ। আমাক যি দিছা, হাতে কাণে বকাৰানি থলতহে পেলাইছা, গুৰুসেৱকৰ কঠিহে পাবা পৰজন্মত। পশুপক্ষী যোনী ভজি পাই বিষয়ৰ পুত্ৰ ভাৰ্য্যা, আত বিশ্বাস, দায়া, স্নেহ কৰা।

আৰু এদিন নপকা কঠাল ভাঙ্গি দিছে বানত, খাবলৈ তুলি নিছে। বোলে হা হা। বোলে কি? বোলে ন কঠাল বুলি কলু, গুৰু ঠাই দিয়া অচা নাই, নুসুধিলা কিয়? বোলে তই নিদি মোক দিয়? বোলে তাকে সুধিৰ না লাগিল? শ্ৰদ্ধাৰ চিন এয়ে নহয়? অ অপাৰ সংসাৰ যি তৰাব, তালৈ স্নেহ শ্ৰদ্ধা খেদাই অনাদি জন্মত বাগৰি যি পাই আহিছা তাত আমাত হৈছে বিশ্বাস, কেনেকৈ সংসাব তৰিব, ই কথা দুৰ্লভ।

আৰু এদিন পাটৰিহা দুখান আনি দিছে। আএ বোলে মোলৈ আনিলা হয়, ভকতলৈ আনিছা কি? পাচে তাৰে এখান বেচি চাউল পিঠা দিলেনি।

আৰু এদিন গৃহতে কথা হৈ বহিছে। আএ বোলে আমি বুইলে হে দ্ৰোহ ৰাগ কৰিব।

গুৰুজনক কীৰ্ত্তনত শুনিছোঁ।—

কৃষ্ণ কথা এৰি সাতে পাকে বেঢ়ি
আন কথা কৈ থাকে।
অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গাণ্ডি শুকৰৰ জাকে ॥”

এই কথা চোবোৱাতকৈ গুৰুজনতকৈ হৰি কথা অমৃত পান কৈলেগৈ একা? তেহে গ'ল। তাৰে পৰা আতৈৰ বুধি দাঠ হ'ল।

আৰু এদিন বোলে গোপীনাথৰ বাপ, এশ কপাহ আনি দিয়া। বোলে টকা মহা হাতে নাই। তেহে আতা আতোলা সোনাৰ হিৰাপতা আঙ্গঠিটো দিলে, বোলে নে, ই শৰীৰত গা মুজুৰায় আৰু পিন্ধিলে। তেহে ভঙ্গাই আনিলে, কটাই বোৱালে, হ'ল। চাৰিকুৰি পাঁচজন ভকত মুৰি গৈ সেৱা কৈলেগৈ।

আৰু লক্ষ্মীনাৰায়ণ ৰাজাৰ ছয়কুৰি মাদৈ। সকলো ভকত হ'লহি। তাৰা সবৰ মেধী পাতিলে তেলীকৃষ্ণ আতৈৰ পত্নী দায়ালক। তাৰা গৈ বহে হৰিগৃহত, ছওকুৰি মাদৈক ঘোষা কীৰ্ত্তন গীত শিখাই প্ৰসঙ্গ কৰে নিতে। **কৰ তৰ** যাৰ যি চলে দিএ, তাৰা নি দিএনি গুৰুজনক। তিৰোতাক মেধী পাতে

আৰু ৰাজা আই ধাইক গাঞ দিছিল খাজানা, এদিন বোলে দাড়ুড় খাজনাৰ টকা মুকুলায়, দৰমহাকে কুবিচাৰক দেপা। বোলে সাতখান নিদিছোঁ গাওঁ? বোলে দিছা, মুকুলায়। বোলে তুমি দেশৰ উদাসীন পুহিবলৈ। বোলে হয়, গুৰু ভকতকো দিব লাগে। বোলে দ'ল পুথুৰী আদি শাকো এনে ভঙ্গাচিয়া ধৰ্ম্ম হয় বয়। উদাসীনক দিছা, খাব শুব হাগিব, কি কাম কৰিছে কৰাইছা দেশৰ? আএ বোলে তই ছকুৰি ভ্ৰামনি, দেশৰ খাব চাই, শাক্ত, হৰি বিমুখিয়া বামুণক দি খুৱাই বৰ ধৰ্ম্ম ভক্তি কৰিছ। মোৰ হৰিগুণ গৱা

ভক্তক দিয়া গুণ নেদেখিলি ? পাপময় তনু, পাপ দ্বিগুণ হে—"গীতাত কহিলা দেৱহৰি। কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ট কৰি।"

যাৰ যি গুণ গাত থাকে তাকে দেখে পাপ পুণ্য পা।

আৰু পওনিধি মুৰাৰী আতৈৰ মিত্ৰ। এদিন মুৰাৰি আতৈএ কলে গুৰুজনত বোলে আমাৰ আতৈৰ গৃহৰ ফালে বৰ ৰত। আহিল হৈ ত'তেহে মন থাকে। বোলে কোন আছে তেওঁৰ ? দুই ভাতিজা, বৌ, নাতি সব আছে। তেহে গুৰুজনে খেদকৈ হিত উপদেশ এক আৰ্হি কৈছে বোলে এক চাতৰ চাৰি চোৰ, দুই গ'ল সভালৈ, দুই গ'ল চুৰ কৰিবলৈ। দুঠাই নেপাই খেদ কৈলে বোলে হৰি হৰি সিহঁতৰ মহাভাগ্য হব, আমাৰ হে গুচিল। সি দুয়ে খেদ কৈ বোলে সিহঁতে আজি ঘেটালে, আমাৰ শুদাই গ'ল পানীত, ই দুইৰ পুণ্য নিশা বঞ্চা, ধন পোৱা হাতৰে ত্বক, চক্ষু, ছয় শত্ৰুৱে কাঢ়ি ললে। সি দুইৰ লোভ মোহ, কাম, ক্ৰোধে নিলে মন চিত্ত বুদ্ধি খেদ অনুৰাগে আবিষ্টা পঞ্চপৰ্ব্বা পেলাই পুণ্য ধন দিলে। এ বাপু সব মন মাতঙ্গ কাৰ শক্তি ৰাখিবৰ ? চাৰিপৰত লাঙ্গ পাটে সুজান সবে ৰাখে বান্ধে ঘাঁহ দি গুৰুবাক্যে। আপৰত আশে ফুৰে হস্তীক কোনে ৰাখে, তাত দোষ দ্বিগুণ দেখা, তোমাৰ নচলাকৈ পাৰিচা ৰাখিব, গাৰ যদি এপাচি থাকে নেদেখে অন্ধকূপ কুৰি হতীয়াৰ অৱস্থু তত্ত্ব লেগাকট-নেপা। অমৃত দুদ এচৰুতে মাখিটত নেবাচি চৰুকো পেলায়, তেহে মন দাঠ হৈ ঈশ্বৰ বুদ্ধি হ'ল।

পয়োনিধি আতৈ

আৰু খৰাই হৰি গোসাঁই ঘৰীয়া কৃষ্ণাইৰে মিত্ৰ। গৈ গুৰুজনত কলে বোলে আতা আতৈৰ পূৰ্ব্বে যিটো খেদ দেখি বস্তু লভা হ'ল সেই খেদ এতিয়া গ'ল। দেহ প্ৰবৃত্তি পথত সদায় ৰত। নামগুণ গুৰুভক্ত হৰি কথাত শ্ৰদ্ধা গুচিল।

তেহে খেদকৈ গুৰুজনে বশিষ্ঠ সংহিতাৰ এক আৰ্হি কৈছে। এক বংশে ব্ৰাহ্মণত গুৰু মানি মন্ত্ৰ ললে। থাকি কতো কালে দুখী দৰিদ্ৰ হ'লগৈ। গুৰু চোৰ বৃত্তি ধৰিলেগৈ, শিষ্য গৈ জমিদাৰ পাটগিৰি মজিদাৰ হ'লগৈ মাৰও দেশত বৰ আঢ্যৱন্ত হৈ বস্তি বায়তে। গৈ দেখে এক গিৰিএ চোৰ ধৰি খুন্দি মাৰি কুন্দ দি থৈছে। চাই মনকে পূৰ্ব্বৰ সেই গুৰু এই। বোলে এইটো সৰ ইঁক অ। বোলে কৰ্ত্তা চুৰি ধৰি মাৰি থৈছোঁ। বোলে কি লৈ এৰ? বোলে মহা অষ্টম দুখী দৰিদ্ৰ, কষ্টা নাই কি দিব? বোলে মোক দে, তোক টকা পাচ দিছোঁ তাৰ। বোলে এনেই দিছোঁ বাপ হে। তেহে ৰাজ কাজ এৰি লৈ আহি গৃহ পাই মাহ হলিদ্ৰা সৈতে পঞ্চিশ ঘট জলে স্নান কৰাই দীব্য বস্ত্ৰ ওৰাই ঢাৰি কঠে বালিশ তলচা বসাই টৈমা শৰাই দি আঠু লৈ বোলে এ বাপ বৃন্দাবনে গোপ শিশু সঙ্গে গোপীৰ গৃহে যি চোৰ চাতুৰি লীলা খেলা কৰা গ'ল, সি কাল গ'ল তেতিয়াই। এতিয়া ঘোৰ কলি হ'ল, এৰক সিকথা। মই দাস আছোঁ, হৈছে আপোনাৰ প্ৰসাদে! এই বুলি টকা, বস্ত্ৰ, গৰু, দাসী, দাস দি পঠাইছে। এতেকে যি যাক গুৰু বোধে মানিব এই ভাও হলেহে সংসাৰ সুখ। কৃষ্ণদেউ যদুবংশে অৱতৰি কংস, কেশী, বায়, কুব্জী, ষোল হাজাৰ পত্নী কৃত্য কৈলে। সেই দোষকে গুণ গাই তৰি পৰমপদ বৈকুণ্ঠ পাই গৈ যি-এ উপকাৰী অঙ্গীয়া সুহৃদ এই ভাও মান নহলে, নীচ বুদ্ধিৰে মনুষ্য দেখি দুখান ই সংসাৰ তৰণ দুৰ্লভ হৈছে বাপু সব। শুনি সবাৰে মন দাঠ হ'ল। গুৰুৰ প্ৰতি ভাৱ

আৰু কেহো হাজৰা আতৈৰ বেটা গোপীনাথে সুধিলে বোলে আতা তেলী কৃষ্ণ গোপাল ৰাম এই সবে দহো ভকত বঢ়াই পাতিছে, কতো এ অজ্ঞাতে পাতে। কেহো চলতে

কয়। ধৰা কোৱাৰ কি হৰ থান থিতি? তেহে গুৰুজনে লঘু ভাগৱতৰ এক আৰ্হি কৈছে বোলে মন সদাগৰে নৰতনু নৌকা পাই ভাৰত হাট বেপাৰে গল, কলে নদীএ। আশা কাল নদী হ'ল। ধনে জল লোভ, মোহ, কাম, ক্রোধ, ডকা, চাকনৈয়া, পাক, ঢৌ, খেদ, তৃষ্ণা বেগ চৰখৰিয়া, তাতে পৰি স্বৰূপ পাসৰাই নাওঁ বুৰালে, সব তত্ত্ব গ'ল ভাসি। সাম্বৰি শ্রেষ্টা হৰাই কলমতিয়াই গৈছে। তেহে বুদ্ধি চাপৰি, ধৌর্য্য খহনিয়া খহাই গা পালেগৈ। পঞ্চপৰ্ব্বা পাপ পলস ক্ষমা তুষ্টি, বিৰকতি; শিমলু, মদাৰ, পোজাৰ তিনি গাচ, ৰজ, সত্ত্ব, তম, তিনিএ মূল দশেন্দ্রিয় চাৰুলিয়া শিকা খহাই বেগত পৰি আছে। গাত লাগি তত্ত্ব পাই ধৈলে অধিভূত অধ্যাত্মা, অধিদেব, তিনিতাপে গুৰি ছিগা পৰি গুৰু শিষ্য চৰা কোৱা অপাৰ সংসাৰত উটি বেৰাই আয়া যাতকৈ ফুৰিব, কয় সীমাকৈ সচঙ্গী সব।

ভাগৱতৰ আৰ্হি

ৰাজা লগা দেশ, গুৰু লগা ভক্তি, শাহুতী, বহাৰী সচঙ্গী আজ্ঞাপৰ সব, উপদেশী, উপকাৰী, বাঙুণীয়া সুহৃদ, জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য, শ্রৱণ, স্মৰণ, বন্দনত নিষ্ঠা হলে, বাত বৃষ্টি, গুৰুত মৃত্যু সঙ্গে দোষ নহলে তিনি প্ৰবৰ সাৰিব, জীব, কলা কলে তিনি পিৰি বলি যেনে পৰে চফৰা হয়গৈ। হৰি পাদ পদ্ম হিয়াত প্রকাশ কোৱাৰ গুনাওঁ, অহৌ পুৰুষাৰ্থ কৈ ধৰি কৰি হৈ তৰিব কালনদীএ। এ 'আত্তৈ সব আজ্ঞাত বাৰিনা আজ্ঞা, নৰতনু নৌকাত আগ ফটা বাঁহ শিম্মু বান্ধিলে এভৱ গহণ বনে লাগি গুৰু বাক্যত নৰহা শিম্মু মুৰ ফটা বাহে ধৰি দেহ মাৰে মেলা সবক। মুখ জপোৱা সব গুদা নাওঁ মেলি দিব আগে গোৰে উপকাৰী আঙুণীয়া কহ্বালি অনুকূল বায়ু কৃষ্ণদেউ, শ্রৱণ কীৰ্ত্তন, বৈঠা; নিৰ্জ্জনা সে পাল শত সহস্র নামে ৰজু, খেদ অনুৰাগে টানি তৰি দিব একে

ৰজালগা দেশ গুৰুলগা ভক্তি

চাটিএ বৈকুণ্ঠত তুলি থবলৈ প্ৰয়াস কি ?

আৰু যাৰা সবে গুৰু বাক্যে যি সন্নত বৈছে তাৰা সবেও অহো পুৰুষাৰ্থ কৈ উপকাৰী, আপ্তণীয়া সুহৃদ তিনি খুটিত প্ৰেম ৰজু লগাই মন মাতঙ্গ জীৱ সৈতে বান্ধিলে। তাৰা সবৰ অতে সংসাৰ গুখাই বংশ পদহে বৈছেগৈ, অত আৰ্হৈটা বস্তু তত্ব মুক্তিৰ বণ্টা খানিএ যিহে পৰ্ব্বত ৰৱ পাৰে তেওঁ তুলাকে নলয় যিহে তুলাকে ধৰিব ৰব মুৱাৰে ফুতে উবায় সি যুবে পৰ্ব্বত লব ববলৈ। শ্ৰদ্ধালু সবে কৈছে লৈছে। যদি কৰ্ম্মগতিএ মনেই হয় সেইসবেই দাঙ্গে, এতেকে কোৱাত গুণ দুৰ্গুণ দুওটা আছে। থল চাই বিচন ছুনুপাই মূলো হৰায়। এ ভাৰীএ ভাৰ বয়, দেখায় কি তোমাৰ কেকো জেকো ?

আৰু বাৰে বিলাতৰ কৃষ্ণৰে তেলী কৃষ্ণৰে মিত্ৰ। তেলী কৃষ্ণাই চলিলত তাৰা গুৰুজনত প্ৰাৰ্থনা কৰিলে। হৰিগতি আতৈ লৈ পৰমাৰ্থ ভাগে। তেহে গুৰুজনে ৰাগকৈ বোলে বিষয়াৰ বুঢ়া একো নাজানা গোটে মূৰ্খ। ভালেহে সখিএ কয় কথা তত্ব নেজানিলে বাপেকৰ পুখুৰীত পৰি মৰে পুতেক। উপকাৰী পিতৃ আপ্তণীয়া মাতা, চাৰিটি বস্তুএ চাৰি পাৰ বিচাৰ সন্তোষে জল। তত্ব নেপাই বাক্য পাৰ ভাঙ্গি মৰি মৰি সংসাৰ আয়াযাত হয় কল্প সীমাকৈ।

আৱা সুতাৰে পুৰ্ব্বত আৰি থয় খুৰৰ শাকো হে, তই মই মনত আহিলেও, মৃত, দোষ ছিগি কাটি মৰে সৰ্ব্বনাশ হৈ। নলগাকৈ খাণিক নিছিগি চলিলে নৃত্য কৰে সুজান লোকে। বৰ্ত্তিলো গুৰুজনৰ কৃপাত ইবাৰ তাৰাৰ ধূলাৰ প্ৰসাদে। তোম্ৰা সবে ৰক্ষা পৰাত ছুনাই জঞ্জাল.. পাতি শিল আৰিবলৈ ধৰা পুনৰ। তেহে ঘোষা মাতি এক আৰ্হি কৈছে।

"কলিত হৰিৰ কীৰ্ত্তন এৰিয়া, আনমতে চাহে গতি।
যেন কূল বধু, নিজ স্বামী এৰি, ভজে গৈয়া উপপতি ॥

কলিত হৰিৰ কীৰ্ত্তন এৰিয়া
অন্যত্র কৰ্ম্ম আচৰে।
মিচাতে কেৱলে শ্রম মাত্র পাএ
একোএ ফল নধৰে ॥

আৰু ভৃগু ৰাজাৰ দেশত এক চাকৰে মেঘ মণ্ডলৰ ৰাগ দিলে, তুহিঅ ভূতাৰ্ত্তি নাম শুনি মোহ গৈ ৰবিলে স্বামী ভাএ। পাচে অনেক পাত্র মন্ত্রীৰ কুমৰ, দেখি ৰূপৱন্ত মোহ গৈ চিত্ত দিলে। দি নিজ পতি খৰি ভাৰীক হাঁহ ছাগ ৰখীয়া দি অশ্রদ্ধাকৈ নোসোধে। নৰ্ব্বিনামে এক পতিব্রতা শাস্তীৰ স্বামী বিহীন হ'ল, আনি জাহ্নবী গঙ্গাৰ তীৰে থৈ গুণ বৰ্ণাই কান্দিছে। তেহে ৰাজাৰ নন্দিনী স্নানে গৈ দেখি বোলে হেৰা তুমি ৰূপ যৌবন, সুন্দৰ নাৰী হৈ কুচিত বিকৃত কুৰূপ লোকত লৈ কান্দ খেদকৈ? ৰূপে যৌবনে এটা পুৰুষ দিম এৰি পেলা শোক দুখ। তেহে শাস্তীএ বোলে পতিব্রতা নাৰীৰ স্বামীসে তপ, জপ, গুৰু, বন্ধু, সুহৃদ, সোদৰ, পিতা, মাতা, ধন, জন। তেনে ভৰ্ত্তা এৰি যি পৰ পুৰুষত ইচা ৰতি কৰিব, বেশ্যা, আনক পৰশে হে স্নান। সেই সবক দৰশনে স্নান পাপ হয়, ৰাজনন্দিনী হৈ কিয় এনে বাক্য বুলিলা মাই? আৰাকে চিন্তি কৈ কাল দিন যাব। চাইদিনীয়া দেহা যাব আশীৰ্ব্বাদ কৰিবা মাও। তেহে ৰাজ কুমাৰীএ শুনি বোধ হৈ গৈ নিজ স্বামীত পুনৰ শ্রদ্ধা ৰতিকৈ ৰ'ল। তেহে ফকৰা দিছে বোলে "পৰ্ব্বতৰ হাতীএ চুৰা পাত খায়। কুৰি গঞ্জা পাপ কৰে বহাৰখান গৰ্ব্বে যায়॥" এ আতৈ সব, গৰ্ব্বে পৰ্ব্বত, মন মাতঙ্গ, পৰ স্ত্রী, পৰ ধন দ্রব্য অবস্তু, পাপ, চুৰা পাত বৃত্তিৰে লোটে গৈ। ৰাজা গলে পাত্র মন্ত্রী এঘাৰে ইন্দ্রিয় চবিশ তত্ত্ব, যোড়শ বিকাৰ যাই পাপ আচৰে, বহাৰখাৰ যাতনা নিকাৰ আয়াযাত হয়। তেহে গুৰু বাক্য শুনি

ভাৰ্য্যা-স্বামী

একমন হ'ল সবাৰো।

আৰু শুৱালু কাজীএ কথা প্ৰসঙ্গৰ মাজতে বাজাঘৰৰ কথা কাৰ্যনা প্ৰস্তাৱত বয়। তেহে গুৰুজনে ঘোষা কৰি মাতিছে—হৰিৰ কীৰ্ত্তন, সমুএ বিজনে।

থাকে আন কথা পাতি।
অন্তকালে নিয়া, যম ছুতে ধৰি
কৰে তাক উগ্ৰ শাস্তি॥
দেবৰ ৰহস্য হৰিৰ কীৰ্ত্তণ
সুশুনিলে সাৱধানে।
যম ছুতে নিয়া তপত শলাক,
বাহএ তাহাৰ কাণে॥

এ আতৈ সব বৃথা কথা পুত্ৰ, দাৰা, ধন, জন, আষাৰ কেসাৰ কৈ সংসাৰত আয়াযাত বেৰাইছোঁ, ভ্ৰমি বাৰে বাৰে, এই বাৰ তাক এৰি হৰিকথাত ৰতি কৰা বাপুসব, অমৃতৰ মুখত তিতা গুটি লোৱা কৈলে পুনৰ ?

আৰু বৰনগৰতে শ্ৰীহৰি আতৈএ প্ৰাৰ্থনাকৈ বোলে বাপ, আমাৰ মন গোট আশা সমুদ্ৰৰ পৰা তুলিব মুৱাৰোঁ। অনেক প্ৰৱন্ধকৈ, ধন, জন কনক কামিনীৰ পৰা। তেহে গুৰুজনে বোলে অনাদি জন্মত বগৰা খৰীয়া জীৱ সহজ হৈ আছে ভাটিমুখে, উজাবলৈ টান। বিষয়ৰ কুঠাৰ জলাবলি আছে, প্ৰবৃত্তি নিবৃত্তি হৰিভক্তি আজুৰিও টান আনিবলৈ। ব্ৰহ্মাৰ সৃজিত এঘাৰ ইন্দ্ৰিয় চবিশ তত্ত্ব, ষোড়শ বিকাৰ অভগম, পঞ্চভূতৰহে ভগন, গজৰতে হস্তীলৈ কীট পতঙ্গ, স্থাৱৰ, জঙ্গম, এৰা এৰি নাই, দেহ জীৱৰ। এতেকে স্বভাৱক গুৰুবাক্যে জ্ঞান অঙ্কুশে এবে সত্তৰ সঙ্গে বুজাই থবানি সেৱা পৰত চলে বলে। এ নৰনৌকা ভাগি গৈছে, ঘাটে বেজি আয়ু তিনি পৰ গ'ল, খোৱা হৈছে অপাৰ, ব'ঠা হল ভগ্ন, শ্ৰীহৰি আতৈ

প্ৰসঙ্গ দুই বা একত বহা। আশা নদীত লোভ, মোহ, ঢৌ, বতাস ডকা কাম ক্ৰোধ, কুম্ভীৰ মগৰ, কহ্নালি গুৰুভক্তো শ্ৰদ্ধা প্ৰীতি নাই বত, বাৰ বাহ চাইটি বস্তু চিন্তন ভাৱন নাই। নাওঁৰ বাৰ পিৰি পচি গৈছে। দাঁত, চুলি, চক্ষু, নাকলৈ, জৰা কালে দেহা, খেদ অনুৰাগে তৃষ্ণা, ধাম খুমীয়া পাক চৰখৰীয়া সঙ্গ, সচঙ্গত দোকল্লা বানি ফটা চুল্লা বিন্ধা, অনিচএ কৰসাল পচা। ঢৌ-বাতাসে বুৰাতো যাৰা সবে নিচয় কৈ কহ্নু শাল মাৰি শ্ৰৱণ, কীৰ্ত্তন, বঠা চাৰ নোৰিব, ঈশ্বৰে পাৰ কাখ চপাবগৈ। এৰিলে একা গ'ল ভাৰতবৰ্ষ নৰতনু ধন্য কলি দেৱৰ দুৰ্ল্লভ ব্ৰহ্মাৰ প্ৰাৰ্থনি হাতে চাপৰদি। তেহে আতা সেই দিনা গৈ মাঞ্চে উতিৰি মন্যা গুৰিতে ৰহি পাচ দিনা হাইঠা গুৰিত বৈ কুৱৰী হাটতে যাতৃ চাতে লগ লাগি গৈছে। কিন্তা পাৰ হৈ কালডোবা গঞ্জে ৰৈছে। নিশা যদুমণি আতৈএ ভাটিমা গাইছে—

"ব্ৰহ্মা মহেশ্বৰ যাকৰ চাকৰ।"

দুৰ্ব্বিনা সন্ন্যাসীৰ চাতে এশ ব্ৰহ্মচাৰী সন্ন্যাসী শুনি জলি উঠিল। কেন চেলা দোচোৰা বাত বজাই গুৰু নিন্দা, বেটা কৈৰা যাত্ৰী? এই বুলি গালি উঠাই ৰাগি চোটাৰি দাঙ্গি গৈছে। আতা দেখে প্ৰাণ বধে। তেহে বোলে ৰৈ চালীৰ বেটা দুৰ্জ্জন। ব্ৰহ্মা সদাশিৱ জগতৰ গুৰু, কাৰ চাকৰ কেগ' নেকৰ? বুলি পিঠিৰ উপৰত হাত দি চাৰি চকা মাইলে ফাকটে। যদুমণিএও ৰাও কৈলে মৈলোঁ মৈলোঁকৈ। আতা বোলে চেলাৰ বেটাক তোৰা সবৰ হৈ মএ দণ্ড কৈলোঁ। তেহে চুপে ৰ'ল সব দণ্ডী। পাচে আতা আতৈ সৈতে নিশা শুনি আলচি বোলে আৰা াতে গ'লে দেহ মাৰিব, কিৰূপে সাৰো। তেহে চলকৈ

সন্ন্যাসীৰ জগৰ

বোলে কাহিলা গা হাতিব নপাবোঁ। গুৰুজনক পাই তিনি দিন থাকি জগন্নাথ চন্দ্ৰ গ'ল গঙ্গালৈ। সেই জেমান ব্ৰহ্মচাৰীতে বাৰ্ত্তা কলে। বোলে হামাৰ চাতে ভাগিন হই জগন্নাথ চৰণ, আগাৰি গৈ আছে। মমাখান কাহিলা, বৈ যাব দিছে। তেহে সি সব বাত্তা বাওকৈ গৈছে জগন্নাথচন্দ্ৰ কাইৰে। তেহে গৰাজ উতৰি পুণৰ্ভবা গঙ্গাৰ কিনাৰেদি নাইগঞ্জত লাগ পাই কলে বাৰ্ত্তা মমাখানৰ গা বিৰাম বুলি। শুনি আতৈ ফিৰি দাউৰি আহিছে। আতা ধীৰে সুতে গৈছে। কৰতীয়াৰ কিনাৰে লগ পাই গৈছে তিনিও। গৈ জাহ্নবী পাৰ হৈ সোমনগঞ্জতে ৰহি কালিন্দ্ৰী উতৰি ভক্তিপুৰে বৈ পুখুৰীয়া গঞ্জে ৰহিচিলম পুৰ ঘাট আঠ দিন গঙ্গা পাই স্নান, পান, দান, দখিণা কৈলে। জল, মৃত্তিকা, তুদ ছৰাই লৈ আহি বিনাজপুৰতে তেলী একচেৰ, চেনী একচেৰ লৈ সাদিনে পাই, জল, মৃত্তিকা, চেনী, অম্বল গুৰুজনক দি সেৱা কৰিছেহি। বাজা আজ্ঞাকৈ দিছে যত যাত্ৰী বৈৰাগী আহে মানে গুৰুজনক, জল মৃত্তিকা, দিব পায়। ভৰি আছে, লোৱা নাই আমি। বোলে বাপু, গঙ্গোদকত পোহ দিছানে? বোলে বাপ, তু নেপাওঁ, কিবা পোহ? বোলে টুটে পতি নদীৰ ভৰি আনে পানী। তেহে মেলি চাই বোলে আমুকএ গঙ্গা সম্পূৰ্ণে আনিছে, লব লাগে। গুৰু ভক্তে লৈছে, লৈ বোলে হৰিবল্লভ বাপুঘৰক কাতৰ-কলঠি কাইকৈ দিয়াষক গহন জলৰ মৎস্য বাঁয়ু শান্ত কৰে, দিলে, ভোজনকৈ ব'ল। তেহে চাইদিন বৈ পৰমাৰ্থ দিলে। নিশা সুধিছে গুৰুজনেও পুছুৰো সাব থলে। পাচে গুৰুজনে বোলে মোক বাবে ভূঞা ধৰাত বাউসীতে আমাক পাচিছিল, সখীএ ৰাখিলে গুৰুবাক্যে পৰি আছে, যাব নপাইলোঁ। আমাৰ গা বদলে

তুমি যোৱা। তেহে আতা প্ৰাৰ্থনাকৈ বোলে বাপ, অসম ৰাজ্যৰ বিষম কথা, দদা, খুৰা, পুত্ৰ, ভাৰ্য্যা, ধন, জন, মায়াময় সংসাৰ পথ পশুপক্ষী কীট পতঙ্গ আদি যোনীত আয়াযাতকৈ বেৰাই ভ্ৰমিছোঁ। মহামুনি গনৰো মতিভ্ৰমকৈ জন্ম লগায় কণক কামিনীৰ সম্পৰ্কে বিশ্বামিত্ৰ, পৰাশৰ যোগীন্দ্ৰ মুনি সবৰ মনৱা হৰণ কৰে। এতেকে প্ৰভু কাতৰ হে কৰিছোঁ। তেহে বোলে হৰি বল্লভ, ভৰালে নিয়া বাপুঘৰক। নি দেখাইছে, পশু, মৎস্য, কচ্ছপ, বস্ত্ৰ ৰজত, সুবৰ্ণ সবাকে দেখি সেৱা কৈলেহি। তেহে গুৰুজনে চৰ্চ্চি কৈছে। আৰু বোলে বাপুঘৰ, আমাক তুমি দেখিছানে? বোলে বাপ, দেখিছোঁ। বোলে নাই দেখা। বোলে দেখিছোঁ। তেহে গুৰুজনে নাইদেখা বুলি মুখ পদ্ম মেলি দেখাইছে। এক ভাও দেখি আতা বিস্ময় বিশ্ৰুতি হৈছে। আৰু বোলে বিষ্ণু ঠাই যাবা, মোৰ সখি ঠাই যাবা, বুঢ়া মথুৰা তক যাবা, যদি যোৱা গোপাল ঠাইও যাবা। এতেকে আমাক সম্পূৰ্ণে দেখিবা। পাচে আতা খেদকৈ কান্দিব ধৈলে বোলে বাপ, তোম্ৰাক যেনে দেখিলোঁ, কাকনো হৃদয়তো লৈ চাই-চিন্তি যাম? যদি আতা সবৰ ঠাইত সোমালাগৈ কি চিন ঠিকনাৰে কব আমাত? বোলে বিষ্ণুত ধৰিবাগৈ আহোঁতে বৰ নাওঁৰ আহনচৈ তলে যি সুখ কীৰ্ত্তন কৰিছোঁ চৈ দাঙ্গি দেখাব, আৰু মথুৰাত কবাগৈ নেওবাতলে দোমজাত গুৰা ভোজন কৰোঁতে যি বস্তু কৈছোঁ, নাওৰা চিতাই দেখাব। মোৰ সখিত প্ৰাৰ্থনাকৈ ধৰিবা গৈ একাদশীত মজিয়াত চিৰা ভোজন কৰাত পৰম আনন্দত মজি ৰহস্য চাল হাৰ অস্থি মজ্জাৰে বস্তু কীৰ্ত্তন কৰিছোঁ চাবি বাৰ গুচাই মাজৰো বাৰ দাঙ্গি দেখাব। নকলে পদ কৰছে ধৰি নেৰিবা। এতেকে আমাৰ সম্পূৰ্ণে

অসম ৰাজ্যৰ বিষম কথা

উজনীয়া বাপুঘৰক বস্তু সৰ্ব্বস উজানত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ পঠায়

দেখি পাবা যোৱাগৈ। পাচে আতা অনেক কাতৰ স্তুতি নিবেদন কৈ গুৰুজনত প্ৰাৰ্থনা কৈলে, বোলে বাপ সংসাৰৰ তিনিতাপে দিন হলে পোৱে, নিশি যায় মোহ নিদ্ৰা মায়া শয্যাত পৰি। দাৱাগ্নি জীৱক দগ্ধ কৈ শ্ৰেষ্ঠা জ্ঞান হৰাল। তযু পাদ পদ্ম শ্বেত ছত্ৰ প্ৰায়। অমৃত বৰিষে সৰ্ব্বদায়।' আতে পৰি সতাইছোঁহি চেতনকো দহো নৌলভোঁ, অধম পাপীকনো কেলেই ঠেলে তিনিতাপলৈ আকৌ? গুৰুজনে বোলে বংশীযত্নমণিক পঠালোঁ, গোপালক থৈ আহিলোঁ, এ কুকুৰিকণা নাওঁ বাই গালৈহে আওকালে, মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱৰ নাও নকয়। তুমি যোৱা, তোমাত হন্তে মহাশুদ্ধ ভক্তি পন্থ প্ৰচাৰ হব। তাতে ধৰি অনেক জীৱ উঠিব গুৰুজনৰ পক্ষ পথ বাঢ়ি মুকলি হব, কব, এতেকে পাঁচিছোঁ, যোৱাগৈ। পুনৰ আকৌ নাহিবলৈ প্ৰৰ্থনা কৰিব খোজোঁতে শ্ৰীৰাম আতা মাত লগাইছে বোলে হৰিপো, গুৰুবাক্যে শিৰ পাতি ধৰা, দুইবাৰ খৰ্চ্চিলা, আৰু বাৰ পাৰিলে জীৱৰ সৰ্ব্বনাশ। তেহে আতা উঠি গৈ শ্ৰীৰাম আতাক প্ৰণাম কৰিছে গৈ, বোলে মই অধমে আজিএ সৰ্ব্বনাশ হলু হ'তে, তোমাত হন্তেহে গুৰুবাক্য ভক্তি বুলি জানি ৰক্ষা পালোঁ। তেহে আতা প্ৰাৰ্থনা কৰিছে বোলে বাপ, প্ৰথমৰ অক্ষৰ মূৰ্ত্তি চিনাই দিয়ক, শেষৰ তিনি মূৰ্ত্তি মনে ধৰি গৈছে। পাচে গুৰুজনৰ পূৰ্ব্বৰে একে বস্তু চিনৰ কাৰণ কৰিৱহে লাগে পাচলৈ আৰ্হি।

যাৰ যেন বুজি হিয়া, পৰম প্ৰসাদ দিয়া
ভৈলা প্ৰভু জগতৰ ৰাজ।

ভাটোকুচী আতাক বোলে কেশ অৰ্জ্জা ফল ভুঞ্জিবলৈ ভাল, কিনো বোলা? বোলে বাপ তোমা হৃদয়ৰ বস্তু পেটে ভাবিছিলোঁ, মনৰ মন বুজি বোলা গৈছে এনে স্নপক

কল ভুঞ্জিবলৈ পালেনো মোৰ কি ভাগ্য থাকিল একা আপুনাৰ প্ৰসাদত? তেহে দুওজনা আতাৰ পৰম ৰহস্য অমৃত ভাণ্ড বাকি পান কৰালে আৰু বোলে আমুকাই আমাৰ পিতা পুত্ৰে লগ ব্যৱসা কৰা গীত দি চাইটা কথা কৈছে— পূৰ্ব্বাপৰ চাবা, পুব মুখে যাবা, বাচি খাবা, জাগিশুবা। সেই দিনা একাদশী, চিৰা দিছে সাত জনলৈ বেজিনি কলেৰে বোলে মবৈডোৱাৰ মুখতে দুপৰ চাই দণ্ড হবগৈ, স্নানকৈ তাতে ভোজনকৈ যাবাগৈ। পাচে আতা সেৱা কৈলে অভয় পদত মাথা দি। গুৰুপদ পঞ্জৰত শুদ্ধ ব্ৰহ্মক থৈ অভয় ব্ৰহ্মক হৃদি পদ্মে লৈ ধূলা শিৰে লৈ আহিল বিদায়কৈ, গুৰুজনৰ লগে পঞ্চ প্ৰাণৰ চিতৰ পুতলি ক্ৰমেহে আহিল। গুৰুজনে চৰাতে গৈ চাই আছে, একে দৃষ্টিএ, প্ৰেম ঋৰি বোলে শ্ৰীৰাম আমি গলু নে আছোঁ। তিনিবাৰ বুলিছে গলুঁ। আতাৰ লগৰ সবে উভতি চাই গৈছে। গুৰুজনে বোলে আনে নিব পৰা নাই, নৰনাতিএ নিলে আমাক। ভাটো কুচিৰ আতা আতাক গৈ আগবঢ়াই নৌকাত থৈছেহি। আতাও সেৱা শুশ্ৰুষাকৈ নাও মেলি গৈচন্ত। পাচে গৈ আহলতে ওলাই বেলা চাই দেখে হ'ল। বোলে সবৈবোডানো কত? বোলে আতা, ত'তে ৰ'ল। বোলে নাও ফিৰাই দিয়া। বোলে একমোৰ আহিলোঁ। বোলে হক দিয়া সাইধে গুৰু বাক্য পৰে। তেহে ভাটি মাৰি গৈ চিৰা ভোজন কৰোঁতে এক ভাও সুখ আনন্দ দেখিছে আৰ কাপৰ ভিতৰে, আতাৰ আতৈ সবে পুন্নু উজাই আহিছে দখিণে উজাই সিৰুৱা সোমাই চাবুৰিয়া দখিণকুলীয়া আতাৰ ঘাটে নৌকা ৰাখি যদুমণি আতৈ উঠি গৈ গুৰুজনৰ আতা আহিবৰ বই বাৰ্ত্তা কৈছে। শুনি আতা নাৱলকে আগ বাঢ়ি গৈছে, আতাক দেখিএ দূৰতে চিনিলে শ্যাম শৰীৰ, চত্ৰাকৃত্য মাথ, আকুঞ্চিত কেশ, সুদীৰ্ঘ পুৰুষ,

চাৰি কথা

আতা হয়। দখিণৰ আতাও দূৰতে চিনিলে, গৌৰবৰ্ণ, চন্দ্ৰাকৃত্য শিৰ, নীল আকুঞ্চিত কেশ, আৰাই বাপুৰ হয় উজানৰ। মাত লগাগে বোলে বাপুৰ, উঠি অহা যক। আতা, সজ, যোৱা গৈছে, এই বুলি উঠি গৈ বোলে আতা আগ হক। বোলে নহয় বাপুৰ আগ হোৱা যক। বোলে তোম্ৰা যি কালতে লাগ পালা প্ৰথম পুত্ৰ অমৃত পান কৰা গ'ল, আমি এতিয়া শেষ কালত খোল পানীকে খুজি খাবলৈ জানো পাত্ৰ নহওঁ? তেহে দখিণৰ আতা এক দৃষ্টান্ত দিছে বোলে বুঢ়া সদাগৰৰ চাৰি পাঁচ বেটা বেহা বণিজ ৰাজ কাৰ্য্যে ৰাখে ঢাকে, তাত তেও স্নেহ নাই, মুমলীয়া বেটা শেষ কালত যি হয় বঢ়া স্নেহ। বৰ সৰক কাটা মূৰা ফিচাহে দিএ, সকটিলৈ মাকে তলিয়াতে কাটা মূৰা বাচি থূল মাংস দি ভোজন কৰায়। এ বাপুৰ সাঁচতীয়া হিৰা ৰত্ন ছোটটিকেহে দি যায়। তোমাকো সেই মতে গুৰুজনে দিছে। এই মতে কথনতে দুওজনা আতা গৈ কীৰ্ত্তন গৃহ সোমাই এখানি কট পৰা আছিল, তাতে সেৱা কৰি বহিচন্ত। বহি দিছে বটা বোলে এক লোকে বিল মূৰে জান আছে। তাতে ভেটা মাৰি খাদ কাটি ডিঙ্গৰা, পাউৰি, চেপা, খোকা, পল, জুলুকি, জাল, জকাই, ঘণি পাতিবৈ বাট চাই আছে পানী উঠে বুলি। নেপাই গ'ল। প্যাচতে হ'ল পাণী, মাছ। পথুক নাৱৰীয়া পাই সেই সজুলিবে দৌলাই মাইলে। গৃহত পালতহি ভেটা চেপা উটিল। পাচে সেই পথুকতে খুজিহে খালে। এ বাপুৰ, তোম্ৰা তেনে শেষ কালত পথুকে গৃহস্থ হ'লা। তোম্ৰাত খুজিহে খাব লাগিব।

আৰু এক অনাদি এক বুঢ়া সদাগৰৰ ন পুত্ৰ ন বহাৰীৰ যত সুবৰ্ণ, হিৰা ৰত্ন, মাণিক, পোৱাল, ৰাখৰ ঘৈনী পাতিবৰ ঠাই নপাই কোন পাত্ৰ ৰাখিবৰ যোগ্য। পাচে একদিনা

সদাগৰে মনে পৰীক্ষাকৈ বোলে সেনে পটা পুত্ৰ নিলে চাহি চা হি হঁক। শুনি সবেও চালেহি ওলাই। সৰু বধু নাহিল ? সদাগৰে বোলে মই কথাটো কলু, সবেও চালেহি। কিয় সৰু বহাৰী নাহিল ? বোলে শশুৰে কথাটো কলে হয়, মোৰে মনে নধৈলে পটা পো নো সেনে নিত্ৰ, ই কথাই নহয়। তাতে নেচালোঁ। তেহে বুঢ়া সদাগৰে অনেক হিৰা ৰত্ন সবাৰে ঘৈনী পাতিলে বোলে যাক যি লাগে পাচে খুজি খাৱ যাব ছোট বহাৰীত। এ বাপুঘৰ, আমি জ্যেষ্ঠ হওঁ হয়, তোম্রাতেহে খুজি খাব লাগে ঘৈণী।

আৰু এক সদাগৰ বণিজে ওলাল। তেওঁৰ ন পুত্ৰ সবেও বহাৰী, জীয়াৰী টকা, শিকা মণি, সিন্দুৰ বাখৰ আনিবলৈ দিলে। সৰু বহাৰীএকে দিলে কৰি একৰা। শহুৰেকে উপহাস কৰি বোলে দিয়া নিয়াৰো লাজ। আৰ কি পাবি, দিম ? বোলে শহুৰে মূলে কৰাত কৰা মূলত দুনকৈ দিব। পাচে গৈ বেহাই আহিল সদাগৰ। যাৰ যি দিছিল দিলে নিলে। ছোট বহাৰীএকে বোলে আমাৰ জেঙ্গা ভাঙ্গক। তেহে লেখি চাই কৰাত কৰা হয়, দুইত চাৰি, চাৰিত আঠ, আঠত লোষ, এই ক্ৰমে নাওখানৰে বস্তু এ নাটিলৈগৈ। বোলে মই সৰু বহাৰীতে বিক্ৰয় গলু, লক। এ বাপু ঘৰ, তোম্রাত গুৰুজনে যি পৰম ৰহস্য অমৃত দিছে, তাৰাই প্ৰেম ৰজুত বিক্ৰয় হ'ল, কিনিলা, আমিনো কোন ৰলু আৰু ?

আৰু এক সদাগৰ ন পুত্ৰ। ৰজত, সুবৰ্ণ, ৰত্ন, হিৰা মাণিক, আঠ পুত্ৰক ভাগকৈ দিলে বাটি। পাচে বৃদ্ধ শেষ কালত মুমলীয়া পুত্ৰ এটি হ'ল। বিত্ত, বস্তু নাই দিবলৈ। এখান বাৰী কৰিছিল। দেশত থকা বস্তু সবে আছে। সৰু পুত্ৰক তাকে দিলে। বৰ সবৰ হিৰা ৰত্ন ভাঙ্গি, লগাই, মূল পৰি থুকালগৈ। সকবেটা বাজীৰ লঙ্কাৰ বণিজ হাতত হ'ল।

তাকে লগাই মূল ৰাখি লাভকৈ দেশকে কিনিলে। জ্যেষ্ঠ ভাতৃ সবেও তাৰাতহে খুজি প্ৰবৰ্ত্তিলে। এ বাপু ঘৰ, আমাৰো তেনেহে হ'ল। তোম্ৰাতহে আশা।

আৰু এক সদাগৰৰ আঠাৰ পুত্ৰ। তাম, কাহ, পিতল, ৰাঙ্গ, সীহ, কৰি, কাপৰ, কম্বল, ৰজত, সুবৰ্ণ, বস্ত্ৰ, হিৰা, মাণিক, পোৱাল, মুকুতা, শিংখাপ, এই আঠাৰে ভাগ কৈ ভগাই দিলে। সবাতকৈ বঢ়া কোটি লাখ বিলাখ যাৰ মূল্য নাই কাকো নিদি পৰম স্নেহত গোপ থাপে থৈছিল। শেষ কালত এটি পুত্ৰ হ'ল। দি, গ'ল। আমাৰ তোমাৰো গুৰুজন পিতৃ, ঠাকুৰ আতা মাতৃ, আমি আঠ পুত্ৰ ৰামচৰণ, বৰ ঠাকুৰ দেউ, গোমাৰ গোবিন্দ, লচাকনিয়া গোবিন্দ, লক্ষ্মীকান্ত, পঢ়িয়াৰ মাধৱ, লাৱটিয়া শ্ৰীহৰি, বংশী যদুমণি, অচ্যুত গুৰু, এই আঠাৰ জন পুত্ৰ। মাধৱৰ আশীবিধ ভক্তি তাতে শ্ৰেষ্ঠ ন বিধ। তাতে সক্ত বিধ উত্তম। নিৰ্গুণা বিৰলা, অন্তৰঙ্গা, ভাগৱতী, কেৱলা, সপ্ৰেমা এই দুই উত্তমত্তম। তাকে যাৰ যি যোগ্য পাত্ৰ চাইভাগ কৈ দিলে, পৰম ৰহস্য স্নেহৰ অমোল্য সৰ্ব্বস কেৱলৰো চৰাৰ সপ্ৰেম ভাগ দি পঠাইছে। আমাৰ সবাৰো তুমিহে ঘৰ থিতি। আৰু বোলে বাপুঘৰ, তোম্ৰাৰ দেহৰ সম্বন্ধৰ কোন আছে? আতা বোলে কিছু নাই, বৌ মাতৃ এখানি আছে। জগন্নাথ চন্দ্ৰে বোলে বৰ মমা আছে। আতা বোলে সেই দহো আছে? বোলে আতা পূৰ্ব্বে দুখ দুৰ্গতি বিস্তৰ দিলে। তাতে চিতে নাই বুলি ত্যাগি থৈছোঁ। মোৰ মানত জানিবা নাই হে, তাতে কলু। তেহে আতা এক দৃষ্টান্ত দিছে। বোলে নিৰালম্ব দেশৰ নিৰাকুল ৰাজা মৃগয়া কৰিৱলৈ অৰণ্যে, গ'ল তিনি পুত্ৰ, পাত্ৰ, মন্ত্ৰীও সৈতে। ৰাজা ললে এক পালি তিনি পুত্ৰক দিলে। পাত্ৰ সবেৰে তিনি পালি।

অঙ্গীকাৰ কৈলে যাৰ পালীএ পশু যায় অৰণ্যে কাটিম। পাচে পশু সৰু পুত্ৰৰ পালী ফালি গ'ল। কুমৰো পাচতে ঘোৰা চিটি মেলি, অগাৰ অৰণ্য সোমালগৈ। নিশা হ'ল। এক বৃক্ষৰ গোৰে দুখে কষ্টে ৰ'ল। পুৰা মনে কাটে মাৰে যি কৰে যাওঁগৈ। তেনেতে উপৰতে কাকে শিৰতে নাদিলে। পাচে মনে নিচয় কৈ বোলে গ'লে অৰণ্যে কাটিব, অঙ্গীকাৰ সাফলি। তাতেহে এই অমঙ্গল। এই বুলি অৰণ্যে গৈ দিকঙ্গ ৰাজাৰ দেশ পালেগৈ। সেই বৃদ্ধ ৰাজা অপুত্ৰক। মন্ত্ৰী-এ পাই গুৰি সঞ্চ স্থুধি ৰাজাক দিলেগৈ। ৰাজা মানস পুত্ৰ কৈ ৰাজ্য দি স্বৰ্গী হ'ল। ৰাজা হৈএ আকাশ জাল পাতি ভাত দি অনেক কাক ধৰে। ৰাজা হস্তীৰে গৈ চাই-ডৰিয়াত চাই মেলায়গৈ নিতে। এই ক্ৰমে এক বৰ্ষৰ অন্তে সেই চিনৰ লদা কাক পৈলগৈ। পাই আনি সুবৰ্ণ পক্ষা ঠোট নখ বন্ধাই ঘৃত, মধু, পায়স, ভোজন কৰাই মেলিছে। বোলে মোৰ দুই জ্যেষ্ঠ ভাতৃ, পিতৃ, ৰাজ্য ভোগকৈ মৰাতহে আয়ুসে টনা হলে হলুহ'তে ৰাজা। এয়ে বিৰক্ত লগালতহে সঞ্চে ৰাজ্য ভোগ পালোঁ, ই মোৰ পৰম উপকাৰী এই বুলি দিলে এ তোম্ৰাকো ৰৰজনে বিৰক্তি দুখ নিদিয়া হলে গুৰুজনক কৰ্ম্ম অনুসাৰে কত দিনত লাগ পালাহতে। সেই বৈৰাগ্যতহে সঞ্চে গুৰু ভক্ত শুদ্ধ ধৰ্ম্মক পাই ধৰিছাগৈ। এতেকে তাৰা তোম্ৰাৰ পৰম উপকাৰীহে, অপকাৰী নহয়।

আৰু পূৰ্ব্বে সীতাক অগ্নিত পৰীক্ষি দশৰথৰ বাক্যে সম্বৰিছে। ৰাজা বোলে তোম্ৰাৰ প্ৰসাদে যুদ্ধত ইন্দ্ৰৰ অৰ্দ্ধাসন পাইছোঁগৈ, তেওঁ এনেহেন পুত্ৰক মোৰ বঞ্চিলে। আজিও কৈকেৰ শোক শক্ৰ সালে হিয়া বিদাৰে। তেহে শ্ৰীৰামে আচল পাতি মাগিছে বোলে মোৰ ইচাতহে দেৱ কাৰ্য্যৰ নিমিত্ত মায়ত কিছু দোষ নাই। সেই মাৱৰ শাল আজি মোক

দিয়ক দিছে ৰাজাৰ মন সুস্থ হৈছে। এ বাপুঘৰ, আমিও আজিতে বৰজনলৈ অপুনাৰ হিয়াৰ শোকশাল হৃদিত আছে, মাগিছোঁ দিয়া যক মোক। তেহে আতাৰ বাক্য অমৃতে আতাৰ শোকাগ্নি বৃষ্টিপ্ৰায় হৈ মুমাই জাৰকৈ শান্ত হৈল, আৰু গুৰুজনে আহোনৰ যি সুখ কৈছিল ঠিকনাৰে প্ৰাৰ্থনা কৈলে। আতা চৈ দাঙ্গি কীৰ্ত্তন কৈলে আৰু নাম মালিকা লিখাই পঢ়াই চাই বোলে গুৰুজনে তাৰিলাকো মাৰিলাকো এনে নামৰ মহিমা শুনি পাপ কৰিবলৈ কি চাব, আগে কৰাহে পাচে নামে দহে, ধৰ্ম্মক ধৰি কৰিলে ক'ত সাৰিব আৰু নামৰ দশ অপৰাধ মাৰি গালেহে দহিব নাম গাব, গুৰুত নিষ্ঠা প্ৰীতিত ৰতি নাই, নামতো কাঠা নহব, অন্ধ দেউ হাত কাচনৰ হব, নামে পাপ কেনেকৈ দহিব। এতেকে তুলি বগৰালে পুনৰ। এই ৰূপে সাদিন সাত নিশা পৰম আনন্দত মজি কথা সুখে ৰহি সাটোটা দৃষ্টান্ত গুৰুজনক সম্পূৰ্ণে দেখাইছে। আতা বিদায়কৈ আহিছে। আতাও আগবঢ়াই নাৱত থৈছে গৈ। আতা নাও মেলি উজাই মকৰাহি ঘাটতে বান্ধি চৈ বহা দিছে। কৰুণাময় আতৈএ গৰু ৰাখিছে। দেখি বোলে খুৰা কি কৰা? গৃহলৈ নোযোৱানে? বোলে বাপু, কেনেকৈ যাম? খুৰীএৰ নাছে? বেলে মই এতিয়াই দূৰ কৰোঁগৈ। লৰি গৈ বোলে খুৰী, পিতাএৰক বাজ উলিয়াইছে যোৱা যে দেখিবা, নেযোৱা যে নেদেখা। আএ তাত তৰিছিল, এৰি লৰ মাৰি গৈ দেখে বাজতে বহি আছে, পৈলগৈ কেফাই জেফাই। বোলে আই, কি হ'ল? বোলে দহোঁ কৰুণাময়ে বাপেৰক বাজলৈ উলয়াইছে, তাতে লৰি আহিছোঁ। বোলে আজলী জী নৰনাতী গোসাই আহিছে হবলা। তাতে তোক খেদিলে আৰু। পাচে ঠাই ঘৰ আওতাই-কৰুণাময় আতৈএ তুলি নিছেহি। পৰম সাদৰে

পতিলা জোৰাই ভোজন কৰালে। পুৱা যাবলৈ ওলাল। বৰজনে বোলে বাপ, কলৈনো যায়? থকা হক। আতা বোলে দদা আমি আহিছোঁ, মহাপুৰুষক গুৰু বুলিছোঁ, তুমি আছা অভজনি ৰূপে গধূলি অথিত ৰূপে এসন্ধ্যা লৰু। এতিয়া আৰু লব থাকিব নেপায়। বোলে বাপু, আমাকো দিয়া যক, আশা কৰিছোঁ। শুনি আতাৰ পেটে দয়া লাগিল। বৈ হবিচ কৰাই চৰু, চাঙ্গ, চিলিঙ্গা, বস্ত্ৰ, মাহ, চাউল, গুৱা, বস্ত্ৰ, আগত থৈ মহাপুৰুষক গুৰু বোলাইছে, কৰুণাময় আতৈকে, বৌ মাতৃকে। বৰজনক কতো কয়, গুৰু বোলাইছে আতাই। কতো মুখে ভাটৌকুচীয়া আতাক আনি গুৰু বোলাইছে। ত'তে বিচ দিন ৰহি গৃহবাসত জঞ্জাল পাই বৰ জনত ভালেৰে কৈ কলানি ভিটালৈকে গৈছে। তৈতে নন্দৰাজখোৱা মহাপুৰুষক গুৰু বুলিছে। দলৈৰ দুই ভাতৃ ভাৰ্য্যা পুত্ৰ সবেও আতাৰ মুখে মহাপুৰুষক গুৰু বুলিছে। বৰজন নাযায়, বামুণে কৈছে নৰনাতিএ কিবা দীখা ভাটিবতে আনিছে, লাগ পালেই পিতৃ, মাতৃ, ধৰ্ম্ম, কৰ্ম্ম, শ্ৰাদ্ধ, বিধি সবাকে এৰুৱায়, আগে কৰাও এৰুৱায়, নাযাবা। আতা ভাএক হঁততকৈ মাতে, নাহে একো ৰূপে আতাৰ সেইতে। এদিন মেল গৈছে, আহো আতা আগচি বোলে আজি ক'ত সাৰিজা, মাতোঁ যে কিয় নাহা? বোলে বাপ বামুণে বাধা কৰে ধৰ্ম্ম কৰ্ম্ম গুচে বুলি। বহালৈ নি বোলে পুখুৰী খানি ধৰ্ম্ম কৰিবা, তাৰ পুণ্যে, স্বৰ্গসুখ ভুঞ্জিবা, ক্ষয় হলে পৰি। তাতে বেঙ্গ হৈ পৰি থাকিবা। আলি বান্ধি তাৰ ভোগ ভুঞ্জি পৰি সংসাৰে গৰ্ভবাস নৰ্কক ভুঞ্জি যোনী চেপা খাই বেৰাই ফুৰিবা। বৈতৰণী বৃষোৎসৰ্গ কৰিবা, লোমৰ সমে স্বৰ্গ ভোগ কৰি চৌৰাশি নৰ্কক ভুঞ্জিবা পুনৰ। হৰিভক্তিৰ একা অপতন। "স্বৰ্গ সুখ কোন বস্তু ভকতৰ

কলানি ভিটা

নন্দৰাজখোৱা

আগে! পুণ্য ক্ষয় ভৈলে পুনু পৰিবাক লাগে॥" ইন্দ্ৰৰ পতন আছে ভোগ্যৰ কাৰণে।

ভক্তৰ পতন নাই ইতিনি ভুবনে॥ দলৈৰ শুনি মন মজি গৈ পাত্ৰ দিনা গুৰু ধৰ্ম্ম লভিছেহি ভাতৃ সবতকৈও আতাত ঈশ্বৰ বুদ্ধি নিষ্ঠা হ'ল। মাছ মাৰি পুখুৰীত জীয়াই থয়। এটাত ৰঘলৈ থয়। তাৰে ধৰি আতা লয়। খোৱাটোৰে এদিন ধৰি ৰান্ধিছিল খাওঁতে সোধতে কলে, ইটৰ নাই দেখি আতাটৰে অনালো। ৰাগকৈ এৰি মুখ ধুই মেললৈ গলগৈ। ৰান্ধনী আতাত কয় বোলে দাসীক আপুনি নেৰাখিলে ৰক্ষা নাই আজি। আন দিন য'লৈ যায়, আতাক সেৱাকৈহে যায়, বেজাৰত সেই দিনা ৰাজেই গ'ল। তেহে মতাই আনি আতা বুজাইছে বোলে ভঁৰাল ধান গৃহতে খালে গুৰুভক্তলৈ শেষ জানো? গাছৰ ফল এটা খালে জোপাই এঢ়া হয় কি? পুখুৰীৰ মৎস্যতো দোষ নাই। গৃহত একো নুবুলিবা আৰু।

লখৰঙ্গ দ্বাৰে নীলবৰ দ্বিজ, তানে পুত্ৰ নেপাল। গুৰুজনে বেটা গোবিন্দ আতৈ মাতৃ চলিল। ছোট মাকৰে বিৰাজী। বৈৰাগ্য ভাৱে চলে বনে ফুৰে ৰাগকৈ ধৰি আনে। এদিন খেদা মাৰি নিছে। দেখে চাইটি হস্ত। বৈ কাতৰ স্তুতিকৈ আনি বামুণীক ৰাগকৈ তাৰতে একো নোবোলে য'তে ফুৰে লাগে। তেহে গৈ দবীয়া মুকুন্দ ঠাই এক বৰ্ষ পঢ়িছে। চাৰি গঢ় উএ কৰি দিছে। যেই বোলে হয় কয় অবিদিত। দেশ ৰাজ্য ভাৰ ভেটি দ্ৰব্য বস্তু দ'ল, এশ ছাত্ৰে খাই ওৰ নাই। খোৱা ৰাজাত শলিকী ৰৰা, কেকাই নেওগে খল দিলে, ৰাজা হব খুইছে বুলি। তেহে নিশাই চাওডাঙ্গ ৰৰাক দিলে নিৰলৈ। বিহানে কালি পকৱা বেৰি গল। সবাতে কলে আমাক নি কটাব ৰাজা, সব সাৰা হান। গ'ল। নেপাল

আতৈএ বোলে চাওঁএ মই। তেহে গধূলি বেৰি খেলেছি। দেখি এৰা দাউৰ দিলে, খেদি নিছে গাৰ বস্ত্ৰ পৈলওঁতেই সাৰিল তেওঁ নি ছেদন কৈলেগৈ। পাছে আহি সইন্দ্ৰী বুৰীৰ গৃহে বৈছে, চাউল দিছে। তাৰতে গৈ ছাত্ৰশাল পাল পাইছে, ধনেশ্বৰ অধ্যাপাকৰ। তাত বৈছে চাইদিন। গৈ লুতা বুৰা কুহিয়াৰ ৰুইছে। তাৰ পাচে বৈ সুধিছে। মহন্ত ভক্তৰ ঠাই হৰিগুণ গৱা? বোলে সেই বৰগুৰু বাৰীতে নৰনাতি গোসাই আছে যা। তেহে আহি পাইছেহি। হৰিগতি আএ পাই খুৱন ধুৱন বস্ত্ৰ দি ৰাখি পাচ দিনা সি আতাক ভেটাই দিছেগৈ। পূৰ্ব্বৰ ভাগ জীৱ চিনৰ পাই বস্তু প্ৰকাশকৈ ৰাখিছে।

ধনেশ্বৰ অধ্যাপক

* মাতুৰ ভকত দাহৰ বাৰীত তুওজনা আতা আছে। বৰ যতুমণিৰ দদাএক বলোভদ্ৰ জগৰা তলৰা ৰাজাৰ দিনত। ভয় পাই বৰ কলাতলীয়া গৈ সোমাল। আৰা সব হৰি গতি আই ব্যাকুল হ'ল। জয়কৃষ্ণ ভুপাই বিচাৰি গৈ পাই আহি চাউল পাত লৈ গৈছে। হৰি গতি আএ প্ৰাণ দান দিয়া বধ দি বাৰ্ত্তা সুধি তত্ত্ব পাইছে। গৈ পাচ দিনে আনিছে কাতৰকৈ। আতা বোলে ভকতদাহ, আমাকনো ৰাখিব পাৰিবানে? বোলে আতা আপুনাৰ প্ৰসাদে পৰা যাব। বোলে কেনেকৈ ৰাখিবা? বোলে আতা, কৃষ্ণ জাতিৰাম তুই বহাৰী হাত কাণক গৰু, তামা, কাঁহ, টকা কৰি জপা দি থৈ নৱাইলে গা বিক্ৰয় গৈ ৰখা যাব। পাচে আতা হাস্যকৈ সন্তোষ হৈ বোলে এ ভকতদাহ, কোনে কাক মাৰে ৰাখে অন্তৰ্বোধে চালে, আৰ গুৰু পৰমাত্মাবিনে সংসাৰত আছে কোনে দেখা অদ্বৈত জ্ঞানী সবৰ।

আৰু সতাই মহৰা বোলে, গুৱা পান টেঙ্গা, জৰা, এভাৰ লৈ গৈহে তিনি চুকীয়া হাতে বিকিবলৈ। বৰ গুৰু বৰ তলে

তিনিচুকীয়া হাট

গৈ জিৰাইছে। হৰিচন্দ্ৰ আতৈ পুথি গীত মাতিছে। "ব্যহুলা
কৰিও তাই হৰিৰ চৰণ ধন সাৰ" চৰ্চিছে। শুনি মহা বিৰক্ত
হৈ বোলে মোক নিন্না। গৈ সেই তাৰে সৈতে জেটাই দিছে
গুণ ব্যৱথা কৈ গৈছে। পাচ দিনা অনেক উপহাৰ দ্ৰব্য
বস্ত্ৰ লৈ আহি পত্নী সৈতে প্ৰাৰ্থনাকৈ শৰণাপন্ন হবলৈ থৈলে।
আতা বুদ্ধি দাঠ দেখি পৰীক্ৰিয়াকৈ পাঠাইছে। পাচ দিনা
মাহ চাউল টকা বস্ত্ৰ লৈ গৈছে। তেহে আতা বোলে আহি
চাই চাইটা পৰীক্ষা আছে উত্তৰিব পাৰা যদি তেহে ধৰ্ম্ম
পাবা দুৱাৰা জানোচা তুমিও মৰা আমাৰো মূল নাঠি কৰাবা।
বোলে আতা কেনে পৰীক্ষা? বোলে সত্যে অনেক দেৱতাসবে
পূজা নপাই গৰু, পুত্ৰ মাৰি ধন দেহত হানিকৈ দুখ দিব। যদি
তাৰত বৰ পাৰা তাত পাচে কুৰি গণ্ডা জাতি বংশে সেখানে
খালে নিন্দাবাদ সব হিংসা কৰি দুখ দিব। তাতো যদি বৰ
পাৰা তোমাৰ গৃহে ভাৰ্য্যা, পুত্ৰ, বহাৰী, ভাই, ভাতিজ, দুহিত্ৰী
পূৰ্ব্ব দৰে খাৰ ফুৰিব মুকলি মুৰে অনেক দন্দবাদ ঈৰ্ষা, অসূয়া,
পৈশূন্য কৰিব। তাতো যদি বৰ পাবা দেহৰে দশেন্দ্ৰিয় চৰিশ
তত্ত্ব ষোৰশ বিকাৰ মন বুদ্ধি চিত্ত অহঙ্কাৰ চাই শত্ৰু এই সবে
পূৰ্ব্ব ক্ৰমে চলি কৰিব নপাই অনেক পীৰা কৰিবৰ পাইলেহে
ধৰ্ম্ম বস্তু পায়, বয়। বোলে আতা মই বৰৰ কি শক্তি,
আপুনাৰ ধূলাই ৰাখিলেহে হয়। তেহে বস্তু কীৰ্ত্তন কৰি দাৰি
কমাই ৰাম নাম দিছে, পত্নীৰ হৰি পূৰী নাম দিছে। আহি
সেৱা শুশ্ৰূষাকৈ আছে। এদিন কওনা বিলে মাই কওনাবিল
মাৰিছে। আতৈও গৈছে পল লৈ। মাৰি উঠি তিয়নি
মেলি বহিছে। এটি লোকে মূৰ ঘুমাই গলে হাত দি
আছে। দেখি আতৈ বোলে কিয় দুখ কৰ পা?
বোলে কি সোধা যায়, দুখ কৈলেও আমাক ঈশ্বৰে ৰক্ষিতা
কৰে। দেশে মাহ পালে, এটি নপালোঁ, সেখা ; বোলে

নপা দুখ চাব, মোব এটা নে। বোলে সিনো কি কবিম, খাব দাবব ঠাইএ নাই, গৃহ বাবী, ভজুৱা, জাতে কিছু নাই। বোলে তেনো আছেই, মোবো কিছু নাই, ঠাব গিবি বৈষ্ণীহে পা। তেহে আহি আছে, ভাত মাব ঘবে দিএ। এদিন সুধিলে। বোলে আমি শুদ্ধমত গুরু ধর্ম্ম ধবিছোঁ, তই অভজনীয়া দেখি দিওঁ। তেহে খেদকৈ বোলে মোকো নিয়া আতা ঠাই। তেহে ভাব ভেটি লৈ পাচ দিনা সি দিছেনি। আতা দেখি চিনবশুদ্ধ জীৱ পাই কীর্ত্তনকৈ পঠাইছে, বব ঘাটে গৃহ আছিল বাম নাম দি। আক এদিন গৈ সেৱা কৈলে। চাই বোলে দেখোঁ মনটি কষা? বোলে বাপ এটি লবা জন্মিছিল, মৈল। দুই তিনি হৈ মবে, কিবা হুমু মবকুচীয়া। তেহে আতা আশির্ব্বাদকৈ নির্ম্মালি দি বোলে যোৱা, ইবাব এটি দুহিত্রী হব, যোগাই নাম দিবা। গৃহব বামতে বিহা দিবা, এটি পুত্র হব, আমাকে দিবা। সেই ৰূপে হ'ল। গৈ শুদ্ধিত সেৱা কৈলে পত্নী সৈতে। আশীর্ব্বাদ কৈ বোলে এইটি বব, আমাবহে। তেহে জোন হল, বিবাহ দিলে বামত। হ'ল পুত্র। আতাক মাহেকতে নি অর্পণাকৈ দিলেগৈ। চাই নাম দিছে ববজনা শতানন্দ। বোলে ব্রহ্মাগুত চাবি বিধ জীৱ কতো এ আপুনিও তবে, আনকো তাবে। কতোএ আপুনি তবে, আনক মুৱাবে, কতোৱে আপুনাব গা নবয়, আনক কি তাবিব? কেহো তবিও মবে, আনকো মাবে, কতো মবা জীয়াব ভু-কে নপায় তবাব। আক লোকো চাবি ভাগ, জ্ঞানী, কর্ম্মী, পাপী পুণ্যৱন্ত। কতোএ লোকব খায়, দিএও, কতোএ নিদিএ নখাইও, কতোএ দিএহে, নখায়-পবব, কেহো খায়হে দিবলৈ নাই। আমাব ববজনা তবি তবাব, দি দিয়াব।

দামোদৰ আতৈ আক দামোদব আতৈ শুভিবব সিত গ্রামে গৃহ। গিবি বৈষ্ণী দুই। তেওঁ বাজাব কামে থকাত পত্নী পব পতিবে

থাকে। সেই কথা লোকে কয়। তাৰা গৈ জিজ্ঞাসি চুম্পি খৈলে। সি দণ্ডৱতে পৰি অনেক কাতৰ কৈলে। তেহে নিৰ্ভয় দি গঞ্জা, বৰা, বংশ, মাতি আনি সোধালে। সি সৈ ললে। তেহে আতৈ ঘৰ বাৰী গৰু, দ্ৰব্য, বস্ত্ৰ, তাম, পিতল, সব দি বোলে মোৰ খাটনি খানি দিছোঁ, কি বোল। বোলে তোম্ৰাৰ চোৰ এশ কিলৰ যোগ্য, কুলৰ পুৰুষ হৈ দায়াকৈ দিছা, নলম কিয় ? পাচে লোটা, বাটি খুৰি লৈ গুচি আছিল, গালপো খাটে পাৰ হয়। এক পৰাৰী এ কলা এপাচি নি জিবাই দাঙ্গি লব মুৰাৰি। বোলে বুপা বোজাটি দাঙ্গি দিয়া। বোলে মই চুৰ নোৱাৰো, এক বুদ্ধি কওঁ বাক। কল আদখানি নমাই থৈ গৰাত পাচি থ। লৈ পুনু ভৰাই ল। থলে, ললে সেইদৰে। তেহে এআখি কলা দিলে। লৈ কুহিয়াৰ শালে পাই চাই আক ভাঙ্গি দিলে। সি তুদালি কুহিয়াৰ দিছে, লৈ গৈছে। গৰখীয়া হৰিধ্বনি দিছে। পেলাই দিলে, লৰাৰ জোঁটা পোটা লাগিল। কাটি দি দন্দ ভাঙ্গি গৈ ঘাটে পৰ্ম্মানন্দৰ গৃহ পাই বৈছে। নীতি সদাচাৰ দেখি সুধিছে। তেহে ভাটোকুচী আতাৰ কথা কৈছে। বোলে মোক লৈ যোৱা আতা ঠাই। আতৈ নি দিছে গৈ। আতা পাই পূৰ্ব্বৰ চিনৰ বস্তু গুৰু ধৰ্ম্ম দি নীতি সদাচাৰ দেখাই লৈছে।

বাৰ্হৈ গুৰু আতৈ

আক সক গুভিৰ নাও জানত বাৰ্হৈ গুৰু আতৈৰ গৃহ। দদা বউএকেৰে দন্দ লগাই বিৰকত হৈ আহি পাতকটা পাৰ হৈ হাটখৱা পৰ্ম্মানন্দৰ গৃহে বৈ আছে তিনিমাহন খঁতৰ বতৰী সাজি খাই লৈ। তাৰা সবে দ্ৰব্য বস্তুখানি পালে দিএ। আদৰ নকৰে নোচোৱে। এ দিন হাটখৱা পৰ্ম্মানন্দ গৈ বোলে বিপ্ৰ, "হৰিভক্তি হৰি নাম নলৱা সাক্ষাত। আপুনাকে আপুনি কৰিলা আত্মাঘাত॥" তেহে বোলে আতৈ আতা

ঠাইৰ মোক নিয়াযক। পাচদিনা নি দিছে। আতা বোলে হয় আছি চাই গুৰু ধৰ্ম্ম পিতৃ মাতৃ এবা। বোলে আতা মই কৰূপ পাবিম, বাম বুলিম? অনুগ্ৰহ হলেই হয়। তেহে নীতি সদাচৰ কৈ বস্তু কীৰ্ত্তন কৰিছে।

আৰু গৰু গাখীৰ খাবলৈ এজনীৰ দিএ। জয়হৰি আতৈএ নিতে স্নানকৈ খীবাই আনেগৈ।

জয় ভাবতী আৰু এক দিনা জয়ভাৰতী বিপ্ৰ কাপৰ জপা এটি আজৰ বহাতে থলে। তাৰে পৰা অ'ত ত'ত দিব লাগিলে খোজা মগাক দিএগৈ। বোলে আতাকো এখানি দিব লাগিছে, জোখাৰ কাপৰ নাই আত। বায়তত সভালৈ মাতে, খনো আতাকো মাতে যায়। চাৰি পোন চেলেঙ্গ দিএ, বিপ্ৰকো সেই মণতে দখি কৰে। তাবে এখান জাল যেন পাই আছি আতাক দিলেহি। আতা নলৈ জগন্নাথ চন্নক দিলে। বোলে বিপ্ৰে এই খানহে জোখাৰ কাপৰ পালে আমালৈ?

আৰু এদিন জয় ভৰতীএ কৈ গ'ল হৰি আতৈক কামলৈ যাওঁতে বিহানে, বোলে আমালৈ ভজা গুৰা এমুঠি কৰি থবা। আতৈএ আতাত কলে গৈ বোলে কৰাগৈ, যি পৰৰ খোৱা বামুণ নেপালে লোকত কৈ নিন্দিব। পাচে কৰি থৈছিল। গধূলি খাই বোলে মোৰ ঘৰত জানো নাই? আতকৈ সজহে আছে। এই যে তোম্ৰা সবৰ আধা খুন্দাকে খুজি খাইছোঁ, হৰিগুণ গোৱাহন্তৰ অমৃত প্ৰায়, কিবা বাসনা লাগেই জীৱৰ? তাতেহে খাইছোঁ। আতাৰ গুনি আতাৰ বাসনা গুনি পেটে কিছু দায়া লাগিল, আৰু তৈতে বৰ মুকুন্দ, পিঠিকটা মুকুন্দ, বৰ জগন্নাথ, সৰুবি কানু, কেহেকৰা কানু, বেহাৰ গোপাল, আলধৰা গোবিন্দ, ভকতদাহ, গুভিৰ দামোদৰ, উজিৰ কৃষ্ণ, সাফুৰ কৃষ্ণ, কাকতী কৃষ্ণ, বসুৱী বাম, চৰাইমৰিয়া বলাই, নগাৰ বলাই, খাটোৱাল পৰ্ম্মানন্দ,

কাটোৱাল পৰ্ম্মানন্দ, লখবৃঙ্গ গুৰু, ইকাদশ, বাবীচোৱা গোবিন্দ চিলা-তলিৰ গোবিন্দ, অৰবিন্দ এইৰূপে আতাৰ যশে গুৰুজনৰ প্ৰসাদত, চণ্ডা ভিটাত চাৰি চণ্ডা সেৱক চাপি মহাপুৰুষক গুৰু আতাৰ মুখে বুলি সঙ্গতে বহিছে হৰিগুণ গাই। চণ্ডা ভিটা

আৰু মুকুন্দ আতৈৰ পত্নী হৰিগতি আই ভগবান গুৰুৰ বাএক হয়। প্ৰতি জোপ একাদশীত ধুতিএ শুদ্ধ সদাচাৰে মুখ বান্ধি কলহত ভৰাই চাই পাচীতকৈ ন বস্ত্ৰ পিন্ধি দিএনি, এ জোপত কৰি নিছে সেইৰূপে। পথতে ঢোৰা কাক ছুটা যুদ্ধ লাগি উপৰতে পাচীৰ দুহাত মান অন্তৰে গ'ল। পথাৰ অন্ন বা লাগিল নলাগিল মনত বৰ সংশয় পালে। জিজ্ঞাসি মনেৰে চাই বাত ফুৰা নহয় যেন জানি দিলেনি। আহি নিশালৈ তন ছুটা কিকি কট্ কট্ কৰে খাব খৈলে; অৰে বিষে অত্ৰাহি হ'ল। প্ৰাৰ্থনাকৈ পঠালে আসংশা কৈলে, নহয় ভাল। মন্ত্ৰ তন্ত্ৰ কৰে, টান হয়। আতা বোলে কি দোষ কৈলে ভাঙ্গি কৰু। তেহে আএ বোলে আন দোষৰ মনে নপৰ্শে। আজি কাকত সংশয় পাই খুদকৈ দিলোঁগৈ আতা বোলে সজ। তেহে ৰ'ল। হয় দোলাই মন কৰ লাগিছিল। এই বুলি আশীৰ্ব্বাদকৈ গুৱা দি পঠালে। দিলতে দুই তনৰতে ছুটা কাক ওলাই উৰা মাইলে। দেখি আশ্চৰ্য্য অদ্ভুত হ'ল। হৰিগতি আইৰ কথা

আৰু তিপামৰ গুপী, সজুলিৰাম, সলুৱা সনাতন, হইমুখৰ সনাতন, চুকৰিয়াল সনাতন, এই পাঁচজনে মহাপুৰুষক গুৰু বুলি একদিনা নাম অৱসানে আতাত পৰমাৰ্থ সুধিছে। আনন্দত মজি পৰম ৰহস্য কীৰ্ত্তন কৰিছে তত্ব। জয়হৰি আতৈএ চাউল সিজাই বৈ আছে। বনমালী অতৈক পাচিলে জনাবলৈ। গৈ জনালেহি আতাক। মতলুটি দি বোলে জঞ্জাল নকৰি এৰি যা। গ'ল। আলথৰা আতৈক পাচিলে।

জনালত সেইৰূপে বিচলি দিছে। দামোদৰ আতৈক বোলে চাউলটি গুখাল আজি, আতা লব মুৰাবে, যোৱা। তাৰা গৈ জনালত গাৰ বস্ত্ৰকে দি সেইৰূপে কৈ পঠালে। তেহে কথা সম্বৰণ কৈ বোলে হুইমুখৰ সনাতন, সলুৱাল সনাতন, চকৰিয়াল সনাতন, মাজুলি ৰাম, তিপামৰ গুপী দেখিছে, আতে ধৰিবা খুপি। এই টুপনি মাৰি উঠিল।

আৰু কাকতীৰ কৃষ্ণাই, গজপুৰ কমললোচন, হেৰমাই ৰাম আতৈ দশমৰ পদ সুধিছেগৈ। আঢ়েটা এচৰণ মাতি চৰ্চ্চিলে। বোলে সি তিনি ফাঁকি চৰ্চ্চা। বোলে আতা আতে লাগিছে তিনিও সুধিবলৈ আহিছোঁ। বোলে পঞ্চ পঙ্কে গো পৰি থাকে। এটি দুটি পথুকে দেখি ধৰে মুৱাবে। তিনি চাৰি হলে কাণে সিঙ্গে পদে লাঙ্গে ধৰি তোলে। এ ভাল সুধিছা। পদৰো চাৰি চৰণ, গো-ৰো চাৰি চৰণ। ধৰি ধৰিকৈ চৰ্চ্চাইঁক।

আৰু তিপাম মলখৰ জয়হৰি, মেতেৰিৰ দুই ঠাকুৰিয়া, জহাই দলৈ, মৰল নাৰায়ণ, গুপী, জয়ৰাম এই সবে আতাত প্ৰাৰ্থনাকৈ হৃ-ৰাম আতৈক নিলেহি সোধ পোচ মূৰকে। আতৈ গৈ একবৰ্ষ থাকি আহিল, তাৰা সবৰে সেৱা কৈলেহি। কৰি গোচৰ দিলে বোলে বাপ, আতৈএ খতি খাই অন্যায়কে ন্যায় কৰে, নিয়াইক অন্যায় কৰে। আতা বোলে দুইনে ? বোলে বাপ, তোম্ৰা হৃদয়ৰ বস্তু, তাৰা সবে কৈছে স্বৰূপ বুলি, মই কি কম ? হয়। পাছে আতা এক দৃষ্টান্ত দিছে—বোলে এক সদাগৰ বহাৰীএকে অমাতৰ মাত বুঝে। নদীত স্নান কৰিবলৈ গৈছে। এটা মানুহ মৰি উটি আছে। বনৰ কিনাৰতে শৃকালী ৰাও দিলে। ই বুজিলে বোলে শটো চপাই দে, মই ভখোঁ, তই ৰূপা সোনা ল। সাম্বোৰ মেলি চপাই গাঠি মেলিৰ নপাৰি দাম্ভেৰে মেলিছে। তাকে লোকে

দেখি বাজাত খল দিলে। বাজা দূত দি ধবাই নিছে। এক বৃক্ষৰ তলে জিবাইছে। কাকে বটিলে। তেহে সাওদনি ককবা দিছে, বোলে এক শৃগালীএ বাও কৈলে, "খাকিব নপাইলোঁ ঘৰে। কি কাকা কব বায়স, ধৰি লৈ যায় পৰে॥" পাচে বাজাক ছুতে যোগালেনি। সুখি হস্তী গচকাই মাৰিবলৈ দিলে। তেহে ছুখকৈ এক বাত থুইলে। "শাহু লবৰব, শহুৰ লবৰব যে ছোটকৈ সক। যিহে বাজা বোল বুজে সিও পালব গক॥" শুনি তেহে বাজা সোধালে। বোলে আমাৰ কথা পতিয়াব কোনে? বোলে কচোঁ। কাকৰ, শৃকালৰ, শৱৰ টকা অমাতৰ মাত বুজা প্রমাণকৈ খনালেগৈ। পাই বাজা, সুলক্ষণ দেখি বাজ মাদৈকৈ ললেনি। এতিয়াও তাবা সবে কক, মই বুজিছোঁ। আমাৰ চাতে তুমি হৃদয়তে থাকা।

আক নিতে আতা ব্রহ্ম মুহূর্ত্তে জগাই হৰিচন্দ্ৰ জইহৰি, বনমালী, গোবিন্দ, উঠা উঠা, বিষয়াৰ খেতি খেলা, ভকতৰ নাম গাই, গুৰুসেৱা। জয়হৰি আতৈ উঠি পাটচলি দিএ বহা পাবি। আতা বহি তৈল চোৱে, পৈসনা যাই, গা শুদ্ধিকৈ মাটি পানী লৈ স্নান কৰে। বনমালী আতৈএ গামচা আঙ্গচ দিএ, জয়হৰি আতৈ জুইধৰি কট কৰ নি দিএ। তাতে বসি গুৰুসেৱা কৰে। হৰিআতৈ লখবঙ্গ আতৈ, আলধবা আতৈ, ভকতদাহ আতৈ, জগন্নাথ আতৈ, ববজনা আতৈ, জয়বাম আতৈ, এই সব অৰ্দ্ধচন্দ্ৰ মণ্ডলাকাৰে বসি নাম সেৱাকৈ হালি থাকে। তাবা প্ৰায় আতা শৰতৰ পূৰ্ণ শশী সব প্ৰকাশ কৈ গুৰুসেৱা সুমৰি হৰি আতৈক বৌলে মোৰ গুৰুজনৰ এটি চৰিত্ৰ কীৰ্ত্তন কৰা। এ আতা তোম্ৰাৰ মুখপদ্মে কলে অমৃত প্ৰায় সকলো শুনি শ্ৰেয়স পায়,—আমি কি কম, কীৰ্ত্তন কৰা যক। আতা কীৰ্ত্তন কৰে সবেও শুনে। সমৰণ কৈ

পৰি শুৱা, সোন জালুকীয়া, সবাকে ছুটি চাইটি দি, আতাও ছুটিমান মুখে লয়। কীৰ্ত্তন গৃহত কেহো আতৈএ গীত মাতি কৃষ্ণ বুইলে, কৃষ্ণ সূৰ্য্য উদয় হ'ল, উথা হঁক। গৈ কীৰ্ত্তনকৈ জয়হৰি ধ্বনি পাঠ অৱসানে নিৰ্ম্মালি প্ৰসাদ লৈ উঠি, আতা চৰাতে বহেগৈ। হৰিচৰণ প্ৰমুখে আতৈ সবো বসে। আতা বায়ৰ কৃষ্ণৰ, শ্ৰীশঙ্কৰদেৱৰ গুৰুজন আতাসৱৰ বাএ ঠাইৰ চৰিত্ৰ কীৰ্ত্তন কৰিব আতৈ সবে পৰম শ্ৰদ্ধাৱে শুনে। আলধৰা আতৈএ জনাবগৈ, জয়হৰি আতৈএ চাউল সিজাই যুগুত কৈ থয়। আতা গৈ চলাটিতে বহি গোবিন্দ আতৈক সোধে, অন্ন পৰ্শো। আতা পৰ্শা যৰ। লৈ অতৈক সোধে নহ'ল? আতা নৌ, তাক লব লাগে। লৈ আকৌ সোধে। তিনিবাৰ সোন্নায়। গ্ৰাসে পতি হাত ধোএ, আতৈ জল দি থাকে ৰাখি। হ'ল বোলে মুখ ধোএ। মুখ শুদ্ধি হৈ এফেৰি ধুতিএ শয়ন কৰে। তিনিপৰ যাইলে উঠি মুখ হস্ত ধুই বিয়লা প্ৰসঙ্গে যায়। গাই পাঠ শুনি, চৰিত্ৰ কৈ সম্বৰি বহাত বহে যায়। আতা গীত ঘোষা, ৰত্নাৱলী ভটিমা চৰ্চ্চে। কতো চৰিত্ৰ পৰমাৰ্থ কয়। সন্ধ্যা হলে হৰিগৃহে গৈ গুণলীলা শ্ৰৱণকৈ, গীত শুনি, নাম পাঠ শুনি, গাই, চৰিত্ৰকৈ সম্বৰি বহাত বহেগৈ। মুখ্য ৰসিক সব গৈ বসে যাই। আতা চৰিত্ৰ ৰহস্য পৰমাৰ্থ কীৰ্ত্তন কৰে অমৃত প্ৰায়, আতৈ সবে শ্ৰদ্ধাৱে পান কৰে। হৰিকথাতে ছুপৰ চাই দণ্ড হয়গৈ নিতে। কতো তিনি পৰেই যাৱে। তেহে কথা সম্বৰি পুৰা কাচা কল আদা সৈতে তিনি চকলি, শুৱা তিনি ভোজনকৈ মুখ হাত ধুই শয়ন কৰে। ভক্তি শয্যাত নিশা চাই দণ্ড থকাতে উঠি বহি গুণ, লীলা, ভটিমা, টোটয়, চপায়, থান, বন, গুণী, গোপাল, শত গুণী কেৱল নাম বৈষ্ণৱ ভক্ত ইসব যাবি গাই ত্ৰয় মুহূৰ্ত্তে শুধি মাৰ্ন হয়। এই ক্ৰমে

হবি ভক্তি বসে দিবা নিশা যায়।

আক মূদে জীয়েকত গগনা পৰ্মানন্দলৈ খেদকৈ আভা এক আৰ্হি কৈছে। বিষয় প্ৰমাথ বজ্জ গৃহস্থৰ খোৱা বন্ধা, গোলাম, গবখীয়া, চাবি পাঁচ যৈণী। সজ জনীব পাল পৈলে বঙ্গ মুখ হৰিষ সজ বান্ধনীৰ হলে। কঠিন কঠুৰা মুই পালত কষ্ট লুব্ধসকবো মাছ, পশু, দুগ্ধ, মধু, হলে হৰ্ষ ভোজনত। সেৱক হৰি কথাত লুব্ধ সববো তেনে নাম পাঠ নলগা হলে। পানত হৰ্ষ মন লাগি শ্ৰৱণত প্ৰশখেলা লড়ে বিষাদ আসুখ। আভাৰ সঙ্গে চাবি চণ্ডা মুখ্য সেৱক। পশু মৎস্য অনেক দ্ৰব্য মিলাত অনেক হ'লহি। বহাত চাবি পাঁচ জন বহা বান্ধিবলৈ ঠাই নাই। এদিন হৰি আতৈএ সুধিছে বোলে অনেক লোক অনেক আশাবে সোমাইছে ধৰি গাইছে নাম, তৰিবলৈ। আভা (চতুৰ্বক্ৰ)? চিন্তামনিৰ তুলি এক আৰ্হি কৈছে—সজুল দেশত সুবুদ্ধ ৰাজা, সত্যব্ৰত দুজন লোক ঘৃত পান নিতে কৰাই দখিনা কবে। তাকে দেখি অনেক লোক লগ লাগি যায় পায় লয়। তেহে ভাণ্ডাৰীএ ৰাজাত কলে। দ্বাৰত দুৱৰীক বোলে মুখ সুঙ্গি ঘ্ৰাণ পালে পঠাবি। পাচে শুনি সব লোকে মুখে ঘৃত সানি যাই খায় লয়। দিব নপাবি পুমু ভণ্ডাৰিএ সুজান মন্ত্ৰীত কলে বোলে উগাৰ বুজি এবি দিবি। তেহে উগাৰ যে বুজে নাই, নেবে সব ভাগিল। পূৰ্ব্বৰ দুজনহে ব'লগে। পাই খাই বৈ বেহাই ভাবত হাট বেসাই গ'ল, সাবি অপাৰ সংসাৰ।

চিন্তামনিৰ আৰ্হি

আক নাহৰ নৰত্তমে পৰমাৰ্থ কথা আভাত সুধি নিচই কৈ পুনৰ সোধে যেন আক আছে, আবে নতবে। তেহে আভা বেয়ন কাব্যৰ এক আৰ্হি কৈছে। নৈষেধ দেশৰ চৈতন্য ভট্টাচাৰ্য্য বিপ্ৰত সত্তসুমনে গুৰু মানি মন্ত্ৰ লৈ চিন্তন ধ্যান

বেয়ন কাব্যৰ আৰ্হি

সুধিলে। কিবাত দেখি উৎসংকৈ মহৰ ৰূপ চিন্তিব দিলে। তাকে নিচইকৈ চিন্তি তদ্‌ৰূপ হ'ল। পাচে হৰিগৃহতে ওলাওঁতে বোলে গুৰু ওলাব নপাৰোঁ, সিঙ্গে ধৰে, গা ধৰে। বোলে মই ধৰোঁ আহ। পাচে বিপ্ৰে খেদকৈ আপুনাকে গৰিহি ঈশ্বৰৰ ধ্যানৰূপ দেখাইছে। নিচইত তৰি গৈছে, "নিচএ পাৰ, আনিচএ সংসাৰ ॥"

"নিচয়েপাৰ, অনিচয়ে সংসাৰ"

আৰু ছেকেতলিয়া হৰি আতৈএ প্ৰসঙ্গ তালৰ চৰ্চ্চা সুধিছে। আতা কাত্যায়ণ কাব্যৰ আৰ্হি কৈছে। হেমন্ত ৰাজ্যত হেমকুট সদাগৰে চাৰি ৰাজহংস পুহিছে সৰোবৰে। তাৰে লগলৈ অনেক বহবুদ ধৃতৰাষ্ট্ৰ মেহৰাজ চাপিল। তেহে এক খলুৱা দেখি বোলে অতভোৰ পুহিবৰ কাম কি ? বোলে চিন যে নপাওঁ ? বোলে আছে আৰ চিন প্ৰমাণ। তেহে ৰাচৰিয়াত খীৰ সৈতে নীৰ দিছে, খাইছে, হংসৰ জীহ্বা টেঙ্গা, খীৰ পৰি গোট হয়, পান কৰে, নীৰ দুই কোৱাৰিএ পৰে কেৱল ভাগ। ই তিনিবিধ নীৰ ভাগৱতী, নিগুৰ্ণা অন্তৰঙ্গ পান কৰে, মিঠা জীহ্বা পৰি কেৱল ৰাজ হয়। ততে নিএ খায়, বিতম্বে থাকে চাই। ফুট বনিয়া সেৱক বস্তু শুদ্ধ সত্ব বাচি খায় লয়।

কাত্যায়ণ কাব্যৰ আৰ্হি

আৰু মৌখৱাৰ্ত্তে আতাত প্ৰাৰ্থনাকৈ গোপাল আতৈক নিলেহি, আৰ্হি যুক্তি দেখাবলৈ। গৈ আছে তাতে বেহাৰ খেত এহালিচা লৈছে। লৈ ততে ৰাজ কলাবাৰীতে জৰাম আতৈএ বেহাৰ তলিলৈ গৈ গৰু দুহাল বান্ধা সৈতে আতৈ কাখে। আতৈ কোৰ পাৰিছেগৈ আতি গুৰি সুধি। বোলে হালোৱাসৰ, আতৈৰ মাটিখানি মেলা সমত্ৰ এটি এটি আচ ৰাই মেলিবি। হলে বৈ দিবি, আতৈ যকগৈ। সত্তৰ সম্পৰ্কে শুদ্ধ হল, ইচ্ছা ধৰ্ম্ম লৈ। সেই সমত্ৰ বেহাৰ টুট হ'ল। আতা ভক্তেৰে নাহৰ গুটি বিচাৰি দলগাঞে যাবলৈ ৰ'লগৈ। তেতে

গোপাল আতা দ্বাৰে ধৰ্ম্ম ধৰি, আতাক বেহাৰ তৈল্য বস্তিৰ দি পঠালে ফিৰাই। পাচে ভাত নেখাই নোচোএ দেখি নিন্দা হিংসা কৰে। দামোদৰী ভটৰ মানস বনমালীৰ সত্ৰ শুকপথ নসয়। বৰ নপাৰি আতাত কলেহি। আতা বৰ শুকত কলে আহিব খোজে, গঞা বায়তে নেৰে। বোলে আতা উপায় আছে, অনা যাব। কৈ পঠালে বাৰ খাস্তিকৈ বুদ্ধি। তেহে চাৰিকুৰি জন লৈ গ'ল। বাটৰ কাখে তেওঁকো দেখি বোলে সেইটি জবাম নহ? বোলে ক'ৰ জবাম অ? বোলে হয়, ধৰি আন, আইলে। দেখি গঞা চুবুৰীয়া চাপি বৰ মেল হ'ল। বোলা সোধাচো ছয়কুৰি টকাৰ লোন, পোৱাল, বাখৰ, চিত, তাও, সিন্দুৰ, জিনিচ দিলোঁ বেপাৰে, হয় নহয়? বোলে হয়, মূল হুন পৈল, পলাই ফুৰিছেঁ।। সাত বৰ্ষৰ সুত সৈতে লেখিলে পাঁচশ টকা হল। অনেক তৰ্জ্জি দাবি হুকি দিএ লোক দেখাই। ঘৰে নি পৰিকৰে সৈতে আদ পাচ কুৰি ভাৰ যুৰি একেবাৰে সব দ্ৰব্যে তুলি আনিলে পাৰকৈ। সব ৰায়তে চাই থাকিল। আতা প্ৰশংসাকৈ বোলে অত বুদ্ধি চলে তোমাৰ!

আৰু সাধকোমাৰ সভালৈ জনালেহি ভাটোকুচীৰ আতাক বোলে যাবলৈ হক। বোলে হৰিপো, আপুনিএ যোৱা যক। আমি গলে বাৰ্ত্তা বিদ্ সুধিলে কাৰ কবা? তেহে ভক্তে সমে গৈছে। সাদৰি নি সভা কৈলে। দখিণা টকা দহ, সোণা এটকি, কাপৰ এযুৰি। আতা বোলে মোৰ আতাৰহে ই বস্তু। পাচে সেইদৰে পুনৰ দিলে। আদৰে থৈছে নি। পাচ দিনা বোলে আতা ঠাই যাওঁ ভক্ত ওলক। হৰি আতৈএ বোলে আজি বক দুখ পাইছে ভক্ত, কালৈ যামহক। বোলে বৰ দুখ হ'ল, লোকৰ গৃহে প্ৰাণ তত্ব নাছিল। ওকনি লাক পিৰাত চুঙ্গাৰেহে মাৰিছিলোঁ। বোলে আপুনাৰো পুৰি

নাছিল। বৌ খানে কলহত আঁৰকৈ নিদিয়া হলে বনেই। আতৈ সৱে বোলে লাগিলহে আৰু। পাচে গৈ পাই সেৱা জনাইছে। তেহে আতা গুৱা এটি চকত দিলে দুকঠি মানৰ। বোলে স্নানকৈ লক। আতা চাই মনে বোলে কাক দিম? বালি পুখুৰীতে আমি লৈ যাম, লৈ থকা লৈ গ'ল দুইপৰত। পাই স্নানকৈ আতা দিছে। সেএ বাঢ়ি খাই ব'লহে। মাজতে এটা পদ্ম ফুলিছে। আতা বোলে কোনে পাৰা আনাইঁক। কলাবৰীয়া জৰাম আতৈ সাম্থুৰি আনিলে। আতা হস্তে লৈ সবাকে একো পাহি দি বোলে চকাবটিৰ কোন পাত্ৰ। বোলে আতা আপুনাৰ ইচ্ছা যাকে তাৰ পাত্ৰ। বোলে মোৰ হৰিচন্নহে আৰ যোগ্যপাত্ৰ। বুলি দিছে। তেহে আশ্চৰ্য্যহৈ লাগি হে বুলিছিল দেখে যে দায়া স্নেহ।

কলা কৃষ্ণ আতৈ আৰু কলা কৃষ্ণ আতৈএ চাইচাপ মাৰি কলাবাৰীকৈ কলা পাত পচলা, তিল, খাৰ কঠ, আতৈ সৱক নিতে যোগান ধৰি আছে। সবেও মাহ, প্ৰসাদ, কল, লাৰু, গুৱা, লোন, তৈল দায়াত দিএ। আতা বৰ্ষত, ভুমি পছৰা দি ভোজন কৰায় চাৰি পাঁচ দিনে। মাঘৰ ভীম একাদশীত পাত পচলা কল এভাৰ নি দি চাৰিও হাটী সেৱা ধূলা লৈ আতাত বিদায় কৈলে। কতো যবে হাস্য বিগতি কৈলে। পাচে গৈ দুই পুখুৰী মাজে কঠ পাৰি বহি ৰাম ৰাম গল। দেখি আশ্চৰ্য্য হৈ সবে ভক্তে যাত্ৰা ঘোষা গাই নি দহনকৈ সিধা সভা তুলি মাসান্ত কৈলে।

আৰু প্ৰহ্লাদ মুদৈৰ পত্নী মৰাত বেটা নিৰণ ডমাইৰ ককণা ভূঞা টকা একুৰি নিছিল ধাৰে। দুকলা দি আছিল একবৰ্ষ। প্ৰহ্লাদ ভাতৃ ককণামএ বাঢ়ি মাৰি গৰু হালি কাৰি আনিলেগৈ। আতা দিৰ দিএ, অস্থয়াকৈ বোলে. পাণ্ডৱৰ চাউল খাই কৌৰৱৰ গুণ গায়। আতা কষ্ট পাই

গল শুচি ককণা ভূঞাৰ গৃহে। ছয় মাহ আছে। হৰি আতৈ মৰিচ, বাঙ্গন, আদা আতা হাক দিয়াত আতৈ বোলে মুদৈৰ গৃহে যাবৰ মন আছে হবলা? আতা বোলে মই প্ৰহ্লাদৰ হৈ আতেসে আছোঁ। তেহে মুদৈএ শুনি গৈ প্ৰাৰ্থনা কাকণ্য কাতৰ কৈ আনিলে গৈ।

আক মৌখৰাৰ নিৰঞ্জন আতৈ, কসাৰবিয়া সৰ্ব্বানন্দ দলবগাঞে গোপাল, শিল পোতাৰ ৰামানন্দ, আলধৰা মুকুন্দ আতৈ, সৰ্ব্বানন্দ আতৈৰ বৃদ্ধকাল হ'ল, সমুহুত সুধিলে গোপালকে বুইলে। তাৰা সৰত সুধিবলৈ পঠালে মুকুন্দ আতৈক। মৌখৰাত কলে যাই। বোলে আতৈ সবে বোলাত আতৈএও বুলি অত সুধিবলৈ পঠাইছে। বোলে তেনো চাউল, লোন তৈল আনা। তেহে সিধা নি চাউল সিজোৱাই ভোজন কৈলে। শিলপোতাতো কলে সেইদৰে দি বান্ধনী লৈছে। দলব গাঞতো সেইৰূপে দি লৈছে। তেহে আতৈত কলেহি সিধা দি লৈছে বান্ধনী। বান্ধনী লোৱা

আক ৰৰদলৈএ এটা পশু দি পঠালে। সন্ধ্যা পালেগৈ। আতা বোলে নিশা থক, পুৱা কাটি দিব। বেহাৰ গোপাল আতৈ বোলে এতিয়াই দিয়ক কাটি ভগাই। গুৰুজনে বেহাৰত, ধাএ দিয়া পশু ৰাত্ৰিএ দিয়াইছে। বোলে কোনোজনৰ কিবা গোবিন্দৰ ফৰমান হৈছেই; লক। আতে আশা লাগিলে পুনৰ জন্ম হব। গুৰু, আহিঁছে কৈছোঁ, আতা বাক্য নধৰ্চ্চো আমি। পাচে আতা কটাই দিয়ালে আতৈৰ বাক্যে।

আক নিছুৰি বিষ্ণু আতৈ আহি আতাক পাই ধৰ্ম্মকে ধৰি আছে। তাৰাকে লাগ পাই বিৰকত হৈ আছে। পাওৱে হবাই ঘৰে ভোজ হৈছিল, তালকে মাতিলে গৈ। চাই গৈ দেখে ভাত সিজাই দলাই থৈছে। নিহিনি বৈ নিছুৰি বিষ্ণু আতৈ

গৈছে। খচি সবে ঠাই পুৰিছে। অত্ৰাহি হৈ বোলে এ ভোৰকে খাবলৈ মাত? বুলি গুচি আছিল। এনে বিৰকত হৈ আছে। আতা শুনি বোলে সেই লোকটি আনি দিয়া। তেহে আতৈ গৈ আতাৰ গুণ শীল, মহিমা ক'লত আহি ভাৰ এখানিৰে সেৱা কৈলেহি। আতা বোলে এই শুদ্ধ সত্ব ধৰ্ম্মক ধৰা, তুমি ৰব পাৰিবা। বোলে আতা দুটা কথাহে এৰিতো টান, ঢিলা ধৰিছোঁ। বোলে কি টান, কি ঢিলা? বোলে নাম টান, ঢিলা সকলো ভক্ষণ কৰিছোঁ। মই মহাপাপী ই বস্তুত কি কৈ ৰম? বোলে পৰা যাব। তুমি পূৰ্ব্বৰে পাচটীয়া। তেহে গৃহৰ পৰিক্ৰিয়া কৈছে। কৰি পাচ দিনা আহি ভাৰ্য্যা পুত্ৰে বস্তু লভিছেহি। মহা বিৰকত হৈ অনেকক বিৰকত লগাই ধৰাইছে।

আৰু গুপী ৰাজখোৱা মাচ দিছে। ভগাই দিলে, নিলে ভক্তে। মাছৰ লগত লাগি যোৱা টোৰা, ডলিকা, মোৱা, মাছ দুমুঠি মান ৰ'ল। ভুহুৰাত পেলালে। আতা গধুলি পাও চলাই হাটীলৈ গৈ দেখি বোলে বগৰা, খৰিয়া, ব্ৰহ্ম অংশী জীৱ সংসাৰে বেৰাই ফুৰিছে। হৰিগুণ সেৱকত লাগি কিবা সাৰেই, পেলোৱা কিয়? অনাই দিয়াইছে সবাকে।

আৰু এটা শ্বেত কুৰ্ত্তা আতাৰ চৰাৰ কান্তিতে পৰি থাকে সৰ্ব্বত্ৰে। হৰিগৃহে গ'লে পাচতে কান্তিতে যাই নাম শুনি থাকে। প্ৰসাদ নিৰ্ম্মালি দিয়াই যায়। আতা সবে ভক্তে কুকুৰ মুক্তি দিএ, অন্ন খাই আছে। ৰঙাচন্ন নাম দিলে। ভকতদাহ আতৈ নিদিএ নেপেলায় এটিও। এদিন আতৈক দাবিলে সেই কুৰ্টা। তেহে আতা চাই বোলে সেৱকত অপৰাধ লাগি ভ্ৰম হৈছে। সাৰিব লগা হৈছিল, আকৌ লগালা। তেহে সেই নিশাই কীৰ্ত্তণ গৃহৰ দ্বাৰ মুখে শিলতে শিৰ দি চলিল। পুৱা আতা দেখি খেদকৈ গমচাখানি দি পোতালেনি।

আৰু এটা শ্বেতবিৰাল আতা আতৈ সবৰ হাটীতে থাকে। সবাৰে মাছ ভাত চৰু ভাঙ্গি খায়, ডকুবৰ। বেজাই পাই ধৰি মাৰি বান্ধি থৈছে মাৰিবলৈ। সি মানুহৰ দৰে মাতি বোলে আতা মোক মাৰে। আতা শুনি আচৰ্য্য অদ্ভুত হ'ল। কোনে মাতে বুলি দেখে, মাজাৰী। পুনৰ মাতিলে আতা বোলে ভকত গুৰু দোষে জন্ম পাইছাহি। এবাৰ লগালে কত জন্ম বেৰাব লাগিব, নকৰিবা আৰু। তেহে নিশা মাৰ গ'ল আঠু দিয়া শিলাতে মাথা দি। পুৱা দেখি খেদকৈ গমচা দি পোতাই থোৱালে। নিশা স্বপ্নত ভক্তে দেখে শুক্ল বস্ত্ৰ পিন্ধি দ্বাৰে পতি ধূলা লৈ বোলে আতাৰ কৃপাতহে জন্ম সাৰি যাওঁ আজি। মেকুৰীৰ মুক্তি

আতা ঠাইলৈ বংশীগোপাল গৈছে। আতা পাও চলাই ওলাই গৈ লাগ পাই কথা বাৰ্ত্তা পথে হৈছে। হেৰমাই গ্ৰামতে এক লোক আছে। হাত বাৰ দি ৰাম ৰামকৈ আতাৰ কাখে গ'ল। গোপালে বোলে আতা, এই জীৱটি শুদ্ধ ভক্ত হব আপুনাৰ ভাগৰ জীৱ। পাচে আহি ধৰ্ম্ম ধৰি হাটী লৈ আছে, নাম দিছে ৰাম। বংশী গোপাল

আৰু পচতীয়া ভিটাত জৰাম আতৈৰ বেটা মুকুন্দ আতৈ দেউৰী। চাউল, মাহ তিনি খৰাহি নি ধুই ত্ৰুকাজলি লৈ গ'ল দলঙ্গে এ খৰাহি লৈ গল। আহি চাই, নাই। অত্ৰাহি হৈ চাৰিও ফালে চাই দেখে বৰ মলুৱা বানৰটে আম গাছে তিনি কেৰোঙ্গাত থৈছেনি। আতাত কলে যাই। আতা গৈ বোলে ভক্তত অপৰাধে এই জন্ম হৈছে। পুনৰ লগালে থানি। কিছু নপৰাকৈ থলে নি। আতা বোলে বৰ্জ্জিত হোৱা নাই, ধুই আনা। তেহে ধুই আনি দিছে।

আৰু মুদৈৰ ৰবেটা মৈল, নিশাই কান্দিছিল। আতা পুৱা বোলে হেৰাম চলিল বোলে আনচো। বোলে আতা সৰাই ৰায়ৰ দৈ জন

এভাও হ'ল ; কি চাব ? বোলে আনা। আনিলে। আতা পাও চলাই গৈ চোতালে চায়। সবাই চাবিও ফালে চাই আতাক নমি ৰাম বুলি গ'ল। আতাব নামৰ মহিমা দেখি ৰায়তে আচৰ্য্য অদ্ভুত হ'ল।

নিত্যানন্দ আতৈ

আৰু পৰিতিয়া গ্ৰামৰ পেৰা পাত্ৰৰ ঘৰৰ নিত্যানন্দ আতৈ আতাব গুণ, শীল, মহিমা, শুনি গৈ চৰাতে বহিল। হৰিগতি আএ পাই সোধ পোচ কৈ গুৱা পান দিয়ালে। তেহে বোলে আমাব গুৱাত কাম নাই। জীৱৰ সৰ্ব্বস, পৰলোকৰ বিতহে বিচাৰি অহা হেছে। আতা বোলে তোম্ৰা সব ব্ৰাহ্মণ বৰ লোক মহা গৰ্ব্বী পূৰ্ণব্ৰহ্ম কৃষ্ণদেৱৰ বৃন্দাবনে গুৱালৰ লৰা বুলি মানিব নুৱাইলা ই ধৰ্ম্ম কেনেকৈ ৰখা যাব, যকগৈ। তেহে বিপ্ৰে বিমন হৈ হৰি আতৈত পৈল গৈ। আতৈ গৈ আতাক বোলে ইজন এৰা যাব বামুণ বুলি, সিজন এৰা যাব শূদ্ৰ বুলি, আগলৈ গুৰু ধৰ্ম্ম লোপ নহব ? যেই সেই মতে বাঢ়ক গুৰু ধৰ্ম্ম, জীৱৰো কুশল হক, বোলা যক। পাচে আতৈৰ বাক্যে পৰিক্ৰিয়া কৈ গুৰু বাক্য কীৰ্ত্তন কৰিছে। পাচত ভাতৃ শতানন্দ ধৰ্ম্মক ধৰিছেহি।

আৰু শ্ৰীৰাম আতৈৰ গৃহ ৰাৰী শুভিৰত। সব মৰি একল ৰ'ল। পাত কাতিয়া আতা চলি হাতৰ নাৱশালীৰ ওজা বৰ পোত্ৰ কাতিবলৈ ধৰিছে। বিৰক্ত লাগি শুচি আহি শিৰহা গাওতে আছেহি, হমাই বিশৈ শৰীয়াৰ গৃহেৰে জঞ্জাল পাই বাৰৈ মুকুন্দ আতৈৰ আশ্ৰয়তে ঘৰ বান্ধিছে। ৰাম ভদ্ৰ আতাক পাই ধৰ্ম্ম ধৰিছে, পত্নীয়ে সৈতে আতাক সেৱাই আছে। গাওঁতে মাক বাপেকৰ ঘৰ। আতৈ সোমাইছে, আই বাটে আছে। শ্ৰীৰাম আতা গৈ পাই সুধিছে বোলে আমাব ভাৰা গৈছে পিতাক মাত লগাবলৈ বোলে তুমিনো নগলা কিয় ? বোলে গ'লে খাবলৈ ধৰে

তাৰাক সাহ নাপায়, নধৰে। বোলে নোখোৱানো কিয় ? বোলে ভাটো কুচীয়া আতাক পাই শুদ্ধ মত ধৰ্ম্ম ধৰিছোঁ; তাৰাসব অভজনীয়া কাম্ভে নখাওঁ। বোলে আজি গৃহ পাবাগৈনে ? বোলে বেলা ছোট হ'ল, নেপামগৈ। বোলে তেনো সেই বস্তি মূলতে ন গৃহটি বান্ধিছোঁ, তাতে ৰব যাই, আমি আগ হওঁ। পাচে আইএ আতৈত সেই কথা কৈ গৈ ৰৈছে। আতৈএ পৰম আদৰকৈ ভোজন কৰাবলৈ ধৈলে, সামগ্ৰী দি। বোলে কৰা যক, গুৰুসেৱা প্ৰসঙ্গ আছে আমাৰ। পাচে নাম কীৰ্ত্তন কৈ ভোজন কৈলে। নাম শুনি মুকুন্দ আতৈও আহি বোলে আমাকো নিয়া যক। বোলে আমি বহুলা আতা ঠাই নিব নোবাৰোঁ। বোলে তাৰানো কি ধৰ্ম্ম ক'ৰ ধৰিছে। বোলে এক ধৰ্ম্ম আতাহে নিছে, তাকো মহাপুৰুষ গুৰু ঠাই বস্তু লভিছে। তেনো অলকে নিয়া যক। বোলে বাৰু দহ বাৰ দিনে আহিম; যো হৈ থকা যক। তেহে নি দুওজনা আতাক ভেটাই দিছে। আতা পাই চিনৰ বস্তু শুদ্ধ জীৱ। বোলে আজি যোৱাযক, আমি ত'লকে যাম, বুঢ়া সাধুৰ ঠাইতে ৰমগৈ। ততে এই বস্তু পাবা। তেহে গৈ···আছে, আতা ভক্তে সবে গৈ ৰৈছে। ততো দুওজনে সাৱধানে গৈ শ্ৰীৰাম, আতৈ বস্তু লভিছে। মুকুন্দ আতৈ গুৱাপান চোট হ'ল, বিচাৰি গৈ পাচ হ'ল। পালত আতা বোলে যি আগ হব লাগিছিল সি পাচ হ'ল। হক, পাচেও আগ আগেও পাচ, একে বস্তু। দুয়োৰো মনৰ নিচয় ঘটিছে। ই কাৰণ হে হব লাগিছে। তেহে ধৰ্ম্ম দিছে। দুয়োজনাক একৈকৈ অনুগ্ৰহ কৰিছে। গাওঁৰ শইকীয়া বাৰীৰ বাঢ়ৈ পাতিছে। দুয়োজনা যি দ্ৰব্য বস্তু পায়, আতাকো দিয়েনি, তাৰা দুয়ো খায়। মুকুন্দ আশ্ৰম, শ্ৰীৰাম আতৈ উদাস এখানি গুৱাকে বাটি খায়। চ'তমহা

বস্তুৰি গুটি তিয়াই লৈ আগৈ থৈ খেদ কৰিছে। "তেতিক্ষণে পালেহি। তুয়োজনা ভোজনকৈ সুখে ৰহিছে।

আৰু উদয় আদিত্য ৰাজাৰ দিনত ভকতৰ বৰ জগৰ হৈছিল, পলাইছিল। সত্র, সভা, নাম, গুণ, এৰি চকি, কাট দি পালে ধৰি খাটোৱাল কৰি বেবেজীয়া কৰেনি। আতা গৈছে চুকাভটাত পলাইছে। সেৱাৰ সৰ্ব্ব বস্তু লাউ তৰুৱা বুঢ়াৰ গৃহে ৰূপা বান্ধি থৈ। লখৰঙ্গৰ গুৰু বাৰেজনে সৈতে বৰকলালৈ গ'ল। চৰাই মৰা বলাই আতা ঠাইতে আছি, জগৰা কিছু ঢিল হৈছেহি। বোলে আতা সেৱাৰ বস্তু আনো যাই বোলে বলাই কতুৰা পায়, মউ হয়। বোলে আতা পাই যদি বৰ চলিহা পাইক বুলি গালে প্ৰহাৰকৈ আহিম? বোলে বাক্য বাজিল, চাই যাবা। গৈ পাই নিশা বস্তু লৈ আহে। হাহিএ চকী মাৰি। মহৰ খোজত ভৰি পৰি তাল খিটিঙ্গ কৈলে। সেই ভকত বুলি বেৰি ধৰি মাৰি বস্তু লৈ শিৰে দিলে গৈ। লোৱা দি থৈছে। আতা পুৰতুম বৰুৱা লৈছে। ৰাজা আজ্ঞা মেলাব নপাৰে। গোবিন্দ তৰ ধৰা বৰা ৰখীয়া

গোমথা মাহৰা অধিকাৰ কয়, কান নকৰে সি। তাৰ গুৰু গোমথা মাহৰা কতো মুখে কয় শিলিখাতল বুলিও কয়। তেহে তাৰ মহন্তৰ বৰুৱা জগৰ লাগি নিশা পলাই গৈ নগৰে বৰুৱাৰ কলানিত সোমাই আছে যাই। পুৱা দেখি বৰুৱা গৃহে নি পোহপাল দি থৈ তালৈ কলে বোলে মোৰ যি ভকতেহে নেৰে। তাৰ গুৰুজনক পাইছোঁ মই। ৰাজা লৈ কৈ স্বামীও কোবাম আতা বোলে বৰুৱাত কৰা যাই আমি এদিন বৰুৱা গৃহে বনকে কৰি দিম, ভকতিৰ অৰ্থে পুৰুষাৰ্থ কৰক। বোলে স্বামি কৰা হৈছে। ৰাজঘৰ কথা ক্ৰমেহে পাৰি গৈ। তেহে ৰৰা বুদ্ধি দিলে বোলে চাৰি পাঁচ দিনে গা ধুৱাওঁ নি। দিখৌ ৰখিৰে নাও মানুহ থৰ। ভকত বুৰ মাৰি পলাব, তুমি নিব

বেৰি কটাৰ। সেই দৰে থৈ গা ধুৱাওতে গ'ল, পাই নিলে, গৈ বেৰি ফিয়া সবে বোলে ৰূপে বহু হাবে চালে ভক্ত পানীতে কি যামেৰে গ'ল কিবা? তেহে একটি কৈ চুপে কমাৰ অনাই বেৰি কটাই তিনি পক্ষেহে দুটি চাইটি কৈলেগৈ। সাত বৰ্ষত এবাল। পাচে আতা লখৰক্ষ আতৈ কলে বোলে, গুৰুত কৰা বলাএ পূৰ্ব্বে যিৱন কৰিছিল এতিয়াও কৰাৰ। মই চিচা কৰা হ'ল, ৰাজা দণ্ডিত দোষ নাই।

আক ভাটোকুচি আতা উঠিও বহুলা আতা কৈ গ'ল বোলে, মুকুন্দ চিৰাম অৰ্থে মই মাতিছোঁ, শত অপৰাধ আমালৈ চাই ক্ষেমিব। পাচত পুঠিখৱাত আতৈ সব গৈছে। হৰি আতৈএ ভেটাইছে। বোলে নিচিনোএ দহো আমি? আহিল খেদকৈ বোলে, খবে খোৱা বগৰা জীৱ যোনী চেপা খাই ফুৰা সংসাৰত। আতা বৈকুণ্ঠৰ বস্তু আমাক কাহানি দেখিছে। পুনৰ এখানি ভাবলৈ গৈছে। হৰি আতৈ জনাইছে। পিঠি দি বোলে আ দেখাই নাই আমি, ক'বণো? আহি মহাখেদকৈ বোলে, মহাপাপী পাপযুক্ত হৈ চৌৰাশি নৰ্কত বেৰাই ফুৰোঁ, অনাদি জন্মত। আতা শুদ্ধ ব্ৰহ্ম বৈকুণ্ঠৰ বস্তুক লগ পাইছে, দেখিবলৈ। এযুবি ভুনি পৰঠালৈ গৈছে। আদৰকৈ সুখি দুই ধৰালো বৈ গ'ল। মই অধমে আতা বাক্য পেলাই দেহ অহম্মমৰ ৰাজ, এনে ভকতকো পৰীখোঁ, অপৰাধ হ'ল, ক্ষমা কৰিবা আতৈ সব।

অক তিনিমাহৰ পাচে আতা আগে বাক্য বোলা ভক্তে সমে বকৱাৰ খাতে গৈ হৈথন হাপিৰিৰিএ দাস দাসীবে ধান কাটিছে। আতা বোলে কাচি খাওঁৰে। দিলে। এটি মুঠি কাটিলে। সেই দেখি দণ্ডৱৰে পৰি অনেক কাতৰ কৈলে। এৰি গ'ল। সি গৈ বকৱাত কলে যাই বোলে তাকে মধ্যকৈ দুহালিচা ধান ভুখি দায় মাৰি আতাৰ

ভঁৰালে সুমাই দেনি। সেই ক্ৰমে দিছে নি। আৰু এবাৰ মুকুন্দ চিৰাম আতৈ আতাক সেৱা কৰিলে গৈ। আতা বোলে আমাৰ কোন্ধ নাও এখানি আছে, কেটি দিব পাৰা? বোলে আতা সজা। তেহে বাজ চচা হ'ল, কলেহি চিটাবলৈ। ভকত দিছে, বোলে, নাওঁ দাঙ্গি সকলে চিতামক সেৱা কৰিবা হ'ক। কৈলে। আহি, আতা বোলে আতৈ সবে ডকা দিলে আজি একো নৰ,ল। বোলে গা এবাই

সেৱাৰ পাত্ৰ

সেৱা লব লাগে। কাক কোনে কৰে, পৰমাত্মা গুৰু এঘাৰ ইন্দ্ৰিয়, চব্বিশ তত্ত্ব, পঞ্চভূত, দশ বায়ু, জব সকলো সচেতন কৰাইছে দেখিহে জীয়া; এৰিলে দৰশনে স্নান। সেই বস্তুহে সেৱা কৰে। জব জীৱক কোনে কৰে? আত কি খেদ কৰা হঁক?

আৰু বোলে শ্ৰীৰাম, আপী, ৰামচন্দ্ৰ বাৰ্ত্তা লৈ আহা যাই। গৈছে। বাটতে বুঢ়া গোপাল আতৈএ দলি কোবাইছে। বোলে কলৈ যোৱা শ্ৰীৰাম? বোলে ৰামচন্দ্ৰ আপীৰ বাৰ্ত্তা লব'লৈ পাঠাইছে গুৰুজনে। আজি কি চৰিত্ৰ শুনাইছিল? বোলে মহা বিৰকত হলে চুনাই ভ্ৰষ্ট হয়। এই চৰিত্ৰ কৈছিল। বোলে বলাচোন নাগাগে যাব। সুন্দৰীত দহো কৈছিল মহাবিৰকত হৈ হৰি ভক্তি কৈলেহে সংসাৰ তৰে, বেহাৰ পালতে লৰিল নে? লগ পাই বোলে অ'ত কৈছে হমু বিৰকত হলে নতবেহে। বোলে হয় গুৰুজনৰ ভক্তি উত্তম সবৰ বিহঙ্গম যোগ। দেহ ধাৰী মধ্যম সবৰ

বিহঙ্গম পিপ্পলায়ন ভক্তি

পিপ্পলায়ন ভক্তি যোগ। ক্ৰমে বিৰাজ হৈ তৰে। খৰ হলে কাটে, শুদা হলে ফুটে। নিন্দিলে বন্দিব লাগে। অতি বিৰক্তি হলে গোসাঁই নসয়, পুনৰ পৰে অৰ্দ্ধে। পিপ্পৰা ক্ৰমে সিপা উঠি আগ লয় গৈ।

আৰু ভীমা ভকত চৰণ আতৈ গৈ জগন্নাথ ছমাহ

আছিল। কৰাল খহিছিল দলৰ থাকপাত উঠি সভকৈ দিছে। পাণ্ডা সবে প্ৰশংসা আটিকা ভাগ দিছে। পাচে উজাই আহি সকলো থান সেৱাকৈ হেৰেমদন্তে বৈছে। পানী খাব আনি পুৰি খালনকৈ সবাকে দিছে। হৰি গৃহৰ দ্বাৰমুখৰ শিল চলা ভকতৰ ধূলা পৰি খালন হ'ল। আতৈএ চিনি ভাঙ্গি সবাকে দিছে, আশ্চৰ্য্য অদ্ভুত দেখি শুনি খাই হৈছে।

আৰু পাৰলিতে হৰি চৰদাৰ এটা পশু দি পঠালে ভকতলৈ। গুৰুজনে বোলে দিয়ক ভকতক কাটি। জইৰাম ভণ্ডাৰিএ বোলে গোধূলি হ'ল, কালৈ দিম। গুৰুজনে বাগ কৈলে। মনুষ্য তনু খানিক প্ৰায়, কিবা কোনো জনৰ নিশাই দেহা পৰেই, তাতে আশা লাগি যাব, পুনৰ জন্ম হব, এতিয়াই দিয়ক। তেহে কটাই বাটি দিছে। লৈছে সবেও।

আৰু মৰিচাতে লুটুৰা বুবা ভাৰ দুখানি লৈ পৰমাৰ্থ সুধিবলৈ গ'ল। পাই দি সেৱা কৈলে। বোলে কিয় আহিছা? বোলে প্ৰভু, আপুনাকে দৰ্শন হবলৈ। মায়াত মোহ হৈ সিটো কব নুৱাইলে। তিনিবাৰ সোধাত বোলে চাবলৈ আহিছোঁ। তেহে গুৰুজনে ৰাগকৈ বোলে বৈ চালীৰ পো, ভুলোকত পৰি ভু হকৱালি? এই বুলি উঠি কাপৰ দাঙ্গি দেখাই পঠালে। পাচবাৰ আহি ধৰ্ম্মক ধৰিছেহি।

আৰু চৰাই মৰা বলাই এযুৰি কুপউ চৰাই ভেটি বোলে আঁৰকৈ চুপে মাৰি আনোঁ গৈ। চাই দেখে যে চন্দ্ৰ সূৰ্য্য পৃথিৱী, দিগ্, আকাশ সবে দেখে। পাচে বন জঙ্গল সোমাই মাৰিবলৈ চায়, তৰু, তৃণ, লতা, কীট, পতঙ্গ, পশু, পক্ষী, নাগ, যক্ষ, ৰক্ষা ভূত প্ৰেত দেখে। কাপৰ তলে

চাই মাৰিবলৈ চায়, পঞ্চ ভূত, এঘৰে ইন্দ্ৰিয়, দশ বায়ু, চবিশ তত্ত্ব, ষোড়শ বিকাৰ, অষ্ট প্ৰকৃতি সবে দেখে। উপায় নেপাই মাৰিবৰ দিলেনি। আতা উৰাই বোলে পঞ্চাশ কোটি ব্ৰহ্ম ডিম্ব তলে উপৰে চৈধ্যভুবন, জম্বুদ্বীপ এক লক্ষ। তাতে নভাগ ন দ্বীপ, সীমা দণ্ড আঠ সাগৰ সাতন মৃত্তি। ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতে সবে পালা ৰব হব ধৰ্ম্ম পাত্ৰ। তেহে পৰিক্ৰিয়াকৈ বস্তু দিছে পৰম তত্ত্ব। বৰুৱাক ৰাজা

গহপুৰ আতাই বহৰ

বিচাৰ কৰা শুনি চাৰিবৰ্ষ বৈ উজাই গহপুৰতে তৰিকাল পথাৰতে বৈছেগৈ। তাতে আৰ্হে বৰ্ষ বৈ তুটা খেতকৈ খাই মাটি বাৰী পৰদেশে ঠেক পাই বোলে ৰাজানো কি কৰিব, আপুনাৰে দেশেই যাওঁ। এই বুলি চিৰামখা, বিৰামখা গদাইখা গ'ল ভটিয়াই। গাভুৰ্খা বোলে ৰাজা বা কৰে কি, নাযাওঁ আৰু। এই বুলি ঢেকিয়াল বৰুৱাত কৈ ৰাজালৈ মাটি বাৰীৰ কথা জনালে। ৰাজা সি তিনি যাবৰ শুনি খেদকৈ সলালগোহাইকে আজ্ঞা কৈলে পাতিবলৈ। তেহে নি উজাই আগৰ বাৰে ভুঞাৰ লগে মলখতে পাতিলেনি। আতাও সেই লগে গ'ল। আই পাচ বিয়া ততে কৰাইছে।

চতুৰ্ভুজ আতৈ

আৰু চতুৰ্ভূজ আতৈ এটি হৰিগৃহ কৰি নাম গাই গুৰু চাৰত্ৰ কৈ থাকে। আতা শুনি বোলে সেইজনা পুৰুষ নো ক'ত আছে? বোলে বৰপেটাত আছে। বোলে খুৰা, মোক নিয়া। মাতৃৰ নপাৰাখানি কি হয় চাওঁ, মাহ চাৰি অপেক্ষা কৰা আছে। কাতি মহা আকাল পৈল। মলখৰ বৰ ঘতি নটি লোক নাও বান্ধি বৈ আছে। আতা স্নানে গৈ দেখি সুধিলে, কলে সিহঁতে ধানলৈ ষাওঁ উত্তৰে, গুৰিয়াল নাই। পালে ধান আনিব ভেৰণ নাই কিয়া কৈয়ে নিওঁ দিওঁ। তেহে আতা গৈ

খুড়াকত বোলে এনে লাগ পাইছোঁ। বাই ত'বো আৰু ভূঞা সব যি আছে ধান কিছু আনোঁ খুজি। আতৈ বোলে বাপু, যোৱাই ভেনো। গৈ পাই ধান একুৰি লৈ দিহিঙে আহে উজাই। কোটোহা ঘাটে গাওতে মানুহে যাই দেখি নিন্নি কব খোজোতে বোলে নকৰ, মানুহে বৰ তাপ পাব। এটা বোলে তুমি দীঘলা কাথৰ জমাই হোৱানে? বোলে হয়। তোমাৰ ভাৰ্য্যা মৃত্যু হ'ল। তেহে আতা মহা হৰ্ষে বঠা খান তিনিপাক ঘূৰাই জাপ মাৰি পৰি উঠি বোলে, "ভাল ভৈল, গুচিল বিষয় মহা বিষ। নিষ্ফল ভৈলোঁ, আত পৰম হৰিষ।" সিহঁতে বোলে কবলৈ হাক দিলোঁ, পানীতে তাপে পৈল। পাই ধান তুলিছে। খুৰাকটে মাহেকে খেদকৈ কান্দিছে বোলে জীয়া হলে অতৈ সোমাল হতে। তেহে খুড়াকে বোলে কিছু দে। বোলে খুড়া কিছু ধৰ্ম্ম নাই আত। পাচে আতৈ চাৰি পুৰা দি চলিছে। আতা। ছমাহ হ'লহি, বুৰীমাক ঘুমুৰিয়া ভাল নহয়। খেদকৈ বোলে খুৰা আজি কালি কৰি দিন আলচোঁতে যায়। এই সমএ যদি দেহা পৰে, কৰিম কোন উপায়? ধন্য কলি, ভাৰতবৰ্ষ, নৰতনু ৰাম নাম হাতে চাপৰ দি যায়। মোক লাগ ধৰাই পঠাই দিয়া। তুমি পাচতো যোৱা। খাই পাই আছা বস্তু, পেট জুৰ তোম্ৰাৰ। তেহে আতৈএ আতাক নি খাৱনা সৈতে চণ্ডিবৰ কটকী গঙ্গালৈ যায়, ততে তুল্সি দিছেনি। কৰি চাৰি কাওন দিবলৈ। আগত তুলি ব'ঠা বোৱা হৈছে। আহম ঘাটে ৰ'ল যায়। আতা উঠি ঠাইখানি সজকৈ অতাই খৰি তুমুটি বান্ধি আনি স্নানকৈ চাউল শাক ধুই লৈ ধুতি সলাই খুটি মাৰি বেৰা দি চাউল বহাই গুণ, লীলা, গীত, ঘোষা গাই ভোজনকৈ শুলে। পুত্ৰা কটকীএ বোলে বাপু, মোৰ আহনে আহা, নাও বাব নালাগে, গীত, পদ, শুনাই

দিহিঙে কোটোহাঘাট

আহমঘাট

অমৃত পান কৰাই বহি যাবা। আৰু তোমাৰ দৰে ঠাই খৰি খানিক দিবা। সেই দি গাই গৈছে। কতো মুখভেদে কয় দধিৰ লক্ষ্মীকান্ত আতৈ ঠাইতে উঠি সাদিন বৈ বিষ্ণু আতাৰ মাতৃ তিথিলৈ গৈছে ভক্ত, সেই চাতে গৈছে। কতো কয়, কাঠনি ঘাটে তুলি থৈ কটকীএ বোলে মোৰ ঢুকাল এৰিলোঁ, চাকৰ ঢুকান দিয়া। দি ঘাটে আছে। তুলসী ৰাম আতৈএ আহি পাই সুধি নি আতাক ভেটাইছেনি। তাত বহাগতে আহিলত গুৰুজন মাতৃ তিথিলৈ আতা যাওতে আতাক ছমাহত নিছে খটখটিত নাও মানুহ—আতা কাপৰ ধৰাই নি গুৰুজনক ভেটাইছেনি। সুধিছে ক'ৰ বুলি। কৈছে চতুর্ভুজ আতৈ ভাতিজ বুলি। আৰু কাক চিনা জানা? বোলে জয়হৰি, মেতেৰি ৰহাই ঠাকুৰিয়া, জহাই দলৈ, গাভুৰখা, দীঘলা কাথ, উতৰা বাৰী জৰাম, বাৰি অৰ্জ্জুনা মুদৈ এই সবক জানোঁ। পাচ দিনা বস্তু প্ৰকাশকৈ দৈৱজ্ঞ নাৰায়ণ আতৈ নপৰা তাত বহা দিছে। আতা দিনে নিশা হৰি গুণ গাই থাকে। আতৈৰ বেদনা কিছু সস্তা কৈলে। এদিন চাউল সিজাই লৈছে, আদখান ৰ'ল বোলে বাপু, দৈ একটুক আনা বলোভদ্ৰত কৈ। বোলে নিচিনোঁ। বোলে ঢুই বহা এৰি কৰাগৈ। আনি দিছে। ভোজন কৈলে। আতা গুৰুজন পাশে হৰি কথা শুনে সৰ্ব্বদা।

আৰু বুঢ়া দামোদৰ আতৈ মৰঙ্গিত থাকে, আতাক সেৱা কৰেগৈ। এবাৰ একো নাই। কৰি চাৰি পোন পাই লৈ

মহুৰামুখ

গৈছে। মহুৰা মুখে মাছ আনে। এটা দৰাইছে। আৰি মাছ এটি চাৰি-পোন কৈলে। সি বোলে তিনি পোনেই নিদিএ। সি বোলে মোৰ বাৰে বুৰিহে আছে কৰি। আতৈএ চাই আছে লাঠিত ভিৰদি। বোলে তই নিদিয় চাৰি পোন নেপালে? বোলে হয়। তোৰ একা? বোলে মোৰ কৰিএ

নাই আৰু। তেহে আতৈ চাৰি পোন দি লৈ ধুই পাত বান্ধি গৈছে। মৰনৈ কাখে ঢেকিয়া পাই ললে, দেখে ঔটেঙ্গা আছে। তাকে পাৰি লৈ গৈ আতাক সেৱা ভাটোকুচিতে কৈলে। আতা বোলে অ'তে আমাৰ প্ৰীতি জানি আনিছানে ? বোলে আতা ভু নেপাওঁ, বাটে পাইহে অনা হৈছে। বোলে আমি গঙ্গাতে অহাত খৰগৰনি ধৰাত ভেলাত গুৰুজনে আৰি মাছে, ঢেকিয়া, ঔএ বান্ধি দিলে, ভাল হলু। তাৰতে আমাৰ আত বৰ প্ৰীতি। বাৰু কৈলা পাই। আই বান্ধি আতৈকো দিছে, আতাও লৈছে।

আৰু বলাই হৰিচন্দ্ৰ ভুজনৰ মিত্ৰ। হেন হুচা হোৱাত কোৰ আতা শুনি এক আৰ্হি কৈছে। নও দেশৰ ৰজা বেশ-চন্দ্ৰকৈ দেশ চাই ফুৰাত এক অনুৰাত পথৰ বাৰ্ত্তা সুধিলে। সি দেঙ্গাৰা মাৰি কৈ পঠালে। তিনিমুৰা বুঢ়া চিনে। শুনি অত্ৰাহি হৈ বোলে সৰ্ব্বনাশ হ'ল। গৈ সপ্তমনি পুৰেদি যাব, নিব, জিহ্বা বিনে মহামাৰ। বুলিব লাগিলত নৃপতি বুইলে তো কুমাৰ।

আৰু পাচনৈৰ নিৰাময় আতৈএ চুবাঙ্গৰ হৰি আতৈত পৰমাৰ্থ সুধিছে আহি গৈ দ্ৰব্য বস্তু লৈ। তেওঁ উপকাৰী শুদ্ধ সুহৃদক কাতো বিশ্বাস নিষ্ঠা নাই—মটহা, হুটা, কেচা। তেহে জই আতৈএ দেখি এদিন আতাত সুধিলে বোলে আৰা দেখো তিনি ঠালত ধৰি উঠিবলৈ অনিশ্চএ ঢুকাকে নেপায়, সিটোক টানি তোলে কেনেকৈ ? সি ধৰিছেহি উঠিবলৈ, আৰ হস্তে ফল খাবলৈ। তেহে আতা এক আৰ্হি কৈছে বোলে জঙ্গলৰ হোলাৰ কাখে আম কঠালৰ গাছ থাকে। সমীপে উলুবাট, ফল ধৰে, বনপোৰা জুইএ বামৰ ফাল পোৰে। সবে ফলে সমে, অপইতাতে পোৰা ফালে উইএ সাৰ খাই চাল বলখেহে যি পাত ফলবৈ থাকে, তাতে ভাৰ গুবোজা

স্বৰ্গ পৰে, তিনি চাৰি সাজ উপাসে ক্ষুধাতুৰ পথুক বাটে যায়, দেখি খায়, ভোকো নপলায়, স্বাদো নাই, তৃপিতি নলভে, গুটি পচালে ব্ৰাসিও নগজে, যদি সাকুৰা মাটিত পৰি কোনো মতে গাজি হয়, তাৰ ফল ফুল কিছু নধৰে. যি ধৰে, নৰয়। ইয়ো কথা তেনে হৈছে। শৰণ, ভজন, সঙ্গ, সম্বঙ্গ। গুৰু, দেৱ, নাম, ভক্ত, চাৰি খুৰাত যেনে আসন গহন সম্পূৰ্ণ, উপকাৰী আপ্তনীয়া তিনি উধানত থালিৰ ঘৃত নি সংশএ তোলে, দধি, দুগ্ধ, লৱনু, অমৃত, ভুঞ্জি খাই অজৰ অমৰ অভগ্ন থান, ভোগ সম্পতি বৈকুণ্ঠ পাই ৰহে।

আৰু বলাইৰ হৰিক আতা ~ পাচিলে, মাটি খুজিবলৈ, গৈছে। ৰতন চোমদাৰ পছুমাৰি আহে ঘোৰাৰে জালে খাপৰে কুতা পথ। আৰা দুই দেখি অন্তৰ হ’ল পন্থা চাৰি। পূৰ্ব্বে বুঢ়ীপো আতৈক লাগ পাইছে। সেই কথা মনত পৰি পাচ পৰি ঘোৰাতে নামি চপাই নি সুধিলে। আৰা সবে কলে আতা পচা মাটিৰ কথা ৰাজখোৱা তলৈ। পাচে এক দৃষ্টান্ত দিছে। বোলে গুবৰুৱা ভ্ৰমৰে সখিত কৈলে। বোলে মই বিষ্ঠা মুত্ৰ পোতো ভক্ষো, তোমাৰ কি আহাৰ? বোলে মই মধু পান কৰোঁ। বোলে মোকো নিয়া। বোলে বাৰু। গ’ল লৈ, পদ্মত পৈলগৈ। ভ্ৰমৰে ইট সিটত পৰি পানকৈ গ’ল চলি। গুবৰুৱা এটাতে ৰ’ল। সন্ধ্যা হ’ল পদ্ম জাপ গৈ ৰ’ল। পুৱা মলিয়া নি পূজাৰীক দিলেগৈ। গোঁসাই পূজা কৈলে। পাচদিনা পৰিচাৰকে সৰাইতকৈ ৰাজাক দিলেনি। ৰাজা শিৰত লয় দিনমান। সন্ধ্যা লিগিৰা নি গঙ্গাত পেলালেনি। ওৰে নিশা গৈ পুৱা পদ্ম মুকলি হ’লত উৰি পূৰ্ব্বৰ স্বভাব নি পুনৰ বিষ্ঠাত পৈলগৈ বালাত। মোৰ তেনে হ’ল। সজ সঙ্গে ফুৰিলোঁ মধু পান কৈ গোসাঁইত লাগি ৰাজাৰ শিৰে চৰিলোঁ, গঙ্গা স্নান কৰিলোঁ, অনাদি অবিদ্যা

বাসনাএ নৰ্কত পেলালেগৈ। মোৰো তেনে হ'ল। যাৰ নালাগে গুপীএ কি মাটি দিব, মোৰ পালন যকগৈ। স্বামী আতাৰ মনৰ ইচ্ছা মাটি দিম। জনাবাগৈ তাৰা দুখানি চৰণে দুৰ্ব্বাসনা পাপ নৰ্কতে মোক দাস ভৃত্য কিঙ্কৰকৈ জীৱটি লৰ সেৱকৰ মাচতেই কাৰ্য্য হব।

আৰু একদিনা এক গঞা ৰাজসভালৈ আতাকো জনালেহি। জয়ভাৰতীকো মাতিলেহি। পাচত এক বিপ্রে পুখুৰী উচৰ্গালৈ মাতিলেহি। আতা বোলে পুৰ্ব্বে এঠাইলৈ যাম বুলিছোঁ, তোমাৰ ঠাই যাব নুৱাৰো। বিপ্রে বোলে যাম যা। আতা বোলে আগে লোকক আশ দি এনে কথা এৰা। বিপ্রে বোলে নৰনাতি, তুমি হোজা লোক, ভু নোপোৱা ৱাৰ। আত চাৰিপোন পচৰাহে পাম, ইঠাইত পুখুৰী উচৰ্গাতো পাম, সভাৰো পাম চাৰি পাঁচ টকা বাব। তেহে আশা বোলে আতাত থাকিবলৈ সজ নহয়। লোভৰ আশাত বাক্য ব্ৰহ্ম এৰে! এই বুলি আঠ বৰ্ষ ৰহি এৰি গৈ পচতিয়া ভিটাতে ৰহিচন্ত সেৱক সনন্বিতে আতা সুখে সন্তোষে। জয়ভাৰতী পচতিয়া ভিটা

আৰু মইনাগুৰিতে ৰামধন, জয়ধন দুই জনা ভক্ত আহি গুৰু ধৰ্ম্ম ধৰি হাটী লৈ গুৰুজনৰ সঙ্গতে হৰিগুণ গাই কতো দিন আছে। দুও মিত্ৰ কৰিবলৈ জনালে। গুৰুজনে বুদ্ধি যোৰা দেখি সোৱাই চাইছে আগ পিচ কতো দিন। পাচে হেৰাই ধৰাত মনকষ্টে বোলে বাৰু পঞ্চলৈ একাদশীত হব। তেহে সাৱধানে বস্ত্ৰ, গুৱাপান, শৰাই লৈ গৈ দুও আঠু পাৰিছে। গুৰুজনে ধূলা লৈছে। যদুমণি আতৈএ কৰচ পাতি ধুই বাৰত থৈছে। দেখি বোলে সজ গৃহটি হৈছে। ইজনে বোলে হয়। শুনি গুৰুজনে মনে জিজ্ঞাসি বোলে কোটিক প্ৰান্তৰে বালি চাহি পৰা গজ হস্তীলৈ খৰিয়া জীৱ যোনী চেপাত গৰ্ভ নৰ্কত বাগৰি ব্ৰহ্মাৰ প্ৰাৰ্থনি দেৱৰ দুৰ্লভ মইনাগুৰি

নৰতনুটি পালেহি। তাতে বিশেষত ভাৰতবৰ্ষ, ধন্য কলি, ৰাম নাম, গুৰু কণ্ডাৰ, কৃষ্ণ বায়ু। অনেক পুণ্য দ্বাৰে হৰিগুণ গাইছে। ভৱবন্ধ অপবৰ্গৰ সীপা হৈছিলহি, জন্ম, মৃত্যু আয়াযাত নিবাৰণৰ। বলিৰ সভাত চক্ৰৰ ভয়ত কপটে পাষণ্ড বুদ্ধি বাসনা নেৰিলে পাও দঙ্গাত নাও বুৰালে হৰি হৰি! কতো বেলি গুনি ভাবি নিশ্বাস তেজি বোলে আজিলৈ যক। পাচে গল ছুয়ো। তেহে গুৰুজনে খেদকৈ জাৱক কৃপাৰে গীত কৰিছে ভাটিয়ালি—“মই পাপী কমনে তৰিবো হৰি এত,

তুমি কৰুণা কৰা মোৰে।
পাপ মতি মন, বাসনা নচাৰে,
মজিলো সংসাৰ ঘোৰে।
নয়না কামিনী, ৰূপ নচাৰয়,
ৰসনা এ ষড় ৰস।
গীত মধুৰ ধ্বনি, শ্ৰৱণে নচাৰে,
চৰমে সুখ পৰশ॥”

পাচে কৰচ পাতি আপুন হস্তে লৈ পাও গতিকৈ ভেলা-ডোৱাৰ মাজলৈ থেলে, আতে লাগি উঠা জীৱ ছুটা ব'ল বুলি।

আৰু একদিনা শ্ৰীৰাম আতা ব্ৰহ্ম মুহুৰ্ত্তে গুণ লীলা গাই উঠি বহা মুক্তকৈ প্ৰাতসে গুৰুজনক সেৱা কৰিলেগৈ। গুৰু উঠি গুণ লীলা থান বন গুপী গোপাল স্মৰি বহিছে। শুদ্ধিলৈ যাবলৈ তৈল মাজিছে। বোলে শ্ৰীৰাম, হৰি ভক্তি বৰ পৰা সৰৰ। বোলে হয়, বাৰু আমি পানীতে কোবাব দিছোঁ, কোৱোৱাগৈ কি ভক্তি হয়। তেহে কলা ঠহুৰা তিৰডাল লৈ ভেলা ডোৱাৰত এবুকুত পৰি কোবাই আছেগৈ। পুহ মহা ডেৰ পৰ হ'ল, জাৰে, শীতে, বতাসে, হিমে ঠৰ হ'লগৈ। তেহে বুঢ়া আতা শৌচ শুদ্ধি হৈ স্নানে গৈ দেখে পৰি বিতত

শ্ৰীৰামআতাৰ গুৰুবাক্যত নিষ্ঠা

হলহি। বোলে অ আতা গুৰুজনে কুটনিকৈ বুইলে, তাতে পৰি আছাহি, উঠি অহা যক। বোলে আতা কিয় বোলা যায়? দেহ গলেও কিয় যাম, গুৰু বাক্য পেলাই? পাচে আতা আহি গুৰুজনত নিবেদন দুখকৈ প্ৰাৰ্থনা কৈলেহি। বোলে মই ৰঙ্গ কৈলো, যোৱা তুলি আনাগৈ। তেহে আতা পুনৰ গৈ গুৰুবাক্য কৈ আনিছেগৈ। তেহে দুওজনা আতা গৈ গুৰুজনক সেৱা কৈ বোলে বাপ, পূৰ্ব্বে আদি পুৰুষে শৰীৰ পৰা মহা প্ৰকৃতিক বাক্যকৈ সৃষ্টি পাতি দশ দিশ পালক ৰক্ষকৈ দশদিশে দিলে। সেইৰূপে গুৰুবাক্য শিৰে ধৰি পালি ৰাখি আছে। আজিকো প্ৰভৃতি তোমাৰ বাক্যত চন্দ্ৰে সূৰ্য্যে দিবা নিশা আবিছেদে গতি কৰিছে। সাগৰে মৰ্য্যদা সীমা চৰা নাই, অনন্তে সাতো দ্বীপ সাগৰ মেৰু মন্দৰ পৰ্ব্বত বহিছে পৃথিবীএ সহিছে। এতেকে এতিয়াও যাৰ যত নিচয় পৰিব, বাক্যত ৰব পাইলে ভক্তি হব। গুৰুজনে বোলে এ শ্ৰীৰাম ভৰিএহে ভাৰ বয়, অভৰি কিছু নাই, গৃহ পাই শুদা খায়। এই চৰিত্ৰ কতো সবে সুন্দৰী বুৰী লইতত বুলিও কয়।

আৰু জীৱনা শ্ৰীহৰি আতৈ দুওজনা মিত্ৰ কৰিবলৈ আশা কৰি জনালে গুৰুজনত। বাৰু বুলি থৈছে। একদিনা জীৱনা আতৈ গৈছে। তাৰা কোৰ পাৰিছে। বোলে আতৈ সৰহ বেলা নেলাগে কৰিব। এবাৰ হলে এৰি নাম লব। বোলে ইও নামৰহে গুৰি। আপুনাত একঠি লাগিবৰ অৰ্থেহে শ্ৰম কৰা হৈচে। তোমা গালে মই আপুনাক সেৱা কৈলেই হয় মোৰ নাম। পাপীএ কৰিব মুৰাৰো দেখিহে দুৰ্ব্বাসনাৰ হেতু। তেহে আছিন মহা ধান গেৰ হৈছে। আৰা গৈ এবোজা কাটি আনি গৰুক দিছেহি। তাৰা আহি দেখি বোলে, ধান ভোৰ কোনে কাটি নিলে? পত্নীএ বোলে তাৰা আহি কাচি খুজি কাটি নিলে দেখোঁ। বোলে তই কিবা বুইলিনে? বোলে

কি বুলিম ? তেহে আবাও বলে পৰা এমুঠা কাটি নি দিলেগৈ। বোলে আতৈ, মই আনিছোঁ, তোম্রা আকৌ কেলেই কটা গ'ল ? বোলে এতিয়াও তোম্রাতে লাগিছে পকিলেও আপুনাতেহে লাগিব। কিবা নিঙনি বান্দৰে খাই এত্বাই হয়। সম্ভে গছে পাতে আপুন হস্তে ভৃত্যৰ দ্রব্য অনা গ'ল। মোৰ হস্তৰ ভৃত্য কৰা সাফল হ'ল। তেহে খুৱন ধুৱনকৈ পঠালে। তেহে গুৰুজনে শুনি পৰম সন্তোষ হৈ পৰম তত্ত্ব বস্তু কীৰ্ত্তন কৰিছে দুও জনাত।

বাজখোৱা গোবিন্দ আতৈ

আৰু চিলাবাইৰ খাতৰ বজাখোৱা গোবিন্দ আতৈ আহি মহাপুৰুষক গুৰু বুলি হাটীতে আছে পৰিচৰ্য্যাকৈ গুৰুজনৰ। পাচ ফালে বা লৱা সজকৈ এটি গৃহ কৰি দিলে। তেহে তিনি মাহ ৰহি গুৰুজনক বিদায় কৈ গৃহে গৈছে। পাই এটি কলাপুলি পুতিছে সাকৱা খালত ধিৰমণি কলাৰ। মনেৰে বোলে আৰে হলে এআখি কল গুৰুজনত লগামনি। অৱশেষ আগ পাচলি আমি খাম। পাচে ডিল ঠোক মেইলে, আগ পাচ মুনিয়া হ'ল। মাজৰ কল আখি দহনখে নোপোৱা হতিয়াই পকিল। কাটি পাচি ভৰি নি দিছেগৈ। গুৰুজনে দেখি বোলে কলা দেখা নাই পা এআখিএ এচকলৰ সমান এপাচি হৈছে, কেনেকৈ বঢ়ালা ? বোলে বাপ এনে ভাবি বোৱা হ'ল, হলু তেনে। মই পাপীএ যদি ঠোকাকে বোলোঁ, তেও হয়। তেহে গুৰুজনে কটাই সবাকে ভগাই দিছে, তেওঁৰ গৃহলৌ দিছে। পাচে গৈ একনিশা স্বপ্নত দেখে বৈকুণ্ঠ পাই বৰ উশৃত গৃহ তত বাবে চালে কৰা কামিত্র চতি মাৰলি ডাল ফুল চতিএ সহস্র ঠোকা কল আৰি থৈছে। বোলে এইটো কাৰ ঘৰ অত কলাবে ? বোলে খাত কৰা গোবিন্দ আতৈএ কল এখা লগালে গুৰু ভকতত। চক অনেক ঠোকা হৈছে। গৃহ কৰি দিলে খেৰ বাবে ৰত্নময় মন্দিৰ হ'ল,

অক্ষয়। তেহে চেতন পাই বিহানে গৈ গুৰুজনত কৈছে। গুৰুজনে বোলে ফলিতা দিবৰ ঠাই নাই, ফলে সমে দেখিছা তুমি। তেহে দেখি শুনি অহো পুৰুষাৰ্থক কৈ সেৱকে গুৰু ভক্তত দ্ৰব্য বস্তুখান লগাব খৈলে।

আৰু যদুমণি আতৈএ গুৰুজনক বোলে বাপ, আথাউনি তৃষ্ণা সাগৰ পৰি ওৰ নাপাওঁ। দলে গলত হেৰাই ধৰিছে। আপুনাৰ শীতল পদ পঙ্কজৰ ছায়া চাপোঁ। এখানি তিখান খাণ্ডা দিয়ক, মোহ, মায়া দল এৰালি ছেদিবলৈ। বোলে বাক্য ফাকত বৰ মুৰাবিবা, দল ছেদোঁতে গল ছেদা বা। বোলে আপুদাৰ জ্ঞান খাৰুৱা দিব ফাকত মেৰাই ৰখা যাব। তেহে বিষ্ণু আতা বেটা যদুমনিৰে মিত্ৰ কৰাই দিছে বোলে, মামৰ নধৰাব, ভক্ত জাৰণত সদাই শুচাই থকিৰা, পাপ মাথি পৰিলে দোহাৰ হুব। যদুমণি আতৈৰ.

আৰু কৃষ্ণ বল্লভ, বিষ্ণুবল্লভ মিত্ৰ। দুইৰ মাজত খানিক লাগিছিল। গুৰুজনে শুনি কষ্টৈৰে মৌনে বসি আছে, হৰি কথা তোলা নাই। তেহে শ্ৰীৰাম আতা বোলে বাপ, আজি মেঘে বৰ ওন্দোলাপাৰ কৰিছে, বৃষ্টি কাৰৰ। তিতি ভিজি স্নান, পান ক'ত কৰিমহক? বোলে শ্ৰীৰাম খাল, জান, পুখুৰী, নদী, নদ লোহিত সাগৰতহে বহি ৰবগৈ। উখৰা টিঙ্গত কিয় বৰ, ভিজিব? বোলে বাপ, চৰ্চ্চি কীৰ্ত্তন কৰক। বোলে শ্ৰীৰাম গুৰুজনৰ ভক্তি ছ বিধ —নিগুৰ্ণা, ভাগৱতী, অন্তৰঙ্গা, বিৰলা কেৱলা, সপ্ৰেমা। ছবিধ ভক্তি উত্তমোত্তম, উত্তম, মধ্যম, প্ৰকৃত্য, খলুৱা তলুৱা। উত্তমে দোষ এৰি গুণ লয়, উত্তমোত্তমে অল্প গুণকে বিস্তৰ কৰে, মধ্যমে দোষ গুণ বিচাৰ কৈ লয়, অধমে গুণ এৰি দোষকহে কয়ে। খলুৱা আৰ কথা তাত কয়, তাৰ পৰা তাত থয়। তলুৱা একা আতো সোধে, তাতো সোধে, কিছু লয়,

কিছু এৰে। কাতো মান বিশ্বাস নাই; নিন্দাবাদকৈ ফুৰে ছিদ্ৰ লখি। খাল তলুৱা, জ্ঞান তলুৱা, পুখুৰী নিগুৰ্ণা, নদী ভাগৱতী, নদ অন্তৰঙ্গা, বিৰলা, লুইত কেৱল, সাগৰ সপ্ৰেমা, টিঙ্গ পণ্ডিত, উখৰা নৰাকাৰ। তেতে বিৰু কাজিৰ ভণী-একক হাঁহখোৱা লস্কৰত দিছিল। তাৰা গুৰুজনক লাগ পাই মহাপুৰুষক গুৰু বুইলে। তেহে চ'ত মহা চতুৰ্থীত বপেকৰ কৰ্ম্ম হ'ল। তালকে ভণীএক আগ দিনাই গ'ল দ্ৰব্য বস্তু লৈ। গধূলি ভাত খাবলৈ মাতিলে আগৰ ক্ৰমে। তেহে আৰা বোলে তইঁতৰ লগত খাব নুৱাৰোঁ। বোলে কিয়? আগে দেখোঁ খাইছিলি, এতিয়ানো কি দেখিলি? ক'ত ৰামুন হ'লি? বোলে আমি মহাপুৰুষক গুৰু বুলি শুদ্ধ সৎ ধৰ্ম্মক ধৰিছোঁ, তইঁত আছ অভজনে, ভাতে খাবলৈ হাক দিছে। তেহে কষ্ট ভাৱে চৰু, চাউল দিলে, পাগকৈ খালে। তেহে শয়নত নিশা বউএকে কলে বিৰুত। শুনি জ্বলি উঠিল, ৰুদ্ৰ ৰূপ হৈ, ক্ৰোধকৈ অঙ্গীকাৰ কৰিলে বোলে মহাজনক নেখেদোঁ মানে দেশৰ, জিভা কাটি বিষ্ঠাৰ গৰ্ভত পেলাম। বোলে ভালেহে অচম কামৰূপত থাকিব নুৱাইলে? অতু অহি এনে পিতাপুত্ৰে ভাই ভাতিজাক খাব লব, নিদিএ, মোতে বাধা কৰে! মই ঈশ্বৰ বুদ্ধিকৈ মানো গুজাক, জাপগতা পালীত কোন কথা? এই মতে গৰ্জি আছে। এই কথা সূচক বামুণে শুনি উল্লচি খালে। আগে মানি থকাত সাহ নেপাইছিল। দেখে বিৰু মন্ত্ৰী অনিষ্ট হ'ল। আগে একাদশীএ পতি পাঁচ পাঞ্চ টকা দি আছিল, দুগ্ধ চিৰা বাবে জলপানলৈ। তেহে বামুণে সাহ পাই খল দিব ধৈলে—ৰাজা পাত্ৰত, বামুণক নেমানে, স্কন্দশিৱক নমানে, দেৱী দুৰ্গা শৰত কালী মহামায়া গোসানীক নমানে সুপূজে, গঙ্গা, গীতা, তুলসী, চণ্ডী, শালগ্ৰাম,

বিৰুৰ ক্ৰোধ বামুণৰ খল

শ্ৰাদ্ধবিধি বেদ নমানে পিতা পুত্ৰে খাবলৈ বাধে, সন্ধ্যা তৰ্পণ, অহ্নিক, শীখা, গায়ত্ৰী সবাকে গুচাই লোপকৈ গোটে দেশ অনাচাৰ কৈলে। আৰু মালাৰো মেক গুচালে মহেশক জড় অংশ বোলাত হে সহিব নপাৰি। এনে অধৰ্ম্মে বেদ লোপকৈ যি দেশ প্ৰবৰ্ত্তাই প্ৰবৰ্ত্তে ন্যায়, আগম, তৰ্ক, কয়, সেই দেশৰ ছত্ৰভঙ্গ, পাত্ৰ মন্ত্ৰী নাশ। তেহে এদিন বিৰুএ মতাই অনালে। গুৰুজন ৰামচন্দ্ৰ, ভক্তে সমে গৈছে। তোৰোচাত নৌকাত গুৰুজনে একপদ তুলি বাম পদ দাঙ্গিছে। যদুমণি আতৈএ চৰণামৃত অঞ্জলি ধাৰ পান কৈলে। দেখি শ্ৰীৰাম আতা ঘোষাকৈ সেই বেলা মাতিছে—

> "মাধৱৰ ৰঙ্গা দুই চৰণে ধৰিয়া।
> ৰাম নাম ৰস পিও অঞ্জলি ভৰিয়া॥"

উঠি গৈ চ'ৰা পালেগৈ। আগৰে পৰা খানোৰ মাধৱ ভটাচাৰ্য্য বসি আছে। দেখি বিৰু কাজীএ বোলে তাৰাৰ লগতে বহক। গুৰুজনে বোলে তাৰা নিৰ্ব্বিষয়, নিৰ্ম্মৎসৰ উদাস, বিপ্ৰ, আমি তাৰাৰ লগত কেনেকৈ বহিম? আমাৰ ভাৰ্য্যা, পুত্ৰ, ভাতৃ, বন্ধু সব আছে। বিৰু কাজীএ বোলে দেখোঁ তোম্ৰাহে উদাস, তাৰাৰহে আশ্ৰম বিষয়? তেহে গুৰুজনে পুৰঞ্জন পুৰঞ্জণী আখ্যান তুলি সবাকে দেহতে দেখালে। তেহে বেলেগ কামলি পাৰি বসিলতে বোলে তোম্ৰা হুনু শৰত কালী নুপূজে। বোলে দুই আমি কৰিব নেপাঞ। আমি একশৰণ ধৰ্ম্মলৈ আশা কৰিছোঁ। ঈশ্বৰ কৃষ্ণত, কিয় পূজিম? আৰু ভিক্ষুক গৃহৰ পুৰুষে যেই চাই তাকে দিব পাৰে, ঘইণীএকে কোনো দ্ৰব্যখান সুধিহে দিয়ে স্বতন্ত্ৰে দিব নুৱাৰে, কি ভৰষা কৰিম তাৰাত? যাৰা সবৰ পুনৰ ভোগক ইছা আছে সিহে তাৰযাকৈ পূজে। বোলে বাক মহেশক জৰ বোলে, নে চৈতন্য অংশ,

মাধৱ ভট্টাচাৰ্য্য

এক শৰণ ধৰ্ম আৰু কালী পূজা

নে পূৰ্ণ? বোলে তেওঁ জৰ অংশহে। তেওঁৰো আত্মা নাৰায়ণেহে চলাই চৈতন্য কৰাইছে। তাৰাৰ মোহ ভ্ৰম সবে আছে। মোহিণী ভস্মাতুৰত লৰা, আৰু অনেক ভাৰত পুৰাণ, কাব্য কোষ, ব্যাকৰণ আনি জৰ অংশকৈ দেখালে। বোলে বাৰু, ইওটো ভঙ্গ গলোঁ। মালাত মেৰু দিয়া যায় নেযায়? বোলে মোৰ গুৰুজনে দিয়া নাই, আমি কিয় দিম? যোলনমীয়া চৈতন্যৰ হে দিএ? আমাৰ চাৰি নাম, চাৰি বস্তু, চাৰি বেদ, চাৰি শ্লোক, চাৰি পোৱা গোটা সব। আৰু মেৰু ডেৱালে যি দোষ হয় ভাগৱত শ্ৰুতিৰে দেখালে। পাচে বামুণে অনেক মুখে হাই দি থৈলে। তেহে গুৰুজনে বোলে হেৰ, তহঁতকৈ বিবেগী পণ্ডিত সকলো শাস্ত্ৰক বিচাৰকৈ পাই মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক গুৰু মানি ভজি তৰি গ'ল, চন্দ্ৰ সূৰ্য্যবিপ্ৰ কওঁ শুন—চন্দ্ৰ বিপ্ৰ প্ৰথমে তৰ্ক বিদ্যাপতি, ভানু ভটাচাৰ্য্য বৰ, বাঘ আচাৰ্য্য, সৰস্বতী, শ্ৰীকান্ত, গজেন্দ্ৰ, মহাদেৱ, ৰামচন্দ্ৰ, কামদত্ত, কৃষ্ণদত্ত, বিষ্ণুদত্ত, নাৰায়ণ, গোপাল, জৈমুনি, বাসুদেৱ, জনাৰ্দ্দন। সূৰ্য্যবিপ্ৰ—কালিদাস, ভানু, হৰিহৰ, চন্দ্ৰচূৰা, চূৰামণি, ৰত্নমণি, সৰোবৰ, জ্যোতিচন্দ্ৰ, তিলকচন্দ্ৰ, শিৱকাম, নৰোত্তম, চন্দ্ৰখৰি, সূৰ্য্যখৰি, সূৰ্য্যশৰ্ম্মা, বিজইখৰি, উদিত, উদয়খৰি, দিবাকৰ, কামখৰি।

মালাত মেৰু দিয়া চৈতন্য পদ্ধে অন্বিল

শঙ্কৰদেৱৰ শিষ্য চন্দ্ৰ, সূৰ্য্য বিপ্ৰ সকল

"সৰ্ব্বকালে গৃহ উপাসক সৰ্ব্বক্ষণ।
শঙ্কৰক গুৰু মানি পশিল শৰণ॥
তাৰা সবে আপুনাৰে কূল তুচ কৰি।
শঙ্কৰক গুৰু মানি ভজিলন্ত হৰি॥"

তহঁতে কুৰি বৰ্ষো যদি পঢ় তেও পঢ়াব পাৰে, কি অনেক মুখে বক্তৃতা কৰ হঁক?

বুলিও বুইলে এতেক উত্তৰ, আসে পুৰন্দৰ, বিহেতু

মাধৱ সহায়। তেহে একেৰি তললৈ মুণ্ডকৈ আছে; তেনেতে ৰামচন্দ্ৰ বোলে ব'বা ৰবা হঁক। মমাৰ বাম্বুখানি টান কৰিছে। গুৰুজনে বোলে, ৰাম চৰণ, কি বাম্বু টান কৰিছে আমাৰ? তই কটা যাওঁ বুলি ভয় কৰ হব লাগে? আজি মোৰ টিটিয়া জগন্নাথে নেপালে। তোক বামুনক তুলা ধুনাদি ধুনিলেহঁতে। তহে বিক কাজীএ বোলে বাপ যকগৈ। তেহে গুৰু ভক্তে সমে আছিছে। ৰামচন্দ্ৰে বোলে অচমতো এই বামুণৰেই বাদকৈ অহা গ'ল কামৰূপলৈ। তাতো বাদকৈ এই দুষ্ট বামুণেৰে বেহাৰে অহা গ'ল। আতো এই বামুণ বাদেই নেৰিলে আৰু। এতিয়া বৃদ্ধ শেষ কাল হ'লহি. কলৈ যাবা? আমাৰ বিশ্বাসত কৃষ্ণেহে পূৰ্ণব্ৰহ্ম। বামুণৰ ' আগত বাক্যত শিৰকে পূৰ্ণ বুইলে এতেকে অস্পৃয়া একো নাই, দুষ্ট দুৰ্জ্জনেৰে কোনে বাদকৈ থাকে? তাতে বিক হ'ল অনিষ্ট অপক্ষ আমালৈ। তেহে গুৰুজনে বোলে ৰামচন্দ্ৰ, তোক আলকে পঢ়ালোঁ লেখালোঁ? তোৰ ভয় লাগিলে হবলা খেদে বুলি? এতেকে দুষ্ট, শঠ, সুচকৰ ভয়ত তেনো মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্ম-বস্তু এৰিব দিব হবলা। তেহে মধুপুৰ পাই দুখ কষ্টে ৰহিছে। নিশা স্নান-ভোজন নকৰে। পাচে সকলো ভকতে হেৰাই ধৰি মাতিছে। সেই বেলা খেদকৈ গীত কৰিছে—"যশোৱাকো আগে" ঘোষা মাতিছে—"ভকত সবে ৰাম নাম গাৱে" তেহে এহেলৈ বাদে মুৰাৰি বিক কাজীএ অনিষ্ট আচৰিব ধৈলে। তাৰ পহাৰী, লিগিৰী, বেটী, এনেভোৰ ফেটাই ভকতত বাদ পেলাবলৈ চল চন্দ কৰাইছে। গুৰুজনে ভকতক টান দিছে বোলে তোমা সবে একস দুএ গাওঁ হাটে খৰি পাটে শৌচে নেযাবাহঁক। চাৰি দুএ ফুৰিবা। দ্ৰব্যখান লোৱা

খোৱাত, কৰজৰ নকৰিবা। যি বোলে তাকে দি লবা দিনে সোমাবা, নিশা নোলাবা, নাম নেৰিবা। সেই সমএ মায়া নিবাৰণি গুৰুজনে ঘোষা কৰি দিছে কৃপাকৈ। পাচে বিক কাজীএ চান্দি বান্দি একো পোনে বাদ পেলাব নপাৰি, ৰাজাক লগাব ধৈলে বোলে মহাৰাজ বাউসীৰ মহন্তে দেশ অনাচাৰ কৈলে, ব্ৰাহ্মণ পণ্ডিতে কৈছে, যি দেশত বেদ ধৰ্ম্ম এৰি অনাচাৰে প্ৰবৰ্ত্তে সি দেশত হুমু ছত্ৰভঙ্গ, পাত্ৰমন্ত্ৰী নাশ, দুৰ্ভিক্ষ, দেশত প্ৰাণী ক্ষয়, শস্য হানি, শ্ৰাদ্ধ, বেদ, বিধি, পিতাপুত্ৰে এবং এৰি, গোটে দেশ অনাচাৰ কৈলে। ৰাজা মনতে বোলে ই দহো আগে বৰ গুণ কৈছিল, কিবা লগাই দুৰ্গুণ কৈছে আকৌ। একদিনা ৰাজাক বোলে মহাৰাজ, মহাজন ভকত এটা পৰীক্ষা চাওঁহক ধৰ্ম্মকে প্ৰবৰ্ত্তি প্ৰবৰ্ত্তাইছে নে অধৰ্ম্মকে গাইছে নে, বেশ ধৰিছে। এই বুলি বুঢ়াপো গোবিন্দ আতৈক কেৰলীয়া কৃষ্ণাই আতৈকে নাম অৱসানতে ধৰাই নিলেহি হৰি কথা সুধিবলৈ মাতিছে বুলি। দুও সেৱা বিদায় কৰাত গুৰুজনে বোলে বাসুদেৱে বুলিছে,—"নামৰ সঞ্চাত ক্ৰুৰ বীকৰ বচনে।

গোবিন্দ আতৈ আৰ কৃষ্ণাই আতৈৰ পৰীক্ষা, নাম ধৰ্ম্মৰ পৰীক্ষা

আন বুলি আন কৰে, অসন্তী দুৰ্জ্জনে।
হৰিক স্মৰিভকৈ সাৱধানে যাবা, ৰাখিব মোৰ গুৰুজনে॥"

সবে ভক্তে চাউল সিজাবলৈ এইলে। গুৰুজনে বোলে দুষ্ট বিকল্পেহে নিয়াইছে কিবা বাদ পৰীক্ষিবলৈ। সকলো আতৈ সবে চাউল সিজাক, যাৰ যি আছে গ'ক ঈশ্বৰক চিন্তি বিক সাগৰত যেন ধৰ্ম্ম বস্তু বৈ আছে। সেই বেলা ঘোষা কৰি মাতিছে—

"বিটোজনে শুদ্ধভাৱে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।

হৰিৰ প্ৰসাদে সিটো বিপ্ৰিৰ মুণ্ডত ভৰি
দিয়া হৰি গুণ গাইআ নাচে॥"

গাই চিন্তি সিজাইছে সবেও। ত'ত নি পাণ্ডৰিগাচ কলহত ভৰাই সাত তৰপ তুলা পাতেৰে বান্ধি লাৰ চাৰ মাৰি ভকতৰ আগত থলেনি। ৰাজা পাত্ৰ মন্ত্ৰী পণ্ডিত ব্ৰাহ্মণ অনেক লোক হৈছে চৌৰাত। তেহে বিকএ বোলে ভকত, ৰাজা সুধিছে আৰ ভিতৰত কি আছেহঁক? আৰা সবে সেইটে অত্ৰাহিহৈ বোলে মহাৰাজ কি আছে আমি কেনেকৈ জানিম? ব্যাস, বশিষ্ঠ নাৰদ এই সবেহে ভূত ভবিষ্যৎ বৰ্ত্তমান কৈছিল। আমি জানিম কেনেকৈ? পাচে কাজীএ ক্ৰোধকৈ বোলে কৰ মুৱাইলে ৰাজা দণ্ড কৰিৰ, পাইলে বটা দিব। দেশ গোটে অনাচাৰ কৈলিহঁক ভেশ ধৰি, ক। শুনি বিশ্ৰুতি হ'ল। মনে বোলে আজি আমাৰ জিপ ভঙ্গ, গুৰুজনক বা কি কৰে! ধৰ্ম্মে সৈতে সৰ্ব্বনাশ! বোলে ক,কহঁক। বোলে আমাৰ জ্ঞান বুদ্ধিএ নপৰ্শে, মনে এএ 'কালে' নিমিত, আমাৰ সমন্ধী। বোলে কৈছনে কাল বুলিএ? বোলে হয়। বোলে ৰাক মেল মুখ। পাচে মেইলে। দেখে হুহাতমান ৰৰ ফেট তুলি বোন্দা গোজৰাদি ফোকাৰ থৈলে। ৰাজা ভয় উচাৰ খাই সিংহাসনে পৈল। বিক বামুন চৰাতে কৰফাল খাই খলাত পৈলগৈ। সভা ভাগি পৈল। বিকএ বোলে আতৈ সুমাই বান্ধা। তেহে বোলে বুপা ৰাজ আজ্ঞা গুৰু ধৰ্ম্মো ৰৰ লাগে সোমা পা। তেহে ক্ৰমে সোমালগৈ। মুখ মাইলে। তেহে ৰাজা সম্মানকৈ হুইক হুই টকা হুই পচৰা হুচক ৰচা আতপ চাউল দালি দি বোলে তোম্ৰা সবো সত্য, মাধো সত্য, ধৰ্ম্মো সত্য, গুৰু সত্য। ভাল চাউল খাইছাহঁক, বোৱাগৈ। পাচত ৰাকত্তি পচা বজন বেৰি লৈ মুখ মেলি

চায় সেই পাগুৰিএ। অদ্ভুত আশ্চৰ্য্য হ'ল। পাই গুৰু-জনক সেৱাকৈ সকলো খানি কলে। তেহে গুৰুজনে বোলে মোৰ মহাপুৰুষ গুৰু আপুনাৰ ধৰ্ম্মবস্তু আপুনি কিয় নৰাখিব? সেৱকৰ বাক্যত কৃষ্ণদেৱে অৰ্জ্জুন ভাঙ্গিছে, প্ৰহ্লাদৰ বাক্যে তম্ভতে বেকত দিছে, ভীষ্মৰ বাক্যে শৰ ধৰিছে। সেই বেলা ঘোষা কৰিছে—

"জ্ঞানে বা অজ্ঞানে, মাধবৰ নাম
যিজনে ফুৰে সুমৰি।
তাক মোৰ বুলি হাতে অস্ত্ৰ তুলি
ৰাখিয়া ফুৰন্ত হৰি॥"

আতৈসৱৰ পুনৰ পৰীক্ষা

আৰু একদিন ৰাজা বিৰুএ নগৃহকৈ ভকতক জনালে সভাতে ভোজ খাই গাব খাব লাগে বুলি। তেহে গুৰুজনে বোলে আতৈ সব আজি সাৱধানে থাকিবা, যাবা, খাবা। আৰু সবাৰে লোভ, মোহ, কাম ক্ৰোধ, মই আঁচল পাতিছোঁ। আজি নিমাই লৈ দি যোৱাহঁক। বিৰু পাপ সাগৰত হন্তে যেন গুৰুৰ শুদ্ধ মত ধৰ্ম্মবস্তু ৰক্ষা পৰি আছে। তেহে সকলো আতৈ সবে একঠি চাউল, লোন, একোটকি কাখে বান্ধি লৈ, গুৰুজনৰ কোঁচত সবেও দিলোঁ বুলি গ'ল। ত'ত ৰাজা মাছ, কাছ, গুৰ, গাখীৰ, তৈল, লোন অনেক সম্ভাৰ কৰিছে। নাম গুণ গাই আহিব খুজিলে, ৰাখিলে। নিশা ভোজন সম্ভাৰ ভগাই দিলে কৰক বুলি। পাচে আতৈ সবে লৈ গাত খানি সবাকে পুতি কাখৰ কঠি গুৰুজনক চিন্তি খাই শুইছে। পাচে ৰাজা বিৰুৰ যত লিগিৰী পিন্ধি উৰি টাব তৈল টেঙ্গা বাটিত লৈ গৈ পাই পাৱ জান্তিৰ থৈলে গা পতি ধৰ্ম্মত বাদ পেলাবলৈ। আতৈ সবে ঈশ্বৰক চিন্তি আছে তিনিপৰ মান নিশালৈ, অনেক প্ৰকাৰে চাই চাই মুৱাইলে ধৰ্ম্মত কুটা পেলাব। গুচি গ'ল। ৰাজাত

কলেগৈ বোলে ভকত মৰা। তাল'কে আমাক পাঁচে? পূৰ্ব্বে শুনিছোঁ বিভাণ্ডৰ সুতক লোমপাদে অনাত বিচশৃঙ্গেহে স্ত্ৰী পুৰুষৰ গুণে পাই নিৰমায়া ভকতো মায়াৰ বাহিৰ নাম যোগীএ দহি থৈছে ভক্তে। তেহে ৰাজা অদ্ভুত আশ্চৰ্য্য মানি দখিনাকৈ পুৰা পঠাইছে। আহি গুৰুজনক সেৱাকৈ ৰহিছে।

আৰু ৰাজাৰ গৃহৰ কাখে ফুলনিবাৰী। ত'তে ৰাজা পাত্ৰ মন্ত্ৰী সহিতে টঙ্গি ৰঙ্গ ঘৰত উঠি বহিছে। তালকে গুৰুজনক নিয়াইছে কাজীতকৈ। আই ধাইএ বুজ পাই ত্বৰিত কলে বামুণ সৰহকৈ নপাঠাবলৈ হাক হাই মাৰে দেখি। তেহে বামুণ দুটি ভকতো দুটিহে সুমালে। বসাই ৰাজা সুধিব ধৈলে। আৰু শেষা গলা দুই ভটাচাৰ্য্য সুধিলে বোলে মহাশয়, কোন যুগৰ কি নাম বেদ, কি পূজা কৰিছে। তেহে গুৰুজনে ফকৰা মাতিছে—

'সত্য, ত্ৰেতা, দ্বাপৰ, কলি,
এই চাৰি যুগ গাৰ মলি।" আৰু,
কথা থৈছোঁ বোকণ্ডি ভৰি।
সবে যুগ পূজা মন্ত্ৰ বৈছে সম্বঙ্গত ঋৰি॥
এই চাৰি যুগৰ কথা নোসোধোঁ তোত।
উপৰ চাৰি যুগৰ কথা কৈ দে মোত॥"

তেহে দুও ভঙ্গ মানি অবাক হ'ল। ৰাজা বোলে শৰত কালী পূজা যায় নাযায়? বোলে মহাৰাজ, আমি চণ্ডী পূজিব নপাওঁ। মোৰ গুৰু শ্ৰীশঙ্কৰ দেউ কৈছে 'হংস, ছাগ, কাটি দেৱক পূজয়।

ৰুধিৰে কৰ্দ্দম কৰে।

সি যে যায় স্বৰ্গ, নৰকত কোন পৰে?" সেই ব্ৰাহ্মণত সোধে ৰাজা হয়নে বুলি। বোলে মহাৰাজ হয়, ব্ৰাহ্মণে

ভাল বাত বুজাইছে। ৰাজা যি যি সুধিলে মানে গুৰুজনে কয়। বামুণত ৰাজা সোধে হয় বোলে। সবে খানি শলাগিলে। ৰাজা বিৰু কাজীক বোলে, দহো মহাজনে যি ভোৰ কলে, আমাৰ পণ্ডিতে হয় বুইলে দহোঁ একা ? বোলে মই কোচ মেচ মানুহ কি জানোঁ ? বামুণে যি কয় তাকেহে কওঁ মই ? পাচে আই ধাইএ বোলে মই আগেই কওঁ বোলোঁ ৰাজাত কৈ থওঁ, বোলে নালাগে কব। মোৰ ৰাজা বিৰু এই এতিয়া বিৰুৰ প্ৰমাণ পাইছে। তেহে ৰাজা শ্ৰদ্ধাৰে সুধিব খৈলে বোলে তোম্ৰাৰ গুৰু কোন ? বোলে আমাৰ গুৰু শ্ৰীশঙ্কৰ দেউ। বোলে অ' তাহানি দেৱ বেবা সহিতে শাস্ত্ৰ আলাপনকৈ থাকে। আমি উমালোঁতে দেখিছোঁ, মনত পৰে। এহাতমান সবাতকৈ চৰা হৈ থাকে, সিংহ প্ৰায়। অস্ তোম্ৰাৰ মহা বিশিষ্ট গুৰু। আৰু তোম্ৰাৰ যৌবন কাল গ'ল কেনেকৈ ? বোলে আমি ছোট ছৱাতে দুখ হ'ল। পিতৃ-মাতৃক কৃষি ভিক্ষাকৈ পুষিলোঁ। যুবা কালে গুৰু সেৱাকৈ শাস্ত্ৰ পঢ়িলোঁ। যৌবন হ'লত গুৰুজনক লগ পাই কৃত্য সেৱা খৈলোঁ, মধ্যম কালত অনেক শ্ৰমকৈ অনেক শাস্ত্ৰ পঢ়িলোঁ, তাৰে ৰসতত্ত্ব বিচাৰিলোঁ। গুৰুজন বৈকুণ্ঠে গ'লত মহাগুৰুতৰ ভাৰ দি গ'ল, ভৰত শ্ৰেষ্ঠাকে নেপাওঁ, কিৰূপ বম, দাঙ্গো গুনুতে ভাবোঁতেই গ'ল। এতিয়া তাৰ বাটি দি অৱজৰ হলু। বৃদ্ধ কালো হ'লহি। যি এক কণিকা মোৰ পৰম গুৰু বস্তু দি দেখাই গৈছে চিন্তি ভাবি গাই চাই থাকোতেই শৰীৰ পৰিব। শুনি ৰাজা প্ৰশংসাকৈ বোলে হয় শাস্ত্ৰ পঢ়িলেও কলৈও মন নচলে, গুৰু সেৱাতো নচলে। শাস্ত্ৰৰ অৰ্থ লাগিলেও মন নচলে। এতিয়া একা শৰতেই পৈলহি। ধন্য ধন্য সন্তৰ জন্মৰ সাফল ধৰা গৈছে। বাৰু তোম্ৰাৰ দিন

কাল এইৰূপে গ'ল.হি আৰু। আপুনাৰ ভকুসবৰ্ একা? চাৰিও মুঠি জীৱৰ আহাৰ মৈথুন নিদ্রা চাৰিবলৈ ঠেক। বোলে তাৰা সবে খনো এক চিত্ৰ ধৰিছেহি। কতো এ এৰি ধৰিছে, কেহো ছৱাতে আহি ধৰিছেহি। ৰাজা বোলে ধৰা সব ভাল, এৰি বিৰক্ত হৈ ধৰা সবে সজ। যৌবন ছৱা সব মন নচলাকৈ ৰবলৈ টান। বিবাহ কৰাই হৰি ভক্তি কৈলেও আমাৰ মনে নপৰে দন্ত। গুৰুজনে বোলে মহাৰাজ, সিংহে পাঁচোটা হস্তী ভোজন কৰে, তেও বাহু বৰ্দ্ধতহে শৃঙ্গাৰ। ছাগ ঘংশৃকা তুহ, কণ, বন, বিহপাত, তেও ৰাত্ৰি দিনে শৃঙ্গাৰ। এতেকে ভকত বস্তু সিংহ। প্ৰহ্লাদৰ বাক্যে আহি ছোটবে পৰা কৰে, ভক্তিএ জিনি কাম ক্ৰোধৰ বাহিৰ, কি কৰিবহি? তেহে ৰাজা বোলে মোৰ দেশত যি খানি সত্ৰ মহন্ত আছে সবাৰে উপৰত অধিকাৰ পাতিছো। আপুনাক, যকৈগে এতিয়া। পাচে আহি মধুপুৰ পাই বোলে লুইতৰ অঠৈৰ সোতা, ধন বা যায় কোন সোতা? ৰাজা মোক বৰ সম্পতি দিলে পা। অনেক অনেক পথে মতে হৰি ভক্তি ধৰি আচৰিছে। তাৰ উপৰত গৰুখীয়া পাতে, মহৰ তাপত গৃহতে দণ্ডিবলৈ। তেহে নিশা প্ৰসঙ্গৰ অৱসানে সবাকে গুৰুজনে বোলে আতৈ সব, যাৰ মন চলে, বিবাহ কৰাইঁক। যদি অলঙ্কাৰ পাতি নাই বুলি নকৰা, মনহে চলে, আমি দিম, কৰা। তিনি জনৰ নাম ধৰি বুইলে। হৰিহৰ আতালৌ কলে, মুকুন্দ, জনাৰ্দ্দন আতৈতো কলে। আৰা সব ছুএ গুৰুবাক্যে নেদাঙ্গিলে। মুকুন্দ আতৈএ বোলে বাপ, তোম্ৰাৰ লগতে আমাৰ আদ বয়স গ'লহি নাম ধৰ্ম্মতে ৰাখিবৰ চাৰি বিষয় বিষত পেলাই মাৰে। পাচত গুৰু বাক্যে ধৰি হৰিহৰ আতা কৰাইছে। মায়া মুহিব মুৱাইলে মায়াকহে মুহি নচালে। বাহিৰ বন্দৰত

বিবাহ কৰাবলৈ ভকৰ আজ্ঞা কৰে;

জনাৰ্দ্দন আতৈএ কৰিছে, বাক্যত খতৰ খাই। মুকুন্দ আতৈএ গুৰু বাক্যত নকৰাওঁ বোলাত হাটলৈ গৈছিল, এক কায়থৰ স্ত্ৰী যৌবন হৈ আছিল, কোম্নুত ধৰিলে বৰিছোঁ বুলি। অবিঐয়ে তাতে ৰ'ল।

আৰু এদিন সবেও আতে সবে চাউল সিজাইহে। গুৰুজনৰো সিজাইহে ৰামচন্দ্ৰ ঠাকুৰে। যদুমণি আতৈ বোলে কাৰ কেনেকৈ চাউল সিজাইছে, কোনে কি গাইছে, হাটী ফুৰি চাই আহা। গৈ চাৰিওহাটৰী ফুৰি চালে। আহি আঁঠু লৈছেহি। গুৰু, বোলে যদুমণি, কাৰ কেনে দেখিলা? বোলে বাপ, কতোৰ বাহ্নিছে, কাতোৱে নমাইছে, কেহোএ খাইছে, খনোৰ আজ্ঞা বহাইছে, কতোএ গুণ, লীলা, ভটিমা, চপয়, টোটয়, গীত, পদ, যাৰ যি আহে সবেও গাইছে। আমাৰ দদাহে দহোঁ চাউল বহাই মুৰ ঘুমাই বহি আছে, একো গোৱা নাই। বোলে যোৱা সোধাগৈচো, সবেও যে গাইছে তেওঁনো কিয় নেগায়? গৈ সুধিলে, গুৰু আজ্ঞা কৈ বোলে দদা সুধি পঠাইছে। বোলে যদুমণি কবাগৈ গুৰুজনে যি সুন্দৰীত চৈধে গোটা প্ৰসঙ্গ মূৰ্ত্তিমন্তকৈ চৰ্চ্চি পাতিছে, তাকে চিন্তি ভাবি গাই চাই সেৱাকৈ ধূলা লৈ অৱজৰ হাবিআহে নপলাই দহো মোৰ? গীত, পদ, ঘোষানো গাম কত' বাৰু। আহি সেই ক্ৰমে কলেহি। তেহে গুৰুজনে শুনি পৰম সন্তোষ হৈ বোলে যদুমণি, আন সবে গাই যি থান পাবগৈ, এ মোৰ বিষ্ণুএ নগাএ তাতকৈ বঢ়া থান ফল পাবগৈ। পৰম গুৰু মোৰ দি গৈছে প্ৰথম কন্ধত—

শুনা যেন গুণ আছে ৰামৰ নামত।<br>
উচৰন্তে উপজে পৰম পুণ্য যত॥<br>
মৰাকো জীয়াৱৈ হেন পৰম ঔষধ।<br>
হেন নাম নধৰি আপুনি যায় বদ্ধ॥"

আৰু আই ধাএ বিৰু কাজীত বান্দি ফেটাই তিৰস্কাৰ কৰায়, চৰাত সাজ নি অৰায়, ভাত খাবই নুৱাৰে। উপায় নপাই ৰাজাত কলেগৈ। ৰাজা বোলে, তেওঁ মুমুৰ মাএ দণ্ড কৈলে নো মই কি কৰিম? মোত কৰলৈ নাহিবি যা গুচ। এই বুলি ৰাজাও খঙ্গ কৈলে। গালিত নুৱাৰি সোমাই থাকে। বোলে ওলাই নহে কিয়? সপত অঙ্গীকাৰ ক'ত থলি, দেখো খেদিব নুৱালি একা? তেহে বিৰুএ উপায় বুদ্ধি হৰাই গালি মুৰ খুৰাই সৈকনাত পেলাই জিহ্বাতে এক ৰুকিলা দাৰ পাচি তেজ পেলালে। লাজ লঘু বিপৰীত হ'ল, কৰালে।

বিৰুৱে প্ৰতিজ্ঞা পালে

আৰু লক্ষ্মীনাৰায়ণ ৰাজাৰ ছয়কুৰি মাদৈ। সবেও আহি গুৰুজনত ভকত হ'লহি। সিবোলাকৰ মেধী পাতিলে তেলী কৃষ্ণ আতৈৰ পত্নী আই-দায়ালক' ছওকুৰি গীত ঘোষা কীৰ্ত্তন শিকাই প্ৰসঙ্গ কৰাই হৰি গৃহকৈ সবাৰে কৰ তৰ টকা বস্ত্ৰ তুলি সোধায়। গুৰুজনত বৰ ভকত স্নেহৰ।

আৰু আই ধাইক সাতখানি গ্ৰাম দিছিল জামিন লবলৈ। একদিনা ৰাজাক বোলে বাপু মোক আৰু দুখানি মান গাওঁদে। বোলে সাত খান নিদিছোঁ? চাৰি ছয় শ টকা নো কি কৰা? বোলে নোষোৰে দাসী, দাস, গুৰু, ভকত সুধিবলৈ। বোলে অ' তুমি উদাসীনক পুহিবলৈ? বোলে হয়। বোলে বাৰু পোহা। আগৰ চাৰিসিদ্ধ, নসিদ্ধ, দশ প্ৰচেত, নাৰদ, প্ৰহ্লাদ, শুক, উদ্ধৱ, মৈত্ৰেয়, বিদুৰ, হনুমন্ত, জাম্বৱন্ত এই সবৰ নিচিনা হলে গা সয় পোহাত। আএ বোলে বাৰু, ত'ত আগৰ ৰজা সবৰ নিচিনাহে, বলি, যুধিষ্ঠিৰ, অম্বৰিষ, নিমি, সৌভৰি, ভৰত, পৃথু, প্ৰিয়ব্ৰত, হৰিচন্দ্ৰ এই সবে দেহ দেশ সবাকে অৰ্পনা কৰিছিল ঈশ্বৰত। সাতো দীপেশ্বৰ আছিল, ধৰ্ম্মশালী অৱতাৰী। তুমি তেনেনে? তেহে ৰাজা নিজ দিশ গাঁৱ দিছে।

আৰু আই ধাএ চতৰ বিছুত বৰ কাপৰ মজালি চেলেঙ্গ, পচৰা, গমচা দি পঠালে। বোলে ভকতক গুৰুজনে ভগাই দিব। মানৰুইচা, উত্তমোত্তম, উত্তম, মধ্যম, সামান্য প্রাকৃত্য মানৰ মানে বৰ সৰু। গুৰুজনে বোলে বুঢ়াভগীয়া লৈ যা, কোচজীএহে বৰ সৰু ছোট প্রাকৃত্য ভকতৰ চিনে, আমি ভু নেপাওঁ। সবেও হৰি ভক্তি কৰিছে। ভজনৰ ইছা যাক যি ফল ঈশ্বৰে দিব বৃক্ষ চাই ছায়া, তেহে গৈ সেই মতে কলেহি। সমান কাপৰ দিছে পুনৰ। বাটি দিছে সবাকে।

আৰু হৰি বল্লভ আতৈ আল ধৰে। মুগ, মচুৰ, কলাডিল, অনেকৰ বটি পতৰাকৈ দিএ। ইটি দিয়ক, সিটি দিয়ক বুলি। আৰে মুৱাইলে তাৰে লব, তাৰে নপাৰে যদি তাৰেই তুগৰহি খাব। গুৰুজনে বোলে হৰিবল্লভ, আমাৰ বায়ু টান কৰিছে, এই ভোৰ জঞ্জাল নকৰিবা। পাচতে বহি বোলে বাপ, এইটি দিয়ক, সিটি দিএ, আকৌ এই ক্রমে দিয়ায়। ভোজনতো সেই মতে খুৱায়। তেহে ভোজনকৈ বোলে যশোদা মাএ খুৱাদি খুৱালে হৃদয়ত হাত ফুৰাই। শুনি আই ধাএ বোলে হৰিবল্লভ আতৈৰ হতোৱা পৰিচৰ্য্যা খানি নকৰাব। ব্রাহ্মণ কাৰণে শুনি অসূয়া কৰিব। তেনে তিনিদিন কষ্টে কৈ উলিয়াই থৈছিল, ভোজনো কৰা নাই। পাচে সবেও ধৰাত বোলে মা হই, এই ৰাজাই ৰাজা. এই ভকতে ভক্ত। তেহে বোলে বন কৰাতেহে বাধা কৰিছে, হৰিবল্লভে সিজাই নিদিএ মানে ভোজনকে নকৰোঁ। পাচে আতৈএ গুৰুবাক্য শিৰে ধৰি নবীন পাগকৈ জুই খৰি দলিয়াই দিছে, কৰিছে তিনি সন্ধ্যা মুৰে। ধাইৰ গুৰুজনৰ কষ্টে তিনি জন্ম লাগিছে। আনে কৈলে সন্তোষ নেজানে, ব্যৱস্থা নেজানে। ভোজনকৈ বোলে কোচৰ জীএ মোৰ এনে সুখকো শুচায়। মনৰ মনক বুজি দিএ খুৱায় মোৰ।

আৰু এদিন গুৰুজনে বোলে বলোভদ্ৰ, হাটী ফুৰি আহা। আতৈ গৈ চাৰিও হাটী চাই আছিল। বোলে কেনে দেখিলা? তেহে আতৈএ ঘোষা মাতিছে—বস্তু প্ৰকাশ—

"হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।"

"গোবিন্দৰ প্ৰেম অমৃতৰ নদী, বহে বৈকুণ্ঠৰ পৰা।"
"ভক্তি সৰোবৰে কৃষ্ণ-পাদ পঙ্কজত পৰি নিৰন্তৰে॥"

মাতি বোলে বাপ, বৈকুণ্ঠতহে শুনিছিলোঁ। এক ৰস ভকতিৰ প্ৰেম। তোম্ৰা পৃথিৱীতে বেকত কৰা গৈছে। তেহে গুৰুজনে মাণ্ডৱ সংহিতাৰ দুটা দৃষ্টান্ত দিছে। মাণ্ডৱ সংহিতা
বোলে হৰিৰ পৰা ৰাজা যজ্ঞ কৰিবলৈ খেলে। সৰ্ব্ব সুলক্ষণ বৃষভ লাগে। ফান্দ শুক্লা সোবন খুৰা গুৱা সিঙ্গা বিচাৰি পাই আনিলেগৈ। নোৱাই ধুৱাই লেঙ্গুৰ দাঙ্গি চাই দেখে কাৰলা বীৰ্য্যত্তম নহয়।

আৰু বাহুলিএ দিনটো খনে আলচি থাকে বোলে আজি সোন্দা মালভোগহে খামগৈ। গৃহস্থে বাৰী পাচতে ঢাপ তুলি সিজু বাঁহক জেওৰা দি তাৰ ভিতৰত কল ৰোৱে, ভীম আঠিয়া, বজৰিয়া, তাৰ ভিতৰে মনোহৰ কল, তেহে পুৰা, বৰতমনি, তাৰ অভ্যন্তৰেহে মালভোগ, সোন্দা গজোৱা। ভোকত গৈ আঠিয়াতে লাগে, আলচা কথা পাহৰে। ভোক গুচে এৰি যায়। আমাৰ ভকতৰো কথা তেনে হৈছে এতিয়া। পাচে সেই কথা ভকতে শুনি নাম গুণ এৰিলে। গুৰুজনে বোলে শ্ৰীৰাম দেখোঁ ভকতে নাম এৰিলে! কিয়? বোলে বাপ, তোম্ৰা যে বৃষভ, বাহুলিৰ আৰ্হি কোৱা গ'ল তাকে শুনি এৰিছে। আকৌ দুটা দিছে দৃষ্টান্ত কন্ধ পুৰানৰ। কন্ধ পুৰাণ
বোলে বৃষদুট ৰাজাৰ মনধ্বজ তামুলি লিগিৰা বৰ বল্লভ খাটনি ৰাজাত। তাৰ বাপেক বৃদ্ধ; চাই দেখে গাৰ গতি

উনশত গোটে। বোলে ই-যি মৰিব, জগৰ লগাই আমাকো মাৰিব। এই বুলি মনে নেমাতে নেচায়, আহিলে পিঠি দি ভৰি মেলে। ইফাল হয় যদি সিফাল হয়। পাচে সি বুঢ়া নেমাতে। দেখি মনে নিচয় কৈলে মৰিবলৈ। নগৰে যাওঁ বুলি গৈ ঘুৰি জুপি আছে। তেহে বুৰা ভাত খাই নিশা জুৰত বহিছে। বুৰীএ তামোল কাটিছে, দিছে। বোলে সি গ'ল হবলা আজি। বুৰীএ বোলে এই কি মোৰ লবাৰ বাৰ্ত্তা সোধ? আগে আছিল কি? এতিয়া তাৰ জহত গৰু, মহ, ধান, ধন, বেটী, বন্দী, বান্ধা, তাম, কঁাহ. লিকচৌ, কি নহৈছে? তেও নেমাত, নেচা, কি শোধ লবাৰ বাৰ্ত্তা? তেহে বুৰাই বোলে অ বুৰী, তোৰ পুতেৰ, মোৰ নহয়? তোৰ স্নেহ আছে মোৰ নাই? এ সি দেখোঁ ৰাজাৰ মাত কথা পাই মূৰে বুল্নি ফুৰিছে। কাকো নগনে। খুৰ হলে ভাগে ও দা হলে ফুটে। ভই নহলে সি লোকৰ অল্পকালে মৃত্যু। এতেকেহে নেচাওঁ, নেমাতো, খুৰ খাণ্ডা তলে থাকে, বোলোঁ মোতে ভয় কৈ কিবা হব, ধীৰ শাস্তে ফুৰে গা ৰাখি। তাৰ হিতকেহে চিন্তিছোঁ মই। তেহে কলাৰ আৰতে সি শুনি দেখে মোৰ উপকাৰীহে। পাচে ওলাই দা শেল আগত পেলাই দণ্ডৱতে পৰি কান্দিব ধৈলে। এন্ধাৰত বুৰা বোলে তই কোন? বোলে মই গুৰু পিতৃদ্ৰোহী। নেমাতা দেখি আজি মৰিব খুইছিলোঁ। শুনো দেখো মোৰ হিত উপকাৰ হে চিন্তিছা। মহাপাপী মই, মোক ক্ষমা কৰা।

আৰু এক ব্ৰাহ্মণৰ বেটা বাৰ বৰ্ষ পঢ়ি অগাধ পণ্ডিত হৈ আহিল। বাপেকে দেখে উগ্ৰ পণ্ডিত হৈ গুৰু ভক্ত নাম বেদ শাস্ত্ৰ কাকো মান কৰ নাই। জীৱ দুখতহে পৰিব। এই বুলি নেমাতে নেচায়। সি বোলে মই এনে পণ্ডিত, দেশে

মান কৰে, বুৰাইছে নেমাতে, নেমানে, এই বুলি এঠাইলৈ যাওঁ বুলি জুপি আছে মৰিবলৈ। বামুণীত বিপ্রে সুধিছে নিশা, বোলে সি কলৈ গ'ল আজি? বোলে তুমি লবাৰ কি বাৰ্ত্তা সোধা? বংশৰ পদ্ম, ৰজা প্ৰজা দেশে মানে, এই মুখেৰেও নেমাত? বোলে বুৰী তোতকৈ মোৰ বঢ়া স্নেহ। নেমাতো কিয়, এনে অগাঢ় পণ্ডিত হলে কাকো মানিব নুৱাৰে, নৰ্কী হয়। তাতে বোলোঁ মোতে ভয় কৈ কিবা হব মানি জীৱ ৰয়? সি শুনি দেখে মোৰ হিতকেহে চিন্তিছে। ওলাই দা আগত পেলাই দণ্ডৱতে পৰি কাতৰ কৰি ৰ'ল। সেই বেলা চাইটা ঘোষা কৰিছে কণা, খোৰা, শিং-ভঙ্গা, গৰ্ভিণী।

কণা—"বেদাগম আদি কৰি যত, বিস্তৰ শাস্ত্ৰত নাহি কাৰ্য্য।"

গৰ্ভিণী—"নামে পুৰুষক শুদ্ধি কৰি বৈল, নাম তাতে ভৰি পূৰি।

খোৰা—"সমস্তে তপকে আচৰোক, পৰোক পৰ্ব্বতে উঠি যত॥

শিংভঙ্গা—"সেহিহে চতুৰ যিটো পুণ্যৰ নিদান ভূত,

নাৰায়ণ নামক উচ্চৰে।

অচতুৰ যিটো আতি—।"

তেহে গুৰুজনে বোলে অ আমিও চাইছোঁ দেখো আৰা সবৰ কাতো ভয় নাই। যম কাল মায়া মৃত্যু, গুৰু, নাম, দেউ, ভকত। তাতেহে মই তাৰা সবৰহে হিত চিন্তিছোঁ। পুনৰ দুটা ঘোষা মাতিছে—

"যম কাল মায়া মৃত্যুৰে বেঢ়িয়া
আছে বাঘজালি কৰি।"

"মিনতি বচন বোলোঁ সৰ্ব্বজনে
শুনিও শাস্ত্ৰৰ মৰ্ম্ম।"

"...ইটো ৰাম নামে আপুনাৰ গুণে ঈশ্বৰকো কৰে বশ্য।" বোলে বাপুসব, নাম নেৰিবাহঁক, লোৱা। তেহে আকৌ লৰ ধৈলে।

আৰু ৰঘুৰাজাৰ খাতৰ ৰাজখোৱা মহাপুৰুষক গুৰু বুলি আছে হাটীতে। গুৰুজনক হাটীৰ পাচে বাৰীতে এটি গৃহ কৰি দিলে সজ সুন্দৰ কৈ। বা—লৈ কথা সুখে বহে নিজস্থানে। পৰিচৰ্য্যা সেৱা ধৰি ছমাহ ৰহি গুৰুজনত বিদায়কৈ গৃহলৈ গ'ল। পাই এটি কল পুলি কলে গৰে জাবৰদি, মনে বোলে আৰে এআখি গুৰুজনত লগাম নি। পাচে ডিল মেলি বৰ ঠোক মেলিলে। ই ভোৰ মুনিয়া হল। মাজৰ আখা বৰ হ'ল ঠোকাৰে সাৰ গৈ। পাচে বুৰা হৈ পকিল, কাটি পাচি ভৰি নিছে, বলেহে পাইলে। দি সেৱা কৈলে। দেখি বোলে বাপ, মই মহাপাপীএ ৰোঁতে বুইলোঁ একাখি গুৰুজনক দিম। তাতো সিভোৰ চেচেৰা হ'ল, কেলে বা ঠোককে মুবুইলোঁ দিম? তেহে গুৰুজনে সবাকে বটাই দিলে, ঘলৌ ছুটি দি পঠালে। পাচে এক নিশা স্বপ্নত দেখে বৈকুণ্ঠ পাই বৰ আঠাৰ খুটলীয়া গৃহত চালে বাৰে খুট চ'তিএ দাঙ্গে মাৰলিএ সহস্ৰ ঠোকা কল আৰা আছে। বোলে কাৰ গৃহ এইটো দহো অনেক ভোৰ ক'ল? বোলে গোবিন্দ আতৈৰ, তত গুৰুজনক কলা গৃহ কৰি দিছে। তাতে অ'ত কল চকলে পতি একো ঠোকা হৈছে। সাৰ পাই বিহানে গুৰুজনত কৈছেহি বোলে আমি ফলিতা দিবৰ ঠাই নাই। তুমি ফলিতা······দেখিছা পাইছা আৰু।

আৰু একদিনা শ্ৰীৰাম আতা, বিষ্ণু আতা, হৰিকৃষ্ণ আতৈ, বলাই, নৰসিংহ আতৈ, নাৰায়ণ, পদ্মনাভ, আৰা সবকে মুখ্যকৈ সমূহে নিশা নাম পাঠ অৱসানে প্ৰাৰ্থনাকৈ সুধিলে বোলে বাপ, তোম্ৰা পূৰ্ণ বৈকুণ্ঠৰ পূৰ্ণ ঈশ্বৰ, জন্ম, মৃত্যু, জৰা, যুৰা, নাই, চিৰন্তন পুৰুষ। তথাপি কাৰণবাদ বহুকাল যেন পৃথিবীত থাকিব আমাক কৃপাকৈ, এইহে আমাৰ আশা ভাৰষা। তেও দেখিছোঁ মল চক্ষুএ নৰদেহাত

কাল পূৰ্ব্বা-পৰেও সংজ্ঞা আহিঁ আছে। শ্ৰীৰামচন্দ্ৰ বৈকুণ্ঠ গ'ল পৃথিবীত ধৰ্ম্ম দি হনুমন্তত থৈ গল। বংশক সংহৰি কৃষ্ণদেউ বৈকুণ্ঠে গ'ল, উদ্ধৱত ধৰ্ম্ম থৈ। শ্ৰীশঙ্কৰদেউ বৈকুণ্ঠে গ'ল পৃথিবী এৰি, আপুন পুত্ৰ ভাতৃত নথৈ বৈকুণ্ঠৰ সৰ্ব্বস ধৰ্ম্মবস্তু আপুনাত থৈ গৈছে। এতিয়া আপুনাৰ পিচত কাক আগত লৈ আজ্ঞাৰে চলিম কৰিমহঁক আপুনাৰ তনু মুখে শুনিলে সবাৰে দোলাইমান গুচিব, এক মন হয়। পাচে গুৰুজনে শুনি ভাবি দান সমিধান একো নুকুইলে। তাৰ পাচ দিনাও সেই ক্ৰমে আকৌ প্ৰাৰ্থনাকৈ সুধিলে। তেহে গুৰুজনে শুনি ভাবি কতো বেলি নিশ্বাস তেজি বোলে মোৰ বন্ধু সব, সবেও আছাহঁক, আজি দুদিন সোধা। আমি শুনি ভাবি কব বুলিবৰ ঠাই নেদেখোঁ, মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেউ কৈ গৈছে, ব্ৰহ্ম ডিম্ব পঞ্চ কোটি পৃথিবী যি হে বৃদ্ধাঙ্গুষ্ঠে দাঙ্গিব সিহে এটি জীৱ তাৰিব। ঋষভ দেউৰ বাক্য, বিষ্ণুপুৰী দিছে ৰত্নাৱলীত—

মাধৱদেৱৰ পিচত গৰাকী কোন হ'ব

ভকতিৰ উপাদি মেলাইতে নপাৰে সঙ্কটে।
গুৰু আদি একো তাত সম্বন্ধ নঘটে॥

ইও গুৰু আদি নাম নধৰোক। যি খেদিব হাতী, সি পলাল বাতি, যিহেতু লাৰ ভাব বব নুৱাৰে, সি ফুৰে পৰ্ব্বত ববলৈ, যি পৰ্ব্বত বব পাৰে, সি নবই তুলাৰে। কাক বুলিম মই, বুলিবৰ ঠাই নেদেখোঁ, তোমাসব সমুহে অথিত অভাগতী, সুধিবলৈ যাক হয় লবাহক।

"গুৰু সেৱা কৰিলে মাৰ্কণ্ডেউ ঋষি।
লক্ষ্মণেও গুৰুসেৱা কৰিলে হৰিষি॥
প্ৰহ্লাদ গুৰুসেৱা কৰিলে বিস্তমান।
আমিও গুৰুসেৱা কৰিছোঁ কিছুমান॥

এতিয়াৰ আচক গুৰু ভক্তৰ সেৱা, ঈশ্বৰ সেৱা নাই।

আৰু এক ইকাদশীতে আই ধাএ দিনে নিশা সভা পাতি ভক্তে সমে গুৰুজনক জনালেহি। বোলে বাৰু ভকতেহে দুখ পাব, ইকাদশীত নিশা বঞ্চা। পাচে গধূলি এক ভাৱে গুৰুজনে কলে। সেইৰূপে প্ৰবৰ্ত্তি গ'ল গুৰু ভক্তে। দিনটো গাই বাই কীৰ্ত্তন কৈলে, নিশা চাই দাঁৰ মান হ'ল। তেহে গুৰুজনে কৈ পঠালে বুঢ়া ভগীয়ায়কে ধাইলে বোলে কগৈ দিনটো গাই বাই আছোঁ, ভকতে সভা গাক, আমি যাওঁ। তেহে কলেগৈ। বোলে গুৰুজন গলে সভাখানি ভাগিবহে, দাসীএ প্ৰাৰ্থনাহে কৰিছোঁ। কলেহি সেইৰূপে। আকৌ কৈ পঠালে, মোৰ বাউ টান কৰিছে, যাব খোজোঁ। কলে যাই। বোলে গুৰুজন গলে কোন থাকিব আৰু, প্ৰাৰ্থনাহে কৰিছোঁ বান্দীএ। পুনৰ কলেহি। অকৌ কৈ পঠালে তেও কাতৰহে কৰে। বোলে কগৈ কোচৰ জীএকে খৰি কাঠ যত্নহে কৰিব লাগে আমালৈ। ক'লত বোলে বাৰু তেনো সভাটি নভগাকৈ যাব। তেহে ৰামচন্দ্ৰকে ঐচ্যুত গুৰুকে থৈ মুখ হাত ধুৱ চলে উঠি আহিল। শ্ৰীৰাম আতা কমণ্ডলু পাচত লৈ গ'ল। বাটৰৰ্তে দোলা খানিৰে আহিছে। ৰাজাৰ ৰাঙ্গনৰাৰী পাইছেহি। পাচত তাতে মধুপুৰ হ'ল। তাৰ কাখে ভিতৰ চাপ বৈদপো ৰলোৰামৰ সত্ৰ। তাতে ৰৰকৈ নাম উঠিছে। গুৰুজনে বোলে শ্ৰীৰাম, মধুপুৰ পালোহিনে? বোলে বাপ, নহয়। বোলে কতনো নাম গাইছে? বোলোৰামৰ সত্ৰত দামোদৰী মতে গাইছে। বোলে জানিছা শ্ৰীৰাম, যেনে অনেক লক্ষণেৰে বত্ৰিশ অলঙ্কাৰে কছালে শিৰ নহলে অশোভন দেখি এই নামৰো তেনে শিৰ থিত নাই, উলামুলা, অমূলক। তোমাসবে যেনেকৈ থিতি লভি মূলেৰে নাম লৈছা, ইয়াৰ শিকা মাইকিয়া। আতা বোলে বাপ, ই নামৰনো ফল লাভ আছে

নাই? বোলে জুইশালে হাত সাবটি থকাতকৈ সজ নাম মহা বলৱন্ত বস্তু এঠাইত ঠেকাবনি। অছিদ্রে অপৰাধ পৰদাৰা বিভিচাৰ ভকত দ্রোহ মাৰি পালে, মোক্ষ পাব, জন্ম মৃত্যু, আয়াযাত নেপায়। এ তোত্রাসব এক শৰণীয়া লোককৈ থৈছে বিষ্ণুপুৰী— বলোবাৰৰ:

"কৃষ্ণৰ অভয় দুই চৰণত ধৰি।
স্বৰ্গ সুখ, নৰক মনে তুল্য কৰি।

আক সেই চাৰিজনক বোলে তোত্রা সবে কি ভাগ্য কৰিছা একা? এ আমি বুঢ়াটোকে বহিবলৈ পাইছা, অপৰাধ ক্ষমিবাইঁক। তেহে মধুপুৰ সমীপ পালেগৈ। নাম ঘুৰিছে গুঞ্জ গুঞ্জ শব্দ উঠিছে। গুৰুজনে বোলে শ্রীৰাম, আমাৰ ভেলা মধুফুৰ পালেহিনে? বোলে হয় বাপ। বোলে যেন মধুহে স্রবিছে, নাম বসে থান পাই বহিছে। তেহে সেই নিশাই আই ধাইক নি ৰাজা হেৰাই থৈলে গুণ শীল মহিমা দেখি। বোলে আজি একাদশী ব্রতেবে আছোঁ। কাইলৈ গুৰুজনক অনাই তুমি মোক ভকত কৰোৱা কৃষ্ণত। বোলে তুমি ৰাজ চৰ্চ্চা, দেৱ দেৱী অনেক পূজিব লাগে। কেনেকৈ হৰি ভক্তি গুৰু ধৰ্ম্ম ৰাখিবা? বোলে সবাকে চাৰিম তেও ভজিম, মোক কাইলৈ আনি দিয়া তুমি। বোলে বাৰু, মই আনি থবোঁ, নিদিলেও বলেবে হয় ভকত। তেহে আইএ আজি কালিকৈ বাৰু বাৰু অনাওঁ বুলি ন দিন সোৱাই আছে। গধূলি বৰ বধুৰ শপত দি থৈলেগৈ। ভগীয়াক পঠাই প্রাৰ্থনাকৈ পঠালে বোলে গুৰুজন আহক ভক্তে সমে, দখিণা সভাব কৰোঁ, সেৱা সম্মান কৰোঁ। গৈ কলে বোলে দ্বাদশীয়া ভকতে ভোজন কৰিছে, আমাৰো বায়ু টান, বৃদ্ধ শৰীৰ, যাব নুৱাৰোঁ কগৈ। কলেগৈ নুৱাৰে বুলি। বোলে পাও গভিকৈ যে নপাৰে, ৰাজীৱ মধুপুৰ

গুৰুজন বৈকুণ্ঠী হয়

দোলা খানিকে ধুই দিওঁ, দায় এৰি আহক তাতে। সেই ক্ৰমে ক'লত বাগকৈ বোলে কোচ জীএকে মোক বৰ সম্পত্তি দিলে, খচকা দোলাত উঠিবলৈ। বাৰু এই ছুদিনৰ অন্তে একাদশীলৈ যাব বাৰু। তেহে বৈ আকৌ পঠালে বুৰাভগীয়াক নিবলৈ। বোলে শ্ৰীৰাম, যাব লাগিলে সজকৈএ যাওঁ, কাপৰ কানি দিয়া। তেহে ভুনি কাপৰ মাথা বন্ধা কঠ ঢাৰি লোটা পাৰু ললে, জাপী লাঠি। ৰামচন্দ্ৰ ঠাকুৰে বোলে মমা, ৰাজাৰ অভ্যন্তৰে যাব লাগিছে, মুখ হাত ধুবৰ ঠাই নাই। অ'তে ধুই লক। বোলে হয়, লোটা দিয়া। দিলে। কৰি আহি বহিলহি মৌনে ঈশ্বৰক নিচয় দৃঢ়কৈ। আতৈ সবে দেখে এক ভাও, হলি যায়, বাক্য থকবক! সেই বেগে ৰামচন্দ্ৰে ছুজন ভকত পঠালে হৰিহৰ আতাক আনিবলৈ। গৈ পাই কলে গুৰুজন প্ৰয়াণৰ কথা, মাতিছে বুলি। বোলে গুচ যা, মই মৰা মাধৱৰ ভকত নহওঁ। মোৰ গুৰু জন্ম মৃত্যু জৰা যুৱা আদি অন্ত নাই, অনাদি পুৰুষ। পাচে সবেও প্ৰাৰ্থনা কৈলে বোলে বাপ, ঈশ্বৰো আবিৰভাৱ, তিৰোভাৱ আছে। তোম্ৰাৰ দেখো এক ভাও ধৰা গৈছে। এ পাচলৈ বুলি যোৱা যায় কাক কি? তেহে গুৰুজনে বোলে আমি কাক কি বুলিম? শ্ৰীশঙ্কৰ দেউ বুলি যোৱা নাই পুত্ৰ নাতিত। গুৰুভাৰ ৱৰৰ পাত্ৰএই নাই। আচোক গুৰুসেৱা ভকত সেৱা কৰোঁতে নাই। সমূহে আতিথ শুশ্ৰূষা কৰিবলৈ যাকে বোলা বুলিবাহক। আৰু বান পানীত যেনেকৈ গুৰি পিম্পৰা জাকে উঠিলে মৃত্যু নাই এ তোম্ৰা সবেও লগ নেৰি প্ৰীতি ভাবে গুৰুবাক্যত বৈ হৰিগুণ গাবা, সংসাৰ তৰিবলৈ কি প্ৰয়াস? মথ ভাগিলে একা যেনেকৈ পৰুৱা সাপে বেঙ্গে জলে মাৰে, সেৱকৰো সেইমতে লোভ, মোহ,

কাম, ক্ৰোধ, কাল, কলি মায়া আবৃতকৈ জীৱ ৰাখে জন্ম লগাই। এই সম্বোধনকৈ বস্ত্ৰ স্মৰি মস্তকে সহিতে বস্ত্ৰ উৰি শয়ন কৈলে। ভকতে বোলে ঠাকুৰ কাপড় দাঙ্গি চোৱোচোন। চাই দেখে শ্বাস নিশ্বাস নাই। তেহে সেই খিতে এটা বৰ শব্দ উঠিল। বোলে মহাগুৰু পাত হ'ল, মহাগুৰু পাত হ'ল, এনে শব্দ উঠি গ'ল ৰজাৰ ঠাইলকে। তেহে খাট খানিতে তুলি ৰামচৰণ ঠাকুৰ, ৰান্ধনি বলাই আতৈ, নৰহৰি মুকুন্দ দুই ভাই এই চাৰিজনে নিলে তোৰোচাৰ কাখৰলৈ। ভকতে আগে পিচে জয়হৰি, প্ৰাণহৰি, ঘোষা কীৰ্ত্তন গাই কান্দি গৈছে। থৈ চিতা নিৰ্ম্মি তাতে তুলি সবেও দণ্ডৱতে পৰি সেৱা কৈলে। ৰামচন্দ্ৰ আঠু লৈ নমি অগ্নি দিলে। সবেও পুনৰ সেৱাকৈ ব্যাকুল বিহ্বল হ'ল অনেক গুণ বৰ্ণাই। অৰ্জ্জুন, উদ্ধৱ, দাৰুকে যেনেকৈ কৃষ্ণলৈ কান্দিলে সেই ক্ৰমে আতৈ সবেও গুৰুজনলৈ তোৰোচাৰ তীৰে বাগৰি লুটি বিলাই কান্দিলে। তেহে ৰাজা শুনি মাথা চপৰাই খেদ কৰে বোলে, মই মহাপাপী ৰাজা, মোৰে কি শৰণ ভজন আছে, ৰাখিব পাৰোঁ অধমে? মএহে কাৰনি হলু। আৰুবা গুৰুজন পৃথিবীতে কত দিন থাকিল হতে। আই ধাএ শুনি বিহ্বল ব্যাকুল বিশ্ৰুতি হৈ নিঢালে পৰি মুৰ্চ্ছা গ'ল। চেতন পাই মাটিতে ফৰ আফলি হিয়া ধাকুৰি গুণ স্মৰি কুন্তী দ্ৰোপদীএ পাণ্ডএ কৃষ্ণদেৱে এৰি বৈকুণ্ঠে যাওঁতে যেনেকৈ কান্দিলে সেই মতে কান্দি বিশ্ৰেষ্টা হ'ল। তত পাই বুঢ়া ভগীয়াতকৈ জাতি আগৰ ঘিউ দি পঠাইছে। তেহে ডা-ডাঙ্গৰীয়া ভু পাই তেল ঘৃত খাৰি লৈ আহিল! ৰাজাও জাতি পদ্ম তৈল ঘৃত দি পঠালে মৰ্দ্দন কাজীত কৈ। তেতি সময়ে বৰ বৃষ্টি আনিলে। পাচে সেই ডাঙ্গৰীয়া সবৰ নাৱৰ চৈ আনি দি ঘন খুটাকৈ

গৃহ কৈলে। তাতে দহন কৰিছে। বৃষ্টিও এৰিছেহি, তেনেহে কৰতিয়া গঙ্গাৰ কাষে গৃহ, ৰাম নাৰায়ণ, আতৈ দুও একে বস্তু, আহিছে দুখানি ভাৰ লৈ, যাৰ যশ গুৰুজনে কয় বোলে মোৰ ৰাম নাৰায়ণ হৰি নাৰায়ণ হৃদয়ৰ বস্তু, দিহে খায়। তোম্রা সব হাটীতে থাকিও শেষ হে দিয়া। আগে খাই। বোলে বাপ কেনেকৈ? বোলে, আমালৈ ভেটি দ্রব্য খান আনিলে তোম্রা সবৰ মনে আহিঁ নকৰেগৈ আমাক দিব পাম খাম বুলি? পাচত এহ্লাহে আমি পাঞ খাঞ। তাৰা সবে দুই দিন বাটতে শস্য গুটি ৰোঁতেই দৃঢ় মনেৰে মোক দিয়ে, পাঞ। এনে প্ৰপন গুৰুজনৰ। অক্ৰুৰ গমনে আহিছে বোলা কৰাকৈ দুও, গুৰুজনক সেৱা কৰিমগৈ। আমাক সুধিব কি পাইছা বুলি, কেইদিন আহা, বৈছিলা ক'ত, ভোজন হ'ল নহ'ল? এনে কথনতে কাল সাৰিবলকে ভু নেপায়। এইৰূপে আহি আহি বাহিৰ বন্দৰ খানি পাইছেহি। সেইখিতে এহেতে গুৰুজনো গৈছে, শ্ৰীৰাম আতা পাচত কম্বলি কমণ্ডলু, হাতে লাঠি মাথে জাপি। লাগ পাই ভাৰ থৈ দুও অভয় পদে মাথা দি সেৱা কৈলে। যি পথে বাঞ্ছিলে অক্ৰুৰ মতে সবে সিদ্ধি হ'ল, সুধিলে। সেই বেলা ঘোষা মাতিছে গুৰুজনে—

"মাধৱৰ নাম বৎস প্ৰায় ভৈল,
ভক্তে তাক লৈয়া যাস্ত।"

বোলে ভাৰত কি পাই আনিছা? বোলে বাপ, এই দুতুপলি আতপ চাউল, দুতুপলি উখুৱা, এই দুথুকি কল। বোলে নিয়া চাউল কল ৰামচৰণ হাতত দিবা, ভকতক দিব বাটি, লৈ যোৱাগৈ। আমি সেই খিঁতে আহো। বোলে প্ৰভু, আহা যক, আমি বঞ; বোলে বৰ নেলাগে, যোৱাগৈ, আমি সেইতে যাম। তেহে আহিছে দুও তোৰাচাৰ

কিনাৰে। দেখে পাক ওলাই, হৰিধ্বনি কৰিছে,। জুই, খোৱা, নাম গাইছে। সোধে বোলে কোন ৰাম বুইলে, সাধু মহন্ত নে ডা-ডাঙৰিয়া? বোলে জগত গুৰু। এবা সবে বোলে মনিবৰ ইচা, কোনোবা চলিচে, সুধিব নেলাগে। গৈ আকৌ সিপাক ওলাই দেখে জুই, সোধে, কয় তেনেকৈ বোলে জগত গুৰু বৈকুণ্ঠে গ'ল। বোলে কোন জগত গুৰু? বোলে সেই শ্ৰীমাধ দেউ, মধুপুৰৰ। আৰা দুএ বোলে বলা এতিয়া দেখি, আহিছোঁ, মিচা। তেহে আহি পাই দেখে শ্ৰীৰাম আতা, ৰামচন্দ্ৰ, সকলো দহনকৈ গৈ মুৰ সুমাই কান্দিব লাগিছে। আৰা দুই দেখি দণ্ডৱতে পৰি মূৰ্চ্ছা গ'ল। কতো বেলি তৎ পাই কৱ খৈলে, বোলে আমি সেই খিতে লগ পাই আহিছোঁ, এবা শ্ৰীৰাম আতা গৈছে পাচতে কামলি কমণ্ডলু লৈ। ভাব খৈ সেৱা কৈলোঁ। ভাৰত কি পাইছা বুলি সুধিলে, কলু। বোলে নিয়া আতপ চাউল, মালভোগ কল ৰামচন্দ্ৰ হাতে দিবা, আমাক দিব। উখুৱা বৰতমণি কলে যদুমণি হাতে দিবা ভকতক বাটি দিব। আমি সেই খিতে আহোঁ এই বুলি গ'ল গুৰু। পাচে শুনি সবেও উৰ্ম্মিকৈ কান্দিব খৈলে। কতো মূৰ্চ্ছাগৈ অচেতনে পৰি আছে, কতো বাগৰিছে, কতো হিয়াত জাৱলে মাৰিছে, কতো মাথা আফলিছে। শ্ৰীৰাম যদুমণিএ অৰ্জ্জুন দাৰুক দ্বাৰকাত কৃষ্ণ বৈকুণ্ঠ যোৱাত পালত যদুবংশৰ উৰ্ম্মি লাগিল, সেই মতে আতৈ সবে গুণ বৰ্ণাই গুৰুজনলৈ খেদকৈ কান্দিলে কৃষ্ণ অশ্বত্থৰ তলে উদ্ধৱৰ আগতে খেদ কৈলে বিদুৰলৈ যমুনাৰ তীৰত উদ্ধএ ক'লত সুমৰি মহাখেদে কান্দিলে। সেইমতে ৰামচন্দ্ৰ, যদুমণি, শ্ৰীৰাম আতাও খেদকৈ কান্দিলে গুণ বৰ্ণাই। তেহে সেই আলোৱা চাউল কলে নি পিণ্ড

দিলে ঠাকুৰে। লথুৰা ভাবি যদুমণি আতৈ এক পোহাকৈ কলে সৈতে বাটি দিলে আতৈ সৰক। তেহে সমূহে আলচ কৈ অচ্যুত গুৰুক সত্‌ৰাঁয়া পাতিছে। তেঞ ডাঙ্গৰীয়া সবক জ্ঞান দিলে, চাপিলে বেহাৰ বিজয় পুৰতে। দশা কৰ্ম্ম কৰিলে, হ'ল। তেহে মাহেকীয়া হ'লহি। ডা-ডাঙ্গৰিয়া সবেও চাপি দহ, পাঁচ, চাৰি, ছয়, বাৰ, যোল, কুৰি, দি লৈ টকা বস্ত্রও সেই ক্রমে ধাএ টকা এশ কাজৰ সমগ্রে তুলি তলচা গাৰু পাতি চাৰি লোটা বাটি কঁাহী বেৰা টউ, জাতি, বাউলি কৰচ, পিৰা চৰিয়া খৰম জাপি, লাঠি বস্ত্র সবাকে দিয়ালে ৰামচন্দ্র দিলে। অনেক সহস্র ব্রাহ্মণ হৈছিল। দান দক্ষিণা কৈলে। ভকতে গাই বাই কীর্ত্তন কৈলে। মহা মহোৎসৱ হ'ল। গুৰ, দধি দ্রব্য, বস্তু অনেক খাব মুৰৰা হ'ল। প্রজাও অসংখ্য, তিন দিন লৈ খালে, কতো ৰ'ল। এই মতে মহা উৎসৱ মাহেকীয়া গ'ল। তাৰ পাচ দিনা ভকতক চাউল সিজাই ভোজ দিলে ঠাকুৰে, বৰ সভা কৈলে। তেহে সবাতে বিদায় লৈ ৰামচন্দ্র ঠাকুৰ উজাই আহি আতা ঠাই পালেহি। ঠাকুৰ আতা শুনি ব্যাকুল বিহ্বল, আই সমে খেদকৈ গুণ বৰ্ণাই কান্দিলে। দধি, চিৰা, কলা থৈৱিল পুছালৈ। সেৱাকৈ চাউল সিধা দিলে। বুঢ়া আতা ভৱীপুৰ আতা, দক্ষিণ কূল আতা, গোসানী, ঠাকুৰ দেউ, পঢ়িয়া মাধৱ, লক্ষ্মীকান্ত, চকেনিয়া গাবিন্দ, গোমাৰ গোবিন্দ, দখিণে উত্তৰে সবেও চাপি বৰ পেটাত সাদিনলৈ ৰাতিএ দিনে বৰ মহোৎসৱ কৈলে। ৰাচামতো (আচামতো) বহুলা আতা, ভাটোকুচীয়া আতা শুনি খেদ কৈ সেৱক চপাই ছদিন কীৰ্ত্তন কৈলে। কৃষ্ণ দেউ বৈকুণ্ঠে গ'লত যেনেকৈ তিনিখান পুৰি উচন্ন হ'ল, গুৰুজনে পৃথিবী এৰিলতো সেই মতে তিনিও ৰাজ্যত খেদ শোক পালে, সেৱক

অচ্যুত গুৰু

বৰপেটাত সাদিনীয়া তিথি উৎসৱ

উজনীত ছদিনীয়া উৎসৱ

বাপু সবে। জন্ম, মৃত্যু আদি, অন্ত, মধ্য, জৰা, যুবা নাই সনাতন পুৰুষ। তথাপি নৰদেহৰ ছদ্মে কাৰণৰ জন্ম। হৰিসিংহ বৰাৰ গৃহে চাৰি বৰ্ষ, বাৰীত চাৰি বৰ্ষ, লেটেকু পুখুৰী পাৰে ছবৰ্ষ, ভাগি ফুৰাবৰ একালত ৩ মাহ, বণ্ডুকাত পিতৃ চলা প্ৰকৰি কৰোৱা মজিদাৰ কাহিলা পৰা সৈতে পাচ বৰ্ষ, শ্ৰীশঙ্কৰদেৱৰ তিনি কুৰি পোন্ধৰ বৰ্ষ যোৱাত শ্ৰীমাধদেৱৰ একুৰি বা বৰ্ষ যাওতে লবগ পাইছে ধুৱাহটা বেলগুৰিত। আহি গৈ গুৰু সেৱা ধৈলে এঘাৰ বৰ্ষ, হাতী ধৰাত পোৱা নগৰ বৰদুৱাৰ মুখে আহত গুৰিতে ছমাহ, কপলা ৩ মাহ, মাতৃও চলিছে। বাৰাদিত তিনি বৰ্ষ, কলানি কুচিত ৩ মাহ, গণকুচিত ওঠৰ বৰ্ষ, আই গোসানী লগে পাট বাউসীত এক বৰ্ষ। খিৰামৰল বাৰি সোন্দৰাত ৩ মাহ, সুন্দৰীত বাৰ বৰ্ষ, গোমুৰাত ৩ মাহ, হেৰেমদত ৩ মাহ, বৰ পেটাত আঠ বৰ্ষ, বাখৰ ভণ্ডাৰত ছমাহ, হৰিবল্লভ ঠাই মাগুৰিত ভূষণ গুৰু ঠাইত ৩ পক্ষ, ক্ষেতৃচৰা বৰিত ৭ দিন, ৰামচৰণ ঠাকুৰ পাট গোহালিত পুনু ৩ মাহ, হাজো ৰামদৈয়া বালিত ৩ মাহ, বিজয় পুৰে বলাই নৰসিংহ ঠাইত কুৰিদিন। বেহাৰে ৰাম আতৈ বাৰীত ৩ মাহ, খৰিমাদলৈ বাৰীত ভেলা মধুপুৰে দুইবৰ্ষ ৰহি বৈকুণ্ঠে উঠিছে। মুঠে আদ পাচ কম এশ বৰ্ষ সকলো থানে মূলি পৃথিবীত শ্ৰীশঙ্কৰদেৱৰ পাচত শুদ্ধ ধৰ্ম্ম প্ৰবৰ্ত্তাই জীৱক কৃপাকৈ একুৰি আঠ বৰ্ষ ৰহি মধুপুৰে ভাদ্ৰ মাহে কৃষ্ণাপঞ্চমীত সাতাইশ দিন যাওঁতে পূৰ্ব্ব-ভদ্ৰ নক্ষত্ৰে মঙ্গলবাৰে ইতি ৰাজশক ১৫১৮। নৰনাট সম্বৰিছে পৃথিবী এৰি।

শঙ্কৰদেৱৰ ৭৫ বছৰ বয়সত আৰু মাধৱদেৱৰ ৩২ বছৰ বয়সত দুয়োৰে দেখা হয় ধুবাহটা বেলগুৰিত

মাধৱদেৱৰ জীৱনকাল

## হৰিহৰ আতাৰ চৰিত্ৰ

হৰিহৰ আতাৰ চৰিত্ৰ

বিৰকত ভিটা, মধুপুৰে বাম বাম গোসাই পাঠক আছিল। গুৰুজনত বিদায় প্ৰাৰ্থনাকৈ আই গোসানী ঠাকুৰ আতা, বুঢ়া আতা, বিষ্ণু আতা, কামৰূপে সেৱকক চাবলৈ উজাই আহিল। পাচে গুৰু ভাঠিব কেশ, তেওঁকে পাঠ পঢ়িবলৈ দিলে। পঢ়িছে একাৰ ইকাৰ এৰি অশুদ্ধে যায়। আতা তাকে ধৰি যায়। তাৰে পৰা পাচলৈ অসূয়া লাগিলগৈ। আতাক বাক্যে বচনে হিংসা ক'ৰে আৰে পৰা পঢ়িব নুৱাৰোঁ বুলি। তেহে এদিন গুৰুজনত কলেগৈ, বোলে বাপ হৰিহৰ নিমিত্তে পঢ়িব নুৱাৰোঁ। অসূয়াকৈ সজে মাতিলেও তেওঁ ধৰে এৰিছে বুলি। গুৰুজনে একো নেমাতিলে। পুনৰ পঢ়িছেহি। আতা আকৌ ধৰে। পাচে বৰ দন্দ লগালে। তেওঁৰ ফলীয়া কেইজনে ধৰে আতাক। পাচে গৈ কলে বোলে বাপ, পঢ়িবও নুৱাৰোঁ, থাকিবও নুৱাৰোঁ; আমি পাঁচক লাগেনে তেওঁ একলকহে লাগে? নাই তেওঁকে উলিয়ক, নাই আমাকে খেদক। তেহে গুৰুজনে আতাক মাতি বোলে, তুমি মোৰ হৃদয়ৰ বস্তু, দোকান খান যে ভাগে কাস্তিতে বহা। সিহঁতযে চাৰিও গুছে। বোলে সজ বাপ। প্ৰসঙ্গত সবাৰে আগত বোলে হৰিহৰ, তুমি কাস্তিতে বহিবা, এৰা সবে যে ভাল নেপায়। তেহে আতা গুৰু বাক্য শিৰে ধৰি কঠ লৈ কাস্তিতে বহিল। পঢ়িছে। তাৰো পৰা অশুদ্ধ হলেই ধৰে। আকৌ কলে বোলে বাপ, তাত থাকিলে পঢ়িব নুৱাৰোঁ। হিংসাকৈ ধৰেহে তেওঁ শুদ্ধকৈ মাতিলেও। বোলে তেনো হৰিহৰ খলাতে বহক। তেহে তাতে বহিছিল। তাৰো পৰা একাৰটো এৰিলেই ধৰে। পুনৰ কলে বোলে বাপ, তাৰে পৰা অসূয়া কৰেহে। বোলে হৰিহৰ তুমি হাটীৰ কাস্তিৰে

শ্ৰৱণ কৰিবা। তেহে কান্তিতে বহিছে। পঢ়ে। অশুদ্ধ হলেই তবে পৰা ধৰে। তেহে কেউজন গোট হৈ কলেগৈ বোলে বাপ, হৰিহৰে পাঠ শুনিলে মাতিলে, পঢ়িবও নুৱাৰো অত বৰও নুৱাৰোঁ। এদিকি যাম হে। তেহে গুৰুজনে আতাক সম্বোধন ভাৱযাৰে বোলে, আপুনি নির্ম্মিলা শাস্ত্র তাকো পঢ়া হুয়া ছাত্ৰ। নগাই নু শুনি এ হৃদয়তে দহো পাই আছা তুমি। সিইঁতে যে ভাগে পাঠকে শুনিব নলাগেই চোন। হাটীতে থাকিবা বহি, নেমাত্তিবাও আৰু। আতা হাটীতে বহি গীত পদ, ভটিমা, 'ঘোষা চৰিত্ৰ তোলে' ইটি সিটিকৈ সাৰটি বহে। নাম পাঠ শুনোতা নাই। পাঠ প্ৰসঙ্গ সেৰেঙ্গা হ'ল। আকৌ লগালে বোলে বাপ, হৰিহৰে আপুনাক ভাণ্ডি অধিকাৰ হব খুইছে। ৰাতিএ দিনে, মেল আলচহে বহাত। মানুহ দি চকচোন, মিচা কওঁ যে। মতো কিবা এটাহে উলিয়াইছে। ৰঙকৈ গুৰুজনে বোলে হৰিহৰ তুমি হুনু আমাৰ উপৰি মহন্ত হব খুইছা হয়নে? দহো আগৰে উপৰ অধিকাৰ অধিক। এতিয়ানো কি হুব লাগে। তাকে কয় দহো খলুৱা। তেহে আতা দুখকৈ এটা দৃষ্টান্ত দিছে বোলে বাপ, এক মঙ্গল বৰীয়া শিয়ালৰ ৰাজাৰ শ্ৰীমুখ চাবৰ চিত্ত গ'ল, নেপায়। একদিনা ৰাজা ওলাওঁতে বৰ দ্বাৰ মুখতে মৰা ভেশ জুৰি পৰি আছেগৈ। আগলিয়া পাই ইটে বোলে মঙ্গল বৰীয়া শিয়ালৰ লাঞ্জ লাগে ঔষধলৈ। নিএ কাটি' সিটে পাই নিএ কাণ, সেই বুলি। আৰু এটা নিএ নাক। কোনোটো নিএ দান্ত, কতো নিএ নখ। ৰাজা ওলাই আহিছে। এটা বোলে আৰ 'আগ মঙ্গহ লাগে। তেহে বোলে নাক কাণ সব নিলে, শুলোঁ৷ ৰজাৰ শ্ৰীমুখ চাবলৈ বুলি। এতিয়া আগ মঙ্গহত হাত দিলে, বধে। এই বুলি উঠি প্ৰাণৰ কাতৰে লৰ মাইলে। এ আমিও গুৰুজনৰ শ্ৰীমুখ

মঙ্গলবৰীয়া শিয়ালৰ আহিঁ

চাই শৰীৰ পেলাবৰ মন দিলোঁ। সেৱকৰ পাচতে'। মুৰাৰি আগ মঙ্গহত হাত দিলেহি, যাব লাগে। কৃষ্ণদেউ কৈছে গোপীআই সৱত—

"বিচুৰত থাকি কৰা শ্ৰৱণ কীৰ্ত্তন।
বাঢ়ে মোত ভকতি নিৰ্ম্মল হোৱে মন॥"

দেখন্তে শুনন্তেহে লাহেবা হয়। এই বুলি উৰল, সুমল একেবাৰে দ্বাৰ বিৰাল চাৰি বস্তু লৈ গ'ল গুৰুজনক সেৱা বিদাই কৈ। তেহে গুৰুজনে চুধৰিয়া খাওাত পৰি খেদকৈ দুটি গীত কৰি পাছে পাছে গৈছে। বসন্ত ভাটিয়ালী। আতাক ৰাখিলে সাতজন ভকত ভাগে কেশৰে গোট হৈ। নেৰাখিলে কৃষ্ণৰ লগত পঞ্চ প্ৰাণ গ'ল বসুদেউ দৈৱকীৰ যোৱাদি। বিহ্বল প্ৰেম খেলে বুলিছে। "হৰিহৰে বাপ, পশিলোঁ শৰণে।" "মোৰে পতিত পাৱন প্ৰভু, হৰি হেৰৰে বাপ, কিনা গতি হৈল হামাৰে।" তেহে আতা গৈছে পেটি মৰা বিল পাৰ সৰিহতলি চালিতে নিশা ৰহিছে, পুৱা গৰখীয়া লৰা বহা কৰি দি খৰি পাত মাছ শাক দিয়ে, ভিক্ষাকৈ প্ৰবৰ্ত্তে সন্ধ্যা। তেহে কামৰূপ অস্তমতে ভাটো কুচিৰ আতা পাই চাই দেখে আতা নাই। বোলে বাপ দেখো আতা নাইকা 'বোলে আমাক হৰিহৰে এৰিলে। বোলে বাপ জল সাগৰ এৰি যো ৰাঘ জীএ। বোলে বাপ, চাব খোজোগৈ। বোলে যোৱা, পাৰাযে অনিবা। তেহে আতা গৈ বিলৰ ইপাৰতে মাতি বোকে লৰাহঁতক কেশ মাতে বুলি। কলে আতা বোলে কেশ কালে আতো পালেহিহে। সবাকে বান্ধি যাবলৈ ওলায়। বোলে লৰাহঁত সোধাচোঁ, কেশ উজানৰ নে ভাটিৰ। সুধিলে বোলে উজানৰ বুলি কইঁক। কলে। তেহে থৈ বঠা, ধনু, শৰ ফুকন হাট পূৰ্ব্বে গৃহ দাঙিত ফলাৰ অভ্যাস। লৈ গ'ল না এৰে কাতলে উষা লৈছিল—ভকতৰ

পদে বামে কৰন্ত অন্যায় বুলি কৈ নেমৰ শৰত বজু টানি থৈলে। নি বোলে উঠক। উঠি বোলে আমি ৰাঞ্চ ব'ঠা দিয়ক। বোলে নহয়, মইহে নিবলৈ আহিছোঁ। বুলি নিছে বাই। বোলে আতা তোম্রা যেন পুৰুষক কহ্নালি পালোঁ। যদি কি ভৱ সংসাৰ তৰিবলৈ নৌকা যান হৈ পাৰ কৰিবলৈ পালোঁ, মোৰ নো কি ব'ল আৰু। এই আনন্দ সুখে গৈ মাচ কাটি মাজৰে আঠ আঙ্গুল গুৰুজনলৈ থৈ চাউল বহাইছে। প্ৰসঙ্গ কৰি থৈ গৈছিল বোলে তোম্রা পাঠ পঢ়া। পঢ়িছে সষ্টে—অচিৰ কালতে পায় হৰি ভকতক মিত্ৰ। বোলে শত্ৰু বুলি মতা যক। বোলে অক্ষৰ পাঠত মিত্ৰ হে আছে। বোলে মাতা, পাছলে হৰগৈ। তেহে মহা প্ৰেম আনন্দমুখে ভোজন কৰি বহি মুহুদি কৈ সোধে। কাহানি পালাহি? আহিলা কিয়? বোলে সেৱাকৈ, চাবলৈ আহিছোঁ। আৰু গুৰুজনক এৰিনো কিয় অহা গ'ল? বোলে হৰিপো, সদাগৰে চাম নও লৈ লাখ টকা ঘটে বণিজকৈ। ডোৱাৰ ডোবাত থয়, ৰদে বৃষ্টি হিমে ভাগি ফাটি পচে হেলাতে। আৰু চহকী আঢ্যৱন্তে গৰু মহ লৈ লাখ টকাৰ ধান, মাহ, সৰিছ, গুৰ আৰ্জি খায়, বিকে। বুঢ়া হলে দল পঙ্গত পৰি মৰে, কি হৈছে বুলি নেচায়, ঘাঁহ পানী চালি দিৱক চাৰি।" আগে আছিলো লাগী। ভাল খালোঁ ললোঁ জাগি। এতিয়া হলু চেৰেলী গাই। জাকতো নিদিয়ে ঠাই। বোলে নহয় আতা, গুৰুজনে নিবকে দিছে। বোলে কিয় মিচা কোৱা? এই কঠতে বহি নাম গাই কথা সুখে আছিলোঁ। গুৱা খাই চোৱা, এই দেখি আচৰিত হ'ল। তেহে সেৱা বিদায় কৈ আহে। আতা মাচ খুটুৰ দি বোলে গলতে কৰা' মোৰ চৰণ নপাসৰিব। পাচে বাটত আহিছে আতা খেদকৈ এনে বচন গুৰুজনক কিয় আতা বুইলে। পাই সেৱাকৈলে মাচ দি। গুৰু বাৰ্ত্তা বিদ সুধি লৈ আতা কলে

বোলে কি কলে আমালৈ? যেহাই বোলে নাই একো কোৱা। বোলে কিবা কৈছে হবলা? বোলে বাপ, নেলাগে সুধিব। বোলে কোৱা তাৰা বুলিছে, তুমি কি, কবলৈ? বোলে দহো এইৰূপে কলে ভুলিএ বুইলেনে কেনে জনা লোক দেখোঁ? তেহে গুৰুজনে খেদকৈ আৰ্হি কৈছে। বোলে এক আত্মা শ্ৰুতনদী তীৰে ধৈৰ্য্যে বৃক্ষ আছিল, মোহ পাকে খসাই পেলালে অনেক বিকাৰ লতা সৈতে; কাল নদী পৰি খেদ কৈলে। বোলে নাও যায় কেনি, পক্ষি জিৰায় ক'ত? লতা বগায় কাহা? মৰি বৃক্ষ দৰে হৰিহৰে পৰোক্ষতো আমাৰ হিতকেহে চিন্তিছে। তেহে আতা শুনি খেদ বিৰকত লাগি ছমাহ বৈ চাইটি বস্তু লৈ গ'ল গুচি। গৈ কৃষ্ণ সতৰীয়া বাৰীত ৰ'লগৈ। জিকা পুলি ভিটা মাছৰ বিৰকত। এটি গৃহকৈ দিছে মহাশ্ৰদ্ধাৰে গুৰুবোধে সেৱা কৰিছে। চাউল পাত, লোন, তৈল, মাছ, খৰি। আতা নাম কীৰ্ত্তনকৈ থাকে। এদিন হৰিপ্ৰভা মাকে বাট মাছ এটি পাই বাচিছে। নাতিএক কান্দিছে পানী দিয়া ভাত লৈ গৰু চৰিবলৈ শুদা, তাৰে এখুটুৰি ফিচাতে কাটি দিলে, পুৰি খাবলৈ। আতা আঞ্জা সিজাই দিবলৈ জোৰাই চায়, এখুটুৰ নাই। বুৰীক মাতি সুধিলে। বুৰীএ কলে প্ৰাৰ্থনাকৈ দিলোঁ বুলি। আতা ৰাগকৈ বোলে অ পাপীষ্ঠী, দিয় যদি দেখাই মোত কৈহে দিব পা? এহ্রাকে অত দিন মুখুৱা তই? এই বুলি বিৰকত লাগি উৰল, উৰল বাৰি, দ্বাৰ মাৰ্যাৰি গৈ গ'ল গুচি একবৰ্ষ। তেহে গৈ ৰঘুপতি সতৰিয়া বাৰিত ৰ'লগৈ মৰিচ বাৰি ভিটা গ্ৰাম নাম। তেওঁ এটি বহাকৈ মহা শ্ৰদ্ধাৰে সেৱা ধৰিছে, সমগ্ৰে বিৰকত গুৰুৰ আতা সৈতে পচলি হাটে গৈ শুক ছুটি আনিলে। সি আনিলে এটি। আতা এটি আউসী, একাদশীত ভোজন কৰিছে, এটি থৈছে। ছিদাই ঠাকুৰিয়া মহা এখণ্ড

তুষ্ট আহি ধৈলেহি ধাৰলৈ তাক। হৰাই দেখি নিদি আতাৰ কথা কলে। সি আহি হেৰাই ধৈলেহি দিম দিৱক বুলি পৰে। আতা দি পঠাই বোলে তাৰ গঞা সি দিব পায়, নিদি তুষ্ট, শঠক লগাই দিয়ে। নিদিলে অনেক নিন্দা বাদ কৈলে হৃতে। আত থকা সজ সঙ্গ নহয়। এই বুলি বিৰকত লাগি চাইটি বস্তু লৈ গ'ল গুচি আৰ্হৈ বৰ্ষ ৰহি। গৈ লক্ষ্মীপতি সতৰিয়াৰ বাৰিত ৰ'লহি' জালুক বাৰি ভিটা, বিৰকত থানৰ। তেওঁ এটি গৃহ বান্ধি লৈ মহাপুৰুষাৰ্থ সেৱা শুশ্ৰূষা কৰিছে তিনি বৰ্ষ। তেওঁ বোলে আতা আমাৰ গোলামে খেত কৰিছে, তাৰে চাহ মাটিএহালচি ; অৰে বিচ নলি সিঁচি থৰ আপোনাৰ নাৱে, মই চাউল কৰাই দিম। তেহে আতা নি বিধান থলে বৈ। আতা জেঠত খস্তা লৈ নিৰাবলৈ গ'ল। সিহঁতে বোলে আতা তাম্ৰা কি নিৰাব, যকৈক আমি অতাম। পকিল, দাবৰ দিনত গ'ল কাচি লৈ আতা। সি বোলে যক গৈ, মই দাই নি মাৰি বাখক পাতি দিমগৈ ভৰাই। তেহে আনি ভগুাৰত জাপি থলে নি। আতা বোলে ধান ? সি বোলে আতা তোম্ৰা কি সৰাব ? নামি যোৱা শুকুৱা শ্ৰম কৰা যাব। পূৰ্ব্বৰ দৰে চাউল কৰাই দিম মই। আতা বোলে আত মঞ কাহানি ধন মাটি খুইছোঁ ? দিওঁ বুলি তু তুৱাই লঘু কৰে। আত থকা সজ নহয়। এই বুলি বিৰকত লাগি চাৰি বৰ্ষ ৰহি চাইটি বস্তু লৈ গুচি গ'ল তাৰতে। তাৰতে গৈ পদ্মপানি ঠাই বৈছে গৈ। ভিটা চটাৰি বিৰকত কাপৰৰ। তাৰা এটি গৃহ কৰি গুৰু বোধে সেৱা শুশ্ৰুষা কৰিছে। একদিনা চ'ত মহা চৌৰ সোমাল আতাৰ গৃহে। সব বস্তু লৈ আতাৰ গাৰ বস্ত্ৰ চুৰ খোজে। আতা বোলে মুচুৰি মোক। তাকে লৈ যা গুচ। সি আন্তৰি গৈ পুনৰ আহে। এখানি ৰাখি পেলাই দিলে বোলে নে যা গৃহতে পালে মাৰিব দেহ। সি বাৰত উলিয়াই

আকৌ আহিল চুবলৈ আতাকে। বোলে লৈ যা পাপী গুচ। লৈ সিদ্ধি সৰকিবলৈ নেদেখে অন্ধ হ'ল। এৰি ওলাই এখানি লৈ যাই কণামুৰি লাগি ভু হৰাই ঘুৰি ফুৰিছে বাৰী এৰি গৈ বাজ হৈ ঢাপৰ। আশে পাশে আহি পুনৰ লৈ যায়। নেদেখি থৈ দিয়ে। এই ক্ৰমে আহি গৈ পুৱতিয়া হ'লহি। তেহে আতাৰ আগে থৈ দণ্ডৱতে পৰি স্তুতিকৈ বোলে তোম্ৰা

চোৰকণা হয়

ঈশ্বৰ। বোলে লৈ যা শুদ্ধমনে দিছোঁ, তই বৰ দুখ পাইছ। সি থৈ কাতৰ কাকুতি কৈ গ'ল গুচি। তেহে আতা পদ্মপাণি মাক জৰাথী বুৰীক মাতি সব দ্ৰব্য বস্তু দি বোলে নে। বুৰীএ ৰাগকৈ দিবৰ দেখি বোলে বাপ. লৰা সপিব কিয় নিম আপুনাৰ গাৰ বস্ত্ৰ ? বোলে নে বুৰী মই শুদ্ধ মনেহে দিছোঁ। বুৰীএ ভু নেপাই বোলে দাসীএ চুবই নোৱাৰোঁ। বোলে একুৰা জুই দে। দিলে, আনি আতা জ্বালি সব কাপৰ তালে পেলাই দিলে। বুৰীএ দেখে পোৰেহে। চাব মাৰি নিলে আধা পোৰা দুডোখৰমান। আতা ৰাগকৈ বোলে পিশাচী, মই দিয়াত নিনিয়, এতিয়া হলে নিয় আমাৰ বাক্য পেলাই ? এই বুলি বিৰকত লাগি উৰাল বাৰি দ্বাৰ বিৰাল লৈ গ'ল গুচি, গৈ সুখবৰ দলৈ বাৰীত ৰ'ল গৈ। ভিটা নাগৰ খলা। বিৰকত নবাৰিৰ। আতা তাতে চাইটি ঢাপ দি কলা তামোল পান, টেঙ্গা, জৰা কই আছে। লাগিছেহি পাঁচ বৰ্ষত। দলৈৰে দুহিতা এটি আছে, আতা জাপৰী বোলে। নিতে পৰিচৰ্য্যা কৰে, জুই, পানী, খৰি, মাছ, শাক পাত, ঠাই মচে, সাৰে। এদিন জেঠ মহা সৰু মাছ জকাই বাই আনি বাচি ধুই দিলেনি। আতা চায়, শামুক এটি গৈছে। বোলে এই অনাচাৰে এনেকৈহে দি খুৱাই জাত মাইলে বুলি চাইটি বস্তু লৈ বাৰী ঘৰ এৰি গুচি গ'ল। পাচে আতা তাৰতে গৈ বেতনাৰ হৈনাথ চৌধাৰী ততে ৰ'লগৈ। ভিটাৰ নাম মাধপুৰ।

বেতনাৰ হৈনাথ চৌধৰী মাধপুৰ

আতা এটি গৃহ বান্ধি আছে তাতে ভিক্ষাকৈ প্ৰবৰ্ত্তি হৰি গুণ গাই। চৌধাৰীএ মাছ পশু পক্ষী মাৰি ভাজি পুৰি খায়, নিতে গৈ আতা ক কৈ যশস্যা কৰে খালোঁ ললোঁ বুলি। আতা শুনিব মুৰাৰি এদিন যোগবলে এবাহ শুকৰ আনি আওটনি খানত বিষ্ঠা মূত্ৰ ভক্ষকৈ ফুৰিছে। আতা বোলে দেখচো শুকৰে লুটিছে। মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে কীৰ্ত্তনত দি গৈছে—

"কৃষ্ণ কথা এৰি সাতে পাঞ্চে বেঢ়ি
আন কথা কৈ থাকে।
অমৃতক তেজি, যেন বিষ্ঠা ভুঞ্জে
গাণ্ডি শুকৰৰ জাকে॥

এ গুৰু ভক্ত বৈষ্ণৱ ব্ৰাহ্মণ অথিত অভ্যাগতক দিলি হুঁতে খুৱাই তেহে। সিঞ্চ উদৰত ভাৰ্য্যা পুত্ৰে খাই নিতে যশস্যা কৰহি। সেই দেখ গুৱৰে পুৰীষ লৈছে, কোনে তাক প্ৰশংসা কৰে। তোৰো তেনেহে। খাই যশ কৰহি মোত। এই বুলি বিৰকত লাগি চাইটি ৰস্তু লৈ গ'ল গুচি। তেহে আতা ৰাম ৰাম আতৈৰ গৃহে ৰ'ল যাই। আতৈএ এটি গৃহ বান্ধি গুৰু বোধে সেৱা ধৰি আছে। বিৰকত গাখীৰৰ। ভিটা মইনাবৰি। একদিনা তেওঁৰ পত্নী সুচৰিতাত মাহেকীয়া লঘন। এটি গাই দোৱে, আতাক দিএ নিতে। তেহে ভায়েকে দুদ কৰ্ম্মলৈ খুজিলেগৈ। আতৈএ দুই এটি পাত্ৰত থৈ গ'ল পথাৰে। সি আহিল। বাএকে চাই দিনা গা ধুই আছে। আতা লৈ সৰকৈ থৈছে বুলি চাই দি পঠালে। আতৈ আহি স্নান গুৰুসেৱাকৈলে। দৈ নি দিলেনি। আতা বোলে নে দুদ বৰ্জনীয়। বোলে আতা মইহে দুদ থৈছোঁ, সজ। বোলে তোৰ পত্নীত সোধ গৈ নে। নি সুধিলে বোলে ভবাইক দিওঁতে চাবৰ হয়। মইনাবৰি

তেহে মেলি চাই তেজ হৈ আছে। আতা শুনি বিৰকত হৈ বোলে আজি মহাপুৰুষ গুৰু নৰখা হলে সৰ্ব্বনাশ হলুহতে। এই বুলি ন মাহ বৈ চাইটি বস্তু লৈ গুচি গ'ল। গৈ বস্তিৰ

হাইঠাবাৰী দূৰহৈ হাইঠাবাৰীত ৰহিল এটি গৃহ বান্ধি। একদিনা এক গুৰুজন তত থকাতে লক্ষ্মীনাৰায়ণ ৰাজা বুইলে বোলে বাপ আহাৰ, মৈথুন, নিদ্ৰা চাৰিও মুঠি জীৱ প্ৰকৃতিৰ মায়া ব্ৰহ্মাৰ স্ৰজনা সাৰিব পৰা নাই। মহা সিদ্ধ যোগেশ্বৰ নাৰদ, প্ৰহ্লাদ, সনক, সুনন্দ, শুক এই সৱত বাজে বিষয় কৰি ধৰা সব সজ, নকৰা সব মন ৰাখিবলৈ টান হৈছে। তেহে গুৰুজনে আহি সবাকে কৈ বোলে আতৈ সব, যাৰ মন চলে বিষয় কৰা হক। যাৰ নাই, অলঙ্কাৰ আমি দিওঁ। দেহৰহে দুখ, ভক্তি হানি নাই। পৰস্ত্ৰী হাত কাচত হে জীৱৰ দুখ। হৰিহৰ আতা, জনাৰ্দ্দন, মুকুন্দ এৰা তিনিক নাম ধৰি কলে। মুকুন্দ আতৈএ বোলে বাপ, তোম্ৰাৰ পাশে দহ যোল কুৰি কতোৰ হ'ল গ'ল। বাধিবৰ চাৰি মন বঢ়াই কৰিবহে দিএ। এৰা দুয়ে গুৰু বাক্য ৰাখি কৰালে। মুকুন্দে দঙ্গাত অবিবাহে ৰ'ল হ,ল। তেহে আতা গুৰু বাক্য ৰাখি আই ঠাইলৈ কলে বুৰা ভগীয়াত কৈ বোলে এটি চাই চন্দ্ৰ বিপ্ৰৰ কন্য দিৱক বিবাহ কৰাওঁ। কলেগৈ। আয়ে বিসাই চৈ বুঢ়ীপো আতৈ, বুঢ়া জয়ানন্দ, চাৰিন্দীয়া চিৰাম, এৰা সবলৈ সোধালে। বোলে আতা গুৰু বাক্যহে ৰাখে, তাৰাক মায়া কি কৰিব? আনক নচায় মায়া, তাৰা মায়াকে নচাব, দিয়ক। চাই এটি পাই কৈ বোলে বোলে সৰ্ব্বসুলক্ষণ সুন্দৰ পাইছোঁ। বোলে নহয়, সহজ আনএটি চক। পুনৰ চাই এটি পাই কলেগৈ বোলে সজ গোৰা সুন্দৰ এটি কন্যা পোৱা হৈছে। বোলে আন এটি চক, সজ নহয়। তেহে আএ উপায় নেপাই সোধালে ৰাচে বুলি। বোলে গেঙ্কেলী বুলি কৰ। পাচে

চাই সত্য বৰদলৈৰ ছুহিতা সত্যা নামে পাই কলেগৈ। বোলে কেনে? বোলে আতা সজ সব বচা গল, গঢ় পিত নাই, ফেদেলী। বোলে সেয়েহে সজ, আনক। তেহে ধাএ চকুৰি টকাৰ অলঙ্কাৰ সজাই বিবাহ দিছে। তাস্তে আতা বোলে বিয়া কৰাইছোঁ হয়, বাক্যত নৰলে চৰা যাব। আনি বোলে কাণী তই পৰ পুৰুষৰ মুখ নেচাবি, পৰ দ্ৰব্য গ্ৰহণ নকৰিবি, বেদ বস্ত্ৰ নেদাঙ্গিবি। আমাৰ বাক্য ৰাখ যদি উৰ্দ্ধগতি হব, ৰাখিম, চাৰিলে চাৰিম। তেহে দহ ব্ৰাহ্ম দিনে মনি, খাৰু, টাৰ হাৰ আঙ্গুঠি, উঝন্টি, কুণ্ডল, হোড়ৰ, শাংস, সিন্দুৰ পাটনি পাট ৰিহা, পিন্ধাই চাই চন্দ্ৰে সূৰ্য্যে ৰথ নজৰে তন্তাই ৰাখে, সতী পাৰ্ব্বতী সম। বোলে ঐ দুৰ্জ্জন পামৰ বিৰাল মন, বিষয় ভোগ ইচ্ছা কৰ যে কৰ। এই বুলি উৰাল বাৰি তিনটা খুন্দা মাৰে মাটিতে। আইৰ সেইতে আঠ অঙ্গ কুচি অত্ৰাহি হৈ কম্পমান হয়। বোলে কাণী, অনাদি পশু পক্ষী অনেক জন্মত আকে ভোগ কৰা হৈছে। ভাৰতবৰ্ষ ধন্য, কলিত ৰামনাম লৈ তৰিবৰ ইছা কৰ, ই বস্তু আন জন্মত নাই, আক পাই আশা নকৰিবি, ক্ষুদ্ৰ বিভৎস বিষয়।

আৰু এদিন আই ধায়ে বুঢ়া ভগীয়াত কৈ প্ৰাৰ্থনা কৈ পঠালে বোলে মোৰ আইটি সৰ্ব্বসুলক্ষণা সুন্দৰী শুনিবলৈ অভাল, আতা কানী বোলে। বোলে আমাৰ গণকৰ গণকালি দেখি কানী বোলাত দোষ নাই যা কৰি।

আৰু এদিন হঙ্গাৰ গাওঁতে এখান বিয়া যায়। আই অল্প বয়স চেৰেকা কাল, বাৰ জুপি চালে। আতা অন্তৰ্য্যামী দীৰ্ঘদৃষ্টি পুৰুষ। বাজতে বোলে কানী আমাৰ বাক্যটি পেলালি চা।

আৰু এদিন চমা সুতি উতৰি পেহীএক তলৈ গৈছিল। বোলে কানী পানী কিমান হ'ল? বোলে আঠুসম হ'ল।

বোলে আমাৰ বাক্য পেলালি ঘূৰি দহো ভিজা নাই, দাঙ্গিলি? দুইবাৰ ক্ষমিছোঁ৷ তিনিবাৰত চৰা যাব। তেহে চ'তৰ বিহুৰ তিনি দিনৰ পাচে সত্যধৰ খুৰাকে নিয়েহি। আতা বোলে সাঁদহ পিঠা নেখাবি যা, গ'ল। গধূলি পাই চক ঘুটি দিছে। গা ধুই বহিছে। মাকে চিৰা পিঠা দুগ্ধ চেনীৰে দিছে। বোলে খাই চাউল সিজা। আয়ে বোলে আতা বাধা কৰিছে খাবলৈ। বোলে ভকতে বাধা যে কৰে আমিনো অন্ধলীনে বছেৰেকৰ সংক্রান্তিতো? মোৰে শপত, খা। আয়ে পিঠা হাতে নি কামোৰ মাৰিছে। আতা গৈ চুপে বৈ চাই আছিল। বোলে বাৰু কাণী, খা। তই বাক্য পেলালি তিনিবাৰ হ'ল; থাক, চৰা গ'ল। শুনি অত্রাহি হৈ মুখতে সৰিপৈল। সেহিতে কানি কাতি ভাত পানী এৰিলে। পুৱা খুড়ায়েকে লৈ গ'ল। আতা বোলে আমি কালিএ চাৰি আহিলোঁ, নিয়া যক। বোলে বাপ, নি আমি এটা অসন্তোষ হে পালোঁ। পূৰ্ব্বে তোম্রাৰ পদতলে মৰিবলৈ দাসীকৈ দিয়া হ'ল, কিয় নিম? আয়ে বোলে খুড়া, তুমি যোৱাগৈ। তাৰা চাৰিলেও আমি এৰিম কিয়? এই জন্মৰ দাসীনে? তেহে গ'ল। আতা সোমাব নিদিলে। চালিতে তিনি পক্ষ আছে। তেহে এটা দিব্য কামদেউ সদৃশ পুৰুষ আহিল। বোলে কানী, তোক দিছোঁ যা। সি নিলে। আই গ'ল পাচে পাচে। গৈ দিব্য গৃহ বাৰী পাই ৰ'ল। নিশা একো ভোজন নকৰি শুলে। সি নিশা কামবাণে ধৰ্ষি যায়। অগ্নি লগা দি লাগে, হুহকি আছে। এনেই গৈ পুৱালগৈ নিশা। পাচে গৃহতো ৰব মুৱাৰে দাহ তাপত, আনি শোধাই গ'লহি। তেহে আতা বোলে, ৰাম ৰাম, মাৰক এটি গৃহকৈ থনি, আমাৰ ভাবনা আজিতে এৰি পেলক। আএ বোলে মোৰ জন্মে জন্মে চৰণৰ দাসী, কিঙ্কৰী, টিকৰ স্বামী। সীতা বুইলে দশৰথ,

ৰাজা শশুৰ হৈবন্ত, কৌসল্যা শাশু। তেহে আতা দাঠ বুদ্ধি দেখি বোলে স্বামী ভাও এৰি গুৰু বোধে চিন্তিব। ৰাম ৰাম কৈ ধান চিৰি দিনতে যি মুঠি চাই উলপ খাব, আমাক পাবগৈ পৰজন্মে। আতৈএ নি এটি গৃহকৈ থলেনি। সেই দৰে গাই খাই অলপতে চলি পালেগৈ! আতাও বিৰকত লাগি চাইটি বস্ত্ৰ লৈ গ'ল গুচি তিনি বৰ্ষ ৰহি। তৈৰ পৰা গৈ থুকুহা বাৰীত এটি বহাকৈ ৰলন্ত। অজস্ৰে চাউল ভাতে মিলে গৈ।

একদিনা আতা হৰিপুৰ গ্ৰামে গৈছে ওলাই। এটি আপীএ পাৱত পৰি সেৱা কৈলে। আতা বোলে তই ক'ৰ কোন? বোলে আতা মই সেই জাপৰী, আমাৰ বাৰীত যে আছিল। অ বোলে এমান জনী হলি চিন হৰাল, নিচিনোএই। অনেক শুশ্ৰুষা কৰিছিলি। এই বুলি দায়া কৈ, গৰ্ভ হৈছিল, কপালতে বৃদ্ধাঙ্গুষ্ঠে তিপা মাৰি বোলে তোৰ এটি পুত্ৰ হব ভকত ধূলি নাম দিবি, বুলি গ'ল। তাৰে পৰা চাউল, পাত, মাছ, শাক, খৰি, লোন, তেল দি সেৱা কৰেগৈ। তেহে বেটা জন্মিল। কপালত আতা তিপা মৰা লোম শুক্ল হ'ল ভৃগু পদ দৰে, নাম দিলে ভকত ধূলি। সেই দৱনীয়া গ্ৰামৰ হৰি চৰদাৰ মুখ্য সাউদ জমিদাৰ, কাহিলা, টান, বাজ উলিয়াইছে। বৌ জীউ সব চাবলৈ গৈছে। জাপৰীও গৈছে বেটা কোলে লৈ। যমদূতে ধৰি পাপময় যাতনা সজাত ভৰিব খোজোঁতেই পঞ্চগ্ৰহ অনিষ্ট ভকত ধূলিক দেখি বান্ধ মেলি লৰ মাইলে; অকাল মৃত্যু এৰি বুঢ়া উঠি বহিল, ভকত ধূলি ধূলি বুলি। তেহে বিচাৰ লগালে কোন ভকতধূলি বুলি। মাকে কলে আতা ধূলা দি গৰ্ভতে নাম দিলে। তেহে নি একটকা বস্ত্ৰ দি সেৱা কৈলে। পাচে সজ হৈ গঞাখানেই ভাৰ ভেটি লৈ আতাৰ ধূলাৰ মহাত্ম্য পাই বিচাৰি গৈ পাই

কৈ অনেক কাতৰ স্তুতি নিবেদন কৈ শৰণ প্ৰাৰ্থে। আতা বোলে ই গুৰু ভাৰ মহন্তৰহে। হাট, ফাট, খৰা হে দান কাটে। আমি সমাএ বেহাবৰহে গিৰি। দান ললে জগৰ দুইবো, অনন্তে ব্ৰহ্মাণ্ডৰে ভাৰ বৈছে, সৈছে। ভকতে তুলাৰে নলয়। মূল ভাঙ্গিলে লাভ কৰিম ক'ত! গুৰুজন মধুপুৰে আছে, যোৱাহঁক। তেহে গৈ শৰণ ললেগৈ। তেহে আতা বিৰকত হৈ বোলে পচা নাৱত শিলা ভৰাদি বুৰাব খোজে। চাইটি বস্তু লৈ সাত মাহ ৰহি গ'ল গুচি। তাৰে পৰা গৈ ধুৰিয়নি বাৰীত ৰহিল।……। এটি গৃহ কৰি আছে, তাতে হৰমগুলৰ বেটা হৰাই জেমাদাৰ, তেঞে আতাক গুৰুবোদ্ধে পৰিচৰ্য্যা শুশ্ৰুষা কৰিছে। আতা জিজ্ঞাসি চাইছে পাবা ৰ'বা বুলি। এদিন তাক লৈ ওলাই গল ভাঠিবেলা। গৈ পথাৰত দেখে এটা কলাৰ চো দি থৈছে জাপী, লাঠি দি। আতা লাঠিৰে ছুটা টাঙ্গোন মাৰি বোলে আৰ দৰে হব পাৰি-বিনে? সি বোলে, ই জড়, চো, ৰ'দে বৰখনে তিতে শুখায় উষ্ণে, শীতে, হিমে পচে, অচেতন প্ৰায়। আৰ দৰে কি কৈ হম? তাৰতে গৈ সোনকো নৈ পাই বোলে সাম্ভৰি পাৰ হ। বোলে আতা সিহু ঘৰিয়াল, বহু, ভয় লাগে, নিব। তাৰতে গৈ ধুৰিয়া বিল পাই মাতিলে, লম্বা শিলা আহিল বাৰে হাত পানীতে উঠি। আতা উঠি হাত পাও ধুই বোলে যা। গ'ল। বোলে আৰ দৰে হব পাৰ নে? বোলে বাপ, ই জড় অচেতন, শিলা, ই বোল লৈছে। সেই আৰ ক্ৰম কিকৈ হম? তেহে আতা বোলে ৰৈ চাৰি পোএই হৈ পৰমাৰ্থ সোধ? তিনটা কথা কলু, এটাত বৈ পাৰোঁ বুলিব মুৱাইলে; চেলাৰ বেটা গুচ। গুদা মৰনৌকা মোৰ একে চাবে দৃষ্টি বৈকুণ্ঠে পাবগৈ, সাল শ'ল বাঁহ বন্ধাই জোপাত লগাই মাৰিব খোজ আজোৰ পিজোৰ কৈ, এই বুলি ন মাহ বৈ চাইটি বস্তু লৈ গ'লগৈ।

তেহে গৈ বেলাই থানাদাৰ সমীপে ৰহিছে। সি পৰম শ্ৰদ্ধাৰে গুৰুবোধে সেৱা ধৰিছে। বৰ ঠাকুৰ দেউ ভাটিয়াওঁতে ঠাকুৰ আতা বিলবৰিয়াৰ যুৱৰাৰ ঠাকুলাৰ আহি দি বোলে আগে নিবিচাৰিলা, এতিয়া ওলালা. ক'ত পাবা? যোৱা, হৰিহৰ ঠাই যাবা। সেই বাক্য মনকৈ গ'ল আতা ঠাই। আতা আদৰ সম্মান কৈ আগ বাঢ়ি আনি পৰমতত্ত্ব শেষ কথা অনুগ্ৰহ কৈ পঠালে শ্ৰীকৃষ্ণে সৈতে।

আৰু গুৰুজন বৈকুণ্ঠলৈ উঠাত বলাই হৰিচন্দ্ৰ আতৈএ বাৰ্ত্তা কলেহি মাতিছে বুলি। বোলে যোৱাহঁক, মই তুলাৰ ভাৰ সব বৰ লাগে বুলি পলাই কৰিছোঁ, পৰ্ব্বত দিবলৈ মাতাহি। গৈ দুধৰিয়া খাওাত পৰি ধৰিব, কৰিব, সব, বৰ, নুৱাৰি মৰিম গুৰু বাক্য পৰি। আৰু মোৰ গুৰুজন চলাৰ যি কৈছা মই মৰা মাধৱৰ ভকত নহওঁ বা। মোৰ গুৰুজন অযোনীজাত পুৰুষ আদি, অন্ত, জৰা, মৃত্যু, শিশু, যুবাত সনাতন নিগুৰ্ণ, ব্ৰহ্ম, হিয়াতে পাই আছোঁ, একতিলো এৰা এৰি নাই। এই বুলি তাৰতে পাঁচমাহ বৈ'গ'লগৈ। বলাই চৰিত্ৰ আতৈ

তাৰ পৰা গৈ মৰণাবাৰীত ৰ'ল এটি পজাকৈ। তাতে হৰাম পাটগিৰি এ হৈ ৰাম পাটোৱাৰী এ দুই চাইদিনে আহি গৈ আছে, পৰমাৰ্থৰ আশাৰে! মাছ, খৰি, চাউল পাত, লোন, তৈল, গুৱাপান, শাক সমগ্ৰে সেৱা ধৰি আছে এঘাৰ মাহ। আতা ৰাৰু পাবা হঁক বুলি থৈছে সোৱাই। একদিন দুয়ো আহিছে বস্তিতে, দৃষ্টিৰ অন্তৰ মাত্ৰ পাইছেহি। তেনেতে চত মহা বাত বৃষ্টি শিলে দলে খুন্দি আইলে। চাই, গ্ৰামলৈ ও দূৰ হ'ল। আতাৰ কাললৈকে লৰ থৈলে প্ৰাণৰ কাতৰে। দেখি আতা দ্বাৰ দি সোমাল। আৰা সবে বাটতে বাও দি গৈ মেলা মেলা বুলি অত্ৰাহি হৈ। আতা চুপে বৈ নেমাতে, জাৰে ৰতাহ শিলে ঠৰ অচেতন হ'ল, নেমাতে নেমেলে। হৰাম হৈৰোৰৰ পৰীক্ষা

তেহে ৰাগকৈ পটোৱাৰীএ বোলে মৰোতেও নেমাতে. মগনিয়া ভকতৰ গৰ্ব্ব, আমি একোটা লোক, টেলাই নকৰে নোসোধে, ভকতি আত পাম? এই বুলি গুচি গ'লগৈ। তেহে দ্বাৰা চোৰি হৰামক সুমাই ভুনি পছৰা দি সলোৱাই জুই সেও দিলতহে সত শ্ৰেষ্টা পালে। তেহে জলপান গুৱা দি পৰম তত্ত্ব পৰামাৰ্থ অনুগ্ৰহ কৈলে। বোলে আজি সৰ্ব্বনাশ হলুই। পৰীক্ষা নকৰি লোৱা হলে। ভাল ৰাখিলে মহাপুৰুষ গুৰু মোক আজি। এই বুলি চাৰি মাহ ৰহি চাইটি বস্তু লৈ গল গুচি'।

তাৰতে হিৰা বাৰীতে এটি বহা বান্ধি ৰহিছেগৈ। তালকে মতাই যদুমণিকে ৰামচন্দ্ৰ বুঢ়া গুৰুকে গোপাল আতা পঠাই চাইটা কথা সোটাইছে আতাত। বোলে ভকতক সাণ্ড, বোলে কিয়? গুৰুজনক গ'লা বুইলে কিয়? গুৰুজন চলাত কিয় নগল? ছকুৰি টকাৰ অলঙ্কাৰ সেৱকত নলগাই নদীত পেলালে কিয়? তেহে আতা প্ৰশ্নৰ সিদ্ধান্ত দিছে। গোপাল আতাৰ আতাত প্ৰশ্ন বোলে গুৰুজন প্ৰয়াণত নেযাবৰ অভিপ্ৰায়-যি কালত অনুগ্ৰহ কৈলে, যিৰূপ নাম চিন্তনত আছোঁ সেয়ে শেষ, কালত বিভৎস শৰীৰ দেখি লৰিব, আৰু মাইহু পালে সাধনত নাহি কিছু প্ৰয়োজন, থাকে ব্ৰহ্মএৰে একে হুই। আৰু কিবা বলে মুৰৱা ভাৰকে দিও বব সব এৰিব ধৰিব মুৱাৰিম। আৰু বিদুৰৰ চিন্তন মৰ সমীপৰ জৰ এতেকে নগলু। আৰু মোৰ পৰম গুৰু দি গৈছে উত্তৰাৰ উপদেশত। "একে কাক মাংস সিও এৰা কুকুৰৰ। তাকো অল্প দেখা সিও মুহিকে বিস্তৰ। এতেকে স্ত্ৰীৰ এৰা শেষ, স্ত্ৰীও মায়া, ধনো মায়া, তাৰে লগাই কি ভকতি কৰিম উত্তম উশৃত শ্ৰেষ্ঠ বস্তুত লগাই চাৰ দ্ৰব্য? এতেকে নলগালোঁ। আৰু গ'লা যি বুইলোঁ গ শব্দে গুৰু গূঢ় পৰম তত্ত্ব অভয় দান দি। গু শব্দে তুস অবিদ্যাৰ পঞ্চ পৰ্ব্বা

বিনাশী, ৰু ৰিপু সংসাৰ গুচাই শুখাই পৰম্পদ বৈকুণ্ঠ দিলে। অকাৰে জন্ম মৃত্যু নিবাৰি লয়, শৰীৰ ছয় শত্রু নাশ কৈ পৰমাত্মাত অভয় ব্ৰহ্মত শুদ্ধ ব্ৰহ্মক লই কৈলে। এতেকে গলা বুইলোঁ। আৰু ভকুক সাণ্ড বুইলোঁ, ৰাজা প্ৰজা গঞা, ভাৰ্য্যা, পুত্ৰ, যম, কাল, মায়া, মৃত্যু, পাপ পুণ্য এই বাৰৰ বাজ ৰাখিব নুৱাৰে হৰি ভক্তিৰ বলে। আৰু কুলালি, বিদ্যালি, যৌবনালি, ধনালি এই চাৰি গৰ ভাঙ্গি ভক্ত সাণ্ডে ভক্তি সহ খাই ৰাখিৰ নুৱাৰে, গ অৰ্থই সত্ব, সত্য গুণ, ঢ় শব্দে ধৰ্ম্ম, অ কাৰ আচৰণ, আলি ভাঙ্গা, পুথুৰী ভাঙ্গা, যাত বুৰ দিয়া ততে গঙ্গা। এই ৰূপে কৰাগৈ, যোৱাগৈ। চাৰিগড়

তেহে তাৰতে তিনিমাহ ৰহি গ'ল গুচি। তেহে গৈ খলামৰা বাৰীত এটি বহা বান্ধি ৰহিছে। তাতে আতাৰ গুণ শীল, মহিমা দেখি খৰতিয়া গঞা খানেই সেৱা শুশ্ৰুষা কৰিছে গুৰু বোধে। তাতে সৰু ঠাকুৰ দেউ গঙ্গা জগন্নাথতে আহি মধুপুৰে বৈ পৰমাৰ্থ আশাৰে আতাৰ ঠাই গৈছে। ধাৰি কঠতে সামৰাই জাপী, লাঠি তাও তুলি পছৰা, পাগ পিচোৰা ব্ৰাহ্ম বোল লোকৰে। আতা দেখি অনাদৰ, বোলে কিয় অহা গল? তেহে পৰম তত্ত্ব প্ৰাৰ্থনা কৈলে বোলে তোম্ৰা মোৰ গুৰু নাতি বিজয় শঙ্কৰ, ঠোকা তামোল, ঠোকা কল ঠোট পান ঘাগি মুখে খোৱা লোক, দোনেৰে খোৱা, টেমি মুৰত কি মুখ বুৰিব, এখান এবিৰাত? এটা একেখাত কি তৃপিতি সন্তোষ হবা পাবা? আমি ক্ষুদ্ৰ ভিক্ষুক, মগনিয়াত কুবেৰে ভিক্ষা কৰা, সাগৰ কি জান জুৰিএ বুৰায়, দধিসাগৰ চৰু গাখীৰে জোৰে, চন্দ্ৰ, সূৰ্য্য কি দীপে পোহৰায়, বাৰ অগ্নি কি ফিৰিঙ্গতিএ প্ৰকাশে? তোম্ৰা অনন্ত কণাত গজিছে, ভূঞিথোৰা হলে ঠেঙ্গুলি কি আটে? এই বুলি সম্বোধন কৈ পঠালে বাক্যে শুভে মুহি সন্তোষি। বিতুষ্ট মনে ঠাকুৰ দেউ সৰুঠাকুৰদেউ

গ'ল। নিশা স্বপ্ন দেখে মহাপুৰুষ গুৰু গৈ বোলে যে হৰিসে হৰ অনন্ত শক্তি, তেনেত ৰজ গুণে ধুনতহে ভক্তি বিচাৰ জাত লৈ। আতাকো স্বপ্নতে বোলে মোৰ চতুৰাত যে পৰনাৰ্থ নথ, নক, কাতনো কোৱা ? যাৰে ধান তাকে গুটি মুঠি কৰা ? ৰাম অৱতাৰে চাৰি পূৰ্ণ, কৃষ্ণ অৱতাৰে বলোভদ্ৰ, প্ৰত্যুম্ন, অনিৰুদ্ধ, ঐতো আমি বৰাপো পুৰ্ষোত্তম, চতুৰ্ভুৰ্জ, চাৰি তোম্ৰাসব সথান পাত্ৰৰেহে ৰাজ দোকান, এই কৈ অন্তৰ্দ্ধান হ'ল। আতা সাৰ পাই খেদকৈ চাই আছে বাটলৈ। ঠাকুৰ দেউ বিহানে শৌচ, শুদ্ধি স্নান, গুৰু-সেৱাকৈ গৈছে গাইদোৱা নাৰায়ণ আতৈক লৈ। আতা দৃষ্টিতে দেখি আগ বাঢ়ি গৈ আদৰে আনি বসাই গুৰু আজ্ঞা স্বপ্নৰ কথা কলে। ঠাকুৰ দেৱে নম্ৰতা হৈ কলে স্বপ্নৰ কথা। কৈ বোলে আতা মোত অপৰাধ হ'ল, ক্ষমা কৰক। পাচে আতা পৰম তত্ত্ব বস্তু কীৰ্ত্তন কৈলে ভাণ্ড মুখে বাকি অমৃত। নাৰায়ণ হলাউদ্ধ সমে বীৰ্য্যভুম ঔষধ পান কৈ আছিল। আতাও চাৰি মাহ ৰহি চাইটি বস্তু লৈ গ'লগৈ। উত্তৰে হৰা, দখিণে জৰা, পুবে হকমিয়া, পছিমে বিহবৰি, এই চাৰি গাওঁৰ মাজত দৃষ্টি যোজন মুকল, চাৰিও গঞাৰ লৰা গৰু চাৰি সেই বৰ আহত তলে জিৰায়। আতাক দেখি সব লৰা খেৰবাঁহ নি পাচ দিনা বহা কৈ দিলে। ৰতৰ বস্তু যাৰ যি চলে আম, কঠাল টেঙ্গা জৰা, লেতেকু, পনিৱল, কলা, কুহিয়াৰ চাউল, মাহ নি দিয়ে। আতা ধুই কাটি গোসাইক দি নাম দিয়ে, সবে লৰা বেৰি গায় দিনমান। চাই দণ্ডিয়াই হুনিকৈ বোলে লৰাইঁত যাৰ নাম তালৈ যক। বোলে আতা যক হক। বিলাই দিয়ে খাই যায় নিতে। সব লৰা গাই ছুই দিয়ে ছুগ্ধ মাহ, প্ৰসাদে সৈতে লই ছত্ত মাছ পাক অম্ন নহল ভোজন। কতো হৰি কথা কয়, শুনে সবে।

গৰখীয়া লৰাৰ উদ্যোগ

পাচলৈ বিৰকত হৈ কতো লৰা গৃহ বাৰী ভাত এৰি নিশাও থাকে হৰি গুণ গাই। পাচে জেঠতে আত্ৰণৰ দিন যাওতে বোলে লৰাহঁত, কোদাল চাৰিখানিমান আনিবা কাইলৈ। আনিলে পাচদিনা বোলে আতৈ এটি কুৱা কৰহঁক বাৰ হাত মান। দিনতে কৈলে, দহ বাৰ হাত। বোলে যা হঁক। কাইলৈ যাৰ যি চলে মাহ চাউল, উপাধি, সৰহকৈ আনিবিহঁক। সেইৰূপে আনিলে। আতা ধুই দি দিনটো নাম গাই চাই তৰিয়াত হৰি ধ্বনি কৈ বোলে যাৰ নাম তালৈ যক। বোলে বাৰু যক। তেহে বিলাই দিলে খালে। পাচে চাইটি বস্তু লৈ নাদ পাৰে বহি পাচে যোগ ধাৰনা ধৰিলা। আপুনাৰ আত্মা পৰমাত্মাত থাপিলা। বোলে লৰাহঁত, মই আজি গাততে থাকোঁ, তহঁতে সমানলৈকে মাটি দি যাবি হঁক। পাচে আতা সোমাল। সিহঁতে পুতি সমকৈ গ'ল দিশা দিশি। গৰু বান্ধি খাই বৈ জুৰত জুহাল গুৰিত কয় বাপ মাকত। শুনি অত্ৰাহি হৈ চাৰিও গঞা চাপি বোলে মৈলোঁ ভকত বধ হ'ল। ৰাজাও দণ্ডিব। দুষ্ট ছৱা মাইলে। এই বুলি খানি চাই, দেখে নাই। আশ্চৰ্য্য অদ্ভুত হৈ বোলে মনুষ্য নহয়, সাক্ষাত ঈশ্বৰ, ছদ্মকৈ নৰভাও দেখাই আছিল। তেও নজানি নভজিলোঁ। দুৰ্ভগীয়া পাপী আমি। লৰাহঁতহে মহা ভাগ্যৱন্ত ধন্য, আতাক, সেৱা ধৈলে কৈলে, সাফল জন্ম ইহঁতৰ। এই বুলি খেদকৈ গ'ল ঘৰাঘৰি। যোগেৰে তনুত্যাগ

---

# বৰ ঠাকুৰ দেউৰ চৰিত্ৰ

বৰঠাকুৰ চৰিত্ৰ

শ্ৰীশঙ্কৰদেৱৰ পিতামহ চলাত সাত বৰ্ষ, ফাগুণৰ সাদিন যাওঁতে কৃষ্ণ ইকাদশীত বুধবাৰ ধনিষ্ঠা নক্ষত্ৰ। হৰিচন্দ্ৰ ঠাকুৰ পাঞ্চবৰ্ষে বৰ: গুৰু চলাত বাহ্ৰ বৰ্ষ। নমাহত চুচৰি ফুৰে। একদিনা গৈ পঙ্কেৰে গুৰুজনৰ উৰুতে হাত দিলে। গোসানী মাএ দেখি থপা মাৰি অন্তৰালে জৈকেৰ মাৰি। গুৰুজনে ধূলা গুচাই কোলে লৈ বোলে তোমাৰ আমাৰ পিণ্ডজলৰ নাতিত হে আশা। তাৰতে বৰ দয়া কৰে গোসানী মাএ।

আৰু এদিন গুৰুজনে দশমৰ ৰাঘৰ পাত পিঠি লিখি শুকাবলৈ থৈছে। চুচৰি গৈ কৰনিতে চোতাই আনি তিনি চিটা কৈলে। গুৰু বোলে বৰাপো কিয় পৰম ব্ৰহ্মে ফাইলে? বোলে বাপ, তৰ্কিবই নুৱইলোঁ জানোঁ? বোলে তোমাৰ আমাৰ পাচত তিনটা পথে প্ৰবৰ্ত্তিব ধৰ্ম্ম!—নিগু ., কেৱলা, ভাগৱতী। আকেহে দেখালে ব্ৰহ্মঘটি, নিকাঘটি, কালঘটি।

তিনিপথ
ব্ৰহ্মঘটি
নিকাঘটি
কালঘটি

আৰু হৰিচন্দ্ৰ, পুৰ্ষোত্তম, ৰামচন্দ্ৰ, পৰ্মানন্দ, ঐচ্যুত গুৰু, সৰু গুৰু, লক্ষ্মণ ওজা এই সবক পঢ়াইছে গুৰুজনে। এদিন পাট ভুনি এখানি পিন্ধাই উৰুত বসাই চাইছে আগ পিচ। শ্ৰীৰাম আতা বোলে বাপ থাৰু উন্তি যুৰি হলে সজ দেখি। তেহে আনন্দ কৈৰে গল উদাসীনৰ চট্ৰাই দিয়াবৰ মন। পাচে গঢ়াই পিন্ধাই বোলে চোৱাচোঁ। বোলে বাপ, এতিয়া শুৱাইছে।

অধ্যাপনা

আৰু এদিন খৰি মাটি নিয়াত মনপুৰ ভণ্ডাৰিএ লগাই কওঁতে বোলে হৰিচন্দ্ৰ, পুৰ্ষোত্তম গুৰু নাতিপুত্ৰে বিনা নদিলে নগলে নকৈলে পাবো হৰলা, বহুত খৰি মাটি নিলে তাৰে কথা কহি।

আৰু দাস, দাসী, বন্ধা, গোলাম, ভক্ত মৰি গুচি ভাগিল। বাৰী ঘৰ ভাগি হাবি হ'ল। ঠাকুৰ সব চোট ছন্না, দুখ হ'ল। শৃৰাম এতিয়া খৰি পাত লুৰি কাটি খায়। এদিন পাত কাটিছিল। পৰি তালু ফুটি তেজ গৈল। গোসানী মাৰে ধৰি গুৰুজনলৈ মনত পৰি খেদকৈ অনেক কান্দিলে।

আৰু এদিন হাথীয়া গৈ বোলে বৌ কমললোচন বহাৰীক, বগৰি বৰীয়া জয়বৰ চৌধাৰীএ ধৰে, দিবলৈ কি বোলা? বোলে বাৰু মই সুধি চাওঁ বাপুত। তেহে বোলে বাপু, আমাৰ কমললোচন বহাৰীক দিব খোজে কেনে দেখা? বোলে তাৰাতে সোধা যক। সুধিলে। বোলে এই হাতে মাথে গুৰুজনক সেৱা পৰিচৰ্য্যা কৰিলোঁ। এতিয়া কুচিত বিভৎস বিষয় ভোগৰ ইছাৰে সামান্য ঘৰে যামনে? নেখেদিলে দাসীএ কৃত্যসেৱাকৈ থাকিমহে। কলে এইদৰে বুলিছে বুলি। বোলে তেনো সেএ কথা। তেহে নযায় বুলি কলে। পাচে উদাসীনে বুদ্ধি দিলে জানি অনেক ছন্দে মন্দে বাক্য বুলি খেদিও ৰঘুৰাজাত কলেগৈ বোলে তিনটা ব্ৰা আছে সুন্দৰ, দুই তিনি হাত চুলি, আনক। ৰাজা তেতিক্ষণে সেৰা দিলে। আহি ধৈলেহি। মাজু আএ পটাপোৰে দশন সৰালে। এৰি সুমতি আইক লৈ গ'ল। ঠাকুৰকো কোনে লৈ গ'ল, অৰু খেদি যাওঁতা নহ'ল। ভাতৃ দদাএকে আৰ্হৈ কুৰি টকা ভৰি আনিলে ৰজা ঠাই মেলাই। ছমাহ মমাএকৰ গৃহে আছে মা পুত্ৰ। তেহে গোসনী মাৰে হৰিচন্দ্ৰ ঠাকুৰ পঠালে নিবলৈ। গৈ কলে বোলে আগে নিবিচাৰা আজি ছমাহ। টকা আৰ্হৈ কুৰি দি নিয়া। পাচে আয়ে বোলে, দাদা গোসানী মাতৃ আছে, বাপু অহাতে পঠোৱা, যাওঁগৈ। তেহে ভাৰ ভেটি দি থোৱাইছেনি।

কমললোচন বহাৰীৰ নিষ্ঠা

আৰু গুৰুজনে পদ পয়াৰ ঘোষা, কীৰ্ত্তন, গীত, পদ ভটিমা

পঢ়ালে। ভাগৱত পুৰান পঢ়িলে কিছু। ব্যাকৰণ, অমৰ, কাব্যকোষ তন্ত্ৰ, ন্যায়, নীতি, সংহিতা, বেদ, বেদান্ত, উপনিষদ, শিৰো ৰত্ন, এই সব পঢ়ি বুজিবলৈ থাকিল। তেহে গৈ

পাটকীয়া জয়ৰৰ অধ্যাপক

পাটকীৰ জইবৰ অধ্যাপকৰ ঠাই পঢ়িলেগৈ। পাছে বিপ্ৰে পৰম শ্ৰদ্ধাৰে পঢ়ালে একবৰ্ষে। একবাৰ কলে মাত, জাত, সকলো আহে। একো উত কষ্ট নাই, পঢ়াইছে। আন ছাত্ৰে দহ বাৰ্হ, মোৰ বৰ্ষ পঢিও সম হব নপাৰে। বোলে

চৰিত্ৰ লিখকৰ ক্ষমা প্ৰাৰ্থনা

এৰা মনুষ্য নহয়। কৃষ্ণে পঢ়াৰ দৰে ক্ৰম। প্ৰথমে পাঠ আৰাম্ভিলে বেদ বঢ়া টুটা বুদ্ধিৰ মাখি পকৰা বাচি সন্ত সাধু সবে পান কৰ্ম্নে কৰিব। আৰু ৰাজ হংস মানস সৰোবৰে চৰে গতিকৈ, নীৰ এৰি খীৰ পান কৈ তৃপিতিক লভে। ধৃতৰাষ্ট্ৰে একা খীৰ এৰে, নীৰহে পান কৰে। উত্তম উত্তম সাধু সন্তে ৰাজ হংসে কুকথা নিন্দাবাদ এইসব নীৰ এৰি গুৰুজনৰ সেৱকৰ লীলা চৰিত্ৰ অমৃত খীৰ পান কৈ সংসাৰ এৰি পৰম্পদ বৈকুণ্ঠ পায়গৈ। সঙ্গ, মাৰ্গ, সৰোবৰে চৰে। ঠাকুৰ দেউ ঘোষাত দি গৈছে—

ঘোষা

মলয়া চন্দনৰ বাও যিটো বৃক্ষ সবে পাৱে
তেখনে হুৱয় তদাকাৰ।
তাতো যেবে বাৱ পালে মুহি যেন একো কালে
চন্দন কেৱলে তথি সাৰ॥
ভক্তৰ লগত থাকে যিটো দুষ্ট দুৰাশয়,
কেৱলে দেখয় দোষ তাৰ।
একেলগে বসে খায়, তথাপি বিশ্বাস নাই
জানা সেই পটন্তৰ তাৰ॥”

দুষ্ট, শঠ, খলুৱা একা ছিদ্ৰ চায়, দোষকেসে নীৰ ধৃতৰাষ্ট্ৰে পান কৰে, খীৰ হৰি কথা এৰি। বঢ়া টুটা আগ পাচ নীৰ এৰি ৰাজহংস সন্ত সাধু সবে ভকভক্ত যশ ৰস, লীলা

চৰিত্ৰ অমৃত খীৰ পান কৰিব। আত পুৰুষৰ প্ৰাৰ্থনা। মধু মাখিৰ ৰূপ, গুণ, কুল, শীল কিছু নাই। অনেক অৱস্তুৰ মুখে ৰস নি মধু সঞ্চে। অনেক ৰূপে হৰি পূজা যজ্ঞত লাগে, সন্ত সাধু সবে লয় দোষ এৰি। বঢ়া টুটা আগ পাচ হ্ৰস্ব দীৰ্ঘ অনেক অস্পৃশ্যৰ ৰস মই মাখি পাপীৰ এৰি গুৰু সেৱকৰ লীলা চৰিত্ৰ যশ ৰস শুনিব। পছিম দেশত ফিৰিঙ্গিএ সুৰা খাই চিচা পেলায়। যাত্ৰীএ কিনি গঙ্গাজল আনে, অনেক সাধু-সন্তে লয়। যদি কৰ্দ্দমে বৃষ্টিত মিশ্ৰিত হএ গঙ্গাজল তাৰ দোষ কোনে ধৰে? জগত পবিত্ৰ কাৰী বিষ্ণু পাদোদকী। আগ পাচ, হ্ৰস্ব দীৰ্ঘ, বঢ়া টুটা, বুদ্ধিৰ দোষ চিচা বৃষ্টি কৰ্দ্দম দোষ ক্ষমা কৰি অমৃত গুৰু চৰিত্ৰ লীলা খেলা শুনিব।— পশ্চিমৰ ফিৰিঙ্গি

শুনা যেন গুণ আছে ৰামৰ নামত।
উচ্চৰস্তে উপজে পৰম পুণ্য যত॥
ৰামৰ নামেসে অমিয়া ঝৰে।

এনে ছুজনা গুৰু, ছুজনা ঠাকুৰ দেউ, ন জনা আতা অনেক মহাভাগৱতৰ চৰিত্ৰ অমৃত সংসাৰ ব্যাধিৰ মৰাক জীওৱা ঔষধ, কৰ্ত্তাৰ দোষ নিন্দা এৰি পানকৈ সুখে তৰি বৈকুণ্ঠে যাওঁ। স্বভাৱতে সন্ত সাধু পণ্ডিতে মূৰ্খাধমক নিন্দিতে লজ্জা হে বাঢ়ে। আৰু মহাপুৰুষ গুৰু দিছে –

যিটোজনে অজিজ্ঞাসি, হঠাতে নিন্দয় আসি
তাত মোৰ অঞ্জলি সম্পুষ্ট।
কহো মই সাঞ্চে সাচে, তাতো মহা লাভ আছে,
নিন্দি মাত্ৰ হোক মোত তুষ্ট॥
নিজ পুণ্য কৰে ক্ষয়, পাপমানে উপাৰ্জ্জয়,
দেখা কেন সিটো উপকাৰী।
তাকো নেক্কেমিলে যেবে, মোত পৰে নাহি তেবে,
মহা অহঙ্কাৰী॥

অন্ত্যজে যিবা কৰি আছে গীত। বিষ্ণুৰ নামে অলঙ্কৃত। সবাৰে সন্ত সাধুৰ চৰণত কাৰুণ্য কাতৰ নিবেদন কোটি নাম, সহস্ৰ শত সংসাৰত, চৈধ ভুবনত, সাতো দীপত মোৰ মান অধম, নৰাধম, পাপী পামৰ নাই নাই নাই। হৃদীশ্বৰ আত্মা ইষ্টে হৃদয়ে থাকি যি অনুমতি দিলে দাৰু পুতলাৰ দৰে টাটকে তাকে একত্ৰ কৰা হ'ল। কৃত্যৰ ফলে সমে শীতল চৰণতে সম্পিলোঁ। হাতে দান্তে মাথে তৃণ ধৰি প্ৰাৰ্থনা নিবেদন কাতৰ কাৰুণ্য ইহ পৰ জন্মে স্নুসেৱকৰ সঙ্গ মুখে নামে, হৃদিৰূপ, অন্তকালে নাৰায়ণ শ্ৰুতি প্ৰাৰ্থব্ৰত। দাসৰো দাসৰ ভৃত্যৰো ভৃত্যৰ কিঙ্কৰো কিঙ্কৰ প্ৰাৰ্থনা। শ্ৰীকৃষ্ণায় নমো নমঃ। শ্ৰীশঙ্কৰায় নমো নমঃ। শ্ৰীমাধবো নমো নমঃ। পুৰ্ষোত্তম নমো নমঃ, চতুৰ্ভূজ নমঃ, শ্ৰীঅনন্ত নমঃ শ্ৰীচন্দ্ৰ চাৰু, শ্ৰীলক্ষ্মীকান্ত নমো নমঃ॥

[ সমাপ্ত ]

# পৰিশিষ্ট

## ছপাত নৈযোৱা কথা ঃ—

গ্ৰন্থৰ আদি শ্লোক—

শ্ৰীশঙ্কৰায় নমস্তভ্যং মাধবেন সমন্বিতং
পুৰুষোত্তমং চতুৰ্ভূজং শ্ৰীঅনন্তং কৃষ্ণং পাণিচন্দ্ৰং
লক্ষ্মীনাথং ৰাম শ্ৰীৰামেতি নমো নমঃ
শত সহস্ৰমহং বন্দে ॥

২নং পৃষ্ঠাৰ ১৩ শাৰীত মনিপু আতৈৰ ওপৰত সংযোগ আছে এইদৰে—"তাৰাৰ দিনত হালধিয়াৰ দয়াময় আতৈ ৰৰহাত : চক্ৰপাণি বৈৰাগী আতৈ পুৰুষঃ তিনিও ৰাজ্য বেৰাই ফুৰাত জটিয়াৰাজ *ৰএতে নাম সেৱা কৰাত—ৰাম গোষাঁৰ্ত্তে চাইটা গীত চাৰিপ্ৰকাৰে চৰ্চ্চাত ৰৰকাণৰ দি মানকৈ ৰৰহাত চৰিত সুধিছে বোলে, শ্ৰীশঙ্কৰদেৱৰ জন্মৰ্ত্তে পয়াণলৈ কক, আমি তেনেকৈ নপাঞ। তেহে, আতৈএ চমাহ বৈ কৈছে; জি ৰই তাকো পূৰকৈ·লৈ আহিচে : ৰৰত্ৰৰাত বৈচেহি : তাত গায়ণ বাপু, সিদ্ধবাপু, লিখক বাপু, কলিয়া মুৱা বাপু, লিখক বাপু, হৰিনাৰায়ণ, হৰিনন্দন, প্ৰত্যুম্ন আতৈ, সহজানন্দ, সৰ্ব্বানন্দ, হৈদাস, গতি আতৈ ৰামৰাই দেউৰি, এইসবে প্ৰাৰ্থনাকৈ সুধিছে, আতৈএ কৈচে জন্মৰ্ত্তে পয়ানলৈ দুওঁজনা গুৰুৰ। সেৱক সমে সাৱ সেবে ॥ * ॥ তাৰৰ্ত্তে তাৰাসবৰ ৰ'ল, সেই ভালে গল, আমাৰ হ'ল এই ক্ৰমে।

২ পৃষ্ঠাৰ ১৯ শাৰীৰ "এই সৱ" কথাৰ আগতে সংযোজনা এইদৰে আছে—"এইসবকে মুখ্যকৈ প্ৰশ্ন কৈলে : দুজনা গুৰু, নজনা আতা, দুজনা ঠাকুৰৰ চৰিত্ৰ, আনো সৱ সেৱকৰ; আতৈএ বোলে, 'নাৰদক কৃপাসে কৰিলা। যাতো গোবিন্দৰ গুণ কহিবে বুলিলা ॥ মোকো তোমা সবে কৃপাযে কৰিলা, দাসক এই তিনি তাপে পুৰি মাৰে, প্ৰাণ গুৰু সুমৰাইলা আজি।"

* জটিয়াৰাজ বিশ্বনাথ ঘাটৰ পোনে পোনে লুইতৰ দক্ষিণত—( তুংখুঙীয়া বুৰঞ্জী ৮৪, ছেদ—চৰিত তোলা প্ৰথা—নতুন অসমীয়া ১৪ জানুৱাৰী, ১৯৫০

—শ্ৰীমহেশ্বৰ নেওগ।

২ পৃষ্ঠাৰ ১৯ শাৰীৰ "সকলো বাদ্যৰ শিৰোমণি" "সকলো ৰাজ্যৰ শিৰোমণি" হব লাগে, আৰু ৬ শাৰীৰ "ৰৰবহাত" শব্দৰ পিছতে পঢ়িব লাগে।

ছপা পুথিৰ ১৫৪ পৃষ্ঠাৰ শেষত বৈযোৱা কথা :—

তেবেঁ আহি পুনৰ বিধৱা হ'লহি। বৃদ্ধ পিতৃ আছে, মাতৃ বিহীন হ'ল। বিধৱাৰ শিৱ স্নানে পাঁচদিন উপাসে থকাত বিপ্রে আধৈ দুয়ত মন্দাকৈ দিওঁতে ঘৰ্ম্ম বিন্দু পৈল। সেএ গৰ্ভে থিত হৈ বিৰাট অংশে পাঁচ মাহে বাজ হ'ল। দেখি বাপে জীএ বিশ্ৰুতি হৈ নিশাই নি জোলা এক যৱনৰ বাৰীচুকত এৰি আহিলগৈ। অপুত্ৰক জোলা পাই পৰম শ্ৰদ্ধাৰে তুলিলে। পাঁচ বৰ্ষতে তাৰ অন্ন জল এৰি মহাসদাচাৰী, বৈৰাগী, বিৰক্ত হৈ ফুৰে। তেহে সবে যৱনে পাৎসাত থলদিলে, আমাৰ ছৱাই বাচে, ঘিনায়, ‌ুলি। পাছে ধৰাই নি বোলে মোৰ লগে ভাত খাব লাগে আজি। বোলে তোম্ৰা ৰাজা, ঈশ্বৰৰ বিভূতি অৱতাৰ, মই সামান্য প্ৰাণি কিয় খাম? বোলে হক, মই দোষ এৰিছোঁ। বোলে নপাৰি খাব। বোলে শাস্তি কৈ কটাম, কি উত্তম ওলাইছা? বোলে ৰাক দণ্ডি কৈ মাৰা যে খাওঁ। তেও আমি সামান্য, তোম্ৰা উত্তম ৰাজা, একালে তুমি খৰা, এই ফালে মই খাওঁ। এই বুলি অন্নতে আঙ্গুলিৰে আঁক দিলে। পাছে সুৱৰ্ণৰ মাইহাঙ্গ ঠাত কৰে দুফাল হ'ল আঁকৰ পোনেই। ৰাজা দেখি ভয়, আশ্চৰ্য্য হৈ অনেক সম্মান, নমস্কাৰ কৈ পঠাই দিলে।

আৰু চৈতন্য গোসাই পালক বিষ্ণুৰ অংশ। কবিৰা বিৰাটে সৈতে পৰমাৰ্থ বস্তু লভিছিল। কবিৰা চলিলত নিশা চৈতন্যে গৈ কান্ধে বৈ সাগৰ বালাত নি সৎকাৰ কৈলে। দুষ্টে, খলুৱা দেখি পাতচাত খল দিলে। ৰাজা শুনি ৰাগি বোলে দেশ অধৰ্ম্ম হ'ল, ব্ৰাহ্মণে যৱনক চোএ। ৰাগ কৈ পিয়দা দিলে বোলে ধৰি আন এতিক্ষণে। নি সুধিছে বোলে আমি, যৱন ক'ৰ কি নাজানোঁ। আজি নিশা মহানন্দা তীৰে এখুতৰ জাতি চন্দন পাই তাকে নিশাগৈ বালাত পুতি থৈছেঁ হয়। বোলে দেখাব পাৰিবা? বোলে কিয় মহাৰাজ, সুচকক বোলে তই পোতা ঠাই নেদেখিছ? বোলে কিয়?

১০ (ক) তেহে দূত দিছে, দেখাইছেনি। চৈতন্য গোসাঁএ বোলে আতে পুতিছোঁ। সি দুষ্টেও বোলে হয়। খান্দি চায়, জাতি চন্দন গন্ধে মলমলাব ধৈলে দশোদিশে। সেই মুখে দেখা ৰাজাত কলেহি দূতে। বোলে জিজ্ঞাস নকৰা হলে ব্ৰাহ্মণ মহন্তক অকাৰ্যত দণ্ড কৰা হ'ল হতে দুষ্টৰ কথাৰে।

এই বুলি তাক ফাহি দিয়ালে। চৈতন্য গোসাঁইক অনেক টকা বস্ত্র দি সম্মান প্ৰাৰ্থনা কৈ পঠালে। এই মতে নিতে হৰি কথাতে দিন যায়, তু-কে নপায় যায় বুলিএ।

একদিনা ব'ল বিনাইগঞ্জৰ কাখে বটৰ তলে বাসা কৈ। তাতে ৰৌ বাহলে

বিনাইগঞ্জ গঙ্গা আহি স্বপ্নত দিব্যৰূপে দেখা দি আগ বঢ়াই সেৱা কৰিছেহি। তাৰ পৰা গৈ নেলাই হাটে ৰহি, চাৰি বাটৰ মূৰ তাতে, বৃন্দাবনলৈও, জগন্নাথলকু, সেঁতুবন্ধলকু, গঙ্গালকু। মহাপুৰুষ শুৰু সুধিছে সবাতে, বোলে কলৈ যোৱাইক আগে? গঙ্গালৈ যোৱানে, বৃন্দাবন লকে, সেতুবন্ধলকে নে জগন্নাথলকে? পাছে ৰাএ বোলে দদা, আহিছোঁ বৃন্দাবনলকে যাওঁ আগেই। সকলো বোলে হয় বাপ। ছোট আতা মতা নাই। বোলে আমিহে কৈছো হয়, সক আতা নমাতে দহোঁ? শুকজনে বোলে হয়, ববাপো দেখোঁ নমাতা? বোলে বাপ, আমি হলে যাব নপাৰিম। সবেও বোলে কিয়? বোলে বাপ, তোম্রা যিৰূপে যেনেকৈ কোৱা গৈছে এতিয়া গৈ তেনেৰূপ গুণ নেদেখিম, হেয় ভাব হব, আক খৰ্চাও নাই। ৰাএ বোলে আমি দিম। বোলে বাপ, কিহেৰে সুজিম? শুক বোলে জানিছা ববাপো, এ বৃন্দাবনত ৰূপ সনাতনে এক শৰণ ধৰ্ম্ম প্ৰকাশ কৰিছে বুলি শুনিছোঁ। আমাৰে সৈতে একে হয়, নহয় চাওঁগৈ বলাইক। বোলে বাপ, এনে হলে এটা খোজো নকাঢ়োঁ। যাৰা সবৰ সংশয় আছে বৃন্দাবন দাসৰ দেখি পতিয়াবলৈ সেই সব যাক। যদি আহে একে, তেহে মানিম, নহয় যদি এৰিম, এনেহে হ'ল, আমি হলে নযাওঁ নযাইবোঁ। পাছে শুকজনে বোলে আমাৰ জান কাণ্ডাৰী ববাপো হে, ববাপো নগ'লে আমি যাব নপাৰোঁ। তেহে তাৰে পৰা দক্ষিণ দিশে গৈ দোলামাৰি ঘাটে পদ্মা উত্তৰি জিয়াগঞ্জে

দোলামাৰি ঘাট গঙ্গা স্নান, দান, পান, কৰি মুখচোৱা বাজে ৰহি কাটুৰা

জিয়াগঞ্জ গঙ্গা পাৰ হৈ গ'ল। ৰাম ৰাম শুকৰে বোলে গয়ালৈ নো কেনি যায়? শুকজনে বোলে ব'ল গয়াৰ পথ। আৰা সুশুনিলে। আকৌ সুধিলে বোলে ত'তে থাকিল সি পন্থ, পুনু তাকে সোধেহে। পাছে শুকজনে গীত কৰিছে. বোলে হয় তুমি উজাইছা, সোজা পথ পোৱা নাই।

গীতাৰচনা "ওজা সোজা" গীতটি কৰিছে সেই বেলাত। সকলো বোলে সাগৰ কিনাৰেই জগন্নাথলকে যাওঁ বাপ। তেহে তীৰে তীৰে গৈছে। শুকজনে দেখালে বোলে সেই ৰুক্মিণী দেবীৰ বত্নৰ মন্দিৰ ঘাট সমে, যাক

মধুসূদনে ক্ষণেকো নেৰিছিল। তেহে সবেও চাই দেখে গুৰুজন তাতে আছে।

**ৰুক্মিণী মন্দিৰ** অ'তো চাই দেখে অতো আছে। আশ্চৰ্য্য অদ্ভুত হ'ল। তেহে গৈ সেই দিনা তুলসীচৰাতে ৰৈছে। পুৰা আঠাৰে নলা চাৰি গৈ

**পুৰি প্ৰবেশ** পুৰিত প্ৰবেশ হৈ সিংহাৰতে থিত হৈছে। সোমাই যাওঁতে পাণ্ডা বোলে কোব লব লাগে একোটি গা-পতি। তেহে ছোট আতা ঘোষা মাতিছে, "হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য—

ব্ৰহ্মা ইন্দ্ৰ আদি দেৱ জাক।
হেনয় দ্বাৰত বেত্ৰ প্ৰহাৰ পাইবাৰ যোগ্য,
হওঁ আমি কমন বৰাক॥"

পাছে গৈ নাট মন্দিৰতে বসিছন্ত। আৰু মহন্ত সব বহিছে। কৃষ্ণ চৈতন্য শ্ৰীচৈতন্য, হৰিব্যাস, ৰামানন্দী, নিত্যানন্দী, শিশু জগন্নাথ, ছোট জগন্নাথ, গৌৰিয়া, শিশু গাৰিয়, বৰগাৰিয়া, সক গাৰিয়া, হনুমান, জাম্বৱন্ত, উদ্ধৱ, অশ্বত্থামা, বিভীষণ, এই সব মহন্ত একত্ৰ হৈ বহিছে। আৰতি প্ৰসঙ্গ হ'ল,

**দাসীনচা সময়ত** দাসী নচাইছে, এটাৰ কুলবিন খসিল, গুৰুজনে অল্প হাস্য

**শঙ্কৰৰ হাঁহি** কৈলে। দেখি তাৰা সবে বোলে এনে লঘু কাৰ্য্যত উত্তম লোকে হঁহা নহয় সজ। গুৰু বোলে কিহত ? দেখালে তাৰা সবে। বোলে আৰু আমি দেখাই নাই। বোলে কিয়নো হাস্য কৰা গ'ল ? বোলে পাণ্ডা ভোগ নমাইছে ঠাকুৰৰ, উতল হাতে পৈল, এৰিলে পৰে, নেৰিলে পোৰে, উপায় নেপাই চেলেকা মাৰি খাই থলে, তাতেহে হাস্য কৈলোঁ। সুধুলে দেখি।

---

# শঙ্কৰদেৱৰ বংশাৱলী

পূৰ্ণানন্দ
|
সুপহ্নগিৰি
|
ব্ৰহ্মগিৰি
|
চন্দ্ৰগিৰি
|
কৃষ্ণগিৰি
|
সুবৰ্ণগিৰি
|
গন্ধৰ্ব্বগিৰি
|
ৰামগিৰি
|
হেমগিৰি
|
হৰিবৰগিৰি
|
হৰিগিৰি
|
কৃষ্ণকান্তী
|
লণ্ঢাদেৱ বা লণ্ঢাবৰ
|
|
চণ্ডীবৰ ( দেৱীদাস )
|
ৰাজধৰ
|
সূৰ্য্যবৰ
|
কুসুম্বৰ
|
শঙ্কৰদেৱ

[ শঙ্কৰদেৱৰ দশ নাম :—কোতি গঙ্গাধৰ, পিতৃদত্ত শঙ্কৰ, বংশে ডেকাগিৰি ভক্তে, আতা, বাপ, মহাপুৰুষ, আতৈ, হৰি, গোপীনাথ, কিঙ্কৰ। ]




এই পাঁচজন বেহাৰৰ পৰা নাওপথে আহি মাধদেউত শৰণ লয়।

ভাটোকুচীয়া আতাৰ বংশাৱলী

( টেপাই কাথৰ ঘৰ )

চিদানন্দ ভূঞা
|
ৰঘুবৰ
|
ৰামেশ্বৰ
|
হৰিবৰ
|
কৃষ্ণবৰ } ভ্ৰাতৃ
|
জয়বৰ
|
শিৱবৰ
|
জয়চন্দ্ৰ
|
কেশচন্দ্ৰ ( পত্নী—চিত্ৰমালী )

## বহুলা আতাব চবিত্ৰ

মুনি কুণ্ডিল
|
শুববাজ
|
যুববাজ
|
নলকুঁহে
|
সামচোমদাব
|
গোপাল চোমদাব
|
- তিতা চোমদাব
- লব চোমদাব
  |
  চম্পা চোমদাব
  |
  আদা ববজন

## ঠাকুৰ আতাৰ বংশাৱলী

( বৰভূঁইৰ )

পৃথিবী

|

নৰক

|

ভগদত্ত

|

শিশিৰ

|

বিযিৰ

|

শুপার্চ

|

সুবাহু

|

মিহিৰ

|

শশধৰ

|

যশধৰ

|

ৰূপধৰ

|

সগৰ ( মালৌ )

|

ধৰম

|

ভবানন্দ ( ঠাকুৰ আতা )

## মাধৱ দেৱৰ বংশাৱলী

আদি—কৃষ্ণ ভূঞা
- বিষ্ণু ভূঞা
  - গোপাল ভূঞা
    - কৃপাল ভূঞা
      - ৰাম ভূঞা
        - জনাৰ্দ্দন ভূঞা
          - চিৰাম ভূঞা
            - মুকুন্দ ভূঞা
              - গোবিন্দ ভূঞা
                - মাধৱদেৱ
                - দামোদৰ ( পত্নী—শচী )
                  - অনিৰুদ্ধ
                    - পৰশুৰাম
                      - ৰামদেৱ
                        - পৰমানন্দ ( বস্তকাভ )

ভাটৌকুচীয়া বদলা আতাৰ পৰা পৰম্পৰ ভক্তিৰত্ন কত ৰয়—

বদলা আতা

|

ভোগপুৰ দামোদৰ আতৈ আৰু জয় আতৈত ধৰ্ম্ম ক্ষয়

|

কুৰুবাবহীয়া পৰীক্ষিত আতৈ

|

মণিপু আতৈ

|

বকজনা আতৈ

|

সকজনা আতৈ

|

গৰলীয়া বাপু

|

বৰবহাত জয়ৰাপুৰে সত্ৰীয়া—ধনঞ্জয় আতৈ

|

বিৰবাপুৰু, তেৰা

|

কৃষ্ণৰাম—জয়ৰামৰ ।

চোট ভাই

চিলি গ্ৰামৰ—চক্ৰপাণি দ্বিজ ভট্টাচাৰ্য্য—বৈকুণ্ঠ

| |

ৰাম ভূষণ গুৰু

## ভবানীপুৰ আতাৰ বংশাৱলী

আদি কলিঙ্গা দেশত চেকথামহাটাজি নৈ গ্ৰামে

কলা কলিতা

|

বাসুদেৱ

|

শঙ্কৰদাস

|

চতন গিৰি

|

শঙ্কৰষণ

|

নৰদেৱ

| |

কামদেৱ ( হৰিবৰকলিতা গৃহৰ সত্যা নামে ২য় পত্নীৰ )

গোপাল আতা (অসম দেশত জন্ম)

**মবা দলৈ গৃহ**

বাৰ ভূঞাৰ সভাপণ্ডিত দৈবজ্ঞ

হৰেশ্বৰ

নৰেশ্বৰ

ধনেশ্বৰ

কামদত্ত

ৰামদত্ত

দেৱদত্ত

হৰদত্ত

হৰিবৰ — হৰিহৰ — হৰিচন্দ্ৰ

হৰিবৰ

কামবৰ

কৃষ্ণদত্ত

ধৰ্ম্মাউ

কৰ্ম্মাউ

গোপাল মুদৈ ( গোপাল আতা )

বুঢ়া আতা—নিবাস—খনাখোকৰা পুখুৰী পাৰে বকৰাৰ গৃহ বুলিছিল।

চিৰাই
|
বিৰাই
|
বিৰিঞ্চি
|
বিৰচন
|
বিৰূপাক্ষ
|
বিৰমাদ
|
গোপাল আতা

ভাটোঠুচিয়া আতাৰ উপৰি পুৰুষ

টেপাই কাথ
|
চিৰা খা
|
বিৰাম খা
|
হৰাম খা
|
গাভুৰু খা
|
দীঘলা কাথ

বগুকাত গ্ৰাম দেশ আছিল

# শুধৰনি

| পিঠি | অশুদ্ধ | শুদ্ধ |
|---|---|---|
| ২ | চিন্তি | চিণ্ডি |
| ৪ | কণক দন্ত | কণক দণ্ড |
| ৭ | নিনিঞ্চ | নিদিঞ্চ |
| | বেটাৰ | বেটীৰ |
| ৮ | ববস্থী | বুৰঞ্জী |
| ১৬ | সাদীন | সাদিন |
| ১৭ | ভুই | দুই |
| ১৯ | নাপই | নপাই |
| ২০ | সুমলে | সুমাল |
| ২৪ | মাৰণৰ | কাৰণৰ |
| | গুৱা | গুৰা |
| ২৮ | নিজক্ত | নিৰুক্ত |
| | সদ্ম | পদ্ম |
| ২৯ | আছিল | আহিল |
| ৩০ | মৰিব ধৈলে | সৰিব ধৈলে |
| ৪২ | আজ্ঞালৈ | আজ্ঞা লৈ |
| ৪৩ | মাৰিগৈ | সাৰি গৈ |
| ৪৪ | পাৰিণাতি | পৰিণাতি |
| ৪৫ | পাইকলে | পাই কলে |
| ৫৬ | বস্তুকাত | বণ্ডুকাত |
| ৪৯ | ” | ” |
| ৫৫ | উপাৰজ | উপা, ৰজ |
| ৫৭ | বেহি | ৰাই |
| ৬৫ | আছিল | আহিল |
| ৬৭ | শ্লোক নাতি | মাতি |
| ৬৯ | সংহাৰ | সংসাৰ |
| | কলা কাউতে | কলা কটাতে |
| | উঠালে | উটালে |
| | ব্ৰহ্মাও | ব্ৰহ্মাণ্ড |
| | গুৱাথানি | গুৰাথানি |
| | বেদেনাটি | বেঙ্গেনাটি |
| | যয় | থয় |
| | মস্থুকন্যা | মসুকন্যা |
| | খীলাই | শীনাই |
| ৭২ | পাস্থা | পাণ্ডা |
| | দন্তৰতে | দণ্ডৰতে |
| | ভুলিথৰি | তুলিধৰি |
| ৭৪ | এনে চুকত | এটা চুকত |
| ৭৫ | একদিনামান | একদিনা নাম |
| ·৮ | অৰণ্যএ | অন্বয়ে |
| ৮৪ | খুৰ | খুৰী |
| ৯০ | নাৰায়ণ লৈএ | নাৰায়ণ নাম লৈএ |
| | তোকাকে | তোমাক |
| | মাৰ | সাৰ |
| | পরম | পৰম |
| | তবু গুণ | তযু গুণ |
| | যৈমানি | যৈসানি |
| | হিয়তে | হিয়াত |
| | সগতহে | লগতহে |
| | লস | লম |
| ৯৭ | কৈদৰ | ফৈদৰ |
| ১০১ | অন্নবে | অন্বয় |
| ১০ | নও | মও |
| ১০৯ | আলচিদলৰ | আলচি দলৰ |
| ১১৫ | মা এৰাতি | মাত্র ৰাতি |
| ১১৬ | পুৰিবই | পুষিবই |
| ১২০ | চলিব লগ— | চলিব লগা |
| | পাছে পাছে— | গৈ পাছে গৈ |
| | মুখে বঞ্চিলে— | সুখে বঞ্চিলে |
| ১৪৫ | ভুমি পছৰা | ভুনি পছৰা |
| ১৫০ | ঝিলাও তেহে | ঝিলাও |
| ১৬৫ | কোনেকৈ | কোনে কৈ |
| ১৭৬ | দেশ গেটে | দেশ গোটে |
| ১৯৫ | পৰাগৈ | পৰা গৈ |
| ৩৩৯ | ৬ ফলা মাৰণত | ভফলা মাৰণত |
| ৩৫৩ | ৰূপেটাৰ মঠ | বৰপেটাৰ মঠ |